গুৰুত্বপূৰ্ণ পৰামৰ্শ হ'ল—"আখৰ চিনাৰ আগতে ক, খ ইত্যাদি ক্ৰমে ফলা আওৰাবলৈ দিয়ে আৰু চিলঠত আখৰ লিখিবলৈ দিয়ে। আখৰ নিচিনাকৈ ফলা আওৰাৰ পৰা আখৰ চিনাত পলম হয় আৰু আখৰ চিনাৰ আগতে লিখিবলৈ দিয়াৰ পৰা লিখা-পঢ়াৰ কামলৈ ল'ৰাৰ এটা ভয় সোমাই যায়।"

এনেবোৰ তাৎপৰ্যপূৰ্ণ মন্তব্য সম্বলিত এই কিতাপখনৰ তাৎপৰ্য অন্ততঃ চৰকাৰে উপলব্ধি কৰা উচিত। সম্প্ৰতি প্ৰাথমিক শিক্ষাৰ যি শোচনীয় অৱনতি ঘটিছে—তাৰ পটভূমিত এনে ধৰণৰ হাত-পুথি এখন শিক্ষকৰ হাতে হাতে ৰখাটো বাধ্যতামূলক কৰাটো চৰকাৰৰ কৰ্তব্য বুলি ভাবো।

৺ভট্টাচাৰ্য্যই তৃণমূল পৰ্যায়ৰ পৰা শিক্ষাৰ উৎকৰ্ষ সাধন কৰাটো কৰ্তব্য বুলি গণ্য কৰিছিল। সেইদেখি অতবোৰ কামৰ মাজতো তেখেতে ১৯৪৮ চনত মুকুলৰ ক, খ, প্ৰথম ভাগ আৰু ১৯৫৬ চনৰ বিনুৰ ক, খ নামৰ দুখন কিতাপ নিচেই সৰু চামৰ বাবে লিখি উলিয়াইছিল। শিশুৰ মনৰ কাষ চপাৰ প্ৰয়াস এই কিতাপত সুস্পষ্ট হৈ উঠিছিল আৰু সেই কালৰ পৰা ইয়াক সাৰ্থক সৃষ্টি বুলি ক'ব পাৰি। তেখেতে এই প্ৰচেষ্টা অব্যাহত ৰখা হ'লে কেতবোৰ মূল্যবান পাঠ্যপুথি প্ৰকাশ হ'লহেঁতেন।

'গান্ধীবাদী নৰেন' শীৰ্ষক কিতাপখন ১৯৫৮ চনত গুৱাহাটীৰ লয়াৰ্ছ বুক ষ্টলে প্ৰকাশ কৰে। ৺ভট্টাচাৰ্য্যই আগ-কথাত লিখিছে যে "গতানুগতিকভাৱে সাহিত্যৰ পুথি নিলিখি গান্ধী সাহিত্যৰ প্ৰয়োগৰ এটি কাল্পনিক গল্পৰ আশ্ৰয় লৈ সমাজ গঠনৰ দৃষ্টিভংগী দিবলৈ যত্ন কৰা হৈছে।" তেখেতে কৈছে যে বুনিয়াদী শিক্ষাত প্ৰাৰ্থনা আৰু একাদশ ব্ৰত শিক্ষাৰ অৱশ্য কৰ্তব্য। গান্ধী সাহিত্যৰ আলমত যাইকৈ অনুবাদৰ আশ্ৰয় লৈ গান্ধীজীৰ একাদশ ব্ৰতৰ ব্যাখ্যা যথাসাধ্যে এই পুস্তিকাত সন্নিবেশ কৰা হৈছে।" অহিংসা, সত্য, সৰ্বত্ৰ ভয় বৰ্জন, সৰ্ব ধৰ্মৰ সমানত্ব আদি একাদশ ব্ৰতৰ ব্যাখ্যা সম্বলিত এই পুথি বুনিয়াদী শিক্ষাৰ সাহিত্যৰ পাঠ্যাৱলীৰ ভিতৰত গণ্য হ'ব পাৰে।

উপন্যাস, গল্পৰ পৰ্যায়ত নধৰি সেইদেখি শিক্ষাবিদ ভট্টাচাৰ্য্যইহে যাইকৈ আত্মপ্ৰকাশ কৰা এই কিতাপখনক এইটো পৰ্যায়ৰ ভিতৰতে সামৰি লৈছোঁ। আদৰ্শবাদী নৰেনক কেন্দ্ৰ কৰি ঘটনাই গঢ় লৈছে। উপযুক্ত শিক্ষা লাভ কৰা নৰেনৰ দেশৰ আৰু দহৰ কামেই একমাত্ৰ ব্যৱসায়। ঘৰৰ চিন্তা নকৰাত গৃহিণী শান্তি নানা বিপৰ্যয়ৰ মাজেদি পাৰ হ'বলগীয়া হৈছে।

তাৰ মাজতো বিচলিত নহৈ নৰেনে গাঁৱৰ বাইজৰ মাজত গান্ধীজীৰ একাদশ ব্ৰতৰ বিষয়ে বুজাই ফুৰিছে। নৰেনৰ জীৱনৰ বিভিন্ন স্তৰৰ ঘটনাৰ যোগেদি গান্ধীজীৰ চিন্তাধাৰাৰ শিক্ষা বিস্তাৰ কৰি নৰেন সমাজ-কৰ্মী হৈ থাকিল। কিন্তু দেশৰ স্বাধীনতাৰ পিছত কংগ্ৰেছে চেহেৰা সলোৱাৰ বাবে নৰেন ক্ষুব্ধ নোহোৱাকৈ নেথাকিল।

## ২য় খণ্ড

# ঔপন্যাসিক ভট্টাচাৰ্য্য

৺দেবেন্দ্ৰনাথ ভট্টাচাৰ্য্যই কেইবাখনো উপন্যাস ৰচনা কৰিছিল। সেইবোৰ হ'ল ফল্গু প্ৰবাহ, আধুনিকা, অনুভূতিৰ পাৰে পাৰে, ক'লা ডাৱৰ, প্ৰেমৰ মহিমা আৰু ভ্ৰান্তি।

এইবোৰ উপন্যাসৰ বিষয়ে সেই সময়ৰ পটভূমিতহে বিচাৰ কৰাটো উচিত হ'ব। সেই সময়ত অসমীয়া উপন্যাস ঘাইকৈ যিটো পৰ্যায়ত আছিল, সেইটো পৰ্যায়ত আধুনিক উপন্যাসৰ ৰূপ বা গতিধাৰা বিচাৰিলে বিচাৰি পোৱা নেযাব। ৺ভট্টাচাৰ্য্যৰ উপন্যাসৰ বিচাৰো তেনেদৰেহে হ'ব লাগিব। আধুনিক উপন্যাসৰ ৰচনা ধাৰা, বিষয়ৰ উপস্থাপন আদি বিষয়ত ৺ভট্টাচাৰ্য্যৰ উপন্যাসে খাপ নেখাব পাৰে।

কিন্তু সময়ৰ চাহিদা পূৰণ কৰাৰ অৰ্থে তেখেতে চলোৱা এনেবোৰ প্ৰচেষ্টাৰ বিশেষ মূল্য থাকিব। ৺ভট্টাচাৰ্য্য মূলতঃ এজন সংস্কাৰকামী লোক। সেইদেখি তেখেতৰ ৰচনাত সংস্কাৰেই মূল বিষয় ৰূপে স্থান পায়। অৱশ্যে উপন্যাসৰ মাজতো শিক্ষাবিদ ভট্টাচাৰ্য্যই সততে ভুমুকি মাৰেহি। শিক্ষাৰ সংস্কাৰৰ লগতে সমাজৰ সংস্কাৰেও সমানে ঠাই পায়। তেখেতৰ উপন্যাসসমূহে সমাজৰ সংস্কাৰৰ বিষয়টোক মূল লক্ষ্য ৰূপে গ্ৰহণ কৰিছে। তেখেতৰ আটাইবোৰ উপন্যাসৰ মূল বক্তব্য একেটাই।

পশ্চিমীয়া ধ্যান-ধাৰণাই দেশ ছাটি ধৰাৰ ফলত এহাতে আমি আমাৰ ঐতিহ্য হেৰুৱাইছোঁ আৰু আনহাতে নতুন ধাৰাক হজম কৰি আমাৰ পৰিৱেশৰ লগত খাপ খোৱাকৈ গঢ় দিব নোৱাৰি সমাজক এটা গুৰুতৰ সংকটৰ মাজলৈ আমি ঠেলি দিছোঁ। তাৰ ফলত নানান অনাচাৰে দেখা দিছে। তদুপৰি সমাজত এটা ক্ষতিকৰ মূল্যবোধে গা কৰি উঠিছে—যাৰ ফলত পৰম্পৰাগত সম্পদবোৰক এৰেহা জ্ঞান কৰি আমি মৰীচিকা খেদি ফুৰিছোঁ। এনে পৰিস্থিতিলৈ লক্ষ্য ৰাখিয়েই এই প্ৰসঙ্গটোকে ৺ভট্টাচাৰ্যই তেখেতৰ উপন্যাসৰ বিষয়-বস্তুৰূপে লৈছে আৰু সমস্যাৰ প্ৰতিকাৰৰ বাবে উপন্যাসৰ বিভিন্ন চৰিত্ৰৰ যোগেদি কেতবোৰ বক্তব্য দাঙি ধৰিছে। কিন্তু তাৰে সৰহ ভাগ বক্তব্যই বিতৰ্কৰ স্থানহে উলিয়াই দিছে। আমি সময়ৰ গতি ওলোটাই দিয়াটো কোনোমতে সম্ভৱপৰ নহয়; সেই গতিৰ লগতে সহযাত্ৰী হৈ নিজৰ স্থিতি অটুট ৰখাৰ হকে নতুন উদ্যম হাতত লোৱাটোহে আমাৰ কৰ্ত্তব্য।

**'ফল্গু প্ৰবাহ'** উপন্যাসখন ১৯৫৮ চনত গুৱাহাটীৰ লয়াৰ্ছ বুক ষ্টলৰ তৰফৰ পৰা প্ৰকাশ কৰা হয়। এতিয়াৰ উপন্যাসৰ স্বীকৃত ঠাচৰ পৰা সুকীয়া যেন লাগিলেও প্ৰায় আঢ়ৈকুৰি বছৰৰ আগৰ সময়ৰ পটভূমিৰ পৰাহে উপন্যাসখনৰ বিচাৰ কৰা উচিত হ'ব।

উপন্যাসৰ অন্যতম চৰিত্ৰৰ যোগেদি ৺ভট্টাচাৰ্যই নতুন প্ৰশ্ন তুলিছে—"সমাজে যে ৰুচি পৰিবৰ্তন কৰি সাম্প্ৰদায়িকতা আছে বুলি সকলোখানে পুৰণি ৰুচিৰ পৰা আঁতৰি যাব ধৰিছে, তাৰদ্বাৰা নতুন সাম্প্ৰদায়িকতাৰ সৃষ্টি হোৱা নাইনে?" উপন্যাসৰ চৰিত্ৰৰ

যোগেদি তেখেতে কোৱাইছে—"দেশৰ শিক্ষা-নীতি ধৰ্ম-নীতিৰ পৰা বহুত দূৰৈত থকা বাবেই ভাৰতীয় সমাজত বিশৃঙ্খলাই দেখা দিছে।" এনে ধৰণৰ বহুতো মন্তব্য পোৱা যাব—যিবোৰে গান্ধীজীৰ ধ্যান-ধাৰণাৰ পৰা ৺ভট্টাচাৰ্য্যক বহুতো নিজগাই নিয়াৰ নিদৰ্শন দাঙি ধৰিব। বুনিয়াদী শিক্ষাৰ বিষয়ে লিখা কিতাপত গান্ধীবাদৰ প্ৰতি থকা অচলা ভক্তিৰ ঠাইত এটা নতুন মূল্যবোধে ৺ভট্টাচাৰ্য্যক আগুৰি ধৰিলে। সেইদেখি অনুক্ৰমে আঁতৰি যোৱাটো পৰিলক্ষিত হ'ল। 'ফল্গু প্ৰবাহ' উপন্যাসতে এঠাইত উল্লেখ কৰিছে যে সহভোজনেই অস্পৃশ্যতা দূৰ নকৰে। ৺ভট্টাচাৰ্যৰ পৰিয়ালৰ পৰা জনা মতে তেখেতে গান্ধীজীলৈ লিখা চিঠি এখনতো এই মন্তব্য কৰিছিল।

উপন্যাসখনৰ 'ফল্গু প্ৰবাহ' নামকৰণেই ৺ভট্টাচাৰ্য্যৰ চিন্তাধাৰাৰ ইঙ্গিত দিছে। আমাৰ সমাজৰ পৰম্পৰাই হ'ল শক্তিৰ উৎস। পৰম্পৰা ৰক্ষা কৰিলেই প্ৰাণশক্তি সঞ্চাৰিত হ'ব বুলি উপন্যাসখনে প্ৰতিপন্ন কৰিব খুজি বিতৰ্কৰ সূচনা কৰিছে।

'আধুনিকা' উপন্যাসখন ১৯৫৫ চনত প্ৰকাশ কৰা হয়, ৺ভট্টাচাৰ্য্যই তেখেতৰ পিতৃৰ নামত উপন্যাসখন উছৰ্গা কৰিছে।

লিখকে কৈছে—"পুৰণি সমাজৰ পৰিবৰ্তনৰ স্তৰ বিশেষত নতুন সমাজৰ প্ৰগতিত ন-পুৰণিৰ যি স্বাভাৱিক সংঘৰ্ষ সমাজত দেখা দিয়ে— তাৰে এটি নিৰ্দোষ চিত্ৰ দাঙি ধৰিবলৈ যত্ন কৰা হৈছে।"

উপন্যাসখনত প্ৰসঙ্গক্ৰমে ভাষা শুদ্ধ অসমীয়া ঠাচৰ নহ'লে সাহিত্যৰ যি ৰূপ পৰিবৰ্তন হয়, সি অসহনীয় বুলি উল্লেখ কৰা হৈছে। অসমীয়া ভাষাৰ শব্দৰ ভাণ্ডাৰ চহকী কৰাৰ পোষকতা কৰা, শিক্ষা-নীতিৰ পৰিবৰ্তন ঘটোৱা আদিৰ বিষয়ে আলোচনা কৰাৰ উপৰিও উপন্যাসখনৰ ঠায়ে ঠায়ে কেতবোৰ বিতৰ্কমূলক প্ৰসঙ্গও দাঙি ধৰিছে— 'স্ত্ৰী-স্বাধীনতা বুলি যি জাগৰণ আহিছে মূলতঃ তাৰ কোনো অৰ্থ নাই' বুলি কোৱা কথাই প্ৰবল বিৰোধৰ সৃষ্টি কৰিব। 'চাৰি বৰ্ণৰ ভেদ যুগে যুগে চলি থাকিব' বুলি উপন্যাসৰ এটা চৰিত্ৰৰ যোগেদি প্ৰকাশ কৰা কথা গ্ৰহণযোগ্য বুলি মানি লোৱাৰ কোনো থলেই নাই।

তথাপি উপন্যাসখনত বিবৰ্তনৰ যুগত ঘটা ঘটনাৱলীৰ বিতং বিৱৰণ এটা চৰিত্ৰসমূহৰ বিন্যাসৰ যোগেদি প্ৰকাশ কৰা হৈছে।

"অনুভূতিৰ পাৰে পাৰে" নামৰ উপন্যাসখন ১৯৬২ চনত নলবাৰীৰ দামোদৰ লাইব্ৰেৰী, অনন্তপুৰৰ তৰফৰ পৰা প্ৰকাশ কৰা হৈছে। ৺ভট্টাচাৰ্য্যৰ মতে—"এই উপন্যাসখনি অসমীয়া সমাজৰ ঘৰুৱা এটি চিত্ৰ। এই চিত্ৰ অঙ্কন কৰোঁতে অসমীয়া গৃহস্থৰ সাংসাৰিক জীৱনৰ সমস্যাই প্ৰগতিশীল সমাজৰ বিবৰ্তনৰ সন্ধিক্ষণত কেনে ৰূপ লৈছে—সেই অনুভূতিৰে লিখিবলৈ যত্ন কৰা হৈছে।"

উপন্যাসখনত এটা পৰিয়ালত আধুনিকতাৰ লগত প্ৰাচীনতাৰ সংঘৰ্ষ ঘটাৰ কাহিনী সন্নিবিষ্ট কৰা হৈছে।

উপন্যাসখনৰ কেতবোৰ মন্তব্য মন কৰিবলগীয়া ঃ "প্ৰগতিৰ নামত মানুহৰ মনোগতি যেন উদাৰ হোৱা নাই—সঙ্কীৰ্ণ হৈ গৈছে।" ....... "ভঙা সহজ, গঢ়া টান। সমাজত যি নীতি-নিয়ম আছিল, তাক ঢিলাই দিয়া সহজ হৈ পৰিল। কিন্তু সমাজ গঢ়িবলৈ যি দূৰদৰ্শিতা, যুগ-যুগৰ সাধনা, ন্যায়পৰায়ণতা আৰু নৈতিক কঠোৰতা লাগে, তাৰ অভাৱ হ'লে নৈতিক জীৱনৰ ঠাঁচ দি নতুন সমাজ গঢ়িব পাৰিনে?" ............. "সমাজৰ প্ৰত্যেক মানুহেই যদি আত্মকেন্দ্ৰিক হয়, স্বাৰ্থপূৰণেই যদি প্ৰত্যেক লোকৰ আদৰ্শ হয়, সমাজ তিষ্ঠিব পাৰে নে?".......... "সুবিধা চাই মানুহে আধুনিকতাৰ পথত আগ বাঢ়ে; কিন্তু পুৰণি ভাবে যে মানুহৰ মনত আধিপত্য কৰি থাকে, তাৰ গম নাপায়। আনফালে পুৰণি প্ৰথাৰ সুবিধা চাই স্বাৰ্থসিদ্ধিৰ বাটত আগবাঢ়িবলৈ যাওঁতে মানুহে আধুনিক যুগৰ ব্যৱহাৰ বুজি নাপায়।"

এনেবোৰ স্পষ্ট মতৰ পৰিৱেশৰ মাজতে ঘটনাৰ ক্ৰম ৰচনা কৰি উপন্যাসখন শেষত যোগাত্মক ৰূপত শেষ কৰা হৈছে।

'ভ্ৰান্তি' উপন্যাসখনৰ ১ম সংস্কৰণ ১৯৫৪ চনৰ জুন মাহত নলবাৰীৰ দামোদৰ লাইব্ৰেৰীৰ দ্বাৰা প্ৰকাশিত হয়। কিতাপখনৰ জনপ্ৰিয়তাৰ জোখ দিছে ১৯৫৬ চনৰ জুন মাহত দ্বিতীয় সংস্কৰণ প্ৰকাশ হোৱা কথাটোৱে। ৺ভট্টাচাৰ্য্যই তেখেতৰ পত্নীৰ নামত উপন্যাসখন উছৰ্গা কৰিছে। তেখেতে পোনতেই লিখিছে—"উপন্যাস লিখা এয়ে মোৰ প্ৰথম। সমাজত যিবোৰ কথা সাধাৰণতে ঘটি থাকে তাৰে এটি চিত্ৰ দাঙি ধৰিবলৈ যত্ন কৰিছোঁ।" যি সময়ৰ পটভূমিত এই উপন্যাসখন লিখা হৈছে, সেই সময়ৰ বিচাৰত উপন্যাসখন নিশ্চয় সফল হৈছে।

হেমন্তৰ আধুনিক ধাৰাৰ আওভাও নোপোৱা তেওঁৰ পত্নী বাসন্তীৰ লগত হোৱা তেওঁলোকৰ মনৰ সংঘাতৰ জীৱন্ত বৰ্ণনা ইয়াত আছে। বি-এ পাছ হেমন্তই ধুবুৰীত চাকৰি কৰে আৰু গাঁৱৰ ছোৱালী বাসন্তী মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হৈছে। হেমন্তৰ লগত বিয়া হোৱা 'বাসন্তীৰ প্ৰেমত উত্তাল তৰঙ্গ নুঠে—মন্দাকিনীৰ ধীৰ শান্ত স্ৰোত বয়। বাসন্তীৰ প্ৰেমত তপত উচ্ছ্বাস নাই, মাধুৰ্যৰ শান্ত আৱেশ আছে।'

সেয়ে তেওঁলোকৰ মাজত সৃষ্টি হোৱা ভ্ৰান্তিৰ উৎস। মুকলিভাৱে আধুনিক ধাৰাৰ দ্বাৰা চালিত হেমন্তৰ চিঠিৰ আকুল নিবেদনে বাসন্তীৰ পৰা সঁহাৰি নোপোৱা বুলি হেমন্তৰ মনত বিৰূপ মনোভাৱে ঠাই পায় আৰু মূৰকত সেয়ে তেওঁলোকৰ জীৱনত বিস্ফোৰণ ঘটায়।

অৱশ্যে উপন্যাসখনে সামৰণিত ভুল ধাৰণা দূৰ কৰি দুয়োৰে মাজত মিলন ঘটোৱাই সমাপ্তি ঘটাইছে।

এইখন উপন্যাসৰো কেতবোৰ উক্তি অৱশ্যে এতিয়াৰ সমাজত গ্ৰহণযোগ্য নহ'ব। এঠাইত কন্যাকাল হোৱাৰ আগতে বিয়া পতাৰ পোষকতা কৰা হৈছে আৰু আন এঠাইত ছোৱালীৰ স্বতন্ত্ৰ মতৰ বিৰোধিতা কৰা হৈছে। সমাজৰ বিৱৰ্তনে সেই স্থিতিৰ পৰা এতিয়া সকলোকে বহুত আতৰাই নিলে।

**"কঁলা ডাৱৰ"** উপন্যাসখনৰ প্ৰথম সংস্কৰণ ১৯৫৪ চনত প্ৰকাশ কৰা হয়। ইয়াত সামাজিক সংঘাত আৰু পৰিয়ালৰ সমস্যাকে বিষয়বস্তুৰূপে গ্ৰহণ কৰা হৈছে। সংসাৰৰ নানান বিপত্তিয়ে কঁলা ডাৱৰৰ দৰে আবৰি ৰাখে কাৰণেই উপন্যাসৰ নামকৰণো "কঁলা ডাৱৰ" কৰা হৈছে।

উপন্যাসখন ৺ভট্টাচাৰ্য্যই তেখেতৰ মাতৃৰ নামত উছৰ্গা কৰিছে। এইখন উপন্যাসতো ঔপন্যাসিক ভট্টাচাৰ্য্যৰ ঠাইত শিক্ষাবিদ্ ভট্টাচাৰ্য্যইহে ঘাইকৈ আত্মপ্ৰকাশ কৰিছে। শিক্ষকে কম দৰমহা পায় বুলি খেদ কৰি এঠাইত কৈছে—"দিন হাজিৰা কাম কৰা মানুহে দিনে ১ টকাকৈ উপাৰ্জন কৰে; কিন্তু আমি দিনে ৮ অনাও নাপাওঁ।" আনহাতে গাঁৱৰ স্কুলঘৰৰ দুৰ্গতিৰ কথা উল্লেখ কৰি নিৰ্মম সত্য ৰূপে প্ৰকাশ কৰিছে—"গাঁৱত আটাইতকৈ বেয়া ঘৰটো হৈছে স্কুলঘৰ।" মুঠতে উপন্যাসৰ স্বীকৃত ধাৰাৰ বিপৰীতে গৈ ইয়াত শিক্ষা, শিক্ষক, বিদ্যালয়, ছাত্ৰ-ছাত্ৰী আৰু অভিভাৱকৰ বিবিধ সমস্যা দাঙি ধৰা হৈছে।

সময়ৰ টৌৱে গাঁৱৰ সমাজখন কিদৰে বিষাক্ত কৰিছে তাৰ জীৱন্ত উদাহৰণ এই উপন্যাসখনত কান্তেশ্বৰৰ পত্নী নিৰ্মলাক কেন্দ্ৰ কৰি গঢ় লোৱা কাহিনীয়ে প্ৰকাশ কৰিছে। এই ক্ষেত্ৰত ৰমা নামৰ বিধবা তিৰোতা এগৰাকীয়ে বিশেষ ভূমিকা গ্ৰহণ কৰিছে। পিছে উপন্যাসখনত বিধবা নাৰীসকলক সামৰি যিবোৰ মন্তব্য কৰা হৈছে, সেইবোৰ সমৰ্থনযোগ্য নহয়। ইপিনে বিধবা বিবাহ সম্পৰ্কীয় বিস্তৃত শাস্ত্ৰীয় আলোচনা আদিয়েও উপন্যাসৰ ধাৰাত খাপ নেখালে।৺ভট্টাচাৰ্য্যই "কঁলা ডাৱৰ"খন সম্পূৰ্ণ ৰূপত প্ৰকাশ নোপোৱা বুলি বহুতে হয়তো অসন্তুষ্টি প্ৰকাশ কৰিব পাৰে; কিন্তু "কঁলা ডাৱৰ"ৰ ২য় খণ্ড উলিওৱাৰ কথা আছিল বুলি পৰিয়ালৰ পৰা জনা গৈছে। কিন্তু দ্বিতীয় খণ্ডটো ৺ভট্টাচাৰ্য্যই লিখি উলিয়াব নোৱাৰিলে।

**'প্ৰেমৰ মহিমা'** নামৰ ১৯৮০ চনত ৰচিত উপন্যাসখনত আধুনিক উপন্যাসৰ ঠাচ সম্পূৰ্ণভাৱে বৰ্জিত হৈছে। উপন্যাসখন সুন্দৰ সিং আৰু লতিকাৰ প্ৰেমৰ আধাৰত আৰু সেই প্ৰেমৰ ফলত ঘটা সংঘাতৰ ভেটিত ৰচিত। হিন্দুৰ বিবাহ-প্ৰথা পৰিৱৰ্তিত হ'লে বৰ্তমান সমাজ ছিন্ন-বিচ্ছিন্ন হৈ যাব তাত কোনো সন্দেহ নাই যে সেই কথা উপন্যাসখনত স্পষ্টভাৱে কোৱা হৈছে। বৈদিক অনুষ্ঠান, ভাৰতীয় পৰম্পৰাক গুৰুত্ব দি ৺ভট্টাচাৰ্য্যই কৈছে যে বৰ্ণাশ্ৰম ধৰ্ম অৰ্থাৎ বেদ নেমানিলে হিন্দুত্ব নেথাকে। ভাৰতীয় ঐতিহ্য, সংস্কৃতি আৰু পৰম্পৰাত অটল বিশ্বাসী, সমাজ সংস্কাৰক ভট্টাচাৰ্য্যই এইখন উপন্যাসত ঔপন্যাসিক ভট্টাচাৰ্য্যক আগভেটা দি ধৰিছে। তত্ত্বগধুৰ হ'লেও আবেগিক উত্থাপনে উপন্যাসখন সুখপাঠ্য কৰি তুলিছে।

### ৩য় খণ্ড

# লোক-সাহিত্য

৺ভট্টাচাৰ্য্যৰ কেইখনমান কিতাপ জনশিক্ষামূলক কিতাপৰ শিতানত ধৰিব পাৰি। এইবোৰ কিতাপৰ ভাষা, ৰচনা-ৰীতি আদিয়ে সৰ্বসাধাৰণক মনৰ কাষ চপাই আনিব পাৰিছে।

৺ভট্টাচাৰ্য্যই নিজেই লোক-সাহিত্যৰ শাৰীত স্থান দিয়া কেইখনমান কিতাপৰে এখন হ'ল—'**অমৃত-কথা**'।

শ্ৰীমদ্ভাগৱতৰ তিনিটি আখ্যান ইয়াত পৰিৱেশন কৰা হৈছে; প্ৰকাশক-দামোদৰ লাইব্ৰেৰী, নলবাৰী; প্ৰথম প্ৰকাশ ১৯৫৬ চন।

সংগ্ৰাহক ৺ভট্টাচাৰ্য্যই পাতনিতে জনোৱা নিবেদনত কৈছে—"শ্ৰীমদ্ভাগৱত গ্ৰন্থ দাৰ্শনিক তথ্যেৰে পৰিপূৰ্ণ। সেই তথ্যৰ যথাযথ উপলব্ধিৰ বাবে ভক্তিপন্থা নিৰ্দেশ কৰিছে আৰু উপাখ্যান আদিৰ দ্বাৰা ভক্তিৰসত জীৱক আপ্লুত কৰিছে। ...... লোক-*সাহিত্যৰ শাৰীত স্থান পাব বুলি আশা কৰি এই আখ্যান শ্ৰীমদ্ভাগৱতৰ পৰা যথাযথ* অনুবাদ কৰা হ'ল।"

ইয়াত অম্বৰীষ ৰজাৰ উপাখ্যানত সত্যৰ মৰ্যাদা প্ৰকাশ কৰা হৈছে। বাণ ৰজাৰ উপাখ্যানত উষা-অনিৰুদ্ধৰ কাহিনী পৰিৱেশিত হৈছে। পুৰূৰবা উপাখ্যানত চন্দ্ৰবংশৰ বিৱৰণ দিয়া হৈছে।

'**দৈৱ চক্ৰ**' শ্ৰীবৎস চিন্তাৰ উপাখ্যান আৰু চ্যৱন মুণিৰ উপাখ্যান সম্বলিত এইখন কিতাপ ১৯৫৬ চনত নলবাৰীৰ দামোদৰ লাইব্ৰেৰীৰ তৰফৰ পৰা প্ৰকাশ কৰা হয়। 'জন সাহিত্য আৰু শিশু-সাহিত্যৰ শাৰীত এই পুস্তিকাই স্থান পাব বুলি' ৺ভট্টাচাৰ্য্যই আশা কৰিছে। এইবোৰ আখ্যান পঢ়ুৱৈ সমাজৰ আগত দাঙি ধৰি "পুৰণি সাহিত্যৰ উপাখ্যানবোৰৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰিবৰ এটি প্ৰয়াস" বুলি তেখেতে লিখিছে।

'**ভাৰতীয় প্ৰেম কাহিনী**'—প্ৰকাশ কৰিছে নলবাৰীৰ দামোদৰ লাইব্ৰেৰীয়ে ১৯৭৭ চনত। ৰামায়ণ, মহাভাৰতৰ কেতবোৰ প্ৰেম-কাহিনী ইয়াত সন্নিৱিষ্ট কৰা হৈছে। ৺ভট্টাচাৰ্য্যই আগকথাত লিখিছে—"সেই প্ৰেম-কাহিনীবোৰ বিকৃত কাম-প্ৰবৃত্তিৰ বিৱৰণ মাথোন নহয়—সেই প্ৰেম মানৱ হৃদয়ৰ স্বাভাৱিক আৰু পবিত্ৰ অনুভূতিৰ পৰিণতি।" ইয়াত প্ৰদ্যুম্ন আৰু প্ৰভাৱতীৰ কাহিনী, সম্বৰণ আৰু তপতীৰ কাহিনী আৰু অষ্টাবক্ৰ আৰু সুপ্ৰভাৰ কাহিনী সামৰি লোৱা হৈছে।

'**নতুন সমাজ**'ৰ প্ৰথম সংস্কৰণ ১৯৫৫ চনত প্ৰকাশ কৰা হয়। জনশিক্ষাৰ লক্ষ্য এইখন কিতাপত পূৰ্ণাঙ্গ ৰূপত প্ৰতিফলিত হৈছে। আখৰৰ ডাঙৰ ডাঙৰ গোট, বিষয়বস্তুৰ সহজ ব্যাখ্যা আদি সকলো কথাই জনশিক্ষামূলক ধাৰণা এটা প্ৰকাশ কৰিছে।

ন শিকাৰুৰ বাবে বৰ উপযোগী হৈছে। ইয়াত ৰামৰাজ্য সম্পৰ্কে সহজ ভাষাত প্ৰকাশ কৰিছে যে যি ৰাজ্যত জনমতৰ সম্ভ্ৰম থাকে সেই ৰাজ্যই গণতান্ত্ৰিক ৰাজ্য আৰু সেই ৰাজ্যই ৰামৰাজ্য। কুটিৰ শিল্প, সমবায় পদ্ধতি, যান্ত্ৰিকতা, কৃষি আৰু শিক্ষা. কৃষি আৰু জাতীয় সমৃদ্ধি, আইন আৰু সমাজ, জনমত, সমাজ কল্যাণ আৰু দেশপ্ৰেম—এই সকলোবোৰ ৰচনা জনশিক্ষাৰ লক্ষ্যৰ দ্বাৰা অনুপ্ৰাণিত হোৱা সফল প্ৰচেষ্টা।

'হিয়াৰ কঁপনি' নলবাৰীৰ দামোদৰ লাইব্ৰেৰীয়ে ১৯৫৫ চনত প্ৰকাশ কৰে। 'লিখকৰ কথা'ত ৺ভট্টাচাৰ্য্যই এই বুলি কৈছে—"এই গল্প সম্পূৰ্ণ কাল্পনিক। লোক-সাহিত্য হিচাবে লিখা হৈছিল—দেশভক্ত আৰু কৰ্মবীৰৰ প্ৰতি শ্ৰদ্ধা জনাবলৈ।"

অসহযোগ আন্দোলনৰ দিনৰ কথা। কৃতী ছাত্ৰ নিৰঞ্জন বৰুৱা অসহযোগ আন্দোলনত জপিয়াই পৰিল। স্বেচ্ছাসেৱকৰ আখৰাৰ বাবে স্থাপিত যকো কেম্পৰ পৰিচালনাৰ দায়িত্ব তেওঁক দিয়া হ'ল। কছাৰী ছোৱালী আদৰী, নীলাম্বৰ চৌধুৰী আৰু নিৰঞ্জন বৰুৱাক কেন্দ্ৰ কৰি কংগ্ৰেছৰ আন্দোলনৰ পটভূমিত এই 'গল্প' ৰচিত হৈছে।

## ৪ৰ্থ খণ্ড

# শ্ৰীমদ্ভগবদ গীতা প্ৰমুখ্যে ধৰ্মমূলক ৰচনাৱলী

সাহিত্যিকা দেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্য বিশিষ্ট শিক্ষাবিদ আৰু ঔপন্যাসিক হোৱাৰ উপৰিও কেইবাখনো ধৰ্মমূলক কিতাপ লিখিও তেখেতে বিশিষ্ট স্থান আদায় কৰি লৈছে। অৱশ্যে ধৰ্মমূলক কিতাপ বুলিলেই 'এলাৰ্জী'ৰ বিকাৰ ঘটা চৰকাৰ আৰু সমাজৰ বিশিষ্ট মহল এটাই সেইবোৰ কিতাপৰ যথাৰ্থ মূল্যাংকন কৰি প্ৰকৃত স্বীকৃতি দিয়া নাই।

তথাপি অক্লান্তভাবে আত্মনিয়োগ কৰা ৺ভট্টাচাৰ্য্যই বাৰ্দ্ধক্যৰ হেঁচাৰ মাজতো তেখেতৰ কলম থমকি ৰ'বলৈ দিয়া নাছিল। তেখেতৰ অপ্ৰকাশিত কিতাপবোৰ প্ৰকাশ হোৱাৰ মূৰতহে হয়তো তেখেতৰ সাহিত্য-প্ৰতিভাৰ পূৰ্ণাঙ্গ মূল্যাংকন হ'ব।

৺ভট্টাচাৰ্য মূলতঃ সংস্কাৰবাদী। শিক্ষা-ব্যৱস্থাৰ সৰ্বাত্মক ৰূপত ৰূপান্তৰ ঘটাবৰ বাবে তেখেতে অকলশৰীয়া সংগ্ৰাম চলাই গ'ল। সমাজৰ সংস্কাৰৰ ওপৰতো তেখেতে সমানে গুৰুত্ব দি তেখেতৰ উপন্যাসমূহত তাকেই মুখ্য বিষয়বস্তু ৰূপে ধৰিছিল। অৱশ্যে আধুনিক সমাজত তেখেতে সংস্কাৰৰ নামত যিবোৰ ব্যৱস্থা দাঙি ধৰিছে, সেইবোৰৰ সৰহভাগেই বিতৰ্কমূলক। বিশেষকৈ পৰম্পৰা ৰক্ষা কৰাৰ মাজতে সমাজৰ সৌষ্ঠৱ ৰক্ষা কৰাৰ মহৌষধ থকা বুলি মানি লোৱাটো টান।

৺ভট্টাচাৰ্যৰ এনেবোৰ মতামত ভাৰতীয় সংস্কৃতি, পৰম্পৰা আৰু মূল্যবোধৰ প্ৰতি থকা তেখেতৰ গভীৰ শ্ৰদ্ধাৰ প্ৰতিফলন। সেই প্ৰেৰণাই তেখেতক ধৰ্মগ্ৰন্থসমূহ

লিখিবলৈকো অনুপ্ৰাণিত কৰিছিল। তেখেতৰ ধৰ্মমূলক গ্ৰন্থসমূহ একে থুপতে প্ৰকাশ কৰাটো সম্ভৱপৰ নহ'ল—কিয়নো কলেৱৰৰ ফালৰ পৰাই চম্ভালিব পৰা নহ'ব। সেইদেখি **'শ্ৰীশ্ৰীচণ্ডীৰ আধ্যাত্মিক ব্যাখ্যা'** নামৰ বৃহৎ কিতাপখন সুকীয়াকৈ প্ৰকাশ কৰিবলৈ লোৱা হয়। ৺ভট্টাচাৰ্য্যৰ জন্ম শতবাৰ্ষিকীৰ স্মৃতি-গ্ৰন্থখনি ছপাবলৈ লোৱাৰ আগতেই এইখন কিতাপ ছপোৱাৰ ব্যৱস্থা ল'বলগীয়া হয়। সত্যদেৱ মহৰ্ষিৰ ব্যাখ্যাৰ অনুবাদাত্মক এই কিতাপখন ৺ভট্টাচাৰ্য্যৰ সাহিত্য-জীৱনৰ অন্যতম কীৰ্ত্তি হ'ব বুলি আমাৰ বিশ্বাস।

**'শ্ৰীমদ্ভগৱদ গীতা'** ৺ভট্টাচাৰ্য্যৰ সাহিত্য জীৱনৰ কীৰ্ত্তিস্তম্ভ বুলি পৰিগণিত হৈছে। ভাৰতীয় সংস্কৃতি, ইতিহাস আৰু ভাৰতীয় শাস্ত্ৰসমূহৰ গভীৰ অধ্যয়নে তেখেতক প্ৰাচীন ভাৰতৰ ঐতিহ্যৰ প্ৰতি গভীৰ শ্ৰদ্ধাশীল কৰি তুলিছিল আৰু সেয়ে তেখেতৰ সকলো ৰচনাতে প্ৰতিফলিত হৈছিল। অন্বয়, অনুবাদ আৰু ব্যাখ্যা সম্বলিত এই বৃহৎ গ্ৰন্থৰ 'নিবেদন' শিতানত তেখেতে লিখিছে—"সৰল আৰু সহজভাৱে গীতাৰ মূল কথা বুজা আৰু উপলব্ধি কৰা সম্ভৱ। .......এইখন গীতাত মূল শ্লোকৰ যথাযথ অসমীয়া অনুবাদ কৰি ঠায়ে ঠায়ে জটিল কথাবোৰৰ সংক্ষেপে আৰু পোনপটীয়া ব্যাখ্যা দিয়া হৈছে।"

উল্লেখযোগ্য যে ৺ভট্টাচাৰ্য্যই লিখিছে—"এই গীতা ছাত্ৰ আৰু সাধাৰণ পঢ়ুৱৈৰ কাৰণে বুলিহে ভবা হৈছে।" এই তাৎপৰ্যপূৰ্ণ উক্তিয়েই গীতাক সৰ্বসাধাৰণৰ অধিক কাষ চপাই আনিছে আৰু সেয়ে ৺ভট্টাচাৰ্য্যৰ বিশেষ কৃতিত্ব। সেইদেখি পণ্ডিত তীৰ্থনাথ শৰ্মাই মন্তব্য কৰিছে—"দাৰ্শনিক বিচাৰৰ গহনতাত প্ৰৱেশ নকৰাকৈও ভট্টাচাৰ্য্যদেৱ গীতা ব্যাখ্যাত সফল হৈছে।" আনহাতে কাব্য-সংখ্যতীৰ্থ শ্ৰীদেৱেন্দ্ৰ নাথ ভট্টাচাৰ্য্যৰ মতে "অসমীয়া ভাষাত অসাম্প্ৰদায়িক গীতা ৺ৰাধানাথ ফুকনদেৱৰ বাহিৰে আন সম্পাদনা লেখত ল'বলগীয়া হিচাপে নাই বুলিলেই হয়।"

৺ভট্টাচাৰ্য্যৰ ৰচনাৰ শেষৰ ফালে বৰ্ণানুক্ৰমিক শ্লোক-সূচীও সন্নিৱিষ্ট কৰি সোণত সুৱগা চৰাইছে।

**'ভগৱান শ্ৰীকৃষ্ণ, ১ম খণ্ড'**; প্ৰকাশক দামোদৰ লাইব্ৰেৰী, এটা বৃহৎ পৰিকল্পনা লৈ ৺ভট্টাচাৰ্য্যই সম্ভৱতঃ এই আঁচনি লৈ ১ম খণ্ডটোহে প্ৰকাশ কৰিলে। কিন্তু মুঠ ৬টা খণ্ডত প্ৰকাশ কৰিব খোজা আঁচনি সম্পূৰ্ণ কৰিবপৰা নহ'ল। শতবাৰ্ষিকী উপলক্ষে এতিয়া প্ৰকাশ কৰিবলৈ লোৱাটো সন্তোষৰ কথা হৈছে।

এই গ্ৰন্থৰ ভূমিকাত ৺ভট্টাচাৰ্য্যই লিখিছে—"মূল শ্ৰীমদ্ভাগৱত গ্ৰন্থৰ দশম স্কন্ধৰ আলমত এই গ্ৰন্থ প্ৰণয়ন কৰা হৈছে। এই প্ৰথম খণ্ডত উদ্ধৃত পদবোৰ মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ দশম স্কন্ধ ভাগৱতৰ পৰা গৃহীত হৈছে। গ্ৰন্থখনত শ্ৰীকৃষ্ণৰ জন্ম বৃত্তান্ত, শ্ৰীকৃষ্ণৰ শিশুলীলা আৰু শ্ৰীকৃষ্ণৰ বাল্যলীলা সামৰি লোৱা হৈছে।

এইখন কিতাপত ৺ভট্টাচাৰ্য্যই কৈছে—"শ্ৰীকৃষ্ণ পূৰ্ণাৱতাৰ। সেই কাৰণে শ্ৰীমদ্ভাগৱত গ্ৰন্থত তেওঁক 'কৃষ্ণস্তু ভগবান্ স্বয়ম' বুলি কৈছে।" আন এঠাইত কৈছে— '.....শ্ৰীভগৱানৰ কৃষ্ণাৱতাৰত শ্ৰীকৃষ্ণই বহুপ্ৰকাৰ অলৌকিক লীলাখেলা খেলি গৈছে। এই অলৌকিক লীলাবোৰ পূৰ্ণাৱতাৰ ভগৱানৰ পক্ষেহে সম্ভৱ।'

.. ."পূৰ্ণাৱতাৰ শ্ৰীকৃষ্ণত সৎ ভাব, চিৎ ভাব আৰু আনন্দভাব পূৰ্ণৰূপে থাকে। পূৰ্ণাৱতাৰ শ্ৰীকৃষ্ণত এই তিনি ভাব পূৰ্ণৰূপে থাকে।"

এই কিতাপখনত শ্ৰীকৃষ্ণ গোপালকবিলাকৰ লগত খেলত আসক্ত হৈ থকা অৱস্থাত শ্ৰীকৃষ্ণই দাবাগ্নি পান কৰাতে প্ৰথম খণ্ডৰ সামৰণি পৰে।

কাৰ্যতঃ 'ভগৱান শ্ৰীকৃষ্ণ'ৰ গ্ৰন্থৰ পৰিপূৰক ভাৱেই ৺ভট্টাচাৰ্যই 'ঐতিহাসিক শ্ৰীকৃষ্ণ' গ্ৰন্থ ৰচনা কৰে। এই গ্ৰন্থ ১৯৭৩ চনত নলবাৰীৰ শৰ্মা ব্ৰাদাৰ্ছ এণ্ড কোম্পাণীয়ে প্ৰকাশ কৰে।

এইখন গ্ৰন্থ যুগুত কৰাৰ উদ্দেশ্য সম্পৰ্কে ৺ভট্টাচাৰ্য্যই 'আগকথা'ত সম্যকভাৱে প্ৰকাশ কৰিছে—"ঐতিহাসিক শ্ৰীকৃষ্ণ আলোচনাহে মাথোন; সম্পূৰ্ণ গ্ৰন্থ নহয়। ...... .. আমি বহুতো সাধাৰণ লোকৰ মাজত চলি থকা সমৰ্থনৰ অযোগ্য বহুতো ভ্ৰান্ত ধাৰণা অপনোদনৰ দৃষ্টিভঙ্গী আগত ৰাখি শ্ৰীকৃষ্ণৰ ঐতিহাসিক চৰিত্ৰৰ বিশ্লেষণ আৰু সমালোচনাৰ চেষ্টা কৰিছোঁ। -------পূৰ্ণ মনুষ্য আৰু স্বয়ং ভগৱান—এই দুযোবিধ চৰিত্ৰ শ্ৰীকৃষ্ণত পূৰ্ণভাৱে বিকশিত হোৱা বাবে শ্ৰীকৃষ্ণৰ জীৱনীত ই অপৰিহাৰ্য্য। আমিও পূৰ্ণাৱতাৰ হিচাবে স্বীকাৰ কৰিছোঁ। কিন্তু শ্ৰীকৃষ্ণক পূৰ্ণ আৰু আদৰ্শ মনুষ্য হিচাবেহে ইয়াত চাইছোঁ।"

৺ভট্টাচাৰ্যৰ আন এখন উল্লেখযোগ্য কিতাপ হ'ল "অসমত শক্তিপূজা।"

১৯৭৭ চনত পাঠশালাৰ বাণীপ্ৰকাশৰ দ্বাৰা এইখন কিতাপ প্ৰকাশ কৰা হয়।

অসমৰ শক্তিপূজা সম্পৰ্কে বিভিন্ন মত প্ৰকাশ কৰি নানা জনে বিতৰ্কৰ সূচনা কৰিছে। ৺ভট্টাচাৰ্য্যই সুকীয়া দৃষ্টিকোণৰ পৰাহে এইখন কিতাপ যুগুতাই উলিয়াইছে। তেখেতে পাতনিতে উল্লেখ কৰিছে—"ঈশ্বৰৰ উপাসনাত সাম্প্ৰদায়িক বিৰোধ ভক্তি আৰু মুক্তিৰ বিৰোধী। একে ঈশ্বৰৰ বিভিন্ন প্ৰকাৰৰ উপাসনা সমগ্ৰ পৃথিৱীত প্ৰচলিত হৈ আহিছে। আমাৰ ভাৰতীয় শাস্ত্ৰত কোনো সম্প্ৰদায়ৰে উপাসনা পদ্ধতিৰ নিন্দা কৰাৰ নিষেধ আছে। এই গ্ৰন্থত শাক্ত, বৈষ্ণৱ, শৈৱ ইত্যাদি সম্প্ৰদায়ৰ ভিতৰত কোনো ভেদ বা বিৰোধৰ কথা নাই।" লগতে গ্ৰন্থখনিৰ আন এটা উদ্দেশ্যৰ ব্যাখ্যা কৰি পাতনিতে লিখা হৈছে, "............আমাৰ সমাজত তন্ত্ৰ সম্বন্ধে কিছুমান ভ্ৰান্ত ধাৰণা পৰম্পৰাভাৱে প্ৰচলিত হৈ আছে। সেই ভ্ৰান্ত ধাৰণাবোৰ নিৰসনৰ এটা চেষ্টা এই গ্ৰন্থত দেখিবলৈ পোৱা যাব।"

গ্ৰন্থখনিত পুৰণি কামৰূপ, পুৰণি কামৰূপৰ সভ্যতা আৰু সংস্কৃতি, কামৰূপৰ নাম, অসমত দুৰ্গাপূজা, তন্ত্ৰাচাৰ আৰু শক্তিতত্ত্ব সম্পৰ্কেও আলোচনা কৰা হৈছে।

কীৰ্তিনাথ হাজৰিকা

(কীৰ্তিনাথ হাজৰিকা)

---

"দেবেন্দ্ৰ সমগ্ৰ"ত সন্নিবিষ্ট 'শ্ৰীশ্ৰীচণ্ডী' আৰু 'ঐতিহাসিক ৰামচন্দ্ৰ' গ্ৰন্থ দুখনৰ বিষয়ে তেখেতৰ বিশ্লেষণাত্মক দৃষ্টিভঙ্গী লিখি উলিওৱাৰ আগতে আৰু "ভগৱান শ্ৰীকৃষ্ণ"ৰ বাকী ৫খণ্ড তেখেতে পোৱাৰ আগতে সম্পাদক হাজৰিকাদেৱৰ অকস্মাতে মৃত্যু হয়। —প্ৰকাশক

# সূচীপত্ৰ

প্ৰকাশক—
দামোদৰ লাইব্ৰেৰী
নলবাৰী—অসম

প্ৰথম সংস্কৰণ— ১৯৫৫ চন, এপ্ৰিল
দ্বিতীয় সংস্কৰণ— ১৯৫৬ চন, জুন
তৃতীয় সংস্কৰণ— ২০০২ চন, ছেপ্টেম্বৰ



দীপ্তি প্ৰিণ্টিং— ৬৬ নং কলেজ ষ্ট্ৰীটৰ পৰা
শ্ৰী[illegible]প্ৰসন্ন চট্টোপাধ্যায় কৰ্ত্তৃক
মুদ্ৰিত।

# নতুন সমাজ

## ৰাম-ৰাজ্য

গান্ধীজীৰ সপোন আছিল স্বাধীন ভাৰতত ৰাম-ৰাজ্য স্থাপন কৰা। এই ৰাম-ৰাজ্যৰ অৰ্থ কি আজি সকলোৱে বুজিবলৈ যত্ন কৰা উচিত! অযোধ্যাৰ ৰজা দশৰথৰ পুতেক আছিল শ্ৰীৰামচন্দ্ৰ। ই তাহানি দিনৰ কথা। ত্ৰেতা যুগৰ। আজিও ৰাম-ৰাজ্যৰ কথা মানুহে পাহৰা নাই। ৰামৰ ৰাজত্ব কালত সকলো মানুহে সুখে-শান্তিতে বাস কৰিছিল। শ্ৰীৰামচন্দ্ৰই প্ৰজাৰ সুখ সুবিধাৰ ফালে লক্ষ্য কৰিছিল। আজি গণতন্ত্ৰৰ দিনত যেনেকৈ ৰাইজৰ ইচ্ছানুসাৰে প্ৰতিনিধিসকলে দেশহিতকৰ কাৰ্য্য কৰে ঠিক তেনেদৰে নিজকে ৰাইজৰ প্ৰতিনিধি স্বৰূপে ভাবি ৰজা ৰামচন্দ্ৰই দেশ-হিতকৰ কাৰ্য্য কৰিছিল। জনমতৰ ভিত্তিত যেনেকৈ আজি কালিৰ গণতান্ত্ৰিক চৰকাৰে সকলো কাৰ্য্য কৰিবলৈ যত্নবান হয়, ঠিক তেনেকৈ ৰজা ৰামচন্দ্ৰই সৰ্ব্বদাই জনমত সম্ভ্ৰম কৰিছিল। জনমতৰ বিৰুদ্ধে কেতিয়াও কোনো কাম নকৰিছিল। জনমতৰ ওচৰত নিজৰ স্বাৰ্থ অকাতৰে বলি দিছিল। সেইবাবে তেওঁ নিজৰ ৰাণী সীতাকো ত্যাগ কৰিছিল। এই খিনিতে এটা কথা মন কৰিব লাগে—ৰজা ৰামচন্দ্ৰই সীতাৰ সতীত্বৰ প্ৰতি কেতিয়াও সন্দিগ্ধ হোৱা নাছিল।



সীতাক ত্যাগ কৰাৰ পাছত দ্বিতীয়বাৰ বিবাহো কৰা নাছিল। ৰাজ্যৰ প্ৰজা সকলৰ মাজত সীতাৰ সতীত্বৰ ওপৰত সন্দেহৰ ছায়া পৰা দেখি একমাত্ৰ দুৰ্ম্মুখৰ কথাকেই চোৰাংচোৱাৰ মুখত শুনি তেওঁ সীতাক বনবাস দিছিল। কাৰণ সীতা আছিল ৰাণী, প্ৰজাৰ উপাস্যা দেৱী আৰু ৰাণী হিচাবে প্ৰজাসকলৰ মাজত সীতাৰ স্থান আছিল আদৰ্শা নাৰীৰ। সেইবাবে ৰাণীৰ স্থানৰ পৰা সীতাদেৱীক স্থানচ্যুতা কৰিলে। শ্ৰীৰামচন্দ্ৰ ৰজা আছিল কাৰণে প্ৰজাসকলৰ মাজত সন্তোষ আৰু সতীত্বৰ আদৰ্শ স্থাপনৰ উদ্দেশ্যে সীতাক ত্যাগ কৰিব লগা হয়; কিন্তু

গৃহী ৰামচন্দ্ৰই গৃহিণী বা পত্নী ত্যাগ কৰা নাছিল। অশ্বমেধ যজ্ঞৰ সময়ত সংসাৰী শ্ৰীৰামচন্দ্ৰই স্বৰ্ণসীতা নিৰ্ম্মাণ কৰি সহধৰ্ম্মিণীৰ স্থান পূৰণ কৰিছিল। জনমতক কিমানখিনি গণ্য কৰিছিল—তাৰে দৃষ্টান্ত শ্ৰীৰামচন্দ্ৰৰ ৰাণীৰ বনবাস। যি ৰাজ্যত জনমতৰ সম্ভ্ৰম থাকে সেই ৰাজ্যই গণতান্ত্ৰিক ৰাজ্য আৰু সেই ৰাজ্যই ৰাম-ৰাজ্য।

ৰাম-ৰাজ্যৰ অৰ্থ যদি শ্ৰীৰামচন্দ্ৰৰ ৰাজ্যকেই বুজায় তেন্তে আজি আমি ৰামক ৰজা স্বৰূপে পাবৰ আশা কৰিব পাৰোঁ জানো? ৰাম-ৰাজ্যৰ অৰ্থ হৈছে যি দেশত লোকে আনন্দমনে বসবাস কৰে—ৰমন্তে লোকাঃ যস্মিন্ দেশে। যি দেশত মানুহে স্বাধীন ভাৱে আনন্দমনে বিচৰণ কৰিব পাৰে, যি দেশত মানুহে পৰমুখাপেক্ষী হৈ বা পৰৰ দাসত্ব কৰি থাকিব নালাগে আৰু যি দেশত মানুহে স্বাধীন ব্যৱসায়ৰ দ্বাৰা জীৱিকা উপাৰ্জ্জন কৰি ব্যক্তিগত আৰু সামাজিক জীৱন সাধুভাৱে যাপন কৰে সেই দেশকেই ৰাম-ৰাজ্য বোলে। যি দেশৰ মানুহৰ স্বাধীন ব্যৱসায় কৰিবৰ উপযুক্ততা নাথাকে সেই দেশক ৰাম-ৰাজ্য বুলিব নোৱাৰি।

যি দেশত লোকে আনন্দ মনে বাস কৰে তাত কোনো দুখ থাকিব নোৱাৰে। যি দেশত লোকে নিজৰ নিজৰ ব্যৱসায় সাধুভাৱে পৰিচালনা কৰে আৰু কোনেও তাত হকা-বাধা নকৰে, যি দেশত হিংসাদ্বেষ, কুচ্চুটি-কপটতা আদি নাই সেই দেশত মানুহে সুখে-শান্তিতে বাস কৰিব পাৰে। যি দেশত পৰশ্ৰীকাতৰতা, পৰহিংসা বা পৰৰ বস্তুৰ প্ৰতি লোভ নাথাকে সেই দেশত চুৰি বা ডকাইতি হব নোৱাৰে; তেতিয়া, মানুহে সুখে-স্বচ্ছেন্দে জীৱন যাত্ৰা নিৰ্ব্বাহ কৰিব পাৰে। এনেকুৱা দেশকে গঢ়িবলৈ মহাত্মাজীয়ে সপোন দেখিছিল। এনেকুৱা দেশৰ আদৰ্শ পোৱা যায় ৰজা ৰামচন্দ্ৰৰ দিনৰ ৰাজ্যৰপৰা। বুৰঞ্জীৰ পাতে পাতে দেখা পাওঁ যে যেতিয়াই ৰাষ্ট্ৰৰ শাসন শৃঙ্খলাবদ্ধ হয় তেতিয়াই দেশত শান্তি বিৰাজ কৰে। দেশৰ লোকে যেতিয়াই নিজৰ নিজৰ জীৱিকা সাধুভাৱে উপাৰ্জ্জন কৰে তেতিয়াই দেশত চোৰ-ডকাইতি নাইকিয়া হয়। তেতিয়াই দেশত শৃঙ্খলাবদ্ধ শাসন নাথাকে—যেতিয়াই দেশৰ মানুহে নৈতিক বল হেৰুৱায়। যেতিয়াই দেশৰ মানুহে নিজ নিজ কৰ্ত্তব্য নকৰি পৰৰ সম্পত্তিত লোভ কৰে, পৰৰ উন্নতিত ঈৰ্ষা প্ৰকাশ কৰে আৰু সামাজিক জীৱনত স্বাৰ্থপৰতা দেখুৱায়, তেতিয়াই দেশত অশান্তি আৰু অনাটনে দেখা দিয়ে।

স্বাধীন জাতিৰ মানুহৰ মূল কৰ্ত্তব্য হৈছে নিজৰ সুখ-দুখ অনুসাৰে আনৰো সুখ-দুখ বিচাৰ কৰিব লাগে। নিজে যেনেকৈ সুখে-শান্তিতে থাকিবলৈ আকাঙ্ক্ষা কৰে আনেও যাতে সুখ-শান্তিত থাকে তাৰবাবে আৱশ্যক হ'লে নিজৰ স্বাৰ্থকো ত্যাগ কৰিব লাগে, তথাপিতো আনৰ স্বাৰ্থত ব্যাঘাত ঘটাব নালাগে। নিজে সুখী হবলৈ ইচ্ছা কৰিলে আনৰ মনত দুখ দিব নালাগে। আনৰ মনত দুখ দিয়াৰ পৰা

যি প্ৰতিক্ৰিয়া হয় তাৰ দ্বাৰা নিজৰ সুখৰ হানি হয়। পৰস্পৰৰ প্ৰতি বিদ্বেষ, ঘৃণা বা অৱহেলা কোনো ক্ষেত্ৰতে থাকিব নালাগে। এই অৰ্থে মানুহ প্ৰত্যেকে স্বাৱলম্বী হ'ব লাগে। স্বাৱলম্বী হবলৈ হ'লে নিজৰ নিজৰ জীৱিকা নিজে নিজে উপাৰ্জ্জন কৰিব পাৰিব লাগিব। কোনো কাৰো মুখাপেক্ষী হ'ব নালাগিব; আনকি পৈতৃক সম্পত্তিৰ প্ৰতিও বিশেষ আশান্বিত হ'ব নালাগিব। বহুত মানুহে পৈতৃক সম্পত্তিৰ প্ৰাচুৰ্য্যৰ ওপৰত নিৰ্ভৰ কৰি নিজে অকামিলা হৈ যায়। নিষ্কৰ্ম্মা মানুহৰ সুখ নাই। কোনো অৱস্থাতে মানুহ নিষ্কৰ্ম্মা হ'ব নালাগে। সদায় সৎকৰ্ম্মী হ'ব লাগে। আন মানুহৰ উপাৰ্জ্জনৰ ওপৰত নিজক প্ৰতিপালিত কৰি ৰাখিবৰ মনোবৃত্তি পৰিত্যাগ কৰিব লাগে। স্বাৱলম্বী হোৱা মানে এইটো নহয় যে কাৰো লগত কোনো সংশ্ৰৱ নৰখাকৈ চলিব লাগে। প্ৰত্যেক মানুহে নিজৰ নিজৰ সমাজত বাস কৰিব লাগিব। প্ৰত্যেক মানুহে ব্যক্তিগত জীৱনৰ লগত সামাজিক জীৱনৰ সম্পূৰ্ণ সংশ্ৰৱ ৰক্ষা কৰিব লাগিব। সামাজিক জীৱনত পৰস্পৰৰ লগত পৰস্পৰৰ সম্পৰ্ক ৰক্ষা কৰিব লাগিব। এই সম্পৰ্ক যাতে মধুৰ হয় তাৰবাবে সকলোৱে সাৱধান হ'ব লাগিব।

মানুহৰ জীৱনত যত প্ৰকাৰৰ দ্ৰব্যৰ প্ৰয়োজন সকলোবিলাক দ্ৰব্য নিজে প্ৰস্তুত কৰি লোৱা সম্ভৱ নহয় নাইবা তেনে সুযোগ বা সুবিধাও নিমিলে। সেইবাবে মানুহে আনৰ ওপৰত নিৰ্ভৰ কৰিব লাগিব, কিন্তু এই নিৰ্ভৰতা পৰস্পৰৰ শ্ৰম, কৰ্ম্ম আৰু সামাজিক অৱদানৰ বিনিময়ত হ'ব লাগিব। এই বিনিময়ৰ মূল্য পণ্য-দ্ৰব্য ক্ৰয়-বিক্ৰয়ৰ পৰ্য্যায়ত নপৰে। পণ্য-দ্ৰব্য ক্ৰয়-বিক্ৰয়ৰ যি পৰ্য্যায় সেই পৰ্য্যায়ত ক্ৰেতা আৰু বিক্ৰেতাৰ সম্বন্ধ ক্ৰয়-বিক্ৰয়ৰ কাৰ্য্য অন্ত হোৱাৰ লগে লগে অন্ত হয়; কিন্তু সামাজিক সম্বন্ধ চিৰস্থায়ী হয়। এই সম্বন্ধৰ লগত কুটিৰ শিল্প, সমবায় শিল্প আৰু সামাজিক শান্তি নিৰ্ভৰ কৰে। ❑

# কুটিৰ শিল্প

আগেয়ে কোৱা হৈছে যে দৈনন্দিন জীৱনত মানুহক বহুত বস্তু লাগে। সকলোবোৰ বস্তু মানুহে নিজে নিজে তৈয়াৰ কৰি লব নোৱাৰে; কিন্তু অৱশ্য লাগতিয়াল কিছুমান সৰু সৰু বস্তু মানুহে নিজে তৈয়াৰ কৰি লোৱা উচিত, নহলে নিজৰ ঘৰুৱা আৰু সাংসাৰিক কামত বহুতো অসুবিধা ঘটে। যান্ত্ৰিক যুগৰ আগতে মানুহে সকলো লাগতিয়াল বস্তুৰ ভিতৰত কিছুমান বস্তু নিজে নিজে তৈয়াৰ কৰি লৈছিল আৰু নিজৰ তৈয়াৰী বস্তুটো আনৰ তৈয়াৰী বস্তুৰ লগত বিনিময় কৰি সকলো লাগতিয়াল বস্তুৰ যোগাৰ কৰি লৈছিল। যেয়ে যিবিধ বস্তু তৈয়াৰ কৰিব পাৰিছিল সেয়ে সেই বস্তু বেছি পৰিমাণে তৈয়াৰ কৰিছিল আৰু তাৰ বিনিময়ৰ দ্বাৰা জীৱিকা নিৰ্ব্বাহ কৰিছিল। বাপেকক দেখি পুতেকে সেই বস্তু তৈয়াৰ কৰিবলৈ শিকিছিল। এইদৰে গোটেইখন দেশত কুটিৰ শিল্প গঢ়ি উঠিছিল। কালক্ৰমত এই বৃত্তিলৈ সমাজত শ্ৰেণীবিভাগ হ'ল আৰু বৃত্তিভেদে সমাজত শ্ৰেণীৰ উচ্চ-নীচ ভেদ হ'ল। এইদৰে ভাৰতবৰ্ষত নানাপ্ৰকাৰ জাতিৰ উদ্ভৱ হ'ল। উচ্চ-নীচ ভেদ হোৱাত সমাজত বৈষম্যৰ সৃষ্টি হ'ল। ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰৰ যি বৰ্ণ বিভাগ আছিল, ৰাষ্ট্ৰীয় সংগঠনত সেই বিভাগৰ আৱশ্যকতা আছিল আৰু সেই বিভাগত পাৰস্পৰিক বিদ্বেষ বা ঈৰ্ষাৰ স্থান নাছিল। ক্ৰমে যেতিয়া বৃত্তি অনুসাৰে শ্ৰেণীবিভাগ হ'ল আৰু ৰাষ্ট্ৰীয় শাসনতো যেতিয়া এই শ্ৰেণীবিভাগ মতে উচ্চ-নীচ ভেদ স্বীকৃত হৈ পৰিল, তেতিয়াৰ পৰাই ভাৰতীয় সমাজত নানাপ্ৰকাৰ বিশৃঙ্খলাই দেখা দিব ধৰিলে। ক্ৰমে ক্ৰমে এই বিশৃঙ্খলাই ভীষণ আকাৰ ধাৰণ কৰি, মানুহক মানুহে ঘিণ কৰিবলৈ শিকিলে আৰু শ্ৰেণীবিভাগ জন্মগত সংস্কাৰত পৰিণত হৈ দেশৰ মানুহৰ মাজত স্থায়ী শ্ৰেণীবিভাগৰ সৃষ্টি কৰিলে। ইয়াৰ বিষময় ফল এই হ'ল যে মানুহে নিজ নিজ বৃত্তি পৰিত্যাগ কৰি জাতিৰ বা শ্ৰেণীৰ মাজত বৃত্তিভেদে যি কলঙ্কৰ ছাপ পৰিছিল তাক গুচাবলৈ যত্নবান হ'ল। আনকি খেতিও সন্মানসূচক ব্যৱসায় নহয় বুলি মানুহৰ ধাৰণা ওপজিল। আজিও যিখিনি কুটিৰ শিল্প গাঁৱে ভূৱেঁ তিষ্ঠি আছে, সিও সমাজত সন্মানৰ স্থান অধিকাৰ কৰি থকা নাই, জাতিৰ নিদৰ্শন স্বৰূপেহে তিষ্ঠি আছে। এইদৰে ভাৰতবৰ্ষত শ্ৰমৰ মৰ্য্যাদা নাইকিয়া হ'ল। আন দেশত কোনো শ্ৰমেই বা কোনো কাৰ্য্যই হেয় বা ঘৃণনীয় নহয়। মেথৰ, মুচিৰ কাম যি সকল লোকে কৰে তেওঁলোকৰ স্থান আন দেশত আমাৰ দেশৰ নিচিনা নিম্নস্তৰত নহয়। কৰ্ম্মভেদে আন দেশত স্তৰ ভেদ নাই। ভাৰতবৰ্ষত আজিও

নিজৰ জাতিৰ ব্যৱসায়ত বাজে আন জাতি বা আন শ্ৰেণীৰ মানুহে এই কুটিৰ শিল্প জীৱিকাৰ পথ হিচাবে বাছি লোৱা নাই। পাশ্চাত্য সভ্যতাৰ আদৰ্শত আৰু যান্ত্ৰিক যুগৰ প্ৰভাৱৰ দ্বাৰা প্ৰভাৱান্বিত হৈ, চামৰাৰ ব্যৱসায় বা জোতাৰ ব্যৱসায় কিম্বা চৰকাৰী খাল, বিল, ডাক কৰি, মাছৰ ব্যৱসায় যদিও কৰিছে তথাপি স্বাধীন ব্যৱসায় হিচাবে যদি কোনো মানুহে জোতা চিলাই কৰে বা মাছ মাৰি বিক্ৰি কৰে সেই মানুহৰ স্থান সমাজত সন্মানৰ হৈ নুঠে। এই মনোভাৱ জাতিৰ কলঙ্কস্বৰূপ হৈ উঠাত আজি ভাৰতীয় ৰাষ্ট্ৰগঠনত শ্ৰেণীহীন আৰু বৰ্ণহীন সমাজ গঠনে মুখ্য স্থান অধিকাৰ কৰিছে। শ্ৰেণীভেদে বৃত্তিৰ নিৰ্দ্ধাৰণ বা বৃত্তিভেদে শ্ৰেণীৰ নিৰ্দ্ধাৰণ গুচাবলৈ হ'লে কুটিৰ শিল্পৰ উন্নতি আন পদ্ধতিৰে কৰিবলৈ যত্ন কৰিব লাগিব। এই অৰ্থে চৰকাৰে দেশত নানাপ্ৰকাৰ অনুষ্ঠান গঢ়িব লাগিছে; কিন্তু দেশৰ মানুহৰ মনোবৃত্তিৰ পৰিবৰ্ত্তন নহলে এই অনুষ্ঠানবোৰ সাফল্যমণ্ডিত হব নোৱাৰে। আনফালে চৰকাৰে অনুষ্ঠান গঢ়ি কুটিৰ শিল্পৰ আৰ্হিহে দেখুৱাব পাৰে; ৰাইজে তাকে দেখি নিজে নিজে কুটিৰ শিল্পৰ অনুষ্ঠান গঢ়ি লব লাগে। ❑



# সমবায় পদ্ধতি

আমাৰ দেশত আন এটি বিশেষ দোষ আছে যে যুটীয়া ভাৱে কোনো ব্যৱসায় কৰিব নোৱাৰে। যুটীয়া ব্যৱসায়ত অবিশ্বাস, সন্দেহ আৰু প্ৰবঞ্চনাই স্থান পায়। ই জাতিৰ পক্ষে আৰু দেশৰ পক্ষে মাৰাত্মক ব্যাধি। আজি যুটীয়াভাৱে অৰ্থাৎ সমবায় পদ্ধতিত কুটিৰ শিল্প গঢ়ি তুলিব লাগিব। আজিৰ সমাজত ৰাষ্ট্ৰীয় শাসনৰ বলত বৃত্তিভেদে শ্ৰেণীৰ সৃষ্টি হোৱাৰ কোনো আশঙ্কা নাই। সেইবাবে আজি দেশৰ মানুহৰ কৰ্ত্তব্য সমবায় পদ্ধতিত্ত কুটিৰ শিল্প গঢি তোলা। কি কুমাৰৰ কাম, কি কমাৰৰ কাম, কি তাঁতীৰ কাম, কি কৃষিৰ কাম, সকলো কামকে যুটীয়া ভাৱে সমবায় পদ্ধতিত কৰিব লাগে। সমবায় পদ্ধতিত এইবোৰ কাম কৰিবলৈ বেছি কথা জানিবৰ আৱশ্যক নাই। ২ জন বা ৩ জন মানুহে লগ লাগি এখন দোকান দি তাৰ লভ্যাংশ যেনেকৈ ভাগ -বাটোৱাৰা কৰি লয়, ঠিক সেইদৰে ২ জন বা ৩ জন নাইবা ৮ জন বা ১০ জন মানুহে গোট খাই যি কোনো এটা শিল্প কাম হাতত লৈ তাৰ উন্নতি সাধনৰ যত্ন কৰিব লাগে। সন্দেহ, অবিশ্বাস আৰু প্ৰবঞ্চনাই যাতে স্থান নাপায় তাৰবাবে কিছুমান নীতি আৰু নিয়ম বান্ধি লব লাগে। চৰকাৰে পৰীক্ষা কৰি এই নীতি আৰু নিয়ম অনুমোদন কৰি দিলে সংগঠন কাৰ্য্যত সুবিধা হয়। চৰকাৰে সেই অনুসাৰে সহায় কৰিবলৈ সদায় ৰাজী আছে। প্ৰশিক্ষণ কেন্দ্ৰ খুলি আৰু আদৰ্শ প্ৰতিষ্ঠান খুলি কেন্দ্ৰীয় আৰু ৰাজ্যিক চৰকাৰে ৰাইজক বাট দেখুৱাবলৈ যত্নবান হৈছে। ৰাইজে এই সুবিধা গ্ৰহণ কৰিব লাগে। কুটীৰ শিল্প এই পদ্ধতিত গঢ়ি উঠিলে পূৰ্ব্বৰ জাতি বিভাগ ধ্বংস হব আৰু দেশত নতুন সমাজৰ সৃষ্টি হব আৰু তেতিয়াহে ৰাষ্ট্ৰীয় সংবিধানৰ উদ্দেশ্য সফল হব।

সমবায় পদ্ধতিয়ে অকল যে নতুন সমাজ সৃষ্টি কৰিব এনে নহয়। ই দেশৰ নানাপ্ৰকাৰ ৰাজনৈতিক বাদ-বিসম্বাদো ধ্বংস কৰিব। ইয়াৰ দ্বাৰা সমাজত স্বাভাৱিক শান্তি প্ৰতিষ্ঠিত হব আৰু মানুহ স্বাবলম্বী হব। আজি নিবনুৱা সমস্যাইহে দেশত নানাপ্ৰকাৰ ৰাজনৈতিক দলৰ উদ্ভৱ হৈছে। এই নিবনুৱা সমস্যাৰ সমাধানৰ পথ মুকলি হলে ৰাজনৈতিক দল বিলাকৰ মৌলিক পাৰ্থক্য বহু পৰিমাণে কমিব। ☐

***

# যান্ত্রিকতা

আজি দেশত ধনী আৰু দৰিদ্ৰৰ মাজত এটা বিৰাট বৈষম্যই দেখা দিছে। ই যান্ত্রিক যুগৰ ফল। যেতিয়ালৈকে দেশত যান্ত্রিকতাৰ মূল্য থাকিব তেতিয়ালৈকে দেশত ধনী দৰিদ্ৰৰ বৈষম্য আঁতৰ কৰিব নোৱাৰিব। যান্ত্রিকতাই মানুহক নিবনুৱা কৰে আৰু নিবনুৱাৰ সংখ্যা বঢ়াই সমাজত দৰিদ্ৰৰ সৃষ্টি কৰে। সৰ্ব্বসাধাৰণ মানুহৰ অৰ্থনৈতিক উন্নতিৰ বাবে সেই বাবে যান্ত্রিকতা পৰিপন্থী। মানুহৰ দৈনন্দিন জীৱনৰ প্ৰয়োজনীয় বস্তুবোৰ যদি যান্ত্রিকতাত উৎপন্ন হয় আৰু মানুহে প্ৰচুৰ পৰিমাণে তাক কিনিবলৈ পায়, তেতিয়া কুটিৰ শিল্পৰ উন্নতি হব নোৱাৰে। কুটিৰ শিল্প সাধাৰণতঃ হাতৰ কাম আৰু ঘৰে ঘৰে উৎপাদন হয়। সৰু সৰু যন্ত্ৰ বা আহিলাৰ আৱশ্যক হব পাৰে, সেই বুলি বিৰাট কলকাৰখানাৰ মাজত কুটিৰ শিল্প গঢ়ি উঠিব নোৱাৰে। আনফালে বৰ্ত্তমান অৱস্থাত যান্ত্রিকতা একেবাৰে পৰিত্যাগ কৰিব নোৱাৰি। জাহাজ, আকাশী জাহাজ, ৰেলগাড়ী, হাওৱাগাড়ী ইত্যাদি যান-বাহন কুটিৰ শিল্পৰ দ্বাৰা তৈয়াৰী কৰি লব নোৱাৰি। ৰাষ্ট্ৰীয় বা জাতীয় জীৱনত এইবোৰ যান-বাহনৰ যথেষ্ট উপযোগীতা আছে।



এইবোৰৰ কাৰণে যান্ত্রিকতা আৱশ্যক। এই যান্ত্রিক অনুষ্ঠানবোৰেও বৰ্ত্তমান ক্ষেত্ৰত নিবনুৱা সমস্যা সমাধানহে কৰিব। কাপোৰ-কানি, বাছন-বৰ্ত্তন, চকি-মেজ, আয়না-ফণী, তেল-চাবোন ইত্যাদি নিত্য ব্যৱহাৰৰ যিবোৰ বস্তু এই বস্তুবোৰ নিজে নিজে সমবায় পদ্ধতিত তৈয়াৰ কৰি লবলৈ যত্ন কৰিলে দেশত নিবনুৱা সমস্যাৰ সমাধান হব, দেশৰ মানুহৰ আৰ্থিক উন্নতি হব আৰু জীৱন-যাপনৰ মান আপোনাআপুনি উন্নত হৈ উঠিব। দেশৰ সকলো মানুহে যেতিয়া সক্ষম আৰু কৰ্ম্মী হৈ উঠিব দেশ তেতিয়া সমৃদ্ধিশালী হৈ উঠিব। □

***

# কৃষি আৰু শিক্ষা

ভাৰতবৰ্ষ কৃষি প্ৰধান দেশ। কৃষি ভাৰতৰ প্ৰধান উপজীব্য ব্যৱসায়। পাশ্চাত্য শিক্ষাৰ ফলত আজি দেশৰ মানুহৰ কৃষিৰ প্ৰতি অৱহেলা দেখা গৈছে। ভাৰতবৰ্ষক সমৃদ্ধিশালী কৰি তোলা পাশ্চাত্য শিক্ষাৰ উদ্দেশ্য নাছিল। দেশ শাসনৰ উপযোগী কৰ্ম্মচাৰী সৃষ্টি কৰাই পাশ্চাত্য শিক্ষাৰ উদ্দেশ্য আছিল। স্বাধীন ভাৰতবৰ্ষত সেই শিক্ষাই দেশৰ উন্নতি সাধন নকৰে। যি শিক্ষাই ছাত্ৰক কৃষি বিমুখ কৰে সেই শিক্ষাৰদ্বাৰা দেশৰ উন্নতি হব নোৱাৰে। অতীত কালৰ পৰাই ভাৰতবৰ্ষত কৃষিকামে প্ৰাধান্য লাভ কৰি আহিছে। আনকি মুনি-ঋষিসকলেও কৃষিকাৰ্য্যৰ ওপৰতে নিৰ্ভৰ কৰিছিল। শিক্ষাৰ্থী ছাত্ৰসকলেও মুনি-ঋষিৰ আশ্ৰমত কৃষিৰ কাম কৰিব লাগিছিল। স্বাধীন ভাৰতত প্ৰধান উপজীব্য ব্যৱসায় হব লাগিব কৃষি। চৰকাৰেও সেইবাবে কৃষি কাৰ্য্যৰ ওপৰত বিশেষ গুৰুত্ব দিছে। উন্নত পদ্ধতিত কৃষিৰ কাম কৰিবলৈ ভাৰতবাসীয়ে শিক্ষা কৰা উচিত। সম্প্ৰতি জাপানী পদ্ধতিত কৃষিৰ উন্নতি কৰিবলৈ চৰকাৰ যত্নবান্ হৈছে।

আজি দেশত বুনিয়াদী শিক্ষা প্ৰবৰ্ত্তন কৰিবলৈ চৰকাৰ আৰু কংগ্ৰেছ যত্নবান হৈছে। এই বুনিয়াদী শিক্ষাপদ্ধতি ভাৰতীয় আদৰ্শৰ ভিত্তিত প্ৰতিষ্ঠিত। পুৰণিকালত গুৰুগৃহত ছাত্ৰসকলে দৈনন্দিন জীৱনৰ সকলো প্ৰকাৰ কাৰ্য্য কৰিবৰ বিদ্যা আৰু ক্ষমতা উপাৰ্জ্জন কৰি লৈহে বৈবাহিক জীৱনত প্ৰৱেশ কৰিছিল। চাকৰি উপজীব্য ব্যৱসায় নাছিল। আজি যদি দেশৰ যুৱকসকলৰ মনৰপৰা চাকৰি কৰা মনোভাব আঁতৰি যায় আৰু স্বাধীন ব্যৱসায় কৰা মনোবৃত্তি জাগৰিত হয় তেতিয়া দেশৰ উন্নতি অনিবাৰ্য্য। ❑

***

# কৃষি আৰু জাতীয় সমৃদ্ধি

অন্ন, বস্ত্র আৰু গৃহ এই তিনিটা মানুহৰ অৱশ্য প্ৰয়োজনীয় বস্তু। এই তিনিটা বস্তুৰ সংস্থান হলে মানুহে সুখে শান্তিতে জীৱন যাপন কৰিব পাৰে। এই অন্ন, বস্ত্র আৰু গৃহৰ সংস্থানকে কেন্দ্র কৰি দেশে দেশে সভ্যতা আৰু কৃষ্টি গঢ়ি উঠিছে আৰু বিভিন্ন দেশত নানা প্ৰকাৰে বিবিধ সমৃদ্ধি উৎপাদিত হৈছে। যি কোনো প্ৰাণী জন্মিয়েই খাবলৈ বিচাৰে। খাদ্য সংগ্ৰহ সকলো প্ৰাণীৰে অৱশ্য কৰ্ত্তব্য। মানুহ, পশু, পক্ষী, কীট-পতঙ্গ সকলোৰে খাদ্যৰ দ্বাৰা জীৱন ধাৰণ কৰে। মানুহৰ খাদ্য সংগ্ৰহ পশু-পক্ষী, কীট-পতঙ্গাদিৰ খাদ্য সংগ্ৰহতকৈ বিভিন্ন প্ৰকাৰৰ। আকৌ জলবায়ু ভেদে নানা দেশৰ মানুহৰ নানা প্ৰকাৰ খাদ্য। ৰুচিভেদে একে দেশৰ মানুহৰে নানাপ্ৰকাৰ খাদ্য। এই খাদ্য সংগ্ৰহৰ বাবে ভাৰতবৰ্ষত কৃষিয়েই প্ৰধান। কৃষিবিমুখ হলে দেশৰ সমৃদ্ধি বাঢ়িব নোৱাৰে। সমবায় পদ্ধতিত ট্ৰাক্টৰৰ সহায়ত উন্নত পদ্ধতিত খেতি কৰিব লাগিব।

কৃষিৰ লগত মাটিৰ সম্বন্ধ। মাটিৰ লগত মানুহৰ মালিকী স্বত্বৰ সম্বন্ধ। মাটিৰ ওপৰত থকা স্বত্বলৈ সমাজত ধনী-দৰিদ্ৰৰ সৃষ্টি হয়। এইবোৰ জটিল সমস্যা। এই সমস্যাৰ সমাধান কৰা ৰাষ্ট্ৰৰ কৰ্ত্তব্য; কিন্তু দেশৰ মানুহৰ সমভাৱাপন্ন দৃষ্টিভঙ্গী আৰু সাম্যবাদৰ ওপৰত এইবোৰ সমস্যাৰ সমাধান নিৰ্ভৰ কৰে। সৰ্ব্বোদয় সমাজ গঠন আৰু ভূ-দান আন্দোলনৰ উদ্ভৱ হৈছে এইবোৰ সমস্যালৈ। মাটিৰ ওপৰত থকা মালিকী স্বত্বলৈ যুগ-যুগান্তৰৰপৰা যুদ্ধ বিগ্ৰহ



আদি চলি আহিছে। বন্য জগতৰ হিংস নীতিৰ অনুক্ৰমে মানবীয় জগততো হিংস নীতিৰ প্ৰাধান্য চলি আহিছে। কিন্তু আজি ভাৰতবৰ্ষত অহিংস নীতিৰে সকলো সমস্যাৰ সমাধান কৰিব লাগিব। সেই অৰ্থে মাটিৰ সমস্যা সমাধান কৰিবলৈ ভূ-দান যজ্ঞৰ সৃষ্টি হৈছে আৰু দেশত উচ্চ-নীচ ভেদ দূৰ কৰি বৰ্ণহীন আৰু শ্ৰেণীহীন সমাজ গঠনৰ উদ্দেশ্য লৈ সৰ্ব্বোদয় সমাজ গঠনৰ প্ৰচেষ্টা চলিছে। দেশৰ মানুহে এইবোৰ গুৰুত্ব উপলব্ধি কৰিব লাগিব। স্বাৰ্থান্বেষী বিভিন্ন ৰাজনৈতিক দলৰ মতবাদৰ ধুঁৱলীকুৱঁলীৰ মাজত নিজৰ লক্ষ্য হেৰুৱাব নালাগিব।

প্ৰত্যেক মানুহৰে বাঁচি থাকিবৰ অধিকাৰ আছে। বাঁচি থাকিবলৈ হলে যিখিনি খাদ্যৰ আৱশ্যক সেইখিনি খাদ্য প্ৰত্যেক মানুহৰে সহজলভ্য হব লাগিব। মাটিৰ ওপৰত যদি মানুহৰ স্বাভাৱিক স্বত্ব বৰ্ত্তি নাথায়, খাদ্য উপাৰ্জ্জনৰ বাটত হেঙাৰ পৰে। কৃষিক্ষম মানুহ এজনে যদি মাটিৰ অভাৱত খেতি কৰিব নোৱাৰে তাতকৈ দুখৰ কথা কি হব পাৰে? ভূমিবণ্টনত সেইবাবে এনে নীতি থাকিব লাগিব যে ভূমিৰ অভাৱত মানুহৰ খেতি কৰাত যেন কোনো বাধা নহয়। ❑

***

# আইন আৰু সমাজ

চৰকাৰে যি নীতি গ্ৰহণ কৰে সেই নীতি ভঙ্গ কৰিলে সমাজত শৃঙ্খলা নাথাকে। দেশত ৰাষ্ট্ৰীয় শাসনৰ যি নীতি সেই নীতি গ্ৰহণ নকৰা দোষৰ কথা। ৰাষ্ট্ৰীয় নীতিত যদি ভুল থাকে তাৰ পৰিবৰ্ত্তনৰ বাবে বৈধ উপায়ে আন্দোলন কৰা গণতান্ত্ৰিক মতবাদ কিন্তু প্ৰবৰ্ত্তিত নীতি-উল্লঙ্ঘন কৰি ৰাষ্ট্ৰীয় শাসনৰ বিশৃঙ্খলা ঘটোৱা গণতান্ত্ৰিক মতবাদ নহয়। জনমত আৰু সমাজৰ অৱস্থা বিবেচনা কৰি ৰাষ্ট্ৰই শাসননীতি প্ৰবৰ্ত্তন কৰি শান্তি স্থাপন কৰে। শান্তি স্থাপনৰ বাটত হেঙাৰ দিয়া কোনো সভ্যতাৰ লক্ষণ নহয়। যদি কোনো আইন বা ৰাষ্ট্ৰীয় নীতি দেশৰ জনমতৰ বিৰুদ্ধেও হয়, তথাপি তাক উলঙ্ঘন কৰি অশান্তিৰ সৃষ্টি কৰা উচিত নহয় কিন্তু সেই আইন বা নীতি যাতে অবিলম্বে উঠি যায় তাৰবাবে বৈধ আৰু শান্তিপূৰ্ণ ভাৱে প্ৰৱল জনমত গঠনৰ পন্থা হাতত লব লাগে। মুঠতে যি কাৰ্য্যৰ দ্বাৰা ৰাষ্ট্ৰীয় শাসনৰ অৱমাননা হয় নাইবা যি কাৰ্য্যই ৰাষ্ট্ৰীয় শাসন ঢিলা কৰে তাক গ্ৰহণ কৰা উচিত নহয়। ভূমি আৰু ৰাজহ সম্বন্ধীয় আইনত যে দোষ নাই তেনে নহয়; কিন্তু তাৰ সংস্কাৰৰ বাবে চৰকাৰ যত্নবান্ হৈছে। ৰাইজে সময় আৰু সুবিধা নিদিয়াকৈ চৰকাৰক ব্যতিব্যস্ত কৰি তোলা উচিত নহয়। জটিল সমস্যা সমাধানত বিৰোধী ৰাজনৈতিক দলৰ লোকেও সহায় কৰিব লাগে। তাকে নকৰি সমস্যাৰ জটিলতাৰ আৰু চৰকাৰৰ দুৰ্ব্বল মুহূৰ্ত্তৰ আশ্ৰয় লৈ সমাজত বিশৃঙ্খল অৱস্থা ঘটোৱা ৰাজনৈতিক মতবাদৰ সুস্থ অৱস্থা নহয়। সৰ্ব্ববাদীসম্মত যিবোৰ সমস্যা তাৰ সমাধানত সৰ্ব্বদলে সহায় কৰা উচিত। লোক সভাত গৃহীত হোৱা নীতি প্ৰবৰ্ত্তন কৰিবৰ সময়ত সমাজত প্ৰতিবন্ধক জন্মোৱা কোনো দলৰে উচিত নহয়। ব্যৱস্থাপক সভায় গৃহীত নীতিৰ যথাৰ্থতা প্ৰমাণৰ যথোপযুক্ত সময় চৰকাৰক দিব লাগিব। ❑

***

# জনমত

আইন অমান্য আন্দোলন, বিদেশী বস্তু বৰ্জ্জন নীতি, অনশন ইত্যাদি নৈতিক যুদ্ধৰ অস্ত্ৰ সন্দেহ নাই; কিন্তু তাৰ প্ৰয়োগ ক্ষেত্ৰ বিশেষেহে হব পাৰে। পুৰণি কালতো পাশুপত অস্ত্ৰ নাইবা ব্ৰহ্মাস্ত্ৰ ক্ষেত্ৰ বিশেষেহে প্ৰয়োগ কৰিছিল। যি বীৰে পাশুপত অস্ত্ৰ বা ব্ৰহ্মাস্ত্ৰ প্ৰয়োগ কৰিছিল সেই বীৰে তাক সামৰণ বা সঙ্কোচ কৰিও আনিব পাৰিছিল। যি অস্ত্ৰৰ ব্যৱহাৰ জনা নাথাকে তাক প্ৰয়োগ কৰা উচিত নহয়। আইন অমান্য অন্দোলনৰ বুৰঞ্জীত এনে কোনো অৱস্থা নাই যি অৱস্থাত মহাত্মাজীয়ে তাক সম্পূৰ্ণ সামৰণ কৰিব নোৱাৰিছিল। সেই দৰে অনশন পন্থা অহিংস নীতিৰ অস্ত্ৰ হলেও মহাত্মাজীয়ে তাক ব্যৱহাৰ কৰাত অতি সাৱধান হবলৈ উপদেশ দিছে। অনশন প্ৰায়শ্চিত্তৰ` পন্থা স্বৰূপেহে ব্যৱহাৰ কৰিবলৈ দিছে। কৰ্ত্তৃপক্ষ বা প্ৰতিদ্বন্দ্বীক বিপন্ন কৰিবৰ উদ্দেশ্যে ইয়াৰ প্ৰয়োগ নিষিদ্ধ; কাৰণ তেতিয়া সি হিংসনীতিত পৰিণত হয়। কিন্তু যেতিয়া কৰ্ত্তৃপক্ষ বা প্ৰতিদ্বন্দ্বীয়ে সত্য পথত নাথাকি আন্দোলনকাৰীৰ যুক্তি বা সহজ দৃষ্টি-ভঙ্গীৰ অবমাননা কৰে আৰু সমস্যা সমাধানৰ উচিত পথ গ্ৰহণ নকৰে তেতিয়া কৰ্ত্তৃপক্ষ বা প্ৰতিদ্বন্দ্বীৰ মনোভাৱ পৰিবৰ্ত্তনৰ অৰ্থে আইন অমান্য বা অনশন পন্থা গ্ৰহণ কৰিব পাৰে। আইন অমান্য আন্দোলন অহিংস নীতিৰ পাশুপত অস্ত্ৰ। ই শেষ অস্ত্ৰ। যিখন আইনেই ব্যক্তিবিশেষৰ মনোমত হোৱা নাই সেইখন আইনকেই ব্যক্তিবিশেষে ভঙ্গ কৰিব লাগিব, এনে কথা নহয়। যদি কোনো আইন জনমতৰ সপক্ষেও নহয় তথাপি যেতিয়ালৈকে তাক চৰকাৰে প্ৰত্যাহাৰ নকৰে, সেই আইন মানি চলিবই লাগিব। আইনৰ প্ৰতি অবহেলা দেখুৱাই খুচিমতে নিজ নিজ ক্ষেত্ৰত সুবিধা বুজি আইন অমান্য কৰা বৈধ নহয়। জনমত যেতিয়া সুস্থ আৰু সবল হয় গণতান্ত্ৰিক চৰকাৰে তাক কেতিয়াও উপেক্ষা নকৰে আৰু আইন অমান্য আন্দোলন কৰিবৰ আৱশ্যকো নহয়। ❑

***

# সমাজ-কল্যাণ

আগতে কোৱা হৈছে যে ৰাম-ৰাজ্যৰ আদৰ্শ হৈছে যে নিজৰ আৰু পৰৰ সকলোৰে স্বাৰ্থ সমভাৱে দৃষ্টি কৰিব লাগে। আনৰ হক্ মাৰি নিজৰ হক্ ৰক্ষা কৰিব খুজিলে ৰাম-ৰাজ্যৰ সৃষ্টি হব নোৱাৰে। আজি সমাজত কিন্তু এই আদৰ্শৰ অভাৱ দেখা গৈছে। কালৰ গতিত মানুহে নিঃস্বাৰ্থতা ত্যাগ কৰি স্বাৰ্থপৰ হৈছে। সমাজকেন্দ্ৰিক মনোভাৱ ত্যাগ কৰি মানুহ আত্মকেন্দ্ৰিক হৈছে। এই আত্মকেন্দ্ৰিকতা সমাজৰ প্ৰধান কণ্টক। লোক আত্মকেন্দ্ৰিক হলে সুস্থ সমাজ গঠিত হব নোৱাৰে। সমাজতান্ত্ৰিক মতবাদত যদি সমাজ গঠন কৰিব লাগে তেন্তে আত্মকেন্দ্ৰিক দোষ ত্যাগ কৰিব লাগিব। সমাজকেন্দ্ৰিক দেশত চুৰি-ডকাইতি আদি থাকিব নোৱাৰে। যি গাঁৱৰ প্ৰত্যেক মানুহে সমাজৰ হক্ চিন্তা কৰে, সেই গাঁৱত চোৰ-ডকাইতৰ স্থান নাই। যি দেশৰ প্ৰত্যেকখন গাঁৱে দেশৰ মঙ্গলৰ কাৰণে চিন্তা কৰে, সেই দেশত অশান্তি থাকিব নোৱাৰে। ❑

***

# দেশপ্ৰেম

আমি ঘৰত থাকোঁ। খেৰ-বাঁহৰ ঘৰো ঘৰ, টিনৰ ঘৰো ঘৰ, ইটাৰ দালানো ঘৰ। এতিয়া আমি চাব লাগিব যে এই ঘৰ বিলাকৰ পাৰ্থক্য ক'ত? আমি ঘৰত থাকোঁ মানে আমি খেৰ-বাঁহ-টিন বা ইটাত নাথাকোঁ। খেৰ-বাঁহ-টিন বা ইটাৰে আগুৰি থকা যি শূন্য ঠাই তাতহে আমি থাকোঁ। তেন্তে দেখা যায় যি কোনো বস্তুৰে আগুৰি নাথাকক ভিতৰত থকা শূন্যখিনিৰ কোনো ঘৰতেই পাৰ্থক্য নাই। অথচ আমি সচৰাচৰ ঘৰৰ অৰ্থ ইয়াত কোৱা দৰে নুবুজোঁ। ঠিক সেইদৰে স্বদেশপ্ৰেম মানে স্বদেশৰ মাটিখিনিকে ভালপোৱাটো নুবুজায় নাইবা স্বদেশত থকা পাহাৰ-পৰ্ব্বত, হাবি-বননি নদী স্ৰোতস্বিনীক ভালপোৱাটোকেই স্বদেশ প্ৰেম নোবোলে। আচলতে স্বদেশবাসী লোকসকলৰ কল্যাণৰ অৰ্থে আমাৰ অন্তৰৰ যি আকাঙ্ক্ষা তাকেহে স্বদেশপ্ৰেম বোলে। এইটো অৱশ্যে সঁচা কথা যে নিজৰ যি জন্মস্থান তাৰ প্ৰতি এটা স্বাভাৱিক আকৰ্ষণ আপোনাআপুনি ওপজে; কিন্তু আন ফালে দি বিচাৰ কৰিলে দেখা যায় যে জন্মস্থানৰ পাৰিপাৰ্শ্বিকতা বা সামাজিক লোকসকলৰ মাজত জন্মা মাত্ৰকে যি এটা সম্বন্ধ স্থাপন হয় সেই সম্বন্ধৰ কাৰণেই জন্মভূমিৰ প্ৰতি আকৰ্ষণ জন্মে। এইটো কথা যদি সঁচা হয় তেন্তে স্বদেশবাসীৰ হিত বা অহিত কামনাৰ লগত দেশপ্ৰেম জোখা হয়। আমি যদি আমাৰ নিজৰ মানুহৰ উন্নতিত কাতৰ হওঁ আমি স্বদেশপ্ৰেমিক কেনেকৈ হওঁ? আমি যদি সকলোৰে কল্যাণৰ অৰ্থে চিন্তা নকৰোঁ, আমি যদি আনৰ অমঙ্গল হোৱাটো জানিও তালৈ ভ্ৰক্ষেপ নকৰি কেৱল নিজৰ স্বাৰ্থপূৰণৰ বাবেহে যত্নপৰ হওঁ আমাৰ ভিতৰত স্বদেশপ্ৰেম থাকিব' নোৱাৰে। আন ফালে যি সকল স্বদেশ প্ৰেমিক লোক তেওঁলোকে নিজৰ স্বাৰ্থ বলি দিও দেশৰ কল্যাণ চিন্তা কৰিছে, দেশৰ স্বাধীনতাৰ বাবে প্ৰাণ পৰ্য্যন্ত বিসৰ্জ্জন দিছে। ❑

***

# সহ অৱস্থান

আমি কৈ আহিছোঁ যে পৰস্পৰৰ প্ৰতি প্ৰীতি, সহযোগ আৰু সহানুভূতি থাকিব লাগে। দেশৰ প্ৰত্যেক মানুহৰ কল্যাণ কামনা কৰিব লাগে। এইবোৰ গুণ স্বদেশ প্ৰেমিকতাৰ ভিতৰত পৰে বুলিও আমি কৈ আহিছোঁ। কাৰো প্ৰতি হিংসা ভাব ৰাখিব নালাগে এই কথাও আমি উল্লেখ কৰিছোঁ। দেশত যেনেকৈ ইটোৱে সিটোৱে মিলা-প্ৰীতিৰে থাকিব লাগে ঠিক সেই দৰে আন আন দেশৰ মানুহৰ লগতো মিলা- প্ৰীতিৰে থাকিব লাগে। আমি স্বাধীন হৈ থাকিব লাগে আৰু আন দেশৰ মানুহ আমাৰ অধীন হৈ থাকিব লাগে এই কথাটো কেতিয়াও যুক্তি-যুক্ত হব নোৱাৰে। আমাৰ দেশ যেনেকৈ স্বাধীন হৈ থাকিব লাগে আনৰ দেশো তেনেকৈ স্বাধীন হৈ থাকিব লাগে। আমাৰ নিজৰ দেশৰ অতীত কৃষ্টি আৰু বুৰঞ্জীৰ ওপৰত নিৰ্ভৰ কৰি যেনেকৈ আমাৰ দেশ আমি গঢ়িব খোজোঁ ঠিক তেনেকৈ আন দেশৰ মানুহৰো সমান আশা-আকাঙ্ক্ষা আৰু স্বদেশ-প্ৰিয়তা আছে আৰু আন দেশৰ মানুহৰো ঠিক সেইদৰে নিজৰ কৃষ্টি আৰু বুৰঞ্জীৰ ওপৰত নিৰ্ভৰ কৰি দেশ গঠন কৰিবৰ অধিকাৰ আছে; তাত বাধা ঘটোৱা অন্যায় কথা। এই নীতিৰ ওপৰতে নিৰ্ভৰ কৰি আজি আমাৰ প্ৰিয় নেতা পণ্ডিত জৱহৰলাল নেহেৰুৱে সহ-অৱস্থানৰ আন্দোলন গোটেই পৃথিৱীতে চলাইছে। এই সহ-অৱস্থান অহিংস নীতিৰ প্ৰধান অঙ্গ। ভাৰতবৰ্ষত আমি যি ৰাম-ৰাজ্যৰ সপোন দেখিছোঁ সেই ৰাম-ৰাজ্য গোটেই পৃথিৱীতে স্থাপিত হব পাৰে। অহিংস নীতিৰ চৰম লক্ষ্য এইয়ে।

সহ অৱস্থান নীতি গৃহীত হ'লে যুদ্ধ-বিগ্ৰহৰ অন্ত পৰিব আৰু মাৰণ অস্ত্ৰৰ ব্যৱহাৰ নাথাকিব। আণৱিক বোমা ধ্বংস কাৰ্য্যত ব্যৱহাৰ কৰিব নোৱাৰিব। তেতিয়াহে গোটেইখন পৃথিৱী এক নৈতিক শাসনৰ তললৈ আহিব। ই বৰ্ত্তমান সময়ত সপোন যেন দেখা গলেও ইয়াৰ সূচনা দেখা গৈছে। ❑

***

# দৈৱ-চক্ৰ

(শ্ৰীবৎস-চিন্তাৰ উপাখ্যান
আৰু
চ্যৱন মুনিৰ উপাখ্যান)

শ্ৰীদেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্য

# নিবেদন

শ্রীবৎস-চিন্তাৰ উপাখ্যান মূল মহাভাৰতত নাই। অসমীয়া মহাভাৰততো নাই। কাশীদাসী মহাভাৰতত আছে। কাশীদাসী মহাভাৰতৰ আশ্ৰয় লৈ এই উপাখ্যান লিখা হৈছে।

জন-সাহিত্য আৰু শিশু-সাহিত্যৰ শাৰীত এই পুস্তিকাই স্থান পাব বুলি আশা কৰিছোঁ। শ্ৰীবৎস-চিন্তাৰ উপাখ্যান বৰ উপাদেয়। সাংসাৰিক জীৱনৰ অভিজ্ঞতাক যিজনে সূক্ষ্মভাৱে লক্ষ্য কৰে, তেঁৱেই ইয়াৰ যথাৰ্থতা বুজি পায়। আমাৰ জীৱনৰ সুখ-দুখৰ অনুভূতিৰ লগত উপাখ্যানৰ ঘটনাৱলীৰ সম্পূৰ্ণ সাদৃশ্য আছে। এই উপাখ্যান ভগৱান শ্ৰীকৃষ্ণই ধৰ্ম্মৰাজ যুধিষ্ঠিৰক উদ্দেশ্য কৰি পঞ্চপাণ্ডৱ আৰু দ্ৰৌপদীৰ ওচৰত বৰ্ণনা কৰিছিল।

ভাৰতীয় পুৰণি সাহিত্যৰ মূল প্ৰেৰণা ভগবদ্ভক্তি। আৰ্ত ব্যক্তিৰ ভগৱদ্ভক্তি আপোনাআপুনি জাগি উঠে। গীতাত ভগৱান শ্ৰীকৃষ্ণই কৈছিল—

চতুৰ্বিধা ভজন্তে মাং
জনাঃ সুকৃতিনোহৰ্জ্জুন।
আৰ্তো জিজ্ঞাসুৰ্ অৰ্থাৰ্থী
জ্ঞানী চ ভৰতৰ্ষভ।

বিপদত পৰিলে মানুহৰ আধ্যাত্মিক ভাৱৰ বৃদ্ধি হয়। মানৱ জীৱনত সকলোৱে দুখ-দুৰ্গতি ভোগ কৰে। গ্ৰহদোষত দুখ ভোগ কৰে আৰু শুভ গ্ৰহৰ দশাত সুখ ভোগ কৰে। দুখ ভোগ আৰু সুখ ভোগ দৈৱই নিয়ন্ত্ৰণ কৰে। এই দৈৱ পুনঃ মনুষ্যৰ নিজৰ কৰ্ম্মফল বা অদৃষ্ট বুলি অভিহিত হয়। কৰ্ম্মৰ ভোগ মানুহে কৰিবই লাগিব। মৃত্যুৰ পাছতো ই লগত যায়। যি লোকে যি কৰ্ম্ম কৰে তাৰ ফল পাছৰ জন্মতো ভোগ কৰে। পূৰ্ব্বজন্মৰ কৃতকৰ্ম্মৰ কথা মানুহৰ স্মৰণত নাথাকে, সেইবাবে পৰজন্মত তাক অদৃষ্ট বা দৈৱ বুলি কোৱা হয়। মানুহৰ জীৱনৰ কৰ্ম্মৰ ফল মানুহে পাপকাৰ্য্য-পুণ্যকাৰ্য্য-ভেদে পৰজন্মতো ভোগ কৰে। পাপৰ ফল আৰু পুণ্যৰ ফল হিচাবে যোগ বিয়োগ হবৰ কোনো উপায় নাই। পুণ্যবান ব্যক্তিও সেইবাবে সময় বিশেষে ক্বচিৎ কৰা পাপ কাৰ্য্যৰ বাবে দুঃখ ভোগ কৰে। ক্ষমাৰ আধাৰ একমাত্ৰ দয়ালু ভগৱানে হে মানুহক সকলো প্ৰকাৰ দুখ ভোগৰ পৰা উদ্ধাৰ কৰিব পাৰে। ইয়াত কোন ভুল নাই। সেইবাবে আমাৰ শাস্ত্ৰত

লোকশিক্ষাৰ বাবে ধৰ্মমূলক উপাখ্যানবোৰ ৰচিত আৰু সন্নিবেশিত হৈছে। শ্ৰীবৎস চিন্তা উপাখ্যান উপন্যাসৰ নিচিনা ৰসাল। পঢ়ি আনন্দ পোৱা যায়।

এই ধৰণৰ উপাখ্যানবোৰে মানৱ চৰিত্ৰৰ একোটা একোটি অধ্যায় সুস্পষ্ট কৰি তোলে। শ্ৰীবৎস-চিন্তা উপাখ্যানটোৰ পৰা আমাৰ জানিবৰ, শিকিবৰ আৰু অনুভৱ কৰিবৰ বহুতো কথা আছে। শ্ৰীবৎস ৰজাৰ ন্যায়বিচাৰ, ধৰ্মজ্ঞান, কষ্টসহিষ্ণুতা, চিন্তাদেবীৰ শৰণাগতৰ সাহায্য, পতিব্ৰতা আদি নানা গুণৰ দৃষ্টান্ত এই উপাখ্যানত পোৱা যায়। পাপ গ্ৰহবিলাকে মানুহক কেনেদৰে দুখত পেলায় আৰু শুভগ্ৰহবিলাকে কেনেকৈ মানুহৰ মঙ্গল বিধান কৰে ফলিত জ্যোতিষৰ জ্ঞান থকা লোকে তাক ভালদৰে বুজি পায়। শনিগ্ৰহৰ কুদৃষ্টিত মানুহৰ জীৱনত এই অনুৰূপ ফল হয় আৰু শনি ত্যাগ কৰাৰ পাছতো এইদৰে মানুহৰ ভাগ্যোদয় হয়। যি কোনো অৱস্থাতে মানুহে ঈশ্বৰক পাহৰিব নালাগে আৰু ধৰ্ম্মজ্ঞান ৰহিত হব নালাগে। আধুনিক জগতৰ দৃষ্টিভঙ্গীত এইবোৰ সাহিত্যৰ মূল্য কিমানখিনি আমি নাজানোঁ। গল্পহিচাবেও এই উপাখ্যান বৰ ৰসলগা। সেইবাবে আমি তাক প্ৰকাশ কৰিলোঁ। ই অতি পুৰণি উপাখ্যান আৰু সাহিত্যিকসকলে নানা প্ৰকাৰে ইয়াৰ সদ্ব্যৱহাৰ কৰি আহিছে। নাটকীয় সাহিত্যত ই মধুৰ সমল যোগাই আহিছে। আমাৰ প্ৰচেষ্টাত যে তাতকৈ বেছি ৰসৰ সৃষ্টি কৰিছে তাক আমি আশা কৰা নাই। পঢ়ুৱৈ সমাজৰ সংখ্যা ক্ৰমে বৃদ্ধি হৈ আহিছে। আমি তেওঁলোকৰ ওচৰত এই আখ্যান উপস্থাপিত কৰি পুৰণি সাহিত্যৰ উপাখ্যানবোৰৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰিবৰ এটি প্ৰয়াস কৰিছোঁ মাথোন। ৰজা প্ৰজাৰ পুৰণি নীতিৰো পৰিচয় ইয়াৰ পৰা পোৱা যাব।

পদ্ম পুৰাণৰ পৰা চ্যৱন মুনিৰ উপাখ্যান সন্নিবেশিত কৰা হ'ল।

এই আখ্যানৰ এই ৰূপ দিবৰ সময়ত আমাৰ বৰ ছোৱালী শ্ৰীমতী অনুপমা দেৱীয়ে যথেষ্ট সহায় কৰিছিল। আমি মুখে মুখে কৈ আছিলোঁ আৰু শ্ৰীমতীয়ে লিখি আছিল। তাৰ পাছত ছপাৰ উপযুক্ত কৰি পাণ্ডুলিপি নকল কৰি দিছিল। মোৰ অতি মৰমৰ কন্যাজনীক পিত্ৰোচিত আশীৰ্বাদ আৰু মৰম জনাইছোঁ।

নলবাৰী, অনন্তপুৰ
১০।৬।৫৬

লিখক

# শনিৰ কোপ

## (১)
## শ্ৰীবৎস-চিন্তাৰ উপাখ্যান

এসময়ত চিত্ৰৰথ নামে এজন ৰজা আছিল। তেওঁৰ পুতেক আছিল শ্ৰীবৎস। শ্ৰীবৎস ৰজাৰ যেনে আছিল ৰূপ, তেনে আছিল বুদ্ধি আৰু তেনে আছিল জ্ঞান। ৰূপত আছিল তেওঁ কামদেব কন্দৰ্পৰ নিচিনা আৰু জ্ঞানত আছিল দেৱগুৰু বৃহস্পতিৰ নিচিনা। বাহুবল আছিল তেওঁৰ যথেষ্ট। নিজ বাহুবলৰ দ্বাৰা সসাগৰা পৃথিৱীৰ অধীশ্বৰ হৈছিল আৰু বহু নৃপতিক তেওঁৰ কৰতলীয়া কৰি লৈছিল। ৰাজসূয় যজ্ঞ, অশ্বমেধ যজ্ঞ আৰু নানাযজ্ঞ কৰি ব্ৰাহ্মণ আৰু দৰিদ্ৰ সকলক নানাবস্তু আৰু ধন দান কৰিছিল। শ্ৰীবৎস ৰজাৰ গুণৰ কথা কৈ অন্ত কৰিব নোৱাৰি। তেওঁ বৰ ধাৰ্ম্মিক আছিল আৰু দানত তেওঁ কল্পবৃক্ষ যেন আছিল। যেয়ে যি খুজিছিল তাকে তেওঁ দান কৰিছিল। নিজৰ দেহৰক্ষাৰ বাবে মাথোন তেওঁ নিজৰ প্ৰাণ দান কৰা নাছিল।

শ্ৰীবৎস ৰজাৰ অনুৰূপা মহিষী আছিল—চিন্তাদেৱী। চিন্তা আছিল চিত্ৰসেন ৰজাৰ কন্যা। চিন্তা পৰমা সুন্দৰী আছিল। তেওঁ পতিৰ উপযুক্তা সহধৰ্ম্মিণী আছিল। বহুত চান্দ্ৰায়ণ ব্ৰত কৰিছিল। নানা ধৰ্ম্মকৰ্ম্ম কৰি ব্ৰাহ্মণ আৰু দৰিদ্ৰসকলক নানাবস্তু আৰু ধনদান কৰিছিল। ৰজা আৰু ৰাণী উভয়ে এইদৰে ধৰ্ম্মকৰ্ম্ম কৰি ঈশ্বৰত মনপ্ৰাণ সঁপি দিছিল। সেইবাবে ৰজাৰাণীৰ মনত কোনো দুখ নাছিল। ঈশ্বৰসেৱাত আৰু ধৰ্ম্মকাৰ্য্যত বৰ আনন্দেৰে কাল কটাইছিল। এনেতে ৰজাৰ ভাগ্যত এদিনাখন মহাবিপদৰ সূচনা হ'ল।

স্বৰ্গত গ্ৰহৰাজ শনি আৰু ৰাজৰাজেশ্বৰী লক্ষ্মীদেৱীৰ বিবাদ হয়। বিবাদৰ বিষয় হয়—কোন্ বৰ আৰু কোন্ সৰু। লক্ষ্মীদেৱীয়ে কয় গোটেই সংসাৰত তেওঁহে সকলোতকৈ বৰ আৰু শনিয়ে কয় তেওঁহে বৰ। শনিয়ে লক্ষ্মীক কয় তোমাক এই ত্ৰিভুবনৰ ভিতৰত কোনেও পূজা নকৰে। তোমাতকৈ মই শ্ৰেষ্ঠ। এইদৰে উভয়ৰ মাজত বিবাদ হয়। এই বিবাদ এতিয়া মীমাংসা কৰে কোনে?

লক্ষ্মীদেৱীয়ে প্ৰস্তাব কৰিলে যে পৃথিৱীত শ্ৰীবৎস নামে এজন বিচক্ষণ ৰজা আছে। আহা, আমি দুয়ো তেওঁক সোধোঁগে। তেওঁ বিচাৰ কৰি দিব—তুমি বৰ নে মই বৰ। শনি মান্তি হ'ল। দুয়ো আহি পৃথিৱীত উপস্থিত হ'ল।

এদিনাখন শ্ৰীবৎস ৰজা গা ধুবলৈ যাবলৈ ওলাইছে; এনেতে দেখিলে লক্ষ্মীদেৱী আৰু শনিৰজা দুৱাৰত উপস্থিত হৈছে। ৰজা আথেবেথৈকে আহি হাতজোৰ কৰি তেওঁলোকক বৰ নম্ৰভাৱে শুধিলে—আপনালোক দুয়ো কি কাৰণে আহিছে?

শনিয়ে উত্তৰ দিলে—ৰজা, তোমাৰ ওচৰত আমাৰ এটি বিচাৰ দিব খুজিছোঁ। লক্ষ্মী আৰু মোৰ ভিতৰত কোন্ জন শ্ৰেষ্ঠ তাক তুমি কৈ দিব দিব লাগে। তোমাৰ বুদ্ধি বৰ বিচক্ষণ আৰু ন্যায় বিচাৰৰ বাবে তোমাৰ যথেষ্ট খ্যাতি আছে। সেইবাবে আমি তোমাৰ ওচৰলৈ আহিছোঁ।

ৰাজধৰ্ম্মত ৰজাই বিচাৰত অস্বীকাৰ কৰিবৰ অধিকাৰ নাই। সেইবাবে তেওঁ ক'লে—আপনালোক দুয়ো অনুগ্ৰহ কৰি কাইলৈ আহিব। মই যথাযোগ্য উত্তৰ দিম। তেওঁলোক দুয়ো সিদিনা গুচি গ'ল।

ৰজা গা ধুই ঘৰলৈ উভতি আহি ৰাণীৰ ওচৰত এই কথা জনালে। ৰাণী শুনি বিষন্ন হ'ল। স্বৰ্গৰ দেৱতা হৈ মানুহক মধ্যস্থ কৰি বিচাৰপ্ৰাৰ্থী হোৱাৰ কাৰণ কি? ই শুভ লক্ষণ নহয়। ই বৰ প্ৰমাদৰ কথা। ৰাণীয়ে ৰজাক ক'লে—নিশ্চয় আমাৰ অদৃষ্টত দুখ লিখা আছে।

ৰজাই ৰাণীৰ কথা শুনি ক'লে—ৰাণি! চিন্তা কৰি কি লাভ আছে? যেতিয়া যি হয় ঈশ্বৰৰ ইচ্ছাতে হয়। মানুহ নিমিত্ত মাত্ৰ। কালেই একমাত্ৰ বলৱান্। কাল পূৰ্ণ হলে ৰজা, প্ৰজা, ধনী দৰিদ্ৰ সকলোৱে মৰিব লাগিব। তাৰ বাবে দুখ কৰি লাভ নাই। এইদৰে ভাবি আৰু পৰস্পৰ আলোচনা কৰি উভয়ে দিনটো আৰু ৰাতিটো কটালে।

## (২)
## শনিৰ কোপ

পাছদিনা ৰাতিপুৱা প্ৰজাসকলক লৈ ৰজাই ৰাজসভা পাতিলে। প্ৰজাৰঞ্জক ৰজাই সকলো ক্ষেত্ৰতে প্ৰজাৰ পৰামৰ্শ লয়। ৰজাই মন্ত্ৰণা কৰিলে যে শনি আৰু লক্ষ্মীৰ ভিতৰত কোন্ জন শ্ৰেষ্ঠ তাক মুখেৰে কোৱা নহব অথচ ন্যায় বিচাৰ কৰিব লাগিব। ৰজা হ'লে বিচাৰ কৰিবই লাগিব কিন্তু এই ক্ষেত্ৰত বিচাৰৰ ৰায় ৰজাই নিজে ঘোষণা নকৰি তেওঁলোকক প্ৰকাৰান্তৰে জনাই দিয়া হব। ইয়াত যদি কিবা দায় দোষ হয়,—ঈশ্বৰৰ ইচ্ছাতে হব। এইবুলি ইষ্টদেৱতাক স্মৰণ কৰি ৰজাই দুখন দিব্য সিংহাসন নিৰ্ম্মাণৰ হুকুম দিলে। এখন সিংহাসন হব সোণৰ আৰু আনখন হব ৰূপৰ। দুয়োখন সিংহাসন যেতিয়া নিৰ্ম্মাণ কৰা হৈ গ'ল,

ৰজাই সোণৰ সিংহাসনখন নিজ সিংহাসনৰ সোঁহাতে আৰু ৰূপৰ সিংহাসনখন বাওঁহাতে থ'লে। দুয়োখন সিংহাসন নানাপ্ৰকাৰ সাজেৰে সজ্জিত কৰি থ'লে।

শনি আৰু লক্ষ্মীদেৱী আহি ৰাজসভাত উপস্থিত হ'ল। লক্ষ্মী সোণৰ সিংহাসনত আৰু শনি ৰূপৰ সিংহাসনত নিজ ইচ্ছামতে বহিল। ৰজাই দুয়োকো প্ৰণিপাত কৰিলে আৰু স্তৱ স্তুতি কৰি দুয়োৰো আগত জোৰহাত হৈ থিয় দি থাকিল। তাৰপাছত তেওঁলোকৰ আদেশ অনুসাৰে ৰজাইয়ো নিজ আসনত বহিল। নানা প্ৰকাৰ আলাপ আলোচনা তিনিৰো মাজত হ'ল। কথায় কথায় দুয়ো ৰজাক সুধিলে ৰজা, এতিয়া আমাৰ বিচাৰটো কৰি দিয়া। আমাৰ দুয়োৰো ভিতৰত কোনজন শ্ৰেষ্ঠ তাক কৈ দিয়া।

ৰজাই প্ৰশ্ন শুনি হাঁহি হাঁহি ক'লে—মোৰ কৰিবৰ একো নাই। আপনালোকে নিজে নিজে তাক স্থিৰ কৰি লৈছে। আপনালোকে নিজ নিজ ইচ্ছামতে আসন গ্ৰহণ কৰিছে। নিজ নিজ আসনৰ পৰা সৰু বৰ ভাবি লওক। সোঁফালে বৰজন বহে এয়ে সংসাৰৰ চিৰাচৰিত নিয়ম।

এই কথা শুনি শনি কুপিত হ'ল আৰু মুখ ক'লা কৰি গুচি গ'ল। লক্ষ্মীদেৱী ৰজাৰ প্ৰতি সন্তুষ্ট হ'ল আৰু ৰজাক আশীৰ্বাদ দি ক'লে যে তোমাৰ ঘৰত মই অচলা হৈ থাকিম।

## (৩)
## শ্ৰীবৎস ৰজাৰ চিন্তাদেৱীৰ বনলৈ গমন

শনিৰ মনত বৰ ক্ৰোধ। ৰাজসভাত অপমান পাই আহিছে। ৰজাই শনিক অপমান কৰিছে বুলি শনিয়ে ধৰি লৈছে। মানুহৰ জীৱনত এইদৰেই দুৰ্দ্দশা উপস্থিত হয়। এই ক্ষেত্ৰত ৰজাৰ কোনো দোষ নাছিল; অথচ শনি ৰজাৰ প্ৰতি অসন্তুষ্ট হ'ল। সংসাৰত কোনো কোনো মানুহ এইদৰেই নিৰ্দ্দোষ মানুহৰ প্ৰতি অসন্তুষ্ট হয়। ইয়াকেই দৈৱদুৰ্ঘটনা বোলে। ৰজাই আগৰ দৰে ৰাজ্য শাসন কৰি আছে আৰু শনিৰাজে ৰজাৰ ছিদ্ৰ চাই ফুৰিছে।

এদিনাখন ৰজাই গা ধুই আহি সিংহাসনত বহিছে। এনেতে এটা ক'লা কুকুৰে আহি ৰজাই গা-ধোৱা পানী জিভাৰে চাটি খালে। এই ছিদ্ৰ পাই শনি ৰজাৰ শৰীৰত প্ৰৱেশ কৰিলে।

আমাৰ বুঢ়াবুঢ়ীসকলে আমাক সদায় কয় যে গা ধোৱা পানী, ভৰি ধোৱা পানী আৰু কাপোৰ ধোৱা পানী অতি সাৱধানে দূৰৈত পেলাই দিব লাগে—যাতে কুকুৰ মেকুৰীয়ে তাক খাব নোৱাৰে। এই কথা বিলাকৰ অৰ্থ আছে। আমি

এতিয়া বিদেশী শিক্ষাত শিক্ষা পাই শিক্ষাভিমানী হৈছোঁ। পুৰণি নীতি নিয়ম পালন কৰিবলৈ অৱহেলা কৰোঁ। ই উচিত নহয়।

শনি ৰজাৰ শৰীৰত প্ৰবেশ কৰিলত ক্ৰমে ৰজাৰ বুদ্ধি হ্ৰাস হৈ আহিব ধৰিলে। ৰজাৰ বুদ্ধি কমি অহাত বিচাৰত দোষ ঘটিব ধৰিলে আৰু ৰাজ্যশাসনত বিশৃঙ্খল উপস্থিত হ'ল। ৰাজ্যৰ চাৰিউফালে অমঙ্গলৰ চিন্ দেখা যাব ধৰিলে। ইটাৰ দেৱাল আৰু মন্দিৰবিলাক খঁহি পৰিব ধৰিলে। সুন্দৰ সুন্দৰ মঞ্চবোৰ ভাগি যাব ধৰিলে আৰু ঠায়ে ঠায়ে ঘৰত জুই লাগিব ধৰিলে। ফেঁচাই হঠাতে চিঞৰি উঠে আৰু অকস্মাতে উল্কাপাত হয়। দিনতে তৰা দেখা যায় আৰু ধূমকেতু খঁহি পৰে। ৰাজ্যত হাতী, ঘোৰা, গাই, দামুৰী বিস্তৰ মৰিল। অকস্মাতে ৰথৰ ধ্বজা খঁহি পৰিল। এইদৰে নানা প্ৰকাৰ অমঙ্গলৰ সৃষ্টি হ'ল। বহু প্ৰজাৰ মৃত্যু হ'ল। বহু প্ৰজাই আহি ৰজাৰ ওচৰত নিজ নিজ দুখ-দুৰ্গতিৰ কথা নিবেদন কৰিলে। যুৱক-যুৱতীসকলৰ হৰ্ষত বিষাদ উপস্থিত হ'ল। ৰাজ্যৰ এই প্ৰকাৰৰ নানা বিপদৰ সংবাদ পাই ৰজাই কান্দি কান্দি প্ৰজাসকলৰ দুখ-দুৰ্গতি চাই ফুৰিলে; কিন্তু নিবাৰণৰ কোনো উপায় কৰিব নোৱাৰিলে।-তিনিদিন তিনিৰাতি এইদৰে ফুৰি ফুৰি আহি ৰজাই ৰাণীৰ ওচৰত সকলো কথা ক'লে।

ৰাণীয়ে সকলো খবৰ পাই অজ্ঞান হৈ মাটিত পৰি গ'ল। ৰজাই তেতিয়া ৰাণীক বুজাব ধৰিলে—প্ৰিয়ে, দুখ কৰি কি লাভ আছে? জন্মিলে অৱশ্যে মৃত্যু আছে। জীৱে নিজ নিজ কৰ্ম্মফল ভোগ কৰে। মোৰ কৰ্ম্মৰ ফল মই ভোগ কৰিবই লাগিব। সসাগৰা পৃথিৱীৰ অধীশ্বৰ মই—মোৰ আজি এই দুৰ্দ্দশা, ই দৈৱ ফল। দৈৱৰ ঘটনা কোনে ৰোধ কৰিব পাৰে? মই কি কৰিম? সকলো ঈশ্বৰৰ ইচ্ছা। মোৰ সমস্ত ভাৰ ঈশ্বৰত গতাই দিছোঁ। তেৱেঁই কৰ্ত্তা। দুখ কৰি একো লাভ নাই। এইদৰে ৰজাই পঞ্চত্ৰিছ দিন চিন্তা কৰি থকাৰ পাছত বুজি পালে যে ৰজাৰ এই দুখৰ মূলত আছে—শনি। এই দুখ নিবাৰণ কৰিব পাৰিব একমাত্ৰ জগন্নাথে। এই বুলি ৰজাই ৰাণীক হীৰা, মণি, মুক্তা, বস্ত্ৰ আৰু অলঙ্কাৰ যি আছে তাক গোটাই লবলৈ উপদেশ দিলে। যি বস্তুৰ ওজন কম অথচ মূল্য বেছি তেনে বস্তু গোটাই লৈ আন কাপোৰেৰে ঢাকি বান্ধি লবলৈ ক'লে।

ৰাণীয়ে ৰজাৰ উপদেশ অনুসাৰে বহুমূলীয়া ধনসোণখিনি গোটালে আৰু এখন কঁথা চিলাই কৰি তাৰ ভিতৰত সুমাই ল'লে। তেতিয়া ৰজাই ৰাণীক ক'লে—ৰাণি! শনিৰ কোপত মোৰ সমস্ত ধন আৰু ৰাজ্য নষ্ট হ'ল; কেৱল মাত্ৰ দুয়োৰো জীৱন দুটি আছে। তুমি এতিয়া তোমাৰ বোপাইৰ ঘৰলৈ যোৱা। মই য'তে ত'তে থাকি দিন কটাম। কেতিয়াবা যদি শনিয়ে এৰে, তেতিয়া পুনৰায় দুয়োৰো মিলন হব।

ৰাণী আছিল বৰ পতিব্ৰতা। এনে বিপদৰ সময়ত কোনো পতিব্ৰতা নাৰীয়ে

পতিক ত্যাগ কৰি যাব নোৱাৰে। সেইবাবে ৰাণীয়ে ৰজাক ক'লে—নাথ, এই সময়ত বোপাইৰ ঘৰলৈ যোৱা উচিত নহয়। শত্ৰুয়ে তেনে কথাত হাঁহিব। এই দুখৰ সময়ত মই তোমাৰ লগে লগে থাকিম। তোমাৰ যি গতি হয়, মোৰো সেই গতি হব। তোমাৰ লগত থাকি মই তোমাৰ পদসেৱা কৰিম। মই লগত নাথাকিলে তোমাৰ আপদ বেছি হব। গৃহিণী য'তে থাকে সেয়ে গৃহ। গৃহস্থ আৰু গৃহিণী য'তে থাকে ত'তে সুখ থাকে। শনিৰ দোষত তুমি মোক ত্যাগ কৰিলে তুমি মোৰ চিন্তাত বেছি দুখ পাবা। গতিকে মই তোমাক এৰি যাব নোৱাৰোঁ।

ৰজাৰ মনত বৰ দুখ লাগিল। ৰাণীৰ কথা শুনি ৰজাই ৰাণীক লগত লৈ যোৱাকেই স্থিৰ কৰিলে। দুপৰ ৰাতি দুয়ো যাবলৈ আৰম্ভ কৰিলে। এই সময়ত লক্ষ্মীদেবী আহি সদয়ভাৱে ৰজাক ক'লে—ৰজা! কায়াৰ লগত ছায়া যেনেকৈ থাকে মই তোমাৰ লগত তেনেকৈ থাকিম। তুমি গ্ৰহৰ দোষত কিছুদিন কষ্ট পাবা। পাছত তোমাৰ ৰাজ্য পুনৰায় পাবা। কোনো চিন্তা নকৰিবা। মই এতিয়া যাওঁ; তুমি এই শুভ মুহূৰ্ত্তত বনলৈ যোৱা। ৰজাই ৰাতিৰ সেই ঘোপমৰা আন্ধাৰত কঁথাখন মূৰত লৈ ৰাণী চিন্তাৰ লগত যাবলৈ ধৰিলে। যি চিন্তাদেৱী কোনো দিন ঘৰৰ বাহিৰ হোৱা নাছিল, সেই ৰাজৰাণী আজি পদব্ৰজে স্বামীৰ লগত বনলৈ ওলাইছে। মাজে মাজে ভৰিত কাঁইটে বিন্ধিছে; কিন্তু তালৈ ভ্ৰূক্ষেপ নকৰি স্বামীৰ লগত বেগাই গৈ আছে। ক্ৰমে ক্ৰমে দুয়ো গভীৰ বনত সোমাল। কিছুদূৰ যোৱাৰ পাছত সেই বনৰ মাজত এখন বৰ বহল নৈ দেখা পালে; ইপাৰ সিপাৰ মনিব নোৱাৰি—যেন অকুল সমুদ্ৰ। ৰজাৰ মনত বৰ দুখ লাগিল। এই নদী এতিয়া কেনেকৈ পাৰ হোৱা যায়? নদীৰ পাৰত ৰজা ৰাণী দুয়ো বহিল। নদীৰ পাৰত বহি দুয়ো এই বুলি কান্দিব ধৰিলে—হে প্ৰভু! আমাৰ ভাগ্যত এয়েহে আছিল?

এই নদী আছিল এটি মায়া নদী। গ্ৰহৰাজ শনিয়ে ভগা নাও এখন লৈ নাৱৰীয়া বেশত ওলালহি। লাহে লাহে নাওখন চলাই নিছে; নাও গৈছে নে নাই একো বুজিব নোৱাৰি। নাৱৰীয়াক দেখি ৰজাই মাত লগালে—হেৰা, নাৱৰীয়া! সোনকালে আমাক পাৰ কৰি দিয়া। পলম সহিব নোৱাৰি, আমি বৰ দুখ পাইছোঁ।

নাৱৰীয়াই তেতিয়া ৰজাক সুধিলে—তুমি কোন্ হে? এই গভীৰ নিশা তিৰোতা লগত লৈ নদী পাৰ হবলৈ আহিছা? পৰৰ তিৰোতা চুৰ্ কৰি লৈ আহিছা বুলি অনুমান হয়। পৰিচয় নিদিলে তোমাক পাৰ কৰিব নোৱাৰোঁ। এই কথাত ৰজাই মৰ্ম্মান্তিক আঘাত পালে। কালৰ গতিত মানুহৰ কেতিয়া কি হয় কোনেও বুজিব নোৱাৰে। শ্ৰীবৎস ৰজাৰ নিচিনা ধাৰ্ম্মিক ৰজা এজনে এনে অপবাদৰ কথা নিজ কাণেৰে শুনিব লগা হ'ল।

ৰজাই তেতিয়া আপোনাৰ পৰিচয় দিলে। নাৱৰীয়াক ক'লে—হেৰা, নাৱৰীয়া! শ্ৰীবৎস ৰজাৰ কথা তুমি নিশ্চয় শুনিছা। সেই শ্ৰীবৎস ৰজা মই আৰু

এইগৰাকী মোৰ ৰাণী—চিন্তাদেৱী। ৰজাৰ উত্তৰ শুনি ছদ্মবেশী শনিয়ে পুনঃ পৰিহাস কৰি সুধিলে—বুজিলোঁ, তুমি যদি শ্ৰীবৎস ৰজা হোৱা, তেন্তে তোমাৰ যে তাল বেতাল সিদ্ধি আছিল তোমাৰ এই বিপদৰ সময়ত সিহঁত ক'লৈ গ'ল? তোমাৰ মন্ত্ৰীসকলেই বা ক'লৈ গ'ল?

ৰজাই তেতিয়া উত্তৰ দিলে—হেৰা, নাৱৰীয়া এইবোৰ কথা সুধি তুমি মোৰ মনত দুখ দিছা কিয়? তুমি ভালকৈয়ে জানা যে বিপদত কোনো কাৰো লগৰীয়া নহয়। এই সংসাৰ অসাৰ। মায়াত সকলো মুগ্ধ। এই মায়াই মানুহক ধৰ্ম্মপথৰ পৰা আঁতৰাই লৈ যায়। মোৰ মোৰ বুলি মানুহে ভাবে হয় কিন্তু সংসাৰত কোনো কাৰো নহয়। শাস্ত্ৰত আছে—কোন্ কাৰ পিতা আৰু কোন্ কাৰ মাতা? সেই কাৰণে মোৰ একমাত্ৰ বাসনা যাতে ধৰ্ম্ম ৰক্ষা কৰি চলিব পাৰোঁ।

শনিয়ে ৰজাৰ এই কথা শুনি বুজিলে যে ৰজাৰ ধৰ্ম্মজ্ঞান তেতিয়াও প্ৰবল হৈ আছে। হাঁহি মাৰি পুনঃ ক'লে— ৰজা। মোৰ এই ভগা নাওখনত দুজনহে পাৰ হ'ব পাৰে। তিনিজন যাব পাৰে নে নোৱাৰে তুমি নিজেই পৰীক্ষা কৰি চোৱা। তোমাৰ কথাঁখনৰ ওজনো এজন মানুহৰ সমান হ'ব। নাৱৰীয়াৰে সৈতে তিনিজন কথমপি পাৰ হ'ব পাৰিলেও কথাঁখনেৰে সৈতে তিনিজন পাৰ হোৱা সম্ভৱ নহ'ব। সেইবাবে তুমি কথাঁখন এৰি চিন্তাক লৈ আগেয়ে পাৰ হোৱা, পাছত মই কথাঁখন পাৰ কৰি দিম। এই কথা শুনি ৰজাই ভাবিলে যে কথাঁখনকে আগেয়ে পাৰ কৰি দিয়া ভাল। পাছত ৰজা আৰু চিন্তা পাৰ হ'ব পাৰিব। এই বিবেচনা কৰি চিন্তাৰে সৈতে ধৰাধৰি কৰি বৰ যতনেৰে কথাঁখন নাৱত তুলি দিলে। নাৱৰীয়াই কথাঁখন লৈ নাও এৰি দিলে। মায়ানদী লাহে লাহে শুকাই গ'ল। ৰজাই তেতিয়া হায়! হায়! কৰি উঠিল। ই যে শনিৰ চাতুৰী তাক ভালদৰে বুজি পালে। শনিয়ে মায়া কৰি সকলোখিনি ধন চুৰি কৰি নিলে। ৰাণীয়েও শনিৰ বঞ্চনা নিজ চকুৰে দেখিলে। ৰজা আৰু ৰাণী দুয়োৰো মন বৰ চঞ্চল হৈ উঠিল। শেষত দুয়ো বহুকষ্ট কৰি খোজ কাঢ়ি কাঢ়ি গৈ চিত্ৰধ্বজ বন পালে গৈ। সেই সময়ত ৰাতি পুৱাল। পুৱফালে সূৰ্য্যদেৱ ৰাঙলী কিৰণ লৈ উদয় হ'ল।

## (৪)

# পোৱা মাছ পানীত পলায়

দুয়োজনেই ভোক পিয়াহত আতুৰ হৈছে। বৰ ৰম্য ঠাই দেখা পাই ৰাণীয়ে ৰজাক ক'লে—নাথ, বৰ ভাগৰ লাগিছে, চলিব নোৱাৰা হৈছোঁ। এই ঠাই বৰ ৰমণীয়। ইয়াত নিৰ্ম্মল পানী আছে আৰু মনোহৰ ফল ফুল আছে। ইয়াতে গা ধুই লৈ ক্ষন্তেক জিৰণি লোৱা যাওক। ৰাণীক কাতৰ হোৱা দেখি ৰজাই মনত বৰ



পোৰা মাছ বাঁচি উঠে এই কথা কোনে কেতিয়া দেখিছে?

ব্যথা পালে। লৰালৰিকৈ গৈ ফলফুল বিচাৰি আনিলে। তাৰ পাছত উভয়ে স্নান কৰি ইষ্ট দেৱতাৰ পূজা কৰিলে। তাৰ পাছত পকা বগৰি ফল খাই পানী খালে। দুয়োৰো ভাগৰ পলাল। শৰীৰত বল আহিল। পুনৰায় যাবলৈ আৰম্ভ কৰিলে।

বাটত নদী বন পৰ্ব্বত বহুতো পালে। তাল, তমাল, পিয়াল, শাল, ৰক্তসাৰ চন্দন, বাদাম, দেৱদাৰু আদি নানাবিধ বৃক্ষৰ মাজেদি যাব লগা হৈছিল। মালতী, মল্লিকা, বক, চম্পক নানা ফুলৰ গছ পালে। বনত হাতী, বাঘ, ভালুক আদি নানা হিংস্র জন্তুই ফুৰি ফুৰা দেখা পালে। হাবি বননিৰ সৌন্দৰ্য্যই যেনেকৈ মনৰ দুখ পলুৱাইছিল, হিংস্র জন্তুৰ সমাগমে তেনেকৈ চিন্তিত কৰি তুলিছিল। ৰজাই নিৰুপায় হৈ ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰিলে।

দয়া কৰা তুমি প্ৰভু! ওহে লক্ষ্মীপতি।
সংসাৰৰ সাৰ তুমি অগতিৰ গতি।
ৰক্ষা কৰা দীননাথ কৰুণা নিধান।
সমূহ সঙ্কটে প্ৰভু কৰা পৰিত্ৰাণ।।
তোমা বিনে ৰক্ষা কৰে নাই কোনো জন।
ভৰষা কৰিছোঁ প্ৰভু তোমাৰ চৰণ।।
ত্ৰাণ কৰা নাৰায়ণ হইছোঁ কাতৰ।।

এইদৰে ৰজাই চক্ৰপাণি জগন্নাথক স্মৰণ কৰিলে। অকস্মাতে আকাশবাণী হ'ল—হে ৰজা। তোমাৰ কোনো ভয় নাই। তুমি যিমান দিন বনত থাকিবা, তোমাৰ ৰক্ষাৰ কাৰণে সদায় মই তোমাৰ লগে লগে থাকিম।

এই দৈৱবানী শুনি ৰজাৰ মনত বৰ আনন্দ হ'ল আৰু নিৰ্ভয় মনে বনত ফুৰিবলৈ ধৰিলে। এইদৰে বনৰ ফলমূল খাই কিছুদিন কটালে। এদিনাখন দেখিলে কেইজনমান মাছধৰা জালোৱা সেই বনৰ মাজেদি যাব ধৰিছে। জালোৱাসকলক দেখি ৰজাই মাছ বিচাৰিলে। জালোৱাসকলে উত্তৰ দিলে—আজি কি কুক্ষণত আমি ঘৰৰ পৰা ওলাইছিলোঁ কব নোৱাৰোঁ। আজি এটাও মাছ নাপালোঁ। এতিয়া ঘৰলৈ ঘূৰি যাবলৈ আহিছোঁ। তেতিয়া শ্ৰীবৎস ৰজাই ক'লে তোমালোকে পুনৰ্ব্বাৰ জাল পেলোৱা, নিশ্চয় মাছ পাবা। এই বুলি ৰজাই তাল-বেতালক স্তুতি কৰিলে। জালোৱাসকলে পুনৰায় জাল মাৰি বহুতো মাছ পালে আৰু ৰজা আৰু ৰাণীক সাধক শ্ৰেণীৰ লোক বুলি গণ্য কৰিলে। জালোৱাসকলে আদৰ কৰি ৰজাক এটা ডাঙৰ শ'ল মাছ দিলে। ৰজাই মাছটো লৈ ৰাণীক ক'লে—ৰাণী! মোৰ বৰ ভোক লাগিছে। মাছটো পুৰি দিয়া, খোৱা যাওক। ৰাণীয়ে ক'লে-পোৱা মাছ খালে শনিৰ প্ৰতিকাৰ হয়। এই বুলি ৰাণীয়ে মাছটো পুৰিলে।

মাছ পোৰা হ'লত ৰাণীৰ মনত বৰ দুখ লাগিল। হায়! হায়! প্ৰভু! আজি

এই পোৰা মাছ ৰজাক কেনেকৈ খাবলৈ দিওঁ? যিজনে ক্ষীৰ, ছানা, লৱনু ভোজন কৰিছিল, তেওঁৰ পাতত পোৰা মাছ কেনেকৈ দিওঁ? পঞ্চাছ ব্যঞ্জনেৰে যাৰ আহাৰ হৈছিল তেনে লোকক আজি ছাইৰে সৈতে পোৰা মাছ কেনেকৈ দিওঁ? এই বুলি চিন্তাদেৱীয়ে কিছুক্ষণ কান্দিলে। তাৰ পাছত পোৰা মাছৰ ছাইখিনি ধুই আনিবলৈ বুলি সৰোবৰলৈ গ'ল। পোৰা মাছটো ধুবৰ কাৰণে যেতিয়া পানীত ডুবাইছে পোৰা মাছ হাতৰপৰা পলাই গুচি গ'ল।

পোৰামাছ পলাই যোৱা বৰ আচৰিত কথা। চিন্তাদেৱীয়ে বৰ আচৰিত হৈ আৰু মনত বৰ আঘাত পাই বিনাই বিনাই কান্দিব ধৰিলে। পোৰামাছ বাচি উঠে এই কথা কোনে কেতিয়া দেখিছে? হায, হায়, এতিয়া মই ৰজাক কি খাবলৈ দিওঁ আৰু কি বুলি কওঁ? ৰজা ক্ষুধাৰ্ত্ত হৈছে। তেওঁ যেতিয়া কʼব পোৰা মাছ কেনেকৈ পলাব পাৰে, তুমি নিজে খাই মিছা কথা কৈছা— তেতিয়া মই কি উত্তৰ দিম? হে প্ৰভু জগন্নাথ! তুমি মোৰ কপালত ইয়াকেহে লিখিছিলা? তাতকৈ মোক মাৰি পেলোৱা। মই ৰজাৰ আগত মুখ দেখুৱাম কেনেকৈ?

ৰজাই এই কথা শুনি বৰ আচৰিত হ'ল আৰু কেৱল হাঁহিলে। শনিয়ে অন্তৰীক্ষৰপৰা আকাশবাণী কৰিলে—ৰজা মোক সৰু কৰি লক্ষ্মীক বৰ কৰিছা। তাৰ শাস্তি এতিয়া তুমি ভোগ কৰিব লাগিব। সম্পত্তিৰ গৰ্ব্ব কৰি মোক তুমি খৰ্ব্ব কৰিছা। দুষ্টমতি! তুমি মোক যি লাজ দিছা তাক আৰু মই কি কম? পণ্ডিত আৰু ধাৰ্ম্মিক জ্ঞান কৰি তোমাৰ ওচৰলৈ বিচাৰৰ বাবে গৈছিলোঁ। তুমি কপট চাতুৰী কৰি লক্ষ্মীক শ্ৰেষ্ঠ আসন দিছা। তাৰ দ্বাৰা মোৰ মনত যথেষ্ট দুখ দিছা। সেই দুখত মোৰ হৃদয় ফাটি যায়। এতিয়া তোমাৰ লক্ষ্মী ক'ত? তোমাৰ ৰাজ্যনাশ কৰিছোঁ। বনবাস কৰাইছোঁ। ইয়াৰ পাছত তোমাৰ প্ৰিয়তমা স্ত্ৰীৰ লগত বিচ্ছেদ কৰাম। তেতিয়া তুমি মোক চিনি পাবা। মই যি কৈছোঁ—সি কেতিয়াও মিছা নহয়।

হে মহাৰাজ! শুনা, স্বৰ্গ, মৰ্ত্ত্য আৰু পাতাল এই তিনিও ভুৱনত দেৱ, দৈত্য, নাগ আদি সকলোৱে মোক পূজা কৰে। হে শ্ৰীবৎস ৰজা! শুনা, ত্ৰেতাযুগত ইক্ষ্বাকুবংশত এক ব্ৰহ্ম চাৰি অংশত দশৰথৰ ঘৰত জন্ম লয়। সেই প্ৰভু শ্ৰীৰামচন্দ্ৰৰ কি অৱস্থা হৈছিল—জানা? ধাৰ্ম্মিক ৰজা দশৰথে বৰপুতেকক ৰাজ্যভাৰ গতাই দিয়ে, কিন্তু মই তেওঁক বনলৈ পঠাওঁ। শ্ৰীৰামচন্দ্ৰই জটাবল্কল পিন্ধি সীতা আৰু লক্ষ্মণৰ লগত গহন বনত সোমায়। স্বয়ং লক্ষ্মী আছিল সীতা। পতি অনুগতা। তেওঁৰ দুৰ্গতিৰ কথা শুনা। পাপগ্ৰহৰ ফল ভুঞ্জিবলৈ দীনা হীনা হৈ বনলৈ গ'ল। পৰ্ব্বত কানন পথত স্বামীৰ সহিত বঞ্চিলে; কিন্তু পাছত তেওঁক ৰাৱণে হৰণ কৰে। ৰাজ্য, ধন স্বামীক এৰি ৰাৱণৰ ঘৰলৈ যাব লগা হ'ল আৰু তাত তেওঁ অশোক বনত বাস কৰে।

আৰু শুনা। সতী আছিল দেৱাদিদেৱ মহাদেৱৰ অৰ্দ্ধাঙ্গিনী। সতীৰ মৃত্যুত মহাদেৱে দক্ষযজ্ঞ নাশ কৰিছিল। দক্ষৰ ছাগমুণ্ড হৈছিল। সতীয়ে দেহত্যাগ কৰি পুনৰায় হিমালয়ৰ ঘৰত জন্ম লয়। এই সকলোবিলাক মোৰ মায়াতে হৈছিল।

মোৰ লগত বাদ কৰি বৈকুণ্ঠ নিবাসী শ্ৰীহৰি কীটৰূপ ধাৰণ কৰিব লগা হৈছিল। তেওঁৰ বৈকুণ্ঠ লীলা গুচি তেওঁ গণ্ডকী পৰ্ব্বতত শিলা হৈ বাস কৰিব লগা হৈছিল।

যি দৈত্যৰাজ বলিৰ স্বৰ্গ, মৰ্ত্ত্য আৰু পাতাল তিনিও জগতে অধিকাৰ আছিল, মোক হেলা কৰা বাবে তেওঁক পাতালত বন্ধ কৰি থৈছিলোঁ। স্বৰ্গ, মৰ্ত্ত্য আৰু পাতাল সকলো ঠাইতে মোৰ শক্তি বিৰাজমান। সকলোৱে মোক পূজা কৰে; অথচ তুমি এজন সামান্য নৃপতি হৈ মোক সৰু কৰিছা। তোমাৰ লক্ষ্মী কেনে শ্ৰেষ্ঠ তাক মই চাম।

এইদৰে গ্ৰহৰাজে আকাশবাণী কৰিলে। ৰজাই স্বপ্ন দেখাৰ নিচিনাকৈ সকলো শুনিলে আৰু শনিৰ কোপৰ কথা ভাবি বৰ বিষণ্ন হ'ল।

শনিৰ আকাশবাণী শুনি ৰজা কাতৰ হৈ ৰাণী চিন্তাদেৱীক ক'লে—শনিয়ে যি কৈছে সকলো ঘটিছে। ৰাজ্যনাশ, ধননাশ আৰু সৰ্ব্বনাশ সকলো হৈছে। মোৰ দিন বেয়া; নহলেনো দুয়োজনে কাজিয়া কৰি কিয় মোৰ ওচৰলৈ আহিব? ভাবি-চিন্তি এতিয়া একো ফল নাই। নিজৰ কৰ্ম্মাৰ্জ্জিত ফল ভুঞ্জিব লাগিব। সকলো কৰ্ম্মৰে কৰ্ত্তা, কৰণ আৰু কাৰণ একমাত্ৰ প্ৰভু গদাধৰ। তেওঁৰ ওপৰতে সমস্ত ভাৰ অৰ্পণ কৰিছোঁ। নিজৰ কৰ্ম্মৰ দ্বাৰা দুখ ভোগ কৰিছোঁ—তেওঁৰ কি দোষ? ঈশ্বৰক দোষী কৰিলে কি হব? ধৰ্ম্ম-চিন্তা কৰি বিধাতাক স্মৰণ কৰি বনৰ ফল-মূল খাই ৰজা-ৰাণীয়ে পাঁচ বছৰ বনত কটালে।

## (৪)

## (শ্ৰীবৎস ৰজাৰ চিন্তাৰ সহিত বিচ্ছেদ)

পাঁচ বছৰৰ পাছত ৰজা-ৰাণী বন এৰি নগৰলৈ যায়। নগৰৰ উত্তৰফালে ধনী মানুহৰ বাসস্থান। তাত থকা উচিত নহয় বুলি ৰজাই ভাবিলে; কাৰণ দুখীয়া হৈ ধনী মানুহৰ ওচৰলৈ যোৱা উচিত নহয়। দৰিদ্ৰ বুলি সকলো মানুহে ঘিণ্ কৰিব। নগৰৰ দক্ষিণফালে তেওঁ গ'ল। তাত শহঁ শহঁ কাঠৰীয়া মানুহ আছে। ৰজাৰাণীক তাত উপস্থিত হোৱা দেখি সকলোৱে আস্তেব্যস্তে সুধিলে—তোমালোক কোন, ক'ৰপৰা আহিছা আৰু ইয়ালৈ বা কিয় আহিছা? সকলোৰে কথা শুনি ৰজাই ক'লে—মোৰ সমান দুখী পৃথিৱীত কোনো নাই। বহু দুখ পাই ইয়ালৈ আহিছোঁ। তোমালোকে কৃপা কৰিলে দুখ নিবাৰণ হব পাৰে। সকলোৱে



(ভাল বাক, এই কাম কৰিম)

আশ্বাস দি অঙ্গীকাৰ কৰি ক'লে—আমি তোমাৰ হিত কৰিম। আমি প্রতিজ্ঞা কৰিলোঁ। নিতৌ কাঠ আনিবা আৰু বেচিবা। এই কামত নিযুক্ত হ'লে কোনো দুখ নাথাকিব। কাঠৰীয়াসকলৰ কথা শুনি শ্রীবৎস ৰজা আনন্দিত হ'ল আৰু ক'লে—ভাল বাৰু এই কাম মই কৰিম। এই দৰে ৰজা আৰু ৰাণী নিৰানন্দমনে দুয়ো কাঠৰীয়াৰ ঘৰত গোপনে থাকিল। কাঠৰীয়াহঁতৰ তিৰোতাবিলাক চিন্তাৰ সৌজন্যত বশীভূত হ'ল। চিন্তাদেৱীয়ে সিহঁতৰ আগত নানাপ্রকাৰ ধৰ্ম্মৰ কথা কৈছিল। শুনি সকলে সন্তুষ্ট হৈছিল। এইদৰে দিনে ৰাতিয়ে মিষ্টালাপ কৰি ৰজাৰাণী সখাভাৱে কাঠৰীয়াসকলৰ লগত থাকিল।

ৰাতিপুৱাতে উঠি কাঠৰীয়াসকল কাঠ কাটিবলৈ বনলৈ গ'ল। লগতে ৰজাকো মাতি লৈ গ'ল। দুর্গম বনত সোমাই কাঠৰীয়াসকলে বহু কাঠ কাটিলে আৰু বোজা বান্ধি লৈ আহিল। লগতে ফল, মূল, পাত আৰু ফুল বহুতো লৈ আহিল। ৰজাই মনে মনে ভাবিলে যে কষ্টও নহব নিন্দিতও নহব অথচ নিজৰ উদ্দেশ্যও সাধন হব, এনেদৰে কাম কৰিব লাগিব। এইদৰে ভাবি ৰজাই চন্দন কাঠ চিনি লৈ তাৰে সাৰখিনি কাটি কাঠৰীযাসকলৰ লগত আহিল। বজাৰত কাঠৰীয়াসকলে কাঠ বেচিলে আৰু গৃহীলোকে কাঠ কিনি লৈ গ'ল। কোনোবাই চাৰি অনা, কোনোবাই আঠ অনাকৈ পালে, কোনোৱেবা কাঠৰ সলনি খাদ্য বস্তু লৈ আহিল। শ্রীবৎস ৰজাই চন্দন কাঠ আনি সদাগৰৰ তাত বেচিবলৈ লৈ গ'ল। দিব্য চন্দন কাঠৰ সাৰ পাই সদাগৰে তাৰ উচিত মূল্য ততালিকে উলিয়াই দিলে। ৰজাই কাঠ বেচি দুই চাৰি টকা পালে। তাৰে ভাল ভাল খাদ্য বস্তু কিনি আনিলে। ঘিঁউ, তৈল, চাউল, দালি, সৈন্ধ্যৱ, মছলা, মিষ্টান্ন, দৈ আৰু ভাল ভাল মাছ, মাংস আৰু শাক পাঁচলি কিনি আনিলে। এইদৰে ভালেখিনি বস্তু কিনি আনি ৰজাই সতী চিন্তাদেৱীৰ আগত দি ক'লে—কাঠৰীয়া বন্ধুসকলক নিমন্ত্রণ জনোৱা। এই কথা শুনি চিন্তাদেৱী বৰ সন্তুষ্টা হ'ল আৰু বৰ যতনেৰে ৰান্ধিলে। স্নান আদি কৰি ৰজা আহি ভালকৈ ৰন্ধা হোৱা দেখিলে। ৰাণীয়ে ৰজাক ক'লে যে ৰন্ধা হৈ গৈছে, সকলোকে মাতি আনক। ৰাণীৰ কথা শুনি ৰজাই সকলোকে মাতি আনিলে আৰু সকলোৱে আনন্দমনে খাবলৈ আহিল। সকলো কাঠৰীয়ায়ে আনন্দমনে ভোজনত বহিল আৰু ৰাণীয়ে ভাত আঞ্জা আনি দিলে আৰু ৰজাই বিলাই দিলে। অমৃতৰ নিচিনা অন্ন-ব্যঞ্জন খাই সকলো কাঠৰীয়াই ধইন ধইন কৰিলে। শ্রদ্ধাৰে সৈতে সকলোকে খুৱাই বিদায় দিয়াৰ পাছত ৰজাই ভোজন কৰিলে। এইদৰে ৰজা তাত বহুদিন থাকিল।

এদিনাখন এজন সদাগৰ বেপাৰ কৰিবলৈ যায়। সেই ঠাইত অকস্মাতে ডিঙা চৰত বজিল। হায়, হায়, কি হ'ল বুলি সকলোৱে কান্দিবলৈ ধৰিলে। সেই সময়ত তাত শনি গণক হৈ আহি ওলাল। হাতত খড়ি, কাষত পুথি লৈ গ্রহাচার্য্য



সেই সময়ত শনি তাত গণক হৈ ওলাল

হৈ সদাগৰৰ মঙ্গল চালে। মঙ্গল চাই ক'লে, হে মহাজন, তুমি মন স্থিৰ কৰি শুনা, তোমাৰ ঘৰত তোমাৰ স্ত্ৰীয়ে নৱগ্ৰহ পূজা পাতিছিল, তুমি অৱজ্ঞা কৰি বণিজলৈ ওলাই আহিলা আৰু সেই কাৰণেই তোমাৰ নাও চৰত লাগিল। এয়ে সত্য কথা জানিবা। মহাজনে ক'লে, হে আচাৰ্য্য, আপোনাৰ কথা অমৃততকৈও অধিক যেন লাগিছে। ব্ৰাহ্মণে তেতিয়া ক'লে তোমাৰ নাও এতিয়া কেনেকৈ চলিব-কওঁ শুনা। *এই গাৱঁত যিমানবিলাক কাঠৰীয়া আছে, সেই কাঠৰীয়াসকলৰ ভাৰ্য্যসকল আহি* নাও ধৰিব লাগিব। তাৰে ভিতৰত এগৰাকী পতিব্ৰতা নাৰী আছে, তেওঁ আহি ডিঙা স্পৰ্শ কৰা মাত্ৰকে ভাহি উঠিব। এই কথা শুনি মহাজন বৰ আনন্দিত হ'ল আৰু শনি এই কথা কৈ গুচি গ'ল। সদাগৰে মনে মনে চিন্তা কৰিলে যে, *সৌভাগ্যৰ বলত এই পৰম তত্ত্বটো পালোঁ। এই বুলি তেওঁৰ সকলোবিলাক* ভৃত্যকে কাঠৰীয়াসকলৰ ভাৰ্য্যাসকলক মাতি আনিবলৈ পঠালে। সাধুৰ আজ্ঞা পাই ভৃত্যসকলে প্ৰাৰ্থনা কৰি সকলোকে আমন্ত্ৰণ জনালে। এই নিমন্ত্ৰণ পাই সকলোবিলাক ৰমণী নাও আটক হৈ থকা ঘাটলৈ হৰিষ মনে গ'ল। কমলা গ'ল। বিমলা গ'ল। কলাৱতী, কৌশল্যা, ৰোহিণী, মালাৱতী, ৰেৱতী, কৈকেয়ী, উমা, ৰম্ভা, তিলোত্তমা, হৰপ্ৰিয়া, চিত্ৰাৱতী, সতী, শ্যামা, যশোদা, যমুনা, জয়া, বিজয়া, স্বস্তি, গয়া, গঙ্গা, কালিন্দী, অভয়া সকলো গ'ল। এজনী এজনীকৈ সকলোৱে ডিঙা স্পৰ্শ কৰিলে আৰু সদাগৰৰ পৰা মান লৈ বিদায় হ'ল; কিন্তু সাধুৰ (সদাগৰৰ) প্ৰয়োজন কাৰো পৰা সাধন নহ'ল। সাধুৱে তেতিয়া ভাবিলে, যে দৈবজ্ঞৰ কথা মিছা হ'ল। তেতিয়া সাধুৱে নাৱৰীয়া ভৃত্যক সুধিলে; কিমান নাৰী আহিল আৰু কিমান গ'ল কোনোবা আহিবলৈ বাকী আছে নেকি? নাৱৰীয়াই ক'লে, যে এগৰাকীৰ বাহিৰে আটাইবোৰেই আহিছে। এই কথা শুনি সাধুৱে ভাবিলে, যে সেই গৰাকীয়ে সাধ্বী হ'ব; তেওঁ আহিলেহে মোৰ ডিঙা ভাহি উঠিব। তেতিয়া সাধুৱে আনন্দমনে চিন্তাদেৱীৰ ওচৰলৈ গ'ল আৰু গলবস্ত্ৰ হৈ তেওঁক আহিবলৈ অনুৰোধ জনালে। চিন্তাদেৱীয়ে তেওঁৰ স্বামীৰ নিষেধ আছে বুলি ক'লে; কিন্তু সাধুৰ কাতৰ আৰু বিনয়ী কথাত তেওঁ কৰুণাত গলি গ'ল। ভাবি-চিন্তি ৰাণীয়ে ঠিক কৰিলে, যে কাতৰ আৰু শৰণাগতক ৰক্ষা কৰা ধৰ্ম্মৰ কথা। ঋষিমুনিসকলৰ মুখত শুনিছোঁ, যে বেদত লিখা আছে শৰণাগতক প্ৰাণ দিও ৰক্ষা কৰিব লাগে। মহাৰাজ যদি অসন্তুষ্ট হয়, তেন্তে চৰণত ধৰি সকলো কথা বুজাই কম। এইদৰে ভাবি-চিন্তাই হৃষ্টমনে ঈশ্বৰ চিন্তা কৰি সাধুৰ লগত ঘাটলৈ গ'ল। সাধুৰ ডিঙা প্ৰদক্ষিণ কৰি চিন্তা দেৱীয়ে কৰযোৰ কৰি ক'লে, "মই যদি পতি-অনুগতা সতী হওঁ তেন্তে এই ডিঙা মই ছোঁৱামাত্ৰকে ওপঙি উঠিব। এই বুলি যি মুহূৰ্ত্ততে চিন্তাদেৱীয়ে ডিঙাখন স্পৰ্শ কৰিলে তৎক্ষণাৎ ডিঙা ভাহি উঠি দক্ষিণমুখে চলিবলৈ ধৰিলে। সদাগৰে দেখি [illegible] বং পালে আৰু এই গৰাকী



(হে দিননাথ! দয়া কৰি মোৰ ৰূপটো লৈ মোক কুৰূপা কৰি দিবা)

নাৰী মানৱী নহয় নিশ্চয় দেৱী হ'ব আৰু যদি কেতিয়াবা মোৰ নাৱ এইদৰে আটক হয়, এওঁ লগত থাকিলে তেতিয়াই চলিব—এই বুলি ভাবি তেওঁ চিন্তাক নাৱত তুলি ল'লে। চিন্তাদেৱীয়ে শোকাকুল হৈ অতি দুখমনে ঈশ্বৰক চিন্তা কৰি কান্দিব ধৰিলে। মই কিয় আহিলোঁ—এই বুলি ৰাণীয়ে উচ্চৈঃস্বৰে কান্দিব ধৰিলে। সূৰ্য্যৰ ফালে চাই যোৰহাত কৰি বহু স্তৱ আৰু প্ৰণিপাত কৰি প্ৰাৰ্থনা কৰিলে, হে দীননাথ! দয়া কৰি মোৰ ৰূপটো লৈ মোক কুৰূপা কৰি দিয়া। চিন্তাৰ প্ৰাৰ্থনাত সূৰ্য্যৰ দয়া উপজিল আৰু "ভয় নাই, ভয় নাই" বুলি আকাশবাণী কৰিলে। চিন্তাদেৱীৰ ৰূপ সূৰ্য্যই হৰণ কৰিলে আৰু তেওঁক গলিত ধৱল মূৰ্ত্তি কৰি দিলে। এইদৰে চিন্তাসতী নাৱত থাকিল আৰু সাধুৱে হৃষ্ট মনে নাও বাই লৈ গ'ল। ইফালে ৰজা বনৰপৰা ঘৰলৈ আহি শূন্য ঘৰ দেখি বিস্ময় মানিলে। চিন্তাক দেখা নাপাই ৰজা কান্দি কান্দি অস্থিৰ হ'ল আৰু ওচৰৰ মানুহক বৰ কাতৰেৰে সুধিলে।

ৰজাৰ কথা শুনি ওচৰৰ মানুহবিলাকে ক'লে, হে সুজন! ঘটনা কি হ'ল শুনা—এই ঘাটলৈ এজন ধনী সদাগৰ আহিছিল আৰু তেওঁৰ নাও ঘাটত আটক হয়। সদাগৰে সকলো বিলাক নাৰীৰ হতুৱাই তেওঁৰ তৰী ছোঁৱাইছিল কিন্তু একমাত্ৰ তোমাৰ চিন্তাই ছুঁই দিয়াতহে তেওঁৰ তৰী ওপঙি উঠে আৰু সেই কাৰণেই তেওঁ তোমাৰ চিন্তাক যত্ন কৰি লৈ গ'ল। বজ্ৰৰ নিচিনা এনে কঠোৰ বাক্য শুনি ৰজা মাটিত লুটি খাই পৰি মূৰ্চ্ছা গ'ল। পাছ মুহূৰ্ত্ততে চেতনা পাই হায়, হায়, কৰি শোক কৰিবলৈ ধৰিলে। হে দয়াময়! কিয় মোক এনে নিঠৰুৱা কৰিলা? ৰাজ্য ত্যাগ কৰি, স্ত্ৰীক লগতলৈ বনলৈ আহিলোঁ। যিমান ধন সোণ আনিছিলোঁ সকলোখিনি শনিয়ে হৰি লৈ গ'ল। অৱশেষত দুয়ো প্ৰাণে বাচি আছিলোঁ। তাতো শনিয়ে বিচ্ছেদ ঘটালে। চিন্তাৰ মন বিষাদত অনুক্ষণ তাপিত হৈ আছে। যেতিয়া চিন্তাই ভয় কৰিব কোনে তেওঁক ৰক্ষা কৰিব? এইদৰে ভাবি ৰজা শোকত কাতৰ হৈ নদীৰ পাৰে পাৰে গৈ থাকিল। স্থাবৰ, জঙ্গম যাকে য'তেই লগ পাইছিল সকলোকে চিন্তাৰ কথা সুধি সুধি গৈ থাকিল। এইদৰে বহু দেশ, নানা স্থান, নদ-নদী, বন-উপবন বহু ক্লেশে পাৰ হৈ গ'ল। ক্ষুধা, তৃষ্ণা, অনাহাৰত বহু কষ্ট পালে; শেষত প্ৰাণটো মাথোন বাচি থাকিল। দৈৱই সকলো কৰে। বিধাতাৰ ইচ্ছাতে সকলো কাম হয়।

অৱশেষত ৰজা চিত্তানন্দ নামৰ বনত থকা সুৰভি আশ্ৰম পালেগৈ। সেই আশ্ৰমৰ শোভা অতি বিচিত্ৰ। সুৰাসুৰ মনোলোভা সেই আশ্ৰম। তাত যেন প্ৰৱেশ কৰিবলৈ যমেও ভয় কৰে। নানাজাতিৰ লক্ষ লক্ষ পশু পক্ষী একে ঠাইতে আছে। ভক্ষক আৰু ভক্ষ্য পশু-পক্ষী নিৰাপদে একে ঠাইতে বাস কৰিছে। সেই আশ্ৰমৰ শোভা অপূৰ্ব্ব আৰু ছয় ঋতু একে সময়তে তাত বিৰাজ কৰে। কোনেও কাকো

ভয় নকৰে। সকলোৱে নিজ নিজ বাসস্থানত নিৰ্ভয়ে বাস কৰে। ৰজা অতি পুণ্যবান, সেই কাৰণে গো মাতা সুৰভিৰ আশ্ৰমত উপস্থিত হ'ল গৈ।

## (৬)
## (সুৰভিৰ আশ্ৰমত ৰজা)

সুৰভিয়ে সুধিলে, তুমি কোন্? ক'ৰ পৰা আহিছা? ৰজাই উত্তৰ দিলে, মা! মোৰ নিবেদন শুনা। এইবুলি ৰজাই আদ্যোপান্ত সকলো বিবৰণ সুৰভিৰ আগত ক'লে। সুৰভিয়ে ৰজাৰ দুখৰ কথা সকলো শুনি ক'লে, তোমাৰ যিমান দিন গ্ৰহ বেয়া আছে, সিমান দিন তুমি ইয়াতেই থাকা। তোমাৰ কোনো ভয় নাই। ইয়াত শনিয়ে তোমাক একো কৰিব নোৱাৰে। ইয়াতে থাকি তোমাৰ দুৰ্দ্দিনৰ সময়খিনি কটোৱা। এই আশ্ৰম এৰি কলৈকো নাযাবা। এই আশ্ৰম এৰি গ'লে পুনৰায় শনিৰ কোপত পৰিবা। ৰজাই ক'লে, মাতা! তোমাৰ যেনে আজ্ঞা। মই দুখ পাৰ নহয় মানে ইয়াতে থাকিম। এইদৰে শ্ৰীবৎস ৰজা নিৰ্ভয়ে তাত থাকিল। কামধেনু সুৰভিৰ পোৱালী নন্দিনীয়ে যিমান দুধ খায় তাতকৈ বেছি গাখীৰ সুৰভিৰ ওহাৰৰ দুধাৰেদি মাটিত পৰি মাটি ভিজি যায়। ৰজাই সেই গাখীৰেৰে ভিজা মাটি দুইহাতে বোকা কৰি পাট তৈয়াৰ কৰি তাল বেতালক মনে মনে চিন্তা কৰি দুখন দুখন পাট লগ লগাই থৈ দিয়ে। এইদৰে ঈশ্বৰক ধ্যান কৰি কালহৰণ কৰিলে আৰু হেজাৰ হেজাৰ পাট গঠন কৰিলে। ঠায়ে ঠায়ে শই শই ভাগ কৰি স্তূপাকাৰ কৰি থৈ দিলে। এইদৰে বহুদিন পাৰ হৈ গ'ল।

পাছত ৰজা পুনঃ শনিৰ মায়াত পৰিল। সেই বন আছিল সাগৰৰ উপকণ্ঠত। যি মহাজনে চিন্তাক লৈ গৈছিল সেই মহাজন বণিজৰ পৰা ঘূৰি আহিল। ডিঙ্গা বাই লৈ যোৱা ৰজাই পাৰৰ পৰা দেখিলে। ৰজাই অৱশ্যে নাজানে যে এইজনেই সেই মহাজন। ৰজাই পাৰৰ পৰা সদাগৰক চিঞৰি মাতিলে, হে সদাগৰ, তোমাৰ নাও সোনকালে পাৰত লগোৱা এই বুলি বিনয় বচনেৰে অনুৰোধ কৰিলে। মহাজনে ৰজাৰ আহ্বান শুনি নাও পাৰত লগালে। ৰজাই তেতিয়া মহাজনক ক'লে, মহাজন! ভাগ্যৰ বলত উচ্চ বংশতে উপজিছিলোঁ। নিজ কৰ্ম্মফলৰ বাবে সকলো নষ্ট হৈ গৈছে। মোৰ দুখৰ কথা কাক কি কম? বিধাতাৰ বিধান লঙ্ঘন কৰিবৰ মোৰ কি সাধ্য আছে? তুমি যদি দয়া কৰি অলপ সহায় কৰা তেন্তে মই এই বিপদ সাগৰৰপৰা উদ্ধাৰ হ'ব পাৰোঁ। মই কিছুমান সোণৰ পাট তৈয়াৰ কৰিছোঁ। তুমি যদি সেইবোৰ নাৱত তুলি তুলি যি দেশত বণিজ কৰিছা সেই দেশলৈ লৈ যোৱা ময়ো তোমাৰ লগতে যাব পাৰোঁ। সোণৰ পাটখিনি বেচিলে যদি লাভবান হওঁ, তাৰদ্বাৰা বিপদৰ পৰা তৰিব পাৰোঁ। ৰজাৰ

বিনয় কথা শুনি সদাগৰে নিজৰ ভৃত্যক আদেশ দি সোণৰ পাটবোৰ নাৱত তুলিলে। ৰজাও নাৱত উঠিল।

শনিৰ মায়াৰ কি অন্ত আছে? সেই সদাগৰ বৰ কপট আৰু পাষণ্ড আছিল। সেই দুষ্টই চিন্তা সতীক লৈ গৈছিল। এতিয়া সি মনে মনে ভাবিলে, দৈৱে মোক এই ধন মিলাই দিছে। এতিয়া এওঁক (ৰজাক) বধ কৰি ধনৰ হেপাহ পলুৱাম। এই বুলি সেই দুষ্টই ৰজাক বান্ধি সাগৰত পেলাই দিলে। ৰজাক যেতিয়া সদাগৰে বান্ধিব ধৰিছিল তেতিয়া ৰজাই ত্ৰাহি ত্ৰাহি চিঞৰিছিল আৰু মনে মনে স্মৰণ কৰিছিল—হে তালবেতাল বন্ধু দুজন! তোমালোক এতিয়া ক'ত? এই মহাবিপদৰপৰা মোক ৰক্ষা কৰা। হে প্ৰিয়ে চিন্তাদেৱী! তুমি মোক এৰি ক'লৈ গ'লা? মোৰ দুৰ্গতি চোৱাহি। সেই নাৱতে পতিব্ৰতা চিন্তা আছিল। স্বামীৰ কাতৰ বচন শুনি তেওঁ কান্দি উঠিল। যেতিয়া দুষ্টই ৰজাক সাগৰত পেলাই দিছিল তেতিয়া তালবেতাল নিদ্ৰাদেৱীৰ ৰূপ ধৰি আহিল। এজনে ৰজাৰ চকু ৰক্ষা কৰিলে আৰু আনজনে ভেলা হৈ ৰজাৰ ৰক্ষাৰ উপায় কৰিলে। ৰজা তুলাৰ নিচিনা ভাহি যাব ধৰিলে। সেই সময়ত চিন্তাদেৱীয়ে এটা গাৰুৰ যোগান ধৰিলে। সেই গাৰুত মুৰ থৈ ৰজা ভাহি ভাহি যাব ধৰিলে। এইদৰে বহুদিন ভাহি ভাহি যাই ৰজাই সৌতিপুৰ পালেগৈ।

সৌতিপুৰত এজনী মালিনীৰ শুকান ফুলৰ বাগিচাত ৰজা আহি লাগিল। সেই বাগিচাত বহুদিন ফুলৰ গছবিলাক শুকাই আছিল। ৰজা আহি পোৱা মাত্ৰকে শুকান গছবিলাক সজীৱ হৈ উঠিল আৰু তাত ফুলবোৰ ফুলি উঠিল। আগৰদৰে অশোক, কিংশুক, নাগ, বকুল, চম্পা, গন্ধৰাজ, জাৰুল, পাৰুল আদি সকলো ফুলেই ফুলি। ফুলৰ গন্ধত মৌৰ আশাত মৌমাখিবোৰ আহিল। যোৰে যোৰে কুলিয়ে মনৰ হৰিষত পঞ্চমত ৰাগিনী তুলি গান গাবলৈ ধৰিলে। ছয় ঋতুৰ আবিৰ্ভাৱ হ'ল আৰু তাত যেন শৰধনু হাতত লৈ কামদেৱ উদয় হ'ল। আগৰ নিচিনাকৈ বনৰ অপূৰ্ব্ব শোভা হ'ল। মালিনী তেতিয়া আনফালে গৈছিল। নিজৰ কাম শেষ কৰি মালিনী যেতিয়া ঘৰলৈ আহিল, উদ্যানৰ শোভা দেখি বিস্ময়ত অভিভূত হ'ল। কাৰণ কি একো বুজিব নোৱাৰিলে। অতি হৰিষমনে মালিনী বাগিচাত সোমাল আৰু এফালৰপৰা ফুলৰ গছবোৰ নিৰিখি নিৰিখি চাবলৈ ধৰিলে।

এনেতে মালিনীয়ে শ্ৰীবৎসক দেখা পালে। কন্দৰ্পৰ নিচিনা ধুনীয়া পুৰুষ এজনক দেখি মালিনীয়ে সুধিলে; তুমি কোন মহাজন? ক'ৰ পৰা আহিছা? সঁচা কথা কোৱা, বাছা; তোমাৰ ঘৰ কত? মালিনীৰ বিনয় বচন শুনি ৰজাই নিজৰ কাহিনী কবলৈ ধৰিলে। মই বণিজ কৰিবলৈ আহিছিলোঁ। ডিঙা বুৰি মই বৰ বিপাণ্ডত পৰোঁ। ভাগ্যহেতুকে মোৰ প্ৰাণ বাচে আৰু তোমাৰ ফুলত আহি

লাগিছোঁ। মানুহৰ ভাৱনা বা আশা-আকাঙ্ক্ষাৰ কোনো অৰ্থ নাই। ভৱিতব্যই হে মূল। মালিনীয়ে ৰজাৰ কথা শুনি ক'লে, তুমি মোৰ ঘৰতে থকা। তোমাৰ কোনো ভয় নাই। তোমাৰ দুখৰ অন্ত পৰিছে আৰু শুভ গ্ৰহৰ সময় উপস্থিত হৈছে; নহলে নাও ডুবিও তুমি প্ৰাণ কিয় পাইছা? মোৰ কোনো নাই। মই অকলে আছোঁ। মোৰ ঘৰত তুমি ভাগিন্ হিচাবে থকা। এইদৰে শ্ৰীবৎস ৰজাই এইবাৰ মালিনীৰ ঘৰত আশ্ৰয় ল'লে।

## (৭)
## (শ্ৰীবৎস আৰু ভদ্ৰাৰ বিয়া)

মালিনীৰ কথা শুনি ৰজা বৰ আনন্দিত হ'ল আৰু সন্তোষ মনেৰে মালিনীৰ ঘৰত থাকিল। মালিনীয়ে যোগাৰ কৰি দিয়ে আৰু ৰজাই নিজে ৰান্ধি খায়। এইদৰে কোনেও নজনাকৈ ৰজা বহুতদিন তাত থাকিল। মানুহৰ ভাল দিন আহিলে দিনেদিনে তাৰ শুভ হবলৈ ধৰে। বিধিৰ বিধান অপূৰ্ব্ব। কোনেও তাৰ মৰ্ম্ম বুজি নাপায়। সৃজন পালন তেওঁৰে হাতত। এবাৰ সৃষ্টি কৰে আকৌ ধ্বংস কৰে। জীৱ কৰ্ম্মযোগে যোৱা অহা কৰে। পুনঃ জন্মে পুনঃ মৰে। এইদৰে ঘূৰি ফিৰি যোৱা অহা কৰে। এই জনমৰ কৰ্ম্মফল পৰজনমত ভোগে। ইয়াকেই অদৃষ্ট বোলে। মূঢ়লোকে তাক বুজি নাপায়, লোভ কৰি পৰৰ বস্তু অপহৰণ কৰে আৰু যে কিমান কুকাম কৰে। স্থিৰ ভাৱে একো কাম কৰিব নোৱাৰে।

ৰজা মালিনীৰ ঘৰত থাকোঁতে এটা আশ্চৰ্য্য ঘটনা ঘটিল। সেই দেশত বাহুদেৱ নামে এক মহাতেজা ৰজা আছিল। তেওঁৰ ভদ্ৰা নামে এটি কন্যা আছিল। ৰূপে গুণে জগতত ধন্যা হৈছিলে। সৌজন্যত দ্ৰোপদীৰ সমতুল্যা আছিল। জন্মাৱধি তেওঁৰ কৰ্ম্ম আছিল—হৰগৌৰীক আৰাধনা কৰা। হৈমৱতী স্তৱত তুষ্ট হৈ তেওঁক বৰ মাগিবলৈ ক'লে। শুনি ৰাজকন্যাই বৰ হৰ্ষমুক্তা হৈ কৰযোৰে প্ৰণাম কৰি ক'লে—

শুনা মাতা ব্ৰহ্মময়ী গতি নাই বিনা তুমি
তৰাব লাগিব ই দাসীক।
বৰ যদি দিবা তুমি শ্ৰীবৎস নৃপতি স্বামী
এই বৰ দিয়া তুমি মোক।।

হৰ-প্ৰিয়া পাৰ্ব্বতীয়ে "তথাস্তু" বুলি সেই বৰকেই দিলে। পাৰ্ব্বতীয়ে পুনঃ ক'লে—ভদ্ৰা। গুপুত কথা এটি শুনা। তোমাৰ স্বামী শ্ৰীবৎস মহাৰাজ ৰত্নাৱতী মালিনীৰ ঘৰত আছে। তেওঁক বৰমাল্য দি সুখে ঘৰ কৰা গৈ। তোমাৰ বাঞ্ছা অনুসাৰে তোমাক এই বৰ দিলোঁ।

ৰাজকন্যাই বৰ পাই আনন্দযুক্তা হৈ দেৱীপূজাৰ উৎসৱ কৰিলে। ইফালে শ্ৰীবৎস ৰজাই মালিনীৰ ঘৰত মালা গাঁথি কাল হৰণ কৰিছিল। ফল, ফুল আৰু জলেদি সদায় নাৰায়ণৰ পূজা কৰিছিল তেওঁ কেতিয়াও ধৰ্ম্ম ত্যাগ কৰা নাছিল।

এদিনাখন মহীপাল বাহুদেৱ ভোজনত বহিছে এনেতে ৰাজকন্যা ভদ্ৰাই সোণৰ থালত অন্ন-ব্যঞ্জন লৈ আহিল। ৰজা বাহুদেৱে নিজৰ ৰাণী অহা বুলি ভাবি পৰিহাস কৰি কথা ক'লে। ভদ্ৰা কান্দি কান্দি ৰাণীৰ ওচৰ পালেগৈ। ৰাণীয়ে শুনি খংমনে ৰজাৰ ওচৰলৈ আহি নানাপ্ৰকাৰ ভৰ্ৎসনা কৰিলে। "হে মহাৰাজ, তুমি ৰাজমদত মজি ধৰ্ম্মপথ ত্যাগ কৰি সকলো নষ্ট কৰিছা। পৰকালৰ বন্ধু ধৰ্ম্মক পাহৰি বিষয়ত মত্তহে ৰাজভোগত নিজকে পাহৰি গৈছা। তুমি জানানে, মহাৰাজ, এদিন শমন আহি উপস্থিত হ'ব। তেতিয়া তুমি কি বোল বুলিবা? এনে কুকাম আৰু অন্যায় আচৰণ কোনোবাই কৰেনে? নিজৰ কন্যাক কোনে পৰিহাস কৰে। সৎপাত্ৰ আনি যদি কন্যাদান কৰা যায় তেন্তে চিৰচিন বৈকুণ্ঠত স্থান হয়। তাকে নকৰি তুমি তোমাৰ কন্যাক পৰিহাস কৰিছা? তোমাৰ জীৱন ধিক্! শত ধিক্ তোমাক ৰজা!

ৰাণীৰ এনে ভৰ্ৎসনা শুনি ৰজা বৰ লজ্জিত হ'ল আৰু ক'লে—হে মহাদেৱী! মোৰ কথা শুনা! মিছাকৈয়ে মোক লাঞ্ছনা দিছা। ইমান ডাঙৰ যোগ্যা কন্যা মোৰ ঘৰত আছে। এই কথা মোক তুমি কেতিয়াও সোঁৱৰাই দিয়া নাই। মই কেতিয়াও ধৰ্ম্ম হেলা কৰা নাই। অন্তৰ্য্যামী নাৰায়ণে মোৰ মন জানে। মই প্ৰতিজ্ঞা কৰি কলোঁ, মই অতি সোনকালে কন্যাৰ স্বয়ম্বৰ পাতিম।

এই কথাৰ পাছত ৰজাই পাত্ৰ মন্ত্ৰী সকলোকে মতাই অনালে আৰু ভূমণ্ডলত যিমান মানুহ আছে সকলোকে নিমন্ত্ৰণ জনাবলৈ আদেশ দিলে। ঘোষণা কৰি দিয়া হ'ল যে ৰাজকন্যা ইচ্ছাবৰী হ'ব। এই কথা শুনি সকলো আনন্দিত হ'ল। যিয়ে যত আছে সকলো স্বয়ম্বৰ সভালৈ আহিল। যিমান ৰাজ্যৰ ৰজা আছিল, সকলোৱে বাহুদেৱৰ ৰাজ্যলৈ আহিল। কিমান যে ৰজা মহাৰজা আহিল—কিমানৰ নাম কোৱা যাব? কলিঙ্গৰ ৰজা আহিল, তৈলিঙ্গৰ ৰজা আহিল, সৌৰাষ্ট্ৰ সুধামৰ ৰজা আহিল। চতুৰঙ্গ দলত আৰু যে কিমান ৰজা আহিল। ৰজা বাহুদেৱে সকলোকে উপযুক্ত বাহৰ কৰি দিলে। সকলোৱে ৰম্য স্থান পাই সুস্থিৰ হ'ল। ভক্ষ্য ভোজ্য কিমান দিলে তাৰ পৰিমাণ নাই। কোনে খায়, কোনে লয়, কোনে আনি দিয়ে তাৰ কোনে লেখ নাই। কেৱল খোৱা খোৱা, লোৱা লোৱা এই মাত্ৰ শুনা যায়।

দীঘলে পুতলে ৰাজপুৰীৰ পৰিমাণ দহ ক্ৰোশ। একোটা একোটা মণ্ডপত একোজন ৰজাই বাস কৰিছে। প্ৰত্যেককে যথাযোগ্য সম্ভাষণ জনোৱা হৈছে। ৰজাসকল আনন্দিত হৈ নানা প্ৰকাৰ কথাৰ আলাপত মজি থাকিল।

ৰজা বাহুদেৱ অধিবাসৰ বাবে অগ্নিপূজা কৰিবলৈ ৰাজ সভালৈ গ'ল। ইফালে মালিনীৰ মুখত শ্ৰীবৎস ৰজাই ভদ্ৰাৰ স্বয়ম্বৰৰ আয়োজনৰ কথা শুনিলে। ৰাজকন্যা কেনেকৈ ইচ্ছাবৰী হয় তাকে চাবলৈ ইচ্ছা কৰিলে। সমান আসনত সমভাৱে সকলোবিলাক ৰজা বহি আছে আৰু এজোপা কদম গছৰ তলত শ্ৰীবৎস ৰজাই স্থান কৰি লৈছে। প্ৰজাপতিৰ নিৰ্ব্বন্ধ কোনেও খণ্ডাব পাৰে। হাতত চন্দনৰ পাত্ৰ আৰু বৰমাল্য লৈ ভদ্ৰাৱতী সভাত উপস্থিত হ'ল। ভদ্ৰাৰ ৰূপৰ কথা বৰ্ণনা কৰিব নোৱাৰি। শচী তিলোত্তমাৰ ৰূপো ভদ্ৰাৰ সমতুল্য নহব। লক্ষ্মী অংশত ভদ্ৰা আহি পৃথিৱীত জনম ধৰিছে। যেন নাৰায়ণীয়ে ৰজাৰ পূৰ্ব্ব ঋণৰ পৰা মুক্তি পাবলৈ কামনা কৰিছে।

সভাৰ মাজলৈ ভদ্ৰা আহি নিবেদন কৰিলে—"এই সভাত দেৱতা আৰু ব্ৰাহ্মণ যিমান আছে সকলোৱে মোৰ নমস্কাৰ গ্ৰহণ কৰিব, আৰু মই যেন মোৰ পতি পাওঁ সেই আশীৰ্ব্বাদ কৰিব।" এই বুলি ৰাজকন্যাই চাৰিওফালে নিৰীক্ষণ কৰিলে।

এনেতে শূন্যবাণী হ'ল। "তুমি যাৰ বাবে বাৰ বছৰ তপস্যা কৰিছিলা, তোমাৰ প্ৰাণৰ ঈশ্বৰ সেইজন কদম গছৰ তলত বহি আছে।" এই দৈৱবাণী শুনি ভদ্ৰা হাঁহিমুখে য'ত শ্ৰীবৎস ৰজা বহি আছিল তালৈ গ'ল আৰু শ্ৰীবৎস ৰজাক প্ৰদক্ষিণ কৰি ৰজাৰ চৰণত চন্দনমাল্য দি দণ্ডবৎ প্ৰণাম কৰি হাতযোৰকৈ থিয়দি থাকিল। সভাৰ সকলো মানুহে হাঁহি দিলে। দুষ্ট ৰজাসকলে ছিঃ ছিঃ কৈ অপাৰ হাঁহিলে আৰু শিষ্টজনে ক'লে—"এয়ে বিধাতাৰ লিখন, নিজৰ ইচ্ছাত কোনে কি কৰিব পাৰে? বিধিৰ নিৰ্ব্বন্ধ কোনেও খণ্ডাব নোৱাৰে। কায়াৰ লগত যেনেকৈ ছায়া যায় নিৰ্ব্বন্ধ তেনেকৈ মানুহৰ পাছে পাছে যায়।" এনেকৈ সকলোৱে আলোচনা কৰি যাৰ যি দেশ সেই দেশলৈ যাত্ৰা কৰিলে।

বাহুদেৱ ৰজাৰ চিত্তত বৰ অনুতাপ হ'ল। শীঘ্ৰগতিত অন্তঃপুৰলৈ উঠি গ'ল আৰু কান্দি কান্দি ৰজাই ৰাণী মহাদেৱীৰ ওচৰ পালেগৈ। ভগৱানে ভদ্ৰাৰ কপালত ইয়াকেহে সাঁচি থৈছিল। ইমানবিলাক ৰজা মহাৰজা আছিল। ভদ্ৰাই কাকো বৰণ নকৰিলে। এজন নীচ কুলৰ লোকক দেখিহে তাইৰ মন মজিল। সাতাম পুৰুষলৈ মোৰ অখ্যাতি থাকিল। মোৰ এনে ইচ্ছা হৈছে যে মই যেন গলত কটাৰী দি মৰিম।

ৰাণীয়ে ক'লে মহাৰাজ, শুনা। তোমাৰ বা মোৰ চিন্তা অকাৰণ, যেতিয়া যি হয় ঈশ্বৰৰ ইচ্ছাতেই হয়। তুমি আৰু মই যি চিন্তা কৰোঁ সি সকলো মিছা। যিজনে হেলাতে সৃজন কৰে আৰু হেলাতে সংহাৰ কৰে তেওঁৰ মায়া বুজে কাৰ এনে শক্তি আছে? ভদ্ৰাক তেঁৱেই তেনে বুদ্ধি দিছে। তুমি মই চিন্তা কৰি কি কৰিম?

ৰাণীৰ প্ৰবোধ শুনি ৰজাই মন্ত্ৰী আৰু আন আন পাৰিষদক মাতি আনি ভদ্ৰাৰ বাবে বাহিৰত আবাস স্থিৰ কৰিবলৈ আদেশ দিলে। ভক্ষ্য ভোজ্য যি লাগে তাকেই দিবলৈ ক'লে। ৰাজপুৰীত ভদ্ৰাৰ কোনো প্ৰয়োজন নাই। সভাৰ মাজতে মোৰ যথোচিত লাঞ্ছনা হৈ গৈছে। ভদ্ৰা কন্যাৰ মুখ আৰু মই নাচাওঁ। বিধাতাই অন্তঃপুৰীতে মোৰ স্থান নিৰ্ণয় কৰিলে। ভদ্ৰাই ইমানদিন ভগৱতীক আৰাধনা কৰি এতিয়া কুজাতি আৰু কুৰূপ বৰকেহে বৰিলে। ইয়াকে ভাবি মোৰ অন্নজল নুৰুচা হ'ল। ইচ্ছা হয় যেন আজিয়েই জুইত জাপ দি মৰোঁ। লোক সমাজত মই মুখ দেখুৱাম কেনেকৈ? এই ধিক্ জীৱন মোৰ বা কিয় থাকে? হায়! হায় বিধি! কিয় এনে হ'ল? ভদ্ৰাৰ কাৰণে কত শত ৰজা মহাৰজা আহিল। কাকো বৰণ নকৰি ভদ্ৰাই এজন দৰিদ্ৰক হে বৰণ কৰিলে। এনেদৰে ভাবি ৰজাই কান্দিব ধৰিলে।

ৰাণীয়ে ক'লে—ৰজা তোমাৰ বুদ্ধি হৰ্ত হৈছে। ভগৱানেই একমাত্ৰ কৰ্ত্তা। তেৱেঁই কৰণ আৰু কাৰণ, তুমি আৰু মই কৰ্ম্মপাশত আবদ্ধ আছোঁ আৰু মায়াৰ কাৰণে আমি ইমান আকুল হৈছোঁ। মহাৰাজ, মায়া মোহ ত্যাগ কৰা। ধৰ্ম্মক সাৰ কৰা। ধৰ্ম্মৰ পৰাই সংসাৰ-সমূদ্ৰ পাৰ হব পৰা যাব।

এইদৰে ৰজাক বুজাই মহিষী ভদ্ৰাৰ ওচৰলৈ গ'ল। ৰাণীয়ে গৈ দেখিলে ভদ্ৰা স্বামীৰ ওচৰত আছে। ইষ্টলাভ হোৱাত মুগ্ধ হৈ গৈছে। আন কাৰো ফালে নাচায়। ইয়াকে দেখি ৰাণীৰ অতিশয় দুখ হ'ল। কন্যাক কোলাত লৈ নিজ আঁচলেৰে মুখ মচি দিলে আৰু বাহিৰৰ আবাসতে জী-জোঁৱাইক মধুৰ কথাৰে তুষ্ট কৰিলে। ভদ্ৰা! এই আবাসতে থাক্। কোনো দুখ মনত নানিবি। কিছুদিন গ'লে বৰ সুখ পাবি। গৌৰী আৰাধনাৰ ফল মিছা হব নোৱাৰে। নিশ্চয় তই ৰাজৰাণী হবি। এইদৰে কন্যাক প্ৰবোধ দি মহিষী য'ত ৰজা আছে তালৈকে গ'ল। ভদ্ৰা ক'লৈ গ'ল বুলি ৰজাই সুধিলে। ৰাণীয়ে ক'লে সিহঁতক বাহিৰ মন্দিৰত ৰাখিছোঁ। ভক্ষ্য ভোজ্য সকলো বস্তু তাতে আয়োজন কৰি দিয়া হৈছে। নিতৌ ৰাজপুৰীৰপৰা সেইদৰে দিয়া হব। এইদৰে শ্ৰীবৎস ৰজা ভদ্ৰাৰ লগত বাহিৰ আবাসত থাকিল।

## (৮)

## (শ্ৰীবৎস ৰজাৰ চিন্তাৰ লগত মিলন)

শ্ৰীবৎস চিন্তাৰ এই উপাখ্যান ভগৱান শ্ৰীকৃষ্ণই যুধিষ্ঠিৰ আদি পঞ্চপাণ্ডৱ আৰু দ্ৰৌপদীৰ আগত বৰ্ণনা কৰিছিল। শ্ৰীবৎস ৰজাৰ সকলো দুখ বৰ্ণনা কৰি ভদ্ৰাৰ বিয়া পৰ্য্যন্ত কোৱাত পাচোঁ ভাই আৰু নাৰীহৃদয়া দ্ৰৌপদী চিন্তাৰ কাৰণে

দুখিত হৈ উদ্বিগ্ন মনে চিন্তাৰ বিষয়ে সুধিব ধৰিলে। চিন্তাৰ কি গতি হ'ল বুলি সকলোটিয়ে প্ৰশ্ন কৰিলে। চিন্তাৰ কথা পাহৰি শ্ৰীবৎস ৰজাই ভদ্ৰাক লৈ কেনেকৈ বঞ্চিলে?

শ্ৰীকৃষ্ণই তেতিয়া উত্তৰ দিলে—সকলো কথা কওঁ শুনা। ৰজা শ্ৰীবৎসে মানহীন অৱস্থাত বাহুদেৱ ৰজাৰ আবাসত কাল কটাব ধৰিলে। পৰৰ ঘৰত পৰৰ অন্নত প্ৰতিপালিত হৈ ৰজা শ্ৰীবৎসই মৰণান্তিক দুখ পাইছে আৰু নিজৰ জীৱনক ধিক্কাৰ দিছে। দিনেৰাতি ৰজাই দুখ কৰি থাকে আৰু ভদ্ৰাই প্ৰিয় কথাৰে সান্ত্বনা দিয়ে। ভদ্ৰাই কয়,—নাথ! বহুদিন দুখত গৈছে; আৰু বেছিদিন পলম নাই। সোনকালেই ভালদিন আহিব আৰু পূৰ্ব্বৰ ৰাজ্য ঘূৰাই পাবা। জ্ঞানী লোক কেতিয়াও কাতৰ নহয় আৰু ঈশ্বৰক ধিয়াই কৰ্ম্ম কৰি যায়। হে প্ৰভু! ৰাম নাম লৈ পৰম তত্ত্বত মন সঁপি দিয়া। এইদৰে প্ৰবোধ বাক্যেৰে ভদ্ৰাই ৰজাক সান্ত্বনা দিয়ে। ৰজাইয়ো অহৰ্নিশে ঈশ্বৰক চিন্তা কৰি কাল কটাইছে। ক্ৰমে বাৰ বছৰ পাৰ হৈ গ'ল। শনিৰ ভোগ উকলি আহিল আৰু ৰজাৰ ভাল দিন পৰিল।

কিছুদিন পাছত ৰজা শ্ৰীবৎসই ভদ্ৰাক ক'লে—ভদ্ৰা! তোমাৰ পিতাৰাক কৈ মোক ক্ষীৰোদ নদীৰ পাৰত কৰ সধা কামটো দিওৱা। শুনি ভদ্ৰাই ততালিকে ৰাণীৰ আগত ক'লে আৰু ৰাণী ইঙ্গিতত ৰজাই তৎক্ষণাৎ সেই কামটো দিলে। ৰজাৰ আজ্ঞা পাই শ্ৰীবৎসই নদীৰ পাৰত পাৰঘাটৰ কৰ সধা হৈ থাকিল। সেই নদীয়েদি শ শ মহাজনে নাও লৈ যায়। ৰজাই নাৱৰ সকলো বস্তু তালাচ কৰি পুনৰ এৰি দিয়ে।

শ্ৰীকৃষ্ণই কৈছে, "চোৱা ধৰ্ম্মৰাজ যুধিষ্ঠিৰ! এদিন কেনে দৈৱ ঘটনা ঘটিল।" কিছুদিন পাছত সেই সাধু নাও লৈ ঘাটলৈ আহিল। শ্ৰীবৎস ৰজাই সেই নাও আটক কৰিলে আৰু নিজৰ মানুহ দুনুহক নাৱৰ সকলো বস্তু পাৰত তুলিবলৈ ক'লে। আজ্ঞা পাই সিহঁতে যিমানবোৰ সোণৰ পাট নাৱত আছিল, আটাইবোৰ পাৰত নমালে। সদাগৰ ক্ৰুদ্ধ হৈ বাহুদেৱ ৰজাৰ ওচৰত গোচৰ দিলে গৈ। "চোৱা মহাৰাজ! তোমাৰ জোঁৱায়ে মোৰ সৰ্ব্বস্ব লুটি ল'লে।" ৰজাই শুনি ক্ৰোধান্বিত হৈ সুধিলে, "তুমি এই সাধুৰ সোণৰ পাটবোৰ কিয় নিছা?

শ্ৰীবৎসই ক'লে, "শুনক, মহাৰাজ! এই বেটা সাধু নহয়, ই দুষ্ট মহাজন; ই যদি সোণৰ পাটবোৰ দুখন কৰি দিব পাৰে তেতিয়াহে জনা যাব সেই পাট তাৰ হয়।"

তেতিয়া ৰজাই সাধুক মাতি ক'লে "তুমি সোণৰ পাট এখন খুলি দুখন কৰি দিয়া। যদি এখন পাট দুখন হয় তেতিয়া জনা যাব যে এই পাট তোমাৰ হয়।" তেতিয়া সাধুৱে কুঠাৰ আনি সোণৰ পাট খুলিবলৈ যত্ন কৰিলে। খুলিব নোৱাৰি বৰ লাজ পালে।

তেতিয়া শ্ৰীবৎস ৰজাই সভাত ক'লে, "আপোনালোক সকলোৱে দেখিছে, যে এই সাধুৱে সোণৰ পাট দুখন কৰি খুলিব নোৱাৰিলে! এতিয়া চাওক, এই পাট খুলি মই দুখন কৰি দিম।" এই বুলি শ্ৰীবৎস ৰজাই তাল-বেতালক স্মৰণ কৰিলে। স্মৰণ কৰা মাত্ৰকে এখন পাট খুলি দুখন হৈ গ'ল। সভাৰ মানুহে দেখি বিস্ময় মানিলে।

তেতিয়া বাহুদেৱ ৰজাই কৰযোৰ কৰি ক'লে, "কোৱা, বাপু! তুমি কোন মায়াধৰ? দেৱতা নে, গন্ধৰ্ব্ব, নে যক্ষ, ৰক্ষ, কিন্নৰ নে নাগ, নে নৰ? ভদ্ৰাৰ ভাগ্যৰ সীমা নাই, সেই কাৰণেহে তোমাক লাভ কৰিছে। সঁচাকৈ কোৱা বাপু! তুমি মোৰ আগত মিছা কথা নকবা।"

শহুৰেকৰ এনে বিনয় কথা শুনি শ্ৰীবৎসই কবলৈ ধৰিলে। সমানে সমানেহে বিধাতাই যোৰ মিলায়। সুখ দুখ শৰীৰৰ ভোগ সকলোৰে হয়। শনিৰ পীড়াৰ কাৰণে আজি বাৰ বছৰ মৃত্যুসম যন্ত্ৰণা ভুগি আপোনাৰ নগৰলৈ আহিছোঁ। বিধাতাৰ নিৰ্ব্বন্ধত ভদ্ৰাক গ্ৰহণ কৰিছোঁ। শুনক মহাৰাজ! মই নীচজন নহয়। মোৰ বিবৰণ শুনক।

মই প্ৰাগ্ দেশপতি শ্ৰীবৎস ৰজা। চিৰদিন ন্যায় ধৰ্ম্মমতে ৰাজ্য পালন কৰিছোঁ। এই বুলি ৰজাই শনি আৰু লক্ষ্মীৰ বিবাদৰ কথা আদ্যোপান্ত বিবৰি ক'লে। শনিয়ে নিজ খুচিমতে ৰূপৰ আসনত বাওঁফালে বহিছিল আৰু লক্ষ্মীমাতা সোণৰ আসনত সোঁফালে বহিছিল। তেওঁলোকৰ বিচাৰ নিজে নিজেই কৰিছিল; অথচ শনিদেৱ ক্ৰুদ্ধ হৈ লঘুদোষত মোক গুৰুদণ্ড দিছে। ৰাজ্যনাশ, বনবাস, স্ত্ৰী বিচ্ছেদ আৰু মৰণাধিক দুখ মোক দিছে।

শ্ৰীবৎসৰ মুখত এনে কথা শুনি ৰজা বাহুদেৱে যোৰহাত কৰি ক'লে— 'ৰাজন্! মোৰ দোষ ক্ষমা কৰক। মই নাজানি দোষ কৰিছোঁ। মোৰ ভদ্ৰাৰ গৌৰীপূজা সাৰ্থক হৈছে। ভদ্ৰাই মোৰ কুল ধন্য কৰিছে। আপোনাৰ নিচিনা বৰ ভদ্ৰাই পাইছে। আজি মোৰ শৰীৰ অমৃতেৰে অভিষিক্ত হৈছে। এই বুলি ৰজা কাতৰ হৈ মাটিতে পৰি গ'ল।

শ্ৰীবৎস ৰজাই তেতিয়া ক'লে—শুনক, ৰজা! সৰু জনক এনে কথা কোৱা উচিত নহয়। আপুনি সোনকালে মোৰ হিত কৰক। নাৱত মোৰ চিন্তা বন্ধা আছে। সোনকালে তেওঁক মোচন কৰক।

বাহুৰজাই এই কথা শুনি ততালিকে পাত্ৰ মিত্ৰসকলক লৈ নদীৰ ঘাটলৈ গ'ল। তাত গৈ দেখে যে চিন্তাদেৱী কাতৰমনে বহি আছে। ৰজাই চিন্তাদেৱীক সম্বোধন কৰি ক'লে—হে মাতা! দুখৰ দিন পাৰ হৈছে। সোনকালে উঠা। তোমাৰ বিচ্ছেদত শ্ৰীবৎস ৰজা দুখী হৈ আছে। উঠা মাতা! দুয়োগৈ মিলিত হোৱা। তাৰ পাছত চিন্তাৰ জৰাযুক্ত শৰীৰ দেখি তাৰ কাৰণ সুধিলে। শুনি চিন্তাই মৃদু হাঁহিৰে জৰাযুক্ত অঙ্গৰ ইতিহাস ক'লে।

চিন্তাৰ কথা শুনি বাহু ৰজাই দুখেৰে কান্দিব ধৰিলে। তুমি মা সতী, পতিব্ৰতা। তিনিও ভুৱনৰ লোকে তোমাৰ গুণ স্মৰণ কৰিব।

তাৰ পাছত চিন্তাদেৱীয়ে পূৰ্ব্বৰ কথা মতে সূৰ্য্যক চিন্তা কৰি পূৰ্ব্বৰ ৰূপ গ্ৰহণ কৰিলে। ৰজাই তেতিয়া চতুৰ্দ্দোল আনিবলৈ আদেশ দিলে; কিন্তু চিন্তাই পলম নকৰি উদ্বিগ্ন চিত্তে চতুৰ্দ্দোলখনলৈ বাট নাচাই খোজ কাঢ়ি গ'ল। শ্ৰীবৎস ৰজাৰ ওচৰ পাই স্বামীক প্ৰদক্ষিণ কৰি প্ৰণিপাত কৰিলে। দেখি শ্ৰীবৎস ৰজাই আস্তেব্যস্তে নিজে বহা সিংহাসনৰ বাওঁকালে চিন্তাক বহুৱালে। ক্ষণে ক্ষণে আলিঙ্গন কৰি মুখত পুনঃ পুনঃ চুমা খালে। বহুদিনৰ মূৰত বহু দুখ কষ্ট ভোগ কৰাৰ পাছত স্বামী-স্ত্ৰীৰ মিলন হৈছে। প্ৰেমৰ আৱেশত দুয়ো বিভোৰ হ'ল।

ৰাতি বিনোদ শয্যাত শ্ৰীবৎস ৰজাই শয়ন কৰিলে আৰু চিন্তা আৰু ভদ্ৰা উভয়ে স্বামীৰ পদসেৱা কৰিলে। হাঁহি-তামাছা আৰু নানা প্ৰকাৰ আনন্দত ৰাতি কটালে। ৰাতি পুৱা সভা পাতি বাহুৰজাই শ্ৰীবৎস চিন্তাক নানা বিধানে পূজা কৰিলে আৰু সকলোৱে শাস্ত্ৰাদি আলোচনা প্ৰসঙ্গত আনন্দ উৎসৱ কৰিলে।

## (৯)
## (শ্ৰীবৎস ৰজাৰ শনিত্যাগ)

বাহুদেৱ ৰজাই শ্ৰীবৎস চিন্তাৰ মিলনত এইদৰে সভাসদসকলৰ সহিত আনন্দ আলোচনা কৰি থাকোঁতে শনিয়ে আকাশবাণী কৰিলে।

হে সভাসদ্‌লোকসকল! শুনা, দেৱতা, গন্ধৰ্ব্ব, যক্ষ, বিদ্যাধৰ, বিদ্যাধৰী, ৰাক্ষস, কিন্নৰ, নৰ সকলোৱে মোক মানে কিন্তু শ্ৰীবৎস ৰজাই মোক নামানে। ইমান সাহস! মানুহ হৈও তেওঁ মোক নামানে। সুৰাসুৰে যাক ভয় কৰে, মানুহ হৈ তেওঁ তাক অৱজ্ঞা কৰে। এইবুলি কৈ কৈ শনি আহি ৰাজসভাত ওলাল। শনিৰ তেজোময় আভাত সভা উজ্জ্বল হৈ উঠিল। শনিৰ দেহৰ ৰং আৰক্ত পিঙ্গল। ৰূপত যেন তপত সোণহে। পৰিধানত অতি উত্তম ৰঙা কাপোৰ। শনিক দেখি আস্তে ব্যস্তে সকলোৱে উঠি হাতযোৰ কৰি স্তৱ কৰিব ধৰিলে। হে নৱগ্ৰহৰূপী জনাৰ্দ্দন। তুমি সকলোৰে সাৰ। স্বৰ্গ, মৰ্ত্ত্য, পাতাল সকলো ঠাইতে সকলো ঘটতে তোমাৰ পূজা হয়। তুমি সকলোৰে ভাগ্যবিধাতা।

শ্ৰীবৎস ৰজাইয়ো এইদৰে বহু স্তৱ কৰিলে। তেতিয়া তুষ্ট হৈ শনিয়ে ক'লে "হে শ্ৰীবৎস ৰজা। মোৰ পূজা কৰা। তোমাৰ আৰু কোনো ভয় নাই। হে নৰপতি। সেশলৈ ঘূৰি যোৱা। তুমি দহ হাজাৰ বছৰ একচ্ছত্ৰী ৰজা হৈ থাকিবা। এশ পুত্ৰেৰে পুত্ৰবান হবা আৰু মহাধন কন্যাৰত্নও পাবা। অন্তত বৈকুণ্ঠত বাস

হ'ব। মোৰ লগত বিবাদ কৰি তোমাৰ এই প্ৰমাদ ঘটিল। পৃথিৱীত এই ঘোষণা থাকিল যে যেয়ে তোমাৰ নাম ল'ব তাৰে মনৰ ব্যথা আঁতৰিব।

শ্ৰীবৎস ৰজাক বৰ দি শনৈশ্চৰ বৈকুণ্ঠলৈ গুচি গ'ল। শনি যেতিয়া বৰ দি গুচি গ'ল, বাহুৰজাই পুত্ৰসকলেৰে সৈতে সভাত বিবিধ প্ৰকাৰ নৃত্যগীত কৰালে। ৰাজ্যৰ ঘৰে ঘৰে নানা বাদ্য মহোৎসৱ আৰম্ভ হ'ল, কোনোৱেবা হাস্য পৰিহাসত মগ্ন হ'ল, কোনোৱেবা পাশা খেলত মত্ত হ'ল। কোনোৱেবা ধনু-শৰ লোফালুফী কৰি অস্ত্ৰ খেল খেলিলে। কোনোৱে হয়তো চকুক ফাকি দি ভোজ বিদ্যাৰ খেল খেলিলে। কোনোৱে নাচিছে। কোনোৱে গীত গাইছে। ৰাজ্যৰ সকলো ঠাইতে আনন্দ উপচি পৰিল। নগৰে নগৰে গাঁৱে গাঁৱে আলিবাটৰ দুয়োফালে তামোল গছ আৰু কলগছ ৰুই দিছে। চন্দনৰ পানী সকলোফালে চটিয়াই দিছে। ৰাজ্যবাসীসকলে দিব্য ৰত্ন অলঙ্কাৰ পিন্ধি বেশভূষা কৰিছে। অগুৰু, চন্দন আৰু চুৱা সানি ফুলৰ মালা লৈছে। কোনোবাই হয়তো উত্তম কাপোৰ পিন্ধিছে; আকৌ কোনো নাৰীয়ে হয়তো চৰ্ব্ব্য-চুষ্য লেহ্য-পেয় বস্তুৰ আয়োজন কৰি সোনকাল কৰি ৰান্ধিছে। কোনো কোনো ঠাইত হয়তো ব্ৰাহ্মণ-ভোজন কৰাইছে। নগৰত ঘোষণা হ'ল যে মালিনীৰ ঘৰত শ্ৰীবৎস ৰজা আছিল। ধন্য ৰজা বাহুদেৱ যে ভদ্ৰাৰ নিচিনা কন্যা পাইছিল যাৰ বলত শ্ৰীবৎস ৰজাৰ নিচিনা ৰাজাধিৰাজক জোৱাঁই স্বৰূপে পালে। এইদৰে আনন্দ উৎসৱৰ মাজত শ্ৰীবৎস ৰজা শহুৰেকৰ ঘৰত কিছুদিন বঞ্চিলে।

এদিনাখন শ্ৰীবৎস ৰজাই শহুৰেকৰ ওচৰত নিবেদন জনালে যে তেওঁ নিজ দেশলৈ ঘূৰি যাবলৈ ইচ্ছা কৰে। অনুমতি লাগে। বহুদিন জ্ঞাতি বন্ধুসকলক দেখা নাই।

বাহু ৰজাই ক'লে তুমি কি কথা কৈছা, বাপু, তোমাক যাব দিব নোৱাৰোঁ। তুমি এই দেশৰে ৰজা হোৱা। তুমি কিয় যাবলৈ ওলাইছা?

শ্ৰীবৎস ৰজাই ক'লে—মোৰ নিজৰ ৰাজ্যত বিশৃঙ্খলা ঘটিছে। নিজৰ দেশলৈ মই যাবই লাগিব। আপুনি স্নেহ-পৰবশ হৈ ইয়াত আপোনাৰ ৰাজ্য মোক দান কৰিছে। সেইটো কেনেকৈ হ'ব? আপোনাৰ পুত্ৰসকল আছে। এই ৰাজ্য তেওঁলোকৰ।

বাহুৰজাই শ্ৰীবৎস ৰজাৰ অভিপ্ৰায় বুজি তৎক্ষাণাৎ সাৰথিক মতাই আনি ৰথ সজাবলৈ ক'লে আৰু সৈন্য সামন্ত লগত দিবলৈ যো-জা কৰিলে। শ্ৰীবৎস ৰজাই তেতিয়া ক'লে মোৰ ৰাজ্য সমুদ্ৰৰ দক্ষিণ পাৰত। সৈন্য সামন্ত ঘোঁৰা হাতী তালৈ কেনেকৈ যাব?

বাহুৰজাই তেতিয়া সুধিলে তুমিনো তেন্তে তালৈ কেনেকৈ যাবা? শ্ৰীবৎসই ক'লে—উপায় দেৱতা মাথোন। মোৰ তালবেতাল সিদ্ধি আছে। এই বুলি ৰজাই তাল বেতালক স্মৰণ কৰিলে।

স্মৰণ কৰা মাত্ৰকে দুয়ো আহি উপস্থিত হ'ল। শ্ৰীবৎসই আদেশ কৰিলে যে মোক নিজ দেশলৈ লৈ যোৱা। এই বুলি শহুৰেকক প্ৰণাম জনাই চিন্তা আৰু ভদ্ৰাক মাতিলে। চিন্তা আৰু ভদ্ৰাই পিতৃ-মাতৃত বিদায় লৈ ৰথত উঠিলহি। ৰথৰ চূড়াত তাল-বেতাল সাৰথি হৈ বহিল। সুললিত গতিত বায়ুবেগে ৰথ গুচি গ'ল। নিমিষতে দহ হাজাৰ যোজন পাৰ হৈ গ'ল।

ৰজাই প্ৰশ্ন কৰিলে—তাল, কোৱাচোন ই কি ঠাই? তালে উত্তৰ দিলে এই সুৰভি আশ্ৰম। কোৱাৰ পাছৰ মুহূৰ্ত্ততে কাঠৰীয়াসকলৰ ঘৰ পালে। তাৰ পাছত তালে ক'লে, ৰজা, এই-ঠাইতে তোমাৰ পোৰা মাছ পলাই যায। তাৰ পাছত শনিয়ে ভগা নাও লৈ আহি য'ত কথা চুৰ্ কৰি নিছিল সেই ঠাই পালে। নিমিষতে সেই ঠাই অতিক্ৰম কৰি আহি নিজৰ দেশ পালেহি। তালে ক'লে-ৰজা, নিজৰ দেশ পাইছা।

ৰজাই তেতিয়া চিন্তা আৰু ভদ্ৰাৰে সৈতে ৰথৰ পৰা নামিল আৰু ধীৰে ধীৰে নিজৰ ঘৰৰফালে খোজ ল'লে। ৰজা অহা বাতৰি পাই সকলো মানুহ আহিল। মৃত শৰীৰত যেন সকলোৰে প্ৰাণৰ সঞ্চাৰ হ'ল।

ৰজা সিংহাসনত বহিল। দুয়ো ৰাণী বাঁওফালে বহিল। পাত্ৰ মিত্ৰ সকলোৱে ৰাজপূজা কৰিলে। পূৰ্ব্বৰ সুহৃদ্ বন্ধুসকল আহিল। ৰাজ্যৰ সকলো আনন্দিত হ'ল। শত্ৰুসকল নিৰানন্দ হ'ল। ৰজাই আগৰ দৰে ৰাজ্য শাসন কৰিব ধৰিলে। পৰম সুশীলা ভদ্ৰা আৰু চিন্তাৰ গৰ্ভত ক্ৰমে ক্ৰমে এশ পুত্ৰ জন্মিল। দুই ৰাণীৰ দুই কন্যা উপজিল। ৰজা সুখত যেন অমৃতৰ দ্বাৰাহে অভিষিক্ত হৈছে। বহুকাল ৰজাই ৰাজত্ব কৰিলে। ধৰ্ম্মকাৰ্য্য, যাগ-যজ্ঞ যে কিমান কৰিলে তাৰ সীমা সংখ্যা নাই। দীৰ্ঘকাল ৰাজ্য কৰি অন্তকালত ৰাণীৰ সহিত স্বৰ্গী হয়।

ভগৱান শ্ৰীকৃষ্ণই যুধিষ্ঠিৰক সান্তনা দিছে—মহাৰাজ! দৈৱাধীন কৰ্ম্মত শোক কৰা উচিত নহয়। শ্ৰীবৎস চৰিত্ৰ আৰু শনিৰ মাহাত্ম্যৰ কথা যিজনে শুনে বা যিজনে পঢ়ে তেওঁ পবিত্ৰ হয়। কেতিয়াও শনিয়ে তেওঁক পীড়া নিদিয়ে। ই শাস্ত্ৰৰ কথা। সন্দেহ বা সংশয়ৰ স্থান নাই।

—x—

# চ্যৱন মুনিৰ উপাখ্যান

## (১)

ৰাজাধিৰাজ শ্ৰীৰামচন্দ্ৰই বশিষ্ঠ ঋষিৰ পৰামৰ্শ অনুসাৰে অশ্বমেধ যজ্ঞৰ আয়োজন কৰিছিল। অশ্বমেধ যজ্ঞত শাস্ত্ৰীয় বিধি অনুসাৰে যথাবিহিত অধিবাস আদি সমাপন কৰি যজ্ঞত ব্ৰতী হৈ সুসজ্জিত অশ্ব এটি এৰি দিয়া হয়। অশ্বই নিজ খুচি মতে বিভিন্ন দেশ ঘূৰি ফুৰে। যি দেশৰ ৰজাই এই অশ্ব আটক কৰিব, হয় তেওঁ বশ্যতা স্বীকাৰ কৰি অশ্ব ঘূৰাই দিব লাগিব নাইবা অশ্বৰক্ষক আৰু তেওঁৰ সৈন্যবাহিনীৰ সহিত যুদ্ধ কৰিব লাগিব। অশ্বৰক্ষকে ৰজাক যুদ্ধত পৰাস্ত কৰি অশ্ব উদ্ধাৰ কৰি আনিলেহে অশ্বমেধ যজ্ঞ সমাপন কৰিব পাৰিব। শ্ৰীৰামচন্দ্ৰৰ অশ্বমেধ যজ্ঞৰ অশ্বৰ ৰক্ষক আছিল শত্ৰুঘ্ন। তেওঁৰ লগত আছিল ভৰতৰ পুত্ৰ পুষ্কল, শ্ৰীৰামচন্দ্ৰৰ মন্ত্ৰী সুমতি, বীৰবৰ হনুমান আৰু অন্যান্য বীৰসকল।

যজ্ঞৰ ঘোৰা অনুসৰণ কৰি গৈ থাকোঁতে মহাবীৰ শত্ৰুঘ্নই এখন পবিত্ৰ আশ্ৰম দেখিবলৈ পালে। এই আশ্ৰমৰ চতুৰ্দ্দিকে বহুতো মৃগ-পহু আৰু ধুনীয়া ধুনীযা পক্ষীয়ে নিৰ্ভয়চিত্তে চৰি ফুৰিছিল। এই আশ্ৰমত অনৱৰত বেদধ্বনি হৈছিল সেই বেদমন্ত্ৰ শুনি বহু মানুহে নিজৰ পাপ ক্ষয কৰিছিল। অগ্নিহোত্ৰ যজ্ঞৰ ধোৱাঁৰ দ্বাৰা নভোমণ্ডল পৱিত্ৰ হৈছিল। সেই আশ্ৰমৰ কোনো কোনো ঠাই ঋষিসকলৰ যজ্ঞীয কাষ্ঠৰ স্তূপেৰে সুশোভিত হৈ আছিল। তাত হিংসা বা দ্বেষৰ কোনো ঠাই নাছিল। সেই আশ্ৰমত গো-পালন আৰু মৃগ-পালন আশ্ৰমবাসীৰ আৱশ্য কৰ্ত্তব্য আছিল। মেকুৰীৰ ভয়ত তাত ইন্দুৰে গাঁত খানি লুকাই থাকিব নালাগিছিল। ম'ৰা চৰাই আৰু নেউল সাপৰ জাত-শত্ৰু, কিন্তু সেই আশ্ৰমত ম'ৰা চৰাই আৰু নেউলে সাপৰ লগত আনন্দমনে খেলা কৰি থাকিছিল। হাতী আৰু সিংহ স্বভাৱত পৰস্পৰ শত্ৰু হলেও তাত সদায় মিত্ৰভাৱাপন্ন হৈ বাস কৰিছিল। হৰিণবিলাকে ঋষিসকলে সংগ্ৰহ কৰি অনা ধান নিৰ্ভয়ে ভক্ষণ কৰিছিল আৰু ঋষিসকলে এই হৰিণবিলাকক নিজৰ ল'ৰা-ছোৱালীৰ নিচিনাকৈ পালন কৰিছিল। সিহঁতৰ কেতিয়াও অকাল মৃত্যুৰ ভয় নাছিল। আশ্ৰমৰ গাভীবিলাকৰ আকৃতি আছিল বশিষ্ঠৰ কামধেনুৰ নিচিনা। সেই গাভীবিলাকৰ খুৰাৰ ধূলিৰে আশ্ৰম পবিত্ৰ হৈ আছিল আৰু মহৰ্ষিসকলে কুশ আৰু সমিন্ধ হাতত লৈ সদায় ধৰ্ম্মকাৰ্য্য কৰি ফুৰিছিল।

এনে সুন্দৰ আৰু পৱিত্ৰ আশ্ৰম দেখি শত্ৰুঘ্নই ৰামৰ সৰ্ব্বজ্ঞ মন্ত্ৰী সুমতিক সুধিলে—হে সুমতে! সেই যে আগত আশ্ৰমখন দেখা গৈছে সেই আশ্ৰম কোন



হে সুন্দৰি! নাকান্দিবা, মোক পতিৰূপে ভজনা কৰা

মুনিৰ? ইয়াত দেখিছোঁ পৰস্পৰ বিৰোধী জন্তুবিলাকে হিংসা দ্বেষ পৰিত্যাগ কৰি নিৰ্ব্বিবাদে বিচৰণ কৰি ফুৰিছে। মোক সেই মুনিজনাৰ কথা কওক যাতে মুনিৰ পৱিত্ৰ চৰিত-কথা শুনি মোৰ শৰীৰ, মন আৰু প্ৰাণ পৱিত্ৰ হয়।

বীৰবৰ শত্ৰুঘ্নৰ প্ৰশ্নত শ্ৰীৰামচন্দ্ৰৰ ধীমান্ মন্ত্ৰীয়ে কবলৈ ধৰিলে—বীৰবৰ! এই যে আশ্ৰম আপুনি দেখিছে য'ত পশু-পক্ষীয়ে স্বভাৱজ হিংসা দ্বেষ আৰু পৰস্পৰৰ প্ৰতি পৰস্পৰৰ বিৰোধীভাৱ পৰিত্যাগ কৰি আনন্দমনে বাস কৰি আছে তাত মহামুনি চ্যৱনে বাস কৰে। এই আশ্ৰম মহা মহা তপস্বীসকলৰ দ্বাৰা সুশোভিত হৈ আছে আৰু মুনিপত্নীসকলে আনন্দমনে ইফালে সিফালে ঘূৰি ফুৰিব লাগিছে। এই আশ্ৰমৰ নাম চ্যৱনাশ্ৰম।

এই চ্যৱন মহামুনিয়ে স্বায়ম্ভূৱ মহাযজ্ঞত ইন্দ্ৰক অপমান কৰি স্বৰ্গবৈদ্য অশ্বিনীকুমাৰ দুজনক যজ্ঞৰ ভাগ দিছিল। এই তপোনিধি মূৰ্ত্তিমান্ বেদস্বৰূপ। তেওঁৰ তপোবল অত্যধিক। তেওঁৰ তপোবলৰ প্ৰভাৱৰ কথা কোনেও কৈ শেষ কৰিব নোৱাৰে।

মহাবীৰ শত্ৰুঘ্নই চ্যৱন মুনিৰ প্ৰভাৱৰ কথা শুনি তেওঁনো ইন্দ্ৰক কেনেকৈ অপমান কৰিছিল, কোন সময়ত দেৱতাসকলৰ যজ্ঞৰ ভাগ অশ্বিনীকুমাৰ দুজনক দিছিল আৰু স্বায়ম্ভূৱ যজ্ঞত নো ইন্দ্ৰই কি কৰিছিল সেই কথা সুমতিক সুধিলে।

সুমতিয়ে ক'লে—ব্ৰহ্মাবংশত ভৃগু নামে এজন মহৰ্ষিৰ উদ্ভৱ হৈছিল। এদিনাখন সন্ধ্যাৰ সময়ত তেওঁ সমিন্ধ আনিবলৈ গৈছিল আৰু অগ্নিক গৃহৰক্ষী কৰি থৈ গৈছিল। এনে সময়ত দমন নামেৰে এক বলৱান্ ৰাক্ষস যজ্ঞৰ বিঘ্ন কৰিবৰ কাৰণে সেই আশ্ৰমত উপস্থিত হৈ অতি ভীষণভাৱে চিঞৰিব ধৰিলে।

দমনে অগ্নিক খঙেৰে ক'লে—হে অগ্নি! সেই অধম ভৃগুঋষি ক'ত? তেওঁৰ সতী পত্নী ক'ত আছে? সোনকালে মোক দেখুৱাই দে। নহলে তোৰ নিস্তাৰ নাই।

অগ্নিয়ে দমনৰ কথা শুনি মনে মনে ভীত হৈ ভাবিবলৈ ধৰিলে, "মই এতিয়া কি কৰোঁ? ভৃগুমুনিৰ গৃহৰক্ষাৰ ভাৰ মোৰ ওপৰত। অন্দৰত সগৰ্ভা ভৃগুপত্নী আছে। এই দুৰন্ত ৰাক্ষসৰ হাতৰপৰা মই তেওঁক কেনেকৈ ৰক্ষা কৰোঁ? কি উপায় কৰোঁ"?

ইফালে দমনে অগ্নিক নমতা দেখি পুনঃ খঙেৰে ক'লে—হে দুৰাচাৰ! তই নামাত কিয়? সোনকালে বাট এৰি দে। দুৱাৰ খুলি ঋষিপত্নী ক'ত আছে মোক দেখুৱাই দে।

অগ্নি ভীত হৈ বাট এৰি দিলে আৰু গৰ্ভৱতী ঋষিপত্নীক দেখুৱাই দিলে।

ভৃগু পত্নীয়ে—"ক'ত তুমি নাথ, হে তপোধন! মোক এই ৰাক্ষসৰ হাতৰ পৰা ৰক্ষা কৰা, প্ৰভু!" বুলি চিঞৰিব ধৰিলে।

দমনে বলেৰে ঋষিপত্নীক বাহিৰলৈ টানি আনি কবলৈ ধৰিলে—হে



এই মুহূর্ত্তে ভস্ম হৈ যা।

সুন্দৰী! নাকান্দিবা। মোক পতিৰূপে ভজনা কৰা। সুখ পাবা। দৰিদ্ৰ ব্ৰাহ্মণে তোমাক কিহেৰে সন্তুষ্ট কৰিব? তোমাৰ কোনো ভয় নাই। তুমি মোৰ লগে লগে আহা। এই বুলি ৰাক্ষসে ঋষিপত্নীৰ ধৰ্ম্ম নষ্ট কৰিবৰ বাবে উদ্যত হ'ল।

ভয়ত ঋষিপত্নীৰ গৰ্ভপাত হয় আৰু ভূমিষ্ঠ বালকে অগ্নিৰ ন্যায় প্ৰজ্জ্বলিত হৈ কবলৈ ধৰিলে—

হেৰ দুৰ্ম্মতে! তই সাধ্বী তিৰোতাৰ ধৰ্ম্ম নষ্ট কৰিব নোৱাৰিবি। তই ক'লৈ যাবি? এই মুহূৰ্ত্ততে ভস্ম হৈ যা।

সেই ভৃগু ঋষিৰ ঔৰসজাত বালকে স্বতঃসিদ্ধ প্ৰভাৱৰ বলত এইদৰে অভিসম্পাত কৰিলত, দুৰ্ব্বুদ্ধি নিশাচৰ অবিলম্বে ভস্মীভূত হৈ গ'ল। তেতিয়া ঋষিপত্নীয়ে সদ্যোজাত বালকক কোলাত লৈ বিমৰ্ষমনে আশ্ৰমলৈ ঘূৰি অহিল।

ইফালে ভৃগুমুনি আশ্ৰমলৈ ঘূৰি আহি অগ্নিৰ দোষত এনে দুৰ্ঘটনা হবলৈ পালে বুলি অগ্নিক ক্ৰোধত অধীৰ হৈ শাপ দিলে—হে দুষ্ট অনল! তই মোৰ পত্নীক শত্ৰুৰ হাতত সমৰ্পণ কৰিছ। সেই পাপত তই সৰ্ব্বভুক্ হ। এই বুলি অগ্নিক অভিসম্পাত কৰিলে।

অভিশপ্ত হৈ অগ্নিয়ে কবলৈ ধৰিলে—হে প্ৰভো! দয়াৰ সাগৰ! মোৰ প্ৰতি কৃপা কৰক। হে মহামতে! মই মিছা কথা কোৱাৰ ভয়ত ৰাক্ষসক আপোনাৰ পত্নীৰ কথা কৈ দিছোঁ। আপোনাৰ অনিষ্ট কৰিবৰ অভিপ্ৰয়ত মই এই কাম কৰা নাই। হে ধাৰ্ম্মিক শিৰোমণি! মোৰ প্ৰতি এই কাৰণে অনুগ্ৰহ কৰক।

মিছা কথা কোৱা পাপ। অগ্নি হতবুদ্ধি হৈও মিছাৰ আশ্ৰয় লোৱা নাছিল। এইবাবে মহামুনি ভৃগুৱে অগ্নিৰ কাতৰ প্ৰাৰ্থনাত দয়াৰ্দ্ৰ হৈ অনুগ্ৰহ প্ৰকাশ কৰি ক'লে—তুমি সৰ্ব্বভুক্ হৈও শুচি থাকিবা।

মানুহ অখাদ্য কুখাদ্য খালে অশুচি হয়। সাত্ত্বিক মনোভাৱ আঁতৰি যায়। অগ্নিয়ে সকলোকে পৱিত্ৰ কৰে। অগ্নিৰ যদি সেই শক্তি কমি যায়, অগ্নিৰ তেজ কমি যাব। সেই কাৰণে মুনিয়ে অগ্নিক শাপৰ পৰা মুক্ত কৰি দিলে। তপস্বী ব্ৰাহ্মণৰ খং যিমান সোনকালে উঠে, তেওঁ ক্ষমাও সিমান সোনকালে কৰিব পাৰে।

তাৰ পাছত বিপ্ৰবৰ ভৃগুয়ে পৱিত্ৰভাৱে কুশ হাতত লৈ সেই গৰ্ভচ্যুত বালকৰ জাতকৰ্ম্মাদি সংস্কাৰ-কৰ্ম্ম সম্পন্ন কৰিলে। আশ্ৰমত থকা তপস্বীসকলে গৰ্ভচ্যুত হোৱা বুলি সেই বালকক চ্যৱন বুলি মাতিছিল। এই অনুসাৰে তেওঁৰ নাম চ্যৱন হ'ল।

সেই বালক শুক্লপক্ষৰ চন্দ্ৰৰ নিচিনাকৈ দিনে দিনে বাঢ়িব ধৰিলে আৰু ক্ৰমে ডাঙৰ হৈ তপোবলী শিষ্যসকলক লৈ লোকপাৱনী ৰেৱানদীৰ পাৰত তপস্যা কৰিবলৈ গ'ল। মহাত্মা চ্যৱনে কঠোৰ তপস্যা আৰম্ভ কৰিলে। তপস্যাত

অযুত বছৰ পাৰ হৈ গ'ল। তেওঁৰ শৰীৰ উইৰ মাটিৰে ঢাকি গ'ল আৰু দুই কান্ধত দুই জোপা পলাশ গছ গজি উঠিল। ক্ৰমে তেওঁৰ গোটেই শৰীৰ ঢাকি থোৱা মাটি টান মাৰিলে। হৰিণবিলাকে মাজে মাজে গা খজুৱাবলৈ আহি সেই মাটিত গা ঘঁহি দিয়ে। তেওঁৰ শৰীৰ যে টান মাটিৰে আগুৰি পেলাইছে তেওঁ তাক কবই নোৱাৰিছিল।

এসময়ত মহাৰাজ মনু (ৰজা শৰ্য্যাতি) তীৰ্থযাত্ৰা কৰিবৰ মনেৰে সপৰিবাৰে আৰু বলবীৰ্য্যশালী সৈন্যসামন্তেৰে সৈতে ৰেৱানদীৰ পাৰত উপস্থিত হয়হি। ৰজাই সেই মহানদীত স্নান আহ্নিক, পিতৃতৰ্পণ আৰু দেৱপূজা কৰি বিষ্ণুৰ প্ৰীতি কামনা কৰি ব্ৰাহ্মণসকলক প্ৰচুৰ অৰ্থ দান কৰিলে। সেই সময়ত তেওঁৰ পৰমাসুন্দৰী কন্যা সুকন্যা সখীসকলৰ লগত ইফালে সিফালে ঘুৰি ফুৰিছিল আৰু মহাবৃক্ষেৰে শোভমান হৈ থকা সেই উইৰ ঢিপিটো দেখা পাইছিল। সেই বল্মীক স্তূপৰ (উইৰ ঢিপিৰ) মাজেদি মহামুনি চ্যৱনৰ উজ্জ্বল চকুযুৰিৰ জ্যোতি ওলাই পৰিছিল। বালিকা-সুলভ চঞ্চলতাবশতঃ ৰাজকুমাৰীয়ে সেই বল্মীক স্তূপৰপৰা যি দুটা ফুটাৰ মাজেদি জ্যোতি প্ৰকাশ পাইছিল সেই ফুটা দুটা শলাৰে বিন্ধি পেলালে। বিন্ধামাত্ৰকে সেই ফুটা দুটাই দি তেজ ওলাবলৈ ধৰিলে। তাকে দেখি ৰাজনন্দিনী উইৰ ঢাপৰ ভিতৰত জীৱিত প্ৰাণী আছে বুলি জানি বৰ দুখ পালে আৰু বৰ গৰ্হিত কাম কৰা বুলি জানি ভয় পাই পিতাক মাকক সেইকথা ন'কলে। ঘোৰ পাপ কাম কৰা বুলি ভাবি নিজে নিজে বৰ অনুতাপ কৰিব ধৰিলে। ইফালে মনুৰ ৰাজ্যত ঘোৰতৰ অশুভ লক্ষণ প্ৰকাশ পালে। ভূমিকম্প ঘনে ঘনে হবলৈ ধৰিলে। আকাশৰ পৰা উল্কাপাত হবলৈ আৰম্ভ কৰিলে। চাৰিওফালে ধোঁৱাৰে আগুৰি পেলালে আৰু সূৰ্য্যমণ্ডল দেখা যাব ধৰিলে। ৰজাৰ বহুতো হাতী আৰু ঘোৰা মৰিল। ধনৰত্ন নষ্ট হ'ল। পৰস্পৰ কলহ-বিবাহ আৰম্ভ হ'ল।

ৰজাই তাকে দেখি উদ্বিগ্নমনে তপস্বীৰ ওচৰত কোনোবাই কিবা অপৰাধ কৰিলে নেকি বুলি অনুসন্ধান কৰিব ধৰিলে। পৰস্পৰৰ মুখৰপৰা নিজ কন্যাই দোষ কৰা বুলি জানি তেওঁ কন্যাক ঋষিৰ ওচৰলৈ লৈ গ'ল। সেই ঠাইত কঠোৰ তপস্যাত মগ্ন হৈ থকা তপস্বীক দেখা পাই ৰজাই "হে মুনিবৰ! দয়া কৰক!" বুলি পুনঃ পুনঃ স্তৱ কৰিব ধৰিলে।

মহাতপা মুনিবৰ প্ৰসন্ন হৈ হৃষ্টচিত্তে ৰজাক ক'লে—মহাৰাজ! এই সমস্ত উৎপাত আপোনাৰ নিজৰ ছোৱালীৰ পৰা হৈছে। তেওঁ মোৰ চকু বিন্ধি দিয়াত মোৰ চকুৰ পৰা বহুতো তেজ ওলাইছে আৰু আপোনাৰ কন্যাই এই কথা জানিও আপোনাক কোৱা নাই। হে মহাৰাজ! যদি আপুনি যথাবিধানে আপোনাৰ এই কন্যাটিক মোক সম্প্ৰদান কৰে তেতিয়া এই উৎপাতবিলাক আঁতৰিব।

ৰজাই তপস্বীৰ এই কথাত বৰ দুখ পালে আৰু প্ৰজ্ঞাচক্ষুঃ সেই ঋষিবৰক

নিজৰ সৎস্বভাৱা আৰু যৌৱনোচিত সুলক্ষণা কন্যা দান কৰিলে। ৰজাই কন্যা সম্প্ৰদান কৰাৰ লগে লগে ঋষিবৰৰ ক্ৰোধৰ পৰা হোৱা উৎপাতবোৰ নাইকিয়া হ'ল। ৰজাই সেই অন্ধ চ্যৱন মুনিক কন্যা সম্প্ৰদান কৰি দুখ মনে ৰাজধানীলৈ ঘূৰি আহিল।

(২)

তাৰ পাছত যোগবলৰ দ্বাৰা নিষ্পাপ শৰীৰ হৈ মহামুনি চ্যৱন মনুকন্যা ভাৰ্য্যাৰ সহিত পৰমসুখে সেই আশ্ৰমত বাস কৰিব ধৰিলে। ৰাজকন্যায়ো অভীষ্ট সিদ্ধিদাতা কুলদেৱতাৰ নিচিনাকৈ সেই বৃদ্ধ আৰু অন্ধ পতিক পৰম ভক্তিসহকাৰে সেৱা কৰিব ধৰিলে। সেই স্বামীক পৰমেশ্বৰ বিষ্ণুৰ ন্যায় জ্ঞান কৰি কায়মনোবাক্যে তেওঁৰ শুশ্ৰূষাত নিযুক্ত হৈ থাকিল। ইন্দ্ৰাণী শচী যেনেকৈ ইন্দ্ৰৰ পদসেৱাত ৰত থাকে, সেইদৰে ৰাজকন্যাই পতিৰ ইঙ্গিতৰ অৰ্থ তৎক্ষণাৎ নিপুণতাৰ সহিত বুজিলৈ মহানুভৱ তপস্বী স্বামীৰ সেৱাত ৰত থাকি পৰম আনন্দ পাইছিল। সৰ্ব্বসুলক্ষণা ক্ষীণাঙ্গী সুন্দৰী ৰাজপুত্ৰীৰ আহাৰ আছিল ফলমূল আৰু প্ৰধান কৰ্ত্তব্য আছিল কায়মনে স্বামীৰ পদসেৱা কৰা। স্বামীৰ পদসেৱা আৰু আজ্ঞাপালন কৰি নিখিল প্ৰাণীৰ হিত সাধনত তেওঁ তৎপৰা আছিল। তেওঁ কাম, দম্ভ, দ্বেষ, লোভ, ভয় আৰু অহঙ্কাৰ পৰিত্যাগ কৰি অতি সাৱধানে চ্যৱন মুনিৰ সন্তোষ বিধান কৰিব ধৰিলে। এইদৰে এহেজাৰ বছৰ স্বামীসেৱা কৰাৰ পাছত তেওঁৰ মনত কামভাৱৰ আবিৰ্ভাৱ হ'ল। সেই সময়ত এদিন স্বৰ্গবৈদ্য অশ্বিনীকুমাৰযুগল চ্যৱন মুনিৰ আশ্ৰমলৈ আহিল। চ্যৱনপত্নীয়ে স্বাগত বাক্যৰ দ্বাৰা অভ্যৰ্থনা কৰি তেওঁলোকক পূজা কৰিলে। ৰাজকন্যাই পাদ্য অৰ্ঘ্যাদিৰ দ্বাৰা যথাৰীতি তেওঁলোকক পূজা কৰাৰ পাছত স্বৰ্গবৈদ্য দুজনে সন্তুষ্ট হৈ স্নেহবশতঃ ৰাজকন্যাক মনোমত বৰ মাগিবলৈ ক'লে। বুদ্ধিমতী ৰাজকন্যাই দেৱবৈদ্য দুজনক সন্তুষ্ট হোৱা যেন বুজি পাই বৰ প্ৰাৰ্থনা কৰিবৰ অভিপ্ৰায় প্ৰকাশ কৰিলে। ৰাজকন্যাই স্বামীৰ অভিপ্ৰায় বুজি লৈ তেওঁলোকক ক'লে—হে দেৱযুগল! আপোনালোকে যদি মোৰ প্ৰতি সন্তুষ্ট হৈছে তেন্তে মোৰ স্বামীৰ চক্ষু দুটা দান কৰক। দেৱবৈদ্য দুজনে সুকন্যাৰ পতিভক্তি দেখি সন্তুষ্ট হ'ল আৰু ক'লে, হে ৰাজকন্যে! তোমাৰ পতিয়ে যদি অন্যান্য দেৱতাসকলৰ নিচিনাকৈ আমাকো যজ্ঞৰ ভাগ লবলৈ ব্যৱস্থা কৰি দিয়ে তেনেহলে আমি তেওঁৰ চক্ষু দান কৰিম। অশ্বিনী কুমাৰদ্বয় চিকিৎসক আছিল কাৰণে দেৱতাসকলৰ সমান শাৰীত স্থান নাপাইছিল আৰু সেইবাবে যজ্ঞৰ ভাগো নাপাইছিল। স্বৰ্গবৈদ্য দুজনৰ কথাত চ্যৱন মুনিয়ে তেওঁলোকক যজ্ঞৰ ভাগ পোৱাৰ ব্যৱস্থা কৰি দিবলৈ স্বীকাৰ কৰিলে।

তেতিয়া তেওঁলোকে চ্যৱন মুনিক ক'লে—আপুনি এই হ্ৰদত অৱগাহন কৰক। এই বুলি তেওঁলোকে জৰাজীৰ্ণ বৃদ্ধ চ্যৱন মুনিক হ্ৰদত প্ৰবেশ কৰালে আৰু তেওঁলোকেও হ্ৰদৰ ভিতৰত প্ৰবেশ কৰিলে। তাৰ পাছত হ্ৰদৰপৰা অতি সুন্দৰ তিনজনা ৰমণীবাঞ্ছিত পুৰুষ ওলাই আহিল। তিনিও দেখিবলৈ একেপ্ৰকাৰৰ। সকলোৰে গলত সোণৰ হাৰ মালা, কাণত সোণৰ কুণ্ডল আৰু পৰিধানত মনোহৰ বস্ত্ৰ। তিনিও সূৰ্য্যৰ ন্যায় তেজস্বী। সুন্দৰী ৰাজকন্যাই এই তিনিজনৰ ভিতৰত কোনজন নিজৰ স্বামী চিনিব নোৱাৰি ভাৱনাত পৰি অশ্বিনীকুমাৰযুগলৰ শৰণাপন্ন হ'ল। অশ্বিনীকুমাৰ যুগলে ৰাজকন্যাৰ পতিভক্তি পৰীক্ষা কৰিবৰ বাবে এইৰূপে তিনিটা মূৰ্ত্তিৰ আবিৰ্ভাৱ কৰাইছিল। ৰাজকন্যাৰ পতিভক্তি দেখি তেওঁলোকে তেওঁৰ পতিক চিনাই দিলে। তাৰ পাছত তেওঁলোকে ভৱিষ্যতে যজ্ঞৰ ভাগ পাবৰ আশাত উৎফুল্ল হৈ চ্যৱন মুনিৰ পৰা বিদায় লৈ বিমানত উঠি স্বৰ্গলৈ গুচি গ'ল।

শৰ্যাতি ৰজাৰ কন্যাই এইদৰে বহুবছৰ চ্যৱন মুনিৰ পৰিচৰ্য্যা কৰি অতিবাহিত কৰিলে। এদিন ঋষি পৰিতুষ্ট আৰু কৃপাপৰবশ হৈ প্ৰেমগদ্‌গদ্ বচনেৰে ক'লে, মানিনি। তোমাৰ একাগ্ৰভক্তি আৰু শুশ্ৰূষাত মই সন্তুষ্ট হৈছোঁ। নানা কাৰ্য্যৰবাবে উপযোগী বুলি সকলো প্ৰাণীয়ে নিজৰ দেহক সযত্নে ৰক্ষা কৰে। তুমি সেই সুন্দৰ দেহৰ ফালে দৃষ্টি নকৰি মোৰ শুশ্ৰূষাৰ দ্বাৰা সেই শৰীৰক যথেষ্ট কষ্ট দিছা। সেইবাবে মই স্বধৰ্ম্মত থাকি তপ, সমাধি, বিদ্যা আৰু আত্মযোগৰ দ্বাৰা যি ভগৱৎপ্ৰসাদ (ঈশ্বৰৰ অনুগ্ৰহ) লাভ কৰিছোঁ, মোৰ সেৱা কৰা বাবে সেই ভগৱৎপ্ৰসাদ পাবৰ তুমি উপযুক্ত। তোমাক মই সেই অভয় আৰু অশোক ভগৱৎপ্ৰসাদ দিব খুজিছোঁ। তুমি মোৰ বৰৰ দ্বাৰা জ্ঞানদৃষ্টি লাভ কৰা। মহাশক্তিশালী ভগৱানৰ কৃপাকটাক্ষত মানুহৰ যিবোৰ স্বৰ্গীয় ভোগ অনায়াসে সিদ্ধ হয়, তুমি মোক সেৱা কৰি সেই পুণ্যৰ বলত সেইবিলাক মনুষ্যদুৰ্লভ দিব্য ৰাজভোগত সিদ্ধিলাভ কৰিছা। এতিয়া তুমি ইচ্ছামতে সুখ ভোগ কৰা।

সমস্ত যোগ বিদ্যাত পাৰ্গত চ্যৱন ঋষিৰ কথা শুনি ৰাজপুত্ৰীৰ মনৰপৰা দুখ আঁতৰি গ'ল। তেওঁ ঈষৎ লজ্জিতভাৱে সস্মিত মুখে গদ্‌গদ্ স্বৰে প্ৰণয় বাক্যৰে বিনীত হৈ ঋষিৰ ওচৰত নিবেদন কৰিলে, হে দ্বিজবৰ! অমোঘ যোগমায়া আপোনাৰ বশীভূত। হে বিভো! হে স্বামিন্! আপুনি যি ক'লে তাত মোৰ সিদ্ধি লাভ হোৱা বুলি ভাবিছোঁ। গুণৱান স্বামীৰ সহবাস সতী ৰমণীৰ অশেষ গুণৰ পৰিচয় দিয়ে। সহবাস ৰূপ সদাচাৰৰ অনুষ্ঠান আপুনি মোৰ লগত সম্পন্ন কৰক। হে প্ৰভো! কামশৰত জৰ্জ্জৰিত হৈ আপোনাৰ সঙ্গ বাঞ্ছা কৰিয়েই নিজৰ শৰীৰক অশেষ কষ্ট দিও আপোনাৰ সেৱা কৰিছোঁ আৰু আপোনাৰ আদেশ পালন কৰি কাল কটাইছোঁ। এতিয়া এই হতভাগিনীৰ মনোৰথ যাতে



সহবাসৰূপ সদাচাৰৰ অনুষ্ঠান মোৰ লগত কৰক।

সিদ্ধ হয় অনুগ্ৰহ কৰি তাৰ ব্যৱস্থা কৰক। এতিয়া কি কৰিব লাগে কওক আৰু আমাৰ বৈষয়িক সুখভোগৰ বাবে এটি ঘৰৰ ব্যৱস্থা কৰক।

মুনিবৰ চ্যৱনে প্ৰিয়াৰ কথা শুনি তেওঁৰ প্ৰীতি কামনাৰ বাবে যোগবলৰ দ্বাৰা তৎক্ষাণাৎ এখন কামপ্ৰদ বিমান আৱিষ্কাৰ কৰিলে। সেই দিব্য বিমান সকলোপ্ৰকাৰ ৰত্নেৰে বিভূষিত আছিল। তাৰ স্তম্ভবিলাক মণিময় আৰু ভিতৰত দিব্য আস্তৰণ পতা। তাৰ ওপৰত বিচিত্ৰ পতাকা। সেই বিমানৰ এনেহে দৈবীশক্তি যে তাত থাকিলে এক অনিৰ্ব্বচনীয় সুখ অনুভৱ হয় আৰু তাৰ প্ৰভাৱত আৰোহণকাৰীৰ অসীম সমৃদ্ধি হয়। সেই বিচিত্ৰ বিমানৰ অভ্যন্তৰত থকা ঘৰবিলাক ফুলৰ মালাৰ দ্বাৰা সুশোভিত আৰু সেই ফুলমালাৰ ফুলৰ মৌ পিবলৈ ভোমৰাবিলাকে গুঞ্জন কৰি আছিল। সেই ঘৰবিলাকৰ কোনো কোনো ঠাইত পাটৰ কাপোৰৰ, কোনো কোনো ঠাইত ৰেছমী কাপোৰৰ, ঠায়ে ঠায়ে তছৰ আৰু গৰদ কাপোৰৰ আঁচল আঁকি দিয়া আছিল।

সেই বিমানৰ দুই আৰু তিনি তলাত বিভিন্ন পালঙ্ক পতা আছিল আৰু তালপাতৰ পাঙ্খাৰ ব্যজনৰ ব্যৱস্থা কৰা আছিল। এই পালঙ্ক আৰু পাঙ্খাবোৰ নানাপ্ৰকাৰ শিল্পকাৰ্য্যৰ দ্বাৰা শোভিত আছিল। ঘৰৰ মজিয়া মহামৰকত মণিৰে সজা আছিল আৰু মাজে মাজে প্ৰৱালেৰে নিৰ্ম্মাণ কৰা বেদিকা আছিল। প্ৰত্যেকখন দুৱাৰৰ সমুখত প্ৰৱালেৰে সজা বাৰান্দা আছিল আৰু দুৱাৰৰ কপাটবোৰ হীৰাৰ আছিল। সেই ঘৰবিলাকৰ ভেটি হীৰাৰে বন্ধোৱা আছিল আৰু তাৰ মাজে মাজে উজ্জ্বল পদ্মৰাগমণি খটোৱা আছিল। ঘৰৰ ভিতৰত চন্দ্ৰাতপ টনা আছিল আৰু সেই চন্দ্ৰাতপত মুক্তাৰ হাৰ ওলমি আছিল। ঋষিবৰৰ সঙ্কল্প বিৰচিত সেই অট্টালিকা সঁচাকৈয়ে কোনোবাই যেন আগৰে পৰা তৈয়াৰ কৰি থৈছিল। এনেভাৱে হাহঁ-পাৰবিলাকে নিঃশঙ্কমনে ইফালে সিফালে কূজন কৰি কৰি উঠি নামি ফুৰিছিল। বিহাৰস্থান, বিশ্ৰামস্থান আৰু চোতালৰ সুব্যৱস্থা দেখিলে অপূৰ্ব্ব বিস্ময় লাগে। সহধৰ্ম্মিণী সুকন্যা বিস্মিত হৈ প্ৰফুল্লমনে অট্টালিকা চাব ধৰা দেখি চ্যৱন মুনিয়ে মনৰ কথা বুজিব পাৰি ক'লে—হে প্ৰিয়ে। তুমি আগেয়ে হ্ৰদত গা ধুই বিমানত উঠা।

ঋষিপত্নী সেই সময়ত ঋতুমতী আছিল আৰু সেইদিনাই ঋতুস্নানৰ সময় আছিল। তেওঁ নিজৰ অঙ্গত ঋতুস্নানৰ উপকৰণ মখাত দেহৰ মলৰ দ্বাৰা তেওঁৰ পয়োধৰ বিচিত্ৰিত হৈ পৰিছিল আৰু চুলিটাৰি বেণীবদ্ধ হৈছিল। এই বেশত নীলপদ্মলোচনা সুকন্যাই স্বামীৰ আদেশ পোৱা মাত্ৰকে হ্ৰদত প্ৰবেশ কৰিলে। সেই মুহূৰ্ত্ততে পদ্মগন্ধেৰে আমোদিত শৰীৰ লৈ সহস্ৰ কিশোৰী বালিকা সেই বিমানৰপৰা ওলাই আহি তেওঁক ক'লে—আমি আপোনাৰ দাসী। আমি কি কাম

কৰিব লাগে আদেশ কৰক। এই বুলি সেই দাসী কন্যাবিলাকে ঋষিপত্নীৰ গাত মহামূল্য স্নানোপকৰণ লেপন কৰি দি তেওঁক স্নান কৰাই নিৰ্ম্মল নতুন কাপোৰ পিন্ধাই দিলে।

তাৰ পাছত সিহঁতে বহুমূল্যবান উজ্জ্বল আৰু উত্তম অলঙ্কাৰ পিন্ধাই দি সুস্বাদু অন্নৰ আহাৰ আৰু অমৃতাসৱৰ পানীয় দিলে আৰু পৰম আদৰ কৰি তেওঁৰ বাবে মাঙ্গলিক অনুষ্ঠান পাতিলে। সুকন্যাই স্নান সমাপন কৰি বেশভূষাৰে সজ্জিতা হৈ আৰ্চিত নিজৰ মুখ আৰু অঙ্গপ্ৰত্যঙ্গ নিৰীক্ষণ কৰিলে। তেওঁৰ পৰিধানত আছিল ৰজোহীন বস্ত্ৰ, গলত আছিল ফুলৰ মালা, মহামূল্য হাৰ আৰু পদক। কণ্ঠত মোহৰ ওলমি পৰিছিল। হাতত বলয় আৰু ভৰিত আছিল সোণৰ নূপুৰ। কৰ্কালত ৰত্নখচিত সোণৰ কাঞ্চী আছিল। তেওঁৰ ভ্ৰূযুগল অতি মনোহৰ আছিল আৰু দাঁতবোৰ আছিল সুলক্ষণযুক্ত। নয়নৰ অপাঙ্গ বগা চন্দনৰ দ্বাৰা স্নিগ্ধ হৈ উঠিছিল। সেই ওলমি পৰা চুলিৰ সৰু সৰু কোঁচাবোৰ দেখিলে বোধ হয় যেন সুকন্যাৰ মুখমণ্ডল পদ্মফুল বুলি ভুল কৰি মৌমাখিবোৰে তাত শাৰী পাতি বহিছিল।

তাৰ পাছত ঋতুস্নাতা ঋষিপত্নীয়ে নিজৰ স্বামী মুনিবৰ চ্যৱনক স্মৰণ কৰা মাত্ৰকে দেখা পালে যে মুনিবৰ ৰমণীসকলৰ মাজত বহি আছে আৰু নিজেও সহস্ৰ বিদ্যাধৰী স্ত্ৰীলোকৰ দ্বাৰা পৰিবেষ্টিত হৈ আছে। তেতিয়া চ্যৱনে দেখিলে যে ঋতুস্নান কৰি স্তনযুগল বস্ত্ৰৰ দ্বাৰা আবৃত কৰি অনুৰূপ বেশভূষাৰে সজ্জিত হৈ অপূৰ্ব্ব শ্ৰীধাৰণ কৰি সহস্ৰ বিদ্যাধৰীৰ দ্বাৰা সেৱিতা হৈ তেওঁৰ পত্নী উপস্থিত হৈছে। মুনি পত্নীৰ প্ৰতি একান্ত অনুৰক্ত হৈ তেওঁক বিমানত তুলি ল'লে। এইদৰে বিষয়ানুৰক্ত হৈও ঋষিৰ তপোমহিমা অক্ষুন্ন থাকিল। তেওঁ বিদ্যাধৰীসকলৰ দ্বাৰা পৰিবেষ্টিত হৈ প্ৰিয়াৰ সহিত বিমানত আৰোহণ কৰি আকাশত পূৰ্ণচন্দ্ৰৰ নিচিনা শোভা পাব ধৰিলে। ৰমণীৰত্ন সুকন্যাৰ সহিত ধনপতিৰ নিচিনাকৈ চ্যৱন মুনিয়ে কিছুকাল বিমানত সুখভোগ কৰি অষ্ট লোকপালসকলৰ বিহাৰস্থান কুশপৰ্ব্বতলৈ গ'ল। সেই কুশ পৰ্ব্বতত কন্দৰ্পদেৱৰ সহচৰ মলয় পৱন সদায় মন্দ মন্দ ভাৱে প্ৰৱাহিত হৈ থাকে আৰু মন্দাকিনী মধুৰ কুলু কুলুধ্বনি কৰি বৈ থাকে। এইদৰে ময়ুৰ কুঞ্জিত হিমালয় পৰ্ব্বত, বৈশ্ৰম্ভকবন, দেৱোদ্যান নন্দন, পুষ্পভদ্ৰ, মানস সৰোৱৰ আৰু চৈত্ৰৰথত বহুকাল বিহাৰ কৰিলে।

## (৩)

এইদৰে সমস্ত ভূমণ্ডল পৰিভ্ৰমণ কৰি চ্যৱন মুনি ৰমণীৰত্ন সুকন্যাৰ লগত

যে কিমানদিন বিহাৰ কৰিলে তাক সুকন্যাই বুজিবই নোৱাৰিলে। কিছুদিনৰ পাছত সেই তপস্বী ব্ৰাহ্মণে বুজিব পাৰিলে যে প্ৰিয়তমাৰ মনোবাঞ্ছা পূৰ্ণ হৈছে আৰু প্ৰিয়তমা ইন্দ্ৰিয়সেৱাত চৰিতাৰ্থ হৈছে। তেতিয়া তেওঁলোকে পুনৰায় যত পৰস্পৰবিৰোধী মৃগপক্ষীসকলে বাস কৰে সেই আশ্ৰমলৈ ঘূৰি আহিল। তপোনিধি চ্যৱন ঋষিয়ে আশ্ৰমলৈ ঘূৰি আহি শিষ্যসকলৰ দ্বাৰা পৰিবৃত হৈ পুনৰায় কঠোৰ তপস্যাত নিমগ্ন হ'ল।

ইয়াৰ কিছুদিন পাছত ৰজা শৰ্য্যাতিয়ে দেৱতাৰ উদ্দেশ্যে যজ্ঞ কৰিবৰ কাৰণে চ্যৱন মুনিক আনিবলৈ কেইজনমান ভৃত্য পঠাই দিলে। ভৃত্যসকলে আহি শৰ্য্যাতিৰ নিমন্ত্ৰণৰ কথা কোৱাত মহাতপা দ্বিজবৰ চ্যৱন মুনিয়ে ধৰ্ম্মপত্নী আৰু সদাচাৰ নিৰতা সেই সুকন্যাক লৈ ৰাজভৱনলৈ আহিল। অশ্বিনীকুমাৰৰ বৰত ঋষিৰ সেই জৰাগ্ৰস্ত শৰীৰৰ পৰিবৰ্ত্তন হৈছে। তেওঁ সুন্দৰ কমনীয় মূৰ্ত্তি লাভ কৰিছে। পত্নীসহ তেওঁ ৰাজসভালৈ আহিল। মহাযশস্বী ৰজা শৰ্য্যাতিয়ে তেওঁক চিনিব নোৱাৰিলে। তেওঁ তেওঁৰ কন্যাৰ লগত সূৰ্য্যৰ ন্যায় তেজস্বী সুন্দৰ মূৰ্ত্তি পুৰুষ দেখি কিছু ৰুষ্ট হ'ল। কন্যাই আহি যেতিয়া ৰজাৰ পদবন্দনা কৰে "পৰপুৰুষ সঙ্গতা" হোৱা বুলি ভাবি তেওঁ কন্যাক আশীৰ্ব্বাদ নকৰিলে; বৰঞ্চ নিতান্ত অসন্তুষ্ট হৈ ক'লে—তোমাৰ এনে গৰ্হিত কাম কিয়? তুমি সৰ্ব্বলোকবন্দিত সেই তপস্বীপ্ৰবৰ স্বামীক প্ৰতাৰণা কৰিছা। তুমি সেই জৰাগ্ৰস্ত স্বামীক অপছন্দ কৰি তেওঁক পৰিত্যাগ কৰি এই পথিক উপপতিক ভজনা কৰিছা। সৎবংশত জন্মি তোমাৰ এনে বুদ্ধিভ্ৰংশ হ'ল কিয়? তুমি মোৰ বংশৰ কলঙ্ক আনিছা। লাজ চৰম ত্যাগ কৰি জাৰসঙ্গতা হৈ পিতৃকুল আৰু স্বামীকুল অধোগামী কৰিবলৈ ওলাইছা।

পিতাই এইদৰে তিৰস্কাৰ কৰিব ধৰাত সুকন্যাই নিৰ্ম্মল হাঁহিৰে ঈষৎ হাঁহি পিতাকক ক'লে—পিতা। এওঁৱেই সেই ভৃগুপুত্ৰ—আপোনাৰ জোৱাঁই। এইবুলি স্বামীৰ ৰূপযৌৱন প্ৰাপ্তিৰ আদ্যোপান্ত বৃত্তান্ত পিতাকৰ আগত সমস্ত বিবৰি ক'লে। মহাৰাজ শৰ্য্যাতি সমস্ত বৃত্তান্ত শুনি বিস্মিত হ'ল আৰু বৰ সন্তুষ্ট হৈ কন্যাক কোলাত লৈ আদৰ কৰিলে।

তপোবলশালী চ্যৱন মুনিয়ে যজ্ঞোৎসাহী শৰ্য্যাতি ৰজাক সোমযজ্ঞ কৰিবলৈ আদেশ দিলে। যজ্ঞ সম্পন্ন হ'লে তপৰ প্ৰভাৱত মুনিবৰে অশ্বিনীকুমাৰযুগলৰ বাবে যজ্ঞভাগ গ্ৰহণ কৰিলে। চিকিৎসা ব্যৱসায় কৰা বাবে ঘৃণিত হৈ অশ্বিনীকুমাৰ দুজনে দেৱসমাজত স্থান নাপাইছিল। তেওঁলোকে দেৱসমাজত এক শাৰীত বহিব নোৱাৰিছিল বুলি যজ্ঞৰ ভাগ নাপাইছিল। চ্যৱন মুনিয়ে তপোবলৰ দ্বাৰা অশ্বিনীকুমাৰ দুজনক দেৱতাৰ শাৰীত স্থান দিবলৈ ওলোৱাত দেৱৰাজ ইন্দ্ৰই বজ্ৰ হাতত লৈ চ্যৱন মুনিক হত্যা কৰিবলৈ উদ্যত

হ'ল। ইন্দ্ৰ বজ্ৰ হাতত লৈ চ্যৱন মুনিক মাৰিবলৈ ওলোৱাত মুনিয়ে এক হুঙ্কাৰ দি ইন্দ্ৰৰ হাত স্তম্ভিত কৰি দিলে।

সকলোৱে দেখা পালে যে মন্ত্ৰবলৰ দ্বাৰা তেওঁৰ বাহু স্তম্ভিত হোৱাত ইন্দ্ৰই নিৰুদ্ধবীৰ্য্য বিষধৰ সৰ্পৰ নিচিনা খঙতে ফোঁচ ফোঁচ কৰিব ধৰিলে আৰু তপোনিধি চ্যৱন মুনিয়ে নিৰ্ভীকচিত্তে অশ্বিনীকুমাৰ দুজনক যজ্ঞভাগ দিবলৈ ধৰিলে। ঋষিৰ প্ৰভাৱত স্তব্ধবাহু ইন্দ্ৰই অন্য উপায় নাপাই ঋষিৰ মহিমা কীৰ্ত্তন কৰি কবলৈ ধৰিলে—প্ৰভো! আপুনি অশ্বিনীকুমাৰক যজ্ঞভাগ দিয়ক। মই তাত আপত্তি নকৰোঁ। মই নুবুজি যি দোষ কৰিছোঁ তাক ক্ষমা কৰক। তপোনিধি চ্যৱন মুনিয়ে ইন্দ্ৰৰ এই স্তুতিত সন্তুষ্ট হৈ ক্ৰোধ ত্যাগ কৰিলে। তেতিয়া ইন্দ্ৰ মুক্তবাহু হ'ল। তাত থকা জনগণ এই ঘটনা দেখি অতিশয় বিস্মিত হৈ দেবাদিদুৰ্লভ ব্ৰাহ্মণবলৰ প্ৰশংসা কৰিব ধৰিলে।

তাৰ পাছত শত্ৰুতাপন শৰ্য্যাতি ৰজাই ব্ৰাহ্মণসকলক বহুতৰ ধন দান কৰিলে আৰু অবভৃথ (যজ্ঞসমাপ্তি) স্নান কৰিলে।

মন্ত্ৰীবৰ সুমতিয়ে শত্ৰুঘ্নৰ ওচৰত চ্যৱন মুনিৰ বৃত্তান্ত বৰ্ণনা কৰি ক'লে যে আপোনাৰ কথামতে মই চ্যৱন মুনিৰ অভ্যুদয়ৰ কথা ক'লোঁ; তেওঁৰ সেই অদ্ভুত তপোবলৰ কথাও ক'লোঁ। এতিয়া আপুনি সেই তপোৰূপী মুনিক প্ৰণাম কৰি তেওঁৰ আশীৰ্ব্বাদ লাভ কৰক আৰু শ্ৰীৰামচন্দ্ৰৰ মনোহৰ যজ্ঞলৈ এই মুনিবৰক সপত্নীক পঠাই দিয়ক।

সুমতি আৰু শত্ৰুঘ্নই এইদৰে কথাবতৰা পাতি থাকোঁতে যজ্ঞৰ সেই বেগৱান্ অশ্ব বায়ুবেগে আহি চ্যৱন মুনিৰ আশ্ৰম পালেহি। আশ্ৰমত সোমাই সুকোমল দুৱৰী ঘাঁহ খাবলৈ ধৰিলে। সেই সময়ত সেই আশ্ৰমত অপৰাপৰ মুনিসকলে হাতত কুশ লৈ নদীত স্নান কৰিবলৈ যাবলৈ ওলাইছিল। এনে সময়ত বীৰ শত্ৰুঘ্নই সুশোভিত চ্যৱনাশ্ৰমত উপস্থিত হৈ দেখিলে যে মুৰ্ত্তিমান্ তপোৰাশিৰ ন্যায় মুনিবৰ চ্যৱন সুকন্যাৰ সহিত বহি আছে। শত্ৰুঘ্নই মুনিৰ চৰণত প্ৰণাম কৰি ক'লে যে মোৰ নাম শত্ৰুঘ্ন। মই যজ্ঞাশ্ব ৰক্ষা কৰিবলৈ আহিছোঁ। মহাপাপ ক্ষালণৰ কাৰণে আপোনাক প্ৰণাম কৰিছোঁ। মুনিসত্তম চ্যৱনে শত্ৰুঘ্নৰ তেনে কথা শুনি ক'লে "বৎস! নৰবৰ শত্ৰুঘ্ন! তোমাৰ মঙ্গল হওক। তুমি ৰামৰ যজ্ঞৰ অশ্বৰ ৰক্ষা কৰি অতুলকীৰ্ত্তি সঞ্চয় কৰা।

তাৰ পাছত চ্যৱন মুনিয়ে শিষ্যসকলক মাতি ক'লে—হে বিপ্ৰগণ! চোৱা কেনে অদ্ভুত ঘটনা। যাৰ নাম স্মৰণ কৰিলে পাপ নাশ হয়, সেই ৰামচন্দ্ৰই যজ্ঞ কৰিছে। পৰদাৰগামী মহাপাতকীও যাৰ নাম ল'লে পৰমানন্দে পৰমগতি লাভ কৰে, পাষাণমূৰ্ত্তি গৌতমপত্নী যাৰ পাদপদ্মৰ ধূলিকণাৰ স্পৰ্শ মাত্ৰকে অদ্ভুত মনোমোহন ৰূপ পাইছিল, দৈত্যসকলে যুদ্ধক্ষেত্ৰত যাৰ মনোহৰ ৰূপ দেখি

তেওঁৰ নিৰ্ব্বিকাৰ অৰ্থাৎ কূটস্থ ব্ৰহ্মৰূপ (মুক্তি) পাইছে, যোগমগ্ন যোগিগণ ধ্যানৰ সময়ত যাৰ ধ্যান কৰি সংসাৰ ভয়ৰ পৰা মুক্তিলাভ কৰি পৰমপদ পাইছে সেই ৰামে আজি নিজে যজ্ঞ কৰিবলৈ ওলাইছে।

মই আজি ধন্য। আজি পদ্মপলাশলোচন ৰামচন্দ্ৰৰ উত্তম নাসিকা আৰু উত্তম ভ্ৰূযুক্ত মনোহৰ ৰূপ দেখিবলৈ পাম। আজি মই মোৰ তপস্যাৰ ফল হাতে হাতে পালোঁ। আজি মোৰ মনোৰথ পূৰ্ণ হ'ল। আজি মই ব্ৰহ্মাদিৰো দুৰ্লভ ৰামৰ মুখ দেখা পাম। আজি মই তেওঁৰ পদধূলিৰ দ্বাৰা সমস্ত শৰীৰ পবিত্ৰ কৰিম।

মহাত্মা চ্যৱন মুনি ৰামচন্দ্ৰৰ পাদপদ্ম স্মৰণ কৰি প্ৰেম ৰসত উচ্ছ্বসিত হৈ গদ্‌গদ্ স্বৰে হৰ্ষৰ চকুলো টুকি টুকি কব ধৰিলে—

হে ৰঘুনাথ ৰামচন্দ্ৰ! হে ধৰ্ম্মমূৰ্ত্তি, হে ভক্তকৃপাময়! আমাক সংসাৰৰ পৰা উদ্ধাৰ কৰা। এই বুলি কৈ কৈ আনন্দাশ্ৰুৰ দ্বাৰা প্লাবিত হৈ মুনিসকলৰ সম্মুখতে বাহ্যজ্ঞানশূন্য হৈ পৰিল।

তেতিয়া বীৰ শত্ৰুঘ্নই তেওঁক সম্বোধন কৰি ক'লে—হে প্ৰভো! আপুনি পদধুলি দি আমাৰ মহাযজ্ঞ সুপবিত্ৰ কৰক। আপোনাৰ অন্তৰত যে মহাবাহু শ্ৰীৰামচন্দ্ৰই স্থান পাই আছে, সেইটো ৰঘুনাথ শ্ৰীৰামচন্দ্ৰৰ মহাসৌভাগ্য।

শত্ৰুঘ্নৰ এই কথা শুনি চ্যৱন মুনিয়ে বৰ আনন্দ পাই অগ্নিৰ দ্বাৰা বেষ্টিত হৈ সশিষ্যে আৰু সপৰিবাৰে যাত্ৰা কৰিলে। হনুমানে সেই ৰামভক্ত মুনিক পদব্ৰজে যোৱা দেখি শত্ৰুঘ্নৰ ওচৰত নিবেদন কৰিলে যে তেওঁ যদি অনুমতি দিয়ে তেন্তে ৰামভক্ত মুনিবৰক তেওঁ পিঠিত তুলি লৈ যাব পাৰে। শত্ৰুঘ্নই অনুমতি দিয়াত হনুমানে চ্যৱন মুনিক সপৰিবাৰে পিঠিত তুলি আকাশ পথেদি অবিলম্বে অযোধ্যা পালেগৈ।

মতিমান্ শ্ৰীৰামচন্দ্ৰই চ্যৱন মুনিক দেখি ভক্তিগদ্‌গদ্ হৈ প্ৰফুল্লচিত্তে পাদ্য অৰ্ঘ্যৰ দ্বাৰা তেওঁক পূজা কৰিলে আৰু ক'লে—মুনিবৰ। আপোনাক দেখি মই ধন্য হলোঁ। আপোনাৰ আগমনত মোৰ যজ্ঞ পবিত্ৰ হ'ল।

এই কথা শুনি মুনিসত্তম চ্যৱন মুনিৰ সৰ্ব্বাঙ্গ প্ৰেমৰসত পুলকিত হ'ল। তেওঁ আনন্দিত হৈ ক'লে—মহাৰাজ! আপুনি ধৰ্ম্মপথৰ ৰক্ষক। হে স্বামিন্! ব্ৰহ্মাণ্যদেৱ হৈ আপোনাৰ ব্ৰাহ্মণ পূজাই উপযুক্ত।

ইফালে মহাবীৰ শত্ৰুঘ্নই মহামুনি চ্যৱনৰ অচিন্তনীয় তপোবন চাই ব্ৰাহ্মণ তপস্যাৰ প্ৰশংসা কৰিব ধৰিলে। তেওঁ ক'লে, চোৱা! এই দ্বিজবৰৰ কি অদ্ভুত শক্তি, কি অদ্ভুত যোগ সিদ্ধি। ক্ষণমাত্ৰকেই তেওঁ দুৰ্লভ বিমান আবিষ্কাৰ কৰিলে। নিৰ্ম্মলাত্মা মুনিসকলৰ এইৰূপ মহতী ভোগসিদ্ধি ক'ত আৰু তপোবলহীন মানুহৰ ভোগ লালসা ক'ত? ☐

—✕—

# অমৃত কথা

## শ্ৰীমদ্ভাগৱতৰ আখ্যান

(অম্বৰীষ, বাণ আৰু পুৰুৰবা)

শ্ৰীদেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্য

# নিবেদন

মহাপুৰাণ শ্ৰীশ্ৰীমদ্ভাগৱত ভক্তিৰসাত্মক গ্ৰন্থ। এই গ্ৰন্থত যিবোৰ উপাখ্যান দিয়া আছে তাৰ উদ্দেশ্য হৈছে শ্ৰীশ্ৰীবাসুদেৱৰ প্ৰতি যাতে ভক্তিভাৱৰ উদ্ৰেক হয়।

ভক্তৰ অধীন ভগৱান। তাৰ জ্বলন্ত প্ৰমাণ অম্বৰীষ ৰজাৰ উপাখ্যান। দুৰ্ব্বাসা ঋষি বৈদিক আচাৰ সম্পন্ন ব্ৰহ্মজ্ঞানী আৰু তপস্যাসিদ্ধ পুৰুষ। ব্ৰহ্মতেজ আৰু তপস্যাৰ বলত বাক্‌সিদ্ধ আৰু অলৌকিক শক্তিসম্পন্ন হৈছিল। মুনি-ঋষিসকলে যাগ-যজ্ঞ ক্ৰিয়া-কলাপৰ দ্বাৰা ব্ৰহ্ম অনুভূতি উপলব্ধি কৰে। ব্ৰহ্ম অনুভূতিৰ বলত ব্ৰহ্মশক্তি লাভ কৰে আৰু ব্ৰহ্মসদৃশ হয়। সেইবাবে ব্ৰহ্মশাপৰ ইমান শক্তি। সেই ব্ৰহ্মশাপ বা ব্ৰহ্মশক্তি ভগৱদ্ভক্তিৰ ওচৰত পৰাজিত হৈছে। যিসকল লোক ব্ৰহ্মজ্ঞানী তেওঁলোকৰ মতে ময়েই ব্ৰহ্ম, ব্ৰহ্ম আৰু মোৰ কোনো ভেদ নাই। জীৱাত্মা পৰমাত্মা একে সচ্চিদানন্দৰেই পৃথক সত্তা মাথোন এনে জ্ঞান হয়; কিন্তু জীৱ মায়া বা অবিদ্যা বা অজ্ঞানৰ দ্বাৰা আৱদ্ধ থকা বাবে এই জ্ঞান সোনকালে নহয়। জীৱাত্মা আৰু পৰমাত্মাৰ পৰস্পৰ আকৰ্ষণ আছে। পঞ্চভৌতিক দেহত জীৱাত্মা আৱদ্ধ থাকি ঐহিক জীৱনৰ সুখ-দুখ আৰু বিষয়ানুৰাগত লিপ্ত থকা বাবে; এই আকৰ্ষণৰ শক্তি পূৰ্ণবলী হৈ নাথাকে। ব্ৰহ্মজ্ঞানী ব্যক্তিয়ে সেইবাবে এই আকৰ্ষণক বলবান কৰি তুলিবলৈ যত্নবান হয়। এই প্ৰচেষ্টাকে ভক্তি বোলে। ভক্তিমান লোকে মায়াৰ পৰা মুক্তি বিচাৰে সঁচা, কিন্তু পৰমাত্মাত লীন হৈ যাবলৈ ইচ্ছা নকৰে; কাৰণ তেতিয়া বহ্মানুভূতিৰ মধুৰ আস্বাদ পাবৰ অৱকাশ বা সুযোগ নাথাকে।

শ্ৰীমদ্ভাগৱত গ্ৰন্থ দাৰ্শনিক তথ্যেৰে পৰিপূৰ্ণ। সেই তথ্যৰ যথাযথ উপলব্ধিৰ বাবে ভক্তি-পন্থা নিৰ্দ্দেশ কৰিছে আৰু উপাখ্যান আদিৰ দ্বাৰা ভক্তিৰসত জীৱক আপ্লুত কৰিছে।

অম্বৰীষ ৰজাৰ উপাখ্যানত ভক্তৰ মনোবাঞ্ছা পূৰণৰ বাবে লক্ষ্মী-নাৰায়ণৰ ৰূপ গ্ৰহণ কৰা বুলি ভগৱান শ্ৰীহৰিয়ে নিজে কৈছে আৰু ভক্তাধীন ভগৱান ভক্তৰ মাহাত্ম্য প্ৰকাশ কৰিছে।

শ্ৰীমদ্ভাগৱত সাহিত্য হিচাবেও ৰসাল সাহিত্য। বাণ ৰজাৰ উপাখ্যানত উপন্যাস সাহিত্যৰ ৰস ভক্তিৰস আৰু তাত দৰ্পহাৰী ভগৱানৰ অসীম শক্তিৰ সুস্পষ্ট প্ৰকাশ বিদ্যমান। আকৌ বাণৰজাৰ আখ্যান অসমীয়া মানুহৰ বৰ আদৰৰ। তাহানিৰ শোণিতপুৰ আজিৰ তেজপুৰ।

পুৰূৰবাৰ আখ্যানত ৰোমাঞ্চকৰ ভাৱৰ মধুৰ পৰিবেশ আছে। আধুনিক উপন্যাস সাহিত্যৰ তুলনাত ই কিমান গম্ভীৰ, কিমান মধুৰ আৰু কিমান মাৰ্জ্জিত।

লোক-সাহিত্যৰ শাৰীত স্থান পাব বুলি আশা কৰি এই আখ্যান শ্ৰীমদ্ভাগৱতৰ পৰা যথাযথ অনুবাদ কৰা হ'ল। আমাৰ কল্পনাৰ কোনো আশ্ৰয় লোৱা নাই। আদৰ পালে এনে ধৰণৰ আৰু দুটি এটি আখ্যান অনুবাদ কৰাৰ ইচ্ছা আছে।

এই পুথিৰ পাণ্ডুলিপি মোৰ বৰছোৱালী শ্ৰীমতী অনুপমা দেৱীয়ে নকল কৰি দিছিল। পিতৃৰ মৰম আৰু আশীৰ্ব্বাদে তাইক সুখী কৰক।

অনন্তপুৰ, নলবাৰী
২৩।৮।৫৬

সংগ্ৰাহক

# অমৃত-কথা

## (শ্ৰীমদ্ভাগৱতৰ আখ্যান)

## অম্বৰীষ ৰজাৰ উপাখ্যান

### (সত্যৰ মৰ্য্যাদা)

### (১)

বৈৱস্বত মুনিৰ পুত্ৰ আছিল নভগ। নভগৰ এজন পুত্ৰৰ নাম আছিল নাভাগ। নাভাগৰ কেইবাজনো ককায়েক আছিল। নাভাগ বিদ্যা-শিক্ষাৰ কাৰণে কেইবা বছৰো গুৰু-গৃহত আছিল আৰু ব্ৰহ্মচাৰীৰ জীৱন যাপন কৰিছিল। ককায়েকসকলে নাভাগক নৈষ্ঠিক ব্ৰহ্মচাৰী বুলি ভাবি পৈতৃক সম্পত্তি সমস্ত নিজৰ ভিতৰত ভাগ কৰি নাভাগৰ কাৰণে কোনো ভাগ নথলে।

বিদ্যা-শিক্ষা শেষ কৰি নাভাগ ঘৰলৈ আহি দেখা পালে যে তেওঁৰ ককায়েকসকলে বেলেগ হৈ সমস্ত সম্পত্তি ভাগ কৰি লৈছে। নাভাগে ককায়েকসকলক তেওঁৰ ভাগত কি আছে বুলি সুধিলত ককায়েকসকলে উত্তৰ দিলে—আমি পৈতৃক সম্পত্তি ভাগ কৰিবৰ সময়ত তোমাৰ কথা পাহৰি গৈছিলোঁ। এতিয়া আমাৰ পিতৃ দেৱতাকেই তোমাৰ ভাগত দিলোঁ।

নাভাগে তেতিয়া পিতাকক ক'লে পিতা! দাদাহঁতে তোমাকেই মোৰ ভাগত দিছে বুলি কৈছে। তেতিয়া পিতাকে ক'লে—বোপাই! সিহঁতৰ কথা বিশ্বাস নকৰিবা। সিহঁতে তোমাক প্ৰৱঞ্চনা কৰিছে; কাৰণ সম্পত্তিৰ নিচিনাকৈ তুমি মোৰ দ্বাৰা জীৱিকা নিৰ্ব্বাহ কৰিব নোৱাৰিবা। তুমি বিদ্বান। সকলো কথা বুজি পোৱা; তথাপি তোমাক মই জীৱিকাৰ উপায় এটি কৈ দিওঁ।

ওচৰতে অঙ্গিৰাৰ বংশৰ ব্ৰাহ্মণসকলে যজ্ঞ কৰিব ধৰিছে। সেই ব্ৰাহ্মণসকল বৰ বিজ্ঞ; কিন্তু প্ৰত্যেক ষষ্ঠ দিনাৰ যজ্ঞৰ যি কৰণীয় কাৰ্য্য তাৰ মন্ত্ৰ নজনাত ব্ৰাহ্মণসকল বৰ বিমোৰত পৰিছে। হে পুত্ৰ! তুমি সেই মহাত্মা ব্ৰাহ্মণসকলক বিশ্বেদেৱ সম্পৰ্কে যি দুটি সূক্ত আছে তাক পাঠ কৰোৱাগৈ। যজ্ঞৰ শেষত যেতিয়া ব্ৰাহ্মণসকল স্বৰ্গলৈ যাব তেতিয়া তেওঁলোকে যজ্ঞৰ অৱশিষ্ট ধন তোমাক দান কৰি যাব। তুমি তেওঁলোকৰ ওচৰলৈ যোৱা।

নাভাগেও পিতাকৰ নিৰ্দ্দেশমতে সেই ব্ৰাহ্মণসকলক সূক্ত পাঠ কৰালে। ব্ৰাহ্মণসকলেও যজ্ঞৰ অৱশিষ্ট ধন নাভাগক দান কৰি গ'ল। নাভাগে উক্ত ধন গ্ৰহণ কৰিব খোজোঁতে এজন কৃষ্ণকায় পুৰুষ আহি ওলাল। সেই পুৰুষে ক'লে—হে মনুপুত্ৰ! এই যজ্ঞভূমিৰ ধন মোৰ। মই ৰুদ্ৰদেৱ।

নাভাগে ক'লে—নহয়, ঋষিসকলে এই ধন মোকহে দি গৈছে।

তেতিয়া ৰুদ্ৰদেৱে ক'লে, বাৰু এই ধন কাৰ তুমি তোমাৰ পিতাৰাক সোধাগৈ।

সেই অনুসাৰে নাভাগে পিতাকক সুধিলে। পিতাকে উত্তৰ দিলে—দক্ষ যজ্ঞৰ সময়ত ঋষিসকলে যজ্ঞভূমিত থকা যজ্ঞৰ অৱশিষ্ট সমস্ত দ্ৰব্য ৰুদ্ৰদেৱৰ বুলি নিৰ্দ্দেশ দিছে। এতএৱ সেই ৰুদ্ৰদেৱেই সকলো বস্তু পাবৰ অধিকাৰী।

নাভাগে তেতিয়া ৰুদ্ৰদেৱৰ ওচৰলৈ আহি প্ৰণাম কৰি ক'লে—"হে ৰুদ্ৰদেৱ! যজ্ঞভূমিত থকা এই সমস্ত ধন আপোনাৰ। মই নাজানি এই ধন নিব খোজাত মোৰ যি অপৰাধ হৈছে তাক মাৰ্জ্জনা কৰক। মই নতশিৰে ক্ষমা প্ৰাৰ্থনা কৰিছোঁ।

তেতিয়া ৰুদ্ৰদেৱ নাভাগৰ প্ৰতি সন্তুষ্ট হ'ল আৰু নাভাগক ক'লে—হে নাভাগ! তোমাৰ পিতাই ধৰ্ম্মকথা কৈছে আৰু তুমিও সত্য কথা কৈছা। সেইবাবে তোমাক মই ব্ৰহ্মজ্ঞান দিলোঁ আৰু মোৰ প্ৰাপ্য যজ্ঞৰ অৱশিষ্ট এই সমস্ত ধন তোমাক দান কৰিলোঁ। তুমি গ্ৰহণ কৰা। এই বুলি ৰুদ্ৰদেৱ অন্তৰ্দ্ধান হ'ল।

## (২)

### (ৰজা অম্বৰীষ)

এই নাভাগৰ পুত্ৰ আছিল অম্বৰীষ। এওঁ মহাভাগৱত আৰু পুণ্যবান আছিল। যি ব্ৰহ্মশাপ ক'তো ব্যৰ্থ নহয়, সেই ব্ৰহ্মশাপে ৰাজৰ্ষি মহাভাগৱত অম্বৰীষক ছুবই নোৱাৰিলে।

মহাভাগ অম্বৰীষ সপ্তদ্বীপৰ অধীশ্বৰ আছিল। তেওঁৰ অক্ষয় ধন আৰু অতুল ঐশ্বৰ্য্য আছিল; কিন্তু ধনদৌলত আৰু সকলো বিভৱ যে নশ্বৰ পদাৰ্থ মাথোন সেই বিষয়ে অম্বৰীষৰ সম্পূৰ্ণ জ্ঞান আছিল। সেইবাবে তেওঁ কায়মনোবাক্যে ভগৱান শ্ৰীকৃষ্ণৰ ভক্ত হৈ উঠিছিল। শ্ৰীকৃষ্ণত আৰু কৃষ্ণভক্ত লোকসকলৰ প্ৰতি তেওঁৰ এনে ভক্তিভাৱ আছিল যে সেই ভক্তিভাৱৰ প্ৰভাৱত তেওঁ গোটেই বিশ্বৰ বৈভৱ আৰু আধিপত্যকো ছাই যেন জ্ঞান কৰিছিল। তেওঁৰ ভগৱদ্ভক্তিৰ ফল এই হৈছিল যে তেওঁ মনত কোনো আকাঙ্ক্ষা নাৰাখিছিল। মহাভক্ত অম্বৰীষে শাস্ত্ৰৰ বিধি মানি শ্ৰীহৃষীকেশৰ চৰণ বন্দনা কৰিছিল। নিজৰ

নিত্য নৈমিত্তিক ক্রিয়া যজ্ঞেশ্বৰ পৰম পুৰুষ বাসুদেৱৰ চৰণত সমৰ্পণ কৰিছিল। তেওঁ শ্ৰীকৃষ্ণৰ শ্ৰীচৰণ ব্যতিৰেকে একোকে মনত স্থান নিদিছিল। শ্ৰীভগৱানৰ গুণকীৰ্ত্তনৰ বাহিৰে আন কোনো কথাকেই নকৈছিল। নিজহাতে হৰি-মন্দিৰ মচিছিল আৰু সদায় হৰিকথা শুনিছিল। ভগৱান মুকুন্দদেৱৰ বিগ্ৰহ আদি যি যি ঠাইত আছিল, সেই সেই ঠাই চাই ফুৰিছিল। বিষ্ণুত নিবেদিত তুলসীৰ সৌৰভৰ ঘ্ৰাণ লৈছিল আৰু ভগৱানৰ প্ৰসাদ ভোজন কৰিছিল।

ভগৱান প্ৰভু আৰু নিজে তেওঁৰ দাস—এই দাস্যভাৱেই তেওঁৰ কাম্য আছিল। বিষয় ভোগৰ বাসনাই তেওঁৰ মনত স্থান নাপাইছিল। মহাৰাজ অম্বৰীষৰ প্ৰজাসকলেও শ্ৰীহৰিৰ পৱিত্ৰ নাম আৰু তেওঁৰ লীলা কীৰ্ত্তনত ইমান বিভোৰ হৈছিল যে তেওঁলোকে দেৱবাঞ্ছিত স্বৰ্গধামো বাঞ্ছা নকৰিছিল। তেওঁলোকে নিজ অন্তৰতে মুকুন্দদেৱৰ দৰ্শন লাভ কৰিছিল আৰু সেইবাবে স্বৰ্গ বা মোক্ষও তেওঁলোকৰ মনত তুচ্ছ জ্ঞান হৈছিল।

এইদৰে মহাৰাজ অম্বৰীষে বিপ্ৰসকলৰ উপদেশ মানি ভগৱন্তভক্তি সহকাৰে ৰাজ্যশাসন কৰিছিল। তেওঁ সমস্ত কাৰ্য্য শ্ৰীমদ্ভগৱৎ চৰণত সমৰ্পণ কৰিছিল। তেওঁ বহুত অশ্বমেধ যজ্ঞ কৰি যজ্ঞেশ্বৰ শ্ৰীহৰিৰ আৰাধনা কৰিছিল। তেওঁৰ প্ৰচুৰ ধন আছিল কাৰণে তেওঁৰ যজ্ঞানুষ্ঠানবিলাক বিপুল আয়োজনেৰে হৈছিল। তেওঁৰ যজ্ঞৰ ঋত্বিক্‌সকলৰ সাজ-সজ্জা এনে ধৰণৰ আছিল যে তেওঁলোকক দেৱতা যেন দেখা গৈছিল। দেৱতাসকলে চক্ষুৰ নিমিষ নাকাঢ়ে। যাজ্ঞিকসকলেও যজ্ঞ চোৱাৰ আগ্ৰহত নিৰ্নিমেষ হৈছিল। অম্বৰীষ ৰজাৰ অনুগত লোকসকলেও শ্ৰীভগৱানৰ লীলাৰ গান আৰু আখ্যান শুনিছিল। সেইবাবে অমৰবাঞ্ছিত স্বৰ্গধামো তেওঁলোকে আকাঙ্ক্ষা নকৰিছিল। ভগৱান শ্ৰীহৰি ৰজাৰ একান্ত ভক্তিভাৱৰ দ্বাৰা প্ৰীত হৈ চক্ৰঅস্ত্ৰ দান কৰিছিল যাতে ৰজাৰ শত্ৰুসকলে ৰজাক ভয় কৰে।

এসময়ত মহাৰাজে তেওঁৰ সমতুল্যা গুণৱতী মহিষীৰ লগত পূৰা এবছৰলৈকে দ্বাদশী ব্ৰত পালনৰ বাবে ব্ৰতী হৈছিল। ব্ৰতপালনৰ বছৰ পূৰ হোৱাত কাতিমাহত দশমী, একাদশী আৰু দ্বাদশীত উপবাস থাকি কালিন্দী নদীৰ পানীত স্নানাহ্নিক শেষ কৰি মধুবনত শ্ৰীহৰিৰ অৰ্চ্চনা কৰিলে। কেশৱ পূজা শেষ কৰি পূৰ্ণকাম আৰু মহাভাগ ব্ৰাহ্মণসকলকো ভক্তিভাৱে অৰ্চ্চনা কৰিলে।

তাৰ পাছত তেওঁ তিনি যাটি কোটি গাভী সাধু ব্ৰাহ্মণসকলৰ ঘৰলৈ দান স্বৰূপে পঠাই দিলে। সেই গাভীবিলাকৰ শিং সোণেৰে আৰু খুৰা ৰূপেৰে বন্ধোৱা আছিল। সকলোবিলাক গাভী দুগ্ধৱতী আছিল আৰু স্বভাৱত শান্ত আছিল। দেখিবলৈ ধুনীয়া আছিল আৰু কম বয়সৰ আছিল। লগতে দোহন পাত্ৰও দিছিল। তাৰ পাছত পূৰ্ণকাম ব্ৰাহ্মণসকলক সুস্বাদু অন্নব্যঞ্জনেৰে ভোজন কৰাই

যেতিয়া তেওঁ ব্ৰাহ্মণৰ অনুমতি লৈ ব্ৰতৰ পাৰণ কৰিবৰ উপক্ৰম কৰিছে তেনে সময়তে ভগৱান দুৰ্ব্বাসা ঋষি অতিথি হিচাবে ৰজাৰ সম্মুখত উপস্থিত হ'ল হি।

তেতিয়া ৰাজৰ্ষি অম্বৰীষে পাদ্যঅৰ্ঘ্যৰ দ্বাৰা দুৰ্ব্বাসা ঋষিৰ সৎকাৰ কৰিলে আৰু ঋষিৰ চৰণত প্ৰণত হৈ "হে ভগৱন। আপুনি মোৰ ঘৰত ভোজন কৰক'—বুলি প্ৰাৰ্থনা জনালে। ঋষিয়ে ৰজাৰ প্ৰাৰ্থনাত স্বীকৃতি জনালে আৰু সন্ধ্যা আহ্নিক কৰিবলৈ কালিন্দী (যমুনা) নদীলৈ গ'ল। ঋষিয়ে কালিন্দী নদীৰ পৱিত্ৰ জলত ব্ৰহ্মচিন্তা কৰি অৱগাহন স্নান কৰিলে।

এইদৰে দুৰ্ব্বাসাৰ প্ৰতীক্ষাত বহুসময় উত্তীৰ্ণ হৈ গ'ল। দ্বাদশী তিথিৰ পাৰণকালৰ অৰ্দ্ধমুহূৰ্ত্ত মাথোন বাকী আছে। সেই সঙ্কট সময়ত ৰজাই ব্ৰাহ্মণসকলৰ লগত পৰামৰ্শ কৰিব ধৰিলে। ৰজাই ক'লে নিমন্ত্ৰিত ব্ৰাহ্মণক উপেক্ষা কৰি আগে ভোজন কৰিলে পাপৰূপ দোষ হ'ব, আকৌ দ্বাদশীত পাৰণ নকৰিলেও ব্ৰত-বৈগুণ্য দোষ হ'ব। সেইবাবে যাতে ৰজাৰ মঙ্গল হয় আৰু অধৰ্ম্ম নহয় তাৰ উপায় চিন্তা কৰিবলৈ ব্ৰাহ্মণসকলক অনুৰোধ কৰিলে।

তাৰ পাছত ব্ৰাহ্মণসকলৰ লগত পৰামৰ্শ কৰি স্থিৰ কৰিলে যে ৰজাই কেৱল পানী খাই পাৰণ কৰিব যাতে ব্ৰত-বৈগুণ্য দোষ নহয়। উপবাসৰ সময়ত পানী খোৱাক শিষ্টসকলে ভোজন বুলিও কয় আৰু অভোজন বুলিও কয়। ৰাজৰ্ষি অম্বৰীষে ইয়াকেই স্থিৰ কৰি মনে মনে শ্ৰীহৰিক চিন্তা কৰি পানী গ্ৰহণ কৰিলে আৰু দুৰ্ব্বাসাৰ আগমনলৈ বাট চাই থাকিল।

মধ্যাহ্নকৃত্য সমাধা কৰি ঋষি দুৰ্ব্বাসা যমুনাৰ পাৰৰ পৰা ঘূৰি আহিল। অম্বৰীষ ৰজাই ঋষিক সম্বৰ্দ্ধনা জনালে; কিন্তু ঋষিয়ে তপোবলৰ দ্বাৰা ৰজাই পানী খোৱা বুলি জানিব পাৰিলে। সেইসময়ত দুৰ্ব্বাসা বৰকৈ ভোকতুৰ হৈছিল আৰু সেইবাবে খঙতে তেওঁৰ গা কঁপিব ধৰিলে। ভ্ৰূকুটীৰদ্বাৰা তেওঁৰ গোটেইখন মুখমণ্ডল কুটিল হৈ উঠিল। এনে অৱস্থাত হাতযোৰ কৰি থকা ৰজাক ঋষিয়ে ক'ব ধৰিলে—"চোৱা। এই ব্যক্তিয়ে মদত মত্ত হৈ নিজকে ঈশ্বৰ বুলি জ্ঞান কৰে। এওঁ নিৰ্দয় আৰু বিষ্ণুৰ অভক্ত। এওঁ ধৰ্মবিগৰ্হিত কাম কৰিছে। হে অম্বৰীষ! তই মোক ভোজনৰ বাবে নিমন্ত্ৰণ কৰি আনিছিলি। মই সেইবাবে অতিথি হৈ আহিছিলোঁ; কিন্তু তই আতিথ্যবিধি লঙ্ঘন কৰি নিজেই ভোজন কৰিছ। তাৰ ফল তই এতিয়াই পাবি।"

খঙত জ্বলি-পকি উঠি দুৰ্ব্বাসা ঋষিয়ে নিজৰ মূৰৰ একোছা জটা উঘালি আনিলে। ৰজাক মাৰিবলৈ সেই জটাৰপৰা কালাগ্নি যেন এক মাৰক দেৱতাৰ সৃষ্টি কৰিলে। সেই প্ৰজ্জ্বলিত অপদেৱতাই অসি হাতত লৈ পদভৰত পৃথিৱী কঁপাই ৰজাৰ ফালে খেদি আহিল; কিন্তু ৰজাই নিজৰ ঠাইৰপৰা অকণো লৰচৰ নকৰিলে।

তেতিয়া দাবানলে যেনেকৈ ক্ৰুদ্ধ সৰ্পক দগ্ধ কৰি পেলায়, সেইদৰে পৰম পুৰুষ শ্ৰীহৰিৰ সুদৰ্শন চক্ৰই সেই অপদেৱতাক দগ্ধ কৰি পেলালে। তাৰ পাছত সেই চক্ৰই দুৰ্ব্বাসা ঋষিৰ ফালে খেদি গ'ল। তাকে দেখি ঋষিয়ে বুজিলে যে তেওঁৰ চেষ্টা ব্যৰ্থ হৈছে আৰু নিজে ভীত হৈ প্ৰাণৰক্ষাৰ বাবে নানাফালে পলাব ধৰিলে।

দাবানলে যেনেকৈ ওপৰৰ ফালে শিখা বিস্তাৰ কৰি পলোৱা সৰ্পৰ পাছে পাছে খেদি যায় সেইদৰে ভগৱানৰ সুদৰ্শন চক্ৰই দুৰ্ব্বাসাৰ পাছে পাছে খেদি গ'ল। চক্ৰই সেইদৰে খেদি অহা দেখি দুৰ্ব্বাসা ঋষি সুমেৰু পৰ্ব্বতৰ গুহাত প্ৰবেশ কৰিবৰ মনেৰে লৰি গ'ল। এইদৰে ঋষিয়ে আকাশ, পাতাল, পৃথিৱী, ৰসাতল, সমুদ্ৰ, ইন্দ্ৰলোক, বায়ুলোক আৰু স্বৰ্গলৈ লৰি ফুৰিলে; কিন্তু য'লৈকে যায় দুঃহসনীয় সুদৰ্শন চক্ৰ তালৈকে খেদি যায়।

এইদৰে দুৰ্ব্বাসা ঋষি আশ্ৰয় বিচাৰি য'লৈকে যায় ক'তো আশ্ৰয় নাপায়। তেতিয়া তেওঁ ব্ৰহ্মাৰ ওচৰলৈ গ'ল আৰু ব্ৰহ্মাক প্ৰাৰ্থনা কৰি ক'লে—"হে বিধাতা, বিষ্ণু-চক্ৰৰপৰা মোক ৰক্ষা কৰা।"

ব্ৰহ্মাই উত্তৰ দিলে—'ঋষিবৰ। মই, ইন্দ্ৰ, দক্ষ, ভৃগু প্ৰভৃতি সমলোৱে ভগৱান শ্ৰীহৰিৰ আজ্ঞা শিৰোধাৰ্য্য কৰি পালন কৰি থাকোঁ। ভগৱান শ্ৰীহৰিয়ে লীলাৰ কাৰণে এই জগৎ সৃষ্টি কৰিছে। তেওঁৰ লীলা শেষ হ'লে প্ৰলয় হ'ব আৰু তেওঁৰ যি কালৰূপ শক্তি আছে সেই শক্তিৰ ভ্ৰূভঙ্গী মাত্ৰেই আমাৰ এই সত্যলোক নাইকিয়া হৈ যাব। সেই ভগৱান বিষ্ণুৰ ভক্তৰ তুমি দ্ৰোহ আচৰণ কৰিছা। তোমাক ৰক্ষা কৰিবৰ মোৰ শক্তি ক'ত?'

বিষ্ণু-চক্ৰৰ দ্বাৰা সন্তাপিত হৈ দুৰ্ব্বাসা ঋষি তেতিয়া কৈলাসবাসী মহাদেৱৰ শৰণাপন্ন হ'ল। মহাদেৱে উত্তৰ দিলে "বাছা। আমি তোমাক ৰক্ষা কৰিব নোৱাৰিম? কাৰণ তুমি জানা যে ব্ৰহ্মাৰ দেহস্বৰূপ এই ব্ৰহ্মাণ্ড। এই প্ৰকাৰ সহস্ৰ সহস্ৰ ব্ৰহ্মাণ্ড বিৰাট পুৰুষ পৰমেশ্বৰতেই সৃষ্টি কালত উৎপন্ন হয় আৰু কালত বিলীন হয়। যি পৰমেশ্বৰৰ মায়াত মই, সনৎকুমাৰ, নাৰদ, ভগৱান ব্ৰহ্মা, শুদ্ধবুদ্ধি কপিল, দেৱল, ধৰ্ম্ম, আসুৰি আৰু মৰিচি প্ৰমুখ অপৰাপৰ সৰ্ব্বজ্ঞ সিদ্ধেশ্বৰসকল সকলোৱে আবৃত হৈ আছোঁ, যাৰ মায়া বুজিবৰ আমাৰ সাধ্য নাই, সেই ভগৱান শ্ৰীহৰিৰ এই সুদৰ্শন চক্ৰ আমালোকৰ পক্ষে দুঃসহনীয়। গতিকে তুমি শ্ৰীহৰিৰ শৰণাপন্ন হোৱা। তেৱেঁই তোমাৰ মঙ্গল বিধান কৰিব।"

দুৰ্ব্বাসা ঋষি শঙ্কৰৰ পৰাও এইদৰে নিৰাশ হৈ য'ত ভগৱান শ্ৰীনিবাস লক্ষ্মীদেৱীৰ সহিত বিৰাজ কৰিছে সেই বৈকুণ্ঠধামলৈ গ'ল। বিষ্ণুচক্ৰৰ তেজে দুৰ্ব্বাসা ঋষিক দেই পুৰি মাৰিব লাগিছে এনে অৱস্থাত তেওঁ গৈ বৈকুণ্ঠধামত উপস্থিত হ'ল গৈ। কঁপি কঁপি শ্ৰীহৰিৰ চৰণত পৰি ক'লে—হে অচ্যুত, হে প্ৰভো,

মই বৰ অপৰাধ কৰিছোঁ। হে বিধাতা! মোক সেই অপৰাধৰ পৰা মুক্ত কৰক। আপোনাৰ অসাধ্য একো নাই। আপোনাৰ নাম উচ্চাৰণ কৰিলে নৰকত থকা লোকেও মুক্তি পায়।

ভগৱান শ্ৰীহৰিয়ে উত্তৰ দিলে—হে দ্বিজ! মই ভক্তৰ অধীন। সেইবাবে মই স্বাধীন হলেও পৰাধীন। ভক্তজন মোৰ প্ৰিয়। সাধু ভক্তসকলে মোৰ হৃদয় অধিকাৰ কৰি আছে। হে ব্ৰাহ্মণ! যিসকল লোকৰ ময়েই পৰম গতি, মোৰ তেনে ভক্তসকলতকৈ মই নিজক বা মোৰ লক্ষ্মীদেৱীকো অধিক প্ৰিয় বুলি নাভাবোঁ। ভক্তজনেই মোৰ অধিক প্ৰিয়। ভক্তৰ হিতৰ কাৰণে আৰু ভক্তৰ মনোবাঞ্ছা পূৰণৰ কাৰণেই মই শ্ৰীবিগ্ৰহ ৰূপ ধাৰণ কৰি লক্ষ্মীদেৱীৰ লগত আবিৰ্ভূত হওঁ। যি সকল লোকে স্ত্ৰী, পুত্ৰ, পৰিবাৰকে আদি কৰি নিজৰ প্ৰাণ, ধন, স্বজন, ইহলোক, পৰলোক সকলোৰে আশা এৰি কেৱল মোৰ প্ৰতি আসক্ত হয়, মোতে শৰণাগত হয়, তেনেলোকক মই এৰিব নোৱাৰোঁ। সাধ্বী স্ত্ৰীয়ে যেনেকৈ পতি-ভক্তিৰ দ্বাৰা সৎ-পতিক বশীভূত কৰে, সেইদৰে স্থিৰচিত্ত আৰু সমদৰ্শী সাধুসকলে মোক বশীভূত কৰে। অকল মোৰ সেৱাতেই যি সকল লোক পৰিতৃপ্ত হৈ থাকে, মোৰ সেই ভক্তসকলে (সালোক্য, সামীপ্য, সাযুজ্য আৰু সাৰূপ্য) চাৰি প্ৰকাৰ মুক্তি উপস্থিত হ'লেও সেই মুক্তি লাভ কৰিব নোখোজে। এনে ক্ষেত্ৰত যি বস্তু কালক্ৰমত বিনষ্ট হৈ যায়, তেনে ঐহিক বা পাৰত্ৰিক প্ৰকৃতিজাত বস্তুৰ প্ৰতি অৱহেলা কৰা তেনে ভক্তৰ কাৰণে একো টান নহয়।

সাধুসকলেই মোৰ হৃদয়। ময়ো সাধুসকলৰ হৃদয়। তেওঁলোকে মোত বাহিৰে একো নাজানে। তেওঁলোকৰ বাহিৰে আন একো অধিক বুলি নাভাবোঁ। বিপ্ৰ! তুমি মোৰ শৰণাপন্ন হৈছা, সেইবাবে মই তোমাৰ সন্তাপ নাশৰ উপায় দিওঁ, শুনা। তোমাৰ এই হিংসাই যাক বিনাশ কৰিবলৈ উৎপন্ন হৈছিল, তুমি সোনকালে সেই অম্বৰীষ ৰজাৰ ওচৰলৈ যোৱা। তপস্যাৰদ্বাৰা যি তেজ লাভ কৰা যায়, সেই তেজ যদি সাধুসকলৰ অনিষ্টৰ কাৰণে প্ৰয়োগ কৰা যায়, তেন্তে সেই তেজে নিজৰহে অমঙ্গল ঘটায়।

বিদ্যা আৰু তপস্যাই মুক্তি দিয়ে সঁচা; কিন্তু সেই বিদ্যা আৰু তপস্যাৰ অনুষ্ঠাতা যদি দুৰ্ব্বিনীত হয়, তেন্তে সেই বিদ্যা আৰু তপস্যাই কৰ্ত্তাক বিপৰীত ফলহে দিয়ে। হে ব্ৰাহ্মণ! তুমি যোৱা। তোমাৰ মঙ্গল হওক। তুমি নাভাগ পুত্ৰ মহাভাগ ৰাজৰ্ষি অম্বৰীষৰ ওচৰলৈ যোৱা। তেওঁক ক্ষমা-ভিক্ষা কৰাগৈ। তাতেহে শান্তি হ'ব।

সুদৰ্শন চক্ৰৰ তেজৰ দ্বাৰা সন্তাপিত দুৰ্ব্বাসাই ভগৱানৰ এনে আদেশ পাই দুখ মনে ৰাজৰ্ষি অম্বৰীষৰ ওচৰলৈ আহি তেওঁৰ ভৰি দুখনত ধৰি ক্ষমা খুজিলে। দুৰ্ব্বাসা ঋষি প্ৰাণৰক্ষাৰ বাবে এই ৰকম উদ্যম কৰা দেখি আৰু ব্ৰাহ্মণে পাদস্পৰ্শ

কৰা বাবে ৰাজৰ্ষি অম্বৰীষ লজ্জিত হ'ল আৰু করুণাত একান্ত কাতৰ হৈ শ্ৰীহৰিৰ অস্ত্ৰৰ স্তৱ কৰিব ধৰিলে।

হে সুদৰ্শন চক্ৰ! তুমি অগ্নি, তুমিয়েই ভগৱান সূৰ্য্য, তুমিয়েই নক্ষত্ৰৰ অধিপতি চন্দ্ৰ। তুমি জল, তুমি স্থল, তুমি আকাশ, বায়ু আৰু পঞ্চ-তন্মাত্ৰ। তুমিয়েই ইন্দ্ৰিয়সকল।

হে সুদৰ্শন! তোমাক নমস্কাৰ কৰোঁ। হে সহস্ৰধাৰ! হে ভগৱৎ প্ৰিয়! হে সৰ্ব্বাস্ত্ৰঘাতিন্! হে পৃথিৱী পতে! তুমি এই ব্ৰাহ্মণৰ আশ্ৰয় স্বৰূপ হোৱা।

হে সুদৰ্শন! তুমি ধৰ্ম্ম, তুমি সত্যবাক্য, তুমি সত্য, তুমি যজ্ঞ আৰু নিখিল যজ্ঞৰ ভোক্তা, লোকপাল। তুমি সকলোৰে আত্মা। তুমি ভগৱানৰ পৰম তেজ।

হে সুনাভ! তুমি অখিল ধৰ্ম্মৰ বিধাৰক, অধৰ্ম্মা চৰণশীল অসুৰবিলাকৰ দাহক আৰু স্ত্ৰীলোকৰ ৰক্ষক। তোমাৰ তেজ অতি বিশুদ্ধ আৰু তুমি মনৰ নিচিনা বেগবান। এনে অদ্ভুত কৰ্ম্মা তোমাক মই নমস্কাৰ কৰিছোঁ। তোমাক স্তৱ কৰিবৰ সামৰ্থ্য কাৰো নাই।

হে সুদৰ্শন! মুক্তিকামী লোকৰ ভক্তিধৰ্ম্মৰ পৰা তোমাৰ অনুগ্ৰহ স্বৰূপ যি তেজ উৎপন্ন হয়, সেই তেজৰ দ্বাৰা মুক্তিকামী লোকৰ মায়া বা অজ্ঞান আঁতৰি যায় আৰু দিব্য দৃষ্টি পায়। কাৰ্য্য, কাৰণ, চিৎ আৰু অচিৎ সমস্তই তোমাৰ ৰূপ। হে বাগীশ্বৰ! তোমাৰ মহিমাৰ কথা জানিব নোৱাৰি।

হে অজিত! ভগৱান শ্ৰীহৰিয়ে যেতিয়া তোমাক নিক্ষেপ কৰে, তুমি দৈত্য আৰু দানৱসকলৰ মাজত সোমাই সিহঁতৰ বাহু, উদৰ, উৰু, পদ আৰু গ্ৰীবা ছেদন কৰি যুদ্ধ ক্ষেত্ৰত অপূৰ্ব্ব শোভা ধাৰণ কৰি থাকা।

হে জগৎ ৰক্ষক! তুমি শৰণাগত জনৰ সকলো অপৰাধ সহ্য কৰি থাকা। ইমান গুণত শক্তিশালী হোৱা বাবে গদাধৰ শ্ৰীহৰিয়ে আমালোকৰ শত্ৰুবিনাশৰ বাবে তোমাক নিযুক্ত কৰিছে। সেইকাৰণে আমাৰ কুলৰ সৌভাগ্য-লাভৰ কাৰণে বিপন্ন এই ব্ৰাহ্মণৰ মঙ্গল বিধান কৰা। সেয়ে আমাৰ প্ৰতি তোমাৰ অনুগ্ৰহ বুলি আমি বিবেচনা কৰিম।

যদি আমাৰ দান যজ্ঞৰ অনুষ্ঠান ভালদৰে অনুষ্ঠিত হৈছে আৰু আমাৰ কুলদেৱতা যদি ব্ৰাহ্মণ হয় তেন্তে এই ব্ৰাহ্মণ যেন তাপমুক্ত হয়। সৰ্ব্বভূতৰ আত্মাস্বৰূপ সৰ্ব্ব গুণাশ্ৰয় শ্ৰীভগৱান যদি আমাৰ ভক্তিৰ দ্বাৰা সন্তুষ্ট হৈ থাকে, তেন্তে যেন এই ব্ৰাহ্মণ তাপমুক্ত হয়।

বিষ্ণু-চক্ৰ সুদৰ্শনে দুৰ্ব্বাসাক সন্তপ্ত কৰিছিল। ৰাজৰ্ষি অম্বৰীষে এইদৰে স্তৱ কৰাত সুদৰ্শন চক্ৰ ৰাজৰ্ষিৰ প্ৰাৰ্থনাত প্ৰশান্ত হ'ল।

ইয়াৰ পাছত দুৰ্ব্বাসা ঋষি সুদৰ্শন চক্ৰৰ অগ্নিৰ তাপৰ পৰা মুক্ত হৈ সুস্থ হয় আৰু ৰাজৰ্ষি অম্বৰীষক বিশেষ ৰূপে আশীৰ্ব্বাদ দি প্ৰশংসা কৰিব ধৰিলে।

দুৰ্ব্বাসাই ক'লে—হায় হায়! আজি মই ভগৱান অনন্তৰ ভক্তৰ মহত্ত্ব উপলব্ধি কৰিলোঁ। হে ৰাজন্! মই আপোনাৰ ওচৰত অপৰাধী; তথাপি আপুনি মোৰ মঙ্গল বিধান কৰিলে।

ভগৱানৰ যি সকল দাসে শ্ৰীহৰিক লাভ কৰিছে, শ্ৰীহৰিত মন প্ৰাণ সমৰ্পণ কৰিছে, সেইসকল মহাত্মা সাধুপুৰুষৰ কৰিব নোৱাৰা কাম একো নাই নাইবা মাৰ্জ্জনা কৰিব নোৱাৰা কোনো অপৰাধ নাই।

যাৰ নাম শুনা মাত্ৰকে মানুহ নিৰ্ম্মল হয়, ৰাগ-দ্বেষ আদি শূন্য হয়, যাৰ শ্ৰীচৰণত গঙ্গাদি তীৰ্থ বিৰাজ কৰে, সেই ভগৱান শ্ৰীহৰিৰ দাসসকলৰ কোনো বস্তু দুৰ্লভ নহয়।

হে মহাৰাজ! আপুনি অতিশয় দয়াৰ্দ্ৰ-চিত্ত হৈ আজি মোৰ প্ৰতি অনুগ্ৰহ দেখুৱালে। মোৰ অপৰাধ গণ্য নকৰি মোৰ প্ৰাণ ৰক্ষা কৰিলে।

মহাৰাজ অম্বৰীষ দুৰ্ব্বাসা ঋষি ঘূৰি আহিব বুলি আশা কৰি তেতিয়ালৈকে অনাহাৰে আছিল। এতিয়া তেওঁৰ চৰণ-যুগল ধৰি তেওঁক প্ৰসন্ন কৰি ভোজন কৰালে। দুৰ্ব্বাসা ঋষি ৰজা অম্বৰীষে সাদৰে দিয়া সুমিষ্ট আৰু সুস্বাদু অন্নাদি ভোজন কৰি পৰিতৃপ্ত হ'ল আৰু সাদৰে ৰাজৰ্ষি অম্বৰীষক ক'লে—আপুনি ভোজন কৰক।

দুৰ্ব্বাসাই ক'লে—হে ৰাজন্! আপোনাৰ মতি পৰমাত্মা ভগৱানত অৱস্থিত। আজি মই আপোনাৰ দ্বাৰা অনুগৃহীত হলোঁ। আপুনি পৰম ভগৱদ্ভক্ত। আপোনাৰ দৰ্শন, স্পৰ্শন, আলাপ আৰু আতিথ্যৰ দ্বাৰা মই পৰম প্ৰীত হলোঁ।

হে ৰাজন, স্বৰ্গৰ দেৱীসকলে আপোনাৰ এই পৱিত্ৰ কৰ্ম্মৰ গুণ কীৰ্ত্তন কৰিব। পৃথিৱীতো সকলোৱে আপোনাৰ এই পৰম পুণ্যকীৰ্ত্তি কীৰ্ত্তন কৰিব।

পৰিতুষ্ট দুৰ্ব্বাসা ঋষি এইদৰে ৰাজৰ্ষি অম্বৰীষক বহু প্ৰশংসা কৰি তেওঁৰ পৰা বিদায় লৈ আকাশ পথেদি তৰ্কাতীত ব্ৰহ্মালোকলৈ গুচি গ'ল।

সুদৰ্শন চক্ৰৰ ভয়ত দুৰ্ব্বাসা ঋষি পলাই ফুৰোঁতে এক বছৰ অতীত হৈ গৈছিল। ৰাজৰ্ষি অম্বৰীষ দুৰ্ব্বাসাৰ দৰ্শন ইচ্ছা কৰি থাকি এই একবছৰ কেৱল পানী খাইহে জীৱন ধাৰণ কৰি আছিল। তাৰ পাছত দুৰ্ব্বাসা ঋষি ঘূৰি অহাত অম্বৰীষৰ অনুগ্ৰহত সুদৰ্শন চক্ৰৰ তাপৰ পৰা মুক্ত হৈ ভোজন কৰি গুচি যোৱাৰ পাছতহে আগে ব্ৰাহ্মণক ভোজন কৰোৱা বাবে অন্ন পৱিত্ৰ হৈছিল বুলি অম্বৰীষে অন্ন গ্ৰহণ কৰিছিল। তেওঁ দুৰ্ব্বাসা ঋষিৰ এই বিপদ আৰু তাৰপৰা নিষ্কৃতিৰ বিষয়ে চিন্তা কৰি নিজৰ ধৈৰ্য্য আৰু সামৰ্থ্যক ভগৱানৰ অনুগ্ৰহ বুলি ভাবিছিল।

এনেকুৱা বহু গুণসম্পন্ন সেই ৰাজৰ্ষি অম্বৰীষে তপোব্ৰতাদি কৰ্ম্মসমূহৰ অনুষ্ঠান কৰি পৰমাত্মা পৰমব্ৰহ্ম ভগৱান বাসুদেৱত ভক্তিমান হৈ উঠিছিল। এই

ভক্তিভাৱৰ হেতুকে তেওঁ সমস্ত পাৰ্থিব ভোগক নৰকৰ নিচিনা বিবেচনা কৰিছিল।

তাৰ পাছত মনস্বী অম্বৰীষে নিজৰ নিচিনা চৰিত্ৰবান পুত্ৰসকলৰ ওপৰত ৰাজ্যভাৰ সমৰ্পণ কৰি বনলৈ গুচি গ'ল। তাত পৰমাত্মা ভগৱানৰ প্ৰতি মন সংযোগ কৰি মুক্ত হৈছিল।

যি ব্যক্তিয়ে ৰাজৰ্ষি অম্বৰীষৰ এই পৱিত্ৰ উপাখ্যান কীৰ্ত্তন কৰিব আৰু সদায় চিন্তা কৰিব তেওঁ ভগৱদ্ভক্তি লাভ কৰিব।

যিসকল মানুহে ভক্তিসহকাৰে মহাত্মা অম্বৰীষৰ চৰিত্ৰ শুনিব, তেওঁলোক সকলোৱে ভগৱান বিষ্ণুৰ অনুগ্ৰহত মুক্তি লাভ কৰিব। ❑

***

# বাণ ৰজাৰ উপাখ্যান

(উষা অনিৰুদ্ধৰ প্ৰেমাভিনয় আৰু অনিৰুদ্ধৰ বন্ধন)

মহাত্মা বলিৰজাৰ এশ পুতেক আছিল। বাণ আছিল বৰ পুতেক। যি বলিৰজাই বামনৰূপী শ্ৰীহৰিক পৃথিৱী দান কৰিছিল, সেই বলিৰাজৰ ঔৰসত জন্মিছিল বুলি বাণ আছিল বুদ্ধিমান, বদান্য, সত্যপ্ৰতিজ্ঞ আৰু শিৱভক্ত। তেওঁ ৰমণীয় শোণিতপুৰত ৰাজত্ব কৰিছিল। ভগৱান মহাদেৱৰ অনুগ্ৰহত দেৱতাসকলে তেওঁৰ ওচৰত কিঙ্কৰ যেন হৈ আছিল। সহস্ৰবাহু বাণে তাণ্ডৱ নৃত্যৰ দ্বাৰা বাদ্য বজাই মহাদেৱক সন্তুষ্ট কৰিছিল।

সৰ্ব্বজীৱৰ আশ্ৰয় ভক্তবৎসল ভগৱান মহাদেৱে তেওঁক বৰ দিবলৈ ইচ্ছা প্ৰকাশ কৰাত বাণে মহাদেৱক পুৰৰক্ষক হ'বলৈ প্ৰাৰ্থনা কৰিলে।

এদিনাখন বাণৰজাই নিজৰ বলত উন্মত্ত হৈ সূৰ্য্যৰ ন্যায় দীপ্তিশালী মুকুটেৰে সৈতে নিজৰ পুৰৰক্ষক মহাদেৱৰ চৰণত ধৰি কবলৈ ধৰিলে—

হে মহাদেৱ! যিলোকৰ কামনা পূৰণ নহয় তেনে পুৰুষৰ কামনা তুমি সদায় পূৰণ কৰি দিয়া। তুমি কল্পতৰু আৰু সকলো লোকৰে গুৰু। তোমাক নমস্কাৰ জনাইছোঁ।

হে দেৱ! আপুনি মোক সহস্ৰবাহু দান কৰিছিল। এতিয়া সেই বাহুবিলাকেই মোৰ মহাভাৰ হৈছে; কাৰণ স্বৰ্গ-মৰ্ত্ত্য-পাতালত আপোনাৰ বাহিৰে মোৰ সমতুল্য প্ৰতিযোদ্ধা কাকো দেখা নাপাওঁ।

হে আদিপুৰুষ, মই মাজে মাজে যুদ্ধ কৰিবলৈ, আৰু মোৰ হাতৰ খজুৱতি পলুৱাবলৈ বাহুবোৰৰ দ্বাৰা পৰ্ব্বত চূৰ্ণ কৰি কৰি দিগ্ গজসকলৰ প্ৰতি ধাবমান হৈ যাওঁ, কিন্তু সিহঁত ভয়তে পলাই যায়।

ভগৱান শঙ্কৰে বাণৰজাৰ এই কথা শুনি খঙতে ক'লে—হে মূঢ়! তোমাৰ যেতিয়া ধ্বজা ভাঙি পৰিব, তেতিয়া মোৰ সমান ব্যক্তিৰ লগত তোমাৰ যুদ্ধ হ'ব আৰু তাতে তোমাৰ দৰ্প চূৰ্ণ হ'ব।

কুমতি বাণ ৰজাই মহাদেৱৰ এই কথা শুনি আনন্দ পালে আৰু নিজৰ ঘৰলৈ গৈ কেতিয়া তেওঁৰ বীৰ্য্যৰ হানি হয়, কেতিয়া মহাদেৱৰ বাক্য ফলে, তালৈ বাট চাই থাকিল।

বাণৰজাৰ উষা নামে এটি কন্যা আছিল। উষাই অনিৰুদ্ধক কেতিয়াও দেখাও নাছিল আৰু অনিৰুদ্ধৰ কথা কেতিয়াও কাৰো পৰা শুনাও নাছিল; অথচ সপোনত অনিৰুদ্ধক কান্তৰূপে পাই উষাই বিহাৰ সুখ লাভ কৰিলে।

তাৰ পাছত উষাই সপোনতেই যেন অনিৰুদ্ধক দেখা নাপাই "হে প্ৰিয়তম! তুমি ক'ত থাকিলা" এই বুলি বিহ্বলা হৈ টোপনিৰ পৰা সাৰ পাই উঠি সখিসকলৰ আগত লাজ পালে।

বাণৰজাৰ কুম্ভাণ্ড নামৰ এজন মন্ত্ৰী আছিল। সেই কুম্ভাণ্ডৰ কন্যাৰ নাম আছিল চিত্ৰলেখা। উষাৰ সখী চিত্ৰলেখাই কৌতূহল পাই উষাক সুধিলে—হে সুন্দৰি! তুমি কাক বিচাৰিছা? তোমাৰ মনোৰথ কি? মইতো তোমাৰ আজিলৈকে কোনো পতি দেখা নাই। তুমি কাৰ বাবে এনে কৰিছা?

উষাই উত্তৰ দিলে—হে সখি! মই সপোনত এজনা পুৰুষ দেখা পাইছোঁ। তেওঁৰ বৰণ শ্যাম। তেওঁৰ চকুযুৰি পদ্ম-পলাশৰ নিচিনা। পৰিধানত তেওঁৰ পীতবস্ত্ৰ আৰু তেওঁৰ বাহু দুখন আজানুলম্বিত। তেওঁ যি কোনো তিৰোতাৰ মন হৰণ কৰিব পাৰে। মই সেই কান্তক বিচাৰিছোঁ। তেওঁ মোক অধৰ-সুধা পান কৰাই মোৰ তৃপ্তি নৌহওঁতেই মোক দুখৰ সাগৰত পেলাই কৰবালৈ গুচি গৈছে।

প্ৰিয়সখী চিত্ৰলেখাই তেতিয়া ক'লে—হে সখি! মই তোমাৰ দুখ দূৰ কৰিম। যিজনে তোমাৰ মন হৰণ কৰিছে, তেওঁ যদি এই ত্ৰিভুৱনত ক'তো থকাটো নিশ্চয় হয়, তেতিয়াহ'লে মই তেওঁক আনি দিম। মই এই ত্ৰিভুৱনত থকা সকলো পুৰুষৰে ছবি আঁকি দিওঁ তুমি দেখুৱাই দিয়া। এই বুলি কৈ চিত্ৰলেখাই দেৱতাসকলৰ চিত্ৰ আঁকিলে, গন্ধৰ্ব্বসকলৰ চিত্ৰ আঁকিলে, সিদ্ধ, চাৰণ, পন্নগ, দৈত্য, বিদ্যাধৰ, যক্ষ, মনুষ্য, কাকো বাদ নিদিলে; সকলোৰে চিত্ৰ আঁকিলে।

মানুহৰ চিত্ৰ আঁকি থাকোঁতে চিত্ৰলেখাই যেতিয়া বৃষ্ণিবংশীয় শূৰসেন, বাসুদেৱ, বলৰাম, শ্ৰীকৃষ্ণ আৰু প্ৰদ্যুম্নৰ ছবি আঁকিলে, প্ৰদ্যুম্নৰ চিত্ৰ দেখি উষাই লাজতে তলমূৰ কৰিলে। তাৰ পাছত যেতিয়া অনিৰুদ্ধৰ চিত্ৰ আঁকিলে উষাৰ গাল দুখন তেতিয়া লাজতে ৰঙা পৰিল আৰু অধোমুখী হৈ "এৱেঁই তেওঁ, এৱেঁই তেওঁ" বুলি হাঁহি হাঁহি ক'লে।

চিত্ৰলেখাৰ যোগবল আছিল। যেতিয়া চিত্ৰলেখাই জানিব পাৰিলে যে অনিৰুদ্ধ ভগৱান শ্ৰীকৃষ্ণৰ নাতি, তেতিয়া তেওঁ আকাশ পথেদি শ্ৰীকৃষ্ণৰ দেশ দ্বাৰকালৈ গ'ল। তাত উত্তম পালঙ্কৰ ওপৰত প্ৰদ্যুম্নৰ পুত্ৰ অনিৰুদ্ধ শুই থকা দেখিলে। চিত্ৰলেখাই যোগবলৰ দ্বাৰা অনিৰুদ্ধক লৈ শোণিতপুৰলৈ ঘূৰি আহিল আৰু সখী উষাক তেওঁৰ প্ৰিয়তমক দেখুৱালে।

তেতিয়া উষাও অনিৰুদ্ধক দেখি প্ৰফুল্ল হ'ল। পৃথিৱীৰ ভিতৰত আটাইতকৈ সুন্দৰ পুৰুষসকলৰ ভিতৰত অনিৰুদ্ধ শ্ৰেষ্ঠ আছিল। অনিৰুদ্ধক পাই উষাই তেওঁৰ লগত বিহাৰ কৰিব ধৰিলে। উষাৰ ঘৰ পুৰুষ মানুহৰ চক্ষুৰ

অন্তৰালত আছিল। কোনেও নেদেখিছিল। সেইবাবে বিহাৰত কোনো বাধা পোৱা নাছিল।

অনিৰুদ্ধ উষাৰ ঘৰত গোপনে আছিল আৰু তাত উষাই তেওঁক মহামূল্য বস্ত্ৰ, মাল্য, গন্ধ, ধূপ, দীপ, আসন আদিৰে আৰু পান, ভোজন আৰু মধুৰ প্ৰেমবাক্যেৰে সন্তোষ কৰিছিল। উষাৰ প্ৰেম নিৰন্তৰ বাঢ়ি গ'ল। অনিৰুদ্ধৰ চিত্ত উষাই হৰণ কৰি ল'লে আৰু অনিৰুদ্ধ যে এইদৰে কিমান দিন থাকিল ক'বই নোৱাৰিলে।

*যদুবীৰ অনিৰুদ্ধই উষাক এইদৰে উপভোগ কৰাত উষা বৰ হৃষ্টা হ'ল* আৰু স্ফুৰ্তিত কাল কটাব ধৰিলে। তাৰ পাছত উষাৰ শৰীৰত সম্ভোগৰ লক্ষণ ফুটি উঠিল। সেই লক্ষণবোৰ ঢাকিবৰ কোনো উপায় নোহোৱা হ'ল। অন্তঃপুৰৰ ৰক্ষীসকলে উষাক চৰিত্ৰভ্ৰষ্টা বুলি লক্ষ্য কৰিলে। তাৰ পাছত সিহঁতে গৈ ৰজা বাণৰ ওচৰত নিবেদন কৰিলে যে আমি আপোনাৰ অবিবাহিতা কন্যাৰ কুলদূষণ চৰিত্ৰ লক্ষ্য কৰিছোঁ। হে প্ৰভো! আমি সদায় আপোনাৰ কন্যাৰ গৃহ পহৰা দি অৱৰক্ষণ কৰি আছোঁ—কোনো পুৰুষে তেওঁক দেখা পাবৰ যো নাই। এনে অৱস্থাত আপোনাৰ কন্যাৰ কেনেকৈ চৰিত্ৰ দোষ হ'ল আমি বুজিব পৰা নাই।

বাণৰজা নিজ কন্যাৰ চৰিত্ৰ-দোষৰ কথা শুনি বৰ ব্যথিত হ'ল। তেওঁ তদ্দণ্ডেই উষাৰ ঘৰলৈ গ'ল আৰু যদুবংশধৰ অনিৰুদ্ধক দেখা পালে।

অনিৰুদ্ধ যিমান ধুনীয়া আছিল, তেনে ধুনীয়া পৃথিৱীত কোনো পুৰুষ নাছিল। তেওঁ শ্যামবৰণীয়া আছিল। পীতবৰ্ণৰ কাপোৰ পিন্ধিছিল। তেওঁৰ চকুযুৰি আছিল—কমলদলৰ নিচিনা। বাহু সুদীৰ্ঘ আছিল। কুণ্ডল আৰু কুণ্ডলৰ প্ৰভাৰ দ্বাৰা আৰু সহাস্য দৃষ্টিৰ দ্বাৰা তেওঁৰ বদনমণ্ডল পৰিশোভিত হৈছিল। সেইসময়ত সৰ্ব্বমঙ্গল স্বৰূপিণী প্ৰিয়া উষাৰ লগত তেওঁ পাশা খেলি আছিল। তেওঁ বুকত বসন্তকালৰ মল্লিকা ফুলৰ মালা পিন্ধি আছিল। উষাৰ অঙ্গৰ সঙ্গ লোৱা বাবে সেই মালা উষাৰ স্তন ৰঞ্জিত কৰা কুঙ্কুমৰ দ্বাৰা অনুৰঞ্জিত হৈছিল। এনে ৰূপৰ প্ৰদ্যুম্নপুত্ৰ অনিৰুদ্ধক দেখি বাণৰজা আশ্চৰ্য্যান্বিত হ'ল।

বাণৰজাৰ লগত অস্ত্ৰ-শস্ত্ৰ লৈ যোৱা বহু সৈন্যসামন্ত আছিল। পাশা খেলি থকা অনিৰুদ্ধই বাণক সেইদৰে ঘৰৰ ভিতৰ সোমোৱা দেখি থিয় দিলে আৰু লোহাৰ পৰিঘ হাতত লৈ দণ্ডধৰ যমৰ নিচিনা ৰৈ থাকিল।

তাৰ পাছত বাণৰ সৈন্যসকল যেতিয়া অনিৰুদ্ধক ধৰিবৰ কাৰণে চাৰিওফালে ঘেৰি ধৰিলে তেতিয়া গাহৰিৰ দলক কুকুৰবিলাকে আক্ৰমণ কৰিলে যেনেকৈ প্ৰবল গাহৰিটোৱে কুকুৰবিলাকক খেদি লৈ যায়, সেইদৰে অনিৰুদ্ধই পৰিঘ অস্ত্ৰৰ দ্বাৰা সৈন্যসকলক প্ৰহাৰ কৰিব ধৰিলে। এইদৰে অনিৰুদ্ধৰ

আঘাতত সৈন্যসকলৰ কাৰোবাৰ মূৰ ভাঙিল, কাৰোবাৰ উৰু ভাঙিল আৰু কাৰোবাৰ হাত ভাঙিল। তেতিয়া সৈন্যবিলাক ঘৰৰ পৰা পলাই গুচি গ'ল।

তেতিয়া মহাবলশালী বলিপুত্ৰ বাণৰজাই অত্যন্ত ক্ৰুদ্ধ হৈ অনিৰুদ্ধক নাগপাশৰ দ্বাৰা বান্ধি পেলালে। প্ৰিয়তম অনিৰুদ্ধক নাগপাশেৰে বন্ধন কৰা শুনি উষাই শোক আৰু বিষাদত অধীৰ হৈ উচ্চৈস্বৰে কান্দিব ধৰিলে।

(২)

(বাণপক্ষৰ লগত যাদৱপক্ষৰ যুদ্ধ)

অনিৰুদ্ধ বাণৰ নগৰত অৱৰুদ্ধ হৈ থাকিল। ইফালে অনিৰুদ্ধক দেখা নাপাই আত্মীয়-স্বজন শোকত অভিভূত হ'ল আৰু এইদৰে বাৰিষাৰ চাৰিমাহ পাৰ হৈ গ'ল।

তাৰ পাছত নাৰদমুনিয়ে আহি যাদৱসকলক খবৰ দিলে যে অনিৰুদ্ধ শোণিতপুৰত বাণৰজাৰ ঘৰত অৱৰুদ্ধ হৈ আছে। ভগৱান শ্ৰীকৃষ্ণ আৰু বলৰামে তেতিয়া যাদৱসকলক লৈ যুদ্ধৰ বাবে যাত্ৰা কৰিলে। তেওঁলোকৰ লগত প্ৰদ্যুম্ন, সাত্যকি, গদ, শাম্ব, সাৰণ, নন্দ, উপনন্দ আৰু ভদ্ৰ প্ৰভৃতি শ্ৰেষ্ঠ যাদৱসকল আৰু বাৰ অক্ষৌহিণী সৈন্য হ'ল; আৰু শোণিতপুৰৰ চাৰিওফাল ঘেৰি বাণৰজাৰ নগৰ অৱৰোধ কৰিলে।

বাণৰজাই যেতিয়া দেখিলে যে শোণিতপুৰৰ উদ্যান, প্ৰাচীৰ, আট্টালিকা আৰু দ্বাৰসমূহ যাদৱবিলাকে ভাঙিব ধৰিছে, তেতিয়া ক্ৰুদ্ধ হৈ শত্ৰুপক্ষৰ সমান সৈন্য লৈ তেওঁ পুৰীৰপৰা যুদ্ধৰ বাবে ওলাই গ'ল।

তেতিয়া ভগৱান মহাদেৱে নিজভক্ত বাণৰজাক সহায় কৰিবলৈ নিজ পুত্ৰ কাৰ্ত্তিকক লগত লৈ নিজ বাহন নন্দীবৃষত উঠি নিজৰ প্ৰমথসকলেৰে সৈতে শ্ৰীকৃষ্ণ আৰু বলৰামৰ বিৰুদ্ধে যুদ্ধ আৰম্ভ কৰিলে।

ভগৱান শ্ৰীকৃষ্ণ আৰু ভগৱান মহাদেৱৰ মাজত আৰু কৃষ্ণপুত্ৰ প্ৰদ্যুম্ন আৰু মহাদেৱপুত্ৰ কাৰ্ত্তিকৰ মাজত তুমুল যুদ্ধ আৰম্ভ হ'ল। কুম্ভাণ্ড আৰু কূপকৰ্ণৰ লগত বলৰামৰ যুদ্ধ হ'ল। শাম্বৰ লগত বাণপুত্ৰৰ আৰু সাত্যকিৰ লগত বাণৰ যুদ্ধ হ'ল।

এই যুদ্ধ চাবৰ বাবে বিমানযোগে ব্ৰহ্মাকে আদি কৰি সৰগৰ দেৱতাসকল, মুনিসকল, সিদ্ধ, চাৰণ, অপ্সৰা, গন্ধৰ্ব্ব আৰু যক্ষসকল আহি উপস্থিত হ'ল।

শূৰসেন ৰজাৰ নাতি ভগৱান শ্ৰীকৃষ্ণই শাৰ্ঙ্গ ধনুৰে তীক্ষ্ণ তীক্ষ্ণ শৰ এৰি ৰুদ্ৰদেৱৰ অনুচৰ ভূত, প্ৰমথ, গুহ্যক, ডাকিনী, ৰাক্ষস, বিনায়ক, বেতাল, প্ৰেত, মাতৃ, পিশাচ, কুষ্মাণ্ড আৰু ব্ৰহ্মাণ্ড ৰাক্ষসবিলাকক খেদি দিলে।

পিনাক ধনু হাতত লৈ ৰুদ্ৰদেৱে শাৰ্ঙ্গ ধনুৰ্দ্ধাৰী ভগৱান শ্ৰীকৃষ্ণৰ ওপৰত বেলেগে বেলেগে নানা দিব্য অস্ত্ৰ নিক্ষেপ কৰিলে। ভগৱান শ্ৰীকৃষ্ণই তাত বিস্ময়ান্বিত নহৈ প্ৰতিৰোধক অস্ত্ৰসমূহ নিক্ষেপ কৰিলে। ভগৱান শ্ৰীকৃষ্ণই ব্ৰহ্মাস্ত্ৰৰ বিৰুদ্ধে ব্ৰহ্মাস্ত্ৰ, বায়ব্যাস্ত্ৰৰ বিৰুদ্ধে পৰ্ব্বতাস্ত্ৰ, আগ্নেয়াস্ত্ৰৰ বিৰুদ্ধে বৰুণাস্ত্ৰ আৰু পাশুপাত অস্ত্ৰৰ বিৰুদ্ধে বৈষ্ণৱ অস্ত্ৰ প্ৰয়োগ কৰিলে।

তাৰ পাছত ভগৱান, শ্ৰীকৃষ্ণই জৃম্ভণকাৰী মহাদেৱক জৃম্ভণ অস্ত্ৰৰদ্বাৰা বিমোহিত কৰি অসি, গদা আৰু শৰৰদ্বাৰা বাণৰজাৰ সৈন্যবোৰক বধ কৰিব ধৰিলে।

প্ৰদ্যুম্নৰ লগত যুদ্ধত শৰৰ আঘাতত তিষ্ঠিব নোৱাৰি গাৰ পৰা ধাৰ বোৱা তেজ মচি মচি কাৰ্ত্তিক নিজ বাহন ময়ূৰত উঠি যুদ্ধক্ষেত্ৰৰ পৰা আঁতৰি গ'ল।

কুম্ভাণ্ড আৰু কৃপকৰ্ণ বলৰামৰ মুষলৰ আঘাত সহিব নোৱাৰি যুদ্ধক্ষেত্ৰত নিহত হ'ল। নায়ক নিহত হোৱাত সৈন্যবিলাকে পলায়ন কৰিলে।

ৰথৰ ওপৰত বহি যুদ্ধ কৰি থকা বাণৰজাই নিজ সৈন্যবিলাকক নিহত হ'ব ধৰা দেখি সাত্যকিক এৰি শ্ৰীকৃষ্ণৰ ফালে ধাৱমান হ'ল।

দুৰভিমানী বাণৰজাই হাজাৰখন হাতেৰে পাঁচশখন ধনু টানি একোখন ধনুতে দুপাতকৈ শৰ যোজনা কৰিলে। তেতিয়া ভগৱান শ্ৰীকৃষ্ণই একে সময়তে বাণৰ সকলোবিলাক ধনু শৰৰ দ্বাৰা কাটি পেলালে আৰু বাণৰ সাৰথি, ৰথ আৰু ৰথৰ ঘোঁৰাবিলাক বিনাশ কৰি শঙ্খধ্বনি কৰিলে।

তাৰ পাছত কোটৰা নাম্নী বাণৰ মাতা পুত্ৰৰ প্ৰাণৰক্ষা কৰিবৰ বাবে চুলি মেলি বিৱস্ত্ৰা হৈ যুদ্ধক্ষেত্ৰত ভগৱান শ্ৰীকৃষ্ণৰ সমুখত থিয় দিলেহি। ভগৱান শ্ৰীকৃষ্ণই উলঙ্গা স্ত্ৰীক নাচাওঁ বুলি মুখ ঘূৰালে। সেই অৱসৰতে ধনুহীন আৰু ৰথহীন বাণৰজা নিজৰ পুৰীত প্ৰৱেশ কৰিলে।

ইফালে যাদৱসকলৰ পীড়নত ভূতাদি ৰুদ্ৰানুচৰবিলাক পলাই গ'ল। তাৰ পাছত তিনি মূৰ আৰু তিনিখন ভৰি থকা ৰুদ্ৰজ্বৰে দশোদিক দগ্ধ কৰি কৰি ভগৱান শ্ৰীকৃষ্ণৰ ফালে লৰি আহিল।

নাৰায়ণ শ্ৰীকৃষ্ণই সুতপ্ত ৰুদ্ৰজ্বৰক দেখি শীতল বিষ্ণুজ্বৰ সৃষ্টি কৰিলে। তেতিয়া সেই ৰুদ্ৰজ্বৰে আৰু বিষ্ণুজ্বৰে পৰস্পৰ যুদ্ধ কৰিলে। তাৰ পাছত ৰুদ্ৰজ্বৰ বিষ্ণুজ্বৰৰ দ্বাৰা নিপীড়িত হৈ কান্দিব ধৰিলে আৰু ভয়ত ভীত হৈ কঁতো আশ্ৰয় আৰু অভয় নাপাই কৃতাঞ্জলি হৈ শ্ৰীকৃষ্ণৰ আশ্ৰয় প্ৰাৰ্থনা কৰি কবলৈ ধৰিলে ঃ—

হে ভগৱন! তুমি শুদ্ধ চৈতন্যময়, ব্ৰহ্মাদিৰো ঈশ্বৰ। সমস্ত শক্তিযুক্ত আৰু বিশ্বৰ সৃষ্টি, স্থিতি আৰু সংহাৰৰ কাৰণ। তোমাক নমস্কাৰ কৰোঁ। বেদত যি প্ৰশান্ত ব্ৰহ্মাৰ কথা আছে, সেই ব্ৰহ্মাই তুমি।

হে ভগৱন! তোমাৰ প্ৰকৃতি কাৰ্য্যৰূপে সংস্থিতা হৈ আছে। এই বিশ্বব্ৰহ্মাণ্ড আৰু প্ৰকৃতিজাত সংসাৰ প্ৰৱাহ যি পৰম কাৰণত অৱস্থিত হৈ আছে আৰু যাৰ শৰণাগত হ'লে সেই সংসাৰ নিবৃত্ত হৈ যায়, মই সেই পৰমব্ৰহ্ম তোমাৰ শৰণাগত হলোঁ।

হে ভগৱন! তুমি লীলাৰ কাৰণেই যথাযোগ্যভাৱে মৎস্য আদি অৱতাৰ ধৰি দেৱতাসকলক, সাধুসকলক, আৰু মানুহৰ ধৰ্ম্মমৰ্য্যাদা ৰক্ষা কৰি থাকা আৰু হিংসাপৰায়ণ কুপথগামী জীৱক বিনাশ কৰি থাকা। তোমাৰ এই কৃষ্ণ অৱতাৰো ভূভাৰ হৰণ কৰিবৰ বাবেহে।

হে ভগৱন! তোমাৰ এই শীতল অথচ উগ্ৰ বিষ্ণুজ্বৰৰ দ্বাৰা মই সন্তাপিত হৈছোঁ। জীৱসকলে আশাত আৱদ্ধ হৈ থাকি যেতিয়ালৈকে তোমাৰ শ্ৰীচৰণ সেৱা নকৰে, সেই পৰ্য্যন্ত সিহঁতৰ সন্তাপ থাকে। মই তোমাৰ চৰণ কমলত আশ্ৰয় ভিক্ষা কৰিলোঁ। মোৰ সন্তাপ দূৰ কৰা।

ভগৱান শ্ৰীকৃষ্ণই তেতিয়া উত্তৰ দিলে—হে তিনিমূৰীয়া ৰুদ্ৰজ্বৰ! তোমাৰ প্ৰতি মই প্ৰসন্ন হলোঁ। বিষ্ণুজ্বৰৰ পৰা তুমি ৰক্ষা পাবা। যিজনে আমাৰ এই কথা স্মৰণ কৰিব, তেওঁক তুমি ভয় নেদেখুৱাবা। মোৰ এই আদেশ পালন কৰি তুমি স্বচ্ছন্দে বিচৰণ কৰা। ৰুদ্ৰজ্বৰে তেতিয়া ভগৱান শ্ৰীকৃষ্ণক প্ৰণাম কৰি প্ৰস্থান কৰিলে; কিন্তু বাণৰজা পুনঃ ৰথত উঠি শ্ৰীকৃষ্ণৰ লগত যুদ্ধ কৰিবলৈ আগবাঢ়ি আহিল। বাণৰজাই অতিশয় ক্ৰোধান্বিত হৈ সহস্ৰবাহুৰ দ্বাৰা নানা প্ৰকাৰ অস্ত্ৰ-শস্ত্ৰ চক্ৰধাৰী শ্ৰীকৃষ্ণৰ ওপৰত নিক্ষেপ কৰিব ধৰিলে। তেতিয়া ভগৱান শ্ৰীকৃষ্ণই তীক্ষ্ণধাৰ চক্ৰৰ দ্বাৰা বাণৰজাৰ বাহুবিলাক গছৰ ডাল কটাৰ নিচিনাকৈ কাটিব ধৰিলে।

বাণৰজাৰ বাহুবিলাক যেতিয়া এইদৰে কটা যাব ধৰিলে তেতিয়া দেৱাদিদেৱ মহাদেৱ ভক্তৰ প্ৰতি দয়া পৰবশ হৈ চক্ৰধৰ শ্ৰীকৃষ্ণক ক'বলৈ ধৰিলে—হে ভগৱন! তুমিয়েই পৰব্ৰহ্ম। বেদত বুজিব নোৱাৰা ভাষাৰ দ্বাৰা যাৰ গুণ বৰ্ণনা কৰা হৈছে, সেয়ে তুমি; আৰু তুমিয়েই চেতন আৰু অচেতনৰপৰা ভিন্ন হৈ সকলোকে প্ৰকাশ কৰি, আৰু তুমিয়েই আকাশৰ নিচিনা সকলো দোষৰপৰা মুক্ত থাকি সকলোকে আশ্ৰয় দিছা। তুমিয়েই সেই পৰব্ৰহ্ম। যিসকল সাধুলোক শুদ্ধচিত্ত আৰু সত্ত্বগুণসম্পন্ন, তেওঁলোকে তোমাক দেখা পায়। মই তমোগুণৰ দ্বাৰা মোহিত হৈ তোমাৰ লগত যুদ্ধ কৰিছোঁ।

হে ভগৱন্! মই তোমাৰ বিভূতি, তুমি বিভূতিমান্। মই মোহান্ধ হৈ তোমাৰ বিৰুদ্ধাচৰণ কৰিছোঁ। আকাশ তোমাৰ নাভি। অগ্নি তোমাৰ মুখ। জল তোমাৰ শুক্ৰ। স্বৰ্গ তোমাৰ মস্তক। দিক্‌সকল তোমাৰ কাণ। পৃথিৱী তোমাৰ চৰণ। চন্দ্ৰ তোমাৰ মন। সূৰ্য্য তোমাৰ চক্ষু। মই (মহাদেৱ) তোমাৰ অহঙ্কাৰ। সমুদ্ৰ তোমাৰ

জঠৰ। ইন্দ্ৰাদি লোকপালকগণ তোমাৰ বাহু। ঔষধিসমূহ তোমাৰ লোম। মেঘসমূহ তোমাৰ চুলি। ব্ৰহ্মা তোমাৰ বুদ্ধি। প্ৰজাপতি তোমাৰ লিঙ্গ। ধৰ্ম্ম তোমাৰ হৃদয়। এনেকুৱা যে তুমি, তুমিয়েই লোকস্ৰষ্টা বিৰাট পুৰুষ।

হে অকুণ্ঠধাম! ধৰ্ম্মৰক্ষাৰ কাৰণে আৰু জগতৰ অভ্যুদয়ৰ কাৰণে তোমাৰ এই অৱতাৰ হৈছে। আমিও সকলোৱে তোমাৰ দ্বাৰা পালিত হৈ এই সাতভুৱন পালন কৰিব ধৰিছোঁ। তুমি পালক আৰু আমি পালিত হৈয়ো তোমাৰ বিৰুদ্ধাচৰণ কৰিছোঁ।

হে ভগৱন্! তুমি এক আৰু অদ্বিতীয়, জগতৰ আদি কাৰণ। স্বপ্ৰকাশ, বিশ্বৰ উৎপাদক, কাৰণ ৰহিত আৰু সৰ্ব্বেশ্বৰ; তথাপি তুমি নিজ কৃপায় মায়াৰ কাৰ্য্য অনুসাৰে হৃদয়ত অনুভূত হৈ থাকা। সেইবাবে তোমাক যদিও কোনেও চকুৰে দেখা নাপায় আৰু যদিও তুমি সকলো ইন্দ্ৰিয়ৰ অগোচৰ হৈ থাকা, তথাপি তুমি ভক্তৰ মনত পালকাদিৰূপে বৰ্ত্তমান হৈ থাকা।

হে সৰ্ব্ববাপিন্! সূৰ্য্যই যেনেকৈ মেঘৰ দ্বাৰা আবৃত হৈ থাকিও মেঘক আৰু মেঘৰ আঁৰালত থকা সমস্ত বস্তুকে প্ৰকাশ কৰে, তেনেকৈ তুমিও পৰমাত্মা প্ৰদীপ হৈ জীৱৰ অন্তৰত থাকি জীৱৰ অন্তঃকৰণৰ দ্বাৰা আচ্ছাদিত হৈ থাকিও সকলো জীৱকে প্ৰকাশ কৰিছা।

হে ভগৱন্! তোমাৰ মায়াত আৱদ্ধ জীৱ, স্ত্ৰী-পুত্ৰ পৰিবাৰ—গৃহ-সংসাৰত আসক্ত হৈ, দুখ-সাগৰত নিমগ্ন হৈ জন্ম-মৰণ প্ৰৱাহত উচ্চযোনি নীচযোনি পৰিভ্ৰমণ কৰি ফুৰিছে।

যি অজিতেন্দ্ৰিয় লোকে এই মনুষ্য জন্ম পায়ো তোমাৰ শ্ৰীচৰণ সেৱা নকৰে, সেইলোকে নিজকে বঞ্চনা কৰি থাকে—তাৰ নিচিনা দুৰ্ভগীয়া লোক নাই।

তুমি সকলোৰে আত্মা, প্ৰিয় আৰু ঈশ্বৰ। গৃহ, পুত্ৰ, কলত্ৰাদি অপ্ৰিয়, অনাত্মা, আৰু অনীশ্বৰ। যি লোকে স্ত্ৰী, পুত্ৰ, পৰিবাৰৰ কাৰণে তোমাক ত্যাগ কৰে, তোমাক ভজনা নকৰে, সেই লোকে মোক্ষ ৰূপ অমৃত পৰিত্যাগ কৰি সংসাৰৰূপ বিষ পান কৰে।

মই (মহাদেৱে কৈছে), ব্ৰহ্মা, দেৱতাসকল আৰু মুনিসকলে সদায় সৰ্ব্বতোভাৱে তোমাৰ শৰণাপন্ন হৈ আছোঁ। আমি সংসাৰ নিবৃত্তিৰ কাৰণে তোমাৰ শৰণাপন্ন হৈছোঁ। তুমিয়েই জগতৰ স্থিতি, উৎপত্তি আৰু ধ্বংসৰ কাৰণ, জগতৰ আৰু সকলো জীৱৰ আত্মাৰ আধাৰ। তোমাৰ ওচৰত সৰু বৰ নাই। তুমি সকলোৰে হিতকাৰী, সকলোৰে আশ্ৰয়-স্থল আৰু সকলোৰে ঈশ্বৰ। তুমি প্ৰশান্ত আৰু সমান। তোমাক ভজনা কৰিছোঁ।

হে দেৱ! এই বাণৰজা মোৰ প্ৰিয় ভক্ত আৰু অনুবৰ্ত্তী। মই তেওঁক অভয়

দান কৰিছোঁ। মোৰ সেই অভয় দান সফল কৰা। এই বাণ অনিৰুদ্ধৰ শহুৰেক হ'ল। সেইবাবে তুমি যেনেকৈ এই বাণৰ প্ৰপিতামহ প্ৰহ্লাদক অনুগ্ৰহ কৰিছিলা, সেইদৰে এই বাণৰ প্ৰতিও অনুগ্ৰহ কৰা।

ভগৱান শ্ৰীকৃষ্ণই তেতিয়া মহাদেৱক ক'লে—হে ভগৱান মহাদেৱ! মই তোমাৰ এই প্ৰিয় কাৰ্য্য কৰিম। তুমি যে বাণক অভয় দিছা, সেই অভয় ময়ো সমৰ্থন কৰিছোঁ। এই বাণ অসুৰ হ'লেও মোৰ অবধ্য; কাৰণ, এই বাণ বিৰোচন-পুত্ৰ বলিৰ পুত্ৰ। বিৰোচনৰ পিতা প্ৰহ্লাদক মই বৰ দিছিলোঁ যে—"তোমাৰ বংশধৰ কোনোৱেই মোৰ বধ্য নহব।" বাণৰ দৰ্পচূৰ্ণ কৰিবৰ বাবে মই তেওঁৰ বাহু ছেদন কৰিছোঁ। যিবোৰ সৈন্য পৃথিবীৰ ভাৰ স্বৰূপ হৈছিল, মই সিহঁতক ধ্বংস কৰিছোঁ। বাণৰ চাৰিখন বাহু বাকী থাকিল। এই বাণ অজৰ-অমৰ হৈ তোমাৰ শ্ৰেষ্ঠ পাৰ্ষদ হৈ থাকিব। কাৰোপৰা তেওঁৰ ভয় নাই।

বাণৰজাই এইদৰে অভয় পাই নতশিৰে ভগবান শ্ৰীকৃষ্ণক প্ৰণাম কৰিলে আৰু পুৰীৰ ভিতৰলৈ গৈ নববধূ উষাৰ লগত অনিৰুদ্ধক লৈ আহি শ্ৰীকৃষ্ণৰ ওচৰত উপস্থিত হ'ল।

তেতিয়া ৰুদ্ৰদেৱৰ অনুমোদন অনুসাৰে ভগবান শ্ৰীকৃষ্ণই এক অক্ষৌহিণী সেনাৰ দ্বাৰা পৰিবৃত হৈ উত্তম বসন আৰু ভূষণৰ দ্বাৰা বিভূষিত হৈ সপত্নীক অনিৰুদ্ধক আগত লৈ দ্বাৰকালৈ গ'ল।

তেওঁলোকৰ আগমনত দ্বাৰকা নগৰ তোৰণ আৰু ধ্বজৰ দ্বাৰা সুশোভিত হৈছিল আৰু দ্বাৰকাৰ ৰাস্তা-চৌপথবোৰ অভিষিক্ত কৰি তোলা হৈছিল। ঢোল, খোল, শঙ্খ আদি বাদ্যৰ দ্বাৰা পুৰবাসী সুহৃদ আৰু ব্ৰাহ্মণসকলে শ্ৰীকৃষ্ণৰ পুনৰাগমনত সম্বৰ্দ্ধনা জনাইছিল।

যি লোকে প্ৰভাত কালত মহাদেৱৰ লগত শ্ৰীকৃষ্ণৰ যুদ্ধ আৰু ভগবান শ্ৰীকৃষ্ণৰ বিজয়বাৰ্ত্তা স্মৰণ কৰিব, তেওঁ সংসাৰত কেতিয়াও পৰাজয় নহ'ব।

# পুৰুৰবা উপাখ্যান

(চন্দ্ৰবংশৰ বিৱৰণ)

চন্দ্ৰবংশত ইলাৰ পুত্ৰ পুৰুৰবা প্ৰভৃতি পুণ্যকীৰ্ত্তি ভূপতিসকলে জন্ম গ্ৰহণ কৰিছিল।

সহস্ৰশীৰ্ষা পৰম পুৰুষ ভগৱানৰ নাভিহ্ৰদত উদ্ভূত যি পদ্ম, সেই পদ্মৰপৰা ব্ৰহ্মাৰ জন্ম হয়। সেই ব্ৰহ্মাৰ পুত্ৰ অত্ৰি। তেওঁ গুণত পিতাকৰ সমান আছিল। সেই অত্ৰিৰ আনন্দাশ্ৰুৰ পৰা চন্দ্ৰৰ উৎপত্তি হয়। ব্ৰহ্মাই তেওঁক ওষধি, বিপ্ৰ আৰু নক্ষত্ৰসকলৰ অধিপতি কৰি দিয়ে।

চন্দ্ৰই ত্ৰিভূৱন জয় কৰি ৰাজসূয় যজ্ঞৰ অনুষ্ঠান কৰে আৰু দৰ্প কৰি বৃহস্পতিৰ পত্নী তাৰাক অপহৰণ কৰে। দেৱগুৰু বৃহস্পতিৰ পত্নী তাৰাক অপহৰণ কৰে। দেৱগুৰু বৃহস্পতিয়ে তাৰাক ঘূৰাই দিবলৈ পুনঃ পুনঃ অনুৰোধ কৰা সত্ত্বেও যেতিয়া চন্দ্ৰই মত্ত হৈ তাৰাক ফিৰাই নিদিলে, তেতিয়া দেৱ আৰু দানৱবিলাকৰ মাজত বিৰোধ হয়।

তেতিয়া বৃহস্পতিৰ লগত বিৰোধ থকা হেতুকে শুক্ৰচাৰ্য্যই অসুৰবিলাকৰ পক্ষ অৱলম্বন কৰি চন্দ্ৰৰ ফলীয়া হয়। ভগৱান মহাদেৱ স্নেহবশতঃ ভূতসকলক লগত লৈ অঙ্গিৰা ঋষিৰ পুত্ৰ গুৰু বৃহস্পতিৰ পক্ষ লয়। দেৱৰাজ ইন্দ্ৰয়ো গুৰু বৃহস্পতিৰ অনুসৰণ কৰে। এইদৰে তাৰাৰ কাৰণে দেৱাসুৰৰ ক্ষয়ঙ্কৰ যুদ্ধ হয়।

তাৰ পাছত অঙ্গিৰা ঋষিয়ে ব্ৰহ্মাক জনালে। ব্ৰহ্মাই চন্দ্ৰক তিৰস্কাৰ কৰে আৰু তাৰাক পতিৰ হাতত প্ৰত্যৰ্পণ কৰে। সেই সময়ত তাৰা গৰ্ভৱতী আছিল। বৃহস্পতিয়ে সেইটো বুজিব পাৰিলে। তেতিয়া তেওঁ ক'লে—হে দুষ্টবুদ্ধে! তই মোৰ ক্ষেত্ৰ। তাত অপৰ ব্যক্তিৰ গৰ্ভাধান কৰিছ। অতএৱ তই এই গৰ্ভ পৰিত্যাগ কৰ, পৰিত্যাগ কৰ। হে অসতি! গৰ্ভ পৰিত্যাগ কৰিলেই তোক মই ভস্মসাৎ কৰিম তই এনে ভয় নকৰিবি। মই সন্তানাৰ্থী। তই মোৰ স্ত্ৰী। সেইবাবে মই তোক ভস্ম নকৰোঁ।

তাৰাই তেতিয়া লজ্জিতা হৈ সোণৰ নিচিনা দীপ্তিশালী এটি কুমাৰ প্ৰসৱ কৰিলে। সেই কুমাৰক দেখি বৃহস্পতি আৰু চন্দ্ৰ উভয়েই তাক পাবৰ কাৰণে আকাঙ্ক্ষা কৰিলে। 'এই পুত্ৰ মোৰ' এই বুলি বৃহস্পতি আৰু চন্দ্ৰ উভয়েই বিবাদ আৰম্ভ কৰিলে। তেতিয়া দেৱতাসকলে আৰু ঋষিসকলে তাৰাক এই বিষয়ে প্ৰশ্ন কৰিলে, কিন্তু তাৰাই লাজ কৰি একোকে নক'লে। তেতিয়া নকৈ ওপজা শিশুৱে

কুপিত হৈ মাকক ক'লে—হে অসচ্চৰিত্ৰে! বৃথা লাজ কৰি কোৱা নাই কিয়? নিজৰ নিন্দিত কৰ্ম্মৰ কথা শীঘ্ৰেই মোৰ আগত কোৱা।

তেতিয়া ব্ৰহ্মাই তাৰাক নিৰ্জ্জনলৈ মাতি নি প্ৰিয়বাক্যৰ দ্বাৰা প্ৰবোধ দি সেই বিষয়ে সুধিলে। তাৰাই ধীৰে ধীৰে উত্তৰ দিলে—এই পুত্ৰ চন্দ্ৰৰ। তাৰ পাছত চন্দ্ৰই সেই পুত্ৰক গ্ৰহণ কৰিলে। ব্ৰহ্মাই এই বালকৰ গভীৰ বুদ্ধি দেখি তাৰ নাম 'বুধ' ৰাখিছিল। এই পুত্ৰৰ দ্বাৰাই চন্দ্ৰই আনন্দ লাভ কৰিছিল।

সেই বুধৰ ঔৰসত আৰু ইলাৰ গৰ্ভত পুৰূৰবাই জন্ম গ্ৰহণ কৰে।

দেৱৰাজ ইন্দ্ৰৰ ভৱনত দেৱৰ্ষি নাৰদে পুৰূৰবাৰ ৰূপ, গুণ, উদাৰতা, চৰিত্ৰ, ধন-সম্পত্তি আৰু বিক্ৰমৰ কথা কীৰ্ত্তন কৰাত তাকে শুনি উৰ্ব্বশীদেৱী কামবাণত পীড়িতা হৈ পুৰূৰবাৰ সমীপত উপস্থিত হ'ল।

উৰ্ব্বশী মিত্ৰাৱৰুণৰ অভিশাপত মনুষ্য ভাৱ পাইছিল। কন্দৰ্পতুল্য ৰূপবান পূৰূৰবাক দেখি কথ কথঞ্চিৎ ধৈৰ্য্য অৱলম্বন কৰি তেওঁৰ ওচৰত থিয় দি থাকিল।

পৰূৰবাৰ নয়ন উৰ্ব্বশীক দেখি উৎফুল্ল আৰু দেহ ৰোমাঞ্চিত হৈ উঠিল। এনে অৱস্থাত তেওঁ সুমধুৰ বাক্যৰদ্বাৰা উৰ্ব্বশীক ক'বলৈ ধৰিলে—হে সুন্দৰি! তোমাৰ শুভ আগমন তো? বহা। তোমাৰ নো কি কাম মই কৰি দিম? তুমি মোৰ লগত বিহাৰ কৰা। অনন্ত কাললৈ আমাৰ ৰতি ক্ৰীড়া চলি থাকক।

উৰ্ব্বশীয়ে তেতিয়া ক'লে—হে সুন্দৰ! তোমাৰ প্ৰতি কোন ৰমণীৰ মন আৰু দৃষ্টি আকৰ্ষিত নহয়? সকলো ৰমণীয়ে তোমাৰ প্ৰতি আসক্তা হ'ব। তোমাৰ বক্ষঃস্থল লাভ কৰিলে ৰমণাভিলাষী হৈ অন্যত্ৰ যাবৰ ইচ্ছা কাৰো নহয়।

কিন্তু হে ৰাজন! মোৰ এটি নিবেদন আছে। হে মানপ্ৰদ! তুমি ৰমণীক কেনেকৈ আদৰ কৰিব লাগে তাক তুমি বিলক্ষণ জানা। মোৰ দুটি মেষৰ ভাৰ তোমাৰ ওপৰত ন্যস্ত থাকিল। তুমি ইহঁতক ৰক্ষা কৰা। যিমান দিন তুমি ইহঁতক ৰক্ষা কৰিবা, সিমান দিন মই তোমাৰ লগত ৰমণ কৰিম। প্ৰশংসনীয় পুৰুষক ৰমণীৰ বৰণীয় বুলি মানুহে কয়।

হে বীৰ! মোৰ ভক্ষ্য হ'ব লাগিব একমাত্ৰ ঘিঁউ। মই আন একো বস্তু নাখাওঁ আৰু মৈথুন কাল ব্যতিৰেকে যেন তোমাক আন কোনো সময়ত উলঙ্গ দেখা নাপাওঁ। এই নিয়ম তুমি পালন কৰিব লাগিব। এই নিয়মৰ ব্যতিক্ৰম হ'লে মই গুচি যাম।

তেতিয়া মহাৰাজ পুৰূৰবাই উৰ্ব্বশীৰ সেই কথাত "তথাস্তু" বুলি মান্তি হ'ল আৰু ক'লে—আহা! তোমাৰ কি ৰূপ! তোমাৰ কি ভাৱ! ই নৰলোকৰ মোহজনক। তুমি দেৱৰমণী আৰু নিজেই আহিছা। তোমাক কোনে নভজিব?

তাৰ পাছত পুৰুষ-শ্ৰেষ্ঠ পুৰূৰবাই যথাযোগ্যভাবে ৰমণত প্ৰবৃত্তা সেই

উৰ্ব্বশীৰ লগত চৈত্ৰৰথ প্ৰভৃতি দেৱতাসকলৰ বিহাৰ-স্থানবোৰত ইচ্ছানুৰূপ বিহাৰত প্ৰবৃত্ত হ'ল।

উৰ্ব্বশীৰ দেহৰ গন্ধ পদুমফুলৰ কেশৰৰ গন্ধৰ নিচিনা আছিল। তেনে দেৱী উৰ্ব্বশীৰ লগত ৰমণ কৰি কৰি ৰজা পুৰূৰবা তেওঁৰ মুখৰ সৌৰভত আকৃষ্ট হৈছিল আৰু বহুতদিন আনন্দত কাল কটাইছিল।

ইফালে দেৱৰাজ ইন্দ্ৰই উৰ্ব্বশীক নেদেখি "উৰ্ব্বশী বিনা মোৰ আলয়ৰ শোভা নাথাকে" এইবুলি উৰ্ব্বশীক আনিবলৈ গন্ধৰ্ব্বসকলক পঠাই দিলে।

তাৰ পাছত গন্ধৰ্ব্বসকলে মাজনিশা ঘোৰ অন্ধকাৰত পৃথিৱীলৈ আহি উৰ্ব্বশীয়ে পুৰূৰবাৰ ওচৰত যি মেষ দুটি ৰাখিছিল, সেই মেষ দুটি চুৰ কৰি নিলে। মেষ দুটিয়ে চুৰ কৰিবৰ সময়ত চিঞৰিব ধৰিলে। তেতিয়া পুত্ৰস্থানীয় মেষ দুটিৰ চিঞৰ শুনি উৰ্ব্বশীয়ে ক'লে—হায়! এই ব্যক্তি নিজক বীৰ বুলি ভাবে, কাৰ্য্যতঃ এই ব্যক্তি নপুংসক। এই অযোগ্য স্বামীৰ লগত পৰি মই সমূলঞ্চে মৰিলোঁ। এওঁৰ ওপৰত বিশ্বাস স্থাপন কৰা বাবে মই বিনষ্ট হলোঁ। দস্যুবিলাকে মোৰ পুত্ৰস্থানীয় মেষ দুটাক চুৰ কৰি লৈ গ'ল। হায়! এই ব্যক্তি পুৰুষ, অথচ নাৰীৰ নিচিনাকৈ ভীত হৈ দিনে ৰাতিয়ে শুই থাকে। গতিকে এওঁক ত্যাগ কৰাই উচিত।

হাতী যেনেকৈ অঙ্কুশৰ খোঁচনিত মৰ্ম্মাহত হয়, সেইদৰে উৰ্ব্বশীৰ বাক্যবাণত মৰ্ম্মাহত হৈ পুৰূৰবা খণ্ডতে উন্মত্ত হ'ল আৰু খড়্গ হাতত লৈ উলঙ্গ অৱস্থাতেই ৰাতি সেই মেষাপহাৰী গন্ধৰ্ব্ববিলাকক খেদি গ'ল। তেতিয়া গন্ধৰ্ব্ববিলাকে মেষ দুটিক এৰি থৈ গুচি গ'ল। যাবৰ সময়ত বিদ্যুতৰ নিচিনা দীপ্তি প্ৰকাশ কৰি গৈছিল। পুৰূৰবা মেষ দুটাক লৈ ঘূৰি আহিল। উৰ্ব্বশীয়ে সেই দীপ্তিত স্বামীক উলঙ্গ দেখা পালে। সুতৰাং পূৰ্ব্বপ্ৰতিজ্ঞা ভঙ্গ হোৱা বাবে উৰ্ব্বশীয়ে ৰজাক পৰিত্যাগ কৰি স্বৰ্গলৈ গুচি গ'ল।

পুৰূৰবা ঘূৰি আহি শয্যাত পত্নীক দেখা নাপাই বিমনা হৈ পৰিল আৰু তদ্গতচিত্ত আৰু বিহ্বল হৈ শোক কৰি কৰি পাগলৰ নিচিনা পৃথিৱীত ঘূৰি ফুৰিব ধৰিলে।

এইদৰে ভ্ৰমণ কৰি কৰি এদিনাখন পুৰূৰবাই কুৰুক্ষেত্ৰত সৰস্বতী নদীৰ পাৰত পাঁচজনী সখীৰ লগত উৰ্ব্বশীক দেখা পালে। দেখা পাই প্ৰফুল্লিত হৈ বেদপ্ৰসিদ্ধ সুশোভন বাক্যেৰে সম্বোধন কৰি ক'লে—হে প্ৰিয়ে! ৰ'বা, ৰ'বা। হে নিষ্ঠুৰে! তুমি মোক সুখী নকৰি ত্যাগ কৰা উচিত হোৱা নাই। আহা কথাবতৰা হওঁ। হে দেৱি! তুমি মোক ত্যাগ কৰিলে মোৰ সুন্দৰ দেহ ইয়াতেই বিনষ্ট হ'ব। তুমিয়েই এই দেহ আকৰ্ষণ কৰি ইমান দূৰলৈকে আহিছা। এতিয়া এই দেহ

শিয়াল আৰু শগুনে ভক্ষণ কৰিব। হায়! আগেয়ে যি দেহ তোমাৰ অনুগ্ৰহৰ পাত্ৰ আছিল, সেই দেহৰ এতিয়া কোনো আশ্ৰয় নাই।

উৰ্ব্বশীয়ে ক'লে—হে বীৰ! নমৰিবা। ইন্দ্ৰিয়ৰূপী শিয়ালবিলাকে যেন তোমাক ভক্ষণ নকৰে। তুমি ইন্দ্ৰিয়ৰ বশীভূত নহবা, কাৰণ তুমি পুৰুষ। ইন্দ্ৰিয় সংযম কৰিবলৈ তুমি সমৰ্থ। হে ৰাজন্! স্ত্ৰীসকলৰ সখ্য কেতিয়াও স্থিৰ নাথাকে। বৃকৰ হৃদয়ৰ ন্যায় সিহঁতৰ হৃদয় কঠোৰ।

স্ত্ৰীসকল স্বভাৱতঃ নিৰ্দ্দয়, কুটিল, ক্ষমাহীন আৰু ইন্দ্ৰিয়প্ৰীতিৰ নিমিত্তে চঞ্চল হৈ থাকে। সিহঁতে তুচ্ছ প্ৰয়োজন সিদ্ধিৰ নিমিত্তে বিশ্বস্ত পতি আৰু ভ্ৰাতাকো বিনাশ কৰি থাকে।

যিসকলে লোকে নাৰীৰ স্বভাৱ নাজানে, সেইসকল লোকৰ ওপৰত স্বেচ্ছাচাৰিণী কুলটা ৰমণীসকলে কপট বিশ্বাস জন্মাই পাছত সৌহাৰ্দ্দ্য পৰিত্যাগ কৰি নতুন নতুন পুৰুষক পাবলৈ ইচ্ছা কৰে।

হে স্বামী! তুমি বছৰেকৰ মূৰত এৰাতি মাথোন মোৰ লগত ৰমণ কৰিব পাৰিবা। তাতেই তোমাৰ অপৰ সন্তানো জন্মিব।

নৃপতি পুৰূৰবাই উৰ্ব্বশীৰ "অপৰ সন্তানো জন্মিব" এই বাক্য শুনি উৰ্ব্বশীক গৰ্ভৱতী বুলি বুঁজিব পাৰিলে। ৰজা তেতিয়া নিজপুৰীলৈ উভতি আহিল। তাৰ পাছত বছৰেকৰ মূৰত সেই ঠাইলৈ আহি উৰ্ব্বশীক বীৰ প্ৰসবিনী হোৱা দেখি আনন্দিত হৈ তেওঁৰ লগত এৰাতি বাস কৰিলে।

ৰাতিপুৱা উৰ্ব্বশীয়ে বিৰহাতুৰ আৰু দীনভাৱাপন্ন পুৰূৰবাক ক'লে—তুমি গন্ধৰ্ব্ববিলাকক স্তৱ-স্তুতিৰ দ্বাৰা পৰিতুষ্ট কৰা। তেতিয়া সিহঁতে মোক তোমাৰ লগত যাবলৈ দিব।

তেতিয়া পুৰূৰবাই উৰ্ব্বশীৰ কথা অনুসাৰে গন্ধৰ্ব্বসকলক স্তুতি কৰিলে। গন্ধৰ্ব্বসকলে স্তৱত তুষ্ট হৈ পুৰূৰবাক এটি অগ্নিস্থালী (জুই ৰখা পাত্ৰ) দিলে। পুৰূৰবাই এই অগ্নিৰ দ্বাৰা উৰ্ব্বশী-প্ৰাপক কৰ্ম্ম কৰি উৰ্ব্বশীক লাভ কৰিব এই উদ্দেশ্যে গন্ধৰ্ব্বসকলে ৰজাক অগ্নিপাত্ৰ দিছিল; কিন্তু কামান্ধ ৰজাই সেই পাত্ৰকে উৰ্ব্বশী বুলি ভাবি তাকে লৈ বনে বনে ঘূৰি ফুৰিলে। অৱশেষত সেইটো যে উৰ্ব্বশী নহয় এই কথা বুজিব পাৰিলে।

তাৰ পাছত ৰজাই সেই অগ্নিস্থালী বনত পেলাই দি ঘৰলৈ গুচি গ'ল আৰু দিনে ৰাতিয়ে পূৰ্ব্বৰ কথা স্মৰণ কৰিবলৈ ধৰে। এই অৱস্থাত ত্ৰেতাযুগৰ আৰম্ভণিত তেওঁৰ মনত কৰ্ম্মকাণ্ড বোধক বেদ তিনিখন প্ৰাদুৰ্ভূত হ'ল।

তেতিয়া ক্ষমতাশালী পুৰূৰবা যি ঠাইত অগ্নিস্থালী পেলাই আহিছিল তালৈ গ'ল। তাত গৈ দেখে যে শমীবৃক্ষৰ গৰ্ভত এজোপা অশ্বত্থ গছ গজিছে। তেতিয়া তেওঁ সেই অগ্নিস্থালীৰ প্ৰভাৱতে সেই অশ্বত্থ গছ জন্মিছে বুলি বুজিব পাৰিলে।

সেই অশ্বত্থৰ দ্বাৰা তেওঁ দুডাল অৰণি (মন্থন কৰা কাঠ) প্ৰস্তুত কৰিলে। তেতিয়া উৰ্ব্বশীলোক পাবৰ কামনা কৰি অৰণি দুডাল মন্ত্ৰপূত কৰি ওপৰৰ অৰণিক নিজস্বৰূপ, তলৰ অৰণিক উৰ্ব্বশীস্বৰূপ আৰু উভয় অৰণিৰ মাজত যি ডোখৰ কাঠ আছিল তাকে পুত্ৰস্বৰূপ চিন্তা কৰি মন্থন কৰিব ধৰিলে। সেই মন্থনৰ পৰা সমস্ত ভোগ্য বস্তুৰ অগ্নি (জাতবেদা) উৎপন্ন হ'ল। তাৰ পাছত সেই অগ্নিৰ তিনিৰূপ হ'ল— আহ্বনীয়, গাৰ্হপত্য আৰু দক্ষিণাগ্নি। তিনিবেদৰ বিধানমতে আধান সংস্কাৰৰ দ্বাৰা এই তিনিৰূপ হৈছিল। এই অগ্নিৰ দ্বাৰা পুণ্যলোক পোৱা যাব বুলি পুৰূৰবাই সেই তিনিপ্ৰকাৰ অগ্নিক তিনিটা পুত্ৰ বুলি গণ্য কৰিছিল।

তাৰ পাছত পুৰূৰবাই উৰ্ব্বশীলোক কামনা কৰি সেই অগ্নিৰ দ্বাৰা সৰ্ব্বদেৱময় যজ্ঞেশ্বৰ অধোক্ষজ ভগৱান শ্ৰীহৰিৰ যজ্ঞ কৰিছিল।

সত্যযুগত সকলো বেদবাক্যৰ বীজ-স্বৰূপ প্ৰণৱেই একমাত্ৰ বেদ আছিল, নাৰায়ণেই একমাত্ৰ দেৱতা আছিল, লৌকিক অগ্নিয়েই একমাত্ৰ অগ্নি আছিল আৰু হংস নামক বৰ্ণই একমাত্ৰ বৰ্ণ আছিল। অন্য বেদ, অন্য দেৱতা, অন্য অগ্নি আৰু অন্য বৰ্ণ নাছিল। ত্ৰেতাযুগৰ প্ৰাৰম্ভত পুৰূৰবাৰ দ্বাৰা বেদ তিনিভাগত বিভক্ত হৈ প্ৰকাশিত হয়। ইয়াৰ অৰ্থ এই যে সত্যযুগত সকলো সত্ত্বগুণ-প্ৰধান আছিল আৰু সেইবাবে সকলো ধ্যাননিষ্ঠ আছিল। তাৰ পাছত ৰজোগুণ-প্ৰধান ত্ৰেতাযুগত প্ৰথমে বেদ বিভাগ হৈ কৰ্ম্মকাণ্ডৰ যুগ আৰম্ভ হয়। ৰাজা পুৰূৰবা পুত্ৰস্থানীয় অগ্নিৰ দ্বাৰা যজ্ঞাদি কৰ্ম্মৰ অনুষ্ঠান কৰি গন্ধৰ্ব্বলোকলৈ গৈছিল।

***

প্ৰকাশক
শ্ৰীবিচিত্ৰ নাৰায়ণ দত্তবৰুৱা, বি.এল.
লয়াৰ্চ বুক ষ্টল
পানবজাৰ, গুৱাহাটী

গান্ধীবাদী নৰেন
১ম সংস্কৰণ— ১৯৫৮ চন
২য় সংস্কৰণ— ছেপ্টেম্বৰ, ২০০২ চন

মুদ্ৰাকৰ—
শ্ৰীগুৰু প্ৰেছ, মালিগাঁৱত মুদ্ৰিত।

# লিখকৰ কথা

গান্ধীবাদ প্ৰচলনৰ প্ৰধান বাট বুনিয়াদী শিক্ষা পদ্ধতি। বুনিয়াদী শিক্ষা-প্ৰণালী গান্ধী দৰ্শনৰ ওপৰত প্ৰতিষ্ঠিত। বুনিয়াদী শিক্ষাত প্ৰাৰ্থনা আৰু একাদশ ব্ৰত শিক্ষা অৱশ্য কৰ্ত্তব্য। শৰীৰ শ্ৰমৰ মাধ্যমত উদ্যোগৰ জৰিয়তে শিক্ষাৰ পৰিবৰ্ত্তন ঘটোৱা এটি উদ্দেশ্য। এই উদ্দেশ্য সাধন হলে ভাৰতীয় জাতি গান্ধীজীৰ কল্পিত সমাজ অনুসাৰে গঠিত হব।

বুনিয়াদী শিক্ষাৰ প্ৰশিক্ষণ কেন্দ্ৰৰ কাৰ্য্যসূচীত বা পাঠ্যাৱলীত গান্ধী সাহিত্যৰ স্থান আছে। গান্ধী সাহিত্যৰ আলমত ঘাইকৈ অনুবাদৰ অশ্ৰয় লৈ গান্ধীজীৰ একাদশ ব্ৰতৰ ব্যাখ্যা যথাসাধ্য এই পুস্তিকাত সন্নিবেশ কৰা হৈছে। ইতিপূৰ্ব্বে "বিত্‌চকু সলাওক" আৰু "বুনিয়াদী শিক্ষাৰ পটভূমি"ত বুনিয়াদী শিক্ষাৰ নীতি, আৰু প্ৰয়োগ ব্যাখ্যা কৰা হৈছে।

এই পুস্তিকা সৰ্ব্বসাধাৰণৰ পক্ষেও উপযোগী হব, সামাজিক শিক্ষাৰ কেন্দ্ৰৰ বাবেও উপযোগী হব আৰু বুনিয়াদী শিক্ষাৰ প্ৰশিক্ষণ কেন্দ্ৰবোৰৰ বাবেও উপযুক্ত হব বুলি ভাবি ৰাইজৰ আগত প্ৰকাশ কৰা হ'ল।

বনিয়াদী শিক্ষাৰ সাহিত্যৰ পাঠ্যাৱলীৰ ভিতৰত গণ্য হব পাৰে বুলি আশা ৰাখোঁ। গতানুগতিকভাৱে সাহিত্যৰ পুথি নিলিখি গান্ধী সাহিত্যৰ প্ৰয়োগৰ এটি কাল্পনিক গল্পৰ আশ্ৰয় লৈ সমাজ গঠনৰ দৃষ্টিভঙ্গী দিবলৈ যত্ন কৰা হৈছে।

গান্ধী সাহিত্যই মূল বস্তু। অসমীয়া ভাষাত এনে সাহিত্য এতিয়াও বেছি হোৱা নাই। সেইবাবে এই পুস্তিকাই ৰাইজৰ পৰা সুদৃষ্টি পাব বুলি আমি আশা কৰোঁ।

গান্ধী সাহিত্য অসমীয়া ভাষাত প্ৰচাৰৰ অনুমতি দিয়া বাবে আমি হিন্দুস্তান তালিমী সঙ্ঘৰ ওচৰত কৃতজ্ঞ।

লয়াৰ্চ বুক ষ্টলৰ সুযোগ্য প্ৰতিষ্ঠাতা, বিদ্যানুৰাগী আৰু সৰবৰহী বন্ধুবৰ শ্ৰীবিচিত্ৰনাৰায়ণ দত্ত বৰুৱা বি, এল এড্‌ভোকেট্‌ ডাঙৰীয়াই এই পুস্তিকা প্ৰকাশৰ ভাৰ লোৱাত আমি অত্যন্ত আপ্যায়িত আৰু বাধিত

**লিখক**

এক

# উদাসীন নৰেন

যাৰ জীৱনৰ আদৰ্শ হয় পৰোপকাৰ কৰা তেনে মানুহৰ জীৱনত সংসাৰৰ প্ৰতি দৃষ্টি হয় কম অথচ স্ত্ৰী-পুত্ৰ-পৰিবাৰ লৈ তেনে মানুহেও আনৰ দৰে গৃহধৰ্ম্ম পালন কৰে। নিজৰ স্ত্ৰী-পুত্ৰৰ বেমাৰত যেনে উদাসীন আনৰ স্ত্ৰী-পুত্ৰৰ অসুখ-বিসুখতো তেনে মানুহে সকলো প্ৰকাৰৰ খবৰ-বাতৰি লৈ ডাক্তৰ-কবিৰাজৰ লগত অহা যোৱা কৰি ৰোগীৰ শুশ্ৰূষা কৰে। নিজৰ ঘৰৰ গহস্থালিৰ বয়বস্তু কিনিকুটি আনিবলৈ যাৰ নিতান্ত অবহেলা, তেনে মানুহে আনৰ সামান্য কৰমাচো তত্‌তাতৈয়াকৈ পালন কৰে। তেনে প্ৰকৃতিৰ মানুহ আছিল নৰেন।

নৰেনৰ স্ত্ৰী শান্তিৰ পক্ষে ই বৰ সহজ কথা হোৱা নাছিল। যোৱা ১২ বছৰ ধৰি শান্তিয়ে নৰেনৰ লগত সংসাৰ-যাত্ৰা কৰিছে কিন্তু যেতিয়াই শান্তিৰ পক্ষে নৰেনৰ সহযোগিতাৰ আৱশ্যক হয় তেতিয়াই নৰেন সেই বিসয়ে হয় উদাসীন। শান্তি বৰ বিপাণ্ডত পৰে। নৰেনৰ সৰু ভাই বীৰেন। স্কুলত পঢ়ে আৰু একমাত্ৰ পুত্ৰ জ্যোতি ওৰফে বাপু মাত্ৰ ৫ বছৰ বয়সৰ। নৰেনৰ অৱস্থাও তেনে স্বচ্ছল নহয় যে ঘৰত কামবনত সহায় কৰিবলৈ এজন চাকৰ ৰাখিব পাৰে। পৈতৃক সম্পত্তিৰ আয়ৰ পৰা কোনো প্ৰকাৰে সংসাৰ চলে। চাকৰিও নাই আৰু আন কোনো প্ৰকাৰ আয়ৰ বাটো নাই। নৰেনে বি, এ, পাছ কৰি স্বাধীন ব্যৱসায় কৰিবৰ মনেৰে কোনো চাকৰি বিচৰা নাই। বি, এ, পাছ কৰিবৰো ৫/৬ বছৰ হৈ গ'ল; কিন্তু কোনো ব্যৱসায়তে হাত দিব পৰা নাই।

দেশৰ কাম দহৰ কামেই নৰেনৰ ব্যৱসায়। নৰেনৰ মাক বাচি থাকোঁতে নৰেনৰ লগত শান্তিৰ বিয়া হয়। বিয়া হৈ যোৱাৰ দুই বছৰ পাছতেই মাক ঢুকায়। পিতাকৰ কথা নৰেনৰ মনত নপৰে। শান্তিৰ লগত নৰেনৰ অশান্তি একো হোৱা নাই কিন্তু শান্তিয়ে গৃহস্থালিত বৰ অশান্তি ভোগ কৰিছে। দিনৰ দিনটো নানা ভাবনা চিন্তা আৰু নানা কামৰ মাজত শান্তিয়ে কটায় কিন্তু ৰাতি যেতিয়া ১০/১১ বজালৈ নৰেন ঘৰলৈ নাহে শান্তিয়ে বৰ অশান্তি পায়। দুপৰ ৰাতি যেতিয়া নৰেন ঘৰলৈ আহে শান্তিয়ে খং কৰে, অভিমান কৰে, নম্ৰতা হয় কিন্তু নৰেনৰ গাত কোনো কথাই নিবিন্ধে। শান্তিৰ খং, অভিমান বা ৰোষ সকলো পানী হৈ যায়—যেতিয়া নৰেনে শান্তিক মৰম কৰে, আদৰ কৰে আৰু সকলো

দোষ স্বীকাৰ কৰি কয় যে আগলৈ আৰু এনেকুৱা নহয়। এইদৰে চলে নৰেনৰ সংসাৰ।

বাপুৰ কাৰণে ছোলা এটিৰ দৰকাৰ। কাপোৰ দুই গজ আনি দিয়ক—মই নিজে ছিলাই কৰি দিম। শান্তিয়ে শুবৰ সময়ত নৰেনক কয়।

দিম বাৰু! বুলি কৈ নৰেনে চকুমুদে। টোপনি যায়। পাছদিনা পাহৰি যায়।

শান্তিয়ে নিজে বজাৰলৈ যাব খোজা নাই। এনে ধৰণৰ আধুনিকতাৰ প্ৰতি শান্তিৰ এটি স্বাভাৱিক বিদ্বেষ আছে। তদুপৰি ঘৰত তলা নমৰাকৈ বজাৰলৈকো যাব নোৱাৰে। ই যেন এটা বিষম অৱস্থা। বীৰেনক লগত নিনিয়াকৈ অকলে বা শান্তি কেনেকৈ বজাৰলৈ যাব? অগত্যা বীৰেনৰ হতুৱাই বীৰেনৰ পছন্দ মতেই কাপোৰ কিনায়। এই দৰে চলে।

বীৰেন নৱমমানৰ ছাত্ৰ। পঢ়াশুনাৰ সময়ৰো যথেষ্ট আৱশ্যক। সংসাৰৰ খুটি নাটি সকলো কামৰ তদাৰক বীৰেনৰ দ্বাৰাই হব লাগিব। আধিয়াৰক মাটি লগোৱা, ধান আদায় কৰা, খাজানা আদায় কৰা, মৌজাদাৰৰ অফিচত খাজানা দিয়া আকৌ নিতৌ বজাৰ কৰা আটাইবিলাক কামৰ তদাৰক বীৰেনে শান্তিৰ নিৰ্দ্দেশ মতে কৰে। বীৰেনৰ কোনো কথাত আমনি আপত্তি বা হেলা নাই। যেতিয়াই যিটো কৰিব লাগে বৌৱেকৰ আদেশ মতে কৰে, ১৫/১৬ বছৰীয়া ল'ৰা সি। সাহস, শক্তি,বুদ্ধি আৰু ধৈৰ্য্য যথেষ্ট আছে। নৰেনৰ উদাসীনাই মাথোন যি অশান্তি আনে সংসাৰত। আন কোনো বিষয়ে ঘৰত অশান্তি নাই।

চেনেহ, মৰম, আশা আকাঙ্ক্ষা সকলো আছে। অৰ্থৰ অনাটন আছে কিন্তু সংসাৰ নিয়াৰিকৈ চলে। অভাৱ আছে—পূৰণ হয়। ভ্ৰাতৃপ্ৰেম নিখুঁত। দাম্পত্য জীৱন সুখৰ। পুত্ৰৰ মৰমসনা মাতে আনন্দ দিয়ে। ৰাজৰাণীৰ সুখ আছে শান্তিৰ। লক্ষ্মণৰ নিচিনা দেৱৰ আছে।

বাৰীত আম আছে, কঠাল আছে, তামোল আছে পাণ আছে। পৰিষ্কাৰ-পৰিচ্ছন্ন থাকে বাৰীখন। কলৰ তল চাচিকুৰি ৰখা হয়—দিন হাজিৰা দিয়া মানুহৰ হতুৱাই। গাৱঁৰ মানুহে কয় শান্তি লক্ষ্মী। শান্তিৰ তত্ত্বাৱধানত ঘৰ চলে। ওচৰ-চুবুৰীয়াই সহানুভূতি পায়। শাক-তৰকাৰী বাৰীতে হয় শান্তিৰ যত্নত। নৰেন উদাসীন সকলোতে।

পতিপ্ৰেম পত্নীপ্ৰেমৰ অভাৱ নাই। শান্তিয়ে নৰেনৰ প্ৰাণত শান্তি দিছে। নৰেনৰ প্ৰেমত শান্তিৰ মনৰ অশান্তি মাৰ যায়।

---

## দুই

# প্ৰতিবেশীৰ মাজত নৰেন

যোৱা ৰাতি বিৰহুৰ ঘৰত চোৰ সোমাইছিল। গাওঁৰ ডেকাল'ৰা দেবৰুৱে আহি খবৰ দিয়ে নৰেনক। নৰেন বিছনাতে আছিল-ৰাতিপুৱা। নৰেন তৎক্ষণাৎ শোৱাপাটিৰ পৰা উঠি হাত-মুখ নোধোৱাকৈয়ে গাওঁৰ ফালে ওলাই গ'ল। শান্তিয়ে চাহ কৰি আনিছিল। দিবৰ সময় নাপালে। শান্তিৰ চকুত পানী আহিল। নিজেও চাহ নাখালে। যোৱা ৰাতি শান্তিয়ে বৰ দুখ কৰি নৰেনক কৈছিল যে সংসাৰৰ ফালে চকু দিব লাগে। ল'ৰাৰ বয়স ৫ বছৰ হৈছে। পঢ়া শুনাৰ প্ৰতি দৃষ্টি লাগে আৰু ভবিষ্যতৰ চিন্তাও কৰিব লাগে। বীৰেনৰো অহাবছৰ প্ৰবেশিকা পৰীক্ষা। তাৰ ফালেও দৃষ্টি দিব লাগে। নৰেনে ক্ৰুটি স্বীকাৰ কৰি কৈছিল—কিবা এটা কৰিম, শান্তি। এইদৰে নচলে মৰো বুজিছোঁ; কিন্তু ৰাতিপুৱাই এইদৰে গুচি যোৱাত শান্তিৰ মনত বিষাদ উপস্থিত হ'ল। যাৰ যি স্বভাব সেইদৰেহে সি চলে।

বিৰহুৱে পুলিচত খবৰ দিলে। পুলিচ আহিল। পুলিচে গাওঁৰে ডেকা ল'ৰা দিগম্বৰক গ্ৰেপ্তাৰ কৰিলে। তাৰ ঘৰত চোৰা মাল পালে। বিজয় দত্তৰ প্ৰৰোচনাত পুলিচে নৰেনৰ ঘৰো খানাতালাচ কৰিলে আৰু ঘৰৰ এচুকত চোৰা মালৰ লিষ্টিত থকা চৰিয়া পালে। সকলো আচৰিত হ'ল। নৰেনৰ ঘৰত চোৰা মাল কেনেকৈ ওলাল?

সংসাৰত নানা প্ৰকাৰৰ মানুহ আছে। কিছুমান মানুহে ৰটনা কৰিলে যে নৰেন চোৰৰ দলৰ মানুহ। নহলেনো বি, এ, পাছ কৰি চাকৰি-বাকৰি নকৰাকৈ চলিছে কেনেকৈ? এতিয়া বুজা গৈছে দাগীচোৰ দিগম্বৰৰ লগৰীয়া। চোৰা মাল ৰাখি বিক্ৰয় কৰাই নৰেনৰ ব্যৱসায়। পুলিচে লিখিত এজাহাৰ লৈছিল বিজয় দত্তৰ পৰা আৰু সেই অনুসাৰে নৰেনৰ ঘৰ খানাতালাচ কৰিছিল। নৰেনৰ ঘৰত সমাজবাদী আৰু সমস্বত্ত্ববাদী লোকসকলৰ লিখিত বহু গ্ৰন্থও পাইছিল। গান্ধীজীৰ সত্যান্বেষণৰ কাহিনী আৰু পণ্ডিত জৱাহৰলাল নেহৰুৰ লিখিত সকলোবোৰ গ্ৰন্থ পালে। দোষৰ একো নহয়; কিন্তু পুলিচে নৰেনক সন্দেহ কৰিলে সমস্বত্ত্ববাদী লোকৰ ভিতৰৰে এজন বুলি। কম্যুনিষ্ট বুলি সন্দেহ কৰিবৰ কাৰণ যথেষ্ট আছে বুলি পুলিচে বহু মানুহ দুই এজনৰ আগত মত প্ৰকাশো কৰিলে। বাইজৰ বহুতো মানুহৰ মনৰ পৰা নৰেনৰ শ্ৰদ্ধা কমি আহিল।

এইবোৰ কথাৰ গুৰিত আছিল বিজয় দত্ত। বিজয় দত্তই গাওঁতে দোকান দিছিল। কাপোৰ-কানি, চেনি, ময়দা, আটা, ধপাত, নিমখ, কাগজ, কলম,

পেঞ্চিল, কিতাপ, গজাল, বল্টু একোৱেই বাদ নাছিল। সকলো বস্তুকো পোৱা গৈছিল বিজয় দত্তৰ দোকানত। গাৱঁৰ মানুহৰ যেতিয়াই যি বস্তুৰ আৱশ্যক হয়, তেতিয়াই তাক যোগাৰ কৰি দিছিল বিজয় দত্তই। আনকি সময় বুজি আৰু মানুহ চাই নগদ টকাও দিছিল। সুবিধা পাই মানুহে বাকীকৈ বস্তু লৈছিল। বিজয় দত্তই হিচাবত সদায় বস্তুৰ দাম বেছিকৈ লিখি থৈছিল। বিপদত সহায় পায় কাৰণে সকলোৱে বাকীকৈ বস্তু নিছিল। তাৰ ফলত গাৱঁৰ বহুত মানুহৰ খেতিৰ মাটি বিজয় দত্তৰ হস্তগত হ'ল।

নৰেনে এইবোৰ কথা লক্ষ্য কৰি আছিল আৰু উঠি অহা ডেকা ল'ৰা কেইজনমানক লগত লৈ মানুহে যাতে অনাহকত বিপদত নপৰে, দালি নিমখৰ দামত যাতে পৈতৃক মাটি হস্তান্তৰ নহয়—সেই বিষয়ে সাৱধান কৰি দিছিল। আপোনালোকে যদি দালি, নিমখ, গজাল, বল্টু আনি ধাৰ মাৰিব নোৱাৰে আৰু তাৰ মূল্যৰ বাবে যদি পৈতৃক মাটি বিক্ৰী কৰিব লগা হয়, আপোনালোকে খৰচ কৰাত সাৱধান হব লাগিব। যি মাটিৰ আয়ৰ দ্বাৰা জীৱিকা চলে, সেই মাটিকেই বিক্ৰী কৰে আপোনালেকে চলিব কেনেকৈ?

বিজয় দত্তয়ো ঠিক সেই সুৰতেই গাৱঁৰ মানুহৰ আগত কথা কয়। বিজয় দত্তৰ নিঃস্বাৰ্থসূচক আৰু সহানুভূতিপূৰ্ণ ব্যৱহাৰত মানুহ গলি যায় আৰু পূৰ্ব্বৰ দৰে দোকানৰ বাকী খাই থাকে। প্ৰত্যেকে নিজে নিজে ভাবে যে তেওঁৰ প্ৰতি বিজয় দত্তই কেথিযাও বিশ্বাসঘাতকতা নকৰে। বিজয় দত্তই নিজে নিজে কিন্তু ভাবে যে নৰেনে তাৰ ব্যৱসায়ত বাধা জন্মাব ধৰিছে। সেই বাবে নৰেনক জব্দ কৰাটো তাৰ ব্যৱসায়ৰ নীতি বুলি গ্ৰহণ কৰিলে।

পুলিচ কৰ্ম্মচাৰীসকলে মফচলত আহিলে বিজয় দত্তৰ ঘৰত আলহী থাকে। আদৰ অভ্যৰ্থনা পায়। পুলিচে বিজয় দত্তক পুলিচৰ সহায়কাৰী বুলি ভাবে আৰু তাৰ প্ৰৰোচনাত নৰেনক পুলিচৰ বিৰোধী বুলি ভাবে।

যি জন হাকিমৰ আদালতত দিগম্বৰৰ মোকৰ্দ্দমা আছিল সেই হাকিমজন আছিল নৰেনৰ সহপাঠী আৰু বিশেষ অন্তৰঙ্গ বন্ধু। হাকিমৰ জেৰাত দিগম্বৰে স্বীকাৰ কৰিলে যে বিজয় দত্তৰ প্ৰৰোচনাত পিতলৰ চৰিয়াটো সি নৰেনৰ ঘৰত থৈছিল। হাকিমে দিগম্বৰক দুই মাহৰ ফাটেক দিলে আৰু নৰেনক খালাচ দিলে। পুলিচৰ খং নৰেনৰ ওপৰত বেছি হ'ল আৰু বিজয় দত্তৰ আক্ৰোশ বাঢ়ি গ'ল।

কেইদিনমান পাচতেই বিজয় দত্তই আন এটি সুযোগৰ আশ্ৰয় লৈ পুনৰায় নৰেনক পুলিচ কেছত পেলাই দিলে। গাৱঁৰ দুজন মানুহৰ সীমা লৈ মাটিৰ কাজিয়া আছিল। এজন আছিল নৰেনৰ বিশ্বাসী অনুচৰ জগতৰ বাপেক মনোহৰ পাঠক। আনজন আছিল বিজয় দত্তৰ ধৰুৱা—হীৰা দাস। হীৰা আছিল বৰ শকত-আৱত আৰু সৰল প্ৰকৃতিৰ কিন্তু তাৰ বুদ্ধি তেনেই ভোঁতা। সূক্ষ্ম কথা

বুজি নাপায়। বিজয় দত্তৰ উচটনিত হীৰাই দিলে এদিন মনোহৰ পাঠকৰ পুখুৰীৰ পাৰ কাটি। পুখুৰীৰ পাৰ বাদ দি আছিল হীৰাৰ বোৱতী মাটি। পুখুৰীৰ পাৰত হীৰাৰ মাটি সোমোৱা বুলি আগৰ পৰাই সি মনোহৰক কৈ আছিল। মনোহৰে মণ্ডলক মাতি আনি জুখি লবলৈ তাক উপদেশ দিছিল। বিজয় দত্তই বুধি দিলে যে মণ্ডল মাতিলে খৰচ আছে। তাতকৈ গাৱঁৰ দুই এজন মুখীয়াল মানুহক মাতি নি সীমা ঠিক কৰিলেই হ'ল। মনোহৰ মান্তি হ'ল। বিজয় দত্তই আগৰ পৰাই টিপ্ দি থৈছিল গাৱঁৰ দুই এজন মুখীয়াল মানুহক। মাটি জোখা হ'ল আৰু মনোহৰৰ পুখুৰীৰ পাৰত হীৰাৰ মাটি সোমোৱা বুলি প্ৰমাণ হ'ল। মনোহ'ৰে প্ৰতিবাদ জনালে আৰু সি নিজেই মণ্ডল মাতি আনি এই বিবাদ মীমাংসা কৰিব বুলি কলে। হীৰা মান্তি নহ'ল। ক্ৰমে কাজিয়াই গুৰুত্বৰ আকাৰ ধাৰণ কৰিলে আৰু মাৰামাৰিত পৰিণত হ'ল। নৰেন মধ্যস্থ হৈ বিবাদ মীমাংসা কৰিবলৈ যত্নবান্ হ'ল কিন্তু নৰেনৰ কথা কোনেও নুশুনিলে। মাৰা-মাৰিত মনোহৰ পাঠকে আঘাত পালে। পুলিচত আগধৰি এজাহাৰ দিলে হীৰাই। হীৰাৰ এজাহাৰত পিচদিনা আহি পুলিচে তদন্ত কৰিলে আৰু মনোহৰ পাঠকক দোষী বুলি শান্তি ভঙ্গ কৰা আৰু দাঙ্গা হাঙ্গামা কৰা অপৰাধত চালান দিলে। নৰেন জামিন হব খুজিছিল কিন্তু পুলিচে নৰেনক জামিনৰ উপযুক্ত লোক বুলি স্বীকাৰ নকৰিলে বৰঞ্চ আচামীৰ ভিতৰৰে এজন বুলি ৰিপোৰ্টত লিখিলে। পুলিচে ৰিপোৰ্টত দোষ থকা বুলি হাকিমে নৰেনৰ নাম আচামীৰ লিষ্টৰ পৰা কাটি দিলে। বিজয় দত্তৰ প্ৰাণত বিদ্বেষৰ জুই বেছিকৈ জ্বলি উঠিল।

মনোহৰ পাঠক আৰু হীৰাৰ মেকৰ্দ্দমা বহুত দিন চলিল। ফৌজদাৰী মোকৰ্দ্দমা গৈ স্বত্বসাব্যস্ত মোকৰ্দ্দমাত পৰিল আৰু দেৱানী মোকৰ্দ্দমাৰ জেৰ বহুদিনলৈ চলিল। মনোহৰ পাঠকৰ অৱস্থা ভাল আছিল গতিকে ন্যায় পথৰ মোকৰ্দ্দমা চলাই থাকিল আৰু হীৰা মুঞ্চেপৰ আদালতত আৰু জজ আদালতত হাৰিল। পাচত হাইকোৰ্ট কৰিলে। খৰচৰ যোগান ধৰিলে বিজয় দত্তই আৰু তাৰ পৰিবৰ্ত্তে হীৰাৰ নামৰ সকলোখিনি মাটিবাৰী লিখি ল'লে। হাইকোৰ্টত হীৰা হাৰিল আৰু পথৰ ভিখাৰী হ'ল। যি মাটিৰ সীমাৰ বাবে মোকৰ্দ্দমা চলালে সেই মাটি বিজয় দত্তৰ হস্তগত হ'ল—দেনাৰ দায়ত। হীৰাই দিন হাজিৰা খাটি তিৰি-ছলি পুহিব লগা হ'ল। মোকৰ্দ্দমা শেষ হোৱাত হে হীৰাই নিজৰ মূৰ্খামি বুজি পালে। এতিয়া সি নৰেনৰ বন্ধু হবলৈ ইচ্ছুক কিন্তু এতিয়া কোনো উপায় নাই হীৰাৰ সম্পত্তি ৰক্ষা কৰাৰ। তথাপি নৰেনৰ বুদ্ধিমাতে হীৰাই সম্পত্তি বিক্ৰিৰ প্ৰস্তাৱ তুলিলে। এই বুদ্ধিৰ ফল ফলিল। বিজয় দত্তই কম মূল্যতে সমস্ত সম্পত্তি নিয়াৰ ব্যৱস্থা কৰিছিল। চলিত মূল্য নিদিলে সম্পত্তি বিক্ৰি কৰ্জ্জাখতৰ বলত হব নোৱাৰে বুলি আপত্তি দৰ্শালে। এই আপত্তি খাটিল আৰু বিক্ৰি অসিদ্ধ হ'ল।

হীৰাই মাটি বিক্ৰিৰ অধিকাৰ পালে আৰু আধাখিনি সম্পত্তিৰ মূল্যৰে ধাৰ মাৰিব পাৰিলে। মনোহৰ পাঠকে হীৰাৰ মাটি কিনিলে উচিত মূল্যত আৰু বিজয় দত্তই পাবলগীয়া ধনখিনি হীৰাই পৰিশোধ কৰিলে। বিজয় দত্তই ই বৰ অপমান বুলি গণ্য কৰিলে আৰু হীৰাৰ মেকৰ্দ্দমা চলোৱাত মনোহৰ পাঠকৰ হে লাভ হ'ল। পুখুৰীৰ পাৰত লগা প্ৰায় দুই পুৰা মাটি মনোহৰ পাঠকে পালে আৰু এই মাটি বিজয় দত্তই ভবিষ্যৎ বস্তিৰ বাবে ল'ম বুলি যি কল্পনা কৰিছিল সেই কল্পনা ভুমিস্যাৎ হ'ল। বিজয় দত্তই মৰ্ম্মান্তিক আঘাত পালে।

—

তিনি

# ক'লা বজাৰৰ দিনত নৰেনৰ বিপদ

নৰেনহঁতে যি গাৱঁত বাস কৰিছিল সেই গাওঁখনৰ নাম আছিল বিষ্ণুপুৰ। তাহানি কালতে এই গাৱঁত বিষ্ণুৰ মন্দিৰ এটি গাৱঁৰ মানুহে স্থাপন কৰিছিল। আহোম ৰজাৰ পৰা পোৱা এই মন্দিৰৰ অধীনত ভালেখিনি মাটি আছিল। বিষ্ণু মন্দিৰৰ সেৱাইত সকলে নিষ্কৰ ভূমি ভোগ কৰিছিল। প্ৰধান আছিল মন্দিৰৰ দলৈ। সেই দলৈ বংশৰ সম্প্ৰতি এজনৰ তত্ত্বাৱধানত এই মন্দিৰৰ পৰিচালনা চলিছিল—তেওঁ আছিল ৰত্নাকৰ আচাৰ্য্য। শাস্ত্ৰত আছিল বিদগ্ধ পণ্ডিত আৰু সমাজ নীতিত আছিল সৰ্ব্বশ্ৰেষ্ঠ গাৱঁলীয়া মেল্‌কী। গাৱঁৰ যি কোনো মেল তেওঁৰ মধ্যস্থতাত হে নিস্পত্তি হৈছিল।

বিজয় দত্তই এই দলৈৰ প্ৰতিপত্তি সহিব নোৱাৰিছিল আৰু সদায় মেলত তেওঁৰ বিচাৰৰ প্ৰতিবাদ কৰিছিল। গাৱঁত যেতিয়া প্ৰতিপক্ষীয় লোক ওলায়, তেওঁৰ দলত অজ্ঞাতে মানুহৰ সমৰ্থনো থাকে; দুই এজন হয়তো প্ৰকাশ্য সমৰ্থকো ওলায়; কিন্তু সৰহ ভাগে নীৰৱ বা অপ্ৰকাশ্য সমৰ্থন দিয়ে। সেইবাবে বিজয় দত্তৰ স্থান সমাজত গঢ়ি উঠিছিল। ক্ৰমে বিজয় দত্তৰ আৰু ৰত্নাকৰ আচাৰ্যৰ দুটি দল গঠিত হ'ল।

হীৰাৰ মাটি যেতিয়া মনোহৰৰ হস্তগত হ'ল, বিজয় দত্তৰ দলটোৰ সমস্ত আক্ৰোশ পৰিল মনোহৰৰ ওপৰত আৰু নৰেনৰ ওপৰত। বিজয় দত্তই নৰেনকো জব্দ কৰিব নোৱাৰিলে আৰু হীৰাৰ মাটিও নাপালে; আনফালে মনোহৰৰেই লাভ হ'ল। এই কথা বিজয় দত্তৰ অসহনীয় হৈ উঠিল। নতুন ফন্দী উয়িয়াবলৈ যত্নবান্ হ'ল।

বিজয় দত্তৰ দল যেতিয়া বাঢ়ি উঠিছিল, ৰত্নাকৰ আচাৰ্য্যই সমাজৰ কোনো কাৰ্য্যতেই নিজে আগবাঢ়ি নগৈছিল। হীৰাদাসৰ আৰু মনোহৰ পাঠকৰ মোকৰ্দ্দমা ৰত্নাকৰ আচাৰ্য্যই মীমাংসা কৰি দিব পাৰিলহেঁতেন আৰু তেতিয়া হ'লে হীৰাদাস এই দৰে নিঃস্ব নহ'লহেঁতেন। যেতিয়া ৰত্নাকৰ আচাৰ্য্যৰ কোনো প্ৰতিপক্ষ নাছিল, তেতিয়া ৰত্নাকৰ আচাৰ্যই এনেধৰণৰ মোকৰ্দ্দমা বহুতো গাৱঁতে নিস্পত্তি কৰি দিছিল। সমাজত নিস্পত্তি হোৱা বাবে সমাজৰ সকলো মানুহৰে তাত সমৰ্থন আছিল আৰু সমাজৰ 'সভৰি' দি উভয় পক্ষই নিষ্কৃতি পাইছিল। এই সভৰি বিষ্ণু মন্দিৰত বিষ্ণুপূজাত খৰচ হৈছিল। সমাজত কোনো বিশৃঙ্খলা নাছিল আৰু গাৱঁৰ কোনো মোকৰ্দ্দমা আদালত নাপাইছিল গৈ। বিজয় দত্তৰ নীতিত

আজি আজি সমাজত বিশৃঙ্খলাই দেখা দিছে আৰু কাৰো প্ৰতি সহানুভূতি নাইকিয়া হৈছে। সমাজৰ গতিত এই এটি পৰিবৰ্ত্তনে দেখা দিছে।

বিজয় দত্তই সমাজৰ একমাত্ৰ নেতা হৈ উঠিল। বিজয় দত্তৰ পৰামৰ্শ নোলোৱাকৈ কোনেও নতুন ঘৰৰ খুঁটি এটিও নুপুতে, পানী খাবলৈ কুৱা নাখানে নাইবা সকাম নিকামৰ দিনবাৰ স্থিৰ নকৰে। বিজয় দত্তৰ অনুগ্ৰহ লাভ কৰিবলৈ গাৱঁৰ মানুহৰ সকলোৰে আগ্ৰহ। গাৱঁৰ খুটিনাটিৰ সমস্ত খবৰ সেইবাবে বিজয় দত্তই আগতে পায়। ইজনৰ বিৰুদ্ধে সিজনে গৈ তেওঁৰ আগত কয়। আনকি তিৰি-মুনিহৰ ঘৰুৱা কন্দলৰ কথাও বিজয় দত্তৰ কাণত পৰে আৰু বহুক্ষেত্ৰত তিৰি-মুনিহৰ কাজিয়াও বিজয় দত্তই ভাঙি দিব লগা হয়। ৰত্নাকৰ আচাৰ্যৰ পত্তিপত্তি থাকে কেনেকৈ?

ইয়াৰ ফলত গাৱঁত যিবিলাক মানুহ আছিল অতি নিৰীহ আৰু সৎপ্ৰকৃতিৰ লোক সেই মানুহ বিলাকৰ নানা প্ৰকাৰ বিপদ আৰু আহুকালে দেখা দিছে। মাটিৰ সীমা লৈ সাধাৰণতে মানুহৰ কাজিয়া হয়। দুষ্ট প্ৰকৃতিৰ মানুহে বিজয় দত্তৰ লগত ভালে থাকি ওচৰৰ মাটিৰ সীমা ঠেলি দিছে। নৰ্দ্দমা দি গছ পেলাই দিছে। ৰোৱতী মাটিৰ সীমাত দক্ষিণফালে বাহঁৰ আটিয়া তুলি দি বৰধানতলীয়া মাটি নষ্ট কৰি পেলাইছে। মানুহৰ ঘৰৰ কাষতে গছ ৰুই দি চোতালৰ ৰ'দ নাইকিয়া কৰি দিছে। এনেবোৰ কাম কৰাত নিৰীহ মানুহবিলাক বৰ বিমোৰত পৰিছে। মেল কৰিলে বিজয় দত্তই ৰায় দিয়ে যে সি নিজৰ মাটিত বাহঁ ৰুইছে তাত কাৰ কি কবৰ অধিকাৰ আছে? নিজৰ মাটিত খাল দিয়াত পৰৰ যদি গছ উভালি পৰে তাৰ বাবে সি দায়ী হব কিয়? তলত সৰা পকা আম যদি নোসোধাকৈ বুটিলি লৈ যায় তাৰ বাবে মালিকে কবৰ একো নাই। ইত্যাদি প্ৰকাৰে নানা প্ৰকাৰ নতুন নতুন ব্যৱস্থা প্ৰবৰ্ত্তন হব ধৰিলে। মাতি কবলৈ গ'লে বিজয় দত্তৰ লগত কাজিয়া হব পাৰে এই ভয়ত সকলো মানুহ নিমাত থাকে। নিজৰ স্বাৰ্থ বজাই ৰাখিবলৈ হ'লে বিজয় দত্তৰ ওচৰ চাপিবই লাগিব। প্ৰত্যেকে ব্যক্তিগত স্বাৰ্থত আবদ্ধ থাকি হ'ক কথাত নামাতে।

ধান কিনিবৰ টকাৰ যদি আৱশ্যক হয় বিজয় দত্তই সহায় কৰে। চুৰি মোকৰ্দ্দমাত যদি কোনোজন পুলিচৰ সন্দেহত পৰে, বিজয় দত্তই পুলিচক খাতিৰ কৰি মোকোলাই দিয়ে। ল'ৰা ছোৱালীৰ বেমাৰ হ'লে ঔষধ কিনিবৰ পয়ছাৰ আৱশ্যক হ'লে বিজয় দত্তই ধাৰে দিয়ে। এইদৰে আটাইবিলাক মানুহেই কোনো নহয় কোনো প্ৰকাৰে বিজয় দত্তৰ ওচৰত ধৰুৱা হৈ আছে। ধাৰ শুজিবলৈ যদি ধন নাথাকে কোনোজনে বিজয় দত্তৰ ঘৰত খৰি ফালি দিয়ে। কোনোজনে খেতি পথাৰত কাম কৰি দিয়ে। কোনোজানে বস্তিত গছ ৰুই দিয়ে, জেওৰা দিয়ে এইদৰে সকলোবোৰ কাম বিজয় দত্তই গাৱঁৰ মানুহৰ হতুৱাই কৰাই লয়। গাৱঁৰ

মানুহে গা খাটি দিয়ে, নগদ টকাৰে ধাৰ শুজিব নালাগে। বিজয় দত্তই এইদৰে চাৰি পয়ছাৰ কাম এক পয়ছাতে কৰাই লয়। আনফালে অটাইবিলাক মানুহ বিজয় দত্তৰ হাতৰ মুঠিতে থাকে। এইদৰে পুৰণি বিষ্ণুপুৰ গাৱঁৰ সমস্ত ৰীতিনীতিৰ পৰিবৰ্ত্তন ঘটিল। ৰত্নাকৰ আচাৰ্য্য, নৰেন নাইবা মনোহৰ পাঠকৰ কথা কোনেও নুশুনে।

যুদ্ধৰ সময়ত সকলো বস্তুৰে কন্‌ট্ৰোল আৰম্ভ হ'ল। বিশেষকৈ নিমখৰ কন্‌ট্ৰোল যেতিয়া আৰম্ভ হ'ল বিজয় দত্ত হ'ল উঠিৰজা বহি ৰজা। নিমখৰ পাৰমিটৰ দোকান হ'ল বিজয় দত্তৰ। কেৰাছিনৰো পাৰমিটৰ দোকান বিজয় দত্তই পালে। একতোলা নিমখৰ বাবে ঘৰে ঘৰে হাহাকাৰ উঠিল। চেনিৰো একে অৱস্থা। চেনি, নিমখ, আৰু কেৰাছিন কোনো মানুহে নোপোৱা হ'ল। বিজয় দত্তই নিমখ আনে আৰু সেই নিমখ মোনে একশ টকাতো বিক্ৰি কৰে। কেৰাছিন তেলৰ টিনে পোন্ধৰ টকা যোল টকা বিছ-পচিছ টকাতো বিক্ৰী কৰে। চেনিৰ সেৰে আঢৈ টকাৰ পৰা পাঁচ টকালৈকে। নিমখ আৰু চেনিৰ অভাৱত মানুহৰ বিলৈৰ সীমা নাইকিয়া হ'ল।

ৰত্নাকৰ আচাৰ্য্য, নৰেন আৰু মনোহৰে চেনি কেৰাছিন আৰু নিমখ একেবাৰে নোপোৱা হ'ল। নৰেনে কোনোদিন ঘৰ সংসাৰ চোৱা নাছিল। শান্তিৰ হাততেই আছিল সকলোখিনি। গাৱঁৰ মানুহে সহায় কৰিছিল। মাটি খোৱা মানুহে কাম বন কৰি দিছিল আৰু বজাৰত সকলো বস্তু পোৱা গৈছিল। শান্তিৰ পক্ষে ঘৰ চলোৱা কঠিন হলেও অসম্ভব নাছিল। এতিয়া শান্তিয়ে কি কৰে? বিজয় দত্তৰ প্ৰৰোচনাত কোনেও নৰেনহঁতক সহায় নকৰা হ'ল। তাতো চলি আছিল, কিন্তু চেনি, নিমখ বা কেৰাছিন যোগাৰ কৰে কেনেকৈ? বিজয় দত্তৰ শৰণাপন্ন নহলে এই তিনিবিধ বস্তু যোগাৰ কৰা টান কথা। ইফালে চোৰা বজাৰত বস্তু কিনিবলৈ ধনৰো অভাৱ আৰু নৰেনৰো আপত্তি। কাৰ্ডত যিখিনি মাল পোৱা যায় তাকো সময়ত পোৱা নাযায়, পালেও তাৰে নাটে, ই বৰ বিষম সমস্যা হৈ পৰিছে শান্তিৰ বাবে। ফলত নৰেন আৰু শান্তিৰ মাজত মনোমালিন্যই দেখা দিছে।

ৰত্নাকৰ আচাৰ্য্যৰ ঘৰলৈ নৰেনে এই বিষয়ে কি কৰা যায় বুলি গ'ল। লগতে মনোহৰ পাঠককো লৈ গ'ল। মনোহৰ পাঠকো আছিল এজন ব্যৱসায়ী লোক। দোকান তেওঁৰো আছিল; কিন্তু গাৱঁত বিজয় দত্তৰ লগত প্ৰতিযোগিতা চলাব নোৱাৰি দোকান এৰি দি ধানৰ কাৰবাৰ কৰিছিল। বিজয় দত্তই ধানৰ কাৰবাৰ কৰা নাছিল, কিন্তু ধানৰো যেতিয়া কন্‌ট্ৰোল হ'ল—বিজয় দত্তই তালৈও এবাৰ মন মেলিছিল। ধানৰ কাৰবাৰত খাটনি বেছি হয় কাৰণে বিজয় দত্তই সেইকালে বৰকৈ মন নকৰিলে। গতিকে মনোহৰ পাঠকে তাত কিছু সুবিধা পাইছিল।

কেৰাছিনৰ কথাকেই নকওঁ নিমখ আৰু চেনি নহলেতো চলিব নোৱাৰোঁ, আচাৰ্য্যদেৱ! নৰেনে ক'লে।

কি কম, নৰেন বোপা, বিজয় দত্তই নিমখ, চেনি আৰু কেৰাছিনৰ মালিক হৈছে। তেওঁ যাতে আমি কোনো বস্তু নাপাওঁ তালৈহে দৃষ্টি দিছে। দেৱতাৰ ভোগ নৈবেদ্যও দিব নোৱাৰা হৈছোঁ। আচাৰ্য্যদেৱে ক'লে।

এতিয়া কি উপায় কৰা যায়, দেউ—নৰেনে সুধিলে। কন্‌ট্ৰোলৰ দোকান এখন নাপালে কোনো উপায় নাই, মনোহৰে ক'লে।

কন্‌ট্ৰোলৰ দোকান এই অঞ্চলত এখন দিছে নহয়? পুনঃ কিয় দিব? আচাৰ্য্যই ক'লে।

দিলে কি হব? তাত সকলো মানুহে সুবিধা নাপায় আৰু এখন লাগে বুলি আমি দৰখাস্ত দিওঁচোন, বাৰু! চৰকাৰে আমাক দিয়ে নিদিয়ে, চাওঁ।

সেয়ে স্থিৰ হ'ল। মনোহৰ পাঠকে গাৱঁৰ মানুহৰ কিছুমান দস্তখত যোগাৰ কৰিলে আৰু এখন কন্‌ট্ৰোলৰ দোকনৰ বাবে আবেদন কৰিলে।

ৰাইজৰ দৰখাস্ত পাই চৰকাৰী তদন্ত হ'ল। যিদিনা চৰকাৰী বিষয়াৰ তদন্ত যায়, সিদিনা গাৱঁত এটি বিষম গোলযোগৰ সৃষ্টি হ'ল। বিজয় দত্তই মানুহবিলাকক শিকাই থৈছে যে তেওঁলোকে যেন আৰু এখন দোকান মঞ্জুৰ কৰাৰ কোনো আৱশ্যক নাই বুলি কয়। যিবিলাক মানুহে বিজয় দত্তৰ অসাক্ষাতত দৰখাস্তত চহী দিছিল, সেই বিলাক মানুহেও বিজয় দত্ত আগত থকাত বিষয়াৰ আগত এখন দোকানেৰে চলিব পাৰে বলি মত প্ৰকাশ কৰিলে। বস্তুৰ পৰিমাণ কম হোৱা বাবেহে সকলো মানুহে লগা পৰিমাণে বস্তু পোৱা নাই। তদন্তত এইটোৱে প্ৰমাণিত হ'ল যে মনোহৰ আৰু নৰেনৰ প্ৰৰোচনাত হে এই দৰখাস্ত দিয়া হৈছে। বিষয়াই ৰিপোৰ্ট দিলে যে দুখন দোকানৰ আৱশ্যক নাই; কিন্তু দোকানৰ বস্তুৰ পৰিমাণ বা কোটা বঢ়াই দিব লাগে। সেই অনুসাৰে কন্‌ট্ৰোলৰ বস্তুৰ পৰিমাণ বিজয় দত্তৰ দোকানত বাঢ়িল; কিন্তু যি কেইজন মানুহে দৰখাস্তত চহী দিছিল সেই কেইজন মানুহে বস্তু মুঠেই নোপোৱা হ'ল। মানুহবিলাক শৰণাপন্ন হ'ল বিজয় দত্তৰ ওচৰত। মানুহখিনিক বিজয় দত্তই এইদৰে হাত কৰিলে আৰু কন্‌ট্ৰোলৰ বস্তুৰে চোৰা বজাৰ অবাধে চলি থাকিল।

ৰত্নাকৰ আচাৰ্য্যই উপায়হীন হৈ মন্দিৰৰ নামত তেওঁৰ বস্তুখিনি সুকীয়াকৈ জিলাৰ ডিপুটি কমিচনাৰৰ দ্বাৰা মঞ্জুৰ কৰালে আৰু বিজয় দত্তৰ দোকানত নগৈ আন দোকানৰ পণ্য অনাৰ ব্যৱস্থা কৰিলে। মনোহৰ পাঠকেও কন্‌ট্ৰোলৰ বিষয়াক ধৰি তেওঁৰ বস্তুখিনি আন দোকানত মঞ্জুৰ কৰাই আনিলে আৰু মনোহৰ পাঠকেই যত্ন কৰি নৰেনৰ ভাগৰ বস্তুখিনি আন দোকানত পোৱাৰ ব্যৱস্থা কৰি দিলে। এই ব্যৱস্থাত বিজয় দত্তৰ খং বেছিকৈ হ'ল—ৰত্নাকৰ

আচাৰ্য্যৰ ওপৰত, কাৰণ মন্দিৰৰ নামত তেওঁ সুকীয়াকৈ কাৰ্ড লৈছিল আৰু সেই নজিৰতে মনোহৰ পাঠক আৰু নৰেন মজুমদাৰেও সুকীয়া কাৰ্ড পাইছিল। এই সুযোগত মনোহৰক আৰু নৰেনক শৰণাপন্ন কৰিব নোৱাৰাত বিজয় দত্তই কিছু মনত আঘাত পালে। নতুন কৌশল আবিস্কাৰৰ চেষ্টাত থাকিল।

## চাৰি

# সমবায় সমিতিৰ সম্পাদক—নৰেন

চেনিৰ অভাব বৰ বেছি হৈছিল। এই অভাবতো চাহ মেল, ভোজভাত আৰু উৎসৱাদি ঠায়ে ঠায়ে চলি থাকিল; কিন্তু অতি প্ৰয়োজনীয় সময়তো মানুহে চেনি নাপাইছিল। চেনি নাই, মিছৰি নাই—মানুহে নৰিয়াৰ পথ্য দিব নোৱাৰে। নিমখৰ অভাব অৱশ্যে কমি আহিছে কেৰাছিন তেলৰ অভাৱো কিছু কমি আহিছে; কিন্তু চেনিৰ অভাব বৰ বেছি হৈছে। তাৰ কাৰণ এটি হৈছে—যি বিলাক মানুহে চেনিৰ আৱশ্যক বোধ কৰা নাছিল আৰু চাহ খোৱা যাৰ অভ্যাস নাছিল তেনে মানুহেও চেনিৰ কাৰ্ড লৈ আনক চোৰা বজাৰৰ দামত চেনি বেচি দিছিল। একে ঘৰৰ মানুহে আনকি মাক পুতেকেও বেলেগ হৈ যোৱা বুলি বেলেগ কাৰ্ড লৈছিল। ফলত সৎ মানুহৰ পক্ষে বেছি অসুবিধাৰ সৃষ্টি হৈছিল। যি মানুহে কোনোদিন সত্যনাৰায়ণৰ পূজা কৰা নাছিল বা দুৰ্গাপূজা কৰা আৰু দুৰ্গাপূজা সমৰ্থনো কৰা নাছিল তেনে মানুহেও সত্যনাৰায়ণ বা দুৰ্গা পূজাৰ বাবে চেনি লাগে বুলি দৰখাস্ত দি চেনি লৈছিল। আনকি বছৰেকত কেইবা বেলিও পিতৃশ্ৰাদ্ধ মাতৃশ্ৰাদ্ধ বুলি দৰখাস্ত দি চেনি লৈছিল আৰু ক'লা বজাৰত বিক্ৰি কৰিছিল। এইদৰে সমাজৰ নৈতিকতা সম্পূৰ্ণভাৱে নষ্ট হৈ গৈছিল। নিৰুপায় অৱস্থাত পৰি বহু সাধু মানুহেও মিছা দৰখাস্ত দিছিল। বস্তুৰ অভাৱত মানুহে নৈতিকতা ৰক্ষা কৰিব নোৱাৰিলে। সমাজৰ যেতিয়া এনে অৱস্থা তেতিয়া শান্তিৰ টাইফয়েদ বেমাৰ হ'ল।

শান্তিৰ টাইফয়েডত নৰেন বৰ বিব্ৰত হৈ পৰিল। ডাক্তৰ পলেও ঔষধ পোৱা নাযায়। ঔষধৰ ব্যৱসায়তো চোৰা ব্যৱসায়। ক'লা বজাৰৰ প্ৰচলন যে মানুহে ঔষধতো কৰিছে সেই বিষয়ে নৰেনৰ কোনো ধাৰণাই নাছিল। বহু কষ্ট ভোগ কৰিছে নৰেনে আৰু বহু কষ্ট ভোগ কৰিছে শান্তিয়ে; কিন্তু কেতিয়াও ক'লা-বজাৰত কোনো বস্তু কিনা নাছিল—কেৱল নীতি ৰক্ষা কৰিবলৈ। শান্তিৰ বেমাৰত নৰেনৰ প্ৰাণত যি আঘাত লাগিছে—নৰেনে তাক মুখ ফুটাই কব নোৱাৰে। পথ্য দিবলৈ চেনি নাপায়। চিকিৎসাৰ বাবে ঔষধ নাপায়। কি দুৰৱস্থা। এনে বিপদত পৰিব বুলি নৰেনে কেতিয়াও সপোনতো ভবা নাছিল।

কি ভাবিছে, মজুমদাৰ। মনোহৰে নৰেনক সুধিছে। কি ভাবিম, পাঠক এইবাৰ আৰু শান্তিক বঁচাব নোৱাৰোঁ। ঔষধৰ ব্যৱসায়তো যে চোৰা কাৰবাৰ

মই ভবাই নাছিলোঁ। যি দেশৰ জাতীয় চৰিত্ৰ ইমান কলুষিত, সেই দেশ নো স্বাধীনতাৰ উপযুক্ত নে? নোৱাৰোঁ ঔষধ কিনিব—ঔষধ বুলি কি দিয়ে বুজিবই নোৱাৰি, নাপাওঁ পথ্য দিবলৈ চেনি। কোনো উপায় নাই, শান্তি মোৰ এই বেলি নাবাচে।

নাভাবিব মজুমদাৰ! চেনিও পোৱা যাব ঔষধো পোৱা যাব। পয়ছাৰ হে আৱশ্যক।

ক'লা বজাৰত কিনিব?

কিয় নিকিনিম? নিজক ৰক্ষা কৰিবই লাগিব। আত্মানং সৰ্ব্বতঃ ৰক্ষেৎ। সমাজ-নীতি ৰক্ষা কৰিবলৈ গৈ মৃত্যুবৰণ কোনে কৰিব? তদুপৰি শুনক মজুমদাৰ, সমাজ-নীতি ৰক্ষা কৰা মানে এনে ক্ষেত্ৰত দুৰ্ব্বলতা হে মাথোন। নীতি যেতিয়া সৰ্ব্বজন আদৃত হয় তেতিয়া হে নীতিৰ মূল্য থাকে। যি নীতি সকলেৱে ভাঙে, সমাজত অচল হৈ যায় সেই নীতিৰ কোনো মূল্য নাই। আমাৰ এতিয়া আৱশ্যক চেনি আৰু দৰব। যি কোনো উপায়ে তাক যোগাৰ কৰিবই লাগিব। আমি উচিত মূল্য দি কিনি আনিম। যি মূল্যত আমি পাওঁ সেয়ে উচিত মূল্য। ক'লা বজাৰক প্ৰশ্ৰয় দিয়া হব এই ভয়ত আমি প্ৰাণহানি কৰিব নোৱাৰোঁ। আমি ক'লা বজাৰক প্ৰশ্ৰয় নিদিও সমাজৰ কোনো উপকাৰ সাধিব পৰা নাই।

হয় পাঠক! মই বুজি পাইছোঁ। চেনি আৰু ঔষধ যি কোনো উপায়েই যোগাৰ কৰিবই লাগিব।

শান্তিয়ে তেতিয়া ক্ষীণ মাতেৰে কৈছে—এতিয়াও সময় আছে। এতিয়াই বেছি দাম দি কিনিব নালাগেচোন। আচাৰ্য্যদেৱে কিবা এটা চেষ্টা কৰি যোগাৰ কৰিব পাৰিম বুলি কৈছিল নহয়।

এনেতে আচাৰ্য্যদেৱ আহিল। জিলাৰ ডেপুটি কমিচনাৰৰ পৰা চিঠি লৈ আধামোন চেনি আৰু আৱশ্যকীয় ঔষধ কন্‌ট্ৰোল দামতে কিনি আনিছে। এইদৰে বহু চেষ্টা যত্নৰ ওপৰত শান্তি আৰোগ্য হ'ল।

শান্তি ভাল হোৱাৰ পাছত নৰেন, ৰত্নাকৰ আচাৰ্য্য আৰু মনোহৰ পাঠক তিনিও লগলাগি ডেপুটি কমিচনাৰৰ পৰা বিশেষ অনুমতি লৈ কন্‌ট্ৰোলৰ দোকান এখন দি সমবায় পদ্ধতিৰে চলাব ধৰিলে। ৰাইজৰ উপকাৰ হ'ল। অসম চৰকাৰৰ পৰাও সমবায় পদ্ধতিত দোকান মঞ্জুৰ কৰাৰ নিয়ম ওলাল। এই দোকানত মনোহৰে অৰ্থেৰে সহায় কৰিছিল। নিজে তাত লিপ্ত থকা নাছিল। নৰেনে চোৱা চিন্তা কৰিছিল—সম্পাদক হিচাবে। ৰত্নাকৰ আচাৰ্য্য সভাপতি আছিল। বিক্ৰিদাৰ হিচাবে এজন বেলেগ মানুহ ৰাখিছিল। বিক্ৰিদাৰে লোভ সামৰিব নোৱাৰি মাজে মাজে ক'লা বজাৰত মাল বিক্ৰি কৰে। বিক্ৰয় মহাজন কৰি থাকে আৰু গোপনে অভিসন্ধি কৰি সেই ধৰণৰ মানুহ পঠিয়াই দিয়ে—

চোৰাই মাল কিনিবৰ বাবে। নৰেনৰ চোকা দৃষ্টিত আৰু সাৱধানতাত বিক্ৰিদাৰ ধৰা পৰে আৰু নতুন বিক্ৰিদাৰ নিযুক্ত হয়। বিজয় দত্তই চেষ্টা এৰি নিদিয়ে। নিত্য নতুন ছলেৰে নতুন বিক্ৰিদাৰক ভুলাই পুলিচৰ হাতত চোৰাই মাল বিক্ৰি কৰাৰ প্ৰমাণ দি হে এৰিলে। নৰেন যদিও নিজে দোষী নহয় তথাপি দোষত পৰিল। বিজয় দত্তই নানা ছলচাতুৰি কৰি নৰেনক দোষী সাব্যস্ত কৰিবলৈ যত্ন কৰিলে। সাক্ষী-বাদী যোগাৰ কৰি কেইবাটিও মোকৰ্দ্দমাত নৰেনক জড়িত কৰিলে। চৰকাৰৰ পৰা পুলিচৰ জৰিয়তে জোৰে তদন্ত চলিল আৰু নৰেনক দোষী সাব্যস্ত কৰি পুলিচে ৰিপৰ্ট দাখিল কৰিলে। নৰেনে আদালতত লিখিত জবান বন্দী দিলে আৰু পুলিচ আৰু বিজয় দত্তৰ বিৰুদ্ধে নানা কথা জবান বন্দীত লিখি দিলে।

নৰেন ভদ্ৰলোক আৰু শিক্ষিত। তেজী ভাষাৰে যেতিয়া বেপৰোৱা মনোভাব লৈ জবান বন্দী দিলে—পুলিচৰ পক্ষৰ মানুহবো ভয় হ'ল আৰু উপস্থিত কৰ্ম্মচাৰীৰ দৃষ্টিত পৰিল। হাকিমে সেই ৰাতিয়েই এজন উকীল আৰু এজন আন ফালৰ শিক্ষিত আৰু সম্ভ্ৰান্ত ডেকাৰ লগত থানাৰ পুলিচৰ দাৰোগা এজনৰ দ্বাৰা বিজয় দত্তৰ ঘৰ খানাতালাচৰ আদেশ দিলে। বিজয় দত্ত সিদিনা মোকৰ্দ্দমাৰ তদাৰকত গুৱাহটীতেই আছিল। ৰাতিৰ ভিতৰতে গাৱঁৰ ঘৰ পুলিচে ঘেৰাও কৰিলে আৰু ৰাতিপুৱা গাৱঁৰ মানুহ মাতি আনি বিজয় দত্তৰ ঘৰ খানাতালাচ কৰিলে। ঘৰত ধুতি, শাৰী, নিমখ, চেনি. গুড়, মিঠাতেল বহুতো জমা কৰি থোৱা পালে। নিমখৰ কন্‌ট্ৰোল যদিও উঠি গৈছিল তথাপি জমা কৰি থোৱা নিমখ বহুত পালে। বিজয় দত্তৰ দোকানত এইবোৰ জিনিছৰ কোনো চিন্-চাবেই নাছিল; অথচ ঘৰত এইবোৰ বস্তু ওলাল। নৰেনৰ সমবায় সমিতিৰ হিচাব চালে। সম্পাদকে ৰখা হিচাবত সমস্ত মালৰ হিচাব আছে—কিনি অনা দামে সৈতে। বিক্ৰিদাৰৰ হিচাবত সেই অনুসাৰে গড়মিল পালে। আগৰ হিচাববোৰত নৰেনে বিক্ৰিদাৰৰ গড় মিল কৰা মন্তব্য হিচাবত লিখি থৈছে আৰু কৈফিয়ত বিচাৰিছে। যি মাহৰ বাবে নৰেনৰ বিৰুদ্ধে মোকৰ্দ্দমা দাখিল হৈছে সেই মাহৰ হিচাব চাবৰ সময় হোৱা নাছিল কাৰণে নৰেনৰ মন্তব্য নাই. আৰু অকল বিক্ৰিদাৰৰ চহীত হে হিচাব লিখা আছিল। উকীলজনে আৰু ভদ্ৰলোজনে বুজিব পাৰিলে যে নৰেন নিৰ্দ্দোষ আৰু বিজয় দত্তৰ ষড়যন্ত্ৰ কৰি নৰেনক বিপন্ন কৰিবলৈ যত্নবান্ হৈছে। বিজয় দত্তই নিজে চোৰা কাৰবাৰ কৰে তাৰো প্ৰমাণ পালে। স্থানীয় পুলিচে যে খাতিৰ কৰি বিজয় দত্তক ধৰা নাছিল তাৰো প্ৰমাণ পালে। নৰেনৰ জবান বন্দীৰ সত্যতা প্ৰমাণিত হ'ল।

ফলত স্থানীয় পুলিচৰ দাৰোগাজনৰ শাস্তি হ'ল। তেওঁৰ চাকৰি গ'ল। আনবিলাক কমকৰ্মচাৰীক বদলি কৰা হ'ল আৰু সাৱধান কৰি দিয়া হ'ল। বিজয় দত্তৰ সমস্ত মাল বাজেয়াপ্ত কৰা হ'ল আৰু পাঁচশ টকা জৰিমানা হ'ল। নৰেনৰ

বিৰুদ্ধে কৰা মোকৰ্দ্দমাত বিক্ৰিদাৰজনৰ শাস্তি হ'ল— জৰিমানা। বিজয় দত্তৰ বিৰুদ্ধে চৰকাৰবাদী মোকৰ্দ্দমা হৈছিল কিন্তু হাকিমে দুয়োটা মোকৰ্দ্দমাই সহানুভূতিমূলক হিচাবে বিচাৰ কৰিছিল; কাকো ফাটক নিদিলে।

বিজয় দত্তৰ গৰ্ব্ব কিছু পৰিমাণে হ্ৰত হৈছিল।

# পাঁচ

# খেতিয়ক নৰেন

নৰেনৰ ঘৰৰ অৱস্থা ক্ৰমে বেয়াৰ ফালে আহিছিল। সেইবাবে কন্‌ট্ৰোলৰ মালৰ দোকানত নিজে লিপ্ত নাথাকি দোকানৰ অভিজ্ঞতাৰ সহয়ে লৈ বেলেগ ধৰণৰ দোকান দিয়াত মন মেলিলে; কিন্তু কোনো উপায় নাপালে। বজাৰৰ অৱস্থা এনে হৈছিল যে কোনো সৎলোকে সদুপায়ে কোনো কাৰবাৰ কৰিব নোৱাৰে। নিজে দোকান দিয়াৰ আশা পৰিত্যাগ কৰিলে। কি কৰা যাব ই এটা সমস্যা হৈ উঠিল নৰেনৰ পক্ষে।

বহুকথা ভাবি-চিন্তি নৰেনে খেতি কৰাকেই সিদ্ধান্ত কৰিলে। নিজৰ মাটি আছে যেতিয়া খেতি কৰিলে অন্ততঃ পেটৰ ভাত কেইটি জুটিব। শান্তিযেও এই কথাত সমৰ্থন দিলে। শান্তিয়ে ভাবিলে যদি নিজৰ খেতিত মন দিয়ে তেতিয়া সংসাৰৰ অভাৱ অভিযোগবোৰৰ প্ৰতি দৃষ্টি পৰিব আৰু সংসাৰ নিয়াৰিকৈ চলিব। শান্তি আশান্বিতা হ'ল।

নৰেনৰ তেতিয়া সমবায় পদ্ধতিৰ কথাই মনত ঠাই ললে। নিজে যেতিয়া হাল বাব নোৱাৰে চাকৰ ৰখাও যেতিয়া সুবিধাজনক কথা নহয়, তেতিয়া আনৰ লগত বন্দবস্ত কৰি খেতি কৰাই ভাল। সেই অনুসাৰে মনোহৰ, হীৰা আৰু নৰেন তিনিও লগ লাগিল। হালোৱা মানুহ আৰু দুজন ঠিক কৰিলে। গৰু পাঁচ হাল কিনা হ'ল। হীৰাই নিজেও হাল বায়। মুঠতে সলনা-সলনি কৰি নিতৌ তিনিখনকৈ হালবোৱা হয়। পালমতে দুইহাল গৰু বহি থাকে। বিশ্ৰামৰ আৱশ্যক। এহাল গৰু এক প্ৰহৰতকৈ অধিক সময় বোৱা উচিত নহয়। সলনি দি বাব লাগে। শাস্ত্ৰৰো এয়ে নিয়ম।

নৰেনে ডাকৰ বচনকে আদি কৰি আধুনিক পদ্ধতিৰে খেতিৰ প্ৰণালীবোৰ আয়ত্ত কৰিবলৈ যত্ন কৰিলে। গধূলি হীৰা, নৰেন, মনোহৰ, ৰত্নাকৰ আচাৰ্য্য আৰু হালোৱা দুজন নৰেনৰ চ'ৰা ঘৰত বহে। তাত খেতি কৰাৰ নিয়ম প্ৰণালী আলোচনা কৰা হয়।

> যাৰ নাই ধান, তাৰ নাই মান,
> *ধানেহে ধন, তাৰ অৰ্দ্ধেক সোণ।।*

ভাৰতবৰ্ষ কৃষি প্ৰধান দেশ। অসমত প্ৰাকৃতিক সুবিধা আছে—ধানৰ খেতি কৰিবলৈ। এইবোৰ কথাৰ আলোচনা হবলৈ ধৰিলে।

> ষোলচাষে মূলা, তাৰ অৰ্দ্ধেক তুলা।
> তাৰ অৰ্দ্ধেক ধান, বিনা চাষে পান।।

ধানৰ খেতি কৰা মাটি চাৰিবাৰ চহাব লাগে। আহুধানৰ খেতিৰ মাটি পুহৰ পৰাই চহাব লাগে।

তিনি চাৰি মাহৰ পাছত আহুধান কাটি নওদিনে দহদিনে চাৰিবাৰ হালবাই বোকা কৰি সেই মাটিতেই শালিধান ৰুব পাৰি।

প্ৰত্যেকটো খেতিৰ সময়ত উপযুক্ত সাৰ দিব লাগে। গোবৰ, হাড়গুৰি, খলিহৈ, এমোনিয়ম চালফেট, ইত্যাদি সাৰ দিব লাগে।

ধানৰ নৰাৰ কম্পোষ্ট সাৰ তৈয়াৰ কৰিব লাগে। ওখ ধানৰ মাজত জৰী টানি দিব লাগে—যাতে বতাহ বৰষুণত ধানবোৰ মাটিত পৰি নাযায়।

এইদৰে কঠীয়াতলী তৈয়াৰ কৰা, কঠিয়াৰ প্ৰতি যত্ন লোৱা, কঠিয়া তোলা নিযম, কঠিয়া ৰোৱা প্ৰণালী, বতৰ, ধানৰ অনিষ্টকাৰী পোক নিবাৰণৰ উপায় সকলো বিষয়ে সেই বৈঠকত আলোচনা হব ধৰিলে। এইদৰে নৰেনৰ উৎসাহত তিনিওজনে আদৰ্শ খেতিয়ক হৈ উঠিল। নৰেনে কিতাপত পোৱা প্ৰণালীবোৰ নিজৰ খেতিত খটাব ধৰিলে। প্ৰথম বছৰতে যথেষ্ট আয় হ'ল। যি মাটিত বিঘাই প্ৰতি আঠমোন বা দহ মোনতকৈ বেচি ধান পোৱা নগৈছিল, সেই মাটিত প্ৰথম বছৰতে ওঠৰ মোন বিছ্‌ মোনকৈ ধান হ'ল। ওচৰৰ মানুহে খেতি কৰা দেখি আচৰিত মানিলে। গধূলি সময়ত নৰেনৰ বৈঠকত বহি খেতিৰ আলোচনা শুনিবলৈ ধৰিলে। ক্ৰমে-ক্ৰমে গাৱঁৰ মানুহে দুই তিনিজনকৈ লগলাগি সমবায় পদ্ধতিত খেতি কৰিবলৈ আৰম্ভ কৰিলে। খেতিৰ উৎপন্ন শস্য ন্যায়মতে ভাগ-বাটোৱাৰা কৰি লোৱা পদ্ধতি গাৱঁৰ মাজত সোমাই গ'ল।

নৰেনৰ মনত বৰ আনন্দ হ'ল। নৰেনৰ খেতিত মন ভালকৈয়ে লাগিল। ক্ৰমে ক্ৰমে কৃষি বিজ্ঞান অধ্যয়ন কৰি সেই অনুসাৰে খেতি কৰিবলৈ ধৰিলে। পুখুৰী খান্দি মাছ পুহিলে। পাৰত লিচু আৰু নানা তৰহৰ টেঙাৰ গছ দিলে। নেমু টেঙা আৰু কাগজী টেঙা বেচি বহুতো টকা পোৱা গ'ল। কল, আনাৰস আম, কঠাল আদিৰ বাৰী পাতিলে। বি, এ, পাছ কৰি চাকৰি নকৰি ভালেহে কৰিলে বুলি মানুহে শলাগিব ধৰিলে।

নৰেনৰ এই খেতিৰ মূলত আছিল গো-সেৱালৈ এটি ধাউতি। গৰুৰ যাঁহৰ খেতি কৰিলে। গৰুৰ প্ৰতি কেনেদৰে যত্ন লব লাগে তাৰ আদৰ্শও সমাজত দাঙি ধৰিলে। গৰুৰ গোবৰে মাটিৰ সাৰ হ'ল। গাখীৰ, ঘিউ, মাখন খাবলৈ পালে। আজি কালি আমাৰ গাখীৰৰ বৰ অভাব,। নৰেনে অভাব পূৰণৰ বাট দেখুৱাই দিলে। শান্তিয়ে গো-পালন বিষয়ে বিশেষকৈ অধ্যয়ন কৰিলে আৰু গো-সেৱাৰ সম্পূৰ্ণ ভাৰ তেওঁৰ হাতত পৰিল।

নৰেনৰ সংসাৰ ক্ৰমে নদন বদন হৈ উঠিল।

## ছয়

# সামাজিক নৰেন

সকলো মানুহেই নিজৰ সংসাৰৰ উন্নতিত যত্ন কৰে। নৰেনেও নিৰুপায় হৈ উপাৰ্জ্জনৰ বাট বিচাৰি উলিয়ালে আৰু কৃতকাৰ্য্যও হ'ল। কিন্তু যিবিলাক মানুহৰ স্বভাৱ নিজক লৈয়ে ব্যস্ত থকা তেনে বিধৰ মানুহৰ শাৰীত নাছিল নৰেন। নৰেন আছিল তেনে বিধৰ মানুহৰ প্ৰকৃতিৰ যিবিলাকে দেশক লৈ আৰু দহক লৈ ব্যস্ত থাকে। শান্তিৰ সংসাৰত যেতিয়া অভাৱ অনাটনৰ পূৰণ হ'ল, শান্তিয়ে স্বামীক ঘৰত আবদ্ধ ৰাখিব নোৱাৰিলে। বীৰেন বি, এ, পাছ কৰি ওলাল আৰু চাকৰিত সোমাল। বিয়া কৰালে আৰু শান্তিৰ সংসাৰত পূৰ্ণ শান্তি আনি দিলে। জ্যোতিয়ে হাইস্কুলত পঢ়ি আছে। নৰেনৰ সংসাৰৰ বিষয়ে চিন্তা কৰিবৰ কোনো আৱশ্যক নাই। মিনতি বীৰেনৰ স্ত্ৰী। শান্তি আৰু মিনতিৰ অপূৰ্ব্ব মিলন হ'ল। নামৰ সাৰ্থকতা ৰক্ষা কৰি শান্তিয়ে যেনেকৈ সকলোৰে মনত শান্তি আনিছিল, মিনতিয়েও তেনেকৈ নামৰ সাৰ্থকতা ৰক্ষা কৰিছিল—নিজৰ মৃদু স্বভাৱ আৰু নম্ৰ ব্যৱহাৰৰ দ্বাৰা।

নৰেনৰ ঘৰত এতিয়া নিতৌ সৰু আলোচনা সভা বহে। খেতি-বাতি, সমাজ-সংস্কাৰ, সমাজ-উন্নয়ন,দেশৰ উন্নতি, শিক্ষাৰ উন্নতি, গণতন্ত্ৰ, নিৰ্ব্বাচন কোনো বিষয়েই বাদ নাপৰে। নৰেনে নিতৌ সজ কথা, সজ-আলোচনাৰ দ্বাৰা মানুহবিলাকৰ মন কুচ্চ্ৰ্ত কপট আদিৰ পৰা আঁতৰাই আনিছে। পুৰণি শাস্ত্ৰৰ পৰা নীতিবচন আদি পঢ়ি সকলোকে বুজাই দিয়ে। গাৱঁত খিয়লা খিয়লি ভাব হয় মানুহৰ নিজৰ নিজৰ স্বভাৱৰ দ্বাৰা—আগ গুৰি নভাৱাকৈ কাকো মিত্ৰ বুলি কাকো শত্ৰু বুলি ভবাৰ পৰা।

> নকশ্চিৎ কস্যাচিন্মিত্ৰং নকশ্চিৎ কস্যাচিদ্ৰিপুঃ।
> কাৰণাদেব জায়ন্তে মিত্ৰানি ৰিপবস্তথা।
> শোকত্ৰাণং ভয়ত্ৰাণং প্ৰীতিবিশ্বাস ভাজনম্।।

কোনো কাৰো মিত্ৰ বা শত্ৰু নহয়। আচৰণৰ দ্বাৰাই মিত্ৰ বা শত্ৰু চিনিব পাৰি। মিত্ৰ মানুহে ভয় আৰু শোকৰ পৰা ৰক্ষা কৰে আৰু প্ৰীতি বিশ্বাসৰ পাত্ৰ হৈ উঠে। বিপদত পৰিলে আৰু আত্মীয় বিয়োগৰ সময়তহে মিত্ৰ মানুহ চিনিব পাৰি।

> ন মাতৰি ন দাৰেষু ন সোদৰে নচাত্মজে।
> বিশ্বাসস্তাদৃশঃ পুংসাং যাদৃম্মিত্ৰে স্বভাৱজে।।

যদীচ্ছেচ্ছাশ্বতীং প্ৰীতিং ত্ৰীণি দোষাণি বৰ্জ্জয়েৎ।
দ্যুতমৰ্থ প্ৰয়োগঞ্চ পৰোক্ষে দাৰ দৰ্শনম্।।

অকৃত্ৰিম মিত্ৰ যিমান বিশ্বাসৰ পাত্ৰ, নিজৰ মাতা, স্ত্ৰী, সহোদৰ আৰু পুত্ৰও তেনে বিশ্বাসৰ পাত্ৰ নহয়। যদি তুমি কাৰো লগত অকৃত্ৰিম প্ৰণয় আৰু বন্ধুত্ব ইচ্ছা কৰা তেন্তে তেওঁৰ লগত কেতিয়াও দ্যুতক্ৰীড়া (টকা পইচাৰ বাজি ৰাখি তাছ্ পাশা আদি খেলা) নকৰিবা, অৰ্থ-প্ৰয়োগ (সুতৰ বাবে টকা পইচাৰ লেনদেন) নকৰিবা আৰু পৰোক্ষে পৰৰ স্ত্ৰী-দৰ্শন নকৰিবা।

শুষ্কং মাংসং পয়োনিত্য ভাৰ্য্যামিত্ৰৈঃ সহৈবতু।
ন ভোক্তব্যং নৃপৈঃ সাৰ্দ্ধং বিয়োগং কুৰুতে ক্ষণাৎ।।

শুকান মঙহ আৰু দুধ একেলগে ভোজন নকৰিবা। ভাৰ্য্যা আৰু বন্ধুৰ লগত একত্ৰে (একে পাত্ৰতে) ভোজন নকৰিবা আৰু ৰজাৰ লগতো ভোজন কৰা উচিত নহয়; কাৰণ হঠাতে বিয়োগ হব পাৰে।

কুচেলিনং দন্তমলোপধাৰিণং নিষ্ঠুৰবাক্যভাষিণম্।
সূৰ্যোদয়ে হ্যস্তসময়েহপি শায়িনং বিমুঞ্চতি শ্ৰীৰপিচক্ৰপাণিনম।।

যি মানুহে ময়লা কাপোৰ পিন্ধে, দাঁতৰ মল পৰিষ্কাৰ নকৰে, বহু ভোজন কৰে, কটুবাক্য প্ৰয়োগ কৰে আৰু সূৰ্যোদয় আৰু সূৰ্য্যাস্তৰ সময়ত শুই থাকে তেনেলোক বিষ্ণুতুল্য হলেও লক্ষ্মীয়ে তেওঁক ত্যাগ কৰে।

ন বিশ্বসেদবিশ্বস্তং বিশ্বস্তে নাতিবিশ্বসেৎ।
বিশ্বাসাদ্ভয় মুৎপন্নং মূলাদপি নিকৃন্তি।।

অবিশ্বস্ত মানুহক বিশ্বাস নকৰিবা। বিশ্বস্ত মানুহকো অতিকৈ বিশ্বাস নকৰিবা। অতি বিশ্বাসৰ পৰা যি ভয়ৰ কাৰণ হয়, তাৰ দ্বাৰা মানুহ সোনকালে ধ্বংস হয়।

কোহৰ্থঃ পুত্ৰেন জাতেন যো ন বিদ্বান ন ধাৰ্ম্মিকঃ।
একেনাপি সুপুত্ৰেণ বিদ্যাযুক্তেন ধীমতা।
কুলং পুৰষসিংহেন চন্দ্ৰেন গগনং যথা।।

যি পুত্ৰ বিদ্বান্ বা ধাৰ্ম্মিক নহয় তেনে পুত্ৰ জন্মিলে কি ফল আছে? যেনেকৈ এক চন্দ্ৰই গোটেই আকাশ মণ্ডল সুশোভিত কৰে, তেনেকৈ ধীশক্তি সম্পন্ন বিদ্বান্ আৰু পুৰুষশ্ৰেষ্ঠ পুত্ৰই কুল উজ্জ্বল কৰে।

জ্যেষ্ঠঃ পিতৃসমো ভ্ৰাতা মৃতে পিতৰি শৌনক।
সৰ্ব্বেষাং স পিতা হি স্যাৎ সৰ্ব্বেষামনুপালকঃ।।
কনিষ্ঠাস্তত্ৰ সৰ্ব্বেহপি সমত্বেনানুবৰ্ত্ততে।
সমোপভোগ্য জীবেষু যথেব তনয়স্তথা।।

জেষ্ঠ ভাইক পিতৃতুল্য জ্ঞান কৰিব লাগে; কাৰণ পিতাৰ মৃত্যুৰ পাছত জ্যেষ্ঠ ভায়ে পিতাৰ নিচিনা সকলোকে প্ৰতি পালন কৰে। কনিষ্ঠ ভ্ৰাতৃসকলে জ্যেষ্ঠৰ প্ৰতি অনুৰক্ত থাকিব আৰু জ্যেষ্ঠ ভ্ৰাতৃয়েও কনিষ্ঠ ভ্ৰাতৃসকলক পুত্ৰৰ নিচিনা জ্ঞান কৰি প্ৰতি-পালন কৰিব।

সমাজত যিবোৰ দোষ আছে সেই দোষবোৰ গুচাবৰ কাৰণে নৰেনে এইদৰে শাস্ত্ৰৰপৰা বাছি নীতিবাক্যবোৰ পঢ়ি বুজাই দিয়ে। সমাজত মানুহৰ মাজত যিবোৰ দোষ দেখা যায়, সেই বোৰৰ প্ৰতি আঙুলিয়াই দিয়ে।

খেতিয়ক মানুহৰ প্ৰধান অৱলম্বন খেতি। খেতিৰ উন্নতিৰ লগে লগে মানুহৰ নৈতিক চৰিত্ৰৰো উন্নতি হয়। খাবলৈ লবলৈ পালে পৰিশ্ৰমী মানুহ কেতিয়াও ঈশ্বৰ বিমুখ নহয়। নৈতিকতা আৰু ঈশ্বৰ-ভক্তি ক্ৰমে মানুহৰ মনত আপোনা-আপুনি জাগি উঠে। সমবায় পদ্ধত্তিত খেতি কৰা বাবে মানুহৰ অভাৱ নোহোৱা হৈছে। প্ৰত্যেকে নিজৰ শ্ৰম আৰু মূলধন অনুসাৰে উৎপন্নৰ ভাগ পাইছে। পৰৰ উপাৰ্জ্জনৰ প্ৰতি অসূয়া ভাব আঁতৰিছে। সেইবাবে নৈতিক চৰ্চ্চাত আৰু ঈশ্বৰোপাসনাত মানুহৰ মন নিবিষ্ট হবলৈ আৰম্ভ কৰিছে। এইদৰে নৰেনৰ সমাজত প্ৰতিষ্ঠা বাঢ়ি আহিব ধৰিছে।

বিজয় দত্তৰ স্থান সমাজত ক্ৰমে নামি আহিব ধৰিছে। বিজয় দত্তৰ দোকানত এতিয়া মানুহে বাকী খাবৰ আৱশ্যক নকৰে। ধান, মাহ, সৰিয়হ, গুড় সকলো বস্তু খেতিত উৎপন্ন হয়। সমবায় পদ্ধতিত সকলোৰে ভাগত কিছু কিছু পৰে। টকাৰে কিনিব লগা নহয়। কাৰো যদি বছৰেকৰ যোগাৰ নহয়ও, যাৰ ভাগত বেছি থাকে তাৰ পৰা ধাৰে লয়। টকা পইচাৰ বা কিনা-বিকাৰ বৰ আৱশ্যক নকৰে—নিজৰ গাৱঁৰ ভিতৰত। অতিৰিক্ত বস্তু আন ঠাইত বিক্ৰী কৰি দিয়া হয় নাইবা হাট-বজাৰত বিক্ৰী কৰা হয়। নিমখ আৰু কেৰাচিন কিনিব লগা হয়। তাৰবাবে বাকী কৰিবৰ আৱশ্যক নকৰে। নিজৰ কোনো এবিধ বস্তু বিক্ৰি কৰি সেই পইছাৰে নিমখ কেৰাচিন কিনে। এইদৰে বিজয় দত্তৰ দোকানৰ গ্ৰাহকৰ সংখ্যা কমি আহিল আৰু সমস্ত ক্ৰোধ পৰিল নৰেনৰ ওপৰত।

বিজয় দত্তই পুলিচৰ লগত যোগ হৈ চৰকাৰক জনালে যে নৰেন হিংসাবাদী কম্যুনিষ্ট আৰুগাৱঁৰ মানুহক বিপথে পৰিচালিত কৰিব ধৰিছে। চৰকাৰে গুপ্ত পুলিচ পঠাই দিলে—তদন্তৰ বাবে।

---

## সাত

# গান্ধীবাদী নৰেন

নৰেনে সমাজত গাৱঁৰ মানুহৰ আগত গান্ধীজীৰ জীৱন কথা, স্বদেশী আন্দোলনৰ বুৰঞ্জী, অসহযোগ আন্দোলনৰ কথা, সাম্রাজ্যবাদৰ কথা গাৱঁৰ মানুহৰ আগত বুজাই কয়।

গান্ধীজীৰ মূল একাদশ ব্ৰতৰ কথা নৰেনে বুজাবলৈ আৰম্ভ কৰিছে।

অহিংসা সত্যমস্তেয় ব্ৰহ্মাচৰ্য্যমসংগ্ৰহ
শৰীৰশ্ৰম অস্বাদ সৰ্ব্বত্ৰ ভয়বৰ্জ্জনম্
সৰ্ব্বধৰ্ম্মেসমানত্ব স্বদেশী স্পৰ্শভাৱনা
হী একাদশ সেৱাবী নম্ৰতে ব্ৰত-নিশ্চয়।

(ক) অহিংসা (খ) সত্য (গ) অস্তেয় (ঘ) অসংগ্ৰহ (চ) শৰীৰ শ্ৰম (ছ) অস্বাদ (জ) সৰ্ব্বত্ৰ ভয় বৰ্জ্জন (ঝ) সৰ্ব্ব ধৰ্ম্মে সমানত্ব (ঞ) স্বদেশী (ট) স্পৰ্শ ভাৱনা।

## অহিংসা

প্ৰথমতে অহিংসাৰ বিষয়ে নৰেনে গান্ধী সাহিত্যৰ পৰা বুজাইছে। অহিংসাই প্ৰেম।

অহিংসাৰ অৰ্থ কেৱল প্ৰাণী হিংসা কৰিব নালাগে এনে নহয়। প্ৰাণী হিংসা কৰিব নালাগে ই অৱশ্যে অহিংসাৰ অন্তৰ্ভুৰ্ক্ত কিন্তু তাৰ দ্বাৰা অহিংসাৰ সম্পূৰ্ণ অৰ্থ প্ৰকাশ নাপায়। অসৎ চিন্তা, অনাৱশ্যক ব্যস্ততা, মিছা কথা কোৱা, পৰস্পৰৰ প্ৰতি ঘৃণা আৰু আনৰ অহিত চিন্তা কৰাৰ পৰা অহিংসাৰ নীতি ভঙ্গ কৰা হয়।

কোনো মানুহে যদি মনে মনেও কুকথা চিন্তা কৰে তাৰ দ্বাৰা অহিংসাৰ ভাব নষ্ট হৈ যায়।

প্ৰকৃতিত সকলো কথাৰে একোটি ধাৰা আছে। সময়মতে কাৰ্য্য কৰিলেহে কাৰ্য্য সিদ্ধি হয়। সময়তহে গছৰ ফল ধৰে আৰু পকে। সেই বাবে কোনো কাম সময় হোৱাৰ আগতে কৰিবলৈ যত্ন কৰিলে সেই কাম সিদ্ধ হোৱাতে বিঘ্ন ঘটে আৰু তাৰ দ্বাৰা অহিংসভাৱ নষ্ট হৈ যায়।

মিছা কথা ক'লে সত্যৰ অপলাপ হয়। সত্য আৰু অহিংসা কোনো ফালে কোনো চিন নথকা পইচা এটাৰ ইপিঠি আৰু সিপিঠি। সত্যৰ অপলাপ হলে অহিংসনীতি ভঙ্গ কৰা হয়।

মানুহে মানুহক বা কোনো সৃষ্ট জীৱক ঘৃণা কৰিব নাপায়। প্ৰকৃতিত সকলোৰে সুকীয়া স্থান বা সকলোৰে উপযোগিতা আছে। কাৰো প্ৰতি ঘৃণাৰ ভাৱ উদয় হলে অহিংস হৈ থাকিব নোৱাৰি।

পৰশ্ৰীকাতৰতা আৰু পৰৰ অহিত চিন্তা কৰাৰ পৰা মানুহৰ মানসিক অৱনতি হয়। তাৰ দ্বাৰা মানুহে মনৰ অহিংস ভাৱ ৰক্ষা কৰিব নোৱাৰে। নিজৰ হিত হলে যেনেকৈ মানুহৰ আনন্দ হয়, পৰৰ হিত হ'লেও তেনেকৈ আনন্দ পাব লাগে অন্ততঃ অসূয়া হব নালাগে। তেতিয়াহে অহিংসনীতি পালন কৰা হব।

এইবোৰ কথা শুনি সকলোৰে ভাল লাগিছে। অহিংসনীতিৰ বিষয় বহলাই কৈ নৰেনে সত্য কি তাক বুজাইছে।

অহিংস মনোভাৱ নহলে সত্য পালন কৰিব নোৱাৰি। সত্য আৰু অহিংসা পৰস্পৰ জড়িত। ইটোৰ পৰা সিটোক বিচ্ছিন্ন কৰিব নোৱাৰি।

## সত্য

প্ৰকৃততে সত্যই ঈশ্বৰ। নিজে যিটো সত্য বুলি ভাবে সেই অনুসাৰে চলিলে প্ৰকৃততে মানুহৰ দোষ নহয়। আচলতে সেইটো কৰাহে কৰ্ত্তব্য। কাৰোবাৰ যদি কেতিয়াবা ভুলো হয়, অভ্যাসৰ পথত আপোনাআপুনি সি শুদ্ধ হৈ যায়। সত্যান্বেষণ তপস্যা বা আত্মকষ্টৰ দ্বাৰাহে সিদ্ধ হয়। তপস্যাৰ পথত আনকি মানুহে নিজৰ জীৱনকো আহুতি দিবথ আৱশ্যক হব পাৰে। স্বাৰ্থ-সিদ্ধিৰ কোনো গন্ধই ইয়াত থাকিব নোৱাৰে। নিঃস্বাৰ্থভাৱে সত্য অন্বেষণ কৰিলে তাৰ স্বৰূপ নেদেখাকৈ কেতিয়াও নাথাকে। পোনতে হয়তো ভুল বাটেদি যাব কিন্তু উজুটি খাই ঠিক বাট বিচাৰি পাবই।

প্ৰত্যেক মানুহৰ নিজৰ নিজৰ বিবেক আছে—সুবুদ্ধি আছে আত্মপ্ৰবঞ্চনা নকৰি প্ৰকৃত সত্য কি তাৰ অন্বেষণ কৰিলে মানুহে আপোনা-আপুনি সত্যৰ স্বৰূপটো বুজি পায়। সত্যক অৱলম্বন কৰি জীৱন পথত আগ বাঢ়িলে নানা বাধা-বিঘ্নি হব পাৰে কিন্তু জীৱন পণ কৰিও নিঃস্বাৰ্থভাৱে সত্য পথত থাকিলে সত্যৰ উপলব্ধি হবই। সত্যৰ উপলব্ধি হ'লে ঈশ্বৰক মানুহে সম্পূৰ্ণৰূপে বুজিব পাৰিব। সত্য বা ঈশ্বৰত কোনো ভেদ আছে বুলি বুজিব নোৱাৰি।

## অস্তেয়

প্ৰেম বা অহিংসাৰ অভ্যাস কৰা বুলি আৰু সত্যক উপলব্ধি কৰা বুলি যাৰ মনে মনে অভিমান আছে তেনে লোকে কেতিয়াও চুৰ কৰিব নোৱাৰে। তথাপি

জ্ঞাতসাৰে বা অজ্ঞাতসাৰে আমি প্ৰত্যেকে চুৰি বা স্তেয় দোষত দোষী। মালিক নোহোৱা বস্তু গ্ৰহণ কৰাটোও চুৰি বা স্তেয়। ৰাস্তাত পৰি থকা বস্তু বজাৰ বা স্থানীয় কৰ্তৃপক্ষৰ।

যেতিয়া কোনো বস্তুৰ প্ৰকৃততে আৱশ্যক নাথাকে—তেতিয়া আনৰপৰা সেই বস্তু খুজি লোৱাটোও চুৰি। দৰকাৰ নাথাকিলে আমি কোনো বস্তু কাৰো পৰা লব নালাগে। এনে ধৰণৰ চুৰিত সদায় একোটা লক্ষ্য থাকে। আন কি ক্ষুদ্ৰ এটা ফলো আৱশ্যক নহলে লব নালাগে। প্ৰকৃততে অনেক সময়ত আমি আমাৰ প্ৰকৃত প্ৰয়োজনীয়তা বুজি নাপাওঁ আৰু আমি আমাৰ অভাবৰ মাত্ৰা অনাৱশ্যক ভাৱে বঢ়াই লওঁ আৰু অজ্ঞাতসাৰে স্তেয় দোষত দোষী হৈ পৰোঁ। আমি যদি গভীৰ ভাৱে চিন্তা কৰোঁ তেন্তে আমি আমাৰ বহুতো অভাৱ কমাই লব পাৰোঁ। যি মানুহে অস্তেয় অভ্যাস কৰিব, তেওঁ নিজৰ অভাৱৰ মাত্ৰা ক্ৰমাৎ কমাই আনিব পাৰিব। জগতত দুঃখদায়ক দৈন্যৰ আবিৰ্ভাৱ হৈছে অস্তেয় নীতিৰ এই প্ৰকাৰ অৱমাননাৰ পৰা।

যি লোক অস্তেয় নীতিৰ সেৱক তেওঁ ভৱিষ্যতে অৰ্জন কৰিব লগা বস্তু সম্পৰ্কে কোনো ভাৱনাই নকৰে। চুৰি বা স্তেয় বৃত্তিৰ মূলতে আছে ভৱিষ্যতৰ এই অসৎ উদ্বিগ্নতা। আজি যদি আমি কোনো বস্তুৰ অধিকাৰী হবলৈ বাঞ্ছা কৰোঁ,কাইলৈ আমি তাক পাবলৈ যত্ন কৰোঁ; সদুপায়ে নাপালে অসৎ বা কুটিল উপায়ে পাবলৈ যত্নবান হওঁ।

সাধাৰণ বস্তুৰ নিচিনা আনকি মানসিক ভাৱধাৰাও চুৰি কৰিব পাৰি। কোনো এটি নতুন মতবাদ প্ৰৱৰ্ত্তন কৰা বুলি যদি কোনো লোকে অহঙ্কাৰ কৰে, অথচ সেই মতবাদ প্ৰকৃততে তেওঁৰ নিজৰ নহয়, তেতিয়াহলে তেওঁ ভাৱধাৰা বা মতবাদ চুৰিৰ দোষত দোষী হয়।

অস্তেয় নীতিৰ সেৱক হব লাগিব বিনীত, চিন্তাশীল আৰু পৰ্য্যবেক্ষণশীল আৰু স্বভাৱত হব লাগিব সৰল।

নৰেন্দ্ৰই গান্ধী সাহিত্যৰ পৰা গান্ধীবাদবোৰ অসমীয়া অনুবাদ কৰি এইদৰে মানুহক বুজাইছে। গুপ্ত পুলিচে এই বৈঠকতে উপস্থিত থাকি সকলোবোৰ কথা শুনিলে আৰু নৰেনৰ বিৰুদ্ধে দিয়া ৰিপোৰ্ট মিছা বুলি চৰকাৰক জনাই দিলে। বিজয় দত্তৰ এই চেষ্টাও ব্যৰ্থ হ'ল।

গুপ্ত পুলিচ আহি গাৱঁৰ আলোচনা চক্ৰৰ তদন্ত কৰা শুনি গাৱঁৰ মানুহ কষ্ট হ'ল বিজয় দত্তৰ ওপৰত। কেইবাজনো ডেকা ল'ৰা গোটখাই বিজয় দত্তক আলোচনা চক্ৰলৈ মাতি আনি দুই একোষাৰ কথা শুনাই দিবৰ মন কৰিলে। সেই উদ্দেশ্যে বিজয় দত্তক মাতিবলৈকো গ'ল। তাত বিজয় দত্তৰ সৈতে সিহঁতৰ সৰু-সুৰা এখন কাজিয়া হৈ গ'ল। নৰেনে এই কথা বুজি পাই ল'ৰাহঁতক বেয়া

বুলিলে আৰু সিহঁতৰ কামটো গান্ধীজীৰ প্ৰবৰ্ত্তিত অহিংসা নীতিৰ বিগৰ্হিত হৈছে বুলি বুজাই দিলে। সিহঁতে প্ৰায়শ্চিত্তস্বৰূপে এসাজ লঘোণ দিয়া উচিত বুলি কোৱাত সকলোৱে লঘোণ দিলে। অহিংস নীতিৰ মূলতত্ত্ব তাৰ দ্বাৰা কিছু হৃদয়ঙ্গম হ'ল।

পাছদিনা সন্ধ্যা পুনঃ আলোচনা চক্ৰ বহিল। তাত অসংগ্ৰহ সম্পৰ্কে নৰেনে বক্তৃতা দিলে—গান্ধী-সাহিত্যৰ পৰা অসমীয়া অনুবাদ কৰি।

## অসংগ্ৰহ

অসংগ্ৰহ অস্তেয়ৰ লগত সম্পৰ্কিত। ধৰক কোনো এট বস্তু আচলতে চুৰি কৰি অনা নাই আৰু বিনা প্ৰয়োজনে আমাৰ ঘৰত আছে। তেতিয়া সেই বস্তুটো চুৰি কৰা বস্তু বুলি ধৰিব লাগিব। সংগ্ৰহৰ দ্বাৰা বুজা যায় বস্তুটো ভবিষ্যৎ প্ৰয়োজনৰ বাবে সাঁচি থোৱা হৈছে। যি লোক সত্যান্বেষী, প্ৰেমনীতিৰ তথা অহিংস নীতিৰ যি উপাসক তেওঁ ভৱিষ্যতলৈ কোনো বস্তু সাঁচিব নোৱাৰে। ঈশ্বৰে কেতিয়াও সহ্য নকৰে। সৃষ্টিৰ পাতনিত যিখিনিৰ প্ৰয়োজন তাতকৈ সৰহ বস্তুৰ সৃষ্টি নকৰে। সেইবাবে যদি আমি তেওঁৰ বিধানত বিশ্বাস ৰাখোঁ তেন্তে আমি নিশ্চিত মনে বিশ্বাস কৰিব পাৰোঁ যে তেওঁ আমাক দৈনন্দিন আহাৰ যোগাব আৰু আমাক লগা জোখাৰে সকলোখিনি দিব। যোগী আৰু ভক্তসকলে এই বিশ্বাসত নিৰ্ভৰ কৰি তেওঁলোকৰ অভিজ্ঞতাত সেই বিশ্বাসৰ ফল পাইছে। ঐশ্বৰিক বিধান অনুসাৰে প্ৰত্যেক মানুহে নিতৌ তাৰ আহাৰ্য্য পাব; তাতকৈ বেছি নাপাব। আমি এই বিধান নজনা বাবে বা নমনা বাবেহে সংসাৰত নানাপ্ৰকাৰ বৈষম্য আৰু দুখ কষ্টৰ সৃষ্টি হৈছে।

ধনী মানুহৰ অতিৰিক্ত খাদ্য সংগ্ৰহ আছে। অতিৰিক্ত খাদ্যৰ কোনো আৱশ্যক নাই, সেইবাবে সেই বস্তুৰ অনাদৰ আৰু অপচয় হয়; আনফালে লাখ লাখ মানুহে খাদ্যৰ অভাৱত লঘোণে থাকে বা মৃত্যু বৰণ কৰে। যাক যিখিনি লাগে সিমানখিনি মাথোন সংগ্ৰহ কৰিলে কাৰো ক'তো অভাৱ নাথাকিলহেঁতেন আৰু সকলোৱে সুখ শান্তিৰে থাকিলহেঁতেন। বৰ্ত্তমান অৱস্থাত দুখীয়াৰ নিচিনাকৈ ধনী মানুহেও অশান্তি ভোগ কৰিছে। নিৰ্ধন মানুহজনে পৰা হলে আনন্দমনে লাখপতি বা ক্ৰোৰপতি হ'লহেঁতেন আৰু লাখপতিজন ক্ৰোৰপতি হ'লহেঁতেন। সেই বাবে ধনী মানুহে অসংগ্ৰহনীতি গ্ৰহণ কৰিব লাগে যাতে এই অসংগ্ৰহৰ দ্বাৰা সাৰ্বজনীন সন্তোষ ধনী দৰিদ্ৰ সকলোৱে প্ৰাণত বিয়পি পৰে। ধনীসকলে যদি নিজৰ সম্পত্তি এটা যুক্তিপূৰ্ণ সীমাৰ ভিতৰত ৰাখি বাকীখিনি

এৰি দিয়ে, অনাহাৰীয়ে খাবলৈ পাব আৰু ধনীৰ লগত সন্তোষৰ আনন্দ উপভোগ কৰিব।

বিশুদ্ধ সত্যৰ দৃষ্টিভঙ্গীত দেহটোও এটা সংগ্ৰহ। এইদৰে আমি সম্পূৰ্ণ সন্ন্যাসৰ স্তৰত উপনীত হম। যিমান দিন শৰীৰ থাকে সিমানদিন আমাৰ শৰীৰৰ শ্ৰমৰ দ্বাৰা জনগণৰ সেৱা কৰিব লাগে যাতে জীৱিকা অৰ্জ্জনৰ বাবে হে মাথোন শৰীৰটোৰ আৱশ্যক নহয় আৰু জনগণৰ সেৱা কৰাৰহে আৱশ্যক এনে মনোভাৱ আমাৰ জীৱনৰ লক্ষ্য হয়। জনগণৰ সেৱাৰ বাবেই আমি খাওঁ, পিওঁ, শোওঁ বা জাগি থাকোঁ। এনে মনোভাৱেই প্ৰকৃত শান্তি আনিব।

গান্ধীজীয়ে কৈছে যে প্ৰকৃতিয়ে আমাৰ অভাৱ পূৰণৰ বাবে যথেষ্ট দান দিছে। আমি যদি প্ৰত্যেকে আমাক লগা খিনিহে আহৰণ কৰোঁ তাতকৈ বেছি সংগ্ৰহ নকৰোঁ, তেন্তে জগতত দৈন্য আহিব নোৱাৰে। কোনো মানুহেই খাদ্যৰ অভাৱত মৃত্যু বৰণ কৰিব নালাগে। যেতিয়ালৈকে আমাৰ মাজত এই বৈষম্য থাকিব তেতিয়ালৈকে আমি স্তেয় দোষত দোষী। যেতিয়ালৈকে প্ৰত্যেক ভাৰতবাসীয়েই এবেলা এমুঠি খাবলৈ নাপায় তেতিয়ালৈকে আমি স্বেচ্ছায় অনশন কৰিও অনাহাৰীৰ বাবে খাদ্যৰ যোগান ধৰা উচিত।

বিজয় দত্তই নৰেনে চৰকাৰ বিৰোধী আলোচনা চক্ৰ পতা বুলি মনে মনে পুলিচক পুনঃ খবৰ দিছিল। গুপ্তপুলিচে অসংগ্ৰহৰ বক্তৃতাও ভালদৰে শুনিলে আৰু বিজয় দত্তক সাৱধান কৰি দি চৰকাৰলৈ ভাল ৰিপোৰ্ট দিলে যে নৰেন মজুমদাৰে গাওঁসংগঠন কাৰ্য্য গান্ধীবাদৰ আদৰ্শত চলাব লাগিছে আৰু বিজয় দত্তই বাধা দিব লাগিছে। ৰাজনীতি বা চৰকাৰ বিৰোধী কোনো আলোচনা তাত নহয়। বিজয় দত্ত যাতে ভালভাৱে সমাজত চলে তাৰবাবে চৰকাৰে মেজিষ্ট্ৰেটৰ হতুৱাই পাঁচ হাজাৰ টকাৰ মুচুল্‌কা ল'লে।

বিজয় দত্ত কিছুমান দিন নিৰৱে থাকিল। নৰেনৰ আলোচনা চক্ৰ চলি থাকিল। অহিংসা, সত্য, অস্তেয় আৰু অসংগ্ৰহৰ সম্পৰ্কে গান্ধীবাদৰ আলোচনা কৰি ব্ৰহ্মাচৰ্য্য সম্পৰ্কে আলোচনাত প্ৰবৃত্ত হ'ল।

## (ব্ৰহ্মাচৰ্য্য)

ব্ৰহ্মাচৰ্য্য কাক বোলে? ইয়াৰ মূলগত অৰ্থ হৈছে—যি অভ্যাস বা সাধনাই ভগবানৰ লগত যোগ স্থাপন কৰে সেই অভ্যাস বা সাধনাই ব্ৰহ্মাচৰ্য্য। এই অভ্যাসে মানুহৰ সকলোবোৰ ইন্দ্ৰিয়ক শাসনত ৰাখে। এইটোৱেই আচল আৰু যুক্তিযুক্ত অৰ্থ।

ব্ৰহ্মাচৰ্য্যৰ অৰ্থ সাধাৰণতে জননেন্দ্ৰিয়ৰ সংযম। এই সঙ্কীৰ্ণ অৰ্থই

ব্ৰহ্মচৰ্য্যৰ অৰ্থৰ অৱনতি ঘটাই ব্ৰহ্মচৰ্য্য পালন একপ্ৰকাৰ অসম্ভৱ কৰি তুলিছে। অন্যান্য ইন্দ্ৰিয়বোৰৰ সংযম অভ্যাস নকৰিলে জননেন্দ্ৰিয়ৰ সংযম অভ্যাস কৰিব নোৱাৰি। সকলোবোৰ ইন্দ্ৰিয় পৰস্পৰ পৰস্পৰৰ অধীন। নিম্নস্তৰত মনটো সকলো ইন্দ্ৰিয়ৰে অন্তৰ্ভুক্ত। মনৰ সংযক নহলে বাহ্যিক সংযম সাময়িকভাৱে সম্ভৱ হ'লেও তাৰ কোনো সাৰ্থকতা নাথাকে। খাদ্যৰ লগত ব্ৰহ্মচৰ্য্য পালনৰ নিকট সম্বন্ধ। খাদ্যৰ সংযম থাকিলে ব্ৰহ্মচৰ্য্য পালন সহজ হয়। গান্ধীজীয়ে অভিজ্ঞতাৰ পৰা এই কথা কৈছে।

এজন মানুহে যদি এগৰাকী তিৰোতাক তাৰ প্ৰেম দান কৰে বা এগৰাকী তিৰোতাই যদি এজন মানুহক তাইৰ প্ৰেম দান কৰে, সংসাৰৰ আন মানুহৰ কাৰণে কি বাকী থাকিল? ইয়াৰ অৰ্থ এয়ে হয় যে আমাৰ দুজনৰ কথাই প্ৰথম কথা—আনবিলাকৰ যি হয় হব। এজনী সতী তিৰোতাই যদি তেওঁৰ স্বামীৰ বাবে সকলো ত্যাগ কৰে নাইবা এজন সৎ স্বামীয়ে যদি নিজৰ তিৰোতাৰ বাবে সকলো ত্যাগ কৰে তেতিয়া হ'লে তেনে-লোক বিশ্বজনীন প্ৰেমৰ স্তৰলৈ উঠিব নোৱাৰে নাইবা সকলো মানুহকে নিজৰ ভাইভনী বা আত্মীয় বুলি ভাবিব নোৱাৰে; কাৰণ তেওঁলোকে তেওঁলোকৰ প্ৰেমৰ চাৰিওফালে সীমাৰেখা টানি লৈছে। পৰিয়ালৰ সংখ্যা যিমান বাঢ়ি যায়, বিশ্বজনীন প্ৰেমৰ পৰা সিমান আঁতৰি যায়। সেইবাবে যি অহিংস মন্ত্ৰত দীক্ষিত হয় সি বিবাহ-বন্ধনতেই সোমাব নোৱাৰে—অবৈধ উপায়ে ইন্দ্ৰিয় চৰিতাৰ্থ কৰাটো দূৰৈৰ কথা।

তেনেহলে যিবিলাকৰ বিয়া আগেয়ে হৈ গৈছে, তেওঁলোকে কি কৰিব? তেওঁলেকে কেতিয়াও সত্যৰ উপলব্ধি কৰিব নোৱাৰিবনে? মানৱতাৰ বেদীত তেওঁলোকে তেওঁলোকৰ সৰ্ব্বস্ব দান কৰিব নোৱাৰিব নে? তাৰ এটি উপায় আছে। তেওঁলোক য়ে বিবাহিত হোৱা নাই তেনে দৰে আচৰণ কৰিব লাগে। এই আনন্দজনক সম্বন্ধ যিবিলাকে উপভোগ কৰিছে তেওঁলোকে এই কথাৰ সাৰ্থকতা উপলব্ধি কৰিব পাৰিছে। যদি বিবাহিত দম্পতিয়ে পৰস্পৰে পৰস্পৰক ভাইভনী বুলি ভাবিব পাৰে তেওঁলোকে জগতৰ সেৱাৰ বাবে নিজক মুক্ত কৰি লব পাৰিব। যিজনে সংসাৰৰ সকলোবিলাক তিৰোতাকে মা, ভনী বা নিজৰ কন্যা বুলি ভাবিব পাৰে তেনে লোক অবিলম্বে মহৎ হৈ উঠিব পাৰে আৰু সকলো বন্ধন ছিণ্ডিব পাৰে। স্বামী বা স্ত্ৰীৰ তাৰ পৰা কোনো ক্ষতি নহয় বৰঞ্চ নিজৰ আৰু পৰিবাৰৰ পক্ষে লাভহে হব। ইন্দ্ৰিয় চৰিতাৰ্থ প্ৰবৃত্তিৰ পৰা তেওঁলোকৰ প্ৰেম মুক্ত হৈ বেছি শক্তিশালী হব। ব্ৰহ্মচৰ্য্যৰ বিষয়ে এনে এটি ধাৰণা আতি উচ্চ খাপৰ। সাধাৰণ মানুহৰ এইদৰে চলা অতি কঠিন; কিন্তু আংশিক ভাৱে চেষ্টা কৰিলেও যে সাফল্য আহিব পাৰে তাত কোনো সন্দেহ নাই; কাৰণ অতিৰিক্ত স্ত্ৰী-সেৱাৰ পৰা যে মানুহৰ স্বাস্থ্য আৰু সংযম শক্তিৰ

অপচয় হয় এই বিষয়ে অন্ততঃ সকলোৰে কিছু নহয় কিছু অভিজ্ঞতা আছে। তদুপৰি ভাৰতীয় সমাজত প্ৰত্যেকেৰে জনা আছে যে ঋতুকাল ব্যতিৰেকে স্ত্ৰী সঙ্গম কৰা নিষেধ। পুত্ৰোৎপাদনৰ বাবেহে স্ত্ৰী সঙ্গম আৱশ্যক—সম্ভোগৰ বাবে নহয়। এইবোৰ ভাৱ ভাৰতবাসীৰ প্ৰত্যেকৰে কিছু কিছু জনা আছে। ছয় ৰিপু-কাম, ক্ৰোধ, লোভ, মোহ, মদ আৰু মাৎসৰ্য্য ইত্যাদি দমনৰ কথাও ভাৰতীয় লোকে জানে। কাম ৰিপু দমন কৰিবলৈ যে মনটোক সংযত ৰাখিব লাগে তাকো মানুহে ভালদৰে বুজি পায়। নৰেনে গান্ধী সাহিত্যৰ পৰা অনুবাদ কৰি শাস্ত্ৰীয় বাক্যৰ লগত একবাক্য কৰি ৰাইজক বুজাই দিলে। বিবাহিত জীৱনতো ব্ৰহ্মচৰ্য্য অবলম্বন কৰিব লাগে—এই কথাও আমাৰ শাস্ত্ৰই কৈ গৈছে। সেইবাবে আন দেশৰ মানুহে নুবুজিলেও আমাৰ দেশন মানুহে যে গান্ধী বাক্যৰ সত্যাতা উপলব্ধি কৰিব পাৰে তাত কোনো সন্দেহ নাই।

এইবোৰ আলোচনা উচ্ছৃঙ্খল যুৱক যুৱতীৰ প্ৰাণতো ক্ৰমে ক্ৰমে আঘাত কৰে আৰু সমাজৰ শৃঙ্খলা ৰক্ষাত সহায় কৰে।

## শৰীৰ শ্ৰম

পাছ দিনা শৰীৰ শ্ৰম সম্পৰ্কে আলোচনা হ'ল। যি মানুহে শাৰীৰিক শ্ৰম নকৰে, সেই মানুহৰ খাবৰ কি অধিকাৰ আছে? কপালৰ ঘাম মাটিত পেলাহি অৰ্জ্জা অন্নৰ হে তোমাৰ আধিকাৰ আছে। ক্ৰোৰপতিয়ে যদি গোটেই দিনটো বিছনাত বহি থাকে বা শুই থাকে আৰু তেওঁক যদি খাবৰ সময়তো আনে সহায় কৰিব লাগে তেনেদৰে সদায় চলিব নোৱোৰে—তাতো তেওঁৰ বিৰক্তি আহিব। ব্যায়ামৰ দ্বাৰা তেওঁৰ ক্ষুধাশক্তি বঢ়াব লাগিব আৰু খোৱা বস্তু হজম নিয়াব লাগিব। যদি ধনী দুখী সকলোৱে ব্যায়াম কৰিব লাগে, তেন্তে উৎপাদনশীল শ্ৰম কিয় নকৰে? খেতিয়ক এজনক কোনেও শ্বাস-প্ৰশ্বাসৰ ব্যায়াম কৰিবলৈ বা মাংসপেশী বঢ়াবৰ কাৰণে ব্যায়াম কৰিবলৈ নকয় আৰু দহভাগৰ নও ভাগ মানুহেই খেতি কৰি জীৱন যাত্ৰা নিৰ্ব্বাহ কৰে। বাকী এক ভাগ মানুহেও যদি একে উদাহৰণকে গ্ৰহণ কৰিলেহেঁতেন তেন্তে এই সংসাৰখন কিমান সুখৰ হ'লহেঁতেন? অন্ততঃ নিজ নিজ খাদ্য আহৰণৰ বাবেও যদি এইভাগ মানুহে খেতি কৰিলেহেঁতেন তেন্তে বহুতো সমস্যা পূৰণ হ'লহেতেন। অস্বাস্থ্যকৰ শ্ৰেণীবিভাগ নাথাকিলহেঁতেন। আজি ধনিকবাদ আৰু শ্ৰমিকবাদৰ যি দ্বন্দ্ব চলি আছে আৰু দুখীয়া মানুহে যে ধনীক হিংসা কৰে তাৰ কাৰণ ইয়াতেই। যদি খাদ্য আহৰণৰ অৰ্থে সকালোৱে শৰীৰৰ শ্ৰম কৰিলেহেঁতেন এনে শ্ৰেণী বিভাগ উঠি গ'লহেঁতেন। ধনীলোক তেতিয়াও থাকিব, থাকক কিন্তু তেওঁলোকক নিজক

সম্পত্তিৰ মালিক বুলি নাভাবি ৰক্ষক বুলি ভাবি যদি সেই সম্পত্তি সৰ্বসাধাৰণৰ অৰ্থে ব্যৱহাৰ কৰিলেহেঁতেন তেতিয়া শ্ৰেণীভেদ নাথাকিলহেঁতেন

কোনো লোক যদি অহিংসা আৰু সত্য ধৰ্ম্মৰ সেৱক হয় আৰু ব্ৰহ্মচৰ্য্য পালন কৰে তেন্তে তেওঁ শৰীৰ শ্ৰম ভগৱানৰ এটা নিশ্চত আশীৰ্ব্বাদ বুলি ধৰি লব লাগিব। এই শ্ৰম কেৱল কৃষি কৰ্ম্মৰ লগতে জড়িত কৰি লব লাগে কিন্তু সম্প্ৰতি সকলোৱে শৰীৰ শ্ৰম কৃষিৰ লগত জড়িত কৰি লোৱা সম্ভৱ নহয় কাৰণে অন্যান্য কৰ্ম্মৰ মাজেদি হলেও শৰীৰৰ শ্ৰম কৰিব লাগিব। যেনে কৃষি কৰ্ম্মৰ সলনি প্ৰত্যেকে সূতা কাটিব পাৰে, কাপোৰ বুব পাৰে, কাঠমিস্ত্ৰি বা কমাৰৰ কাম কৰিব পাৰে কিন্তু কৃষি কৰ্ম্মক আদৰ্শ বুলি ধৰি লব লাগিব। প্ৰত্যেকে নিজৰ নিজৰ মেতৰ হব লাগিব আৰু নিজৰ ময়লা নিজে চাফা কৰিব লাগিব। সেইটো যদি সম্ভৱ নহয় তেন্তে প্ৰত্যেক পৰিবাৰে ময়লা পৰিষ্কাৰ কৰা কামৰ ব্যৱস্থা কৰি লব লাগিব। সমাজত বিশেষ এক শ্ৰেণীয়ে এই কাম কৰিব লাগিব এনে ব্যৱস্থাৰ গুৰিতে এটা মহৎ অন্যায় নিহিত আছে। স্বাস্থ্য সম্বন্ধীয় এনে এটি প্ৰয়োজনীয় কৰ্ত্তব্য এটা বিশেষ শ্ৰেণীৰ হাতত থাকিব লগা ব্যৱস্থাত সেই শ্ৰেণীৰ মানুহক নিম্নতম স্থান কোনে প্ৰথমতে নিৰ্দ্দেশ কৰিছিল তাৰ কোনো উল্লেখ মানৱ ইতিহাসত পোৱা নাযায়। যেয়ে নকৰক তেওঁ সমাজৰ কল্যাণ সাধন কৰা নাই। সেইবাবে বাল্যকালৰ পৰাই আমাৰ মনত এনে এটি ভাৱে স্থান পোৱা উচিত যে আমি প্ৰত্যেকে নিজৰ মেতৰ। এই উদ্দেশ্য সাধনৰ সহজ উপায় হৈছে যে আমি ময়লা চাফা কৰা কামক আশ্ৰয় কৰি শৰীৰ শ্ৰমৰ অভ্যাস কৰিব লাগিব। বুধিৰে যদি আমি এই কাম গ্ৰহণ কৰিব পাৰোঁ তেন্তে সকলো মানুহেই যে সমান সেইভাৱ উপলব্ধি কৰাত এই কামে সহায় কৰিব।

ত্যাগ নানা প্ৰকাৰৰ হব পাৰে। শৰীৰ খটুৱাই শ্ৰমৰ দ্বাৰা খাদ্য আহৰণ কৰাও এবিধ ত্যাগৰ ভিতৰত। নিজৰ খাদ্যৰ বাবে যিমানখিনি পৰিশ্ৰমৰ আৱশ্যক প্ৰত্যেকজন ব্যক্তিয়ে যদি সিমান খিনিহে কৰে তেন্তে সেয়ে যথেষ্ট হবে পাৰে। তেতিয়া দেশত যথেষ্ট খাদ্য সংগ্ৰহ হব আৰু সকলোৰে আজৰি সময় থাকিব। জনসংখ্যাৰ অধিক্যৰ ৰাউল কমি যাব, দেশত বেমাৰ নাথাকিব আৰু কাৰো কোনো দুখ কষ্ট নাথাকিব। এনে শৰীৰ শ্ৰমেই সৰ্ব্বোত্তম ত্যাগৰ আদৰ্শ হব। শৰীৰ আৰু মনৰ দ্বাৰা মানুহে আৰু নানা প্ৰকাৰ কাম কৰিব কিন্তু এই প্ৰকাৰৰ সকলো কামেই উমৈহতীয়া স্বাৰ্থৰ প্ৰেৰণাত কৰা শ্ৰমৰ ফল হব। তেতিয়া সমাজত ধনীও নাথাকিব আৰু দুখীয়াও নাথাকিব, ডাঙৰ সৰু বা স্পৃশ্য অস্পৃশ্যৰ স্থান নাথাকিব।

এনে আদৰ্শ হয়তো কেতিয়াও উপলব্ধি কৰিব পৰা নাযাব কিন্তু সেই বুলি আমি তাৰ বাবে চেষ্টা নকৰা উচিত নহব। ত্যাগৰ বা জীৱন আদৰ্শৰ সম্পূৰ্ণ

নীতিপালন কৰিব নোৱাৰিলেও আমি যদি শাৰীৰিক পৰিশ্ৰমৰ দ্বাৰা আমাৰ দৈনিক আহাৰৰ সংস্থান কৰোঁ আমি এই আদৰ্শৰ বাটত বহুখিনি আগবাঢ়ি যাব পাৰিম।

আমি যদি এই আদৰ্শ আগত লৈ কামত প্ৰবৃত্ত হওঁ তেতিয়া আমাৰ বহু অভাৱ কমি যাব আৰু আমাৰ খাদ্যও সাধাৰণ হৈ উঠিব। আমি তেতিয়া বাচি থাকিবলৈহে খাম, খাবৰ বাবে বাচি নাথাকোঁ। এই কথাত যাৰ সন্দেহ আছে তেনেলোকে শৰীৰ শ্ৰমৰ দ্বাৰা খাদ্য সংগ্ৰহৰ যত্ন কৰক। তেওঁৰ নিজৰ পৰিশ্ৰমৰ দ্বাৰা উপাৰ্জ্জন কৰা খাদ্যৰ বেছি সোৱাদ পাব, তেওঁৰ স্বাস্থ্যৰ উন্নতি হব আৰু তেওঁ যে ইমান দিন অতিৰিক্ত খাদ্য খাইছিল সেই কথা বুজি পাব। মানসিক পৰিশ্ৰমৰ দ্বাৰা খাদ্য আহৰণ কৰা উচিত নহয়। শৰীৰৰ প্ৰয়োজন শৰীৰৰ দ্বাৰা মিটোৱাহে উচিত।

মানসিক বা বৌদ্ধিক পৰিশ্ৰম আত্মাৰ তুষ্টি আৰু উন্নতিৰ বাবেহে। এনে পৰিশ্ৰমে অৰ্থ দাবী কৰা উচিত নহয়। আদৰ্শস্থানীয় ৰাজ্য এখনত ডাক্তৰ, উকিল আদি লোকে সমাজৰ উন্নতিৰ বাবেহে কাম কৰা উচিত—নিজৰ স্বাৰ্থৰ বাবে নহয়। শৰীৰ শ্ৰমৰ নীতিয়ে নীৰৱে সমাজ-সংগঠনত এটি আমূল পৰিবৰ্ত্তন আনি দিব। নিজে বাচি থকাৰ চেষ্টাতকৈ সমাজত পৰস্পৰে পৰস্পৰক সেৱা কৰা চেষ্টাৰ যি ৰূপ ফুটি ওলাব সেয়ে হব মানুহৰ জয়ৰ নিদৰ্শন। পাশবিক নীতিৰ ঠাই মানবীয় নীতিয়ে অধিকাৰ কৰিব।

গাঁৱলৈ ঘূৰি যোৱা—ইয়াৰ অৰ্থ শৰীৰ শ্ৰমৰ দ্বাৰা খাদ্য সংস্থানৰ কৰ্ত্তব্যক স্বেচ্ছায় স্বীকাৰ কৰি লোৱা। লক্ষ লক্ষ মানুহে গাৱঁত থাকিও খাদ্য পোৱা নাই—অৰ্দ্ধভুক্ত হৈ আছে—ই সঁচা কথা কিন্তু তাৰ অৰ্থ হৈছে যে এইবিলাক মানুহে সুবিধা পালেই নগৰলৈ আহিবলৈ বিচাৰে। তেওঁলোকে স্বেচ্ছায় শৰীৰ শ্ৰমক বৰণ কৰি লোৱা নাই! মালিকৰ ওচৰত বাধ্যতামূলক বিশ্বস্ততা দাসত্বৰ ৰূপ মাথোন; কিন্তু পিতৃৰ ওচৰত স্বেচ্ছামূলক বাধ্যতা পুত্ৰত্বৰ গৌৰৱ। সেইদৰে শৰীৰ শ্ৰমৰ বাধ্যতামূলক নীতিয়ে দাৰিদ্ৰ, ৰোগ আৰু অসন্তুষ্টিৰ জন্ম দিয়ে। স্বাস্থ্যই প্ৰকৃত সম্পদ, সোণ বা ৰূপ নহয়। গ্ৰাম্য শিল্পবোৰ ইচ্ছামূলক শৰীৰ শ্ৰমৰ পৰীক্ষা ক্ষেত্ৰ

কবি ৰবীন্দ্ৰনাথ বা বৈজ্ঞানিক ৰমাণেও যদি শৰীৰ শ্ৰমৰ দ্বাৰা খাদ্য সংগ্ৰহ কৰিব লাগে তেন্তে তেনে কাৰ্য্য অপচয় মাথোন নহব নে? মস্তিষ্ক পৰিচালনাৰ শ্ৰম আৰু শাৰীৰিক শ্ৰমৰ মূল্য সমান নহয় জানোঁ? এই প্ৰশ্নৰ উত্তৰ হৈছে যে মানসিক পৰিশ্ৰম প্ৰয়োজন আৰু জীৱন আদৰ্শত তাৰ স্থান মহৎ সন্দেহ নাই; কিন্তু শাৰীৰিক পৰিশ্ৰমৰ প্ৰয়োজনীয়তাও তাৰ লগতে আছে। কোনো মানুহেই

সেই বাধ্য-বাধকতাৰ পৰা মুক্ত নহয়। শৰীৰ শ্ৰমে মানসিক চৰ্চ্চাত সহায়হে কৰিব আৰু তাৰ ফলৰ আধিক্য ঘটাব।

নৰেনে সকলো মানুহকে শাৰীৰিক শ্ৰমৰ উপকাৰিতা সম্পৰ্কে আৰু খেতি যে ভাৰতবাসীৰ প্ৰধান উপজীব্য কৰ্ম্ম সম্পৰ্কে বুজাই দিলে। প্ৰাচীন ভাৰতৰ মুনি ঋষি সকলে খেতিৰ প্ৰাধান্য দিছিল।

## অস্বাদ

পাছ-দিনা অস্বাদ সম্পৰ্কে আলোচনা হ'ল। খাদ্য বিষয়েও মানুহৰ সংযমৰ আৱশ্যক। স্বাস্থ্য ৰক্ষাৰ বাবে যিমানখিনি আৱশ্যক তাতকৈ বেছি খোৱা উচিত নহয়। চাহ, কফি, মদ, মাংস ইত্যাদিৰ বাবে মানুহৰ প্ৰলোভন হোৱা উচিত নহয়। পশুৱেও আহাৰ কৰে আৰু মানুহেও আহাৰ কৰে; কিন্তু পশুৱে কেতিয়াও প্ৰয়োজনৰ অতিৰিক্ত আহাৰ নকৰে। খাদ্যৰ মাত্ৰা, ৰুচি বা সামগ্ৰী বঢ়োৱাৰ পৰা সভ্যতাৰ উন্নতি হয় বুলি ভবাটো অন্যায়।

আহাৰৰ সামগ্ৰীত বিচাৰ নাথাকিলে সংযম ৰক্ষা কৰিব নোৱাৰি। মাংসই সংযম নষ্ট কৰি দিয়ে। সেই বুলি মাংস নাখালেই মানুহ সাধু নহয়। মাংস নোখোৱা কোনো এজন মানুহ যদি ঈশ্বৰ বিশ্বাসী নহয় সেই লোক মাংসখোৱা ঈশ্বৰ বিশ্বাসী লোকতকৈ হীন—তাত সন্দেহ নাই।

মাংস নাখালেই মানুহ অহিংস নহয়। আত্ম সংযম থাকিলে মানুহে যি খাদ্যকেই বা যি পানীয়কেই নাখাওক অহিংস হব পাৰে। উপযুক্ত আহাৰ স্বাস্থ্য ৰক্ষাৰ বাবে অতি প্ৰয়োজনীয়; কিন্তু খাদ্যাখাদ্য বিচাৰৰ দ্বাৰাই ধৰ্ম্মৰক্ষা নহয়। খাদ্যাখাদ্য বিচাৰ নকৰাকৈ ক্ষুধা নিবৃত্তি কৰিবলৈ ধৰ্ম্মৰ অনুশাসনবোৰ ভঙাও উচিত নহয়।

## সৰ্ব্বত্ৰ ভয় বৰ্জ্জন

মানুহ নিৰ্ভীক আৰু ঈশ্বৰ বিশ্বাসী হব লাগে। নিৰ্ভীকতা নাথাকিলে মানুহ ঈশ্বৰ বিশ্বাসী হব নোৱাৰে। ভীৰু মানুহ সত্যপথত বা ঈশ্বৰান্বেষণৰ পথত চলিব নোৱাৰে। আমি যদি ঈশ্বৰক ভয় কৰোঁ, জগতত কাকো ভয় কৰিবৰ আৱশ্যক নাই। সত্যৰ সেৱক হলে মানুহ নিৰ্ভীক হবই লাগিব। শ্ৰীমদ্ভাগৱত গীতাতো নিৰ্ভীকতাক প্ৰথম স্থান দিছে। সঁচা কথা ক'লে বিপদ হব পাৰে বুলি আমি অনেক সময়ত সঁচা কথা নকওঁ। যি মানুহে ঈশ্বৰক ভয় কৰে তেনে লোকে পাৰ্থিব কোনো বিপদত ভয় কৰিব নালাগে।

## অস্পৃশ্যতা বৰ্জ্জন

সকলোৱে এক অগ্নিৰ ফিৰিঙতি। জন্মৰ দ্বাৰা কোনো অস্পৃশ্য হ'ব নোৱাৰে। জন্মৰ দোহাই দি কোনো মানুহক অস্পৃশ্য কৰা উচিত নহয়।

আজি যিবিলাক মানুহ অস্পৃশ্য বুলি পৰিগণিত হৈছে সেইবিলাকৰ লগত বন্ধুত্ব স্থাপন কৰিলেই অস্পৃশ্যতা বৰ্জ্জন কৰা নহয়। প্ৰত্যেক জন মানুহকেই নিজৰ দৰে সন্ত্ৰম আৰু আদৰ কৰিলেহে অস্পৃশ্যতা বৰ্জ্জন কৰা হ'ব। বিশ্বজগতৰ সকলো মানুহকে ভাল পাবলৈ আৰু সেৱা কৰিবলৈ মনোবৃত্তি গঠন কৰি ল'লেহে অস্পৃশ্যতা বৰ্জ্জন কৰিব পাৰিব। মানুহে মানুহে পৰস্পৰৰ মাজত যিবোৰ শ্ৰেণীগত বান্ধ বাখি চলিছে সেই বান্ধবোৰ ভাঙি দিলেহে অস্পৃশ্যতা বৰ্জ্জন কৰা হ'ব। ব্যৱসায় ভেদে উচ্চনীচ জ্ঞান কৰি কোনো মানুহক অস্পৃশ্য কৰি ৰখা অন্যায় কথা।

## সৰ্ব্বধৰ্ম্মে সমানত্ব

সকলো ধৰ্ম্মই একেটি লক্ষ্যত উপনীত হ'বলৈ বিভিন্ন পন্থা মাথোন। আমি যদি আটাইবিলাকে একে ঠাইতে উপস্থিত হওঁ—বেলেগ বেলেগ বাটেৰে যোৱাত দোষ কি? প্ৰকৃততে যিমান বিলাক ব্যক্তি আছে সিমানবিলাক ধৰ্ম্ম আছে।

অহিংসাই নিজৰ ধৰ্ম্মৰ নিচিনাকৈ আনৰ ধৰ্ম্মকো সন্মান কৰিবলৈ শিকায়। তাৰ দ্বাৰা নিজৰ নিজৰ ধৰ্ম্মৰ অসম্পূৰ্ণতাও স্বীকাৰ কৰা হয়। যি লোকে প্ৰেমৰ নীতি মানি চলে তেনে সত্যান্বেষী লোকে এনে কথা সহজেই স্বীকাৰ কৰিব। আমাৰ মনত যেতিয়া সত্যৰ পোহৰ সম্পূৰ্ণকৈ উদয় হ'ব, তেতিয়া আমি সত্যান্বেষী হৈয়ে নাথাকিম। তেতিয়া ভগৱানৰ সত্তাৰ লগত এক হৈ যাম; কাৰণ সত্যই ঈশ্বৰ। অকল সত্যান্বেষী হৈ থাকিলে আমি অন্বেষণৰ বাটেৰেই গৈ থাকিম আৰু আমি নিজ অসম্পূৰ্ণতাৰ বিষয়ে জ্ঞাত হৈ থাকিম। আমি যদি নিজেই অসম্পৰ্ণ হৈ থাকোঁ তেন্তে আমাৰ কল্পিত ধৰ্ম্মও অসম্পূৰ্ণ। আমি যেনেকৈ ঈশ্বৰক উপলব্ধি কৰিব পৰা নাই, ঠিক তেনেকৈ ধৰ্ম্মকো উপলব্ধি কৰিব পৰা নাই। যিহেতুকে ধৰ্ম্মই আমাৰ ধাৰণা অনুসাৰে গঢ় লৈছে সেই হেতুকে ই অসম্পূৰ্ণ হৈ থকাত ই সদায় প্ৰগতিমূলক আৰু বিবৰ্ত্তনমূলক। এই বিৱৰ্ত্তনৰ বাটেদি হে সত্যৰ ফালে, ঈশ্বৰৰ ফালে গতি কৰা সম্ভৱ। মানুহৰ কল্পিত বিশ্বাস বা সকলো ধৰ্ম্ম যদি অসম্পৰ্ণ হৈ থাকে তেতিয়া তুলনামূলক বৈশিষ্ট্যৰ প্ৰশ্ন নুঠে। সকলো ধৰ্ম্মই সত্যৰ স্বতঃস্ফুৰণৰ ভিত্তিত প্ৰতিষ্ঠিত হলেও ই অসম্পূৰ্ণ হৈ থকা বাবে ভ্ৰমমূলক হ'ব পাৰে। আনৰ ধৰ্ম্মৰ প্ৰতি সন্ত্ৰম দেখুৱা বাবে সেই ধৰ্ম্মৰ দোষবোৰৰ প্ৰতি অসাৱধান হ'ব নালাগে। আমি আমাৰ নিজৰ ধৰ্ম্মৰ

দোষবোৰৰ বিষয়ে সজাগ থাকিব লাগে, কিন্তু সেই বুলি নিজধৰ্ম্ম এৰিব নালাগে; কিন্তু সেই দোষবোৰৰ সংশোধন কৰিবলৈ যত্ন কৰিব লাগে। নিৰপেক্ষ দৃষ্টিৰে সকলো ধৰ্ম্মৰ প্ৰতি দৃষ্টিপাত কৰিলে আন আন ধৰ্ম্মৰ গ্ৰহণীয় নীতিবোৰ লবলৈ আৰু আমাৰ ধৰ্ম্মৰ লগত সমন্বয় কৰিবলৈ আমিতো ইতস্ততঃ কৰিবই নালাগে বৰঞ্চ এই সমন্বয় ঘটোৱা আমাৰ কৰ্ত্তব্য।

গছ এজোপাৰ যেনেকৈ গুৰি এটা কিন্তু বহু শাখা প্ৰশাখা আৰু পাত আছে, সেইদৰে সত্য আৰু সম্পূৰ্ণ ধৰ্ম্ম এটাই; কিন্তু সেই ধৰ্ম্ম মানুহৰ মাধ্যমেদি গতি কৰা বাবে সি বহু হৈ পৰে। সেই যে এটা সম্পূৰ্ণ ধৰ্ম্ম সি অনিৰ্ব্বচনীয়—তাক বাক্যেৰে বৰ্ণনা কৰিব নোৱাৰি। সসীম আৰু অসম্পূৰ্ণ মানুহে তাক নিজৰ ভাষাৰে বৰ্ণনা কৰে আৰু সেই ভাষা আন মানুহে সমানে অসম্পূৰ্ণভাবে ব্যাখ্যা কৰে। কাৰ ব্যাখ্যা সত্য বুলি লোৱা হ'ব? প্ৰত্যেকে নিজৰ নিজৰ মতে নিৰ্ভুল কিন্তু প্ৰত্যেকৰেই যে ভুল আছে সেইটোও অসম্ভৱ নহয়। সেইবাবে আন ধৰ্ম্মৰ প্ৰতি সহিষ্ণুতা দেখুৱাব লাগে আৰু তাৰ দ্বাৰা নিজৰ ধৰ্ম্মৰ প্ৰতি উদাসীনতা দেখুৱা নহয় বৰঞ্চ জ্ঞানময় আৰু পবিত্ৰতাময় অনুৰাগ হে দেখুৱা হয়। সহিষ্ণুতাই আমাক আধ্যাত্মিক দৃষ্টি দিয়ে। এই আধ্যাত্মিক দৃষ্টি সুমেৰুৰ পৰা কুমেৰু যিমান দূৰৈত থাকে ধৰ্ম্মান্ধতাৰ পৰা সিমান দূৰৈত থাকে। ধৰ্ম্মৰ আচল যি জ্ঞান সেইজ্ঞান ইটো ধৰ্ম্মৰ পৰা সিটো ধৰ্ম্মৰ মাজত থকা সীমাৰেখা বা প্ৰতিবন্ধকতা ভাঙি পেলায়।

গান্ধীসাহিত্যৰ পৰা সৰ্ব্বধৰ্ম্ম সমন্বয় অনুবাদ কৰি নৰেনে আলোচনা আৰম্ভ কৰিলে যে গান্ধীজীয়ে কৈছে সকলো ধৰ্ম্মৰে ধৰ্ম্মশাস্ত্ৰ পঢ়োঁতে সাৱধান হব লাগে। বিৰোধী মতবাদী লোকৰ অনুবাদ গ্ৰন্থ পঢ়ি কোনো ধৰ্ম্মৰ বিষয়ে মত পোষণ কৰিব নালাগে। ভক্তলোকৰ টীকা বা ভাষ্যৰ পৰা হে ধৰ্ম্মমত গ্ৰহণ কৰিব লাগে, সি হিন্দুধৰ্ম্মই হওক বা খৃষ্টান ধৰ্ম্মই হওক। আনৰ ধৰ্ম্মৰ বিষয়ে সশ্ৰদ্ধ অধ্যয়নে নিজৰ ধৰ্ম্মৰ প্ৰতি বিশ্বাস কমাই দিব এনেভাৱ পোষণ কৰিব নালাগে।

তাৰ পাছ দিনা স্বদেশী বিষয়ে আলোচনা হ'ল।

## স্বদেশী

গান্ধীজীয়ে কৈছে যে স্বদেশীভক্ত লোকসকলৰ সৰ্ব্ব প্ৰথম কৰ্ত্তব্য হৈছে তেওঁ তেওঁৰ নিচেই ওচৰচুবুৰীয়াৰ সেৱাত আত্ম নিয়োগ কৰিব লাগিব। ইয়াৰ দ্বাৰা বাকীবিলাকৰ প্ৰতি কৰ্ত্তব্য কৰা নাইবা বাকীবিলাকৰ স্বাৰ্থ ৰক্ষা কৰা বাদ পৰা যেন দেখা যায়; কিন্তু প্ৰকৃততে সেইটো নহয়। নিজৰ প্ৰতিবেশীৰ প্ৰতি নিঃস্বাৰ্থ সেৱাই দূৰৈত থকা লোকৰ পৰা সেৱাহীনতা প্ৰকাশ নাপায়। বৰঞ্চ

ওলোটাহে। ব্যক্তিৰ প্ৰতি যেনে সমগ্ৰ বিশ্বৰ প্ৰতিও তেনে ব্যৱহাৰ কৰিব লাগে—এই নীতি অন্তৰত বান্ধি লব লাগে। আনফালে নিজৰ প্ৰতিবেশীক এৰি দূৰৈৰ মানুহক সেৱা কৰা মনোভাৱৰ আকাঙ্ক্ষাই এফালে নৈৰাশ্যৰ কাৰণ হব আনফালে নিজ প্ৰতিবেশীৰ প্ৰতি কৰিব লগা কৰ্ত্তব্যৰ পৰা বঞ্চিত কৰিব। উদাহৰণ স্বৰূপে লোৱা যাওঁক—মই যি ঠাইত থাকোঁ তাত মোৰ কিছুমান প্ৰতিবেশী আছে। কিছুমান আত্মীয় স্বজন আছে আৰু কিছুমান পোষ্য আছে। স্বাভাৱিকতে তেওঁলোকে মোৰ ওপৰত কিছু আশা ৰাখে আৰু তেনেদৰে মোৰ পৰা সহায় সহানুভূতি পাবলৈ তেওঁলোকৰ অধিকাৰ আছে। মই যদি হঠাতেই সিহঁতক এৰি যাওঁ আৰু দূৰৈৰ মানুহৰ সেৱাতহে আত্মনিয়োগ কৰোঁ তেতিয়াহলে মোৰ থকা ঠাইৰ প্ৰতিবেশী আৰু পোষ্যসকলক নিৰাশ কৰা হব আৰু মোৰ অযাচিত পৰোপকাৰৰ মনোভাৱে নতুন ঠাইৰ মানুহৰ মাজত অস্বস্তিৰ বাতাৱৰণৰ সৃষ্টি কৰিব। এইদৰে প্ৰতিবেশীৰ প্ৰতি স্বেচ্ছাকৃত অবহেলা আৰু মই সেৱা কৰিব খোজা লোকৰ প্ৰতি অবাঞ্ছিত সেৱাত পৰস্মুখতাই হব—স্বদেশীনীতি ভঙ্গৰ প্ৰথম পুৰস্কাৰ।

স্বদেশী নাতি ভুলকৈ বুজাৰ পৰা এই অন্যায় সাধিত হয়। যেনে—মই যদি নিজৰ পৰিবাৰবৰ্গৰ সুখ স্বাচ্ছন্দ্যৰ বাবে ন্যায় বা অন্যায় যিকোনো প্ৰকাৰে ধন ঘটিবলৈ যত্ন কৰোঁ তেতিয়া সি স্বদেশীনীতিৰ ভাণ কৰা হে হব মাথোন। স্বদেশনীতি অনুসাৰে মোৰ পৰিবাৰবৰ্গৰ প্ৰতি যথাযুক্ত কৰ্ত্তব্য ন্যায়-সঙ্গত ৰূপে কৰাতকৈ বেছি কৰিব নালেগে আৰু তেনেদনে কৰ্ত্তব্য কৰাৰ প্ৰচেষ্টাৰ দ্বাৰা সাৰ্ব্বজনীন্ সদাচাৰৰ ধাৰা মোৰ আগত স্পষ্ট হৈ উঠিব। স্বদেশীনীতি অভ্যাসৰ দ্বাৰা কাৰো প্ৰতি ক'তো অন্যায় হব নোৱোৰে আৰু কাৰো যদি কোনো প্ৰকাৰে অন্যায় হয় তেন্তে সি স্বধৰ্ম্ম নহৈ আত্মভিমানত পৰিণত হব।

কোনো কোনো সময়ত এনেও হব পাৰে যে স্বদেশী সেৱকে সাৰ্ব্বজনীন্ সেৱাৰ বাবে নিজৰ পৰিবাৰবৰ্গক বলি দিবৰ আৱশ্যক হব পাৰে। তেতিয়া এই স্বেচ্ছাকৃত বলিদানেই পৰিবাৰবৰ্গৰ প্ৰতি সৰ্ব্বোত্তম কৰ্ত্তব্য কৰা হব। "যেয়ে জীৱন ৰক্ষা কৰে তেৱেঁই মৰিব আৰু ভগৱানৰ কাৰণে যেয়ে জীৱন উছৰ্গা কৰে তেৱেঁহে বাচি থাকিব" এই কথা ব্যক্তিগত হিচাবে যিমান সঁচা পৰিবাৰ সমষ্টিৰ বাবেও সিমান সঁচা। আন এটা উদাহৰণ লোৱা যাওক। মোৰ নিজৰ গাৱঁত প্লেগ মহামাৰীয়ে দেখা দিছে। প্লেগত পৰা মানুহবিলাকক সেৱা কৰিবলৈ যাওঁতে যদি মোৰ স্ত্ৰী পুত্ৰ পৰিবাৰ নিশ্চিহ্ন হৈ যায়, তেতিয়া মোৰ সেই প্ৰিয়তম আত্মীয়সকলক এই কামত নিয়োগ কৰা বাবে মই পৰিবাৰবৰ্গৰ বিনাশক নহওঁ বৰঞ্চ সৰ্ব্বোত্তম বন্ধু হে হ'ম। স্বদেশীনীতিত স্বাৰ্থপৰতাৰ স্থান নাই আৰু যদিহে স্বাৰ্থপৰতা আছে সেই স্বাৰ্থপৰতা হৈছে সৰ্ব্বোচ্চ ধৰণৰ আৰু সেই স্বাৰ্থপৰতা

পৰোপকাৰিতাৰ উচ্চতম আদর্শ। বিশুদ্ধ স্বদেশী হৈছে—সাৰ্ব্বজনীন্ সেৱাৰ চৰম সীমা।

এই যুক্তি অনুকৰণ কৰিয়েই স্বদেশী নীতিৰ অতি আৱশ্যকীয় আৰু সৰ্ব্বপ্ৰধান সিদ্ধান্ত স্বৰূপে সমাজত খাদি প্ৰচলন নীতি গান্ধীজীয়ে গ্ৰহণ কৰিছিল। গান্ধীজীয়ে নিজকে নিজে প্ৰশ্ন কৰিছিল যে বৰ্ত্তমান সময়ত কোটি কোটি নিৰ্ব্বাক ভাৰতবাসীয়ে কি সেৱা বিচাৰে, কি ধৰণৰ সেৱা সকলোৱে সহজে বুজি পাব আৰু উপলব্ধি কৰিব পাৰিব আৰু কি ধৰণৰ সেৱা সহজ হব পাৰে যাৰ দ্বাৰা কোটি কোটি ভাৰতীয় নৰনাৰী অৰ্দ্ধহাৰী অৱস্থাৰ পৰা ৰক্ষা পৰিব পাৰে? গান্ধীজীয়ে নিজৰ অন্তৰৰ অৱস্থাৰ পৰা তাৰ উত্তৰ পালে যে খাদি আৰু যঁতৰৰ সাৰ্ব্বজনীন প্ৰচলনৰ দ্বাৰা এই অভাৱ বা চৰ্ত্ত পূৰণ হব পাৰে।

খাদিৰ মাধ্যমত স্বদেশী অভ্যাসৰ দ্বাৰা ভাৰতীয় বা বিদেশী কল-কাৰখানাৰ মালিকবিলাকৰ অন্যায় হব বুলি যেন কোনেও নাভাবে—গান্ধীজীয়ে কৈছিল। এজন চোৰক যদি তাৰ পাপ কৰ্ম্মৰ বাবে সাৱধান কৰি দিয়া হয় নাইবা সি চুৰি কৰি নিয়া সম্পত্তি মালিকক ঘূৰাই দিবলৈ কোৱা হয় তাৰ দ্বাৰা চোৰক অন্যায় কৰা নহয় বৰঞ্চ উপকাৰ হে কৰা হব।

কোনো প্ৰকাৰে অলপমান সূতা কাটি আৰু সেই সূতাৰে কাপোৰ বুই পিন্ধিলেই স্বদেশী অভ্যাস কৰা হয় বুলি যেন কোনেও নাভাবে। স্বদেশী ধৰ্ম্ম সমাজত পালন কৰাৰ খাদি হৈছে প্ৰথম আৰু অপৰিহাৰ্য্য সোপান। বহুতে খাদি পিন্ধে কিন্তু তেওঁলোকৰ ৰুচি বিদেশজাত বস্তুৰ প্ৰতি যথেষ্ট আছে। তেনে মানুহে স্বদেশী অভ্যাস কৰা বুলি কব নোৱাৰি। তেওঁলোকে কেৱল ফেচন কৰিছে; স্বদেশী সেৱক এজনে নিজৰ পাৰিপাৰ্শ্বিক অৱস্থা ভালদৰে বুজি লব আৰু সাধ্য অনুসাৰে স্থানীয় বস্তু নিকৃষ্ট বা অধিক মূল্যৰ হলেও বিদেশী বস্তুতকৈ বা আন ঠাইত হোৱা বস্তুতকৈ অধিক সমাদৰ দেখুৱাই নিজৰ প্ৰতিবেশীক সহায় কৰিব লাগিব। স্থানীয় কোনো বস্তুৰ যদি কোনো দোষ থাকে সেই দোষ শুধৰাবলৈ যত্ন কৰিব কিন্তু স্থানজাত বস্তুটোৰ দোষৰ বাবে তেওঁ বিদেশজাত বস্তুৰ সমাদৰ নেদেখুৱাব।

আকৌ স্বদেশীক ৰক্ষা কবচ হিচাবে ব্যৱহাৰ কৰিলে বহুতো ভাল ভাল বস্তু বা নীতিৰ নিচিনা তাৰ মৃত্যু বা অৱসান ঘটা সম্ভৱ। এই বিপদৰ পৰা সাৱধান হব লাগিব। বিদেশী বুলিয়েই কোনো বস্তু পৰিত্যাগ কৰিব নালাগে। যি বস্তু নিজ দেশত উৎপন্ন কৰা সম্ভৱ নহয় তেনে বস্তু উৎপাদন কৰিবলৈ যত্ন কৰাত জাতীয় সময় আৰু অৰ্থৰ অপব্যয় হে কৰা হব আৰু সি জাতীয়তা আৰু স্বদেশীৰ বিৰুদ্ধ নীতিত পৰিগণিত হৈ দণ্ডনীয় মূৰ্খতাত হে পৰিণত হব। শুদ্ধ স্বদেশী সেৱকে কোনো বিদেশীৰ প্ৰতি অসদ্ভাৱ ৰাখিব নোৱাৰে বা জগতত

কাৰো প্ৰতি শত্ৰুভাৱ পোষণ কৰিব নোৱাৰে। স্বদেশী ঘৃণাৰ ধৰ্ম্ম নহয়। ই নিঃস্বাৰ্থ সেৱাৰ নীতি। ইয়াৰ মূল হৈছে অহিংসা বা প্ৰেম।

পুলিচৰ তদন্তত নৰেনক গান্ধীবাদী কোৱা হ'ল। নৰেন কোনো প্ৰকাৰে চৰকাৰৰ বিষদৃষ্টিত নপৰিল; কিন্তু শুভদৃষ্টিও নপৰিল নৰেনৰ ওপৰত। বৃটিছ চৰকাৰে ভাৰতবৰ্ষ এৰি যাবৰ উপক্ৰম কৰিছে। গান্ধীবাদীলোকক বিষদৃষ্টিৰে চোৱা অভ্যাস কমি আহিছে; কিন্তু নৰেন প্ৰকৃত কংগ্ৰেছকৰ্ম্মী নহয় অথচ কংগ্ৰেছৰ আদৰ্শ মানি চলে। কংগ্ৰেছত নাম ভৰ্ত্তি কৰি লোৱা নাই কিন্তু কংগ্ৰেছৰ উদ্দেশ্য আৰু বিধানত দৃঢ় বিশ্বাসী। কংগ্ৰেছী লোকসকলে শ্ৰদ্ধাৰ চকুৰে চায় আৰু আন দলৰ মানুহেও অশ্ৰদ্ধা বা অবিশ্বাস নকৰে।

## আঠ

# স্বাধীনতাৰ দিনত নৰেন আৰু বিজয় দত্ত

দেশ স্বাধীন হ'ল। যিবিলাক মানুহৰ প্ৰকৃত আনন্দ হ'ল, স্বাধীনতাৰ আনন্দৰ লগত সেই বিলাক মানুহৰ ভৱিষ্যৎ স্বাৰ্থ জড়িত নাছিল। তেনে লোকৰ আনন্দ আছিল নিৰ্দ্দোষ কিন্তু তাৰ আড়ম্বৰময় স্ফূৰণ হোৱা নাছিল—বাহিৰত। যিবিলাক মানুহে স্বাধীনতাৰ লগত নিজৰ ভৱিষ্যৎ ছবি অঙ্কিত কৰি লৈছিল, স্বাৰ্থৰ লগত যিবিলাক মানুহে স্বাধীনতাক জড়িত কৰি লৈছিল, তেনেলোকৰ আনন্দৰ প্ৰকাশ হৈছিল শতপ্ৰকাৰে—সহস্ৰধাৰাত। যিবিলাক মানুহে জীৱনত খদ্দৰ কাপোৰ পিন্ধি পোৱা নাছিল, ১৯৪৭ চনৰ ১৫ আগষ্টত স্বাধীনতা দিন পালন উৎসৱত হঠাতে দেখা গ'ল যে খৰ্দ্দৰ পিন্ধা আৰু গান্ধীটুপী পিন্ধা মানুহৰ ভিতৰত তেনে মানুহৰ সংখ্যা হে বেছি। যিবিলাক মানুহে কংগ্ৰেছৰ নামত সাতকিল মাৰিছিল, এতিয়া তেনে মানুহে হে কংগ্ৰেছৰ গুণ শতমুখে গাব ধৰিলে আৰু যিবিলাক মানুহ আছিল প্ৰকৃত কংগ্ৰেছকৰ্ম্মী তেনে মানুহৰ ভিতৰত বহুতে নিজক দেশ সেৱাৰ নামত জাহিৰ কৰিবলৈ টান পালে। ক'লা বজাৰৰ দিনত যিবিলাক মানুহে নিমখ, কেৰাছিন আৰু কাপোৰৰ চোৰা বজাৰ কৰিছিল, তেনে মানুহে ভুলক্ৰমেও খদ্দৰ ছাড়া আন কাপোৰ নিপিন্ধে আৰু কংগ্ৰেছকৰ্ম্মীৰ ঘৰত তেনে মানুহৰ হে ভিৰ বেছিকৈ হ'ল। মন্ত্ৰীসকলৰ ভিতৰত বহুতৰে মানুহ চিনি পোৱাত বৰ অসুবিধা হ'ল। কংগ্ৰেছসেৱী নো কোন্ আছিল আৰু দেশসেৱী নো কোন্ আছিল তাৰ চিন নাইকিয়া হ'ল। দেশ বিভাজন হোৱাৰ পাছত হিন্দু মুছলমানৰ সংঘৰ্ষ হোৱাৰ বাবে মহাত্মা গান্ধীয়ে স্বাধীনতা দিবসত যোগ দিব নোৱাৰিলে আৰু নোৱাখালিত হিন্দু মুছলমানৰ মিলনত কৰ্ম্মব্যস্ত হৈ থাকিল। সংকীৰ্ণতা মনোভাৱৰ পৰা নিজক ৰক্ষা কৰিবলৈ হিন্দু মুছলমানৰ প্ৰভেদ মন্ত্ৰীসকলে ৰাখিব নোৱাৰিলে। ফলত ভাৰতীয় স্বাধীনতাৰ বিৰোধী যিসকল মুছলমান মানুহ আছিল আৰু কংগ্ৰেছৰ বিৰোধিতা কৰা যি সকল হিন্দু আছিল তেনে লোকেহে স্বাধীনতা দিন পালনত বেছি অংশ গ্ৰহণ কৰিলে আৰু মুক্তিযুদ্ধৰ সৈনিক হিচাবে নিজক সমাজৰ মাজত জাহিৰ কৰিলে। দুশ বছৰ অধীনত থকা ভাৰতবাসীয়ে মুক্তিৰ আনন্দত শত্ৰু মিত্ৰজ্ঞান পাহৰিলে আৰু সকলোকে ভাই বুলি আকোৱালি ল'লে। যি সকল লোক আছিল প্ৰকৃত সৈনিক তেনেলোক বহুতৰে নাম নাইকিয়া হ'ল আৰু যি সকল লোক কংগ্ৰেছৰ সভ্য নোহোৱাকৈও কংগ্ৰেছৰ উদ্দেশ্য আৰু নীতিত অনুপ্ৰাণিত হৈ দেশ সেৱা কৰিছিল, তেনে লোকৰ স্থান সমাজৰ পৰা আঁতৰি গ'ল।

সত্য আৰু অহিংসাৰ নামত অসত্য আৰু হিংসাই আশ্ৰয় ল'লে। নানা ছল আৰু কৌশলেৰে অসত্যৰ আশ্ৰয় লৈ দুষ্ট মানুহ বিলাবে সৎ আৰু শান্ত মানুহবিলকক নির্য্যাতন কৰিব ধৰিলে আৰু মনে মানে চোৰা বজাৰ চলাই থাকিল; আনকি কানিৰ বেপাৰো মনে মনে চলালে। এনে যি বাতাৱৰণৰ সৃষ্টি হ'ল—তেনে বাতাৱৰণত পুনঃ বিজয় দত্তৰ স্থান হ'ল সমাজত আৰু নৰেনৰ স্থান আঁতৰি গ'ল।

নৰেনে উপায় নাপাই গান্ধীজীৰ গঠন মূলক কার্য্যৰ আদর্শ আগত লৈ কংগ্ৰেছৰ চৰকাৰী সভ্য নোহাৱাকৈয়ে এখন হাইস্কুলৰ হেড্‌মাষ্টৰ হৈ নীৰব কৰ্ম্মীৰ আসন গ্ৰহণ কৰিলে।

—ঃ অন্ত ঃ—

# হিৰণ্যকশিপু - হিৰণ্যাক্ষ - প্ৰহ্লাদ

সনকাদি ঋষিসকলে সম্মিলিত হৈ ভগৱান শ্ৰীহৰিৰ বৈকুণ্ঠধাম চাবলৈ মন কৰি যাত্ৰা কৰিলে। ঋষিসকল আছিল ব্ৰহ্মাৰ মানস পুত্ৰ - সনক, সনন্দ, সনৎকুমাৰ আৰু সনাতন।

## বৈকুণ্ঠধামৰ বৰ্ণনা ঃ

বৈকুণ্ঠধামত শ্ৰীহৰিৰ নিচিনা বিগ্ৰহ ধাৰণ কৰি মহাপুৰুষসকলেহে বাস কৰি থাকে। এই মহাপুৰুষসকলে নিষ্কাম ধৰ্ম পালন কৰি শ্ৰীহৰিৰ আৰাধনা কৰি থাকে। ভগৱান শ্ৰীহৰি বেদপ্ৰতিপন্ন ষড়ৈশ্বৰ্য্যশালী সনাতন পুৰুষ হিচাবে বিগ্ৰহ ধাৰণ কৰি বিশুদ্ধ সত্ত্বমূৰ্ত্তিত বিৰাজ কৰি থাকি ভক্তসকলৰ মনোবাঞ্ছা পূৰণ কৰি থাকে।

এই বৈকুণ্ঠধামত নৈঃশ্ৰেয়স নামে আতি মনোহৰ এক উদ্যান আছে। তাত একে সময়তে বসন্তাদি ছয় ঋতু বৰ্তমান থাকে। সেই উদ্যানত নানাবিধ পুষ্প বৃক্ষ জিলিকি থাকে আৰু সকলো কামনা পৰিপূৰণ কৰিব পৰা কল্পতৰু বৃক্ষবোৰ বিৰাজ কৰি আছে। তাত প্ৰস্ফুটিত পুষ্প আৰু মধুযুক্ত বাসন্তী লতাৰ গন্ধই অনবৰত বৈকুণ্ঠবাসীসকলৰ মন মুগ্ধ কৰি থাকে; কিন্তু বিমানবিহাৰী ভগৱানৰ পাৰিষদ বৰ্গই সেই গন্ধসহ বায়ুক উপেক্ষা কৰি নিজ নিজ স্ত্ৰীবিলাকৰ সহিত শ্ৰীহৰিৰ পাপনাশক লীলা চৰিত্ৰবোৰ সৰ্ব্বদাই কীৰ্ত্তন কৰি থাকে। তাত থকা ভ্ৰমৰবিলাকৰ গুঞ্জনত মত্ত কোকিলাদি পক্ষীবোৰৰ যি কোলাহল উঠে, শ্ৰীহৰিৰ লীলাচৰিত্ৰ কীৰ্ত্তনত সেই কোলাহলো নিৰৱ হৈ যায়, যেন সেই পক্ষীবোৰেও ভ্ৰমৰ-গুঞ্জনক হৰিকথা বুলি ভাবি ক্ষণকাল মৌনভাৱে অৱস্থান কৰে।

সেই বৈকুণ্ঠধামত বহুতো মহাত্মা পুৰুষ আছে; যিসকলৰ চিত্ত কেৱল কৃষ্ণতে নিবদ্ধ; সেই কাৰণে বিপুল নিতম্বশালিনী হাস্যমুখী ৰমণীবিলাকে পৰিহাসাদি কৰি সেই মহাত্মাসকলৰ কামভাব উৎপাদন কৰিব নোৱাৰে। সেইসকল মহাত্মাৰ বৈদুৰ্য্য, মৰকত আৰু সুবৰ্ণময় বিমানেৰে বৈকুণ্ঠধাম পৰিব্যাপ্ত হৈ আছে। সেই বিমানবোৰ একমাত্ৰ হৰিভক্তসকলেহে দেখিবলৈ সমৰ্থ হয়।

বৈকুণ্ঠ ধামৰ সুবৰ্ণ খচিত আৰু স্ফটিকময় ভিত্তিযুক্ত শ্ৰীহৰিৰ আলয়ত স্বয়ং শ্ৰীমতী লক্ষ্মীদেৱীৰ চৰণ কমল নূপুৰ ধ্বনিৰে মুখৰিত হয়। আকৌ তেওঁক গৃহমাৰ্জ্জন কাৰিণীৰ দৰে দেখা যায়।

বৈকুণ্ঠধামত এক লক্ষ্মীবন নামে বন আছে। তাত অমৃততুল্য নিৰ্মল জল থকা এটি সৰোবৰ আছে। সেই সৰোবৰৰ তীৰ বিদ্ৰুম মণিময়। সেই সৰোবৰৰ পাৰত বহি লক্ষ্মীদেৱীয়ে যেতিয়া তুলসীপত্ৰেৰে শ্ৰীহৰিৰ পূজা কৰে, তেতিয়া সেই সৰোবৰৰ জলত তেওঁ নিজৰ সুন্দৰ কুণ্ডল আৰু নাসিকাযুক্ত বদন মণ্ডল প্ৰতিবিম্বিত হোৱা দেখা পায়। নিজৰ অঙ্গৰে প্ৰতিবিম্ব দেখি লক্ষ্মীদেৱীৰ শ্ৰীহৰিৰ কথা মনলৈ আহে আৰু তেওঁ অতিশয় আনন্দ লাভ কৰে।

সনকাদি মুনি এই বৈকুণ্ঠধামত উপস্থিত হ'ল। পাপী লোকসকলে বৈকুণ্ঠধামলৈ যাব নোৱাৰে। শ্ৰীহৰিৰ লীলা-কীৰ্ত্তন কৰি যিসকলে নিজৰ পাপ খণ্ডাব পাৰিছে তেনে লোকৰ বৈকুণ্ঠধামত প্ৰবেশ কৰাত বাধা নাথাকে। সনকাদি মুনিসকল ভক্তি আৰু জ্ঞানৰ বলত শ্ৰীহৰি অধিষ্ঠিত, দেৱতাসকলৰ বিমান সমূহেৰে দেদীপ্যমনা আৰু সমস্ত জগতুৰে এক মাত্ৰ বন্দনীয় অপূৰ্ব সেই বৈকুণ্ঠধামত উপস্থিত হৈ পৰম আনন্দ লাভ কৰিলে।

# দ্বাৰপাল — জয়-বিজয়

সনকাদি মুনিসকল স্বভাৱতঃ বৈৰাগ্যযুক্ত, ভগবদ্ধ্যান, জ্ঞানানন্দত পৰিপূৰ্ণ আৰু ভগবদ্দৰ্শনত সমুৎসুক। তেওঁলোকে পূৰ্ব্ববৰ্ণিত অলৌকিক অপূৰ্ব্ব দৰ্শন বৈকুণ্ঠতো অনাসক্ত হৈ ক্ৰমে ক্ৰমে ছয়টি দ্বাৰ অতিক্ৰম কৰিলে; তাৰ পাছত সপ্তম দ্বাৰত উপস্থিত হ'ল। সেই দ্বাৰত জয়-বিজয় নামক দ্বাৰপাল স্বৰূপে দুইজন দেৱতাক দেখা পালে। তেওঁলোকৰ বেশ আছিল অতিশয় মনোহৰ, তেওঁলোকে হাতত গদা ধাৰণ কৰিছিল আৰু কেয়ূৰ, কুণ্ডল আৰু কিৰীটিৰ দ্বাৰা পৰিশোধিত আছিল। কণ্ঠত বনমালা বিৰাজ কৰিছিল। তেওঁলোকৰ কুটিল ভ্ৰূযুগল, বিস্ফাৰিত নাসাৰন্ধ্ৰ আৰু আৰক্ত লোচনযুগল দেখি তেওঁলোকক ঈষৎ ক্ষুব্ধ যেন দেখা গৈছিল।

সনকাদি মুনিসকলৰ ব্ৰহ্মলোক, পিতৃলোক, দেৱলোক ইত্যাদি সকলো লোকতে অব্যাহত গতি আছিল। "এওঁ পৰ, তেওঁ আপোন" এনে বিষম দৃষ্টি তেওঁলোকৰ নাছিল। নিজ নিজ সম দৃষ্টিৰে নিঃশঙ্কচিত্তে সৰ্বত্ৰ বিচৰণ কৰি থাকে। ইয়াতো অৰ্থাৎ বৈকুণ্ঠলোকতো তেওঁলোকে দ্বাৰপালদ্বয়ক একো নুসুধি তেওঁলোকৰ সমুখতে পূৰ্বৰ ছয়টি দ্বাৰ অতিক্ৰম কৰি আহিছিল। সকলোবোৰ দ্বাৰ বজ্ৰময় আৰু কপাট থকা আছিল। সেইদৰে এই সপ্তম দ্বাৰতো তেওঁলোকে প্ৰবেশ কৰিলে। ঋষিসকল আত্মতত্ত্বজ্ঞ আৰু বৃদ্ধ হ'লেও তেওঁলোক আছিল

উলঙ্গ আৰু দেখিবলৈ পাঁচবছৰীয়া ল'ৰাৰ সদৃশ। দ্বাৰপাল দুজন আছিল অসুৰ ভাৱান্বিত; কিন্তু তথাপি ভগৱানৰ আৰাধনাত প্ৰবৃত্ত হৈছিল। তেওঁলোকে সনকাদি কুমাৰ চাৰিজনক দেখি অগ্ৰাহ্য কৰিলে আৰু তেওঁলোক নিষেধৰ অযোগ্য পাত্ৰ হ'লেও দ্বাৰপাল দুজনে বেত হাতত লৈ তেওঁলোকক প্ৰবেশ কৰিবলৈ নিষেধ কৰিলে। বৈকুণ্ঠবাসী দেৱতাসকলে তেওঁলোকক মান সম্ভ্ৰম কৰি পূজা কৰা দেখা পায়ো দ্বাৰপাল দুজনে সমুচিত সম্ভ্ৰম নেদেখুৱালে বা পূজা নকৰিলে— বৰঞ্চ প্ৰবেশ নিষেধ হে কৰিলে।

প্ৰিয়তম শ্ৰীহৰিক দৰ্শন কৰাত প্ৰতিহত হোৱাত মুনিসকলৰ ক্ৰোধ উপস্থিত হ'ল আৰু তেওঁলোকৰ চক্ষু ৰক্তবৰ্ণ হৈ উঠিল। তেওঁলোকে তেতিয়া কবলৈ ধৰিলে। তোমালোকে দীৰ্ঘকাল অতি কঠোৰ ভগৱৎ সেৱাৰ ফলত এই বৈকুণ্ঠধামলৈ আহিছা; কিন্তু ভগৱদ্ধৰ্মী সাধুলোকসকলৰ প্ৰতি তোমালোক দুইজনৰ এই কি বিষম ব্যৱহাৰ? ভগবদ্ধৰ্মপৰায়ণ স্বভাৱসুলভ সমদৰ্শন হৈ থকাহে তোমালোকৰ উচিত; কিন্তু ইয়াত তোমালোকৰ বিপৰীত ব্যৱহাৰ দেখা গৈছে। কাৰো প্ৰবেশ অধিকাৰ আছে কাৰো বা নাই। এই প্ৰকাৰ বিষমদৰ্শী কিয় হৈছা? যি বৈকুণ্ঠ ধামত প্ৰশান্ত মহাত্মা সকলে বাস কৰে আৰু যি বৈকুণ্ঠধামত বৈৰভাৱ দূৰৈত থাকে, সেই বৈকুণ্ঠ ধামত তোমালোকৰ নিচিনা কপটধৰ্মী লোক প্ৰবেশ কৰিছে বুলি তোমালোকে কিয় আশঙ্কা কৰিছা? আমালোকক তেনে আশঙ্কা কৰি প্ৰবেশ কৰিবলৈ কিয় নিবাৰণ কৰিছা?

যাৰ উদৰত বিশ্বব্ৰহ্মাণ্ড অৱস্থিত আছে, সেই ভগবান শ্ৰীহৰিত বিবেকীসকলে কেতিয়াও ভেদ দৰ্শন নকৰে। বিবেকীসকলে মহাকাশক অংশী স্বৰূপ আৰু ঘটাকাশক অৱয়বস্বৰূপ হিচাপে মহাকাশৰে অন্তৰ্ভুক্ত বুলি যেনেকৈ ভাৱে, সেইদৰে অংশীস্বৰূপ পৰমাত্মাত অংশস্বৰূপ জীৱাত্মা অন্তৰ্ভুক্ত বুলি হে দেখে। দেৱতাৰ বেশত তোমালোক দুয়োজনে সেই এক ভগৱানৰে ভেদ কল্পনা কৰিছা কিয়? তোমালোকে আমালোকক ভগৱানৰপৰা পৃথক ভাবি লৈ বিষম দৃষ্টি সম্পন্ন হৈছা; তাৰ ফলতে আমালোকৰপৰা ভয়ৰ আশঙ্কা কৰিছা।

তোমালোকে ভেদদৰ্শী। ই অপৰাধ। পৰমেশ্বৰ বৈকুণ্ঠাধিপতিৰ অনুচৰ মন্দবুদ্ধি। তোমালোক দুয়োজনৰ প্ৰকৃত মঙ্গলৰ বিষয়ে কি কৰা উচিত সেই বিষয়ে আমি চিন্তা কৰিছোঁ। তোমালোক ভেদদৰ্শী হোৱা কাৰণে এই বৈকুণ্ঠ লোকৰ পৰা যাব লাগিব। যি লোকত ভেদদৰ্শী পাপী লোকৰ কাম ক্ৰোধ আৰু লোভ এই তিনিটা শত্ৰু আছে, তোমালোকে সেই লোকলৈ গমন কৰা।

মুনিসকলৰ কথা শুনি শ্ৰীহৰিৰ দুই অনুচৰ জয় আৰু বিজয় অতিশয় ভীত হ'ল; কাৰণ ই ব্ৰহ্মশাপ। ইয়াক কোনো অস্ত্ৰই নিবাৰণ কৰিব নোৱাৰে, সেইবাবে ভীত আৰু অত্যন্ত কাতৰ হৈ পৰি উভয়ে মুনিসকলৰ চৰণত ধৰি কবলৈ

ধৰিলে— "এতিয়া বা ভগৱানে কি কয় বা কি কৰে"? এই বুলি মুনি সকলৰ চৰণত দণ্ডৱৎ হৈ পৰিল। দণ্ডৱৎ হৈ পুনঃ কবলৈ ধৰিলে— প্ৰভুসকল! আমি বৰ অপৰাধী। এই অপৰাধৰ যথাযোগ্য দণ্ড আপোনালোকে আমাক দিছে। আমি এই দণ্ডকে শিৰোধাৰ্য্য কৰি লৈছোঁ যাতে আপোনালোকক অৱজ্ঞা কৰা দোষৰ পাপ ক্ষয় হয়। কিন্তু আমাৰ প্ৰাৰ্থনা এই যে - আপোনালোকৰ শাপত আমাৰ যি অনুতাপ হৈছে তাৰ প্ৰভাৱত আমি নীচযোনি ভ্ৰমণ কৰিলেও আমাৰ যেন এনে কোনো মোহ নহয় যাৰ দ্বাৰা আমি ভগৱানক পাহৰি যাওঁ।

শ্ৰীভগৱানে নিজৰ অনুচৰ দুজনে মুনিসকলক অৱমাননা কৰা অপৰাধৰ কথা জানিব পাৰিলে আৰু সজ্জনসকলৰ হৃদয় ৰঞ্জন কমলনাভ ভগৱান শ্ৰীহৰি লক্ষ্মীদেবীৰ সৈতে পদব্ৰজে সেই মুনিসকলৰ ওচৰলৈ আহিল।

# মুনিসকলে ভগৱানৰ কি ৰূপ দেখিলে?

সনকাদি মুনিসকলে শ্ৰীভগৱানক পদব্ৰজে অহা দেখিলে। তেওঁ ভক্তসকলৰ সমাধিৰ ফলস্বৰূপে এতিয়া ইন্দ্ৰিয় গোচৰ হৈছে। শ্ৰীভগৱান সমস্ত ভক্তসকলৰ প্ৰতি অনুগ্ৰহ দানত প্ৰসন্ন বদন আৰু তেওঁ কল্যাণগুণসমূহৰ আধাৰ। তেওঁ স্নেহময় দৃষ্টিৰে সকলোৰে হৃদয়ত আনন্দ বৰ্দ্ধন কৰি আছে। তেওঁৰ স্বীয় শ্যামবৰ্ণ বিশাল বক্ষঃস্থলত শোভিতা লক্ষ্মীদেৱী স্বৰ্গলোকৰ চূড়ামণি সদৃশ হৈ যেন বৈকুণ্ঠধামকে অতিশয় শোভিত কৰিছে।

ভগৱানৰ বিশাল নিতম্বত পীতবসন, কণ্ঠত বনমালা। বনমালাত ভ্ৰমৰবোৰে গুণ গুণ শব্দ তুলিছে। মণিবন্ধত মনোহৰ বলয় আৰু শ্ৰীভগৱানে গৰুড়ৰ কান্ধত বাওঁহাতখন থৈ সোঁহাতেৰে লীলা পদুম ঘূৰাব ধৰিছে।

ভগৱানৰ মুখমণ্ডলে বিদ্যুতৰ প্ৰভাক চেৰ পেলাইছে। তেওঁৰ গণ্ডস্থল অতি সুশোভন আৰু নাসিকা উন্নত। তেওঁ মণিখচিত কিৰীটি ধাৰণ কৰিছে। বাহুবিলাকৰ মাজত মনোহৰ শ্ৰেষ্ঠ হাৰ আৰু কণ্ঠদেশত কৌস্তভমণিৰ শোভা বিৰাজ কৰিছে। শ্ৰীভগৱানক অনন্ত সৌন্দৰ্য্যশালীৰূপে মুনিসকলে দেখিবলৈ পালে। দৰ্শন কৰি তেওঁলোকৰ পৰিতৃপ্তি নহ'ল; তেওঁলোকে আনন্দত অৱনত মস্তকেৰে ভগৱানক নমস্কাৰ কৰিলে। তাৰ পাছত তেওঁলোকে স্তৱ কৰিব ধৰিলে। তাৰ পাছত ধ্যান কৰি তেওঁলোকে শ্ৰীহৰিৰ পূৰ্ণ পৰামাত্ম ৰূপে দৰ্শন কৰিলে।

স্তৱৰ শেষত তেওঁলোকে ভগৱানক কবলৈ ধৰিলে — হে ভগৱন্! আমি

আপোনাৰ দ্বাৰপাল দুজনক অভিশাপ দি অপৰাধ কৰিছোঁ। অতএব আমাৰ এই আত্মকৃত অপৰাধত নৰকত জন্ম হ'লেও হওক - তাত আমাৰ কোনো আপত্তি নাই। যদি আমাৰ চিত্ত আপোনাৰ শ্ৰীচৰণত ৰত থাকে, যদি আমাৰ বাক্যবোৰত আপোনাৰ শ্ৰীচৰণৰ গুণ বৰ্ণনাত ৰত থাকে আৰু আপোনাৰ গুণসমূহেৰে আমাৰ কাণ পৰিপূৰ্ণ হৈ থাকে, তেনেহলে আমাৰ নৰক-বাসো কষ্টকৰ নহব। আপুনি আমাৰ ধ্যানত আমাৰ হৃদয়ত যি পৰমাত্ম তত্ত্ব দৰ্শন কৰালে, তাৰ দ্বাৰা আমাৰ নয়ন যুগল পৰিতৃপ্ত হৈছে। আপোনাক নমস্কাৰ জনাইছোঁ।

# জয়-বিজয়ৰ অধঃপতন

শ্ৰীহৰিয়ে তেতিয়া মুনিসকলক সম্বোধন কৰি ক'লে - হে মুনিসকল! জয়-বিজয় নামে মোৰ এই পাৰ্ষদ দুজনে মোক নোসোধাকৈ আপোনলোকক অতিশয় অৱমাননা কৰিছে। আপোনালোক মোৰ পৰম ভক্ত, মোৰ প্ৰতি অতিশয় অনুৰক্ত; অতএৱ আপোনালোকে এই পাৰ্ষদ দুজনৰ প্ৰতি যি অভিশাপৰূপ দণ্ডবিধান কৰিছে, ময়ো সেই দণ্ড অনুমোদন কৰিলোঁ। ভৃত্যই কোনো অপৰাধ কৰিলে প্ৰভুৰ নিন্দাবাদ হয় আৰু তাৰ দ্বাৰা প্ৰভুৰ কীৰ্ত্তি বিনাশ হয়। মোৰ মুক্তি দিব পৰা পৱিত্ৰ কীৰ্ত্তিৰ বৰ্ণনা শুনি আচণ্ডাল সমস্ত জগৎ পৱিত্ৰ হয়; মই আপোনালোকৰ পৰাই পবিত্ৰ কীৰ্ত্তি লাভ কৰিছোঁ। আপোনাসকলৰ নিচিনা ব্ৰহ্মজ্ঞানী মুনিসকলৰ যি বিৰুদ্ধাচৰণ কৰি থাকে, তেনে লোকপালসকলকো বিনাশ কৰি থাকোঁ - ভৃত্যৰ বিষয়েতো কোনো বক্তব্যই নাই।

তাৰ পাছত ভগৱান শ্ৰীহৰিয়ে নিজৰ অনুচৰ দুজনক ক'লে তোমালোক যোৱা; ভয় নকৰিবা; তোমালোকৰ মঙ্গল হওক। মই ব্ৰহ্মশাপ নিবাৰণ কৰিব পাৰিলেও সেইটো মোৰ অভিলষিত নহয়; বৰঞ্চ সনকাদি মুনিসকলে যি অভিশাপ দিছে, সেইটো মোৰেই অভিপ্ৰেত! তোমালোকে অসুৰ-জন্ম প্ৰাপ্ত হৈ মোৰ প্ৰতি শত্ৰুভাব অবলম্বন কৰি অল্পকালৰ ভিতৰতে ব্ৰহ্মশাপ ভোগ কৰি মোৰ ওচৰলৈ ঘূৰি আহিব পাৰিবা। তাত অধিক কাল তোমালোক থাকিব নালাগিব - অতএৱ ভয় নকৰিবা।

ভগৱান শ্ৰীহৰিয়ে দ্বাৰপাল দুজনক এইদৰে আদেশ দি সৰ্বোত্তম ঐশ্বৰ্য্যেৰে শোভিত নিজৰ বাসস্থানলৈ গমন কৰিলে।

তাৰ পাছত জয়-বিজয় শ্ৰেষ্ঠ দেৱতা হৈয়ো বৈকুণ্ঠধামৰপৰা পতিত হৈ গৰ্বহীন আৰু নষ্টশ্ৰী হ'ল।

এই আখ্যান ব্ৰহ্মাই দেৱতাসকলৰ আগত কৈ আছিল। ব্ৰহ্মাই ক'লে - হে দেৱতাসকল! জয়-বিজয় যেতিয়া বৈকুণ্ঠ ধামৰ পৰা নিপতিত হ'বলৈ ধৰিছিল তেতিয়া সত্যাদি লোকবাসীসকলৰ শ্ৰেষ্ঠ বিমানসমূহৰ মাজত হাহাকাৰ ধ্বনি উত্থিত হৈছিল এই বুলি যে "এওঁলোক দুজন শ্ৰীভগৱানৰ পাৰ্ষদ হৈও নিপতিত হৈছে"।

এওঁলোকে এতিয়া কশ্যপৰ আমোঘ বীৰ্য্যত দিতিৰ গৰ্ভত যমজ হৈ জন্ম গ্ৰহণ কৰিছে। এই যমজ অসুৰদ্বয়ৰ তেজৰ দ্বাৰাই তোমালোকৰ তেজ সম্প্ৰতি তিৰোহিত হৈছে।

হে দেৱতাসকল! যি শ্ৰীহৰি জগতৰ সৃষ্টি, স্থিতি আৰু প্ৰলয়ৰ আদি কৰ্ত্তা, যাৰ সঙ্কল্পৰূপা মায়াশক্তিক কোনোৱে জানিবলৈ সমৰ্থ নহয়, সেই গুণত্ৰয়ৰ অধীশ্বৰ শ্ৰীভগৱানে ইয়াৰ ব্যৱস্থা কৰি আমাৰ সকলোৰে মঙ্গল বিধান কৰিব। আমি অনৰ্থক চিন্তা কৰিলে একো ফল নহ'ব।

# হিৰণ্যাক্ষ দৈত্য

দেৱতাসকলে ব্ৰহ্মাৰ মুখত নিজৰ বিপদৰ কাৰণ শুনি শঙ্কাশূন্য হ'ল আৰু স্ব স্ব স্থানলৈ প্ৰস্থান কৰিলে।

ইফালে কশ্যপ-পত্নী পতিব্ৰতা দিতিয়ে নিজ পতি কশ্যপৰ মুখত নিজৰ দুই পুত্ৰৰপৰা দেৱতাসকলৰ প্ৰতি উপদ্ৰৱ হ'ব জানি কিছু দীৰ্ঘ কাল নিজ গৰ্ভধাৰণ কৰি থাকে আৰু অৱশেহত দুটি যমজ পুত্ৰ প্ৰসৱ কৰিলে। সেই সময়ত স্বৰ্গ, মৰ্ত্ত্য আৰু অন্তৰীক্ষত বিভিন্ন লোকত বিভিন্ন উৎপাতসমূহ আবিৰ্ভূত হৈছিল।

সেই সময়ত পৰ্ব্বতবিলাকৰ সৈতে পৃথিবী থৰবৰকৈ কঁপি উঠিছিল, চাৰিওফালে অগ্নিৰ শিখাবোৰ প্ৰজ্জ্বলিত হৈ উঠিছিল, উল্কাৰে সৈতে বজ্ৰপাত হ'ব ধৰিছিল আৰু অমঙ্গলসূচক ধূমকেতুবোৰ উদিত হৈছিল।

তেতিয়া প্ৰচণ্ড বায়ুৰ ঘূৰ্ণীপাকে ধূলিৰ ধ্বজা উৰুৱাই মুহুৰ্মুহু শোঁ-শোঁৱনি ধ্বনি তুলি বৃক্ষবোৰ উঘালি পেলাইছিল।

সেই সময়ত বিজুলিৰ চিকি-মিকি থকা মেঘবোৰে সূৰ্য্যাদি গ্ৰহ-নক্ষত্ৰ সমূহক ঢাকি পেলাই অন্তৰীক্ষ অন্ধকাৰাচ্ছন্ন কৰি পেলোৱাত কোনো পদাৰ্থকে দেখিব পোৱা নগৈছিল।

সমুদ্ৰৰ অন্তৰ্ভাগ পৰ্য্যন্ত ক্ষোভিত হৈ উঠিছিল, সমুদ্ৰত উত্তাল তৰঙ্গ

উঠিছিল আৰু সমুদ্ৰ যেন শঙ্কিত হৈ গৰ্জ্জন কৰিব ধৰিছিল। শুকাই যোৱা পদুম ফুলবোৰ সমন্বিতে সৰোবৰ আদিৰ সহিত নদীবোৰো ক্ষোভিত হৈ উঠিছিল।

এইদৰে নানাপ্ৰকাৰে নৈসৰ্গিক উৎপাত আৰম্ভ হৈছিল। আনকি গাভী বিলাকৰ দুধৰ পৰিবৰ্তে ওহাৰৰ পৰা ৰুধিৰ ক্ষৰিত হৈছিল। দেৱ প্ৰতিমাবিলাকে ৰোদন কৰিব ধৰিছিল আৰু বতাহ নবলিলেও বৃক্ষবোৰ আপোনাআপুনি উঘালি পৰিব ধৰিছিল। তেতিয়া মঙ্গলাদি ক্ৰূৰ গ্ৰহবিলাক প্ৰদীপ্ত হৈ গুৰু শুক্ৰ আদি শুভ গ্ৰহ আৰু নক্ষত্ৰবিলাকক অতিক্ৰম কৰি গৈছিল আৰু বক্ৰগতিত প্ৰত্যাৱৰ্ত্তন কৰি পৰস্পৰে যুদ্ধ কৰিছিল।

কেৱলমাত্ৰ ব্ৰহ্মাৰ পুত্ৰ সনকাদি মুনিসকলহে এইবোৰ দুৰ্নিমিত্তৰ কাৰণ অৱগত আছিল। তেওঁলোকত বাজে যিবিলাক প্ৰজাই এই দুৰ্নিমিত্তবোৰৰ কাৰণ নেজানিছিল, তেওঁলোকে এই মহা মহা উৎপাতসমূহ দেখিবলৈ পাই অত্যন্ত ভীত হৈ বিশ্বৰ প্ৰলয়কাল উপস্থিত হৈছে বুলি ভাবিছিল।

ইফালে জন্ম গ্ৰহণ কৰা মাত্ৰকেই সেই আদি দুই দৈত্যৰ শৰীৰ দুখন পাহাৰৰ দৰে হৈ দিনে দিনে বৃদ্ধি পাবলৈ ধৰিলে। সেই দুই দৈত্যৰ নিজৰ নিজৰ সুৱৰ্ণময় কিৰীটি আকাশস্পৰ্শী হৈ সকলো দিক ব্যাপি থাকিল। সিহঁতৰ প্ৰতি পদ-বিক্ষেপতে পৃথিৱী কঁপি থাকিব ধৰিলে আৰু কাঞ্চীহাৰ সমন্বিত কঁকালৰ তেজে যেন সূৰ্য্যমণ্ডলকো চেৰ পেলাই শোভা পাবলৈ ধৰিলে।

প্ৰজাপতি কশ্যপে সেই যমজ পুত্ৰ দুটিৰ ভিতৰত যিজন পুত্ৰ গৰ্ভাধানৰ সময়ত নিজৰ বীৰ্য্যৰ পৰা প্ৰথমতে উৎপন্ন হৈছিল, সেই পুত্ৰৰ নাম হিৰণ্যকশিপু আৰু তেওঁৰ পত্নী দিতিয়ে যাক প্ৰথমতে প্ৰসৱ কৰিলে সেই পুত্ৰৰ নাম হিৰণ্যাক্ষ ৰাখিলে।

তাৰ পাছত ব্ৰহ্মাৰ বৰত হিৰণ্যকশিপু দৈত্য মৃত্যুভয়ৰহিত আৰু বাহুবলত অতিশয় গৰ্ব্বিত হৈ লোকপাল সকলৰ সৈতে তিনিও লোককে বশীভূত কৰিলে।

হিৰণ্যকশিপুৰ প্ৰিয় কনিষ্ঠ ভ্ৰাতা হিৰণ্যাক্ষই জ্যেষ্ঠ ভ্ৰাতাৰ সন্তোষ বিধান কৰি যুদ্ধ কৰিবৰ মনেৰে নিতৌ গদা হাতত লৈ যুদ্ধ বিচাৰি স্বৰ্গলোকত উপস্থিত হ'ল।

সেই হিৰণ্যাক্ষ দৈত্য অতিশয় দুঃসহ বেগশালী আছিল; তাৰ গমনসময়ত পদত থকা কাঞ্চনময় নূপুৰৰ ধ্বনি উঠিছিল, গলত বৈজয়ন্তী মালা শোভা পাইছিল, কান্ধত গদা বিন্যস্ত থাকিছিল আৰু হিৰণ্যাক্ষ দৈত্য ব্ৰহ্মাৰ বৰত শৌৰ্য্য-বীৰ্য্য লাভ কৰি অতিশয় গৰ্ব্বিত, অপ্ৰতিহত গতি সম্পন্ন আৰু সৰ্বপ্ৰকাৰে ভয়ৰহিত হৈছিল। এনে অৱস্থাত তাক দেখি দেৱতাসকল অত্যন্ত ভীত হ'ল আৰু গৰুড়ক দেখি সৰ্পকুলে যেনেকৈ ভয়ত পলায়ন কৰে, সেইদৰে তেওঁলোক পলাবলৈ ধৰিলে।

দৈত্যৰাজ হিৰণ্যাক্ষই দেৱৰাজ ইন্দ্ৰৰ সৈতে দেৱতাসকলক পলাই যাবলৈ ধৰা দেখি তেওঁলোকক কাপুৰুষ বুলি ধাৰণা কৰি অতিশয় গৰ্জ্জন কৰি উঠিল। তাৰ পাছত মহাশক্তিশালী হিৰণ্যাক্ষ দৈত্য স্বৰ্গৰ পৰা ঘূৰি আহিল; কাৰণ যুদ্ধ কৰিবৰ কামনা তাৰ সিদ্ধ নহ'ল। স্বৰ্গৰ পৰা ঘূৰি আহি ক্ৰীড়া কৰিবৰ ইচ্ছা কৰি সেই দৈত্য মত্ত হস্তীৰ দৰে উন্মত্ত হৈ গভীৰ সমুদ্ৰত প্ৰৱেশ কৰি অৱগাহন স্নান কৰিলে। তেতিয়া সেই সমুদ্ৰই ভয়ঙ্কৰ গৰ্জ্জন কৰি উঠিল।

মহাশক্তিমান হিৰণ্যাক্ষ দৈত্য সমূদ্ৰত প্ৰৱেশ কৰাত সমুদ্ৰাধিপতি বৰুণ দেৱৰ সৈন্য জলজন্তুবিলাকক সি বিতাড়ন কৰা নাছিল; কিন্তু তাৰ তেজৰ দ্বাৰা অভিভূত আৰু হতবুদ্ধি হৈ সিহঁত অতি দূৰলৈ পলাই গ'ল।

তাৰ পাছত সেই হিৰণ্যাক্ষ দৈত্যই সমুদ্ৰত বহু বছৰ থাকি স্বীয় নিশ্বাসেৰে সমুদ্ৰৰ তৰঙ্গৰাশি চালিত কৰি গদাৰে পুনঃ পুনঃ আঘাত কৰিব ধৰিলে।

পাতালপতি বৰুণদেৱ সেই সময়ত বিভাবৰী নাম্নী পুৰীত আছিল। হিৰণ্যাক্ষ তাৰ পাছত সেই স্থানত উপস্থিত হ'ল। বৰুণদেৱক উপহাস কৰিবৰ বাবে হিৰণ্যাক্ষই হীনজনৰ দৰে তেওঁক প্ৰণাম নিবেদন কৰি অতিশয় গৰ্ব্বান্বিত হৈ কবলৈ ধৰিলে— হে মহাৰাজ! মোক যুদ্ধদান কৰক। আপুনি লোকপাল বিলাকৰ অধীশ্বৰ, মহাযশস্বী আৰু আপুনি শৌৰ্য্য-বীৰ্য্য মদত প্ৰমত্ত বীৰবিলাকৰ গৰ্ব্বহাৰী। আপুনি সেই কাৰণে জগতৰ সমস্ত দৈত্যদানৱক পৰাজয় কৰি ৰাজসূয় যজ্ঞ কৰিছিল। অতএৱ যুদ্ধপ্ৰাৰ্থী হৈ মই আহিছোঁ - মোৰ স'তে যুদ্ধ কৰক।

মদোন্মত্ত শত্ৰু হিৰণ্যাক্ষই এইদৰে উপহাস কৰাত জলাধিপতি বৰুণ দেৱৰ ক্ৰোধ জন্মিল। তেওঁ সেই ক্ৰোধ দমন কৰি ক'লে — হে অসুৰৰাজ! আমি সম্প্ৰতি যুদ্ধাদি কাৰ্য্যৰ পৰা বিৰত হৈ আছোঁ।

সনাতন পুৰুষ স্বয়ং ভগৱান ব্যতিৰেকে মই আন কাকো যুদ্ধ নিপুণ ব্যক্তি দেখা নাই যিজনে যুদ্ধবিদ্যাত আপোনাক সন্তুষ্ট কৰিব পাৰিব। একমাত্ৰ ভগৱানেই আপোনাক সন্তুষ্ট কৰিব পাৰিব। অতএৱ হে দৈত্যৰাজ! আপোনাৰ দৰে বীৰসকলে যিজনাৰ স্তুতি কৰি থাকে, সেই ভগৱানৰ ওচৰলৈ আপুনি যাওক। ভগৱান শ্ৰীহৰি সাধুসজ্জনক অনুগ্ৰহ কৰিবৰ ইচ্ছাতে আপোনাৰ নিচিনা দুষ্টজনক দমন কৰিবৰ বাবে নানাপ্ৰকাৰ অৱতাৰী দেহ ধাৰণ কৰি থাকে। আপুনি মহাপৰাক্ৰমশালী শ্ৰীভগৱানক প্ৰাপ্ত হৈ কুকুৰবোৰেৰে পৰিবেষ্টিত আৰু গৰ্ব্বশূন্য হৈ ৰণশযাত শয়ন কৰিব পাৰিব।

"যুদ্ধত ভগৱানে সন্তুষ্ট কৰিব" আৰু "আপোনাক ভগৱানে অচিৰে ৰণাঙ্গনত শয়ন কৰাব" বৰুণৰ এই বাক্যক তিৰস্কাৰ বাক্য বুলি গণ্য নকৰি মদমত্ত হিৰণ্যাক্ষ দৈত্য হৃষ্ট-চিত্ত হৈ নাৰদ ঋষিৰ ওচৰলৈ গমন কৰি তেওঁৰ পৰা জানিব পাৰিলে যে ভগৱান ৰসতললৈ গুচি গৈছে। এই সংবাদ পাই হিৰণ্যাক্ষ

দৈত্যয়ো ৰসাতলত প্ৰৱেশ কৰিলে। ৰসাতললৈ গৈ হিৰণ্যাক্ষ দৈত্যই পৃথিৱী ধাৰণকাৰী সৰ্ব্ববিজয়ী ভগৱানক দেখিবলৈ পালে। সি কি অৱস্থাত ভগৱানক দেখিবলৈ পালে? সি দেখিবলৈ পালে যে এক প্ৰকাণ্ড বৰাহ-মূৰ্ত্তি দন্তাগ্ৰে দি পৃথিবীক ওপৰলৈ তুলিব ধৰিছে আৰু তেওঁৰ আৰক্ত চক্ষুৰ প্ৰভাৰদ্বাৰা হিৰণ্যাক্ষৰ নিজৰ তেজ দূৰীভূত হৈছে। এই অৱস্থাত ভগৱানক দৰ্শন কৰি হিৰণ্যাক্ষই উপহাস কৰি ক'লে— আশ্চৰ্য্য! এইটো দেখোন জলচৰ বৰাহ।

## বৰাহৰূপী শ্ৰীহৰিৰ সৈতে হিৰণ্যাক্ষৰ যুদ্ধ ঃ

সেই হিৰণ্যাক্ষই বৰাহৰূপী ভগৱান শ্ৰীহৰিক কবলৈ ধৰিলে— মূৰ্খ! যুদ্ধৰ বাবে এইফালে আগবাঢ়ি আহ। পৃথিৱী পৰিত্যাগ কৰ। এই পৃথিৱী বিশ্বস্ৰষ্টা ব্ৰহ্মাই আমাক দিছে; নতুবা ই ৰসাতললৈ কিয় আহিব? তুমি দেৱাধম! এতিয়া শূকৰ মূৰ্তি ধাৰণ কৰিছা; এতএৱ মোৰ সমুখত কেতিয়াও এই পৃথিবীক লৈ মঙ্গলে যাব নোৱাৰিবা।

যি বিষ্ণুয়ে চৌৰ্য্যবৃত্তি অৱলম্বন কৰি দম্ভবশতঃ অসুৰবিলাকক বিনাশ কৰি থাকে সেই বিষ্ণুই নে কি তুমি যে আমাক পৰাভৱ কৰিবৰ বাবে আমালোকৰ শত্ৰু দেৱতাসকলৰ দ্বাৰা পৰিপুষ্ট হৈ আছা। হে মূঢ়! তোমাৰ সামৰ্থ্য অতি অল্প; কেৱলমাত্ৰ যোগমায়াই তোমাৰ বল। আজি মই তোমাক বিনাশ কৰি আমাৰ আত্মীয় অসুৰবিলাকৰ শোকাশ্ৰু মোচন কৰিম।

ওহে শূকৰ মূৰ্ত্তিধাৰী বিষ্ণো! মোৰ হাতত থকা এই গদা নিক্ষেপ কৰিলে তাৰ আঘাতত তোমাৰ মস্তক চূৰ্ণ-বিচূৰ্ণ হৈ যাব আৰু তুমি মৃত্যুমুখত পৰিবা। তেতিয়া যিবিলাক লোক তোমাৰ ভক্ত, সেইসকলে আৰু দেৱতা আৰু ঋষিসকলে নিৰাশ্ৰয় হৈ আপোনাআপুনি বিনষ্ট হব।

তাৰ পাছত শ্ৰীহৰি হিৰণ্যাক্ষৰ কটুবাক্যত মৰ্মাহত হৈ আৰু দাঁতৰ অগ্ৰভাগত অৱস্থান কৰি পৃথিবীক ভীতা হোৱা দেখি অসুৰৰ কটূক্তিক সহ্য কৰি তেওঁ পৃথিবীক লৈ জলৰপৰা উঠি আহিল - যেনেকৈ জলজন্তুৰ দ্বাৰা আক্ৰান্ত হস্তীয়ে সিহঁতৰ সমস্ত আঘাত সহ্য কৰি হস্তিনীৰ লগত জলৰপৰা উঠি আহে। বৰাহৰূপী শত্ৰু শ্ৰীহৰি জলৰ পৰা উঠি অহাত হিৰণ্যাক্ষ দৈত্যই শ্ৰীহৰিৰ পাছে পাছে ধাবিত হয় - যেনেকৈ জলৰ পৰা উঠি অহা হাতীক জলজন্তু মকৰে পাছে পাছে খেদি যায় - সেইদৰে।

হিৰণ্যাক্ষ দৈত্যই ভাবিছে যে বৰাহৰূপী শ্ৰীহৰি পলায়নপৰ হৈছে, সেই কাৰণে শ্ৰীভগৱানক সি বজ্ৰধ্বনিৰে কৈছে যে যিবিলাক লোক অসজ্জন সেই বিলাকৰ নিন্দাৰ ভয় নাই; সেয়েহে তুমিও পলায়ন কৰা যে নিন্দিত কৰ্ম তালৈ ভয় নকৰি পলায়নপৰ হৈছা।

বৰাহৰূপী শ্ৰীভগৱানক হিৰণ্যাক্ষ দৈত্যই এইদৰে তিৰস্কৃত কৰিলে হয়; কিন্তু সৃষ্টিকৰ্ত্তা ব্ৰহ্মাই আৱিৰ্ভূত হৈ তেওঁক স্তৱ-স্তুতি কৰিলে আৰু অন্যান্য দেৱতাসকলে পুষ্প বৃষ্টিৰে তেওঁক অভিনন্দিত কৰিলে। তেতিয়া শ্ৰীহৰিয়ে জলমধ্যতে ব্যৱহাৰযোগ্য স্থানত পৃথিৱীক সংস্থাপন কৰি আধাৰশক্তি নিহিত কৰিলে।

ইফালে হিৰণ্যাক্ষ দৈত্যই কটুবাক্যেৰে শ্ৰীভগৱানক পুনঃ পুনঃ মৰ্ম্মস্থানত আঘাত কৰি কৰি পাছে পাছে আহি আছিল। সেই দৈত্য স্বৰ্ণময় অলঙ্কাৰ পিন্ধি আছিল আৰু স্বৰ্ণেৰে তৈয়াৰ কৰা বিচিত্ৰ বৰ্ম্মেৰে নিজ দেহ আচ্ছাদিত কৰি হাতত মহাগদা ধাৰণ কৰিছিল।

হিৰণ্যাক্ষ দৈত্যৰ কটুবাক্যত শ্ৰীভগৱান ক্ৰুদ্ধ হৈ উচ্চ হাঁহিৰে সেই দৈত্যক কবলৈ ধৰিলে। হে অসুৰ! সঁচাকৈয়ে আমি জলচৰ বৰাহ; কিন্তু আমি তোমাৰ দৰে কুকুৰবিলাককহে বিচাৰি ফুৰোঁ। তুমি মৃত্যুপাশত বন্দী হৈছা; তোমাৰ এইৰূপ আত্মপ্ৰশংসা বীৰসকলে গ্ৰাহ্য নকৰে। তোমাৰ গদাৰ ভয়ত মই পলায়নপৰ হৈছোঁ হয়, কিন্তু যেতিয়া যুদ্ধক্ষেত্ৰ থাকিবই লাগিব তোমাৰ দৰে বলৱান শত্ৰুক এৰি আন কোন ঠাইলৈ যাব পাৰোঁ? হে অসুৰ! তুমি পদাতিসকলৰ অধিপতি; আহা, যুদ্ধ কৰি মোক পৰাজয় কৰি তোমাৰ জ্ঞাতিসকলৰ শোকাশ্ৰু মোচন কৰাহি। যি পুৰুষে নিজৰ প্ৰতিজ্ঞা ৰক্ষা নকৰে, সেই পুৰুষৰ সভ্যসমাজত স্থান নাথাকে। ক্ৰুদ্ধ হৈ বৰাহ মূৰ্ত্তি শ্ৰীহৰিয়ে হিৰণ্যাক্ষ দৈত্যক এইদৰে উপহাস আৰু তিৰস্কাৰ কৰিলত সেই দৈত্য মহাসৰ্পৰ দৰে ক্ৰোধত উদ্দীপ্ত হৈ উঠিল আৰু পুনঃ পুনঃ দীৰ্ঘশ্বাস পৰিত্যাগ কৰি মহাবেগেৰে শ্ৰীহৰিক গদাৰে আঘাত কৰিলে।

যোগসিদ্ধ ব্যক্তিয়ে যেনেকৈ যোগাৰূঢ় হৈ মৃত্যুৰ আক্ৰমণ নিষ্ফল কৰে, সেইদৰে ভগৱান শ্ৰীহৰিয়ে হিৰণ্যাক্ষই শ্ৰীহৰিৰ বক্ষঃস্থল লক্ষ্য কৰি গদাৰে যি আঘাত কৰিছিল, সেই আঘাত বক্ৰভাৱে নিষ্ফল কৰি দিলে।

সেই দৈত্যই পুনৰায় স্বীয় গদা গ্ৰহণ কৰি 'মুহুৰ্মুহু সেই গদা ঘূৰাব ধৰিলে আৰু ভীষণ ক্ৰোধত নিজৰ ওঠ কামুৰিব ধৰিলে। তেতিয়া শ্ৰীহৰি অত্যন্ত ক্ৰুদ্ধ হৈ তাৰ প্ৰতি ধাবিত হ'ল আৰু গদাৰ দ্বাৰা তাৰ ভ্ৰূস্থান লক্ষ্য কৰি শত্ৰুক আঘাত কৰিলে; কিন্তু গদাযুদ্ধত নিপুণ সেই হিৰণ্যাক্ষই নিজৰ গদাৰে সেই আঘাত নিবাৰণ কৰিলে। এইদৰে উভয়ৰে গদাযুদ্ধ চলিল।

গাভীৰ নিমিত্তে মত্ত দুই বৃষভৰ যুদ্ধই যেনে শোভা পায়, পৃথিবীৰ নিমিত্তে উভয়ৰ যুদ্ধই তেনে শোভা পাব ধৰিলে। তেওঁলোকৰ পৰস্পৰৰ গদাৰ আঘাতত পৰস্পৰৰ অঙ্গদ্বয় আহত হৈ ক্ষতস্থানৰ পৰা ৰুধিৰ বহিৰ্গত হবলৈ ধৰিলে আৰু ক্ষতস্থানৰ পৰা নিৰ্গত ৰুধিৰৰ গন্ধত উভয়ৰে ক্ৰোধ বৰ্দ্ধিত হব ধৰিলে।

ইতিমধ্যে উভয়ৰ যুদ্ধ চাবলৈ বুলি স্বয়ং ব্ৰহ্মা, যাৰ বৰৰ প্ৰভাৱত হিৰণ্যাক্ষ ইমান বলশালী হৈছে, ঋষিসকলেৰে পৰিবেষ্টিত হৈ যুদ্ধস্থলত উপস্থিত হৈছে।

ব্ৰহ্মাই শ্ৰীহৰিক লক্ষ্য কৰি কবলৈ ধৰিলে - হে দেৱ! এই অসুৰ মোৰ বৰত অদ্বিতীয় বীৰ হৈছে। সেই বৰত দৰ্পিত হৈ এই দুষ্ট দৈত্যই আপোনাৰ চৰণাশ্ৰিত ভক্ত দেৱতা, ব্ৰাহ্মণ, গো আৰু নিৰপৰাধ জীৱসকলৰ মিছা দোষ দেখুৱাই সিহঁতৰ ধন-প্ৰাণ সমস্তকে বিনষ্ট কৰে। ইয়াৰ মৃত্যুকাল উপস্থিত হৈছে। দৈত্যই নিজ আসুৰী মায়া অৱলম্বন কৰি অধিকতৰ বলশালী হোৱাৰ পূৰ্বে আপুনি আপোনাৰ অদ্ভুত মায়া শক্তি অৱলম্বন কৰি তাক বিনাশ কৰক। সম্প্ৰতি অভিজিৎ নামক মৌহৰ্ত্তিক যোগ আগত হৈছে। এই সময়তে আপুনি এই দুৰ্জ্জয় অসুৰক বিনাশ কৰি আপোনাৰ ভক্তসকলৰ কল্যাণ কৰক।

## হিৰণ্যাক্ষ বধ ঃ

ব্ৰহ্মাৰ অমৃতোপম এই বাক্য শুনি আদিবৰাহ শ্ৰীভগৱানে মনে মনে হাঁহিলে এই ভাবি যে "মই নিজে সৰ্বজ্ঞ - এওঁ মোক শুভ সময় জনাইছে"। যি নহওক শ্ৰীভগৱানে ব্ৰহ্মাৰ ফালে স্নেহপূৰ্ণ কটাক্ষপাত কৰি ব্ৰহ্মাৰ বাক্য মানি ল'লে। তাৰ পাছত তেওঁ নিৰ্ভীকভাৱে তেওঁৰ সমুখত বিচৰণ কৰি থকা শত্ৰু হিৰণ্যাক্ষ দৈত্যক গলধনৰ ঠিক তলতে গদাৰ দ্বাৰা আঘাত কৰিলে। তেতিয়া হিৰণ্যাক্ষ দৈত্যয়ো নিজৰ দুৰ্জ্জয় গদাৰে বৰাহৰূপী ভগৱানক আঘাত কৰিলে। তাৰ ফলত ভগৱানৰ হাতৰপৰা তেওঁৰ গদা ঘূৰি ঘূৰি মাটিত পৰি গ'ল আৰু এক অপূৰ্ব্ব শোভা ধাৰণ কৰিলে। ভগৱানৰ হাতৰপৰা গদা পৰি যোৱাটো এক আশ্চৰ্য্যৰ ঘটনা হৈছিল।

যি নহওক হিৰণ্যাক্ষ দৈত্যই ভগৱানক প্ৰহাৰ কৰিবৰ এটা মহৎ সুযোগ পালে; কিন্তু হিৰণ্যাক্ষই "যুদ্ধত নিৰস্ত্ৰ যোদ্ধাক আঘাত নকৰিবা" এই যোদ্ধধৰ্ম পালন কৰি নিৰস্ত্ৰ ভগৱানক বাক্যৰ দ্বাৰা কোপিত কৰিলে কিন্তু প্ৰহাৰ নকৰিলে।

ভগৱানৰ গদা নিষ্ফল হোৱাত আকাশত দেৱতাসকলৰ ভিতৰত হাহাকাৰ ধ্বনি উত্থিত হ'ল। তেতিয়া শ্ৰীভগৱানে দেৱতা সকলক ক'লে— "তোমালোকে ভয় নকৰিবা।" এই বুলি তেওঁ সুদৰ্শন চক্ৰক স্মৰণ কৰিলে। সুদৰ্শন চক্ৰ ততালিকে শ্ৰীভগৱানৰ হাতত উপস্থিত হ'ল হি। তেতিয়া "আকাশচাৰী আমালোকৰ মঙ্গল আপোনাৰ পৰাই হওক, সেই অসুৰক আপুনি বিনাশ কৰক" এই ধৰণৰ অপৰ বহুবিধ বাক্য চাৰিওফালে উত্থিত হ'ল।

হিৰণ্যাক্ষ দৈত্যই ভগৱান শ্ৰীহৰিক সুদৰ্শন চক্ৰ লৈ সমুখতে অৱস্থান কৰি থকা দেখিলে। তেতিয়া দৈত্যৰাজৰ অতিশয় ক্ৰোধ উপস্থিত হ'ল আৰু সেই ক্ৰোধত ওঠ কামুৰি পুনঃ পুনঃ দীৰ্ঘশ্বাস পেলাব ধৰিলে।

তাৰ পাছত বিকটদন্তযুক্ত হিৰণ্যাক্ষই শ্ৰীহৰিক এনেদৰে নিৰীক্ষণ কৰিব ধৰিলে যেন সি চকুদুটাৰে তেওঁক দগ্ধ কৰি পেলাব। কিছুক্ষণ পাছত শ্ৰীহৰিক গদাৰে প্ৰহাৰ কৰিলে। সেই গদাৰ প্ৰহাৰ শ্ৰীহৰিয়ে অনায়াসে বাম পদাঘাতেৰে নিবাৰণ কৰিলে। হিৰণ্যাক্ষ সেই সময়ত নিৰস্ত্ৰ হ'ল। তেতিয়া ভগৱানে ক'লে—তুমি অস্ত্ৰ লোৱা। তুমি জয়ী হবলৈ ইচ্ছা কৰিছা। তাৰ বাবে চেষ্টা কৰা।

হিৰণ্যাক্ষই তেতিয়া পুনঃ গদা হাতত লৈ গৰ্জ্জন কৰি উঠিল আৰু পুনঃ গদাৰে আঘাত কৰিলে। গদাৰ আঘাত মহাবেগে আহিব ধৰিছে দেখি শ্ৰীহৰিয়ে অতি সাৱধানে অৱস্থান কৰি থাকি সেই গদা অনায়াসে ধৰি পেলালে।

নিজৰ চেষ্টা ব্যৰ্থ হোৱা দেখি মহাদৈত্য হিৰণ্যাক্ষ তেজোবিহীন হৈ পৰিল। শ্ৰীহৰিয়ে সেই গদা পুনঃ হিৰণ্যাক্ষক দি যুদ্ধ কৰিবলৈ ক'লে; কিন্তু হিৰণ্যাক্ষই সেই গদা গ্ৰহণ নকৰিলে। হিৰণ্যাক্ষই যজ্ঞময় বৰাহৰূপী বিষ্ণুক লক্ষ্য কৰি ত্ৰিশূল ধাৰণ কৰিলে। শ্ৰীবিষ্ণুৱে সেই ত্ৰিশূলক তীক্ষ্ণধাৰ সুদৰ্শন চক্ৰেৰে খণ্ড খণ্ড কৰি দিলে। তেতিয়া হিৰণ্যাক্ষই অতিশয় ক্ৰুদ্ধ হৈ সহসা ভগৱানৰ অভিমুখে লৰি আহি বজ্ৰৰ নিচিনা কঠোৰ মুষ্টিৰে শ্ৰীহৰিৰ সুশোভিত বিশাল বক্ষঃস্থলত আঘাত কৰি গৰ্জ্জন কৰি কৰি অন্তৰ্হিত হ'ল।

পুষ্পমাল্যেৰে হাতীক আহত কৰিলে হাতী যেনেকৈ বিন্দুমাত্ৰও ব্যথিত নহয়, হিৰণ্যাক্ষৰ মুষ্টিৰ আঘাতত শ্ৰীহৰিও বিন্দুমাত্ৰ ব্যথিত নহ'ল।

তেতিয়া হিৰণ্যাক্ষই বহুবিধ আসুৰী মায়া সৃষ্টি কৰিব ধৰিলে। সেই মায়াই সকলো লোকক ভীত আৰু বিচলিত ধৰিলে। সমস্ত লোকে প্ৰলয় কাল উপস্থিত হৈছে বুলি ধাৰণা কৰিলে। মায়াৰ প্ৰভাৱত প্ৰচণ্ড বায়ু বলিবলৈ ধৰিলে আৰু সেই বায়ুয়ে ধূলি উৰুৱাই দিগ্‌বিদিক অন্ধকাৰাচ্ছন্ন কৰি পেলালে। সকলো ফালৰপৰা প্ৰস্তৰ খণ্ড নিপতিত হবলৈ ধৰিলে, যেন নিক্ষেপণ-যন্ত্ৰৰ দ্বাৰা নিক্ষিপ্ত হৈ প্ৰস্তৰ খণ্ডবোৰ পৰিব ধৰিলে।

আকাশমণ্ডল মেঘসমূহৰ দ্বাৰা অচ্ছাদিত হৈ পৰাত আকাশ যেন নক্ষত্ৰবিহীন হৈ পৰিল। ঘনে ঘনে বিদ্যুৎ আৰু মেঘগৰ্জ্জন হবলৈ ধৰিলে। মেঘৰ পৰা পূঁয, চুলি, তেজ, বিষ্ঠা, মূত্ৰ আৰু অস্থি বৰষুণৰ দৰে পৰিব ধৰিলে।

পৰ্বতবিলাকে যেন নানাবিধ অস্ত্ৰ বৰ্ষা কৰিব ধৰিছে এনেৰূপ দেখা গ'ল। উলঙ্গা, আলুলায়িত কেশা আৰু শূলধাৰিণী ৰাক্ষসীসকলক দেখিবলৈ পোৱা গ'ল।

পদাতি সৈন্য, অশ্ব, ৰথ আৰু হস্তীবিলাকৰ সহিত বহু সংখ্যক অস্ত্ৰধাৰী

যক্ষ আৰু ৰাক্ষসসকলে "মাৰ্ মাৰ্", "কাট কাট্" এইৰূপ হিংসাজনক অতি কঠোৰ বাক্যবোৰ উচ্চাৰণ কৰিব ধৰিলে।

যোগমায়াৰ অধীশ্বৰ শ্ৰীহৰিৰ ওচৰত আসুৰী মায়া কিমান পৰ থাকিব পাৰে? শ্ৰীহৰি আসুৰীমায়াবিনাশক তেওঁৰ অতি প্ৰিয় সুদৰ্শন অস্ত্ৰ প্ৰয়োগ কৰিলে। আসুৰীমায়া ব্যৰ্থ হ'ল। দিতিৰ স্বামী কশ্যপে এসময়ত দিতিক কৈছিল যে তোমাৰ দুই পুত্ৰক (হিৰণ্যাক্ষ আৰু হিৰণ্যকশিপুক) ভগৱানে বিনাশ কৰিব। এই কথা স্মৰণ কৰি দিতিৰ বুকুখন সহসা কঁপি উঠিল আৰু তেওঁৰ স্তনযুগলৰ পৰা ৰক্ত ক্ষৰিত হবলৈ ধৰিলে।

স্বীয় আসুৰীমায়া বিনষ্ট হৈছে দেখি হিৰণ্যাক্ষই ক্ৰোধেৰে পুনৰায় শ্ৰীহৰিৰ ওচৰলৈ আহি তেওঁক বাহুবেষ্টনেৰে নিপীড়ন কৰিব ধৰিলে; কিন্তু সেই ক্ষণতে শ্ৰীহৰি বাহুবেষ্টনত নেথাকি বাহিৰত হে আছে এনেকুৱা দেখিবলৈ পালে। তেতিয়া হিৰণ্যাক্ষ দৈত্যই পুনঃ শ্ৰীহৰিক মুষ্টিৰদ্বাৰা আঘাত কৰিব ধৰিলে। ভগৱান শ্ৰীহৰিয়েও হাতেৰে কাণৰ মূলত চৰ সোধাই দিলে। সেই চৰৰ কোৱত বায়ুয়ে উঘালি পেলোৱা মহাবৃক্ষৰ দৰে হিৰণ্যাক্ষ দৈত্য ঘূৰি ঘূৰি ধৰাত নিপতিত হ'ল। সেই সময়ত তাৰ চকুদুটা ঊৰ্দ্ধচক্ষু হৈছিল আৰু তাৰ হাত, ভৰি আৰু চুলি বিধ্বস্ত হৈছিল।

ব্ৰহ্মা আদি দেৱতাসঁকল আহি হিৰণ্যাক্ষ বধ হোৱা সমস্ত বৃত্তান্ত আলোচনা কৰি শ্ৰীহৰিৰ মহিমা উপলব্ধি কৰিলে।

# হিৰণ্যকশিপু

দেৱতাসকলৰ পক্ষপাতী হৈ বৰাহমূৰ্তি শ্ৰীহৰিয়ে হিৰণ্যাক্ষ দৈত্যক বধ কৰাত হিৰণ্যকশিপু ক্ৰোধ আৰু শোকত অত্যন্ত পৰিতপ্ত হৈ পৰিল। ক্ৰোধত পৰিপূৰ্ণ হৈ নিজৰ ওঠ দাঁতেৰে কামুৰিব ধৰিলে, আৰু ৰক্তচক্ষু হৈ সেই প্ৰজ্জ্বলিত চকু দুটাই দি ধোঁৱা বৰণীয়া আকাশ নিৰীক্ষণ কৰি দানৱবিলাকক এইদৰে কবলৈ ধৰিলে—

হে ত্ৰ্যক্ষ, হে সম্বৰ, হে শতবাহো, হে হয়গ্ৰীৱ, হে নমুচে, হে পাক, হে ইল্বল, হে বিপ্ৰচিত্তে, হে পুলোমন্, হে শকুনাদি দৈত্যবৰ্গ। তোমালোকে সকলোৱে মোৰ কথা শুনি লোৱা। তাৰ পাছত শীঘ্ৰে মোৰ উপদেশ অনুসাৰে কাৰ্য্য কৰিবা- বিলম্ব নকৰিবা।

হৰি সৰ্বত্ৰ সমভাৱাপন্ন হ'লেও আৰাধনাৰ দ্বাৰা বশীভূত হয়। আমাৰ ক্ষুদ্ৰ

শত্ৰু দেৱতাসকলে সেইদৰে শ্ৰীহৰিক সহায় কৰি লৈ তাৰ দ্বাৰা আমাৰ প্ৰিয় আৰু হিতকাৰী ভ্ৰাতা হিৰণ্যাক্ষক বধ কৰাইছে।

হৰি যদিও তেজোময় বিগ্ৰহধাৰী ঈশ্বৰ, তথাপি কপটতা কৰি বৰাহৰূপ ধাৰণ কৰিছে; যেয়ে তাক আৰাধনা কৰে, তাৰেই সি অনুগত হয়। তাৰ যে সমভাৱ ৰূপ স্বভাৱ আছিল, সেই স্বভাৱ সি ত্যাগ কৰিছে। সুতৰাং বালকৰ দৰে সি চঞ্চলচিত্ত। মই মোৰ এই শূলেৰে (লগেলগে শূল উত্তোলন কৰি) তাৰ কণ্ঠানালী বিদাৰণ কৰিম; তাতে যি প্ৰচুৰ তেজ নিৰ্গত হব, সেই তেজেৰে মোৰ সেই ৰুধিৰপ্ৰিয় হিৰণ্যাক্ষৰ তৰ্পণ কৰিম আৰু মোৰ মনোদুঃখ দূৰ কৰিম। কোনো বৃক্ষৰ গুৰি কাটি দিলে যেনেকৈ তাৰ ঠাল-ঠেঙুলি শুকাই যায়, সেইদৰে সেই কপট [illegible] হ'লে দেৱতাসকলো বিনষ্ট হৈ যাব; কাৰণ বিষ্ণুৱেই দেৱতাসকলৰ প্ৰাণ।

পৃথিৱী ব্ৰাহ্মণ আৰু ক্ষত্ৰিয়বিলাকৰ দ্বাৰা পৰিপূৰ্ণ হৈছে। সিহঁতে তপস্যা কৰে, যজ্ঞ কৰে, বেদাধ্যয়ন কৰে, ব্ৰত পালন কৰে আৰু দান কৰি থাকে। মই যিমানদিন হৰিবধ সাধনত ব্যস্ত থাকোঁ, সিমান দিনলৈকে তোমালোক সেই ব্ৰাহ্মণ আৰু ক্ষত্ৰিয় বিলাকক বধ কৰাত ব্যস্ত থাকিবা।

বিষ্ণু ধৰ্মময় পুৰুষ আৰু যজ্ঞস্বৰূপ। দ্বিজসকলৰ ক্ৰিয়া অনুষ্ঠানে তাৰ মূল। দেৱতাসকল, ঋষিসকল, পিতৃসকল আৰু ভূতবৰ্গৰ পৰম আশ্ৰয় আৰু ধৰ্মৰো পৰম আশ্ৰয়। যি হেতুকে ব্ৰাহ্মণ আৰু ক্ষত্ৰিয়সকল বিষ্ণুৰ মূল আৰু যি হেতুকে সিহঁতে মোক পৰিত্যাগ কৰি বিষ্ণুৰ আশ্ৰয় লৈছে, সেই হেতুকে সিহঁত আমাৰ বধ্য।

হে দানৱসকল! যি যি ঠাইত গো, ব্ৰাহ্মণ, বেদ আৰু বৰ্ণাশ্ৰমোচিত ক্ৰিয়া সমূহ বিদ্যমান আছে, তোমালোকে সেই সেই ঠাইলৈ গৈ.সেই সকলক দগ্ধ কৰা নাইবা ছেদন কৰা গৈ।

তাৰ পাছত সেই হিংসাপ্ৰিয় দানৱসকলে হিৰণ্যকশিপুক যথাযোগ্য সন্মান দেখুৱাই প্ৰভুৰ উক্ত আদেশ শিৰোধাৰ্য্য কৰি তদনুসাৰে প্ৰজাবিলাকক কষ্ট দিবলৈ ধৰিলে। সিহঁতে গ্ৰাম, নগৰ গোষ্ঠ উদ্যান অৰ্থাৎ কৃত্ৰিম বনভূমি, ক্ষেত্ৰ, অকৃত্ৰিম বনভূমি, ঋষিসকলৰ আশ্ৰম, ৰত্নাদিৰ খনি, কৃষক পল্লী, পৰ্বত-গুহাশ্ৰিত গ্ৰাম, গোপপল্লী আৰু ৰাজধানীবোৰ দগ্ধ কৰিবলৈ ধৰিলে। কোনো কোনোৱে খন্তাৰ সহায়ত দলং, প্ৰাচীৰ আৰু পুৰদ্বাৰবোৰ ভাঙি পেলাব ধৰিলে; আকৌ কোনো কোনো দানৱে প্ৰজাবিলাকৰ ঘৰবোৰ পুৰি পেলাব ধৰিলে।

ইফালে ভ্ৰাতৃশোকত সন্তপ্ত হিৰণ্যকশিপুৱে মৃত ভ্ৰাতা হিৰণ্যাক্ষৰ প্ৰেত তৰ্পণ কৰি ভ্ৰাতুষ্পুত্ৰ সকলক সান্ত্বনা দিবলৈ ধৰিলে।

দেশ-কালজ্ঞ দৈত্যপতি হিৰণ্যকশিপুৱে ভ্ৰাতৃবধু ৰুষাভানু আৰু মাতৃ দিতিকো মধুৰ বাক্যেৰে সান্ত্বনা দিব ধৰিলে।

হিৰণ্যকশিপুয়ে ক'লে - হে মাতঃ! হে বধূ! হে ভ্ৰাতুষ্পুত্ৰসকল! বীৰ হিৰণ্যাক্ষৰ বাবে তোমালোকে দুঃখ কৰা উচিত নহয়; কাৰণ বীৰসকলে সন্মুখ সমৰত দেহত্যাগ কৰিবলৈ ইচ্ছুক হয় আৰু সেইদৰে প্ৰশংসা লাভ কৰে।

মাতৃক সম্বোধন কৰি কৈছে - হে সুব্ৰতে! পূৰ্ব কৰ্মৰ ফলত জীৱে শৰীৰ লাভ কৰি মাতা, পুত্ৰ, স্বামী, স্ত্ৰী প্ৰভৃতিৰূপে মিলিত হয় আৰু পুনৰায় নিজ নিজ কৰ্মানুসাৰে তেওঁলোক সেই দেহ পৰিত্যাগ কৰি পৰস্পৰ বিচ্ছিন্ন হয়। জীৱৰ ইহলোকত অৱস্থান পান্থশালাত মিলিত হোৱাৰ দৰে ক্ষণস্থায়ী। আত্মা নিত্য, অব্যয় অৰ্থাৎ ক্ষয়বৃদ্ধিৰহিত, শুদ্ধ আৰু অণুস্বৰূপ হ'লেও আত্মা সৰ্ব্বশৰীৰ ব্যাপী আৰু সৰ্ব্বজ্ঞ আৰু দেহ মন ইন্দ্ৰিয়, বুদ্ধি আৰু প্ৰাণাদিৰ পৰা বেলেগ। এইৰূপ আত্মাই পৰৱৰ্ত্তী স্থূলদেহ লাভ কৰিবৰ নিমিত্তে পূৰ্ব্বৰ স্থূলদেহ ত্যাগ কৰি অজ্ঞানৰ বশৱৰ্ত্তী হৈ (মায়াৰ বশৱৰ্ত্তী হৈ) লিঙ্গদেহ ধাৰণ কৰে। লিঙ্গদেহবিশিষ্ট জীৱস্বৰূপ জ্ঞানৰ পৰা বিচ্যুত হৈ "দেহেই মই" এই ভাৱ প্ৰাপ্ত হয় যদিও আত্মা স্বয়ং সুখস্বৰূপ আৰু দেহতকৈ বেলেগ।

দেহতকৈ ভিন্নস্বৰূপ আত্মাত যে "দেহেই মই" এইৰূপ ভাৱনা, সেয়ে আত্মাৰ বিপৰ্য্যয় বা বিপৰীত ভাৱ। এই আত্মবিপৰ্য্যয় হেতুকে প্ৰিয় আৰু অপ্ৰিয়ৰ লগত যোগ আৰু বিচ্ছেদ হয় আৰু কৰ্মৰ দ্বাৰা নানা যোনিত পৰিভ্ৰমণ-ৰূপ সংসাৰ লাভ হয়।

এই আত্ম বিপৰ্য্যয় হেতুকে জীৱৰ জন্ম, মৃত্যু, নানা শোক-ক্লেশ, অবিৱেক, চিন্তা আৰু বিৱেকৰ বিস্মৰণ হয় বুলি জ্ঞানীলোকসকলে কয়।

আত্মা নিত্য, তাৰ বাবে শোক কৰা উচিত নহয়। এই বিষয়ে এটি পুৰাণ ইতিহাস আছে।

উশীনৰ দেশত সুযজ্ঞ নামে বিখ্যাত এক নৰপতি আছিল। তেওঁ শত্ৰুবিলাকৰ দ্বাৰা নিহত হয়। তেতিয়া তেওঁৰ স্বজনসকলে সেই মৃতদেহটো বেষ্টন কৰি থাকিল। সুযজ্ঞৰ ৰত্ন কৱচ ছিন্ন ভিন্ন হৈছিল। তেওঁৰ মালা আৰু অলঙ্কাৰ বিচ্যুত হৈছিল, হৃদয় বিদীৰ্ণ হৈ গৈছিল, তেওঁ ৰক্তাক্ত কলেৱৰে শয়ন কৰি আছিল। তেওঁৰ কেশ আলুলায়িত আৰু দুয়ো চক্ষু বিধ্বস্ত হৈছিল। ক্ৰোধত তেওঁ ওষ্ঠদংশন কৰি আছিল। যুদ্ধক্ষেত্ৰৰ ধূলিয়ে তেওঁৰ মুখপদ্ম ঢাকি পেলাইছিল আৰু যুদ্ধত তেওঁ অস্ত্ৰ-শস্ত্ৰ আৰু বাহু ছিন্ন হৈ গৈছিল।

কৰ্মফলদাতা বিধাতাই যাক সেইৰূপ অৱস্থাত উপনীত কৰাইছে অৰ্থাৎ যাৰ এই ৰূপ মৃত্যু ঘটাইছে, সেই উশীনৰ দেশৰ অধিপতি স্বামী সুযজ্ঞক মৃত

অৱস্থাত দেখি মহিষীসকল অত্যন্ত দুঃখিতা হৈ "হায়! আমি সমূলঞ্চে মৰিলো" বুলি নিজ নিজ বুকুত ভুকুৱাই কান্দি কান্দি ৰজাৰ চৰণ সমীপত নিপতিত হ'ল।

এই ৰাজমহিষীবিলাকৰ বস্ত্ৰ ভূষণ আৰু কেশ খহি গ'ল - এনে অৱস্থাত ৰোদন কৰি কৰি নানাপ্ৰকাৰ বিলাপ কৰিব ধৰিলে। এই দৃশ্যাই জনগণৰো শোক উৎপাদন কৰিছিল।

হে মহীপতে! তুমি আমাৰ পৰম সুহৃৎ। এই অৱস্থাত তোমাৰ বিহনে আমি কেনেকৈ জীৱন ধাৰণ কৰিম? অতএৱ হে বীৰ! তুমি য'লৈ যাবা তালৈকে আমাকো লৈ যোৱা। আমি তোমাৰ চৰণৰ দাসী - আমালোককো তোমাৰ গন্তব্য স্থানলৈ যোৱাৰ অনুমতি দিয়া।

মৃত পতিক বেষ্টন কৰি ৰাজ মহিষীসকলে এইদৰে বিলাপ কৰিবলৈ ধৰিলে। মৃত দেহ দাহ কৰিবলৈ লৈ যোৱাটো তেওঁলোকে ইচ্ছা নকৰিলে; এনেতে সূৰ্য্যদেৱ অস্তাচললৈ গমন কৰিলে।

মৃত ভূপতিৰ স্বজনবিলাকৰ ৰোদন ধ্বনি শুনিবলৈ পাই যমৰজাই নিজে বালকৰ বেশ ধৰি সেই ঠাইত উপস্থিত হৈ এইদৰে কবলৈ ধৰিলে— হায়! হায়! এইবিলাক লোক মোতকৈ বয়সত জ্যেষ্ঠ; এওঁলোকে জন্ম মৰণাদি কৰ্ম বহুবাৰ দেখিছে। বৰ্তমান অৱস্থাত এওঁলোকৰ বিমোহ উপস্থিত হৈছে। সেই মৃতব্যক্তিজন য'ৰপৰা আহিছিল, তালৈকে গুচি গৈছে। এই শোক কৰা লোকবিলাকো তাৰ দৰেই মৰণশীল। এওঁলোকে বৃথাই শোক কৰিব ধৰিছে।

আহা! বালক হ'লেও আমাতকৈ ধন্য ব্যক্তি আন কোনো নাই। আমাৰ পিতামাতা আমাক পৰিত্যাগ কৰি পৰলোকলৈ গুচি গৈছে। আমি যদিও দুৰ্বল, ব্যাঘ্ৰ প্ৰভৃতি হিংস্ৰ জন্তুবিলাকে এতিয়াও আমাক ভক্ষণ কৰা নাই; গতিকে আমি একো চিন্তা নকৰোঁ; কাৰণ গৰ্ভতে পৰমেশ্বৰে ৰক্ষা কৰিছে, তেঁৱে সৰ্ব্বদাই ৰক্ষা কৰিব।

হে অবলাসকল! যিজন নিৰ্বিকাৰ পৰমেশ্বৰে নিজৰ সংকল্প মাত্ৰেই বিশ্বৰ সৃজন, পালন আৰু সংহাৰ কৰি থাকে, এই চৰাচৰ জগৎ সেই সৰ্ব্ব নিয়ন্তা পৰমেশ্বৰৰ ক্ৰীড়াৰ সামগ্ৰী মাথোন; তেৱেঁই একমাত্ৰ সংহাৰ আৰু পালন কৰিবলৈ সক্ষম।

পৰমেশ্বৰে ৰক্ষা কৰিলে ৰাজপথত পৰি যোৱা বস্তুও সুৰক্ষিত হৈ থাকে আৰু তেওঁ বিনাশ কৰিবলৈ ইচ্ছা কৰিলে ঘৰত থকা বস্তুও বিনষ্ট হৈ যায়। সেই পৰমেশ্বৰে ৰক্ষা কৰিলে অসহায় ব্যক্তিয়েও বনত জীৱন ধাৰণ কৰিব পাৰে আৰু তেওঁ বিনাশ কৰিবলৈ ইচ্ছা কৰিলে ঘৰত সুৰক্ষিত হৈ থাকিলেও কোনেও জীৱন ধাৰণ কৰি থাকিব নোৱাৰে।

সত্ত্ব ৰজঃ তমঃ এই তিনি গুণেই ভূতবৰ্গৰ উদ্ভৱৰ কাৰণ; এই গুণত্ৰয়ৰ

হেতুকে যিবোৰ কৰ্ম কৰা হয়, সেই সেই কৰ্মৰ ফল স্বৰূপে যথাকালত দেৱতা মনুষ্যাদি দেহ উৎপন্ন হয় আৰু বিনষ্ট হয়। কৰ্ম কৰ্ত্তা জীৱ প্ৰকৃতিতে গুণসমূহৰ দ্বাৰা আৱদ্ধ হয় অৰ্থাৎ তিনি গুণৰ পৰিণাম বিষয়সমূহত আসক্ত হৈ জন্ম মৰণ প্ৰৱাহ ৰূপ সংসাৰত আৱদ্ধ হয় আৰু সেই জীৱদেহত পৰমেশ্বৰ অন্তৰ্য্যামী ৰূপে অৱস্থিত থাকিও সেই গুণকেইটিৰ দ্বাৰা আবদ্ধ হৈ নাথাকে। জীৱৰ এই দেহ মোহৰ হেতুস্থানীয়া প্ৰকৃতিৰ গুণ সমূহৰপৰা উৎপন্ন; গৃহ যেনেকৈ গৃহস্থ পুৰুষৰ পৰা পৃথক, সেইদৰে পাঞ্চভৌতিক দেহো আত্মাৰ পৰা পৃথক বুলি প্ৰতীত হৈ থাকে। যেনেকৈ জলবিন্দুৰ পৰা উৎপন্ন হোৱা বুদ্বুদাদি, মৃৎপিণ্ডৰ পৰা উৎপন্ন হোৱা ঘট আদি আৰু অগ্নিকন্যাৰ পৰা উৎপন্ন হোৱা প্ৰদীপ আদি কালক্ৰমত বিনষ্ট হৈ যায়, সেইদৰে গুণসমূহৰ পৰা উৎপন্ন হোৱা দেহ কালক্ৰমত বিনষ্ট হৈ থাকে; কিন্তু আত্মা কেতিয়াও বিনষ্ট নহয়।

অগ্নি যেনেকৈ কাঠৰ মাজত অৱস্থিত থাকিলেও তাৰ প্ৰকাশত্ব আৰু দাহকত্বৰূপে ভিন্ন বুলি প্ৰতীত হয়, প্ৰাণবায়ু যেনেকৈ সৰ্ব্বদেহগত নাসিকা আদিত পৃথক বুলি ধাৰণা হয় আৰু আকাশ যেনেকৈ সৰ্ব্বগত হৈও একোতে লিপ্ত নহয়, সেইদৰে জীৱ দেহেন্দ্ৰিয়াদিৰ আশ্ৰয় অৰ্থাৎ ধাৰক হৈও সেই বিলাকৰ পৰা পৃথক আৰু নিৰ্লিপ্ত। হে মূঢ় অবলাসকল। তোমালোকে যাৰ কাৰণে শোক কৰিবলৈ ধৰিছা সুযজ্ঞ নামধাৰী সেই দেহৰূপ পদাৰ্থটো তোমালোকৰ আগতে শয়ন কৰি আছে; তেন্তে কিয় শোক কৰিব ধৰিছা। আৰু যদি কোৱা যে ইমান দিনে তেওঁ শুনিছিল আৰু কথাৰ উত্তৰ দিছিল, এতিয়া তেওঁৰ শ্ৰৱণ শক্তিও নাই আৰু কথাৰ উত্তৰ দিয়াৰ ক্ষমতাও নাই সেই কাৰণে তেওঁক মৃত বুলি শোক কৰিছোঁ - এইদৰেও কব নোৱাৰা, কাৰণ এই দেহত যিজন শ্ৰোতা আৰু উত্তৰদাতা আছিল, তেওঁক কেতিয়াও দেখিবলৈ পোৱা নাযায়।

এই দেহত প্ৰাণ যদিও ইন্দ্ৰিয়ৰ প্ৰবৃত্তিৰ হেতু আৰু ইন্দ্ৰিয়বিলাকৰ ভিতৰত শ্ৰেষ্ঠ হ'লেও অচেতন হেতুকে প্ৰাণ শ্ৰোতা বা প্ৰত্যুত্তৰ প্ৰদাতা হ'ব নোৱাৰে। যিজনাই এই দেহত ইন্দ্ৰিয় সমূহৰ দৰ্শন আদি কৰে, সেই চেতন স্বৰূপ আত্মা অচেতন দেহ আৰু প্ৰাণতকৈ ভিন্ন।

জ্ঞান স্বৰূপ আত্মাই পঞ্চভূত, দহ ইন্দ্ৰিয় আৰু মনোযুক্ত দেৱ মনুষ্যাদি উৎকৃষ্ট বা অপকৃষ্ট দেহ আশ্ৰয় কৰে, আকৌ সেই দেহকে পৰিত্যাগ কৰে; অতএৱ আত্মা স্বকীয় জ্ঞানৰূপ সেই দেহ আৰু ইন্দ্ৰিয়বিলাকৰ পৰা ভিন্ন।

যিমান দিন আত্মাৰ প্ৰকৃতিৰ লগত সম্বন্ধ থাকে আত্মা সিমান দিনেই লিঙ্গদেহ বিশিষ্ট হৈ থাকে। সিমান দিনেই জীৱৰ শৃঙ্খলাস্বৰূপ শুভ আৰু অশুভ কৰ্ম চলি থাকে, সিমান দিনেই অশুভ কৰ্মৰ ফল দুঃখ আৰু শুভ কৰ্মৰ ফল সুখ

অনুভৱ হৈ থাকে আৰু সিমান দিনেই মানসিক মিথ্যা কল্পনা আৰু সপোনৰ দৰে কৈ দেহত অহং বুদ্ধি ৰূপ মিথ্যা অভিনিবেশ চলি থাকে। সেই মিথ্যা অভিনিবেশৰ পৰাই গুণকাৰ্য্য স্ত্ৰীপুত্ৰ গৃহাদিত "ইহঁতেই মোৰ জীৱন ধাৰণৰ হেতু" ইত্যাদি বাক্য প্ৰযুক্ত হৈ থাকে আৰু যিমান দিন প্ৰকৃতিৰ লগত সম্বন্ধ থাকে, সিমান দিনেই সমস্ত কৰ্মফল ভোগ হৈ থাকে।

অতএৱ এই জগতত যিবিলাকে নিত্য আৰু অনিত্য পদাৰ্থ কি সেইটো জানে, তেওঁবিলাকে নিত্য আত্মা আৰু অনিত্য দেহাদিৰ কাৰণে শোক নকৰে আৰু যিবিলাকৰ নিত্য আৰু অনিত্যৰ বিবেক জ্ঞান নাই আৰু সেই অজ্ঞানতাৰ কাৰণে শোক কৰি থাকে, তেওঁলোকৰ স্বভাৱৰ অন্যথা কেতিয়াও নহয় অৰ্থাৎ তেওঁলোক শোকাচ্ছন্ন আৰু মোহমুগ্ধ হৈয়ে থাকে।

(তেনে স্বভাৱৰ ফল যে বিনাশ সেই বিষয়ে এটা উপাখ্যান আছে—)

পক্ষীবিলাকৰ যমস্বৰূপ এক ব্যাধে জঙ্ঘলত জাল পাতি থৈ জালৰ তলত অন্নাদি বিবিধ প্ৰলোভনীয় বস্তু থৈ দিছিল। এদিনাখন সেই ব্যাধে কুলিঙ্গ নামৰ এজোৰ পক্ষী দম্পতীক সেই স্থানত বিচৰণ কৰি থকা দেখিবলৈ পালে। ক্ষন্তেক পাছতে সেই পক্ষীজোৰৰ স্ত্ৰী পক্ষীটি সহসা ব্যাধৰ প্ৰলোভনত পৰি গ'ল আৰু কালপ্ৰেৰিতা হৈ জালৰ সূতাত আবদ্ধ হৈ গ'ল।

পুৰুষ কুলিঙ্গ পক্ষীটো কুলিঙ্গীক সেইদৰে বিপন্না হোৱা দেখি অত্যন্ত দুঃখিত হ'ল আৰু তাইক মুক্ত কৰিবলৈ অসমৰ্থ হৈ স্নেহবশতঃ সেই কুলিঙ্গীৰ কাৰণে বিলাপ কৰিব ধৰিলে। হায়! বিধাতা বৰ নিষ্ঠুৰ; মোৰ স্ত্ৰী মোৰ পতি প্ৰেমশীলা, মোক কাতৰ হোৱা দেখি তাই নিজে কাতৰা হৈছে আৰু মোৰ কাৰণে শোক কৰিব ধৰিছে। বিধাতাই নো তাইক নি কি কৰিব— তাইক নিয়াত বিধাতাৰ তো একো লাভ নাই।

বিধাতাই মোকো যথেচ্ছা লৈ যাওক। পত্নী পতিৰ দেহৰ অৰ্দ্ধাংশ। স্ত্ৰীৰূপ দেহৰ অৰ্দ্ধাংশ যদি বিনষ্ট হয় তেন্তে পুৰুষৰূপ অৰ্দ্ধাংশ দেহভাগ পত্নী বিহীন হৈ কাতৰভাৱে অতি দুঃখত জীৱিত থাকিব। অতএৱ এই পুৰুষ ৰূপ দেহত মোৰ আৱশ্যক নাই। হায়! মোৰ হতভাগ্য ছানাবোৰে বাহত আমালৈ বাট চাই আছে। সিহঁতৰ এটি পাখি গজা নাই। সেই ছানাবোৰক মই কেনেকৈ পোহপাল দিম?

কুলিঙ্গ পক্ষীটোৱে এইদৰে পত্নী বিৰহত কাতৰ হৈ চকুৰ পানীৰে নিজক তিয়াই পেলালে; ঠিক তেনে সময়ত পক্ষীহন্তা সেই ব্যাধে গছৰ আঁৰালত থাকি এপাত শৰেৰে তাক বিন্ধি পেলালে।

(যমে হিৰণ্যাক্ষৰ মহিষীসকলক কৈছে —)

হে মহিষীসকল! অজ্ঞ কুলিঙ্গ পক্ষীটোৱে নিজৰ মৃত্যুৰ ফালে লক্ষ্য নকৰি শোক কৰি থাকি নিজেই মৃত্যুৰ কবলত পৰিলে কিন্তু প্ৰিয়াক লাভ কৰিব

নোৱাৰিলে। সেইদৰে তোমালোকেও নিৰ্বোধ হৈ নিজৰ নিজৰ অৱশ্যম্ভাৱী মৃত্যুৰ ফালে লক্ষ্য নকৰি পতিৰ কাৰণে শোক কৰিছা; কিন্তু শ শ বছৰ শোক কৰি থাকিও তোমালোকে পতিক কেতিয়াও পুনৰায় নাপাবা।

হিৰণ্যকশিপুৱে ক'লে - বালকৰূপী যমৰাজে এইদৰে কোৱাত সুযজ্ঞৰ জ্ঞাতি বৰ্গই বিস্মিত চিত্ত হ'ল আৰু আত্মা ভিন্ন যিবোৰ বস্তুত "মই, মোৰ" বুলি আমি আত্মাভিমান কৰোঁ, দেহ, ইন্দ্ৰিয়, স্ত্ৰী, পুত্ৰ পৰিবাৰ সেই সমস্তই অনিত্য বুলি জ্ঞান কৰিলে অৰ্থাৎ তেওঁলোকে তত্ত্বজ্ঞান লাভ কৰিলে। যমৰাজে ইয়াকে কৈ সেই ঠাইতে অন্তৰ্দ্ধান হ'ল আৰু সুযজ্ঞৰ জ্ঞাতিবৰ্গয়ো তেওঁৰ পাৰলৌকিক কাৰ্য্য সম্পাদন কৰিলে। অতএৱ তোমালোকে আত্মা বা দেহ ইন্দ্ৰিয়াদি অপৰ বস্তুৰ বাবে শোক নকৰিবা; কাৰণ আত্মা নিত্য আৰু দেহ ইন্দ্ৰিয় আদি অনিত্য ইয়াকে জানি কোনো প্ৰকাৰে এইবোৰৰ বাবে শোক কৰা উচিত নহয়। দেহীসকলৰ 'এইটো আপোন, এইটো পৰ' এনেধৰণৰ অভিমান অজ্ঞানতা মাথোন; কাৰণ এই জগতত আত্মাই বা কোন আৰু পৰেই বা কোন? আত্মীয়ই বা কোন্, পৰাকীয়াই বা কোন?।

মাতৃ দিতি আৰু তেওঁৰ পুত্ৰবধূসকলক হিৰণ্যকশিপুয়ে এইদৰে সান্ত্বনা দিয়াত দিতিয়ে পুত্ৰলোক পৰিত্যাগ কৰি পৰম তত্ত্ব শ্ৰীভগৱানৰ প্ৰতি মনোনিবেশ কৰিলে।

# ব্ৰহ্মাৰ ওচৰত হিৰণ্যকশিপুৰ বৰ প্ৰাৰ্থনা

দৈত্যৰাজ হিৰণ্যকশিপুৰ এক সময়ত নিজক অজৰ অজেয়, অমৰ আৰু প্ৰতিপক্ষ শূন্য অদ্বিতীয় ৰজা কৰিবলৈ অভিলাষ কৰিছিল। সেই উদ্দেশ্যে হিৰণ্যকশিপুৱে মন্দাৰ পৰ্বতৰ উপত্যকাত উৰ্দ্ধবাহু হৈ আকাশত দৃষ্টি নিবদ্ধ কৰি ভৰিৰ বৃদ্ধ অঙ্গুলিৰ দ্বাৰা ভূতল আশ্ৰয় কৰি কঠোৰ তপস্যা কৰিবলৈ আৰম্ভ কৰিলে।

প্ৰলয়কালীন সূৰ্য্য যেনেকৈ নিজৰ কিৰণজালেৰে শোভিত হয়, সেইদৰে হিৰণ্যকশিপু নিজৰ জটাৰ কান্তিৰ ছটাত শোভিত হৈ উঠিল। হিৰণ্যকশিপুৱে তপস্যা কৰিব ধৰাৰ পূৰ্বে স্বৰ্গৰ ইন্দ্ৰত্ব পদত অধিষ্ঠিত আছিল আৰু সেইবাবে স্বৰ্গৰ দেৱতাসকলে অসুৰৰ ভয়ত অলক্ষিতে থাকি পৃথিবীত বিচৰণ কৰি ফুৰিছিল। হিৰণ্যকশিপুৱে তপস্যা কৰিবলৈ ধৰাত দেৱতাসকলে স্বৰ্গলৈ আহি নিজ নিজ স্থান অধিকাৰ কৰিলে।

তাৰ পাছত হিৰণ্যকশিপুৰ দুৰ্ঘোৰ তপস্যাত তাৰ মস্তকৰ পৰা তপোময় সধূম অগ্নি সমুত্থিত হৈ দশোদিক উদ্দীপ্ত আৰু সন্তপ্ত কৰি তুলিলে। সেই উগ্ৰ তপস্যাৰ প্ৰভাৱত নদী আৰু সমুদ্ৰবোৰ ক্ষুব্ধ হৈ উঠিল, দ্বীপ আৰু পৰ্বতসমূহৰ সহিত পৃথিৱী কম্পিত হৈ উঠিল আৰু নক্ষত্ৰবিলাক সমন্বিতে গ্ৰহবিলাক আকাশৰ পৰা চ্যুত হবলৈ ধৰিলে।

হিৰণ্যকশিপুৰ এই তপোময় অগ্নিৰদ্বাৰা সন্তপ্ত হৈ দেৱতাসকলে স্বৰ্গলোক পৰিত্যাগ কৰি ব্ৰহ্মালোকলৈ গমন কৰিলে আৰু ব্ৰহ্মাৰ ওচৰত হিৰণ্যকশিপুৰ উগ্ৰ তপস্যাৰ বৰ্ণনা দিলে আৰু তাক প্ৰশমিত কৰিবলৈ অনুৰোধ কৰিলে।

দেৱতাসকলে কৈছে— হে ভগৱন! আপুনি সৰ্বজ্ঞ, আপুনি নিজেই সকলো কথা জানে, তথাপি আমি হিৰণ্যকশিপুৰ সংকল্পৰ কথা কওঁ শুনক।

হে ভগৱন! হিৰণ্যকশিপুৰ সঙ্কল্প এয়ে যে ব্ৰহ্মাই তপোনিষ্ঠা আৰু যোগ নিষ্ঠাৰ দ্বাৰা এই চৰাচৰ জগৎ সৃষ্টি কৰি সৰ্ব্বশ্ৰেষ্ঠ সত্যলোকত অৱস্থান কৰি থাকে, ময়ো হয় একে জন্মতে, নহয় বহুজন্মত ব্ৰহ্মাতকৈও অধিক তপস্যা আৰু যোগ নিষ্ঠাৰে সেই সত্যলোক অধিকাৰ কৰিম। মই নিজৰ শক্তিৰে ব্ৰহ্মাৰ সৃষ্টি-প্ৰণালীত কৈ ভিন্ন প্ৰকাৰে আৰু বিপৰীতৰূপে এই বিশ্ব সৃষ্টি কৰিম; এতএৱ কল্পান্তত যিবিলাক লোক বিনষ্ট হৈ যায়, তেনেলোকৰ প্ৰযোজন মোৰ নাই; মই ব্ৰহ্মালোককে অধিকাৰ কৰিম। ব্ৰহ্মাৰ পৰমেষ্ঠীপদ অধিকাৰ কৰিম।

হে জগৎপতে! আপোনাৰ এই পৰমেষ্ঠীপদৰ বাবেই গো আৰু ব্ৰাহ্মণ সকলৰ উদ্ভৱ, সুখ ঐশ্বৰ্য্য, কল্যাণ আৰু উৎকৰ্ষ লাভ হৈছে; কিন্তু এই পদ যদি হিৰণ্যকশিপুয়ে লাভ কৰে, তেন্তে গো-ব্ৰাহ্মণৰ ঘোৰতৰ অনিষ্ট হব।

দেৱতাসকলৰ পৰা এই সংবাদ পাই ভগৱান ব্ৰহ্মাই ভৃগু দক্ষ প্ৰভৃতি মুনিসকলেৰে পৰিবৃত হৈ হিৰণ্যকশিপুৰ আশ্ৰমত উপস্থিত হ'ল।

তপস্যাৰত হিৰণ্যকশিপুৰ দেহত উইৰ ঢিপি হৈছিল আৰু দেহ গছ-তৃণেৰে সমাচ্ছন্ন হৈছিল, এই কাৰণে ব্ৰহ্মাই তাত উপস্থিত হৈ তাক দেখা পোৱা নাছিল। তাৰ পাছত তপস্যাৰে লোকসমূহক সন্তাপ দিয়া সেই হিৰণ্যকশিপুক মেঘাবৃত সূৰ্য্যৰ দৰে বিশেষভাৱে লক্ষ্য কৰি ব্ৰহ্মা বিস্মিত হ'ল আৰু হাঁহি কবলৈ ধৰিলে—

হে কশ্যপ নন্দন হিৰণ্যকশিপু! উঠা, উঠা— তোমাৰ মঙ্গল হওক। তুমি তপস্যাত সিদ্ধ হৈছা। মই তোমাক বৰ দিবলৈ আহিছোঁ। তোমাৰ অভিলষিত বৰ কি তাক প্ৰাৰ্থনা কৰা।

তোমাৰ মই অতি আচৰিত ধৈৰ্য্যশক্তি দেখিলোঁ। বনমাখি আৰু পিপঁৰা আদিয়ে তোমাৰ ৰক্ত মাংস ভক্ষণ কৰি পেলাইছে; এতিয়া তোমাৰ প্ৰাণ অস্থি-সমূহৰ মাজত হে আছে।

এইৰূপ তপস্যা আগৰ ঋষিসকলে কৰিব পৰা নাই। পাছতো কোনোৱে এনে উগ্ৰ তপস্যা কৰিব নোৱাৰিব। এনে কোন ব্যক্তি আছে যে পানীটোপা পৰ্য্যন্ত পৰিত্যাগ কৰি দেৱপৰিমাণে শতবৎসৰ প্ৰাণ ধাৰণ কৰিব পাৰে?

মহা মহা মনস্বী সকলৰ পক্ষেও যি দুষ্কৰ; তেনে দুষ্কৰ তপস্যা আৰু সেই তপস্যাবিষয়ক সংকল্পৰ দ্বাৰাই মই পৰাজিত হৈছোঁ, তদুপৰি তুমি যে সেই দুষ্কৰ তপস্যা সাধন কৰিছা, তাৰ দ্বাৰাও মোক পৰাজয় কৰিছা - মই প্ৰসন্ন হৈছোঁ।

অতএৱ হে অসুৰ শ্ৰেষ্ঠ! মই তোমাক তোমাৰ অভিলষিত সকলো বস্তু প্ৰদান কৰিম। মই অমৰ আৰু তুমি মৰণশীল; গতিকে তোমাৰ পক্ষে মোৰ দৰ্শন নিষ্ফল হ'ব নোৱাৰে। ব্ৰহ্মাই এইবুলিকৈ তেওঁ অব্যৰ্থ প্ৰভাৱসম্পন্ন দিব্য কমণ্ডলুৰ জলেৰে কঙ্কালসাৰ হিৰণ্যকশিপুৰ দেহক প্ৰোক্ষণ কৰিলে।

কাঠৰপৰা অগ্নি সহসা উত্থিত হোৱাৰ নিচিনাকৈ বাঁহ পুলি গজি থকা বল্মীক স্তুপস্বৰূপ হিৰণ্যকশিপুৰ দেহ তপ্তকাঞ্চনসদৃশ কান্তি বিশিষ্ট হৈ পৰিল। সেই দৈত্য মনঃশক্তি সম্পন্ন, ইন্দ্ৰিয় শক্তি আৰু দেহশক্তিসমন্বিত সকলো অৱয়বযুক্ত যুবাপুৰুষ হৈ পৰিল।

হিৰণ্যকশিপুৱে হংসবাহন ব্ৰহ্মাক আকাশত সমুপস্থিত দেখি আনন্দিত হৈ মস্তক অৱনত কৰি ভূমিত প্ৰণাম কৰিলে। তাৰ পাছত ভূমিৰ পৰা উঠি এক দৃষ্টিৰে ব্ৰহ্মাক নিৰীক্ষণ কৰিব ধৰিলে। সেই সময়ত তাৰ চক্ষুযুগলৰ পৰা আনন্দাশ্ৰু নিপতিত হোৱাত দেহত ৰোমাঞ্চ উদ্ভিন্ন হ'ল। দৈত্যৰাজ কৃতাঞ্জলি আৰু বিনয়াবনত হৈ গদ্ গদ বাক্যেৰে বহ্মাৰ স্তৱ কৰিব ধৰিলে।

যিজনা স্বপ্ৰকাশ কল্পান্ত কালত কালসৃষ্ট প্ৰকৃতিৰ তমোগুণৰূপ নিবিড় অন্ধকাৰৰ দ্বাৰা এই জগৎ আবৃত হোৱাত যিজনে স্বীয় তেজৰদ্বাৰা এই জগৎ অভিব্যক্ত কৰি থাকে আৰু যিজনা স্বয়ং ত্ৰিগুণাত্মক হৈ এই জগতৰ সৃজন, পালন আৰু সংহাৰ কৰি থাকে, ৰজঃ সত্ত্ব আৰু তমোগুণৰ আশ্ৰয় স্বৰূপ হৈ সেই অপৰিচ্ছিন্ন পৰমেশ্বৰক নমস্কাৰ কৰোঁ।

হে ভগৱন! আপুনি সকলোৰে আত্মস্বৰূপ; অতএৱ প্ৰকৃত্যাদি কাৰণ, মহাদাদি কাৰ্য্য চেতন অচেতন প্ৰভৃতি একোৱে আপোনাৰ পৰা ভিন্ন নহয়। বিদ্যা আৰু কলাসমূহ অৰ্থাৎ বেদ-বেদাঙ্গসমূহ আপোনাৰেই শৰীৰ, ব্ৰহ্মাণ্ড আপোনাৰ গৰ্ভত অৱস্থিত আৰু আপুনি,. বিপুলস্বৰূপ হৈও, আপুনি আমালোকৰ কল্যাণৰ নিমিত্তে ত্ৰিলোকৰ ওপৰত সত্যলোকত অৱস্থান কৰি আছে।

হে ভগৱান! আপুনি কাৰণ স্বৰূপ, পৰমাত্মা আৰু সনাতন পুৰুষ। আপুনি সত্যলোকত অৱস্থিত থাকি এই ব্ৰহ্মাণ্ডৰূপ বিৰাট শৰীৰ আৰু ইন্দ্ৰিয়, প্ৰাণ আৰু মনৰ বিষয়সমূহ অনুভৱ কৰি থাকে।

ইত্যাদি নানাপ্ৰকাৰে হিৰণ্যকশিপুয়ে ব্ৰহ্মাৰ স্তৱ কৰিলে। তাৰ পাছত হিৰণ্যকশিপুয়ে বৰ প্ৰাৰ্থনা কৰিলে—

**অনন্তাব্যক্ত ৰূপেণ যেনেদমখিলং ততম্।**
**চিদচিচ্ছক্তিযুক্তায় তস্মৈ ভগৱতে নমঃ।। ৩৪**
**যদি দাস্যস্যভিমতান্ বৰাম্মে বৰদোত্তম।**
**ভূতেভ্যস্ত্বদ্বিসৃষ্টেভ্যো মৃত্যুৰ্মাভূন্মম প্ৰভো।। ৩৫**

(ভাঃ ৭/৩ - ৩৪/৩৫)

হে অনন্ত! আপুনি মন আৰু বাক্যৰ অগোচৰৰূপে এই জগৎ ব্যাপি আছে। আপুনি জীৱ আৰু কালাদি ৰূপ চিদচিচ্ছক্তিযুক্ত ভগৱান; এইৰূপ যে আপুনি, মই সেই আপোনাক নমস্কাৰ কৰোঁ।

হে প্ৰভো! আপুনি বৰদাতাসকলৰ ভিতৰত শ্ৰেষ্ঠ; যদি আপুনি মোৰ অভিলষিত বৰ প্ৰদান কৰে তেনেহ'লে মোক এই বৰ প্ৰদান কৰক যে—আপোনাৰ সৃষ্ট কোনো প্ৰাণীৰ পৰা যেন মোৰ মৃত্যু নহয়। ৩৫

**নান্তৰ্বহিৰ্দিবা নক্তমন্যস্মাদপি চায়ুধৈঃ।**
**ন ভূমৌ নাম্বৰে মৃত্যুৰ্ন নৰৈৰ্ন মৃগৈৰপি।। ৩৬**

গৃহাদিৰ ভিতৰত, গৃহাদিৰ বাহিৰত, দিবাভাগত বা ৰাত্ৰিভাগত যেন মোৰ মৃত্যু নহয়; আপোনাৰ নিচিনা ব্যক্তিৰ পৰা আৰু অস্ত্ৰ-শস্ত্ৰাদিৰ দ্বাৰা যেন মোৰ মৃত্যু নহয়; ভূমিত আৰু আকাশত যেন মোৰ মৃত্যু নহয়; নৰ আৰু পশুৰ পৰা যেন মোৰ মৃত্যু নহয়। ৩৬

**ব্যসুভিৰ্বাসুমদ্ভিৰ্বা সুৰাসুৰ মহোৰগৈঃ।**
**অপ্ৰতিদ্বন্দ্বতাং যুদ্ধে ঐকপত্যঞ্চ দেহিনাম্।। ৩৭**
**সৰ্ব্বেষাং লোকপালানাং মহিমানং যথাত্মনঃ**
**তপো যোগ প্ৰভাৱানাং যন্ন ৰিষ্যতি কৰ্হিচিৎ।। ৩৮**

প্ৰাণী বা অপ্ৰাণী, দেৱ, অসুৰ, মহাসৰ্প এইবিলাকেও যেন মোক বধ নকৰে; যুদ্ধত কোনোজন যেন মোৰ প্ৰতিদ্বন্দ্বী নহয়; দেহীসকলৰ ওপৰত যেন মোৰ একাধিপত্য হয়; যি মহিমা লাভ কৰিব পাৰিলে, সেই মহিমা যেন নষ্ট নহয় আৰু যি মহিমা লোকপালসকলৰ, তপস্যা আৰু যোগ প্ৰভাৱশালী মুনিসকলৰ আৰু আপোনাৰ আছে, তেনে মহিমা মোক প্ৰদান কৰক। ৩৭/৩৮

**এবং বৃতঃ শতধৃতি-হিৰণ্যকশিপোৰথ।**
**প্ৰাদাৎ তত্তপসা প্ৰীতো বৰাস্তস্য সুদুৰ্লভান্।। ৪/১**

হিৰণ্যকশিপুৰ উগ্ৰ তপস্যাত ব্ৰহ্মা সন্তুষ্ট হৈছিল, এই কাৰণতে হিৰণ্যকশিপুৱে পূৰ্বোক্তৰূপে প্ৰাৰ্থিত হোৱাত তেওঁ তাক অতি দুৰ্লভ বৰসমূহ দিলে। ৪/১

শ্ৰীব্ৰহ্মোবাচ-

**তাতেমে দুৰ্লভাঃ পুংসাং যান্ বৃণীষে বৰান্ মম।**
**তথাপি বিতৰাম্যঙ্গ! বৰান্ যদ্যপি দুৰ্লভান্ ।। ৪/২**

ব্ৰহ্মাই ক'লে— হে তাত হিৰণ্যকশিপো! তুমি যিবোৰ বৰ মোৰ ওচৰত প্ৰাৰ্থনা কৰিলা, সেই বৰ বিলাক যদিও জীৱৰ দুৰ্লভ, তথাপি মই তোমাক সেই বৰবিলাক দিলোঁ। ৪/২

# হিৰণ্যকশিপুৰ লোকপীড়ন আৰু প্ৰহ্লাদৰ ভগবদ্ভক্তি বৰ্ণন

তাৰ পাছত বিপুলজ্ঞানী ভগৱান ব্ৰহ্মাই দৈত্যৰাজক অব্যৰ্থ বৰ আৰু অনুগ্ৰহ দান কৰি স্বস্থানলৈ যাবলৈ ওলোৱাত হিৰণ্যকশিপু আৰু সেই স্থানত সেই সময়ত উপস্থিত থকা প্ৰজাপতিসকলে যথেচিত পূজা আৰু স্তৱ-স্তুতি কৰি তেওঁক বিদায় সম্ভাষণ জনালে।

দৈত্যৰাজ হিৰণ্যকশিপুৱে এইদৰে ব্ৰহ্মাৰ বৰ পাই সুৱৰ্ণৰ দৰে উজ্জ্বল দেহ ধাৰণ কৰি ভ্ৰাতৃ হিৰণ্যাক্ষৰ বধ স্মৰণ কৰি ভগৱান বিষ্ণুৰ প্ৰতি দ্বেষ কৰিবলৈ ধৰিলে।

ব্ৰহ্মাৰ বৰৰ মহিমাত স্বৰ্গ মৰ্ত্ত্য অন্তৰিক্ষ এই তিনিলোক জয় কৰি বিশ্ববিজয়ী হ'ল আৰু লোকপালসকলৰ মহিমা আৰু স্থান অধিকাৰ কৰি ল'লে আৰু দেৱোদ্যানসমূহেৰে পৰিশোভিত স্বৰ্গলোকত অধিষ্ঠিত হ'ল আৰু অশেষ সমৃদ্ধিশালী দেৱৰাজ ইন্দ্ৰৰ ভৱনত বাস কৰিবলৈ ধৰিলে। এই ভৱন স্বয়ং বিশ্বকৰ্মাই নিৰ্মাণ কৰিছিল আৰু তাত ত্ৰিলোকৰ যাৱতীয় ঐশ্বৰ্য্য সংগৃহীত আছিল।

সেই মহেন্দ্ৰ ভৱনৰ সোপান বিলাক আছিল প্ৰবালেৰে নিৰ্মিত, সেই স্বৰ্গভূমি আছিল মৰকত মণিময়, স্তম্ভবিলাক আছিল বৈদূৰ্য্যমণিৰে ৰচিত, চন্দ্ৰতাপসমূহ আছিল বিচিত্ৰ, আসনসমূহ আছিল পদ্মৰাগ মণিনিৰ্মিত আৰু শয্যাবোৰ আছিল দুগ্ধফেননিভ শুভ্ৰ আৰু মুক্তামালাৰে সুসজ্জিত। দেৱস্ত্ৰীসকলে তাত নূপুৰধ্বনিৰে চাৰিওফাল মুখৰিত কৰি ৰাখিছিল আৰু সেই ৰত্নময়ী ভূমিত স্ব স্ব সুন্দৰ বদনমণ্ডল দৰ্শন কৰি থাকিছিল।

হিৰণ্যকশিপুৱে ত্ৰিলোক বিজয় কৰি একচ্ছত্ৰাধিপতি হৈ মহেন্দ্ৰ ভৱনত

বিহাৰ কৰিব ধৰিলে আৰু দেৱতাসকলে তাৰ প্ৰতাপত সন্তপ্ত হৈ তাৰ পদ বন্দনা কৰি থাকিব লগা হৈছিল। তাৰ শাসন অতি ভয়ঙ্কৰ আছিল।

হিৰণ্যকশিপু তপস্যা, যোগ, বল আৰু তেজৰ আশ্ৰয় স্থান আছিল; সি তীব্ৰ গন্ধৰ সুৰাপানত মত্ত থাকিছিল। আৰু সেইকাৰণে তাৰ চক্ষুদ্বয় সততে অৰুণবৰ্ণ আৰু বিঘূৰ্ণিত থাকিছিল। ব্ৰহ্মা বিষ্ণু মহেশ্বৰত বাজে সমস্ত লোকপাল দেৱতাসকলে উপহাৰ হাতত লৈ সেই হিৰণ্যকশিপুৰ সন্তোষ সম্পাদন কৰিছিল। সিদ্ধ গন্ধৰ্ব্ব আৰু ঋষিসকলেও তাৰ স্তুতিবাদ কৰিছিল। বৰ্ণাশ্ৰমী গৃহস্থসকলেও যজ্ঞকাৰ্য্য কৰি প্ৰচুৰ দক্ষিণা দান কৰি হিৰণ্যকশিপুৰ আৰাধনা কৰিছিল আৰু হিৰণ্যকশিপুই নিজৰ শক্তিৰে যজ্ঞীয় হৱি গ্ৰহণ কৰিছিল।

এইদৰে ব্ৰহ্মশাপগ্ৰস্ত হিৰণ্যকশিপুই শাস্ত্ৰবিধি উল্লঙ্ঘন কৰি ঐশ্বৰ্য্যমদত মত্ত আৰু গৰ্বিত হৈ সুদীৰ্ঘ কাল অতিবাহিত কৰিলে।

হিৰণ্যকশিপুৰ উগ্ৰ শাসনত অতিষ্ঠ হৈ লোকপালসকলে লোকসকলৰ লগত শ্ৰীহৰিৰ শৰণাপন্ন হ'ল আৰু সংযতচিত্তে হৃষীকেশৰ উপাসনা কৰিব ধৰিলে। এই তপস্যাৰ সময়ত তেওঁলোকে বায়ুমাত্ৰ ভক্ষণ কৰিছিল আৰু নিদ্ৰা পৰিহাৰ কৰিছিল।

তেতিয়া সমস্ত দিক্ প্ৰতিধ্বনিত কৰি মেঘৰ ধ্বনিৰ দৰে গভীৰ এক দৈৱবাণী তেওঁলোকে শুনিবলৈ পালে। দৈৱবাণীত কৈছে - হে জ্ঞানী ভক্তসকল! তোমালোকে ভয় নকৰিবা - তোমালোকৰ মঙ্গল হওক। এই দৈত্যাধমৰ অত্যাচাৰৰ কথা মই জানোঁ। মই তাৰ প্ৰতিবিধান কৰিম। যেতিয়া কোনো ব্যক্তিৰ দেৱতা, বেদ, গো, ব্ৰাহ্মণ, সাধু, ধৰ্ম আৰু মোৰ প্ৰতি বিদ্বেষ উৎপন্ন হয়, তেতিয়াই অতি সত্বৰ সেই ব্যক্তি বিনষ্ট হয়। (যদা দেৱেষু বেদেষু গোষু বিপ্ৰেষু সাধুষু। ধৰ্মে ময়ি চ বিদ্বেষঃ সবা আশু বিনশ্যতি) ৭/৪/২৭ ভাঃ

যেতিয়া এই দৈত্যাধম হিৰণ্যকশিপুয়ে বৈৰভাৱবিহীন প্ৰশান্ত স্বীয় পুত্ৰ মহাত্মা প্ৰহ্লাদৰ প্ৰতি দ্ৰোহাচৰণ কৰিব, তেতিয়াই সি ব্ৰহ্মাৰ বলত বলীয়ান হ'লেও মই তাক বধ কৰিম।

যেতিয়া ভগৱান বিষ্ণুয়ে দেৱতাসকলক আকাশবাণীত এইদৰে ক'লে, দেৱতাসকল নিৰুদ্বেগ হৈ তেওঁক প্ৰণাম কৰি উপাসনাৰ পৰা বিৰত হৈ নিজ নিজ স্থানলৈ প্ৰস্থান কৰিলে আৰু অসুৰ হিৰণ্যকশিপু নিহত হৈছে বুলিয়েই ধৰি ল'লে।

দৈত্যপতি হিৰণ্যকশিপুৰ চাৰিপুত্ৰ আছিল— সাহ্লাদ, অনুহ্লাদ, হ্লাদ আৰু প্ৰহ্লাদ নামে। এই পুত্ৰবিলাক অতিশয় প্ৰভাৱশালী আছিল; তাৰ ভিতৰত কনিষ্ঠ প্ৰহ্লাদ বহুগুণত শ্ৰেষ্ঠ আছিল আৰু সাধুসন্তলোকৰ ভক্ত আছিল।

মহাত্মা প্ৰহ্লাদ আছিল ব্ৰাহ্মণসকলৰ হিতকাৰী, চৰিত্ৰবান্, সত্যপ্ৰতিজ্ঞ,

জিতেন্দ্ৰিয় আৰু আত্মাৰ ন্যায় সৰ্ব্বভূতৰে একমাত্ৰ প্ৰিয় আৰু শ্ৰেষ্ঠ সুহৃৎ। তেওঁ পূজনীয় ব্যক্তিসকলৰ চৰণত প্ৰণত হৈছিল, দীনজনৰ প্ৰতি পিতৃৰ দৰে স্নেহযুক্ত আছিল, সমনীয়াসকলৰ ওচৰত ভ্ৰাতাৰ দৰে অনুৰক্ত আছিল আৰু গুৰুদেৱক ঈশ্বৰ বুলি জ্ঞান কৰিছিল। তেওঁৰ জন্ম হৈছিল সৎকুলত আৰু তেওঁৰ বিদ্যা, অৰ্থ আৰু ৰূপ আছিল। এনে গুণৱান হৈও তেওঁ অভিমানশূণ্য আছিল।

বিপদত তেওঁ উদ্বিগ্ন চিত্ত নহৈছিল। ঐহিক আৰু পাৰলৌকিক বিষয়বোৰক তেওঁ অনিত্য বুলি ভাবিছিল - এই কাৰণে তেওঁ নিস্পৃহ আছিল। তেওঁৰ ইন্দ্ৰিয়, প্ৰাণ, শৰীৰ আৰু বুদ্ধি বশীভূত আছিল, সেই কাৰণে তেওঁৰ কামনা সততে নিবৃত্ত হৈ আছিল। তেওঁ অসুৰ কুলত জন্মগ্ৰহণ কৰিও মাৎসৰ্য্যাদি অসুৰভাৱশূন্য আছিল।

প্ৰহ্লাদৰ চৰিত্ৰত যিবোৰ মহৎ গুণ আছিল, সেইবোৰ গুণ কেৱল মাত্ৰ পৰমেশ্বৰতেহে সম্ভৱ আছিল আৰু সেইবোৰ গুণ অদ্যাপি বিবেকী লোকসকলেহে নিজ নিজ চৰিত্ৰত ফুটাই তোলে আৰু অবিবেকী লোকসকলেহে তেনে গুণ ধাৰণ কৰিবলৈ সমৰ্থ নহয়। সাধুলোকৰ গুণকীৰ্তন কৰিবৰ বাবে পতা সভাবোৰত 'অমুক সাধু প্ৰহ্লাদৰ দৰে গুণ সম্পন্ন' বুলি উপমা দিছিল। ভগৱান বাসুদেৱৰ প্ৰতি প্ৰহ্লাদৰ স্বাভাৱিক প্ৰীতি আছিল আৰু অন্য অন্য সজ্জগুণবোৰ ভগৱৎ প্ৰীতিৰে অন্তৰ্ভুক্ত আছিল।

প্ৰহ্লাদে শৈশৱ অৱস্থাতো অন্য অন্য শিশুৰ দৰে খেলাৰ সামগ্ৰীত মনোনিবেশ নকৰি জড়বৎ প্ৰতীয়মান হৈছিল। ভগৱানত চিত্ত সমাহিত হোৱা বাবে যে তেওঁৰ তেনে স্বভাৱ হৈছিল এইকথা তেওঁ বুজিব নোৱাৰিছিল; কাৰণ সাধাৰণৰ দৃষ্টিত জগৎখন যেনেদৰে প্ৰতিভাত হৈছিল, তেওঁৰ দৃষ্টিত সেইদৰে প্ৰতিভাত নহৈছিল। ভগৱানৰ প্ৰতি চিত্ত সমাহিত আছিল বুলি তেওঁ খোৱা-বোৱা, ফুৰা-চকা, শয়ন, উপবেশন বা পৰিভ্ৰমণ আদি কাৰ্য্যত তেওঁৰ বাহ্যজ্ঞান নেথাকিছিল।

ভগবদ্ ভাৱত ভাৱিত হৈ তেওঁ বিহ্বল-চিত্ত হৈ কেতিয়াবা কেতিয়াবা ৰোদন কৰিছিল, কেতিয়াবা কেতিয়াবা ভগবদ্ধ্যানত আহ্লাদিত হৈ হাঁহিছিল; আকৌ কেতিয়াবা কেতিয়াবা মুক্তকণ্ঠে চিৎকাৰ কৰিছিল আৰু কেতিয়াবা কেতিয়াবা নৃত্য কৰিবলৈও লাজ নকৰিছিল। কেতিয়াবা কেতিয়াবা ভগবচ্চিন্তাত তন্ময় হৈ ভগৱৎ লীলাৰ অনুকৰণ কৰিছিল।

কেতিয়াবা কেতিয়াবা তেওঁ ধ্যান যোগেৰে শ্ৰীভগৱানক দৰ্শন কৰে আৰু তেতিয়া শ্ৰীভগৱানৰ চৰণ স্পৰ্শ কৰি পুলকিত আৰু আনন্দিত হৈছিল; আৰু অচল ভগৱৎ প্ৰেমৰ আনন্দত তেওঁৰ চকুৰ পৰা প্ৰেমাশ্ৰু বিগলিত হৈ তেওঁৰ চকু মুদিত হৈছিল। তেতিয়া তেওঁ মৌনাৱলম্বন কৰি থাকিছিল।

নিষ্কাম নিৰাসক্ত ভগবদ্ভক্ত সাধুলোকৰ সঙ্গত প্ৰহ্লাদৰ শ্ৰীভগৱানৰ পাদপদ্ম সেৱাৰ প্ৰতি মতি হৈছিল। প্ৰহ্লাদে শ্ৰীভগৱানৰ পাদপদ্ম সেৱাৰ দ্বাৰা নিজৰ মনত পৰমানন্দ জন্মাইছিল আৰু যিবিলাক লোকে পুনঃ পুনঃ অসৎ সঙ্গত পৰি নিজৰ নিজৰ শোচনীয় অৱস্থাপ্ৰাপ্ত হৈছিল, সেইবিলাক লোকৰ মনো ভগৱৎ-পৰায়ণ কৰি তুলিছিল।

দৈত্যপতি হিৰণ্যকশিপুয়ে এনে প্ৰকাৰ পৰম বৈষ্ণৱ, অতি সৌভাগ্যশালী স্বীয় পুত্ৰ মহাত্মা প্ৰহ্লাদৰ দ্ৰোহ আচৰণ কৰিছিল।

নিজৰ পুত্ৰ প্ৰতিকূল হ'লেও পুত্ৰবৎসল পিতৃয়ে পুত্ৰক শিক্ষা দিবৰ কাৰণে তিৰস্কাৰ কৰে; কিন্তু শক্ৰৰদৰে কেতিয়াও দ্ৰোহাচৰণ নকৰে। প্ৰহ্লাদৰ দৰে অনুকূল, অগাধ জ্ঞানসম্পন্ন পিতৃভক্ত পুত্ৰৰপ্ৰতি যে কোনো পিতৃয়ে দ্ৰোহ আচৰণ নকৰে সেই বিষয়ে কোনো সন্দেহ নাই।

## প্ৰহ্লাদৰ প্ৰাণ নাশৰ বাবে হিৰণ্যকশিপুৰ চেষ্টা ঃ

অসুৰবিলাকৰ পুৰোহিত আছিল ভগৱান শুক্ৰাচাৰ্য্য। সেই সূত্ৰে তেওঁৰ দুই পুত্ৰ, শণ্ড আৰু অমৰ্ক, দৈত্যৰাজ হিৰণ্যকশিপুৰ গৃহৰ ওচৰতে বাস কৰিছিল। দৈত্যৰাজে নীতিকুশল প্ৰহ্লাদৰ শিক্ষাৰ নিমিত্তে গুৰুপুত্ৰ দুজনৰ হাতত প্ৰহ্লাদক সমৰ্পণ কৰিছিল। গুৰুপুত্ৰ দুজনে প্ৰহ্লাদক আৰু আন আন অসুৰবালকবিলাকক দণ্ডনীতি প্ৰভৃতি পাঠ্য বিষয়ে পঢ়ুৱাইছিল।

সেই গুৰুগৃহত দণ্ডনীতি প্ৰভৃতি বিষয়ে গুৰুৱে যি যি শিক্ষা দিছিল, প্ৰহ্লাদে সেইবোৰ বিষয়ে অধ্যয়ন কৰিছিল সঁচা; কিন্তু তেওঁ সেই বিষয়বোৰ উত্তম বুলি গণ্য নকৰিছিল; কাৰণ, সেই দণ্ডনীতি প্ৰভৃতি বিষয়বোৰ "এওঁ মোৰ আত্মীয়, তেওঁ মোৰ পৰ" এনেবোৰ দুৰভিমানৰ হে আশ্ৰয় বুলি ভাবিছিল।

এদিনাখন দৈত্যৰাজে পুত্ৰ প্ৰহ্লাদক কোলত তুলি লৈ সুধিলে— বাছা! তোমাৰ মনত কি বিষয় উত্তম বুলি ধাৰণা হয়, সেই বিষয়ে মোৰ আগত প্ৰকাশ কৰি কোৱা।

প্ৰহ্লাদে ক'লে - হে পিতা? দেহ অনাত্ম বস্তু; সেই দেহত আত্ম ভ্ৰম হোৱা কাৰণে দেহধাৰণ কৰা জীৱৰ চিত্ত সততে উদ্বেগযুক্ত হয়। দেহীবিলাকৰ যি গৃহত আত্মাৰ অধঃপতন হয়, তেনে গৃহক অন্ধকূপৰ সমান জ্ঞান কৰি সেই গৃহ পৰিত্যাগ কৰি বনলৈ গৈ শ্ৰীহৰিক আশ্ৰয় কৰাকেই মই উত্তম বুলি বিবেচনা কৰোঁ।

দৈত্যৰাজ হিৰণ্যকশিপুয়ে পুত্ৰৰ মুখত তেওঁৰ বিপক্ষ বিষ্ণুৰ প্ৰতি ভক্তি যুক্ত বাক্য শুনি অন্য লোকৰ কুমন্ত্ৰণাত বালকবিলাকৰ বুদ্ধিবিপৰ্য্যয় ঘটে বুলি

ভাবি হাহিঁলে। তাৰ পাছত দৈত্যবিলাকক মতাই আনি এই বুলি ক'লে যে — হে দৈত্যসকল! বৈষ্ণৱ ব্ৰাহ্মণসকলে ছদ্মবেশত থাকি যাতে মোৰ এই বালকৰ বুদ্ধিবিপৰ্য্যয় নঘটায়, সেই বিষয়ে সাৱধান কৰি দি তোমালোকে প্ৰহ্লাদক গুৰুগৃহত থৈ অহা গৈ।

দৈত্যসকলে যেতিয়া প্ৰহ্লাদক গুৰুগৃহলৈ লৈ আহিল তেতিয়া দৈত্যপুৰোহিতসকলে প্ৰহ্লাদক সম্ভাষণ কৰি মধুৰ বাক্যেৰে সুধিলে— হে বাছা প্ৰহ্লাদ! তোমাৰ মঙ্গল হওক; তুমি সত্যকথা কবা, মিছা নকবা। তোমাৰ এইৰূপ বিপৰীত বুদ্ধি অৰ্থাৎ বিষ্ণুত শৰণাপন্ন হোৱা বুদ্ধি তোমাক কোনে দিলে? আন আন বালকবিলাকৰ তো তেনে বুদ্ধি হোৱা নাই। বোপা প্ৰহ্লাদ! বিষ্ণুৰ শৰণাপন্ন হোৱা বুদ্ধি তোমাক আন কোনোবাই দিছে নে তোমাৰ নিজৰে এনে বুদ্ধি ঘটিছে?

চোৱা আমি তোমাৰ গুৰু; আমি এই বিষয়ে সবিশেষ জানিবৰ ইচ্ছা কৰোঁ, আমাৰ আগত প্ৰকাশ কৰি কোৱা।

প্ৰহ্লাদে তেতিয়া উত্তৰ দিলে - 'এইজন আপোন আৰু এইজন পৰ' এনে ধৰণৰ মিথ্যা-অভিমান যাৰ মায়াত সৃষ্টি হৈছে আৰু যাৰ মায়াত বুদ্ধি বিমোহিত হোৱাই আপোনালোকৰো সেই মিথ্যা-অভিমান আছে বুলি দেখা যায়, মই সেই ভগৱান বাসুদেৱক নমস্কাৰ কৰোঁ। ভজন-পূজনাদিৰ দ্বাৰা যেতিয়া সেই ভগৱান অন্তৰ্যামী ৰূপে আৰু গুৰুৰূপে জীৱসকলৰ অনুকূল হয়, তেতিয়া যি বুদ্ধি "এওঁ অন্য ব্যক্তি আৰু মই অন্য ব্যক্তি" এই ৰূপ ভেদমূলক বুদ্ধি, যি বুদ্ধিয়ে ভেদমূলক হোৱা বাবে পুনঃ পুনঃ জন্মমৰণৰূপ সংসাৰজনক হয় আৰু যি বুদ্ধি পশুৰদৰে বিবেকহীন, সেই বুদ্ধি অভিন্ন হৈ ভগৱন্নিষ্ঠ হয় অৰ্থাৎ ভগৱান বাসুদেৱত নিবিষ্ট হয়।

এই পৰমাত্মাৰ স্বৰূপ তত্বজ্ঞানহীন ব্যক্তিবিলাকে বৰ্ণনা কৰিব নোৱাৰে; অতএৱ "পৰমাত্মা ভজনীয় নহয়" এইৰূপ বুদ্ধি যাৰ, তেনে লোকবিলাকে পৰমাত্মাক নিজৰ শত্ৰু বুলি নিৰূপণ কৰি থাকে; ভগৱান সেইধৰণৰ ব্যক্তিসকলৰ অনুকূল নহয়, অতএৱ আপোনালোক তেনেকুৱা ব্যক্তি বুলি তেওঁ আপোনালোকৰ অনুকূল নহয়। বেদবাদী ব্ৰহ্মাদি দেৱতাসকলেও তেওঁক জানিবলৈ গৈ মোহিত হৈ পৰে। এই ভগৱানেই মোৰ বুদ্ধিবিপৰ্য্যয় ঘটাইছে।

হে ব্ৰহ্মণ! চুম্বক পাথৰৰ ওচৰত লো যেনেকৈ স্বয়ং ভ্ৰমণ কৰে, সেইদৰে মোৰ চিত্ত চক্ৰপাণি শ্ৰীহৰিৰ সান্নিধ্যত ভ্ৰমণ কৰি আছে। এই ভগৱৎ-সান্নিধ্য মোৰ আপোনা-আপুনি লাভ হৈছে।

মহাত্মা প্ৰহ্লাদে প্ৰশ্নকৰ্তা সেই ব্ৰাহ্মণক এই পৰ্য্যন্ত কৈ বিৰত হ'ল। ইয়াৰ পাছত সেই ৰাজসেৱক ব্ৰাহ্মণে উপদেশমূলক কথাৰে প্ৰহ্লাদক শিক্ষা দিব নোৱাৰি ক্ৰুদ্ধ হ'ল আৰু প্ৰহ্লাদক ভৰ্ৎসনা কৰিব ধৰিলে।

হেৰা কোন আছা? বেত লৈ আহা; এই বালক আমাৰ যশ-হানি কাৰক। অতএব দৈত্যকুল নাশক আৰু দুৰ্ম্মতি এই বালক দণ্ডৰহে উপযুক্ত। এই বালক দৈত্যকুলৰ উন্মূলন কাৰ্য্যত বিষ্ণুৰ সহকাৰী হৈ জন্মিছে।

এইদৰে তৰ্জ্জনাদি বিবিধ উপায়েৰে প্ৰহ্লাদক ভয় দেখুৱাই পাছত ধৰ্ম, অৰ্থ আৰু কাম এই ত্ৰিবৰ্গৰ প্ৰতিপাদক শাস্ত্ৰসমূহ অধ্যয়ন কৰালে।

তাৰ পাছত প্ৰহ্লাদে সাম, দান, ভেদ আৰু দণ্ড এই চাৰিটি নীতিবিষয়ক জ্ঞান লাভ কৰিছে এইটো বুজি গুৰুৱে তেওঁক তেওঁৰ মাতৃৰ ওচৰলৈ লৈ গ'ল। মাতৃয়ে গাত্ৰ মাৰ্জ্জন কৰি প্ৰহ্লাদক স্নান কৰালে আৰু যথাযোগ্যভাৱে অলঙ্কৃত কৰি পিতৃ দৈত্যৰাজ হিৰণ্যকশিপুৰ ওচৰলৈ লৈ গ'ল।

প্ৰহ্লাদে পিতৃৰ চৰণত প্ৰণাম কৰিলত হিৰণ্যকশিপুয়ে আশীৰ্ব্বাদ কৰি অভিনন্দন কৰিলে আৰু দুয়োহাতেৰে সাৱটি ধৰি আলিঙ্গন কৰি থাকি বহুপৰলৈ পৰম আনন্দ লাভ কৰিলে। তাৰ পাছত দৈত্যৰাজ হিৰণ্যকশিপুয়ে প্ৰহ্লাদক কোলাত লৈ প্ৰহ্লাদৰ মস্তক আঘ্ৰাণ কৰিলে আৰু আনন্দৰ অশ্ৰুৰে প্ৰহ্লাদক অভিষিক্ত কৰি প্ৰসন্ন বদনে কবলৈ ধৰিলে—

বোপা প্ৰহ্লাদ! ইমান দিন গুৰুগৃহত থাকি তুমি আজিলৈকে যি অধ্যযন কৰিছা, তাৰ ভিতৰত কি উত্তম বস্তু তুমি অধ্যয়ন কৰিছা, সেই কথা মোৰ আগত ক্ৰমশঃ কৈ যোৱা।

প্ৰহ্লাদে উত্তৰ দিলে—

**শ্ৰৱণং কীৰ্ত্তনং বিষ্ণোঃ স্মৰণং পাদসেৱনম্।**
**অৰ্চ্চনং বন্দনং দাস্যং সখ্যমাত্মনিবেদনম্।।**

(ভাঃ ৭/৫/২৩)

বিষ্ণুৰ প্ৰতি ভক্তিৰ বিষয়ত শ্ৰৱণ, বিষ্ণুৰ নাম-গুণ কীৰ্তন, বিষ্ণুৰ নাম স্মৰণ, পাদসেৱন (পৰিচৰ্য্যা), অৰ্চ্চন (পূজা), বন্দন (স্তুতি), দাস্য (দাসত্ব ভাৱনা), সখ্য (মিত্ৰতা ভাৱনা) আৰু আত্ম নিবেদন (সম্পূৰ্ণৰূপে আত্মসমৰ্পণ) এই ন-বিধ ভক্তিৰ লক্ষণ। পুৰুষে যদি এই নৱ লক্ষণযুক্তা ভক্তিৰে সাক্ষাৎ ভগৱান *বিষ্ণুত তেওঁৰ প্ৰীতিৰ বাবে সম্পূৰ্ণৰূপে আত্ম সমৰ্পণ কৰিব পাৰে, সেই শিক্ষাকে* মই উত্তম বুলি ভাবোঁ।

তেতিয়া পুত্ৰৰ এইৰূপ বাক্য শুনি হিৰণ্যকশিপু অতিশয় ক্ৰুদ্ধ হ'ল। তেওঁৰ খণ্ডতে ওঠ কঁপিবলৈ ধৰিলে আৰু সেই অৱস্থাত গুৰুপুত্ৰক এনেদৰে ক'বলৈ ধৰিলে—

হে অধম ব্ৰাহ্মণ! এইবোৰ কি? হে দুৰ্মতে! তুমি অসাধু! তুমি মোক অৱজ্ঞা কৰি মোৰ বিপক্ষক আশ্ৰয় কৰি এই বালকক অসাৰ বিষয়ে শিক্ষা দিছা। এই জগতত ছদ্মবেশী দুৰাচাৰ অনেক শত্ৰু থাকে, সেই পাতকীবিলাকৰ ৰোগ

যেনেকৈ কালক্ৰমত প্ৰকাশ হৈ পৰে, সেইদৰে সেইবিলাক ছদ্মবেশী শত্ৰুৰ কপটতা অৰ্থাৎ বিদ্বেষ আদিও কালক্ৰমত প্ৰকাশ হৈ পৰে।

গুৰুপুত্ৰই দিলে - হে ইন্দ্ৰশত্ৰো! আপোনাৰ এই পুত্ৰই যি কৈছে, সেই বিষয়ে মই বা আন কোনোৱে শিক্ষা দিয়া নাই; এই বালকৰ এই প্ৰকাৰ বুদ্ধি স্বভাৱতঃই হৈছে। হে ৰাজন্! ক্ৰোধ সম্বৰণ কৰক, দোষাৰোপ কৰি মোৰ মনত কষ্ট নিদিব।

গুৰুপুত্ৰৰ এইৰূপ প্ৰত্যুত্তৰ শুনি হিৰণ্যকশিপুয়ে পুনৰায় প্ৰহ্লাদক ক'লে- ওৰে দুৰ্ব্বিনীত পুত্ৰ। তোমাৰ এই অসৎ বুদ্ধি গুৰুৰ উপদেশত যদি হোৱা নাই, তেন্তে ক'ৰ পৰা আহিল?

প্ৰহ্লাদে তেতিয়া কৈছে- যিবিলাক লোক গৃহাসক্ত আৰু সংসাৰধৰ্মী সেই বিলাকে পুনঃ পুনঃ ভুক্তবিষয়তে ৰত থাকে আৰু সেই কাৰণে তেওঁলোকৰ ইন্দ্ৰিয়বোৰ অসংযত বুলি তেওঁলোকে জন্ম-মৰণৰূপ প্ৰবাহত সংসাৰত প্ৰবিষ্ট হৈ থাকে; তেওঁলোকে নিজৰ পৰা, পৰৰ পৰা নাইবা পৰস্পৰৰ পৰা পৰস্পৰে তেওঁলোকৰ বুদ্ধি ভগৱান শ্ৰীকৃষ্ণত নিবেশিত কৰিব নোৱাৰে।

বিষয়াসক্ত ব্যক্তিবিলাকৰ মতি যিপৰ্য্যন্ত বিষয়ত অভিমানশূন্য নহয় আৰু ভগবদ্ভক্ত লোকসকলৰ চৰণাশ্ৰিত নহয়, সিমান দিনলৈ তেওঁলোকৰ মতি ভগৱানৰ শ্ৰীচৰণ স্পৰ্শ কৰিব নোৱাৰে। ভগবদ্ভক্ত লোকসকলৰ আশ্ৰয় গ্ৰহণ কৰিলেই ভগৱানৰ প্ৰতি ভক্তি জন্মে আৰু তাতেই সংসাৰ-বন্ধন বিনষ্ট হয়।

প্ৰহ্লাদে এইখিনি কৈ নিৰৱ হ'ল। প্ৰহ্লাদৰ কথা শুনি হিৰণ্যকশিপু ক্ৰোধত জ্ঞানশূণ্য হৈ তেওঁক নিজৰ কোলাৰ পৰা ভূতলত নিক্ষেপ কৰিলে। পুত্ৰৰ বাক্য অসহ্য হোৱাত হিৰণ্যকশিপু ক্ৰোধত অভিভূত হোৱাত তেওঁৰ চক্ষু দুটি তামৰ বৰণ ধাৰণ কৰিলে। এই অৱস্থাত তেওঁ ৰাক্ষসবিলাকক আদেশ দিলে "তোমালোকে ইয়াক (প্ৰহ্লাদক) এই ঠাইৰপৰা লৈ যোৱা আৰু ইয়াক বধ কৰা। এই প্ৰহ্লাদে নিজৰ সুহৃদবৰ্গক পৰিত্যাগ কৰি দাসৰ নিচিনাকৈ পিতৃবৎ হন্তা বিষ্ণুৰ পদদ্বয় অৰ্চ্চনা কৰিব ধৰিছে। প্ৰহ্লাদেই মোৰ ভ্ৰাতৃহন্তা বিষ্ণু, কাৰণ সি বিষ্ণুৰ দাস আৰু বিষ্ণুৰ পক্ষপাতী, গতিকে সি বিষ্ণুতকৈ বেলেগ নহয়। অতএৱ এই প্ৰহ্লাদ বৰ্ধাহ।

যি বালকে পাঁচ বছৰ বয়সতে পিতৃমাতৃৰ স্নেহ পৰিত্যাগ কৰিছে, সেই বালকত বিশ্বাস কি আৰু সি বিষ্ণুৰেই বা কি প্ৰিয় কাৰ্য্য সম্পাদন কৰিব?

ঔষধৰ নিচিনা যদি শত্ৰুও হিতকাৰী হয়, তেন্তে সেই শত্ৰুক পুত্ৰৰ দৰে পালন কৰিব লাগিব আৰু যদি ঔৰসজাত পুত্ৰও অহিতকাৰী হয়, তেন্তে সেই পুত্ৰক ৰোগৰ দৰে নিৰ্মূল কৰা উচিত। শৰীৰৰ যি অঙ্গ অনিষ্টকাৰী আৰু সেই অঙ্গ পৰিত্যাগ কৰিলে অৱশিষ্ট শৰীৰ যদি সুখেৰে জীৱিত থাকে, তেন্তে সেই

অঙ্গক ছেদন কৰা অৱশ্যে কৰ্তব্য। যেনেকৈ দুষ্ট ইন্দ্ৰিয় মুনিসকলৰ শত্ৰু, সেইদৰে এই পুত্ৰবেশধাৰী বালক প্ৰহ্লাদো মোৰ শত্ৰু; অতএৱ এই বালকক ভোজন শয়ন আৰু উপবেশনত বিষমিশ্ৰিত অন্ন আৰু অস্ত্ৰ শস্ত্ৰাদি বিবিধ উপায়েৰে বধ কৰা উচিত।

হিৰণ্যকশিপুয়ে প্ৰহ্লাদক বধ কৰিবলৈ যি বিলাক ৰাক্ষসক আদেশ দিছিল, সিহঁতৰ বদন আছিল ভয়ঙ্কৰ, দাঁতবোৰ আছিল অতিশয় তীক্ষ্ণ আৰু দাঁড়ি চুলি আছিল তামবৰণীয়া। সিহঁতে প্ৰভুৰ আদেশ পায়েই শূল হাতত লৈ ''কাট্ কাট্ মাৰ্ মাৰ'' বুলি ভৈৰৱ গৰ্জ্জন কৰি বহি থকা প্ৰহ্লাদৰ মৰ্ম্মস্থানবোৰত শূলেৰে আঘাত কৰিব ধৰিলে।

পাপ আচৰণকাৰী ব্যক্তিৰ নিত্য নৈমিত্তিক সৎ কৰ্মবোৰ যেনেকৈ নিষ্ফল হয়, সেইদৰে ইন্দ্ৰিয়ৰ অগোচৰ জগতৰ আত্মা পৰব্ৰহ্ম ভগৱানত প্ৰহ্লাদৰ মন সমাহিত আছিল কাৰণে ৰাক্ষসসকলৰ সকলো প্ৰয়াস নিষ্ফল হৈ গ'ল। শূলৰ আঘাতত প্ৰহ্লাদৰ একোৱেই নহ'ল।

এই দৃশ্য দেখি দৈত্যৰাজ হিৰণ্যকশিপুৰ মনত শঙ্কা ওপজিল। তেওঁ অতিশয় আগ্ৰহেৰে প্ৰহ্লাদক বধ কৰিবলৈ বিভিন্ন উপায় গ্ৰহণ কৰিলে। দৈত্যৰাজে আদেশ দি প্ৰহ্লাদক হাতীৰে গচকালে, মহাসৰ্পসমূহৰ দ্বাৰা দংশন কৰালো নানাবিধ আভিচাৰিক ক্ৰিয়া সম্পাদন কৰালে, পৰ্বতৰ ওখ টিঙৰ পৰা ভূতলত নিক্ষেপ কৰালে। মায়াৰে বিভিন্ন বিভীষিকা সৃষ্টি কৰি প্ৰহ্লাদক বধ কৰিবলৈ যত্ন কৰিলে, পানীৰ কুঁৱাত পেলাই দি বায়ু নিৰোধ কৰি মাৰিবলৈ যত্ন কৰিলে, খাদ্যবস্তুত বিষ দিলে, অনাহাৰে ৰাখিলে, অগ্নি আৰু জলত নিক্ষেপ কৰিলে, পৰ্বতত পিহি মাৰিবলৈ চেষ্টা কৰিলে; ইত্যাদিৰকম বিভিন্ন বধোপায়ৰ দ্বাৰা নিষ্পাপ প্ৰহ্লাদক বধ কৰিবলৈ যেতিয়া অক্ষম হ'ল তেতিয়া হিৰণ্যকশিপু গভীৰ চিন্তাত নিমগ্ন হ'ল কিন্তু বধৰ কোনো উপায় বিচাৰি নাপালে।

হিৰণ্যকশিপুয়ে এইদৰে চিন্তা কৰিবলৈ ধৰিলে - এই বালকক মই বহু কৰ্কশ বাক্য বুলিছোঁ আৰু ইয়াক বধ কৰিবলৈ নানা উপায় অৱলম্বন কৰিছোঁ। কিন্তু এই বালকে সেই বধৰ উপায়বোৰৰ পৰা আৰু কুচক্ৰী অসৎলোকৰ অভিচাৰাদি মাৰণ উপায়বোৰৰ পৰা নিজৰ প্ৰভাৱতে মুক্ত হৈছে।

এই প্ৰহ্লাদ বালক হৈও আৰু মোৰ ওচৰতে বৰ্তমান থাকিও নিৰ্ভয়চিত্ত আৰু ক্ষমতাশালী হৈ আছে। কুকুৰৰ নেজৰদৰে সি তাৰ স্বভাৱ কেতিয়াও নেৰে; অতএৱ এই বালকে কেতিয়াও মোৰ এই অন্যায় আচৰণ পাহৰি নাযায়।

এই বালক অপৰিমিত প্ৰভাৱসম্পন্ন, সৰ্বপ্ৰকাৰে ভয়শূন্য আৰু অমৰ; অতএৱ নিশ্চয় ইয়াৰ লগত বিৰোধৰ ফলত মোৰ মৃত্যু হ'ব। আন কোনো প্ৰকাৰে মোৰ মৃত্যু নহয়।

এইদৰে চিন্তা কৰি হিৰণ্যকশিপু কিঞ্চিৎ ম্লানকান্তি আৰু অধোমুখ হ'ল। তেতিয়া শুক্রচার্য্যৰ দুই পুত্র শণ্ড আৰু অমৰ্কই নিৰ্জ্জনত তেওঁক নিম্নলিখিত কথাখিনি কবলৈ ধৰিলে— হে প্ৰভো! আপোনাৰ ভ্ৰকুটী মাত্ৰে ত্ৰিভুৱনৰ লোকপালবিলাক সন্ত্রস্ত হৈ উঠে, আপুনি অকলে এই ত্রিভুৱন জয় কৰিছে। এনেহেন আপুনি কোনো বিষয়ে চিন্তান্বিত হবৰ কাৰণ নাই। বালকবিলাকে পিতামাতাৰ অপ্রিয় কাৰ্য্যও কৰি থাকে, তাতো দোষগুণৰ বিষয় একো নাই। সেইটো হ'লেও এই বালকে যাতে ভীত হৈ পলায়ন নকৰে তাৰবাবে আমাৰ পিতা শুক্রাচার্য্যৰ আগমন কালপৰ্য্যন্ত ইয়াক বৰুণপাশেৰে বন্ধন কৰি ক'তো পেলাই ৰাখক। পিতা শুক্রাচার্য্য আহিলে তাৰ মতিগতিৰ পৰিবৰ্তন হ'ব পাৰে; কাৰণ গুৰুজনৰ সান্নিধ্যত লোকৰ বুদ্ধি পৰিপক্ক হৈ উঠে।

হিৰণ্যকশিপুয়ে তেতিয়া গুৰুপুত্ৰদ্বয়ৰ উপদেশ শুনি শলাগিলে আৰু তেওঁলোকক ক'লে আপোনালোকে গৃহস্থ ৰজাসকলৰ যি ধৰ্ম সেই বিষয়ে প্রহ্লাদক উপদেশ দি থাকক। তাৰ পাছত শণ্ড আৰু অমৰ্ক নামৰ গুৰুপুত্ৰদ্বয়ে বিনয়ী প্রহ্লাদক ধৰ্ম, অৰ্থ আৰু কাম এই ত্রিবৰ্গৰ বিষয়ে শিক্ষা দিবলৈ ধৰিলে।

গুৰুয়ে যথাযথৰূপে শিক্ষা দিলেও সেই ত্রিবৰ্গৰ শিক্ষা উত্তম বুলি প্রহ্লাদে মনে মনে স্বীকাৰ নকৰিলে আৰু যিবিলাক লোক ৰাগদ্বেষাদি বিষয়ত আসক্ত হৈ থাকে তেওঁলোকে দিয়া শিক্ষাও উত্তম বুলি নেভাবিলে।

তাৰপাছত এদিনাখন গুৰু গৃহকৰ্মত আন ঠাইলৈ যোৱাত প্রহ্লাদৰ অৱসৰ থকাত সঙ্গীবালক বিলাকে খেলা কৰিবৰ কাৰণে প্রহ্লাদক মাতিলে। মহাজ্ঞানী প্রহ্লাদেও সুমধুৰ বাক্যেৰে সিহঁতক আহ্বান জনালে। সকলোবিলাক সন্মিলিত হোৱাত জন্ম মৰণাদিৰ অৱস্থা বিষয়ে প্রহ্লাদ সম্যক পৰিজ্ঞাত কাৰণে হাঁহি হাঁহি সিহঁতক সেইবোৰ বিষয়ে ক'বলৈ ধৰিলে।

সঙ্গীবালকবিলাকৰ মন বিষয়াসক্ত অসুৰবিলাকৰ বাক্য আৰু কাৰ্য্যত তেতিয়াও দূষিত হোৱা নাছিল; সেই কাৰণে প্রহ্লাদৰ প্ৰতি যথেষ্ট মৰ্যাদা বোধেৰে খেলাৰ সামগ্ৰীবোৰ এৰি থৈ আহি সিহঁতে প্রহ্লাদৰ চাৰিউফালে উপবেশন কৰি কাৰুণিক আৰু হিতৈষী পৰম বৈষ্ণৱ প্রহ্লাদৰ কথা শুনিবলৈ ধৰিলে।

## অসুৰ বালকবিলাকৰ প্ৰতি প্রহ্লাদৰ উপদেশ ঃ

ভাইহঁত! বহু পুৰুষাৰ্থ সিদ্ধিৰ ফলত মনুষ্যজন্ম লাভ হয়; অথচ এই মনুষ্যজন্মও অনিত্য। অতএৱ জ্ঞানী ব্যক্তিয়ে মনুষ্যজন্মত পুৰুষাৰ্থ সিদ্ধিৰ বাবে যৌৱন আৰু বাৰ্দ্ধক্য কাললৈ অপেক্ষা নকৰি কৌমাৰ কালতেই ভাগৱত ধৰ্ম পালন কৰা উচিত। জীৱৰ এই মনুষ্যজন্মত বিষ্ণুৰ শ্ৰীচৰণ আশ্ৰয় কৰাই

সৰ্বপ্ৰকাৰে উচিত কাৰ্য্য; কাৰণ এই বিষ্ণু সৰ্বভূতৰে আশ্ৰয়, প্ৰিয়, হিতকাৰী আৰু ঈশ্বৰ অৰ্থাৎ নিয়ন্তা। ইন্দ্ৰিয়সুখ সম্পাদন কৰা মনুষ্যজন্মতে সহজ, ইয়াকে ভাবি তাত আসক্ত হোৱা উচিত নহয় - এই কথাকে প্ৰহ্লাদে কবলৈ ধৰিলে—

হে দৈত্যবালকবিলাক! পূৰ্বৰ সঞ্চিত কৰ্মবলে যেনেকৈ বিনা যত্নে দুঃখলাভ হয়, সেইদৰে সকলো যোনিতেই অৰ্থাৎ পশ্বাদি যোনিত জন্মিলেও দেহধাৰী জীৱই বিনা যত্নে ইন্দ্ৰিয়জ সুখ লাভ কৰিব পাৰে।

অতএৱ ইন্দ্ৰিয়জ সুখৰ কাৰণে প্ৰয়াস কৰা উচিত নহয়, তাত কেৱল আয়ুক্ষয় হয় মাত্ৰ। ইন্দ্ৰিয়জনিত সুখ লাভৰ প্ৰয়াস কৰিলে নিৰতিশয় সুখপ্ৰদ ভগৱানৰ চৰণকমল পোৱা নাযায়।

অতএৱ জন্মমৰণপ্ৰৱাহৰূপ সংসাৰপ্ৰাপ্ত বদ্ধজীৱই মুক্তিকামী হৈ এই মনুষ্যশৰীৰ যি পৰ্য্যন্ত বিপন্ন নহয় আৰু যি পৰ্য্যন্ত সুস্থ আৰু সবল থাকে, সেই পৰ্য্যন্ত মঙ্গল পাবৰ কাৰণে অৰ্থাৎ শ্ৰীভগৱানৰ চৰণকমল প্ৰাপ্তিৰ বাবে যত্ন কৰিব লাগে।

পুৰুষৰ পৰমায়ু এশ বছৰ; অজিতেন্দ্ৰিয় পুৰুষৰ পৰমায়ুৰ অৰ্দ্ধেক নিষ্ফলে অতিবাহিত হয়; কাৰণ অজিতেন্দ্ৰিয় পুৰুষে ৰাত্ৰিকালত নিদ্ৰাৰ ছলত নিবিড় অজ্ঞান অন্ধকাৰত নিমগ্ন হৈ শুই থাকে।

সেই মুগ্ধ পুৰুষৰ জীৱনৰ প্ৰথমতঃ বাল্যকালত বালকবিলাকৰ সহিত খেলা কৰে আৰু তাৰ পাছত কৌমাৰ কালত বিদ্যাশিক্ষা প্ৰভৃতি কৰোঁতে কৰোঁতে বিশ বছৰ আয়ু বৃথাই অতিবাহিত হয়। জীৱনৰ শেষ ভাগত জৰাক্ৰান্ত অৰ্থাৎ বাৰ্দ্ধক্যত উপনীত হ'লে অসমৰ্থ অৱস্থাত আৰু বিশ বছৰ আয়ু বৃথা অতিবাহিত হৈ যায়। জীৱনৰ মধ্যভাগত অৰ্থাৎ যৌৱন আৰু পৌঢ় অৱস্থাত কামনা আৰু প্ৰৱল মোহত প্ৰমত্ত হৈ আসক্ত থাকে বুলি সেই অৱস্থাত তাৰ অৱশিষ্ট পৰমায়ু বৃথা ক্ষয় হৈ যায়।

কোনো অজিতেন্দ্ৰিয় পুৰুষে গৃহত আসক্ত আৰু স্নেহজৰীত আবদ্ধ থাকি তাৰ পৰা মুক্ত হবলৈ ইচ্ছা নকৰে। একমাত্ৰ ভগৱানৰ কৃপাপাত্ৰ লোকেহে তাৰ পৰা মুক্ত হবলৈ উৎসাহ প্ৰকাশ কৰে। অতএৱ তেনে অৱস্থা পোৱাৰ পূৰ্ব্বে কৌমাৰ অৱস্থাত ভাগৱত ধৰ্ম পালন কৰিবৰ যত্ন কৰিব লাগে।

ধন-সম্পত্তি মানুহৰ প্ৰাণতকৈও প্ৰিয়তম হয়, কাৰণ এই ধন-সম্পত্তি তস্কৰ হৈ পৰৰ গৃহত প্ৰাণসঙ্কট স্থলতো প্ৰৱেশ কৰি প্ৰাণক উপেক্ষা কৰিও অৰ্জ্জন কৰে, ৰাজসৈন্য হৈও প্ৰাণহানি স্বীকাৰ কৰিও অৰ্থ উপাৰ্জ্জন কৰে আৰু বণিক হৈও দুৰ্গম দেশত গৈ প্ৰাণহানি স্বীকাৰ কৰিও অৰ্থ-সম্পত্তি উপাৰ্জ্জন কৰে; সেইবাবে সেই অৰ্থৰ লিপ্সা কোনেও পৰিত্যাগ কৰিব নোৱাৰে। অতএৱ অৰ্থ লিপ্সা অহাৰ পূৰ্বে কৌমাৰ কালতে ভাগৱত ধৰ্মৰ অনুষ্ঠান কৰিব লাগে।

মানুহে যৌৱনত পত্নীৰ সহিত নিৰ্জ্জন সঙ্গ আৰু সুমধুৰ মনোহৰ আলাপ, কলভাষী শিশুৰ আৰু সুহৃদসকলৰ সঙ্গ স্মৰণ কৰি স্নেহবন্ধনত আবদ্ধ হয়। সেই বিলাকৰ প্ৰতি অনুৰক্তচিত্ত হৈ পুৰুষে কেনেকৈ তেওঁলোকক পৰিত্যাগ কৰিব পাৰে?

পুত্ৰ, স্নেহৰ পাত্ৰী কন্যা, ভ্ৰাতা, ভগিনী, বৃদ্ধ পিতামাতা, মনোহৰ বহুসামগ্ৰী সমন্বিত গৃহ, পিতৃ-পিতামহাদিৰ কুল পৰাম্পৰাগত জীৱিকা, পশু আৰু ভৃত্যবৰ্গক স্মৰণ কৰি সেইবোৰৰ প্ৰতি অনুৰক্ত কোন ব্যক্তিয়ে সেইবিলাক পৰিত্যাগ কৰিব? দুৰন্ত মোহত পৰি মানুহে উপাস্থ আৰু জিহ্বাজনিত সুখকেই পৰম সুখ বুলি বিবেচনা কৰে। তাতো মানুহৰ কামনাৰ শেষ নহয়। গুটি পোকে যেনেকৈ নিজৰ বন্ধনৰ নিমিত্তে কোশ নিৰ্ম্মান কৰে, সেইদৰে নিজৰ বন্ধনৰ কাৰণে লোভবশতঃ মানুহে কৰ্মবোৰ কৰি থাকে। এনে ধৰণৰ ব্যক্তিয়ে কেনেকৈ বৈৰাগ্য অৱলম্বন কৰিব? অতএৱ কৌমাৰ কালতে ভাগৱতধৰ্ম গ্ৰহণ আৰু পালন কৰিব লাগে।

সেই গৃহাসক্ত পুৰুষে পৰিজন-পোষণৰ বাবেই নিজৰ পৰমায়ু ক্ষয় কৰি থাকে, কিন্তু পুৰুষাৰ্থ যে বিনষ্ট হব ধৰিছে, সেইটো বুজি নাপায়। পৰিজনাসক্ত সেই ব্যক্তিয়ে আধিভৌতিক, আধিদৈবিক আৰু আধ্যাত্মিক তাপত দুখ পায়ো বৈৰাগ্যপ্ৰাপ্ত নহয়।

যাৰ কামনাৰ নিবৃত্তি নহয় তেনে ব্যক্তি ইন্দ্ৰিয়সমূহৰ বশৱৰ্তী হয়; তেনে অজিতেন্দ্ৰিয় আৰু পৰিজনাসক্ত ব্যক্তি ধনাদিতে সততে আকৃষ্টচিত্ত হৈ পৰধন অপহৰণকাৰীৰ পৰলোকত নৰক আৰু ইহলোকত ৰাজদণ্ডাদিৰূপ দুঃখ হয় বুলি জানিও পৰৰ ধন অপহৰণ কৰে।

হে দৈত্যবালকসকল! যিজন জ্ঞানী ব্যক্তি তেৱোঁ পূৰ্ব্বোক্ত বিমূঢ় ব্যক্তিৰ দৰে নিজৰ পৰিয়াল বৰ্গৰ ভৰণ-পোষণ কৰোঁতে কৰোঁতে "এইটো নিজৰ, এইটো পৰৰ" এইৰূপ ভেদবুদ্ধিত বাসুদেৱ যে সৰ্ব্বাত্মক, সেই জ্ঞান হেৰুৱায় আৰু জ্ঞানী লোকৰ প্ৰাপ্যলোক লাভ কৰিবলৈ সমৰ্থ নহয়; পৰন্তু বিমূঢ় অৰ্থাৎ বিষয়াসক্ত ব্যক্তিৰ দৰে জন্মপ্ৰৱাহ ৰূপ সংসাৰকে হে পায়।

তেনেকুৱা গৃহাসক্ত ব্যক্তি অনাদি মায়াৰ অধীন; তেওঁ কামিনী সম্ভোগত পশুতুল্য আৰু তেনে কোনো ব্যক্তি কোনো কালে কোনো উপায়ে নিজৰ আত্মাক মুক্ত কৰিবলৈ সমৰ্থ নহয়। অতএৱ হে ভাইসকল! তোমালোকে কৌমাৰ কালতে বিষয়াসক্ত দৈত্যবিলাকৰ সঙ্গ পৰিত্যাগ কৰি আদি দেৱ নাৰায়ণৰ শৰণাপন্ন হোৱা। বিষয়মুক্ত জনেহে ভগৱানক পায়- তাকে হে সাধুসকলে বাঞ্ছা কৰে। ভগৱান সৰ্বভূতৰে আত্মা আৰু ধাৰক, নিয়ন্তা প্ৰভৃতি ৰূপে জগতত স্বতঃ সিদ্ধ

অৰ্থাৎ নিত্য বৰ্ত্তমান বুলি তেওঁক প্ৰসন্ন কৰিবলৈ জীৱৰ বহু পৰিশ্ৰম স্বীকাৰ কৰিব নালাগে।

স্থাৱৰৰ পৰা আৰম্ভ কৰি ব্ৰহ্মা পৰ্যন্ত উচ্চ আৰু নীচ, চেতন আৰু অচেতন সমস্ত প্ৰাণীতে, ঘটপট আদি ভৌতিক পদাৰ্থত, আকাশাদি পঞ্চভূতত, সত্ত্বাদি গুণত্ৰয়ত আৰু মহদাদি তত্ত্বসমূহত এইবোৰৰ পৰা ভিন্ন স্বৰূপ, নিৰ্ব্বিকাৰ, সৰ্ব্বাত্মা আৰু সৰ্ব্বনিয়ন্তা একমাত্ৰ ভগৱান বিৰাজিত আছে।

ভগৱান নিজৰে অংশ জীৱৰূপে আৰু নিজৰে শক্তিৰ পৰিণাম দেহাদি ৰূপে আৰু নিজৰে শক্তিৰ পৰিণাম দেহাদিৰূপে ব্যষ্টি আৰু সমষ্টিকাৰ্য্য বুলি নিৰ্দ্দেশযোগ্য হৈ থাকে; কিন্তু স্বৰূপতঃ তেওঁ ব্যষ্টি আৰু সমষ্টি কাৰ্য্য বুলি নিৰূপিত নহয়, অতএৱ পৰিণামিত্ব, স্থূলত্ব, কৃশত্ব প্ৰভৃতি ধৰ্মৰ দ্বাৰাও তেওঁ নিৰ্দ্দেশযোগ্য নহয়।

কেৱল জ্ঞান আৰু আনন্দই পৰমেশ্বৰৰ স্বৰূপ; ত্ৰিগুণাত্মক সংসাৰ মায়াৰ কাৰ্য্য; সেই মায়াৰ দ্বাৰাই জীৱসমূহৰ জ্ঞান আবৃত থাকে। পৰমেশ্বৰ জীৱসমূহত অন্তৰ্য্যামীৰূপে অৱস্থিত আছে বুলি শ্ৰুতিৰ পৰা জনা যায়।

অতএৱ হে অসুৰ-পুত্ৰসকল! তোমালোকে অসুৰভাৱ পৰিত্যাগ কৰি সৰ্ব্বভূততে দয়া আৰু মিত্ৰতা স্থাপন কৰা; সেই ভূতদয়াৰ দ্বাৰাই ভগৱান সন্তুষ্ট হয়।

সেই আদ্য আৰু অনন্ত ভগৱান পৰিতুষ্ট হ'লে একোৱেই অলভ্য নেথাকে। আমি শ্ৰীভগৱানৰ গুণাদি কীৰ্ত্তন কৰিম আৰু তেওঁৰ শ্ৰীচৰণ ধ্যান কৰিম। মোক্ষ আকাঙ্ক্ষা কৰাৰ আমাৰ প্ৰয়োজন কি? মোক্ষৰেই যদি প্ৰয়োজন নাই তেতিয়া এই সংসাৰত গুণৰ পৰিণামবশতঃ যে ধৰ্ম, অৰ্থ আৰু কাম যত্ন নকৰিলেও সিদ্ধ হয় সেই ধৰ্মাদি ত্ৰিবৰ্গৰ আকাঙ্ক্ষাৰেই বা প্ৰয়োজন কি?

ত্ৰিবৰ্গ নামে অভিহিত ধৰ্ম, অৰ্থ আৰু কাম, আত্মবিদ্যা অৰ্থাৎ আত্মা অনাত্মা আৰু পৰমাত্মাবিষয়ে জ্ঞান, কৰ্মবিদ্যা, তৰ্ক, দণ্ডনীতি আৰু বিবিধ জীৱিকা এই সমস্ত বেদপ্ৰতিপাদ্য মঙ্গলপ্ৰাপ্তিৰ উপায় যদি পৰমপুৰুষত আত্মসমৰ্পণৰ সহকাৰী হয় তেতিয়া হ'লেহে এই সমস্তক সত্য বুলি মনে কৰোঁ-নতুবা যথাৰ্থ নহয়।

প্ৰহ্লাদে কৈছে - মই তোমালোকক যে নতুন বিষয়ে উপদেশ দিছোঁ তেনে নেভাবিবা। অন্যৰ কাৰণে দুষ্প্ৰাপ্য এই নিৰ্মল জ্ঞান পূৰ্বে নৰ ঋষিৰ সখা নাৰায়ণ ঋষিয়ে নাৰদক দিছিল। মই পূৰ্বে দেৱৰ্ষি নাৰদৰপৰা অনুভাৱৰ সহিত এইজ্ঞান আৰু শুদ্ধ ভাগৱত ধৰ্মৰ বিষয়ে শ্ৰৱণ কৰিছোঁ।

তেতিয়া দৈত্যবালকসকলে প্ৰশ্ন কৰিলে— হে প্ৰহ্লাদ! এই গুৰুপুত্ৰদ্বয় ব্যতিৰেকে তুমি আৰু আমি আন কোনো গুৰুকে নেজানোঁ। এওঁলোকেই অতি

শিশুকালৰ পৰা আমাৰ গুৰু; এওঁলোকৰ ভয়ত আমাৰপক্ষে অন্যত্ৰ যোৱাৰ সম্ভৱ নহয়; কিন্তু তুমি যে কৈছা নাৰদৰ ওচৰত তুমি এই উপদেশ পাইছা, সেইটো কেনেকৈ সম্ভৱ হৈছিল। অন্তঃপুৰস্থ বালকবিলাকৰ মহাত্মা নাৰদৰ সহিত মিলন হোৱা অসম্ভৱ; হে সৌম্য! এইবিষয়ে আমাৰ মহান সংশয় উপস্থিত হৈছে; যদি এইবিষয়ে বিশ্বাসৰ মূলকাৰণ কিবা থাকে, তেন্তে তাক বৰ্ণনা কৰি আমাৰ সংশয় দূৰ কৰা।

## মাতৃগৰ্ভতে প্ৰহ্লাদৰ জ্ঞানলাভ ঃ

তেতিয়া প্ৰহ্লাদে কবলৈ ধৰিলে— ভাইসকল! আমাৰ পিতা হিৰণ্যকশিপু মন্দাৰ পৰ্ব্বতত তপস্যা কৰি থাকোঁতে তেওঁৰ শৰীৰৰ ৰক্তমাংস পিপীলিকাই ভক্ষণ কৰি পেলাইছিল। সেইসময়ত দেৱতাসকলে দানৱসকলৰ বিৰুদ্ধে যুদ্ধৰ প্ৰৱল উদ্যোগ কৰিলে। দানৱসকলে প্ৰাণৰক্ষাৰ ইচ্ছাত স্ত্ৰী, পুত্ৰ, বিত্ত, স্বজন, গৃহ, পশু আৰু গৃহসামগ্ৰীসমূহৰ ফালে দৃষ্টি নকৰি চাৰিওফালে পলায়ন কৰিব ধৰিলে।

জয়াভিলাষী দেৱতাসকলে সৰ্ব্বস্ব অপহৰণ কৰি ৰাজভৱন শূন্য কৰি পেলালে। দেৱৰাজ ইন্দ্ৰই ৰাজমহিষী মোৰ জননীক লৈ যাব ধৰিছিল। মোৰ মাতৃয়ে ভয়ত উদ্বিগ্ন হৈ ৰোদন কৰিব ধৰিলে। এনে সময়ত সৌভাগ্যবশতঃ সেই পথত দেবৰ্ষি উপস্থিত হৈছিল। মোৰ মাতৃক তেনে অৱস্থাত দেখি তেওঁ ইন্দ্ৰক ক'লে - হে দেৱৰাজ! নিৰপৰাধিনী ৰমণীক লৈ যোৱাটো তোমাৰ পক্ষে উচিত কাৰ্য্য হোৱা নাই। এই পতিব্ৰতা পৰস্ত্ৰীক পৰিত্যগ কৰা, পৰিত্যাগ কৰা।

তেতিয়া ইন্দ্ৰই উত্তৰ দিলে - দেৱৰ্ষি! এওঁৰ গৰ্ভত দেৱশত্ৰু হিৰণ্যকশিপুৰ দুঃসহ বীৰ্য্য আছে; অতএব এওঁ প্ৰসৱৰ কালপৰ্যন্ত আমাৰ আশ্ৰয়ত অৱস্থান কৰক। তাৰ পাছত আমি স্বকাৰ্য সাধন কৰি অৰ্থাৎ এওঁৰ গৰ্ভজাত শিশুক বধ কৰি এওঁক মুক্ত কৰি দিম।

নাৰদে ক'লে - এই গৰ্ভস্থ শিশু নিষ্পাপ আৰু ভগৱানৰ ভক্ত; অতএব মহাপ্ৰভাৱসম্পন্ন আৰু সাক্ষাৎ পৰম বৈষ্ণৱ এই শিশুক তুমি বধ কৰিব নোৱাৰিবা।

দেৱৰ্ষি নাৰদে এইদৰে কোৱাত দেৱৰাজ ইন্দ্ৰই তেওঁৰ কথাত বিশ্বাস স্থাপন কৰি ভগৱানৰ প্ৰিয় মই গৰ্ভত আছোঁ বুলি মোৰ প্ৰতি ভক্তিহেতুকে মোৰ মাতৃক প্ৰদক্ষিণ কৰিলে আৰু তেওঁক পৰিত্যাগ কৰি স্বৰ্গলৈ গুচি গ'ল।

তাৰ পাছত দেৱৰ্ষি নাৰদে মোৰ মাতৃক আশ্ৰমলৈ আনি সান্ত্বনা দি ক'লে— হে বৎসে! যিমান দিন তোমাৰ স্বামী ঘূৰি নাহে সিমান দিন তুমি এই আশ্ৰমতে থাকা।

মোৰ মাতৃয়েও "তাকে কৰিম" বুলি স্বীকাৰ কৰি যিমান দিন মোৰ পিতৃ ঘোৰতৰ তপস্যা কৰি ঘূৰি নাহিল সিমান দিন অকুতোভয়ে দেৱৰ্ষি নাৰদৰ সমীপতে বাস কৰি থাকিল। মোৰ মাতৃয়ে গৰ্ভস্থ সন্তানৰ মঙ্গলৰ বাবে পিতৃ ঘূৰি নহালৈকে যেন প্ৰসৱ নহয় তাৰবাবে পৰম ভক্তিসহকাৰে দেৱৰ্ষি নাৰদৰ পৰিচৰ্য্যা কৰি থাকিল।

দেৱৰ্ষি নাৰদে মোক লক্ষ্য কৰি মোৰ মাতৃক ভাগৱত ধৰ্মৰ অৰ্থাৎ হৰিভক্তিৰ তত্ত্ব আৰু নিৰ্মলজ্ঞান বিষয়ে উপদেশ দিছিল।

দীৰ্ঘকাল অতীত হৈ যোৱাত আৰু স্ত্ৰীজাতি বুলি মোৰ মাতৃৰ সেই জ্ঞান লোপ পাইছে কিন্তু ঋষিৰ অনুগ্ৰহত মই সেই জ্ঞান আজিলৈকে পাহৰা নাই।

যদি তোমালোকে মোৰ কথাত শ্ৰদ্ধা স্থাপন কৰা তেনেহলে সেই শ্ৰদ্ধাৰ ফলত তোমালোকৰ, এনেকি স্ত্ৰী আৰু বালকবিলাকৰো মোৰদৰে শ্ৰীহৰিৰ বিষয়ে জ্ঞান আৰু ভক্তিযুক্তা মতি উৎপন্ন হব।

প্ৰহ্লাদে জ্ঞানৰ উপদেশ দিছে যে বৃক্ষবিলাকৰ আৰু তাৰ ফলসমূহৰ য়েনেকৈ ছয় প্ৰকাৰ অৱস্থা দেখা যায়, সেইদৰে দেহৰো ছয় প্ৰকাৰ অৱস্থা যেনে জন্ম, অস্তিত্ব, বৃদ্ধি, পৰিণাম, অপক্ষয় আৰু নাশ আছে। দেহৰ এই ছয়প্ৰকাৰ বিকাৰ ভাব কিন্তু আত্মাৰ বিকাৰ ভাৱ নাই; সেই কাৰণে দেহত আত্মাভিমান কৰিব নালাগে। চেতন, অচেতন, সমস্তই ভগৱানৰ অধীন; স্থিতি, প্ৰবৃত্তি আদিত আন কাৰো স্বাতন্ত্ৰ্য নাই আৰু সমস্তই ভগৱানৰ অংশ; অতএৱ দেহাদিত আত্মাৰ অভিমান কৰা উচিত নহয়। পৰমেশ্বৰ নিত্য অৰ্থাৎ জন্মমৰণশূন্য, অব্যয় আৰু শুদ্ধ অৰ্থাৎ সৰ্ব্বদোষ ৰহিত, তেওঁৰ সমান আন কোনো নাই, তেওঁতকৈ অধিকো কোনো নাই, তেওঁ সমষ্টি আৰু ব্যষ্টি সৰ্বশৰীৰত বিজ্ঞাতা, চেতন অচেতন সমস্তৰে আশ্ৰয় আৰু উপাদান আৰু নিমিত্তকাৰণস্থানীয়; তথাপিতো তেওঁ স্বৰূপতঃ অধিকাৰী, স্বপ্ৰকাশ, সৰ্ব্বদা সকলোস্থানতে বৰ্তমান, নিৰ্লিপ্ত আৰু আৱৰণ শূন্য।

মই পৰমেশ্বৰৰ অংশ, তেওঁৰ পৰা পৃথক নহয়; আত্মা দেহতকৈ পৃথক। দেহাদি মোৰ নহয়, সমস্তই ভগৱানৰ এইৰূপ জ্ঞানেৰে দেহাদিত যে অজ্ঞান জনিত "মই, মোৰ" এই মিথ্যা বুদ্ধি আছে, তাক পৰিত্যাগ কৰিব লাগে।

সোণৰ খনিত থকা অকণ অকণ সোণ থকা শিলবোৰত অগ্নি সংযোগ আদি উপায়েৰে সোণাৰিয়ে যেনেকৈ সোণ লাভ কৰে, সেইদৰে অধ্যাত্মজ্ঞানী ব্যক্তিয়ে ক্ষেত্ৰস্থানীয় এই দেহত থকা অন্তৰাত্মাৰ স্বৰূপ-গুণাদিৰ শ্ৰৱণ মননাদি উপায়ৰ দ্বাৰা পৰমতত্ত্বজ্ঞান (ব্ৰহ্মজ্ঞান) লাভ কৰে। চিৎ তত্ত্ব আৰু অচিৎ তত্ত্ববিষয়ক জ্ঞানো এইদৰে লাভ কৰে।

প্ৰকৃতি, মহৎ, অহঙ্কাৰ আৰু পঞ্চ তন্মাত্ৰা (ক্ষিতি অপ্ তেজ মৰুৎ আৰু ব্যোমৰ সূক্ষ্ম অৱস্থা) - এই আঠ প্ৰকাৰ প্ৰকৃতি! তাৰ গুণ অৰ্থাৎ সেই অষ্টপ্ৰকৃতিৰ গুণ তিনিটা সত্ত্ব, ৰজঃ আৰু তমঃ। একাদশ ইন্দ্ৰিয় আৰু পঞ্চ মহাভূত এই ষোল্ল প্ৰকাৰ বিকাৰ। চেতন জীৱ সমষ্টি আৰু বেদ প্ৰতিপাদ্য এক ভগৱান - এইবোৰ তত্ত্ব আচাৰ্য্যসকলে নিৰূপণ কৰিছে।

পূৰ্ব্বোক্ত বিভাগসমূহৰ সমষ্টিয়েই ভগৱানৰ বিৰাট দেহ। জীৱৰ দেহ জঙ্গম আৰু স্থাৱৰ ভেদে দুই প্ৰকাৰ। ঈশ্বৰদৰে চেতন হোৱাৰ কাৰণে জীৱ দেহেন্দ্ৰিয়দিৰ পৰা বেলেগ। ইয়াকে অন্বয় বোলে। আৰু শিলৰ দৰে অচেতন বুলি দেহেন্দ্ৰিয়াদিৰ কোনোটোৱে জীৱ নহয় - ইয়াকে ব্যতিৰেক বোলে। আত্মতত্ত্ব বিচাৰকাৰী স্থিৰচিত্ত মুক্তিকামীসকলে সুদা মনৰ দ্বাৰাই অনাত্মভূত দেহেন্দ্ৰিয়াদি পৰিত্যাগ কৰি জীৱাত্মাৰ অন্বেষণ কৰিব আৰু সৃষ্টি, স্থিতি প্ৰতিপাদক বেদবাক্য হেতু চেতন অচেতন ভূতবৰ্গতকৈ সেই বিলাকৰ স্ৰষ্টা ভিন্ন এই বিবেকৰ দ্বাৰা পৰমেশ্বৰৰ অন্বেষণ অৰ্থাৎ স্বৰূপধ্যান কৰিব।

জাগৰণস্বপ্ন আৰু সুষুপ্তি এই তিনিটা বুদ্ধিৰ বৃত্তি; যিজনাই এইবোৰ বৃত্তি অনুভৱ কৰে, সেই জ্ঞান স্বৰূপ জীৱেই বুদ্ধিপ্ৰভৃতিৰ অধিপতি আৰু সেই বুদ্ধি আদি অচেতন পদাৰ্থবোৰৰ পৰা বেলেগ।

জীৱৰ কৰ্মঅনুসাৰে বুদ্ধিৰ বৃত্তিসমূহ উৎপন্ন হয়; সুতৰাং সেইবোৰ অনিত্য আৰু ত্ৰিগুণময়; গন্ধৰ দ্বাৰা যেনেকৈ গন্ধৰ ধাৰক বায়ুক জানিব পাৰি সেইদৰে জ্ঞানী ব্যক্তিয়ে সেই বুদ্ধিৰ বৃত্তিৰ দ্বাৰা সাক্ষীৰূপে আত্মাৰ স্বৰূপ জানি লব; কাৰণ বৃত্তি অৱস্থাত সেই সেই বুদ্ধিবৃত্তিতে সাক্ষীৰূপে জীৱৰ অনুগমন হয়।

এই বুদ্ধিয়েই জন্মমৰণ প্ৰৱাহৰূপ সংসাৰৰ দ্বাৰস্বৰূপ। বুদ্ধিৰ গুণ হেতু জীৱই যিবোৰ কৰ্ম কৰে, সেই কৰ্মবোৰৰ দ্বাৰা জীৱৰ সংসাৰবন্ধন হয়, অজ্ঞানেই সংসাৰৰ মূল। সংসাৰ হোৱাৰ ফলত জীৱৰ আত্মপৰমাত্মবোধ নেথাকে। কৰ্মফলদাতা পৰমেশ্বৰে জীৱৰ স্বপ্ন যেনেকৈ বিধান কৰি থাকে, সেইদৰে তেঁৱেই জীৱৰ সেইৰূপ সংসাৰ বিধান কৰিছে। ভগৱানৰ আৰাধনা কৰিলে স্বপ্ন-নিবৃত্তিৰ নিচিনাকৈ জীৱৰ জন্মমৰণ প্ৰৱাহৰূপ সংসাৰ নিবৃত্তি হৈ থাকে।

অতএৱ জন্মমৰণপ্ৰৱাহৰ সংসাৰৰ মূল অজ্ঞানক দগ্ধ কৰি পেলোৱা কৰ্ত্তব্য অৰ্থাৎ অজ্ঞান বিনষ্ট কৰিবৰ কাৰণে তত্বজ্ঞন লাভ কৰিবলৈ যত্ন কৰা কৰ্তব্য আৰু বুদ্ধি কাৰণ হৈ যিবোৰ কৰ্মৰ উদ্ভৱ ঘটায়, সেইবোৰ কৰ্মৰ ফলস্বৰূপে সংসাৰৰ নিবৃত্তি যেনেকৈ হব পাৰে সেই উপায় অৱলম্বন কৰিব লাগে।

সেই তত্ত্বজ্ঞান লাভ আৰু জন্মমৰণপ্ৰৱাহৰূপ সংসাৰ অতিক্ৰম কৰিবলৈ যিবোৰ ধৰ্মানুষ্ঠানৰ দ্বাৰা যথাযথভাৱে সাক্ষাৎ ভগৱান পৰমেশ্বৰৰ প্ৰতি ৰতি

উৎপন্ন হয়, সেইবোৰ ধৰ্মই সহস্ৰ সহস্ৰ উপায়ৰ ভিতৰত শ্ৰেষ্ঠ উপায় বুলি ভগৱানে গীতাত নিৰ্দ্দেশ কৰিছে।

(সেই পৰাভক্তিৰূপা ৰতিৰ উপায়স্বৰূপ ধৰ্ম নিৰূপণ কৰা হৈছে—)

গুৰু শুশ্ৰূষাৰূপা ভক্তি, যিবোৰ প্ৰিয়বস্তু লাভ কৰা হৈছে সেই সমস্তকে ভগৱানত সমৰ্পণ, সাধুভক্ত বিলাকৰ সঙ্গলাভ, ঈশ্বৰৰ আৰাধনা, ভগবৎ কথাত শ্ৰদ্ধা, ভগৱানৰ গুণ আৰু কৰ্মৰ কীৰ্তন, তেওঁৰ পাদপদ্মৰ ধ্যান আৰু তেওঁৰ বিগ্ৰহ দৰ্শন, পূজা আৰু বন্দনাদি - এইবোৰ ধৰ্মৰ দ্বাৰা পৰাভক্তি ৰূপা ৰতি উৎপন্ন হয়।

ভগৱান পৰমেশ্বৰ শ্ৰীহৰি সৰ্ব্বভূততে অৱস্থান কৰি আছে ইয়াকে ভাবি সৰ্ব্বভূতৰ হিতজনক কাম্য বস্তুৰ দ্বাৰা ভূতবৰ্গক পৰিতুষ্ট কৰিব লাগে।

গুৰু শুশ্ৰূষাদি অঙ্গযুক্তা যি ভক্তিৰ্ দ্বাৰা মুমুক্ষু ব্যক্তিয়ে ভগৱান পৰমেশ্বৰ বাসুদেৱৰ প্ৰতি পৰাভক্তিৰূপা ৰতি লাভ কৰে, সেই ভত্তি জিতেন্দ্ৰিয় ব্যক্তিয়ে হে লাভ কৰে, অজিতেন্দ্ৰিয় ব্যক্তিয়ে লাভ কৰিব নোৱাৰে।

**[পৰাভক্তিৰ উদয় হ'লে কি হয় - তাকে কৈছে-]**

ভগৱান বাসুদেৱ সৰ্ব্বেশ্বৰ, সৰ্ব্বাত্মক প্ৰভৃতি অতুলনীয় গুণসমূহ, অৱতাৰ মূৰ্ত্তিত অনুষ্ঠিত কৰ্মসমূহ আৰু পৰাক্ৰমসমূহৰ বিষয়ে শুনি মানুহে যেতিয়া হৰ্ষোল্লাসত ৰোমাঞ্চিত হৈ আনন্দাশ্ৰুপাত কৰে, তেতিয়া গদ্‌গদ্ হৈ অতিশয় উৎকণ্ঠাৰে উচ্চৈঃস্বৰে গান গাবলৈ ধৰে, শ্ৰীকৃষ্ণৰ জয় বুলি আনন্দ ধ্বনি কৰিবলৈ ধৰে, নৃত্য কৰিবলৈ ধৰে আৰু যেতিয়া পৰমাত্মাত চিত্ত সমাহিত কৰি নিজকে কৃতাৰ্থ মনে কৰি গ্ৰহাবিষ্ট ব্যক্তিৰ দৰে হাঁহে, নিজকে ভগৱৎ কৃপাত বঞ্চিত বুলি কেতিয়াবা ৰোদন কৰে, কেতিয়াবা বা ভগৱানৰ ভক্তবাৎসল্য আদি গুণসমূহ স্মৰণ কৰি তেওঁৰে ধ্যান আৰু বন্দনা কৰে আৰু কেতিয়াবা বা সঙ্কোচ শূন্য হৈ পুনঃ পুনঃ দীৰ্ঘ নিঃশ্বাস পৰিত্যাগ কৰি কৰি 'হে হৰে! হে জগৎপতে! হে নাৰায়ণ'' ইত্যাদি কবলৈ ধৰে, তেতিয়া সেই মনুষ্যৰ সমস্ত বন্ধন বিনষ্ট হৈ যায়; তাৰ তেতিয়া জন্মমৰণপ্ৰৱাহ ৰূপ সংসাৰৰ কাৰণ বাসনাগ্ৰন্থি বিনষ্ট হৈ যায় আৰু ভগৱানৰ অপ্ৰাকৃত স্বৰূপ, গুণ আৰু বিগ্ৰহ অদি ধ্যান কৰাৰ ফলত তাৰ অন্তঃকৰণ, ইন্দ্ৰিয়সমূহ আৰু শৰীৰ তদনুৰূপ হৈ যায়। এইদৰে সেই মনুষ্য পৰম ভক্তি যোগৰদ্বাৰা ভগৱানক প্ৰাপ্ত হয় অৰ্থাৎ ভগৱৎ সাধৰ্ম্য ৰূপ মুক্তি লাভ কৰি থাকে।

এই জগতত ভগৱানৰ আশ্ৰয় গ্ৰহণেই সংসাৰাসক্তচিত্ত জীৱৰ জন্ম-মৰণ প্ৰৱাহৰূপ সংসাৰচক্ৰৰ ছেদক অৰ্থাৎ নিবৰ্ত্তক। তাতেই মোক্ষসুখ হয় বুলি

জ্ঞানীসকলে কয়। অতএৱ হে অসুৰ বালকসকল! তোমালোকে হৃদয়ত অন্তৰ্য্যামী পৰমেশ্বৰৰ ভজনা কৰা। ভগৱান সাধাৰণভাৱে সমস্ত প্ৰাণীৰ হৃদয়ত অৱস্থিত থাকিলেও ধনলোভী চোৰৰ ধনীৰ গৃহচ্ছিদ্ৰত প্ৰৱেশ কৰাৰ দৰে তেওঁ নিজৰ ভক্তৰ হৃদয়ত ভক্তিৰসৰ লোভত বিশেষৰূপে প্ৰবিষ্ট হৈ আছে। ভক্তজনৰ অন্তৰ্য্যামী আৰু সখা তেনে শ্ৰীহৰিৰ উপাসনা কৰাত বিশেষ কোনো কষ্ট নাই। অতএৱ ভগৱৎ উপাসনাৰ বিৰোধী ভোগ্য বস্তু অৰ্জ্জন কৰিবৰ প্ৰয়োজন কি?

ধন, ভাৰ্য্যা, পশু, পুত্ৰাদি আৰু গৃহ, ভূমি, হস্তী, ধনাগাৰ, ঐশ্বৰ্য, সমস্ত অৰ্থ আৰু কাম এইবোৰ বস্তু ক্ষণভঙ্গুৰ; অতএৱ এইবোৰে মৰণশীল মানুহৰ কিমান খিনি প্ৰীতি সম্পাদন কৰিব পাৰে?

ঐহিক ধনাদিৰ দৰে স্বৰ্গাদি লোকো যজ্ঞাদিৰ দ্বাৰা উপাৰ্জ্জিত হয় বুলি ক্ষয়শীল, সুখদুঃখাদিপ্ৰদ অৰ্থাৎ পুণ্যৰ তাৰতম্য হেতু তাত সুখাদিৰো তাৰতম্য আছে, সুতৰাং মালিন্যযুক্ত। অতএৱ মোক্ষলাভৰ নিমিত্তে যিবোৰ উপায় আছে তাৰ ভিতৰত ভক্তিযোগেই শ্ৰেষ্ঠ; কাৰণ ভক্তিযোগৰ দোষৰ বিষয়ে একো শুনা নাযায় আৰু কোনো দোষ দেখাও নাযায়। ভক্তিযোগৰ আশ্ৰয় লৈ পৰমেশ্বৰ ভজনা কৰা।

এই জগতত পণ্ডিতাভিমানী ব্যক্তিয়ে সুখপ্ৰাপ্তি আৰু দুঃখ নিবৃত্তিৰ বাবে যে পুনঃ পুনঃ কৰ্মৰ অনুষ্ঠান কৰে সেই কৰ্মৰপৰা সেই মনুষ্যই উদ্দেশ্যৰ বিপৰীত ফলহে পায়।

কৰ্মীপুৰুষে ইহলোকত সুখপ্ৰাপ্তি আৰু দুঃখনিবৃত্তিৰ বাবে সংকল্প কৰে; কিন্তু কৰ্মফলৰ কামনা কৰা বাবে সেইলোকে দুঃখ হে পায় সুখ নাপায়। অতএৱ কৰ্মফলৰ আকাঙ্ক্ষা নাথাকিলেই সুখী হয়।

ইহলোকত মানুহে যি দেহৰ নিমিত্তে কাম্য কৰ্মৰ দ্বাৰা ভোগ্য বস্তুসমূহৰ কামনা কৰে, সেই দেহেই পৰকীয় অৰ্থাৎ পিতামাতা প্ৰভৃতিৰ মমতাৰ আস্পদ আৰু অনিত্য, কাৰণ দেহ জন্মে আৰু মৰে।

আত্মাৰ লগত দেহৰ অতি নিকট সম্বন্ধ। অহং বুদ্ধিৰ আস্পদ তেনে দেহেই যেতিয়া পৰকীয় আৰু অনিত্য, তেতিয়া মমত্ববুদ্ধিৰ আস্পদ আৰু দূৰসম্বন্ধীয় পুত্ৰ, কলত্ৰ, গৃহ, ধনাদি আৰু ৰাজ্য, ধনকোষ, হস্তী, অমাত্য, ভৃত্য আৰু আত্মীয় বৰ্গৰ বিষয়ে ক'বলৈ কি আছে?

দেহ পুত্ৰ কলত্ৰাদি পদাৰ্থ বস্তুতঃ অপুৰুষাৰ্থ অৰ্থাৎ পুৰুষৰ অপ্ৰয়োজনীয় হৈও পুৰুষাৰ্থৰ ন্যায় প্ৰতিভাত হয় আৰু সেইবোৰ পদাৰ্থ তুচ্ছ আৰু অনিত্য; জীৱাত্মা অপৰিচ্ছিন্ন পৰমানন্দ নিধিস্বৰূপ ভগৱানৰ অংশ। সেই দেহ আৰু পুত্ৰাদি পদাৰ্থৰ দ্বাৰা আত্মাৰ প্ৰয়োজন কি? অৰ্থাৎ কোনো প্ৰয়োজন নাই।

হে অসুৰ বালকসকল! প্ৰাক্তন কৰ্মৰ দ্বাৰা দেহীসকলে মাতৃগৰ্ভত জন্মৰ

পৰা আৰম্ভ কৰি সকলো অৱস্থাতে ক্লেশ পাই থাকে। সেই দেহীবিলাকৰ এই সংসাৰত কিমান খিনি স্বাৰ্থ আছে; সেইটো নিৰূপণ কৰা অৰ্থাৎ ভাবি চোৱা।

দেহধাৰী জীৱ আত্মাৰ অনুৱৰ্ত্তী দেহৰ দ্বাৰা কৰ্মবোৰ কৰি থাকে আৰু সেই কৰ্মবোৰৰ দ্বাৰা ভোগদেহ উৎপাদন কৰে অৰ্থাৎ কৰ্মফল ভোগৰ নিমিত্তে দেহ ধাৰণ কৰে; এইৰূপে জীৱে সেই কৰ্ম আৰু ভোগদেহ অজ্ঞানবশতঃ উৎপাদন কৰি থাকে; কিন্তু ভগবদ্ভক্তিৰ দ্বাৰা মুক্ত হবলৈ চেষ্টা নকৰে।

অতএৱ হে অসুৰ বালকসকল। ধম্ন, অৰ্থ আৰু কাম এই ত্ৰিবৰ্গ যাৰ অধীন আৰু যিজনা পূৰ্ণকাম বুলি ভোগেচ্ছা শূন্য, তোমালোকে সেই অন্তৰ্য্যামী পৰমেশ্বৰ শ্ৰীহৰিক নিষ্কামভাৱে ভজনা কৰা।

শ্ৰীহৰিয়ে নিজে সৃষ্টি কৰা পৃথিব্যাদি মহাভূতসমূহৰ দ্বাৰা সকলো প্ৰাণীকে সৃষ্টি কৰিছে আৰু তেওঁ প্ৰাণীবিলাকৰ- অন্তৰ্য্যামী, নিয়ন্তা আৰু হিতকাৰী; অতএৱ দেৱ, অসুৰ, মনুষ্য, যক্ষ অথবা গন্ধৰ্ব্ব নামৰ যিকোনো জীৱ ভগৱান মুকুন্দৰ শ্ৰীচৰণ ভজনা কৰি মোৰদৰে কল্যাণ লাভ কৰিব পাৰে।

হে অসুৰ পুত্ৰবিলাক। ভগৱান মুকুন্দৰ প্ৰীতি উৎপাদন কৰিবলৈ দ্বিজত্ব, দেৱত্ব, ঋষিত্ব, চৰিত্ৰ, বহুজ্ঞতা, দান, তপস্যা, যজ্ঞ, শৌচ আৰু ব্ৰতসমূহো পৰ্য্যাপ্ত নহয়; শ্ৰীহৰি নিষ্কাম ভক্তিযোগৰ দ্বাৰাই প্ৰীত হয়। আন সকলেবোৰেই বিড়ম্বনা মাথোন। অতএৱ অসুৰবংশত জন্মগ্ৰহণ কৰিছা বুলি ভগৱৎ ভজনত অধিকাৰ নাই এনে আশঙ্কা নকৰিবা।

অতএৱ হে ভাইসকল। "মোত যেনেকৈ ভগৱনা অন্তৰ্য্যামী ৰূপে অৱস্থিত আছে সেইদৰে সৰ্বভূততে অৱস্থিত আছে" এইৰূপ আত্মতুলনাৰ দ্বাৰা তোমালোকে সৰ্বত্ৰ বৰ্তমান সৰ্বভূতৰ অন্তৰ্য্যামী ভগৱান পৰমেশ্বৰ শ্ৰীহৰি প্ৰতি ভক্তিভাৱ স্থাপন কৰা। কাৰণ ভক্তিৰ দ্বাৰাই দৈত্য, যক্ষ, ৰাক্ষস, স্ত্ৰী, শূদ্ৰ, ব্ৰজবাসী, পশু, পক্ষী আৰু নীচযোনিপ্ৰাপ্ত জীৱবিলাকেও ভগবদ্ভাৱ প্ৰাপ্তিৰূপ মুক্তি লাভ কৰিছে।

ভগৱান গোবিন্দৰ প্ৰতি একান্ত ভক্তি আৰু সৰ্ব্বত্ৰ তেওঁক দৰ্শন কৰাই ইহলোকত পুৰুষৰ পৰম স্বাৰ্থ বুলি শাস্ত্ৰত উল্লেখ কৰা আছে।

# হিৰণ্যকশিপুবধ

দৈত্যবালকসকলে প্ৰহ্লাদৰ উপদেশ বাণী শুনি নিৰ্দ্দোষ বুলি উত্তমজ্ঞানে তাকে গ্ৰহণ কৰিলে। গুৰুৰ শিক্ষা গ্ৰহণ নকৰিলে অৰ্থাৎ গুৰুৰ উপদিষ্ট বিষয় পৰিত্যাগ কৰি প্ৰহ্লাদৰ উপদেশমতে ভগৱানৰ প্ৰতি ভক্তিভাৱ স্থাপন কৰিলে।

দৈত্যৰাজ হিৰণ্যকশিপু পুত্ৰৰ সেই দুঃসহ আৰু অপ্ৰিয় বিষ্ণুপক্ষ অৱলম্বনৰ কথা শুনি ক্ৰোধত কঁপিব ধৰিলে আৰু পুত্ৰক বধ কৰিবলৈ মন কৰিলে। স্বভাৱতঃ অতি নিষ্ঠুৰ সেই হিৰণ্যকশিপু পদাহত সৰ্পৰ দৰে দীৰ্ঘশ্বাস পৰিত্যাগ কৰি কৰি জিতেন্দ্ৰিয় বিনয়াৱনত, কৰজোৰে অৱস্থিত আৰু তিৰস্কাৰৰ অযোগ্য প্ৰহ্লাদক কঠোৰ বাক্যৰে তিৰস্কাৰ কৰিলে আৰু দুষ্ট বক্ৰদৃষ্টিৰ দ্বাৰা নিৰীক্ষণ কৰি কবলৈ ধৰিলে -

হে উদ্ধত মন্দবুদ্ধে কুলনাশক অধম! তই মোৰ শাসনৰ বহিৰ্ভূত আৰু অবিনীত; অতএৱ তোকে আজি মই যমৰ ঘৰলৈ পঠিয়াই দিম।

হে মূঢ়! মই ক্ৰুদ্ধ হ'লে লোকপালসকলৰ সহিত ত্ৰিলোক কম্পিত হৈ থাকে। মোৰ শাসন তই কাৰ বলত নিৰ্ভীকৰ দৰে লঙ্ঘন কৰিলি?

প্ৰহ্লাদে ক'লে - হে ৰাজন! ব্ৰহ্মাদি উচ্চ আৰু নীচ স্থাৱৰ জঙ্গম সমস্তকে যিজনে বশীভূত কৰি ৰাখিছে, সেই ভগৱান অকল মোৰেই বল নহয়, কিন্তু আপোনাৰ আৰু অন্যান্য বলশালীসকলৰো বল! তেৱেঁই সৰ্ব্ব নিয়ন্তা কালস্বৰূপ; বহুপৰাক্ৰমশালী তেৱেঁই ইন্দ্ৰিয়শক্তি, মনঃশক্তি, দেহশক্তি, ধৈৰ্য্য আৰু ইন্দ্ৰিয়সমূহৰ আশ্ৰয়; গুণত্ৰয়ৰ নিয়ন্তা পৰমপুৰুষ তেৱেঁই স্বীয় শক্তিসমূহৰ দ্বাৰা এই বিশ্বৰ সৃজন, পালন আৰু সংহাৰ কৰি থাকে।

আপুনি নিজৰ এই আসুৰিক ভাৱ পৰিত্যাগ কৰক। অৱশীভূত আৰু উন্মাৰ্গগামী মন ব্যতীত আন কোনো শত্ৰু নাই; অতএৱ আপুনি মনটোকে সমভাৱে প্ৰতিষ্ঠিত কৰক। মনৰ সেই সমপ্ৰতিষ্ঠাই ভগৱানৰ শ্ৰেষ্ঠ পূজা। হে ৰাজন! আপোনাৰদৰে কোনো কোনোৱে আয়ুৰূপ ধন অপহৰণকাৰী ছয়টি ইন্দ্ৰিয়ৰূপ দস্যুক জয় নকৰি নিজে দশো দিক জয় কৰিছে বুলি ভাৱে। যিব্যক্তি ইন্দ্ৰিয়জয়ী, "সমস্তই ভগবদাত্মক" এই ৰূপ জ্ঞানসম্পন্ন আৰু সৰ্বভূততে সমভাৱাপন্ন, তেনে সাধুব্যক্তিৰ শত্ৰু ক'ত? অজ্ঞানতাবশতঃ শত্ৰু কল্পনা কৰা হয়। জ্ঞানীৰ ওচৰত কোনো শত্ৰু নহয়।'

হিৰণ্যকশিপুয়ে কৈছে - ওৰে মন্দবুদ্ধে! তই মাত্ৰা চেৰাই আত্মপ্ৰশংসা কৰিছ। অতএৱ নিশ্চয় তই মৰিবৰ ইচ্ছা কৰিছ। নিশ্চয় মুমূৰ্ষ লোকৰ কথা এইদৰে অসম্বদ্ধ হয়।

ওৰে মন্দভাগ্য! ময়েই জগতৰ ঈশ্বৰ, তথাপি তই যে কৈছ মোত বাজেও আন এজন জগদীশ্বৰ আছে, ভালবাৰু, সি ক'ত আছে?

প্ৰহ্লাদে উত্তৰ দিলে তেওঁ সৰ্ব্বত্ৰ আছে। হিৰণ্যকশিপুয়ে ক'লে - যদি সেয়ে হয়, তেন্তে এই স্তম্ভত নাই কিয়? প্ৰহ্লাদে উত্তৰ দিলে - তেওঁ সেই স্তম্ভতে দৃষ্টিগোচৰ হৈছে।

স্তম্ভৰ ভিতৰত ভগৱানক নেদেখি হিৰণ্যকশিপুয়ে ক'লে - ময়েই জগদীশ্বৰ। মই আজি আত্মশ্লাঘাকাৰী তোৰ মূৰটো কাটি পেলাম; তোৰ অভিলষিত আশ্ৰয়, সেই হৰিয়ে আজি তোক ৰক্ষা কৰক।

অতিবলশালী মহাসুৰ হিৰণ্যকশিপুয়ে ক্ৰোধত এইৰূপ দুৰ্বাক্যৰ দ্বাৰা পৰম ভগবদ্ভক্ত স্বীয় পুত্ৰ প্ৰহ্লাদক পুনঃ পুনঃ মৰ্ম্ম যাতনা দিলে আৰু খড্গ হাতত লৈ সিংহাসনৰপৰা লাফ দি পৰি ওচৰতে থকা স্তম্ভটোত মুষ্টিপ্ৰহাৰ কৰিলে। সেই মুষ্টি প্ৰহাৰৰ লগে লগে সেই স্তম্ভত অতি ভীষণ ধ্বনি উত্থিত হ'ল; সেই ধ্বনিত যেন ব্ৰহ্মাণ্ড কটাহ বিদীৰ্ণ হৈ গ'ল আৰু ব্ৰহ্মাদি দেৱতাসকলে নিজ নিজ ধামত সেই ধ্বনি শুনি নিজ নিজ ধামৰ বিনাশকাল উপস্থিত হৈছে বুলি ভাবিলে।

অসুৰ দলপতিসকলে সেই ধ্বনি শুনি ত্ৰাসান্বিত হৈ পৰিল। পুত্ৰবধত অভিলাষী হৈ হিৰণ্যকশিপুৱে তেজঃ সহকাৰে বিক্ৰম প্ৰকাশ কৰিছিল, এনে অৱস্থাত সেই অভূতপূৰ্ব্ব অদ্ভুত ধ্বনি শুনিবলৈ পালে; কিন্তু সভাৰ মাজত তেনে ধ্বনিৰ কাৰণ একো দেখা নাপালে। তাৰ পাছত শ্ৰীভগৱানে নিজৰ ভক্ত প্ৰহ্লাদৰ বাক্য সত্য বুলি প্ৰমাণিত কৰিবৰ বাবে অৰ্থাৎ নিজৰ সমস্ত পদাৰ্থত ব্যাপ্তি আৰু অৱস্থান সত্য বুলি প্ৰমাণিত কৰিবৰ কাৰণে পশুও নহয় আৰু মনুষ্যও নহয় এইৰূপ এক অদ্ভুত মূৰ্তি সভাৰ মাজত থকা সেই স্তম্ভত সকলোৰে দৃষ্টিগোচৰ হ'ল।

দৈত্যৰাজ হিৰণ্যকশিপুয়ে সেই ধ্বনি যেনে ভয়ঙ্কৰ যেন শুনিছিল, তেনে গৰ্জ্জনকাৰী প্ৰাণীটোকো চাবলৈ চতুৰ্দ্দিকে অৱলোকন কৰি কৰি পিছ মুহূৰ্ত্ততে সেই স্তম্ভৰপৰা নৰ আৰু সিংহৰ মিশ্ৰমূৰ্ত্তি এটি নিৰ্গত হোৱা দেখিবলৈ পালে আৰু মূৰ্ত্তিটো পশুও নহয় আৰু মানুহো নহয় - এইটো কি বিচিত্ৰ মূৰ্ত্তি বুলি মনতে চিন্তা কৰিব ধৰিলে।

হিৰণ্যকশিপুয়ে সেই অতি ভয়ানক নৃসিংহ মূৰ্ত্তিৰ বিষয়ে চিন্তা কৰি আছে, এনেতে তাৰ সমুখতে নৰসিংহৰূপী শ্ৰীহৰি আহি উপস্থিত হ'ল।

নৃসিংহ দেৱৰ সেই মূৰ্ত্তিৰ চক্ষু দুটি উত্তপ্ত সুৱৰ্ণৰ দৰে পিঙ্গল বৰ্ণ আৰু উগ্ৰ, জটা আৰু কেশৰ অতিশয় দীপিমান, মুখমণ্ডল বিকট, দাঁতবোৰ ভয়ানক, জিহ্বা খড্গৰ দৰে চঞ্চল আৰু ক্ষুৰৰ ধাৰৰ দৰে তীক্ষ্ণ আছিল। ভ্ৰুকুটীযুক্ত মুখৰ

দ্বাৰা সেই মূৰ্ত্তি ভীষণ হৈ উঠিছিল। সেই মূৰ্ত্তিত কাণদুখন নিশ্চল আৰু উৰ্দ্ধমুখী, মুখ আৰু নাক পৰ্ব্বতৰ গুহাৰ দৰে অদ্ভুত আৰু বহল আছিল। কপালৰ দুই প্ৰান্ত বহল হোৱা বাবে সেই মূৰ্ত্তি ভীষণ হৈ উঠিছিল। সেই মূৰ্ত্তিৰ দেহ আকাশস্পৰ্শী আছিল, গ্ৰীবা চুটি আৰু স্থূল, বক্ষঃস্থল বিশাল আৰু উদৰ ক্ষীণ আছিল। সেই মূৰ্ত্তি চন্দ্ৰৰ কিৰণৰ দৰে গৌৰবৰ্ণ লোমেৰে পৰিব্যাপ্ত আছিল। সেই মূৰ্ত্তিত শত শত বাহু আৰু নখৰ দৰে অস্ত্ৰ-শস্ত্ৰসমূহ বিদ্যমান আছিল। সেই মূৰ্ত্তি অতি দুৰ্দ্ধৰ্ষ আছিল আৰু নিজৰ চক্ৰ আদি শ্ৰেষ্ঠ অস্ত্ৰসমূহ আৰু ইন্দ্ৰাদি দেৱতাসকলৰ বজ্ৰ আদি শ্ৰেষ্ঠ অস্ত্ৰসমূহেৰে দৈত্য আৰু দানৱবিলাকক বিতাড়ন কৰি আছিল।

হৰিয়েতো সাধাৰণতঃ মায়া অৱলম্বন কৰি থাকে আৰু সেই মহামায়াবী হৰিয়ে মোক সমুখ সমৰত বধ কৰিব বুলি স্থিৰ কৰিছে, কিন্তু হৰিৰ এইৰূপ চেষ্টাই মোক একো কৰিব নোৱাৰিব এইবুলি কৈ কৈ দৈত্যৰাজ হিৰণ্যকশিপুৱে গদা হাতত লৈ গৰ্জ্জন কৰি কৰি নৃসিংহ দেৱৰ অভিমুখে ধাবিত হ'ল।

তেতিয়া জুইত পৰা পতঙ্গৰদৰে সেই হিৰণ্যকশিপু নৃসিংহ দেৱৰ তেজঃপুঞ্জত পৰি অদৃশ্য হৈ গ'ল। আহা! যি শ্ৰীহৰিয়ে সৃষ্টিৰ আদিতে নিজৰ তেজেৰে প্ৰলয়কালীন অন্ধকাৰ দূৰ কৰিছিল, সেই অপ্ৰাকৃত তেজৰ আশ্ৰয় শ্ৰীহৰিত পতিত হৈ তমোময় অসুৰৰ যে অদৰ্শন সি একো বিচিত্ৰ নহয়।

তাৰপাছত মহাসুৰ হিৰণ্যকশিপুয়ে ক্ৰোধত নৃসিংহ দেৱৰ সম্মুখীন হৈ মহাবেগৱান গদাৰদ্বাৰা তেওঁক আঘাত কৰিলে। তেতিয়া গৰুড়ে যেনেকৈ মহাসৰ্পক ধৰি পেলায়, সেইদৰে ভগৱান গদাধৰ নৃসিংহদেৱে আক্ৰমণকাৰী হিৰণ্যকশিপুক গদাৰে সৈতে ধৰি পেলালে। তেতিয়া ক্ৰীড়াশীল গৰুড়ৰ হাতৰপৰা সৰ্প যেনেকৈ দুই এবাৰ মুক্ত হয় সেইৰূপে সেই হিৰণ্যকশিপু ক্ৰীড়াশীল নৃসিংহৰূপী শ্ৰীহৰিৰ হাতৰ পৰা মুক্ত হৈছিল অৰ্থাৎ ক্ৰীড়াচ্ছলে নৃসিংহ দেৱে তাক এৰি দিছিল। তাকে দেখি স্বৰ্গচ্যুত দেৱতা আৰু লোকপালসকলে মেঘৰ অন্তৰালত থাকি অমঙ্গল আশঙ্কা কৰিবলৈ ধৰিলে।

মহাসুৰ হিৰণ্যকশিপু যুদ্ধত কেতিয়াও পৰিশ্ৰান্ত নহয়। সি নৃসিংহ দেৱৰ হাতৰ পৰা মুক্ত হৈ নৃসিংহ দেৱক নিজৰ পৰাক্ৰমত শঙ্কিত হৈছে বুলি ভাবি খড়্গ আৰু চৰ্ম্ম ধাৰণ কৰি মহাবেগে তেওঁক আক্ৰমণ কৰিলে।

হিৰণ্যকশিপু খড়্গ আৰু চৰ্ম্মৰ ভ্ৰমণ পথত তলে উপৰে নিৰন্তৰ পৰিভ্ৰমণ কৰিব ধৰিলে। তেতিয়া অতি বলৱন্ত নৃসিংহৰূপী শ্ৰীহৰিয়ে মহাশব্দে ভয়ঙ্কৰ উচ্চহাস্য কৰি শ্যেন পক্ষীৰদৰে সেই খল হিৰণ্যকশিপুক ধৰি পেলালে। নৃসিংহদেৱৰ অট্টহাস্যত হিৰণ্যকশিপুৰ চক্ষু দুটি মুদ খাই গৈছিল।

পূৰ্ব্বে ইন্দ্ৰৰ সহিত যুদ্ধ কৰোঁতে বজ্ৰৰ প্ৰহাৰতো হিৰণ্যকশিপুৰ চৰ্ম্ম ছিন্ন হোৱা নাছিল। এতিয়াও সি চাৰিওফালে বিচৰণ কৰি আছিল কিন্তু নৃসিংহৰূপী

শ্ৰীহৰিয়ে তাক ধৰামাত্ৰকে সি কাতৰ হৈ পৰিল। তাৰপাছত নৃসিংহদেৱে তাক দ্বাৰদেশত নিজৰ উৰুত স্থাপন কৰি সৰ্পই দাঁতেৰে যেনেকৈ মুষিকক বিদাৰণ কৰে, গৰুড়ে নখৰদ্বাৰা যেনেকৈ মহা বিষধৰ সৰ্পক বিদাৰণ কৰে, সেই নখসমূহৰ দ্বাৰা অৱলীলাক্ৰমে বিদাৰণ কৰিলে। ("গৃহৰ ভিতৰত বা বাহিৰত হিৰণ্যকশিপুৰ মৃত্যু নহব" ব্ৰহ্মাৰ এই বৰ আছিল কাৰণে নৃসিংহদেৱে তাক দ্বাৰদেশত লৈ বধ কৰিলে।)

হিৰণ্যকশিপুক বধ কৰিবৰ সময়ত নৃসিংহদেৱৰ যি কোপ উপস্থিত হৈছিল, সেই কোপৰ প্ৰভাৱত তেওঁৰ দুই চক্ষু দুৰ্দ্দৰ্শনীয় আৰু ভয়ঙ্কৰ হৈ উঠিছিল। সেই সময়ত তেওঁ নিজৰ জিহ্বাৰে তেওঁৰ বিস্তৃত মুখৰ প্ৰান্তভাগ লেহন কৰিবলৈ ধৰিছিল। তেওঁৰ মুখমণ্ডল ৰক্তাক্ত আৰু অৰুণবৰ্ণ হৈছিল; বহুবাহু সমন্বিত নৃসিংহ দেৱে হিৰণ্যকশিপুৰ হৃৎপিণ্ড সেই বাহুবিলাকত থকা নখসমূহেৰে উৎপাটন কৰি তাক পৰিত্যাগ কৰিলে। তাৰ পাছত হিৰণ্যকশিপুৰ সহস্ৰ সহস্ৰ আক্ৰমণকাৰী অনুচৰ আৰু অনুজীবিবিলাকক নখ, অস্ত্ৰ শস্ত্ৰ আৰু হস্তৰ দ্বাৰা বধ কৰিলে।

তাৰ পাছত নৃসিংহদেৱ সভাৰ মাজত থকা উত্তম ৰাজ সিংহাসনত উপবিষ্ট হ'ল; তেতিয়া তেওঁৰ আন কোনো প্ৰতিদ্বন্দ্বী নাছিল। সেই সময়ত সেই অতিশয় তেজস্বী, মহাক্ৰোধী আৰু কৰালবদন প্ৰভু নৃসিংহদেৱক দেখি ভীত হৈ তেওঁক সেৱা কৰিবলৈ কোনোৱে সমৰ্থ নহৈছিল; কেৱলমাত্ৰ স্বৰ্গৰ পৰা দেৱৰমণীসকলে হৰ্ষোৎফুল্ল বদনে পুষ্প বৃষ্টি কৰিছিল। তেতিয়া তেওঁক দৰ্শন কৰিবলৈ অভিলাষী হৈ স্বৰ্গবাসী দেৱতাসকল বিমান যোগে তাত উপস্থিত হ'লহি। ব্ৰহ্মা, ইন্দ্ৰ আৰু মহাদেৱপ্ৰমুখ দেৱতাসকল, ঋষিসকল, গন্ধৰ্ব্বাদিসকল তাত উপস্থিত হৈ মস্তকত অঞ্জলিবদ্ধ হৈ দূৰৈৰ পৰাই সিংহাসনত উপবিষ্ট সেই অতি তেজস্বী নৃসিংহ দেৱৰ পৃথক পৃথক স্তৱ কৰিছিল। কোনোৱে ওচৰ চাপিবলৈ সাহ কৰা নাছিল। নৃসিংহদেৱৰ যেনেৰূপ তেনেৰূপ পূৰ্ব কোনোৱে দেখাও নাছিল আৰু তেনেৰূপৰ কথা শুনাও নাছিল। সেই কাৰণে দেৱতাসকলে সাক্ষাৎ লক্ষ্মীদেৱীক তেওঁৰ ওচৰলৈ প্ৰেৰণ কৰিছিল; কিন্তু সেই অত্যাশ্চৰ্য্য নৃসিংহৰূপ দৰ্শন কৰি লক্ষ্মীদেৱী শঙ্কিতা হৈ তেওঁৰ ওচৰলৈ অগ্ৰসৰ হ'ব নোৱাৰিছিল।

তেতিয়া ব্ৰহ্মাই তেওঁৰ ওচৰতে বহি থকা প্ৰহ্লাদক ক'লে- হে বৎস! তোমাৰ পিতাৰ প্ৰতি ক্ৰুদ্ধ হোৱা প্ৰভু নৃসিংহদেৱক শান্ত কৰা; তেওঁৰ ওচৰলৈ গৈ শৰণাপন্ন হোৱা। এইবুলি ব্ৰহ্মাই প্ৰহ্লাদক পঠিয়াই দিলে।

ব্ৰহ্মাৰ বাক্য স্বীকাৰ কৰি পৰম ভগবদ্ভক্ত বালক প্ৰহ্লাদে ধীৰে ধীৰে নৃসিংহ দেৱৰ ওচৰলৈ গমন কৰিলে আৰু কৃতাঞ্জলি হৈ ভূতলত শৰীৰ দীঘল দি দণ্ডৱৎ প্ৰণাম কৰিলে।

ভগৱান নৃসিংহ দেৱে প্ৰহ্লাদক তেওঁৰ চৰণ বন্দনা কৰা দেখি করুণাদ্ৰ হৈ প্ৰহ্লাদক উঠাই তেওঁৰ কৰকমল প্ৰহ্লাদৰ মস্তকত স্থাপন কৰিলে। ভগৱান নৃসিংহ দেৱৰ কৰস্পৰ্শত প্ৰহ্লাদৰ সমস্ত অশুভ দূৰ হ'ল; তৎক্ষণাৎ তেওঁৰ আত্মাই পৰমাত্মস্বৰূপক অনুভৱ কৰিলে। প্ৰহ্লাদৰ শৰীৰ পুলকিত, হৃদয় প্ৰেমাৰ্দ্ৰ আৰু চক্ষুদ্বয় অশ্ৰুপূৰ্ণ হ'ল। এনে অৱস্থাত তেওঁ আনন্দসুখ অনুভৱ কৰি নৃসিংহদেৱৰ চৰণকমল হৃদয়ত ধ্যান কৰিব ধৰিলে। ধ্যান সমাপ্ত কৰি তেওঁ নৃসিংহ দেৱৰ প্ৰতি মন আৰু নয়ন ন্যস্ত কৰি একাগ্ৰচিত্তে সমাহিত হৈ প্ৰেমগদ্গদবাক্যে শ্ৰীহৰিৰ স্তৱ কৰিব ধৰিলে।

প্ৰহ্লাদৰ স্তৱত আৰু ভক্তিভাৱত ভগৱান নৃসিংহদেৱ অতিশয় সন্তুষ্ট হৈ প্ৰহ্লাদক পিতৃপদত অধিষ্ঠিত কৰি অন্তৰ্ধান কৰিলে।

♦ ♦ ♦

# শ্ৰীৰামচন্দ্ৰৰ অশ্বমেধ যজ্ঞৰ কথা
## (পদ্মপুৰাণোক্ত)

নৈমিষাৰণ্যত পুৰান বেত্তা মহামতি সুত মুনিয়ে ঋষিসকলৰ ওচৰত পুৰাণৰ কথা সবিস্তাৰে শুনাইছিল। পদ্মপুৰাণৰ স্বৰ্গখণ্ডৰ কথা শুনোৱা হ'ল। তেতিয়া ঋষি সকলে ক'লে যে হে মহাভাগ! আপুনি মনোহৰ স্বৰ্গখণ্ডৰ কথা সম্পূৰ্ণৰূপে আমাৰ ওচৰত বৰ্ণনা কৰিলে। এতিয়া আমাৰ ওচৰত শ্ৰীৰামচন্দ্ৰৰ চৰিত বৰ্ণনা কৰি সন্তোষিত কৰক।

মহামুনি সুতে শ্ৰীবৎসায়ন ঋষিৰ প্ৰশ্নৰ উত্তৰত ভুজঙ্গ পতি শ্ৰীঅনন্তদেৱে এসময়ত যেনেদৰে কৈছিল তেনেদৰে কবলৈ আৰম্ভ কৰিলে।

বাৎস্যায়ন ঋষিয়ে অনন্ত দেৱক অনুৰোধ জনাইছিল যে হে দেৱ! আপোনাৰ পৰা জগতৰ সৃষ্টি আৰু লয় সম্পৰ্কে নানান কথা, ভূগোল, খগোল আৰু জ্যোতিশ্চক্ৰ নিৰ্ণয়ৰ কথা শুনিলোঁ। ইয়াৰ বাহিৰেও, হে পুণ্যাত্মন! আপুনি মহত্তত্ত্ব প্ৰভৃতিৰ নিৰূপণৰ দ্বাৰা বহু ৰজাৰ কথা আৰু সূৰ্য বংশৰ ৰজাসকলৰ আচৰিত আচৰিত চৰিত কথা বৰ্ণনা কৰিছে। তাৰ ভিতৰতে শ্ৰীৰামচন্দ্ৰৰ কথাও আছে। সেই ৰামৰ কথা শুনিলে মহাপাতকো ক্ষয় হৈ যায়। তেওঁ বিখ্যাত অশ্বমেধ যজ্ঞৰ কথাও আমাৰ ওচৰত সংক্ষেপে বৰ্ণনা কৰিছে। এতিয়া ৰামৰ সেই অশ্বমেধ যজ্ঞৰ কথা পুনৰায় সবিস্তাৰে বৰ্ণনা কৰক। ৰামৰ অশ্বমেধ যজ্ঞৰ কথা শুনিলে বা পঢ়িলে, মহাপাতকৰো ক্ষয় হয়, অভীষ্ট অৰ্থসিদ্ধি হয় আৰু ভক্তসকলৰ চিত্ত নিৰ্মল হয়। আমি শুনিবলৈ বৰ অভিলাষ কৰিছোঁ।

ইয়াৰ উত্তৰত অনন্তদেৱে ক'লে— ধন্য আপুনি। আপুনি ব্ৰাহ্মণ সকলৰ ভিতৰত শ্ৰেষ্ঠ; কাৰণ আপোনাৰ বুদ্ধিয়ে ৰঘুনাথৰ চৰণকমলৰ মধুপান কৰিবলৈ ইচ্ছা কৰিছে। জ্ঞানী সকলে এই বাবেই সাধু সমাগমৰ প্ৰশংসা কৰে; কাৰণ সাধু সমাগম হ'লেই ৰামকথাৰ প্ৰসঙ্গ উঠে যাৰ দ্বাৰা পাপ ধ্বংস হয় আৰু পবিত্ৰতাৰ সঞ্চাৰ হয়। যি ৰঘুনাথৰ চৰণকমলত দেৱতা আৰু দৈত্যসকলেও নিজ নিজ মনিময় মুকুটৰ দীপ্তিৰে (প্ৰণতি জনাই) আৰতি দান কৰে। সেই ৰঘুনাথৰ কথা পুনৰায় মোৰ মনত পেলাই দি আপুনি মোক সচাঁকৈয়ে বৰ আনুগৃহীত কৰিলে। ব্ৰহ্মা আদি দেৱতা সকলেও ৰামৰ কথা শুনি মোহিত হৈ যায় আৰু ৰামচন্দ্ৰৰ কোনো কোনো কথাৰ বিষয়ে নাজানে বুলিও স্বীকাৰ কৰে; তেনেক্ষেত্ৰত মোৰ নিচিনা ক্ষুদ্ৰ ব্যক্তিয়ে শ্ৰীৰামৰ চৰিতসাগৰৰ কি বৰ্ণনা দিব

পাৰিম? তথাপি সৰু সৰু চৰাই বোৰেও যেনেকৈ অনন্ত আকাশত উৰি ফুৰে সেইদৰে ময়ো মোৰ সাধ্য আনুসাৰে শ্ৰীৰামচন্দ্ৰৰ কথা অতি বিস্তাৰিত ভাৱে কবলৈ যত্ন কৰিম। জুইত দিলে সোণ যেনেকৈ নিৰ্মল হয়, শ্ৰীৰাম চন্দ্ৰৰ কথা কীৰ্তন কৰাতো মোৰ জড়বুদ্ধি নিৰ্মল হ'ব।

সুতে ঋষিসকলৰ আগত বৰ্ণনা কৰিলে যে নাগৰাজ অনন্তদেৱে মুনিবৰ বাৎস্যায়নক এই কথাকৈ ধ্যানমগ্ন হ'ল। নিষ্পন্দ নয়নেৰে ধ্যান কৰি জ্ঞানবলৰ দ্বাৰা ৰামচৰিত্ৰ আৰু ৰামৰ অলৌকিক কাহিনী সমূহ তেওঁৰ মানসপটত উদ্ভাসিত কৰি তুলিলে। তেওঁ মনচক্ষুৰে সকলো কথা স্পষ্টকৈ দেখিবলৈ পালে। তাৰ পাছত মহাহৰ্ষেৰে তেওঁৰ সৰ্ব শৰীৰ ৰোমাঞ্চিত হৈ উঠিল। তেওঁ গদ্ গদ্ স্বৰে ৰাম চৰিত্ৰ বিশদভাৱে কবলৈ ধৰিলে যে লঙ্কেশ্বৰ ৰাৱণে দেৱতা সকলক দানৱ সকলক বৰ দুখ দিছিল। অপ্সৰ আৰু অপ্সৰা সকলক অতিশয় অত্যাচাৰ কৰিছিল, সেইবাবে তেওঁলোকৰ মুখৰ স্বাভাৱিক কান্তি আৰু সৌন্দৰ্য ম্লান হৈ গৈছিল। ইন্দ্ৰাদি দেৱতা সকলে শ্ৰীৰামচন্দ্ৰৰ হাতত ৰাৱণক নিহত হোৱা দেখা পাই বৰ সুখী আৰু আনন্দিত হ'ল আৰু দাসৱৎ প্ৰণতি জনাই শ্ৰীৰামচন্দ্ৰক স্তুতি কৰিব ধৰিলে।

# ৰামৰ ৰাৱণবধৰ পাছত অযোধ্যা যাত্ৰা

শ্ৰীৰামচন্দ্ৰই বিভীষণক লঙ্কাৰ সিংহাসনত বহুৱাই সীতাক লগত লৈ পুষ্পক ৰথত উঠি নিজৰ দেশলৈ যাত্ৰা কৰিলে। লক্ষ্মণ, সুগ্ৰীৱ আৰু হনুমান আদি বানৰ বিলাকো তেওঁৰ লগে লগে আহিল। ৰামৰ বিচ্ছেদত কাতৰ হৈ বিভীষণো অমাত্যসকলৰ সহিত তেওঁৰ লগে লগে আহিল। ৰামে লঙ্কাপুৰীৰ বহিৰ্ভাগত উপস্থিত হৈ দেখিবলৈ পালে যে লঙ্কাপুৰীৰ তোৰণ আৰু প্ৰাচীৰবিলাক ভাঙ্গি গৈছে, কিছুমান চূৰ্ণাকাৰ হৈ গৈছে। সীতাদেবী য'ত আছিল সেই অশোক বন দেখা মাত্ৰকে ৰাম মূৰ্চ্ছিত হৈ পৰিল। তাৰ পাছত প্ৰকৃতিস্থ হৈ দেখিলে যে তাত এজোপা বৃহৎ অগৰু বৃক্ষ আছে আৰু ফুলি থকা আৰু ফুলৰ কলি থকা বহুতো অশোক গছেৰে সেই ঠাই সমাকীৰ্ণ হৈ আছে। হনুমানৰ ভয়তে মৰা কিছমান ৰাক্ষসীৰ মৃতদেহও তাত পৰি আছে। ৰামে এইবোৰ দেখা পাই সেনকালে তাৰ পৰা ওলাই আহি অযোধ্যা অভিমুখী হ'ল। ব্ৰহ্মা আদি দেৱতা সকলো নিজ নিজ বিমানত উঠি লগে লগে যাব ধৰিলে। শ্ৰুতি মধুৰ দেৱদুন্দুভিৰ বাদ্য শুনি শুনি আৰু অপ্সৰা সকলৰ নৃত্য চাই চাই ৰাম আগ বাঢ়িব ধৰিলে।

বাটত সীতা দেবীক পবিত্ৰ তীৰ্থ, আশ্ৰম, মুনি, মুনিবালক আৰু মুনিপত্নী সকলৰ লগত সাক্ষাৎ কৰালে। সীতাক হৰণ কৰি নিয়াৰ পাছত ধীমান ৰাম লক্ষ্মণৰ সহিত যি যি স্থানত বাস কৰিছিল সেই স্থান বিলাকো সীতা দেবীক দেখুৱালে। লক্ষ্মণ আদি সকলোৰে সৈতে এইদৰে সেই স্থান বিলাক চাই চাই আহি অযোধ্যা নগৰীৰ ওচৰ পালেহি। সেই অযোধ্যা নগৰীৰ ওচৰত নন্দীগ্ৰাম দেখা পালে। এই নন্দীগ্ৰামতে ভৰতে স্বধৰ্মত থাকি ৰাজ্য পালন কৰিছিল। ভ্ৰাতৃশোকত কাতৰ হৈ জটা বল্কল পিন্ধি ব্ৰহ্মচাৰী হৈ মাটিত শয়ন কৰি অত্যন্ত দুখমনে তাত থাকিছিল। ভ্ৰাতৃশোকত তেওঁৰ শৰীৰ একেবাৰে ক্ষীণ হৈ গৈছিল। দুঃখাৰ্ত হৈ তেওঁ কেৱল ৰামৰ কথা আলোচনা কৰি কাল কটাইছিল। আনকি সিদ্ধ অন্ন খোৱাও বন্ধ কৰিছিল। কোনো কোনো সময়ত পানীও নাখাইছিল। প্ৰতিদিন ৰাতিপুৱা উঠি উদিত হবলৈ ধৰা উষাৰ সূৰ্য্যক নমস্কাৰ কৰিছিল আৰু প্ৰাৰ্থনা কৰিছিল— হে দেৱ দেৱ! জগৎ চক্ষু দিবাকৰ!- মোৰ মহাপাপ সমূহ হৰণ কৰা। মোৰ বাবেই জগৎবৰেণ্য ৰামচন্দ্ৰ বনলৈ গৈছে। সুকোমল দেহাৰে সীতাদেৱী তেওঁৰ সহচাৰিণী হৈ সেৱা কৰিছে। যি সীতা দেৱীয়ে আগেয়ে পুষ্প শয্যাত শয়ন কৰিছিল, ফুলৰ ঠাৰি গাত লাগিলে কষ্ট অনুভৱ কৰিছিল, যি সীতা দেবীয়ে কেতিয়াও সূৰ্যৰ ৰশ্মিৰ তাপ নাপাইছিল এতিয়া সেই সীতা মোৰ কাৰণে বনে বনে ফুৰিব লগা হৈছে। যি সীতাক ৰজা সকলে দেখা নাপাইছিল, এতিয়া কালসদৃশ কিৰাতসকলে স্বচ্ছন্দে তেওঁক দেখা পাব ধৰিছে। যি সীতাই বহু অনুৰোধ উপৰোধ কৰাতো সুস্বাদু অন্নও ভোজন কৰিবলৈ ইচ্ছা নকৰিছিল এতিয়া বনৰ মাজত ভোকাতুৰ হৈ বন্যফল প্ৰাৰ্থনা কৰিব ধৰিছে। ৰামভক্ত মহাৰাজ ভৰতে প্ৰত্যেক দিন এইদৰে শোক প্ৰকাশ কৰি সূৰ্য্য আৰাধনা কৰিছিল।

মহাৰাজ ভৰতৰ সুখত সুখী, দুখত দুখী, শাস্ত্ৰজ্ঞ, নীতিজ্ঞ আৰু অনুগত মন্ত্ৰীসকলে তেওঁক ৰাজ্যপৰিচালনাৰ বিষয়ে কোনো প্ৰশ্ন সুধিলে তেওঁ উত্তৰ দিছিল— মন্ত্ৰীসকল! মই বৰ অধম যাৰ কাৰণে ৰাম বনলৈ গৈ কষ্ট পাব ধৰিছে। মোৰ নিচিনা কোনো পাপী নাই। হে সুমন্ত্ৰীসকল! এই হতভাগাক আপোনালোকে কোনো প্ৰশ্ন নুসুধিব। মই সদায় ৰামচন্দ্ৰৰ পাদপদ্ম ধ্যান কৰি কৰি পাপ ক্ষালন কৰিব ধৰিছোঁ। পতিপ্ৰিয়া বীৰ প্ৰসবিনী সুমিত্ৰাদেৱীয়েই ধন্যা। তেওঁৰ পুত্ৰ প্ৰতিদিন ৰামৰ পদসেৱাৰ অধিকাৰী হব পাৰিছে। ভ্ৰাতৃবৎসল ভৰত যি গ্ৰামত থাকি প্ৰতিদিন উচ্চৈঃস্বৰে বিলাপ কৰি থাকে, সেই নন্দিগ্ৰাম ৰামৰ দৃষ্টিগোচৰ হ'ল।

# নন্দীগ্ৰামত ভৰত — সাক্ষাৎ

শ্ৰীৰামচন্দ্ৰ ভৰতক দেখাপাবৰ কাৰণে বৰ উৎকণ্ঠিত হৈ উঠিছে। ধাৰ্মিক-প্ৰবৰ ভৰতৰ কথাই তেওঁৰ মনটোক পুনঃ পুনঃ আন্দোলিত কৰি তুলিছে। ৰামচন্দ্ৰই (ঈষৎ হাঁহি) বায়ুপুত্ৰ বীৰ হনমানক ক'লে- ওহে পৱন নন্দন বীৰ হনুমান। মোৰ এটা কথা শুনা। মোৰ ভাই ভৰতে মোৰ বিচ্ছেদ শোকত অতিশয় ক্ষীণ হৈ দুখত দিন কটাব ধৰিছে - তুমি তেওঁৰ ওচৰত গৈ মোৰ সংবাদ দিয়া। তেওঁ মোৰ বিৰহত জটা ধাৰণ কৰিছে, গছৰ বাকলি পিন্ধিছে আৰু মোৰ শোকত ফল-মূল খাবলৈকো এৰি দিছে। তেওঁ পৰস্ত্ৰীক মাতৃবৎ গণ্য কৰে আৰু সুৱৰ্ণক মৃৎপিণ্ডৰ নিচিনা জ্ঞান কৰে আৰু প্ৰজাবৰ্গক পুত্ৰৰ নিচিনা দেখে। সেই ধৰ্মজ্ঞ আৰু মোৰ পৰম বন্ধু ভৰত মোৰ বিৰহ-জুইত দগ্ধ হৈ শোকাকুল হৈ আছে। তুমি মোৰ আগমন সংবাদ দি শান্তি দিয়াগৈ। তুমি গৈ তেওঁক কোৱা গৈ যে ৰাম, সীতা, লক্ষ্মণ, সুগ্ৰীৱ আদি বানৰৰজা সকল আৰু বিভীষণ প্ৰভৃতি ৰাক্ষসসকল সকলোৱে পুষ্পক ৰথত একেলগে আহি পাইছে। মোৰ আগমন সংবাদ পাই তেওঁ অত্যন্ত সুখী হ'ব আৰু শীঘ্ৰে মোৰ ওচৰলৈ আহিব।

আজ্ঞানুবৰ্ত্তী হনুমানে ৰঘুবীৰৰ এই কথা শুনি অবিলম্বে ভৰত থকা ঠাই নন্দিগ্ৰামলৈ যাত্ৰা কৰিলে। ধীমান্ হনুমানে তাত গৈ দেখিলে যে ভ্ৰাতৃশোকত বিহ্বল হৈ ভৰতে প্ৰবীণ মন্ত্ৰীসকলৰ লগত ৰামচন্দ্ৰৰ বিষয়ে কথা আলোচনা কৰি আছে। শ্ৰীৰামচন্দ্ৰৰ চৰণকমলৰ মধুপানৰ লালসাত উদগ্ৰীৱ হৈ আছে। সৰ্বাংশে সত্বগুণী ধৰ্মতুল্য ভৰতক হনুমানে গৈ প্ৰণাম জনালে। ভৰতে হনুমানক দেখি সসম্ভ্ৰমে উঠি কৃতাঞ্জলি হৈ স্বাগত জনাই - ৰামৰ কুশল বাৰ্তা কোৱা বুলি সুধিলে। এই কথা সুধিবৰ সময়তে ভৰতৰ সৌহাত স্পন্দিত হৈ কঁপিব ধৰিলে, হৃদয়ৰ পৰা শোক বিদূৰ হ'ল আৰু মুখমণ্ডল আনন্দৰ চকুলোৰে প্লাবিত হৈ গ'ল। কপীশ্বৰ হনুমানে ভৰতৰ তেনে অৱস্থা দেখি ক'লে যে ৰাম লক্ষ্মণ একেবাৰে ওচৰ পাইছেহি। "ৰাম আহিছে" এই সংবাদে ভৰতক যেন অমৃতেৰে অভিষিক্ত কৰা হৈছে আৰু তা/ৰ পৰা ভৰতে যি আনন্দ লাভ কৰিছিল সেই আনন্দ সহস্ৰমুখেও বৰ্ণনা কৰিব পৰা নাযায়। তাৰ পাছত তেওঁ হনুমানক ক'লে "হে ৰামৰ সংবাদ দাতা বীৰ পুৰুষ। আজি তুমি মোক যি আনন্দ-সংবাদ দিলা তাৰ উপযুক্ত পুৰস্কাৰ দিবলৈ মোৰ একো নাই; সেইবাবে মই আজীৱন তোমাৰ দাস হৈয়ে থাকিম।" ৰাম আহি পাইছে শুনি মহৰ্ষি বশিষ্ঠ আৰু বৃদ্ধ মন্ত্ৰীসকলে বৰ আনন্দ পালে আৰু অৰ্ঘ্য হাততলৈ ৰামক আদৰি আনিবলৈ ওলাল। হনুমানে আগে আগে তেওঁলোকক পথ দেখুৱাই দি লৈ গ'ল। তেওঁলোকে দূৰৈৰ পৰা

দেখিবলৈ পালে যে সীতা আৰু লক্ষ্মণক লগত লৈ পুষ্পক ৰথত উঠি তেওঁলোক আহিব ধৰিছে। ৰামেও দূৰৈৰ পৰা দেখিবলৈ পালে যে জটাধাৰণ কৰি বল্কল আৰু কৌপিন পিন্ধি পদব্ৰজে ভৰত আহিব ধৰিছে আৰু মন্ত্ৰীসকলেও ভৰতৰ নিচিনা তপস্বীৰ বেশত আহিব ধৰিছে। ইমানদিনে তপস্বীৰ ব্ৰত আচৰণ কৰি থকা বাবে তেওঁলোক সকলোৱে কৃশ হৈ গৈছে। ৰাজপদত অধিষ্ঠিত হৈ থকা ভৰতক এনে অৱস্থাত দেখি ৰামচন্দ্ৰই ভাবিব ধৰিলে - কি আশ্চৰ্য। ৰাজাধিৰাজ মহাৰাজ দশৰথৰ পুত্ৰই জটাবল্কল ধাৰণ কৰি পদব্ৰজে আহিব ধৰিছে। মোৰ বিৰহত প্ৰাণাধিক ভৰতৰ যি অৱস্থা হৈছে তাকে দেখি মোৰ কষ্ট হৈছে; ইমানদিন অৰণ্যত বাস কৰিও মোৰ সিমান কষ্ট হোৱা নাছিল। চোৱা, চোৱা, মোৰ প্ৰাণতকৈও প্ৰিয়তম ভাই মোৰ, মোৰ সংবাদ পোৱা মাত্ৰকে সুহৰ্ষিত বৃদ্ধ মন্ত্ৰীসকলক আৰু বশিষ্ঠদেৱক লগত লৈ মোক চাবলৈ আহিছে। ভৰতৰ বিৰহত কাতৰ ৰজা ৰামচন্দ্ৰ আকাশমাৰ্গী পুষ্পক ৰথৰ পৰা লক্ষ্মণ, হনুমান আৰু বিভীষণৰ দ্বাৰা আদৃত হৈ নমি আহিল আৰু ভাই ভাই, ভাই, ভাই বুলি ভৰতৰ ফালে লৰি গ'ল। ভৰতেও ৰামচন্দ্ৰক পুষ্পকৰথৰ পৰা নমা দেখি আনন্দৰ চকুলো পেলাই দণ্ডৱৎ হৈ প্ৰণাম কৰিলে। ৰামচন্দ্ৰই ভৰত মটিত দণ্ডৱৎ হৈ পৰি থকা দেখি অত্যন্ত হৰ্ষমনে হাত দুখনত ধৰি তুলিবলৈ যত্ন কৰিলেও ভৰত নুঠিল আৰু শ্ৰীৰমচন্দ্ৰৰ পাদপদ্ম দৃঢ়ভাবে সাবটি ধৰি বৰকৈ কান্দি কান্দি ক'ব ধৰিলে— মহাবাহু ৰামচন্দ্ৰ! হৈ দয়াৰ সাগৰ! মই বৰ দুৰাচাৰ, দুষ্ট আৰু পাপী। মোক কৃপা কৰা। তোমাৰ যি চৰণে সীতা দেবীৰ কোমল হাতৰ স্পৰ্শকো কঠিন স্পৰ্শ বুলি গণ্য কৰিছিল, সেই চৰণ দুখনিয়ে মোৰ বাবেই বনে বনে ঘূৰি ফুৰিছে। এই বুলি ৰামচন্দ্ৰৰ চৰণযুগল আলিঙ্গন কৰি অশ্ৰুপূৰ্ণ বদনে কাতৰ হৈ আকৌ বহুদিনৰ পাছত পাই হৰ্ষোৎফুল্ল হৈ উঠি কৃতাঞ্জলি পুটে ৰামৰ আগত থিয় হ'ল। কৃপানিধি ৰঘুনাথে ভৰতক আলিঙ্গন কৰিলে। প্ৰধান প্ৰধান মন্ত্ৰীসকলক নমস্কাৰ কৰি সাদৰে কুশলবাৰ্ত্তা সুধিলে। তাৰ পাছত ভৰতক লগত লৈ সীতাদেবীৰ সহিত পুনৰায় পুষ্পক ৰথত উঠিল। অনিন্দিতা পতিব্ৰতা ভ্ৰাতৃপত্নী জনক নন্দিনীক সাক্ষাৎ অত্ৰিপত্নী অনসূয়া নাইবা অগস্ত্যপত্নী লোপামুদ্ৰা যেন জ্ঞান কৰি প্ৰণাম কৰি ক'লে— মাতঃ। মোৰ নিৰ্বুদ্ধিতাৰ কাৰণে অপৰাধ কৰিছোঁ। মোক ক্ষমা কৰক। আপোনাৰ নিচিনা পতিব্ৰতা নাৰীসকলে সকলোৰে মঙ্গল কামনা কৰে। মহাভাগ্যৱতী জানকীও দেবৰৰ প্ৰতি সস্নেহ দৃষ্টিপাত কৰি আশীৰ্বাদ কৰিলে আৰু কুশল প্ৰশ্ন সুধিলে। পাছত তেওঁলোকে সকলোটিয়ে পুষ্পক বিমানত উঠি তাৰ পৰা প্ৰস্থান কৰিলে আৰু ক্ষন্তেকতে দশৰথ ৰজাৰ ৰাজধানী অযোধ্যা নগৰত আহি উপস্থিত হ'ল।

# ৰামৰ আগমনত অযোধ্যা সজ্জীকৰণ

মতিমান ৰামচন্দ্ৰ স্বজন বৰ্গেৰে পূৰ্ণ হৈ থকা অযোধ্যা নগৰী চাবৰ কাৰণে বহুদিনৰ পৰাই উৎকণ্ঠিত হৈ আছিল। সেই সময়ত তেওঁ সেই ৰাজধানী দেখা পাই বৰ আনন্দ পালে। ভৰতেও তেওঁৰ মিত্ৰ সুমুখ নামৰ মন্ত্ৰীজনক উৎসৱ ঘোষণাৰ বাবে নগৰলৈ পঠিয়াই দিলে। কৈ পঠালে যে ৰঘুনাথ ঘূৰি আহিছে। গতিকে আজি প্ৰত্যেক ঘৰতে আনন্দ উৎসৱ হওক আৰু প্ৰজাসকলে যাৰ যেনে ইচ্ছা তেনে দৰে খেল-ধেমালি, ক্ৰীড়া কৌতুক কৰক। যোদ্ধাসকলে যুদ্ধৰ খেল দেখুৱাওক। ৰাজ পথৰ ধূলি চন্দন সনা পানীৰে মাৰ্জ্জনা কৰা হওক আৰু হাতে হাতে ফুলৰ মালা লৈ ৰাজপথত আনন্দিত জনগণ সমবেত হওক। প্ৰত্যেক ঘৰৰ প্ৰাঙ্গনত বিচিত্ৰ ধ্বজাপতাকা তোলা হওক। বানৰ সকলে ইন্দ্ৰধনুৰ নিচিনা সেই ধ্বজপতাকাবোৰ চাওক। প্ৰত্যেক ঘৰতে অগৰু ধূপ জ্বলোৱা হওক আৰু সেই অগৰু ধূপৰ ধোঁৱা দেখি ম'ৰা চৰাই বিলাকে মেঘ বুলি ভুল কৰি নৃত্য কৰক। মাহুতৰ হাতত থকা অঙ্কুশেৰেহে যি বিলাক বৃহৎ বৃহৎ হাতীক শাসন কৰা হয়, সেই হাতী বিলাকক গৈৰিক ধাতুদ্ৰব্যৰে চিত্ৰিত কৰা হওক। মনৰ নিচিনা বেগগামী অশ্ববিলাকক সু-সজ্জিত কৰা হওক। স্বৰ্গৰাজ্যৰ অশ্ববিলাকে আজি সেই অশ্ববিলকৰ বেগ দেখি নিজ নিজ বেগৰ গৰ্ব পৰিত্যাগ কৰক। হাজাৰে হাজাৰে ধুনীয়া ধুনীয়া ছোৱালীবিলাকে বিবিধ সাজপাৰ আৰু অলঙ্কাৰেৰে সজ্জিত হৈ হাতীত উঠি ৰামচন্দ্ৰৰ আগত মুক্তা ছটিয়াই যাওক। ব্ৰহ্মাণীসকলে সুসজ্জিত হৈ হাতত গন্ধদ্ৰব্য পুষ্প ধাণ্য হৰিদ্ৰা দুৰ্বাদি মাঙ্গল্য দ্ৰব্য লৈ বৰণডলাৰে মহাৰাজ শ্ৰীৰমচন্দ্ৰক আৰতি কৰক। পুত্ৰশোকত শোকাতুৰা কৌশল্যা দেবী একান্ত অধীৰা হৈ আছে। আজি তেওঁ পুত্ৰৰ আগমন সংবাদত নথৈ ৰং পাব। এইদৰে জনগণে ৰামৰ শুভাগমনত নগৰ সুসজ্জিত কৰক। এই আদেশ পাই সুযোগ্য মন্ত্ৰী সুমুখ তোৰণ সমূহৰ দ্বাৰা নগৰী সুসজ্জিত কৰিবলৈ যাত্ৰা কৰিলে আৰু অযোধ্যা নগৰী লৈ সকলো নাগৰিকৰ আগত ৰামৰ আগমন সংবাদ জনাই মহোৎসৱ কৰিবলৈ ঘোষণা জাৰি কৰি দিলে। অযোধ্যাবাসী সকলে ইমান দিন ৰামৰ বিৰহত ভোগ সুখ পৰিত্যাগ কৰি অতি কষ্টে কাল যাপন কৰি আছিল। এতিয়া তেওঁলোকে ৰামৰ আগমন সংবাদ পাই মহান আনন্দ পালে। বেদজ্ঞ পৱিত্ৰ ব্ৰাহ্মণসকলে ধৌত উত্তৰীয় কান্ধত লৈ হাতত কুশ লৈ ৰামচন্দ্ৰৰ ওচৰলৈ যাব ধৰিলে। বহুতো ৰণজয়ী ক্ষত্ৰিয়বীৰ ধনুৰ্বান হাতত লৈ ৰামক চাবলৈ ওলাল। ধনী বৈশ্য আৰু বণিক শ্ৰেণীয়ে উত্তম সাজপাৰ পিন্ধি বহুতো ধন হাতত লৈ নৰপতি ৰামচন্দ্ৰৰ ওচৰলৈ যাত্ৰা কৰিলে। বেদাচাৰ সম্পন্ন ব্ৰাহ্মণ-

ভক্ত আৰু স্বধৰ্মনিষ্ঠ শূদ্ৰসকলে আৰু বেদাচাৰমতে নিজ নিজ ধৰ্মত থাকি কৰ্ম সাধনত নিৰত থকা আন আন বৰ্ণৰ লোক সকলেও নিজ নিজ বস্তু হাতত লৈ উপহাৰ দিবলৈ আৰু ৰামচন্দ্ৰক দৰ্শন কৰিবলৈ ওলাই গ'ল। ৰামচন্দ্ৰৰ আগমন সংবাদত সকলোৱেই আনন্দ-সাগৰত নিমগ্ন হৈ - নানাবিধ উপঢৌকন হাতত লৈ তেওঁৰ ওচৰলৈ আহিব ধৰিলে। ৰামচন্দ্ৰইয়ো নিজ নিজ যানত অৱস্থান কৰা দেৱতাসকলৰ সহিত নানাবিধ সজ্জাৰে সুশোভিত অযোধ্যা নগৰীত উপস্থিত হ'ল। আকাশচাৰী ৰামৰ অনুচৰ প্লবঙ্গ নামৰ বানৰ সকলেও নিজ নিজ বেশভূষাত সজ্জিত হৈ ৰামচন্দ্ৰক অনুগমন কৰি অযোধ্যা নগৰীত আহি উপস্থিত হ'ল। পৰিজন পৰিবেষ্টিত ৰামচন্দ্ৰই সীতাৰ সহিত পুষ্পক বিমানৰ পৰা নামি দোলাত উঠি তেওঁৰ আগমনৰ বাবে সজা তোৰণযুক্ত অযোধ্যা নগৰীত প্ৰবেশ কৰিলে। তেতিয়া সুসজ্জিত অযোধ্যা নগৰী হৃষ্টপুষ্ট জনগণৰ দ্বাৰা সমাকীৰ্ণ আৰু নানা প্ৰকাৰ উৎসৱৰ দ্বাৰা আনন্দমুখৰ হৈ উঠিল। বীণা, পণৱ, ভেৰী প্ৰভৃতি বাদ্যযন্ত্ৰ বিলাক বাজিব ধৰিলে। নানাদেশীয় স্তুতি পাঠক সকলে ৰজা ৰাম চন্দ্ৰৰ স্তৱ-গান কৰিব ধৰিলে। সকলোৱে সমস্বৰে "জয় ৰামচন্দ্ৰৰ জয়। জয় সূৰ্য্য বংশ ভূষণৰ জয়। জয় দাশৰথিৰ জয়। জয় লোকনাথ ৰামচন্দ্ৰৰ জয় হওক" — ইত্যাদি প্ৰকাৰে ৰামৰ জয় ঘোষণা কৰিলে।

"জয় ৰাঘৱ ৰামেতি জয় সূৰ্য্য কুলঙ্গদ"।
জয় দাশৰথে দেৱ জয়তাল্লোক নায়ক।"

বহুদিনৰ পাছত ৰামচন্দ্ৰক দেখি সকলোৱে আহ্লাদত ৰোমাঞ্চিত দেহ আৰু উৎফুল্ল আনন হৈ পৰিল। পুৰবাসী সকলৰ এবমপ্ৰকাৰ জয়ধ্বনি আৰু স্তৱ স্তুতি শুনি শুনি চন্দন জলেৰে সিক্ত আৰু ফুলপাতেৰে সজ্জিত সুৰম্য পথেদি নগৰীত প্ৰবেশ কৰিব ধৰিলে। সেই সময়ত ৰাজপথৰ প্ৰাঙ্গনবিলাক সকলো প্ৰকাৰে ভূষিত হৈছিল। পুৰনাৰী সকলে ৰামচন্দ্ৰক দেখা পাবৰ কাৰণে অতিশয় কৌতুহলিনী হৈ খিৰিকীমুখত আৰু চালৰ তলত থকা বেঁকা কৈ দিয়া কাঠ বিলাকক আশ্ৰয় কৰি ৰামচন্দ্ৰক চাই চাই কোৱা কুৱি কৰিব ধৰিলে— "বনত বাস কৰা ভিলনাৰী সকলেই ধন্যা। কাৰণ তেওঁলোকৰ শুভ অদৃষ্টৰ ফলত নিজ নিজ নয়ন কমলৰ দ্বাৰা সচ্ছন্দভাৱে ৰামচন্দ্ৰৰ অৰবিন্দমুখ চাবলৈ সমৰ্থ হৈছিল। এতিয়া তোমালোকে বীৰবৰ তেজস্বী ৰমচন্দ্ৰৰ পদ্মলোচন মুখ দৰ্শন কৰি চৰিতাৰ্থ হোৱা। আমাৰ পৰম সৌভাগ্য যে ব্ৰহ্মা আদি দেৱ যাৰ দৰ্শন লাভ কৰিবলৈ সমৰ্থ নহয় সেই ৰামচন্দ্ৰক আজি আমি স্বচ্ছন্দভাৱে দেখিবলৈ পাইছোঁ।— যাৰ শিৰত মনোহৰ কিৰীটি শোভা পাব ধৰিছে— যাৰ অধৰে ৰক্তপদ্মকো ধিক্কাৰ দিয়ে সেই ৰামচন্দ্ৰৰ উচ্চ নাসিকা শোভিত সুহাস্য মুখমণ্ডল চাই লোৱা।" স্নেহ সহকাৰে স্তুতিকাৰিণী পুৰৰমণী আৰু স্নিগ্ধ জনগণৰ প্ৰতি নীলপদ্ম সদৃশ নয়নৰ দৃষ্টিপাতৰ

দ্বাৰা ৰামচন্দ্ৰইয়ো তেওঁলোকক অনুগৃহীত কৰি মাতা কৌশল্যা দেৱীৰ ভৱনৰ ফালে যাত্ৰা কৰিলে।

# মাতৃৰ লগত ৰামৰ পুনৰ্মিলন

ৰাম যেতিয়া প্ৰথমতে অযোধ্যাৰ পৰা বনলৈ যায় তেতিয়াৰ পৰা তেওঁৰ মাতৃদেৱীৰ দেহটো অযোধ্যাত আছিল আৰু তেওঁৰ চিত্তটোও ৰামৰ লগতে বনলৈ গৈছিল। তদবধি তেওঁ পুত্ৰশোকত একান্ত কাতৰা হৈ কেৱলমাত্ৰ শোকক্ষীণ শৰীৰেৰে অযোধ্যাত বাস কৰি আছিল। মন্ত্ৰিবৰ সুমুখৰ মুখত ৰামৰ আগমন বাৰ্তা শুনি তেওঁ কেনেদৰে আনন্দ প্ৰকাশ কৰিছিল আৰু তেওঁৰ কেনেধৰণৰ হৰ্ষচিহ্ন প্ৰকাশ পাইছিল? আৰু ৰাম আগমনৰ বাতৰি দিওঁতা জনক তেওঁ কি কৈছিল?

ৰাম ঘূৰি আহিছে এনেকুৱা অমৃতময় কথা সুমুখৰ পদ্মমুখৰ পৰা শুনি কৌশল্যা দেৱীৰ পৰা যেন অমৃতৰ ধাৰাহে বৈ পৰিছে এনে অনুভৱ কৰি সেই অমৃত মুহুৰ্মুহু পান কৰি তেওঁ (কৌশল্যা দেৱী) বিহ্বলা হৈ পৰিল। তেওঁৰ শৰীৰ বিস্ময়ত স্তম্ভিত হৈ পৰিল। তেওঁ আশা কৰা নাছিল যে ৰাম পুনৰ্বাৰ ঘূৰি আহিব। ৰামৰ আগমন বাতৰি পাই তেওঁ ভাবিলে — ই কি? মোহগ্ৰস্তা হৈ মই সপোন দেখিছোঁ নেকি? নে সুমুখে মিছা বাতৰি দিছে? নহলে মোৰ নিচিনা হতভাগিনীৰ ৰামক দেখা সম্ভাৱনা ক'ত? মই বহু তপস্যা কৰি ৰামচন্দ্ৰক পুত্ৰৰূপে পাইছিলোঁ আৰু নিজৰেই কোনো পাপৰ কাৰণে তেওঁক হেৰুৱাইছোঁ। সুমন্ত্ৰিন! সচাকৈয়ে মোৰ ৰাম আহিছে নে? কোৱা সীতা আৰু লক্ষ্মণৰ সহিত ৰাম কুশলে আছেতো? বনচাৰী হৈ দুখিনী মাকক পাহৰি যোৱা নাইতোঁ। এইবুলি ৰামৰ কথা মনত পৰাত কৌশল্যা দেৱীয়ে উচ্চৈঃস্বৰে বিলাপ কৰিব ধৰিলে। ক্ৰমে আত্মপৰ জ্ঞান হেৰুৱাই মূৰ্চ্ছা গ'ল। তেতিয়া সুমুখে দেখিলে যে কৌশল্যা ৰাণীৰ পুৰাতন শোক জাগৃত হোৱাত মূৰ্চ্ছিত হৈ পৰিছে। সুমুখে নিজৰ কাপোৰৰ অঞ্চলেৰে বিছিব ধৰিলে। ক্ৰমে কৌশল্যাই সংজ্ঞা পালে। সুমুখে তেতিয়া পুনঃ পুনঃ ৰাম ঘূৰি অহা আনন্দজনক বাতৰি শুনাই শুনাই তেওঁক আনন্দত উৎফুল্লা কৰি তুলিলে আৰু ক'লে— মা! ৰঘুনাথ সীতা আৰু লক্ষ্মণৰ লগত সঁচাকৈয়ে ঘূৰি আহিছে। আপুনি আহি চাওকহি। তেওঁলোকক আশীৰ্বাদ কৰকহি। সুমুখে এইদৰে কোৱা কথা শুনি কৌশল্যাৰ প্ৰাণত এনেকুৱা হৰ্ষ হ'ল যে তেনেকুৱা হৰ্ষ যে মানুহৰ হব পাৰে এই কথা মোৰ (অনন্তদেৱৰ) অজ্ঞাত আছিল। তাৰ পাছত

কৌশল্যা দেৱী সেই ঠাইৰ পৰা উঠি আঙ্গিনালৈ আহিল আৰু আনন্দবিহ্বলা হৈ তেওঁৰ দেহ ৰোমাঞ্চিত হৈ উঠিল। তাৰ পাছত আনন্দৰ অশ্রু পেলাই পেলাই ৰামৰ আগমন বাটলৈ সতৃষ্ণ নয়নে চাই থাকিল। ইপিনে নীতিকুশল ৰাজেন্দ্ৰ ৰামচন্দ্ৰই নৰযানত (মানুহে কঢ়িয়াই নিয়া বাহন— দোলা) উঠি মাতৃভৱনত উপস্থিত হৈ প্ৰথমতে কৈকেয়ীৰ ঘৰলৈ গ'ল। কৈকেয়ীদেৱী ৰাম তেওঁৰ সমুখলৈ অহা দেখি লাজতে তলমূৰ হৈ থাকিল, কোনো কথা কব নোৱাৰিলে। ৰামৰ লগত কেনেকৈ কথা কব সেই বিষয়ে চিন্তা কৰি মহা ভাৱনাত পৰিল। সূৰ্যবংশ— তিলক ৰামচন্দ্ৰই মাতা কৈকেয়ীক অতিশয় লজ্জিতা হোৱা দেখি অতি বিনীত ভাৱে মধুৰ বচনেৰে সন্ত্বনা দি ক'লে— মাতঃ! মই বনলৈ গৈ সকলো কাৰ্যকে সম্পন্ন কৰিছোঁ। এতিয়া কি কৰিম - আদেশ দিয়ক। মই কোনো বিষয়তে ক্ৰুটী কৰা নাই, তথাপি মোৰ ফালে আপুনি কিয় চোৱা নাই। আপুনি ভৰতক আৰু মোক আশীৰ্বাদ দি আনন্দিত কৰক।

কৈকেয়ীয়ে এই কথা শুনিও মুখ তুলি নাচালে, কেৱল অৱনত মুখে এইখিনি ক'লে— ৰাম, তুমি গৃহলৈ যোৱা। কৃপানিধি পুৰুষোত্তম ৰামচন্দ্ৰই কৈকেয়ী মাতৃৰ এই কথা শুনি তেওঁক নমস্কাৰ কৰি সুমিত্ৰা মাতৃৰ ঘৰৰ ফালে আগবাঢ়ি গ'ল। মনস্বিনী সুমিত্ৰা দেৱী তেওঁৰ পুত্ৰ লক্ষ্মণৰ লগত ৰামচন্দ্ৰক উপস্থিত হোৱা দেখি - চিৰজীৱী হোৱা, চিৰজীৱী হোৱা- এই বুলি আশীৰ্বাদ কৰিলে। ৰামচন্দ্ৰই সুমিত্ৰাদেৱীৰ চৰণযুগল দুয়োহাতে বেষ্টন কৰি আহ্লাদসহকাৰে এইদৰে ক'লে — মাতঃ! আপুনি ৰত্নগৰ্ভা। আপোনাৰ গৰ্ভজাত এই লক্ষ্মণে মোৰ যিমান উপকাৰ কৰিছে, যেনেকৈ মোৰ দুখ অপনোদন কৰিছে আন কোনো জন ভ্ৰাতাৰ পৰা মই তেনে উপকাৰ পোৱা নাই। মা! ৰাৱণে সীতাক হৰণ কৰি লৈ গ'ল। ভাই লক্ষ্মণৰ চেষ্টাতেই পুনৰায় তেওঁক পাইছোঁ — এই কথা জানিব। ৰামে এই কথা গৈ সুমিত্ৰাৰ আশীৰ্বাদ গ্ৰহণ কৰি দেৱগণৰ দ্বাৰা পৰিবেষ্টিত হৈ নিজ মাতা কৌশল্যা দেৱীৰ গৃহৰ ফালে খোজ ল'লে। ৰামচন্দ্ৰৰ আগমন-পথৰ ফালে সতৃষ্ণ নয়নে চাই চাই অপেক্ষা কৰি থকা জননীক আনন্দবিহ্বলা হৈ থকা দেখা পাই ৰামচন্দ্ৰই সসম্ভ্ৰমে নৰযানৰ পৰা নামি তেওঁৰ চৰণযুগলত ধৰিলে।

ৰামচন্দ্ৰক চাবৰ কাৰণে কৌশল্যাৰ চিত্ত উৎকণ্ঠাত একান্ত বিহ্বল হৈ আছিল। এতিয়া ৰামক পাই তেওঁৰ আনন্দৰ সীমা নোহোৱা হ'ল। তেওঁ মুহুৰ্মুহু ৰামক আলিঙ্গন কৰিব ধৰিলে। তেওঁৰ সৰ্বশৰীৰ ৰোমাঞ্চিত হৈ উঠিল আৰু কথা গদ্ গদ হৈ উঠিল। চকুৰ পৰা উষ্ণ আনন্দাশ্ৰু ওলাবলৈ ধৰিলে। বিনয়ী ৰামচন্দ্ৰই দেখিলে যে মাতৃৰ চৰণত কোনো অলঙ্কাৰ নাই। ভৰিৰ নূপুৰ খুলি পেলাইছে। বৈধব্যৰ চিহ্ন গ্ৰহণ কৰিছে, শোকত জীৰ্ণ শীৰ্ণ হৈছে আৰু তেওঁৰ শৰীৰ একান্ত কৃশ আৰু মলিন হৈ গৈছে। কেৱল তেওঁক দেখি তেওঁৰ আহ্লাদ ভাব হৈছে।

সেইবাবে মাতৃক দেখি ৰামচন্দ্ৰৰ মনত অতিশয় শোকৰ ভাৱ উদয় হ'লেও এই সময়ত দুখ প্ৰকাশ কৰা উচিত নহয় বুলি ভাবি তেওঁ মাকক ক'লে— "মা, মই বৰ হতভাগ্য। সেইবাবে মই কেতিয়াও তোমাৰ পদসেৱা কৰিব পৰা নাই। এতিয়া মোৰ অপৰাধ ক্ষমা কৰা মা। যিসকল পুত্ৰই মাতাপিতাৰ পদসেৱাত পৰাঙ্মুখ হয়, সেই সকল অতি অধম — শুক্ৰকীট বুলি গণ্য হয়। কি কৰিম, পিতাৰ আদেশত দণ্ডকাৰণ্যলৈ গৈছিলোঁ। তাত অপাৰ দুঃখসাগৰত পৰি, মা, তোমাৰ কৃপাত উদ্ধাৰ পাইছোঁ। ৰাৱণে সীতাক হৰণ কৰি লঙ্কালৈ লৈ গৈছিল। তোমাৰ কৃপাত সেই ৰাক্ষসৰাজক নিধন কৰি সীতাক পাইছোঁ। এই পতিব্ৰতা সীতা তোমাৰ চৰণতলত পতিতা হৈছে, তোমাৰ চৰণ কমলত হৃদয় অৰ্পণ কৰি চকিতভাৱে অৱস্থান কৰি আছে। তেওঁৰ প্ৰতি কৃপাদৃষ্টি কৰা মা।"

কৌশল্যা দেবীয়ে ৰামৰ কথা শুনি পদতলত পতিতা পতিব্ৰতা পুত্ৰবধূ সীতাক আশীৰ্বাদ কৰি ক'লে — হে পতিব্ৰতে সীতে! স্বামীৰ সহিত চিৰকাল ঐশ্বৰ্য ভোগ কৰা আৰু দুটি পুত্ৰ প্ৰসৱ কৰি বংশ পৱিত্ৰ কৰা। তোমাৰ নিচিনা পতিৰ সুখত সুখিনী আৰু পতিৰ দুঃখত দুঃখিণী পতিব্ৰতা ৰমণীয়ে এই ত্ৰিজগতত কেতিয়াও দুঃখ নাপায়। যাৰ ঘৰত এনে পতি হিতৈষিণী সতীভাৰ্যা থাকে সেই পুৰুষে যে কোটি কোটি শত্ৰু বিদলিত কৰিব পাৰিব তাত আশ্চৰ্য্য কি? বৈদেহি! তুমি নিজ ইচ্ছাতে দুৰ্গম বনতো স্বামীৰ পাদপদ্ম অনুসৰণ কৰি নিজ বংশ পৱিত্ৰ কৰিছা। বহুদিনৰ পাছত পুত্ৰমুখ দেখিবলৈ পোৱাত আহ্লাদত ৰোমাঞ্চিত শৰীৰা কৌশল্যা দেবী ৰাম পত্নী সুলোচনা সীতাক এইদৰে কৈ মনে মনে থাকিল।

# ভৰতে ৰামক ৰাজ্য প্ৰত্যৰ্পণ কৰিলে

তাৰ পাছত ভৰতে পিতৃদত্ত সুমহৎ ৰাজ্য ধীমান ৰামচন্দ্ৰক অৰ্পন কৰিলে। তেতিয়া মন্ত্ৰীসকলে অতিশয় আনন্দিত হৈ মন্ত্ৰজ্ঞ দৈবজ্ঞ সকলক মতাই আনি শুভক্ষণৰ কথা সুধিলে। তাৰ পাছত দৈবজ্ঞই নিৰ্দ্দেশ দিয়া মতে শুভ নক্ষত্ৰযুক্ত উত্তম দিনত শুভমুহূৰ্ত্তত পৰমানন্দে ৰজা ৰামচন্দ্ৰৰ অভিষেকৰ আয়োজন কৰিলে। সপ্তদ্বীপা পৃথিবীৰ আকৃতি অঙ্কিত কৰা এখন সুন্দৰ ব্ৰাঘ্ৰ চৰ্মৰ ওপৰত উপবেশন কৰি মহাৰাজ ৰামচন্দ্ৰ ৰাজ্যত অভিষিক্ত হ'ল। ৰাম ৰাজ্যত অভিষিক্ত হোৱা দিনাৰে পৰা সাধু সকলৰ মনত নিৰতিশয় আনন্দ আৰু পৰৰ অনিষ্টকাৰী, পৰদ্বেষী দুষ্ট সকলৰ মনত নিদাৰুণ কষ্ট হ'ল। ৰমণীসকলে পতিভক্তিমতী হৈ

কায়মনোবাক্যে পতিসেৱাৰ কাৰ্য কৰিব ধৰিলে। হে মুনে! (অনন্তদেৱে বাৎস্যায়ন ঋষিক সম্বোধন কৰি কৈছে) তাৰ পাছত প্ৰজা সকলে মনে মনেও কেতিয়াও পাপকাৰ্যৰ কথা চিন্তা নকৰে। যক্ষ, নাগ, দৈত্য, দেৱতা অসুৰ আৰু উৰগ সকলেও সৰ্বদা ন্যায়পথত থাকি ৰামৰ আজ্ঞা শিৰোধাৰ্য কৰি লৈছিল। সকলোৱে স্বধৰ্মত থাকি পৰোপকাৰী হৈ বিদ্যা চৰ্চ্চাত কালাতিপাত কৰি মুখেৰে জীৱন যাত্ৰা নিৰ্বাহ কৰিছিল। সেই সময়ত চোৰৰ ভয় কেতিয়াও নাছিল। পথ পৰ্যটনকাৰী পথিকৰ পৰিহিত অতি সূক্ষ্ম গাত্ৰবস্ত্ৰকো প্ৰবল বায়ুইয়ো হৰণ কৰিব নোৱাৰিছিল। ইমানেই আছিল ৰামৰ মহিমা। কৰুণাময় কৃপানিধি ৰামে যিবিলাকে অৰ্থ ভিক্ষা কৰিছিল সেই বিলাকক কুবেৰৰ নিচিনা ধনদান কৰিছিল। ভ্ৰাতৃসকলৰ লগত প্ৰতিদিন গুৰু বন্দনা আৰু দেৱস্তুতি গাইছিল।

ৰাৱন-ৰাক্ষস নিহত হোৱাত দেৱতাসকল বৰ সন্তুষ্ট হৈছিল। ৰামৰ ৰাজাভিষেকত তেওঁলোকে প্ৰণত হৈ ৰামৰ স্তৱ আৰম্ভ কৰিলে—

হে ৰঘুনন্দন ৰাম - আপোনাৰ জয় হওক। হে দেৱতাসকলৰ বিপদ ভঞ্জন! আপুনি দৈত্যবংশ দগ্ধ কৰি পেলাইছে - আপোনাৰ জয় হওক। আপুনি দেৱ—নাৰীসকলক অত্যাচাৰ কৰা শত্ৰু ৰাৱণক বধ কৰিছে — আপোনাৰ জয় হওক। আপুনি যে দৈত্যবংশ ধ্বংস কৰিছে সেই কথা কবি সকলে আগ্ৰহেৰে বৰ্ণনা কৰক। হে ভুৱনেশ্বৰ! এই জগৎ আপোনাৰেই লীলা। এই লীলাৰ অন্ত - প্ৰলয়কালত আপুনিয়েই আকৌ এই জগৎ গ্ৰাস কৰি থাকে। আপুনি, জন্ম জৰা আদি দুখৰ পৰা মুক্ত — আপোনাৰ জয় হওক। আপুনি অতি উদ্ধত দৈত্যসকলক নিহত কৰি উদ্ধাৰ কৰিছে। হে অজৰ! হে অমৰ! হে অচ্যুত! আপুনি সূৰ্যবংশৰূপ সাগৰত জন্ম গ্ৰহণ কৰিছে। আপোনাৰ জয় হওক। হে দেৱশ্ৰেষ্ঠ! আপোনাৰ নাম উচ্চাৰণ কৰি বহু পাপীয়ে উদ্ধাৰ পাইছে; যিবিলাক সাধু আৰু দ্বিজশ্ৰেষ্ঠ সতত পুণ্যকাৰী আৰু পুণ্যৰ বলত সুন্দৰ শৰীৰ ধাৰণ কৰি মানুষ জন্ম লাভ কৰিছে সেই বিলাকৰতো কথাই নাই। আপোনাৰ যি পাদযুগল ব্ৰহ্মা আৰু শিৱেও স্তুতি কৰে, যি পাদযুগলে মনোবঞ্চা পূৰ্ণ কৰে আৰু যি পাদযুগল পৱিত্ৰ আৰু যৱাদি চিহ্নযুক্ত আপোনাৰ সেই পাদপদ্ম যুগল হৃদয়ত ধাৰণ কৰিবলৈ নিতান্ত স্পৃহা হৈছে। হে মদন মোহন, হে সুন্দৰ মূৰ্তে! আপুনি যদি পৃথিবীক অভয় দান নকৰে। তেনেহ'লে হে দয়াময় পতিত পাৱন! দেৱতাসকল কেনেকৈ সুখী হব পাৰে? দৈত্য দানৱ সকল যেতিয়া নিতান্ত উপদ্ৰৱকাৰী হব তেতিয়াই যেন অনুগ্ৰহ কৰি আপুনি পৃথিবীত জন্ম গ্ৰহণ কৰে। হে বিভো! তুমি অজ, অব্যয় আৰু সৰ্বশ্ৰেষ্ঠ হৈও মায়াত অধিষ্টিত হৈ নিজে নিজেই পূজিত হৈ থাকা। তুমি মৃত সঞ্জীৱনী সুধাৰ নিচিনা পাপনাশন সুচৰিত কাৰ্যাৱলী পৃথিবীত বিস্তাৰ কৰি দৈত্যদানৱৰ অত্যাচাৰ ধ্বংস কৰি তোমাৰ

অলৌকিক গুণ বিলাকৰ বাবে এই ভূতলত পূজিত হৈ পুনৰায় নিজ স্থানত আশু প্ৰবেশ কৰিবা। (তোমাৰ অলৌকিক গুণৰ দ্বাৰা দৈত্য দানৱৰ অত্যাচাৰ ধ্বংশ কৰি পুনৰায় স্বস্থানলৈ আশু গমন কৰিবা)। তুমি সকলোৰে আদি, তোমাৰ আদি কোনো নাই। তুমি অজৰ ৰূপ ধাৰণ কৰা আৰু তুমি কন্দৰ্পতুল্য ৰূপৱান। হাৰ আৰু কিৰীটিৰ দ্বাৰা তুমি শোভিত হোৱা। মহাদেৱে তোমাৰ পাদপদ্ম সেৱা কৰি থাকে। তুমি নিখিল শত্ৰু নিহত কৰিছা, তোমাৰ জয় হওক।

শত্ৰু বিনাশ কৰা বাবে ৰঘুনাথৰ চৰণত প্ৰণত হৈ থকা ব্ৰহ্মা ইন্দ্ৰ প্ৰভৃতি দেৱতা সকলে এইদৰে তেওঁৰ স্তৱ স্তুতি কৰি প্ৰণাম কৰিলে। মহাযশস্বী ৰঘুনাথ দেৱতা সকলৰ এই স্তৱস্তুতিত আহ্লাদিত হৈ নতগ্ৰীৱ হৈ প্ৰণত দেৱতা সকলক দৃষ্টিপাত কৰি এইদৰে ক'লে — হে দেৱতাসকল। ইয়াৰ আগেয়ে কোনো দেৱতা, দৈত্য যক্ষ অথবা মোৰ সহোদৰ ভ্ৰাতাইয়ো মোৰ পৰা যেনে বৰ পোৱা নাই আপোনালোকে মোৰ ওচৰত তেনে কোনো দুৰ্লভ বৰ প্ৰাৰ্থনা কৰক। দেৱতাসকলে ক'লে— হে প্ৰভো! আপুনি যে আমাক প্ৰৱল শত্ৰু দশাননক নিহত কৰিলে তাতেই আমাৰ উত্তম বৰ লাভ হৈছে। এতিয়া অমাৰ প্ৰাৰ্থনা এয়ে যে যেতিয়াই কোনো দৈত্যই আমাক উপদ্ৰৱ কৰিব তেতিয়াই যেন আমাৰ সেই শত্ৰুক বিনাশ কৰে। বীৰবৰ ৰঘুনন্দনে "তথাস্তু"(সেয়ে হওক) বুলি পুনৰায় ক'লে - হে দেৱতাসকল! আপোনালোকে মন দি মোৰ কথা শুনক, আপোনালোকে মোৰ গুণাৱলী কীৰ্তন কনি যি স্তৱগান কৰিলে এই স্তৱ যদি কোনো মানুহে ৰাতিপুৱা বা সন্ধ্যা সময়ত এবাৰ পাঠ কৰে, সেইজন মানুহে কেতিয়াও শত্ৰুৰ ওচৰত পৰাজিত নহয়, কেতিয়াও দাৰিদ্ৰ্যকষ্ট ভোগ নকৰে, কেতিয়াও ৰোগভোগ নকৰে আৰু সেই মানুহৰ হৃদয় সদায় মোৰ পদযুগলত একান্ত আসক্ত হৈ থাকিব।" ৰাজশিৰোমণি সেই ৰাম এই বুলি কৈ মৌন হৈ থাকিল। দেৱতা সকল আনন্দিত হৈ নিজ নিজ স্থানলৈ ঘূৰি গ'ল।

লোকনাথ ৰাম পিতৃৱৎ ভ্ৰাতৃসকলক, পণ্ডিত সকলক আৰু প্ৰজাসকলক পুত্ৰৰ নিচিনাকৈ পালন কৰিব ধৰিলে।

# ৰামৰাজ্য

তেওঁৰ ৰাজত্ব কালত কাৰো অকাল মৃত্যু নহৈছিল। কোনেও কেতিয়াও ৰোগৰ কষ্ট ভোগ কৰা নাছিল। অতিবৃষ্টি বা অনাবৃষ্টি প্ৰভৃতি প্ৰাকৃতিক দুৰ্যোগ দেখা পোৱা নগৈছিল। বৃক্ষসকল ফলৱান আছিল আৰু বসুন্ধৰা প্ৰচুৰ শস্যপূৰ্ণা আছিল। সকলো লোকে পুত্ৰ পৌত্ৰ পৰিবাৰ সমন্বিতে সুখেৰে জীৱন যাপন কৰিছিল। কাৰো শত্ৰুভয় নাছিল। কোনো লোকৰেই আত্মীয় স্বজনৰ বিৰহ দুঃখ নাছিল। সকলোৱে প্ৰত্যহ ৰঘুনাথৰ পৱিত্ৰ কথাত কাল যাপন কৰিছিল। তেওঁৰ পৱিত্ৰ কথা শুনিবলৈ সকলোৱেই উৎসুক আছিল। সেই সময়ত শিল্পকাৰ বা বাণিজ্য ব্যৱসায়ী সকল শ্ৰীৰামচন্দ্ৰৰ ভয়ত কাকো প্ৰতাৰণা কৰিবলৈ সাহ কৰিব পৰা নাছিল। প্ৰজা সকলে একাগ্ৰ দৃষ্টিৰে ৰামৰ সুন্দৰ চন্দ্ৰমুখ দেখা পাবৰ কাৰণে ব্যগ্ৰ হৈছিল। তেতিয়াৰ সকলো লোকেই দয়াশীল আছিল। ৰামৰ ৰাজ্য সৰ্ব্বদাই ধন ধাণ্য, সৈন্য সামন্তৰে সমৃদ্ধ হৈ আছিল। শত্ৰু একেবাৰে নাছিল। সেই সময়ত ঋষিসকল হৃষ্টপুষ্ট হৈ আছিল আৰু সোণৰ অলঙ্কাৰেৰে ভূষিত হৈ আছিল। ৰাজ্যৰ মঙ্গল কামনাত সকলে মানুহে যাগ যজ্ঞাদি, পুখুৰীখনা, ধৰ্মশালা, অতিথিশালা স্থাপন আদি কাৰ্যত সৰ্বদাই নিয়ত আছিল। ৰামৰ ৰাজত্বকালত উত্তম শস্য ক্ষেত্ৰ বিলাক প্ৰচুৰ পৰিমাণে বিবিধ শস্যেৰে পৰিপূৰ্ণ হৈ আছিল। গৰু আদি গৃহপালিত পশুৰ খাদ্য প্ৰচুৰ পৰিমাণে উৎপন্ন হৈছিল। দেশৰ স্বাস্থ্য অতি সুন্দৰ আছিল। প্ৰজাসকলে সদায় সাধু ব্যৱহাৰ কৰিছিল। গোধন প্ৰচুৰ আছিল। গাওঁবিলাকত বহু দেৱালয়, উত্তম উত্তম পুষ্পৰ উদ্যান আৰু সুস্বাদু ফলযুক্ত বৃক্ষশ্ৰেণী সুশোভিত আছিল। সকলো লোক সমৃদ্ধিশালী আছিল। বহুতো সৰোবৰ আছিল আৰু প্ৰত্যেক সৰোবৰতে পদ্মফুল আছিল। সেই সময়ত কাৰো উদ্ধত স্বভাৱ নাছিল— নদীবোৰ মাথোন উদ্ধত আছিল। সকলো লোকেই কুলীন অৰ্থাৎ সদ্বংশজাত আছিল অৰ্থাৎ নিজ নিজ কুলৰ বাহিৰে কাৰো লগত বৈবাহিক সম্বন্ধ নহৈছিল। চোৰৰ ভয়ত কোনেও অৰ্থ সম্পত্তি মাটিৰ তলত পুতি নাৰাখিছিল। ৰমণীসকলৰহে বিভ্ৰম (বিলাস) আছিল, পণ্ডিত সকলৰ কেতিয়াও বিভ্ৰম (ভ্ৰান্তি) নাছিল। নদীবিলাক হে বক্ৰগামী (কুটিল) আছিল, মানুহৰ ভিতৰত কোনো কুটিল বা বক্ৰগামী নাছিল। কৃষ্ণ পক্ষৰ ৰাত্ৰি বিলকৰ হে তমঃ (অন্ধকাৰ) আছিল কিন্তু মানুহ বিলাক তমোযুক্ত (অহঙ্কাৰ পৰায়ণ) নাছিল। ৰমণীসকলেই কেৱল ৰজোযুক্ত (ৰজস্বলা) আছিল। ধাৰ্মিক মানুহ কেতিয়াও ৰজোযুক্ত (ৰাজসিক ভাৱাপন্ন) নাছিল। মানুহবিলাক ধন থকা সত্বেও অনন্ধ (ধনবলত অমত্ত) আছিল কিন্তু ভোজনত অনন্ধ আছিল অৰ্থাৎ সেই সময়ত

সকলোৰে অন্ন জুটিছিল আৰু ফলমূল মাত্ৰ খাই কোনেও বাচি থাকিব লগা নহৈছিল।

সেই সময়ত ৰাজপুৰুষ সকল নীতিহীন নাছিল। ৰাজ্যত কোনো অপৰাধী নাছিল যে তেওঁক হাতকড়ি লগাব লগা হৈছিল বা শাস্তি দিব লগা হৈছিল। কোনো লোক শোকগ্ৰস্ত নহৈছিল। কোনোলোক মূৰ্খ নাছিল। শাসনৰ গুণত সকলোৱে সুশিক্ষিত আছিল। খোৱাৰ অভাৱত কোনো দুৰ্বল নহৈছিল। স্ত্ৰীসকলৰ হৃদয হে কঠিন আছিল, আন কাৰো হৃদয় কঠিন নাছিল। সকলো কোমল হৃদয়ৰ আছিল। (নাৰীজাতি স্বভাৱতে কোমলদেহ কিন্তু তেওঁলোকৰ হৃদয কঠিন — এইটো নিন্দনীয বুলি ধৰা নহয) দেশত কুষ্ঠ ৰোগী নাছিল। শূল অস্ত্ৰ কাৰো হাততেই নাছিল। সাত্ত্বিক ভাৱত হে মানুহৰ শৰীৰৰ কম্পন হৈছিল কিন্তু ভয়ৰ কাৰণে কোনেও কঁপিব লগা নহৈছিল। জ্বৰ কাৰো নহৈছিল অৱশ্যে কামজ্বৰ আছিল। পাপীলোকৰ অভাৱ হৈছিল। আন কাৰো দাৰিদ্ৰ্য বা অভাৱ নাছিল। শাসণৰ গুণত সকলোৱে পুণ্য কাৰ্য কৰিছিল। যি বিলাক লোক খল স্বভাৱৰ আছিল সেই বিলাকৰ প্ৰতি স্নেহপ্ৰীতি কাৰো নাছিল। আত্মীযস্বজন বন্ধু বান্ধৱৰ প্ৰতি সকলোৰে স্নেহ প্ৰীতি আছিল। ৰামে দুষ্ট লোকক দমন কৰি, শিষ্ট লোকক পালন কৰি আৰু ধৰ্ম সংস্থাপন কৰি ৰাজ্য পালন কৰিছিল। এইদৰে তেওঁ বহুকাল ৰাজ্য শাসন কৰিছিল।

কিন্তু এদিন তেওঁ নীচজাতীয কোনো লোকৰ মুখত সীতা ৰাৱণৰ ঘৰত থকা বাবে নিন্দাৰ কথা শুনিবলৈ পালে, তেতিয়া তেওঁ সীতাৰ প্ৰতি কোনো সন্দেহ ভাৱ নানিলেও আৰু মনত বৰ দুখ পালেও ৰাজ্য পালনৰ বাবে সীতাক অম্লানবদনে পৰিত্যাগ কৰিলে। তাৰ পাছতো তেওঁ অক্ষুব্ধ থাকি ৰজ্য শাসন কৰি থাকিল। তেওঁৰ শাসনৰ গুণত সমস্ত ৰাজ্য সুৰক্ষিত হৈ আছিল আৰু কোনো ঠাইতেই অশান্তিৰ আভাস মাত্ৰও নাছিল।

# অগস্ত্য ঋষিৰ আগমন

এদিনাখন মহামতি ৰাম সভাত বহি আছে, এনেতে মুনিবৰ অগস্ত্যদেৱ আহি সভাত উপস্থিত হ'ল। মহাৰাজ ৰামচন্দ্ৰ সভাত মহৰ্ষি অগস্ত্যক উপস্থিত হোৱা দেখি বশিষ্ঠ আৰু অন্যান্য সভাসদ সকলেৰে সৈতে পাদ্যঅৰ্ঘ্য দিবলৈ থিয় হ'ল আৰু সেই অদ্ভুত চৰিত্ৰ কুম্ভযোনি সমুদ্ৰশোষণকাৰী অগস্ত্য ঋষিক স্বাগত সম্ভাষণ জনাই তেওঁৰ কুশল বাৰ্তা সুধিলে।

# ৰাৱণ, কুম্ভকৰ্ণ আদিৰ জন্ম কথা- অশ্বমেধ যজ্ঞৰ আয়োজন

সকলো লোকৰে গুৰু আৰু বিচক্ষণ মতি সম্পন্ন শ্ৰীৰামচন্দ্ৰই স্বাগত সম্ভাষণ দ্বাৰা ব্ৰহ্মাচৰ্যনিষ্ঠ আৰু তপস্যাসিদ্ধ ঋষিবৰক সন্তুষ্ট কৰি প্ৰশ্ন কৰিলে— হে মহাভাগ! কুম্ভযোনে, হে তপোনিধে! আপোনাৰ মঙ্গল তো? আপোনাৰ দৰ্শন লাভ কৰি আমি সপৰিয়ালে পৱিত্ৰ হৈছোঁ। আপোনাৰ বেদশাস্ত্ৰৰ আলোচনা নিৰ্বিঘ্নে চলি আছে তো? আপোনাৰ তপস্যাৰ বিঘ্নতো কোনেও কৰা নাই? হে মহাভাগ! আপোনাৰ পত্নী লোপামুদ্ৰা যাৰ পতিব্ৰত্য গুণত জগৎ মঙ্গলময় হৈ উঠিছে ভালে আছে তো? হে ধৰ্মমূৰ্তি কৃপাময় মহাভাগ! মই জানোঁ আপোনাৰ কোনো বস্তুৰ প্ৰতি লোভ নাই বা অকাঙ্খা নাই। তেনেজন ব্যক্তিৰ মই কি শুভ কাৰ্য সম্পাদন কৰি দিম? আপুনি তপোবলৰ দ্বাৰা আপোনাৰ ইচ্ছা অনুসাৰে নিজৰ অভাৱ পূৰণ কৰিব পাৰে। তথাপি মোৰ দ্বাৰা যদি আপোনাৰ কিবা কৰ্ম সম্পন্ন হব পাৰে তাক অনুগ্ৰহকৈ ব্যক্ত কৰক। মোক সেই বিষয়ে আদেশ কৰক।

ৰাজৰাজেশ্বৰ ধীমান ৰামচন্দ্ৰই এই কথা কোৱাৰ পাছত মহৰ্ষি অগস্ত্যদেৱে অতি বিনীতভাৱে উত্তৰ দিলে যে হে প্ৰভো। হে কৃপানিধি। হে ৰাজৰাজেশ্বৰ। মই আজি তোমাৰ দেৱদুৰ্লভ দৰ্শন লাভৰ কাৰণে হে আহিছোঁ। তুমি ৰাৱণ ৰাক্ষসক বধ কৰি লোকৰ কন্টক দূৰ কৰিছা আৰু সৌভাগ্যক্ৰমে দেৱতাসকল বৰ সুখী হৈছে। সৌভাগ্যক্ৰমে আজি বিভীষণ লঙ্কাৰ ৰজা হৈছে। হে ৰাম! আজি তোমাৰ দৰ্শন লাভ হোৱাত মোৰ সমস্ত পাপ দূৰ হৈছে। সমস্ত পাপ ধ্বংস হোৱ' বাবে মোৰ মনৰ সমস্ত দুঃখ আৰু ক্ষোভ আঁতৰি গৈছে। মোৰ মনোবাঞ্ছা পূৰ্ণ হৈছে। ৰামৰ দৰ্শন লাভত হৃষ্টচিত্ত আৰু পৰমানন্দিত হৈ এই খিনি কথা কৈ তেওঁ মৌনতা অৱলম্বন কৰিলে।

ৰামে তেতিয়া পুনৰায় মহাজ্ঞানী, ভূত ভৱিষ্যৎ আৰু বৰ্তমান সকলো জ্ঞাতা আৰু অলৌকিক শক্তিসম্পন্ন মুনিবৰক ক'লে — হে মুনিবৰ! মই যি কথা সুধিব খুজিছোঁ — সেইকথা যেন সবিস্তাৰে মোৰ আগত বৰ্ণনা কৰে। যি ৰাৱণে দেৱতা সকলক ইমান পীড়া কৰিছিল আৰু যি ৰাৱণক মই বধ কৰিছোঁ— সেই ৰাৱন কোন আছিল? কুম্ভকৰ্ণই বা কোন আছিল? দুৰাত্মা ৰাৱণৰ জ্ঞাতি সকলেই বা কোন কোন আছিল। হে মুনিবৰ! ৰাৱণে কোন বংশত জন্ম গ্ৰহণ কৰিছিল? দেৱতাৰ বংশত নে দৈত্যৰ বংশত নে মনুষ্য বংশত? আপুনি সৰ্বজ্ঞ। আপুনি সকলো কথ জানে। অতএৱ অনুগ্ৰহ কৰি বিস্তৃত ভাৱে এই প্ৰশ্নৰ উত্তৰ

মোক দিয়ক। এই বিষয়ে সবিস্তাৰে বৰ্ণনা কৰি এতিয়া মোৰ কৰ্তব্য কি কৃপা কৰি সেই বিষয়ে মোক আদেশ কৰক। কুম্ভযোনি অগস্ত্যদেৱে ৰামৰ প্ৰশ্নৰ উত্তৰ দিব ধৰিলে।

সৃষ্টিকৰ্ত্তা ব্ৰহ্মাৰ পুলস্ত্য নামে এক পুত্ৰ হয়। সেই পুলস্ত্যৰ পুত্ৰ বিশ্ৰৱা। তেওঁ বেদশাস্ত্ৰত সুপণ্ডিত আছিল। তেওঁৰ দুই গৰাকী পত্নী আছিল। উভয়েই সু-চৰিত্ৰা আৰু পতিব্ৰতা আছিল। প্ৰথমা পত্নীৰ নাম আছিল মন্দাকিনী আৰু দ্বিতীয়া পত্নীৰ নাম আছিল কৈকেসী। বিশ্ৰৱাৰ প্ৰথমা পত্নী মন্দাকিনীৰ গৰ্ভত লোকপাল কুবেৰৰ জন্ম হয়। মহাদেৱৰ অনুগ্ৰহত সেই কুবেৰেই প্ৰথমে লঙ্কাৰ ৰজা হয়। বিশ্ৰৱাৰ দ্বিতীয়া পত্নী বিদ্যুম্মালী ৰাক্ষসীৰ কন্যা। কৈকেসীৰ গৰ্ভত ৰাৱণ, কুম্ভকৰ্ণ আৰু বিভীষণ এই তিনিটি পুত্ৰৰ জন্ম হয়। হে মহামতে! বিভীষণ ধৰ্মাত্মা। আগৰ পৰাই তেওঁৰ ধৰ্ম কৰ্মত মতি আছিল। ৰাক্ষসীৰ গৰ্ভত জন্ম গ্ৰহণ কৰিছে— তাতে আকৌ সন্ধ্যাকালত জন্ম গ্ৰহণ কৰিছিল কাৰণে ৰাৱণ আৰু কুম্ভকৰ্ণৰ সদায় অধৰ্ম কৰ্মত মতি আছিল। এদিন কুবেৰ পিতৃমাতৃক চাবৰ কাৰণে সোনপতা কিঙ্কিনীজাল খটোৱা পুষ্পক বিমানত উঠি সুসজ্জিত হৈ আৰু নানৰত্নেৰে বিভূষিত স্বজন বৰ্গৰ সহিত পিতামাতাৰ ওচৰত উপস্থিত হ'লহি আৰু তেওঁলোকৰ চৰণত পৰি আনন্দত ৰোমাঞ্চিত শৰীৰ আৰু বিহ্বল হৈ কবলৈ ধৰিলে— "আজি মোৰ বৰ সৌভাগ্য— বৰ সুদিন। আজি মহাপুণ্যদায়ক আপোনালোকৰ পাদপদ্ম দৰ্শন কৰিলোঁ।" ইত্যাদি ধৰণে বিনয় আৰু মধুৰ বাক্যেৰে স্তৱ স্তুতি কৰি পিতামাতাৰ পৰা বিদায় লৈ নিজৰ ঘৰলৈ উলটি গ'ল। মাতা পিতায়ো চেনেহৰ পুত্ৰক দেখি বৰ আনন্দ পালে। ধীমান ৰাৱণে ইতিপূৰ্বে কুবেৰক কেতিয়াও দেখা নাছিল। সেইবাবে কুবেৰক চিনিব নোৱাৰি মাকক সুধিলে— সেই যে বহু আত্মীয় সৃজন লগত লৈ আহি আমাৰ পিতৃদেৱৰ পদবন্দনা কৰি গ'ল সেই মহা ভাগ্যৱান পুৰুষজন কোন? তেওঁ কোনো দেৱতা, যক্ষ নে মানুহ? সেই ব্যক্তিয়ে কোন তপস্যা কৰি বায়ুৰ ন্যায় বেগবান বিমান লাভ কৰিলে — যি বিমানৰ দ্বাৰা নানা উদ্যানত ক্ৰীড়া কৰি ফুৰিব পাৰে?

এই কথা শুনি ৰাৱণজননী কৈকেসীৰ বৰ খং উঠিল। ঈৰ্ষাত বিচলিতা হ'ল আৰু চকুৰ বিকাৰ ঘটিল। দুঃখমনে কৈকেসীয়ে উত্তৰ দিলে — হে পুত্ৰ! এই ব্যক্তিকোন? তাৰ জন্ম বৃত্তান্ত কি? কি কাৰ্য কৰে? ইত্যাদি কথা মোৰ পৰা শুন। সেইবোৰ কথা শুনি তোৰ যথেষ্ট শিক্ষা লাভ হ'ব। এই ব্যক্তি মোৰ সপত্নীৰ অমূল্য ৰত্নস্বৰূপ; কাৰণ সি নিজৰ মাতৃকুল উজ্জ্বল কৰিছে। তই মোৰ গৰ্ভজাত কীটস্বৰূপ। কোনো কামৰ নহয়। কেৱল নিজৰ উদৰ পূৰণত হে সমৰ্থ। গাধই যেনেকৈ নিজৰ পিঠিত বৈ লোৱা বোজাৰ গুণাগুণ একো নুবুজে কেৱল বৈ লৈ যাব পাৰে সেইদৰে তয়ো শয়ন, ভোজনত ভোগ বিলাসত মাথোন পটু কিন্তু

ঘোৰ অজ্ঞ। তই পুত্ৰ সচাঁ — কিন্তু তই থকা নথকা একে কথা। তইযে মোৰ জীবিত পুত্ৰ সেইটো মোৰ মনত নধৰে। তোক দেখিলে মোৰ মনত ধাৰণা হয় যেন তই শুই আছ — অথবা তই ঘৰত থকা নথকা একে কথা অথবা তই একেবাৰে অধঃপাতে গৈছ। এই চা! এই ব্যক্তিয়ে তপস্যাৰ দ্বাৰা মহাদেৱক সন্তুষ্ট কৰি তেওঁৰ অনুগ্ৰহত লঙ্কানগৰীৰ অতুল ঐশ্বৰ্য আৰু মনৰ নিচিনা বেগৱান বিমান লাভ কৰিছে। যাৰ পুত্ৰই নিজ গুনে এনে মহৎপদ আৰু অতুল ঐশ্বৰ্য লাভ কৰিছে সেই নাৰী অতি পুণ্যৱতী আৰু ধন্যা। দুৰাত্মা সকলৰ প্ৰধান ৰাৱনে নিজ মাতৃৰ ক্ৰোধান্বিত এই ৰূপ ভাষণ শুনি মনে মনে অপমান বোধ কৰি আৰু দুৰ্ঘোৰ তপস্যা কৰিবৰ মনস্থ কৰি মাকক পুনৰায় এইদৰে ক'লে- হে মাতঃ। মোৰ সগৰ্ব উক্তি শুনা। তোমাৰ যেতিয়া তিনি পুত্ৰ বৰ্ত্তমান আছে, তুমিয়েহে যে ৰত্নগৰ্ভা, সেই বিষয় কোনো সন্দেহ নাই। সেই কীটপ্ৰায় কুবেৰ আৰু কোন? তাৰ ক্ষুদ্ৰ তপস্যাই বা কি? নিৰ্দ্দিষ্ট কেইজনমান সেৱককলৈ তাৰ সেই লঙ্কাৰাজ্যৰেই বা মূল্য কি? অতি সামান্য। হে দয়াময়ি মাতঃ! তুমি কটুকথাৰ দ্বাৰা মোক উত্তেজিত কৰি যথেষ্ট পুত্ৰবাৎসল্য দেখুৱাইছা। মই উৎসাহৰ সহিত তোমাৰ ওচৰত প্ৰতিজ্ঞা কৰিছো আৰু এনে প্ৰতিজ্ঞা আগে কোনেও কেতিয়াও কৰা নাই। হে মাতঃ কৈকেসি! তুমি মহাভাগ্যৱতী! মোৰ প্ৰতিজ্ঞা শুনা। মই নিদ্ৰা, ক্ৰীড়া আৰু এই মুহূৰ্ত্তৰ পৰাই অন্নজল পৰিত্যাগ কৰি ব্ৰহ্মাৰ সন্তোষজনক দুষ্কৰ তপস্যা কৰি যদি ত্ৰিভূৱন বশীভূত কৰিব নোৱাৰোঁ তেন্তে মোৰ যেন পিতৃহত্যাৰ পাপ হয়। বিভীষণ আৰু কুম্ভকৰ্ণইয়ো মাকৰ ওচৰত তেনে প্ৰতিজ্ঞা কৰিলে। তাৰ পাছত ৰাৱণে ভায়েক দুজনৰ লগত বন আৰু পৰ্বতলৈ গমন কৰিলে।

# ৰাৱণৰ তপস্যা আৰু বৰলাভ

তাৰ পাছত ৰাৱণে উৰ্দ্ধদিকে সূৰ্যৰ ফালে দৃষ্টি কৰি এক ভৰিত থিয় হৈ থাকি বহুবছৰ কঠোৰ তপস্যা কৰিলে। তাৰ পাছত দেৱতা, দৈত্য, গন্ধৰ্ব, যক্ষ আদি সকলে যাৰ ওচৰত পদানত হৈ সেৱা কৰিবলৈ ব্যগ্ৰ হয় সেই দেৱদেৱ ভগৱান ব্ৰহ্মা প্ৰজাপতি ৰাৱণ আৰু ভায়েক দুজনৰ তেনেধৰণৰ ধৰণৰ কঠোৰতম তপস্যাত সন্তুষ্ট হৈ আবিৰ্ভাৱ হৈ ৰাৱনক ত্ৰিভুৱনৰ আধিপত্য প্ৰদান কৰিলে আৰু তিনিও জনৰে শৰীৰ দেৱ দানৱৰ পূজনীয় কৰি অতি ৰমনীয় কৰি দিলে। তাৰ পাছত দুৰাত্মা ৰাৱণ তপস্যাৰ প্ৰভাৱত দুৰ্দ্ধৰ্ষ হৈ উঠি ধৰ্মবুদ্ধি কুবেৰক অশেষ প্ৰকাৰে উৎপীড়ন কৰিব ধৰিলে। পুষ্পক বিমান কাঢ়ি লৈ

কুবেৰক লঙ্কা ৰাজ্যৰ পৰা খেদি দিলে। নিজে লঙ্কানগৰীত থাকি সমগ্ৰ জগততে উপদ্ৰৱ কৰিব ধৰিলে। দেৱতাসকলে ৰাৱণৰ ভয়ত স্বৰ্গৰাজ্যৰ পৰা পলাই গ'ল। ৰাৱণৰ হাতত বহুত ব্ৰাহ্মণে প্ৰাণত্যাগ কৰিলে। তাতোকৈ বেছি সংখ্যক মুনি ৰাৱণৰ হাতত নিৰ্ব্বংশ হ'ল। তেতিয়া ইন্দ্ৰ আদি দেৱতা সকল বৰ দুঃখিত হৈ ব্ৰহ্মাৰ ওচৰলৈ গ'ল। তেওঁৰ ওচৰ পাই দণ্ডবৎ প্ৰণাম কৰি স্তৱ কৰিব ধৰিলে। মহাত্মা দেৱসকলে ব্ৰহ্মাৰ ওচৰত মধুৰ আৰু ভক্তিপূৰ্ণ স্তৱ কৰাত ভগৱান ব্ৰহ্মাই প্ৰসন্ন হৈ দেৱতা সকলক ক'লে— তোমালোকৰ কি কাৰ্য কৰিব লাগিব কোৱা। তেতিয়া দেৱতা সকলে ৰাৱণৰ হাতত যি দুৰ্গতি আৰু পৰাভৱ পাইছে — সেই কথা নিবেদন কৰিলে। ব্ৰহ্মাই দেৱতা সকলৰ কথা শুনি কিছুকাল চিন্তা কৰি দেৱতাসকলক লৈ কৈলাসলৈ মহাদেৱৰ ওচৰলৈ যাত্ৰা কৰিলে। ব্ৰহ্মাৰ লগত দেৱতাসকলে কৈলাস পৰ্বতলৈ গৈ সেই পৰ্বতৰ শোভা আৰু সৌন্দৰ্যত বিমুগ্ধ হৈ তাত কিছুকাল অৱস্থান কৰি মহাদেৱ শম্ভুৰ স্তৱ স্তুতি আৰম্ভ কৰিলে। হে দেৱ! আপুনি ভৱ। আপুনি শৰ্ব্ব। আপুনি নীলগ্ৰীৱ! আপুনি স্থূল, সূক্ষ্ম আৰু বহুৰূপী। আপোনাক নমস্কাৰ জনাইছোঁ। (নমঃ ভবায় শৰ্বায় নীলগ্ৰীবায় তে নমঃ। নমঃ স্থূলায় সূক্ষ্মায় বহুৰূপায় তে নমঃ।।) সকলো বিলাক দেৱতাৰ মুখত উচ্চাৰিত হোৱা এই স্তৱ শুনি শম্ভুয়ে দেৱতা সকলক আনিবলৈ নন্দীক আদেশ কৰিলে। হে প্ৰভু ৰামচন্দ্ৰ! ব্ৰহ্মা আদি দেৱতা সকলে নন্দীৰ দ্বাৰা আহূত হৈ মহাদেৱৰ অন্তঃপুৰত প্ৰবেশ কৰি বিস্মিত নয়নে দেখা পালে যে সৰ্বলোকৰে কল্যানকাৰী শঙ্কৰ সৰ্বদাই আনন্দ মত্ত আৰু নগ্ন হৈ আছে। বিকৃতাকাৰ কুৰূপ আৰু কুটিল সহস্ৰ সহস্ৰ প্ৰমথসকলে তেওঁক ঘেৰি আছে। ব্ৰহ্মাই দেৱতাসকল সমভিব্যাহাৰে আগত থাকি দেৱ দেৱ! মহাদেৱক প্ৰণাম কৰি ক'লে যে হে শৰণাগতবৎসল মহাদেৱ! দেৱতা সকলৰ দুৰৱস্থাৰ ফালে চাই দৈত্যসকলৰ বধৰ নিমিত্তে উদ্যোগ কৰক। ব্ৰহ্মাৰ এনে প্ৰকাৰ শোক প্ৰকাশক কাতৰ উক্তি শুনি সকলো দেৱতাক লৈ বৈকুণ্ঠ ধামত বিষ্ণুৰ ওচৰলৈ গ'ল আৰু মহাপ্ৰভু বিষ্ণুৰ স্তৱ কৰিব ধৰিলে - জয় মাধৱ দেবেশ জয় ভক্তজনাৰ্ত্তিহন। কৃপাং কুৰু মহাদেৱ! বিলোকয় স্বমেৰকান।) হে মাধৱ! হে দেবেশ আপুনি ভক্তসকলৰ আতঙ্ক নিবাৰণ কৰে। আপোনাৰ জয় হওক। হে দেৱকুল চূড়ামণি! আমি আপোনাৰ সেৱক। অনুগ্ৰহ কৰি আমাৰ ফালে দৃষ্টিপাত কৰক। মহাদেৱ প্ৰভৃতি দেৱতা সকলৰ উচ্চৈঃস্বৰে উচ্চাৰণ কৰা এই স্তৱ শুনি দেৱতাসকলৰ ঈশ্বৰ বিষ্ণুৱে দেৱতা সকলৰ কি নিদাৰুণ কষ্ট হৈছে- সেই বিষয়ে কিয়ৎকাল চিন্তা কৰি জলদগম্ভীৰ স্বৰে দেৱতাসকলৰ দুঃখ যেন লগে লগে উপশমিত কৰি ক'লে— হে ব্ৰহ্মাণ! হে মহেশ্বৰ! হে ইন্দ্ৰাদি দেৱতা সকল! তোমালোকৰ হিত কথা কওঁ শুনা। পৃথিৱীত ৰজতময়, উৎকৃষ্ট আৰু সুৰম্য এখন দেশ আছে, সেই দেশৰ অযোধ্যা নগৰীত

সূৰ্যবংশীয় দশৰথ নামে এক ৰজা আছে। সেই সূৰ্যবংশৰ ৰজাসকলে ডাঙৰ ডাঙৰ যজ্ঞ আৰু দানাদি সৎকৰ্ম কৰি বিখ্যাত হৈ আছে। সেই বংশৰে ৰজা দশৰথে সম্প্ৰতি ৰাজশ্ৰীসম্পন্ন, প্ৰবল পৰাক্ৰান্ত আৰু দিগ্বিজয়ী বীৰ হৈ অযোধ্যা নগৰীত ৰাজ্য পালন কৰিব ধৰিছে; কিন্তু তেওঁ অপত্যবিহীন। সেইবাবে তেওঁ পুত্ৰ কামনা কৰি যথাবিধি যজ্ঞ কাৰ্যত দীক্ষিত হৈ ঋষ্যশৃঙ্গ মুনিক আনি তেওঁৰ দ্বাৰা পুত্ৰেষ্টি যাগ কৰাব ধৰিছে। হে সুৰসকল। পূৰ্ব্বে তেওঁ কঠোৰ তপস্যা কৰি মোক সন্তুষ্ট কৰিছিল আৰু মোকেই পুত্ৰৰূপে পাবৰ কাৰণে বৰ প্ৰাৰ্থনা কৰিছিল। সেই কাৰণে আৰু তোমালোকৰ কাৰ্যসিদ্ধিৰ কাৰণে মই তেওঁৰ তিনি পত্নীৰ গৰ্ভত চাৰি মূৰ্তিত জন্ম গ্ৰহণ কৰি ৰাম, লক্ষ্মণ, ভৰত, শত্ৰুঘ্ন এই চাৰি নামত অভিহিত হৈ ৰাৱণবংশ সমূলে ধ্বংস কৰিম। তাৰ সৈন্য সামন্ত কাকো বাকী নাৰাখিম। তোমালোকেও নিজ নিজ অংশত ভালুক আৰু বানৰ ৰূপে পৃথিৱীত অৱতীৰ্ণ হৈ বিৰলে চাৰিওফালে বিচৰণ কৰি থাকা। ভগৱান নাৰায়ণে আকাশত এইদৰে কৈ মৌনাৱলম্বন কৰিলে। দেৱতাসকল তেওঁৰ কথা শুনি বৰ আনন্দিত হ'ল। দেৱ দেৱ ভগৱান নাৰায়ণে যিদৰে কৈছিল তাকেই কৰিলে। দেৱতাসকলেও নিজ নিজ অংশত ভালুক আৰু বানৰৰূপে পৃথিবীত অৱতীৰ্ণ হৈ পৃথিবীৰ চাৰিওফালে বিয়পি থাকিল। অনন্তদেৱে শ্ৰীৰামচন্দ্ৰক ক'লে - হে মহাৰাজ! আপুনিয়েই সেই দেৱ দেৱ নাৰায়ণ। দেৱতাসকলৰ দুখ নিবাৰণ কৰিবৰ কাৰণে মূৰ্ত্তিমান হৈ পৃথিৱীত অৱতীৰ্ণ হৈছে। হে মহামতে! ভৰত, লক্ষ্মন আৰু শত্ৰুঘ্নও আপোনাৰ অংশ। দেৱতাসকলৰ পীড়নকাৰী ৰাৱণে পূৰ্বৰ শত্ৰুতা নিৱন্ধনে আপোনাৰ জানকীক হৰণ কৰি আপোনাৰ হাতত নিহত হৈছে। ব্ৰহ্ম ৰাক্ষস জাতিৰ সেই ৰাৱণক বধ কৰি আপুনি ব্ৰাহ্মণ সকলকো সুখী কৰিছে, মুনিসকলৰ তপোবল বৃদ্ধি কৰিছে, মঙ্গলময় তীৰ্থস্থান বিলাক আৰু সমুদয় যজ্ঞৰ সুৰক্ষা কৰিলে। হে মহা ঐশ্বৰ্যশালিন! পুলস্ত্যপুত্ৰ দৈত্যেন্দ্ৰ ৰাৱণক নিপাত কৰি আপুনি সমগ্ৰ পৃথিবীক সুখী কৰিলে। হে নৰোত্তম! হে জগৎনিদান! হে বিশ্বৰূপিন্! আপুনি ৰজা হোৱাত নিখিল জগৎবাসী দেৱতা, দৈত্য, মনুষ্য সকলোৱে অতিশয় সুখী হৈছে। হে বিশ্বাত্মা! আপুনি ৰাৱণৰ জন্ম আৰু নিপাত সম্পৰ্কে প্ৰশ্ন কৰিছিল, সেই বিষয়ে সমস্ত কথা মই যথাযথ ভাৱে আপোনাৰ ওচৰত কীৰ্তন কৰিলোঁ। এই কথা শুনি দৈতেন্দ্ৰ কুলান্তকাৰী, মহাঐশ্বৰ্যশালী বিখ্যাত প্ৰভাৱ— সম্পন্ন ঈশ্বৰ মহাপুৰুষ ৰামচন্দ্ৰ ভূতলত পৰি গ'ল। তেওঁৰ মুখমণ্ডল দৰদৰ ধাৰা অশ্ৰুৰে প্লাৱিত হৈ গ'ল।

# ৰামৰ মনস্তাপ

তাৰ পাছত কৃপানিধি অগস্ত্যদেৱে ৰামক মূৰ্চ্ছিত হোৱা দেখি নিজৰ হাতেৰে ধীৰে ধীৰে চকুৰ লোবোৰ মচি দিব ধৰিলে আৰু ক'বলৈ ধৰিলে - হে ৰাম! আপুনি সত্বৰ আশ্বস্ত হওক। আপুনি কিয় দুখ কৰিছে? আপুনি দৈত্যকুলৰ উচ্ছেদকাৰী সনাতন ভগৱন্তপুৰুষ। আপোনাত বাজে অতীত, ভৱিষ্যৎ আৰু বৰ্ত্তমান জগৎ ৰক্ষা কৰোঁতা কোনো নাই। আপোনাৰ এনেদৰে মূৰ্চ্ছা যোৱাৰ কাৰণ কি? মহাৰাজ ৰাম চন্দ্ৰই অগস্ত্য মুনিৰ সেই কথা শুনি চকুৰ পানীৰে নিজ মুখমণ্ডল আপ্লুত কৰি পেলালে আৰু ভূমিৰ পৰা উঠি, আৰু তেওঁ ব্ৰহ্মহত্যা কৰিছে এই ভাবি গুৰুতৰ লজ্জা আৰু ঘৃণাত আধোবদন হৈ কাতৰ হৈ আধা ফুটা ভাষাৰে কবলৈ ধৰিলে—

হায়! হায়! মোৰ কি দুৰ্বুদ্ধি, মই বৰ দুৰাত্মা। মোৰ অজ্ঞানতা আপোনালোকে চাওঁক। মই বেদশাস্ত্ৰ জনা বিবেকী হৈও কাম বৃত্তি চৰিতাৰ্থ কৰিবৰ কাৰণে সামান্য স্ত্ৰীৰ কাৰণে ব্ৰাহ্মণ সন্তানক বধ কৰিছোঁ। মই ব্ৰাহ্মণবংশ সমূলে নিৰ্মূল কৰিছোঁ। মই বৰ দুৰ্ম্মতি। মোৰ দৰে নিৰ্ব্বোধ কোনো নাই। যি ইক্ষ্বাকু বংশত ব্ৰাহ্মণৰ সন্মান চিৰদিন সমানে অক্ষুন্ন হৈ আছে, কেতিয়াও কোনো ব্ৰাহ্মণক কোনো কটুকথা কোৱা হোৱা নাই, মই এনেদৰে ব্ৰহ্মহত্যা কৰি সেই ইক্ষ্বাকু বংশৰ ঘোৰ কলঙ্ক আনিছোঁ। যি সকল ব্ৰাহ্মণক উপযুক্ত ভোজ্য আৰু দান দি সন্মান কৰা উচিত মই সেই ব্ৰাহ্মণসকলক শৰৰদ্বাৰা নিহত কৰিছোঁ। কব নোৱাৰোঁ মোৰ কোন লোকত গতি হ'ব? কুম্ভীলাক নৰকতো মোৰ স্থান নহ'ব। এনে কোনো তীৰ্থও মই দেখা নাপাওঁ যি তীৰ্থই মোক পৱিত্ৰ কৰিব পাৰে। এনে কোনো যজ্ঞ, দান, তপস্যা বা দেৱ পূজাও মই দেখা নাই যিহে মোক এই ব্ৰহ্মহত্যা পাপৰ পৰা নিষ্কৃতি দিব পাৰে। যিবিলাক মানুহে ব্ৰাহ্মণ কুলৰ কোপ উৎপাদন কৰিছে - সেই বিলাক মানুহ নৰকলৈ গৈ অশেষ দুখ ভোগ কৰিব সন্দেহ নাই। বেদ হৈছে বৰ্ণাশ্ৰম ধৰ্মৰ মূল আৰু ব্ৰাহ্মণকুল সেই বেদৰ মূল। মই সেই বেদক শাখাৰ অন্তৰ্ভূক্ত হৈ ঔদ্ধত্যবশতঃ তাৰ মূল ছেদ কৰিছোঁ। মোৰ কি গতি হ'ব? মই কি কৰিম? কি কৰিলে মোৰ মঙ্গল হব?

মায়া মনুষ্যৰূপী ৰঘুনাথ ৰামে এইদৰে অতিশয় বিলাপ কৰিব ধৰিছে দেখি কুম্ভযোনি অগস্ত্য ঋষিয়ে তেওঁক সান্ত্বণা দি ক'লে — হে ৰাজন! আপুনি মহমতি আৰু মহাবীৰ হৈ কিয় এনেদৰে শোক কৰিছে? আপুনি বিষাদগ্ৰস্ত নহব। আপুনি দুষ্টৰ নিধন কৰিছে। ইয়াৰ দ্বাৰা আপোনাৰ ব্ৰহ্মহত্যা কৰা হোৱা নাই। আপুনি ত্ৰিগুণৰ অতীত সাক্ষাৎ ঈশ্বৰ, নিৰ্গুণ পৰম পুৰুষ। আপুনি নিজৰ ইচ্ছাত

সগুণভাৱ ধাৰণ কৰিছে। আপুনিয়েই সৃষ্টি, পালন আৰু সংহাৰৰ কৰ্ত্তা। আপোনাৰ নাম কৰিলে সুৰাপায়ী, ব্ৰহ্মহত্যাকাৰী আৰু স্বৰ্ণাপহাৰী ঘোৰতৰ পাতকীও অবিলম্বে পাপ মুক্ত হয়। হে মহামতে! এই দেবী জনকনন্দিনী সাক্ষাৎ মহাবিদ্যা। এওঁক স্মৰণ কৰা মাত্ৰকে জীৱৰ সংসাৰ বন্ধনৰ পৰা মুক্তি হয়। ৰাৱণো সামান্য দৈত্য নহয়। বৈকুণ্ঠত থকা আপোনাৰেই এজন সেৱক। ঋষিসকলৰ অভিসম্পাতত দৈত্য হৈছে। হে দনুজান্তক! আপুনি তাক বধ কৰি তাৰ উপকাৰহে সাধিছে। তাৰ দ্বাৰা আপোনাৰ ব্ৰহ্মহত্যা কৰা হোৱা নাই। এইবোৰ কথা ভাবি চালে আপোনাৰ শোক কৰিবৰ কোনো কাৰণেই নাই। শত্ৰুহন্তা ৰামচন্দ্ৰই অগস্ত্য ঋষিৰ সেই কথা শুনি পুনৰায় গদগদস্বৰে পৰম কথাবোৰ কবলে ধৰিলে— পাতক দুই প্ৰকাৰ, জ্ঞাত আৰু অজ্ঞাত। জানি যি পাপ কৰা হয় - যি জ্ঞাত পাতক। নজানি যি পাপ কৰা হয় সি অজ্ঞাত পাতক। জানি কৰা পাপ ভোগ কৰিলে ক্ষয় হয় আৰু নাজানি কৰা পাপ অনুতাপৰ দ্বাৰা ক্ষয় হয় — ইয়ে শাস্ত্ৰমত। মই জানিও গৰ্হিত ব্ৰহ্মহত্যা পাপ কৰিছোঁ। মোক সান্ত্বনা দিবৰ বাবে প্ৰশংসা কৰা উচিত নহয়। এতিয়া মোৰ ব্ৰহ্মহত্যা পাপ নষ্ট হব পাৰে - এনে কোনো উপায় দিয়ক। কোনো ব্ৰত, কোনো দান, কোনো দেৱপূজা বা কোনো তীৰ্থসেৱা যি কৰা কৰ্ত্তব্য তাৰে উপদেশ দিয়ক - যাৰ দ্বাৰা মোৰ নিৰ্মল কীৰ্তি সঞ্চয় হব আৰু তাৰ দ্বাৰা ব্ৰহ্মহত্যা পাপত লিপ্ত লোকসকল পৱিত্ৰ হব।

দেব দৈত্যসকলে নিজ নিজ মস্তক অৱনত কৰি, মূৰত পিন্ধা কিৰীটিৰ মণি মুক্তাৰ প্ৰভাৰ দ্বাৰা যাৰ পাদপদ্ম উদ্ভাসিত কৰি তোলে সেই পুৰুষোত্তম ৰামে এই কথা কোৱাৰ পাছত তপোনিধি অগস্ত্য দেৱে তেওঁক ক'লে - হে লোকানুগ্ৰহকাৰী মহাবীৰ ৰাম! যাৰ পৰা ব্ৰহ্মহত্যা পাপৰ ক্ষয় হয়, সেই কথা কওঁ শুনা। যিজনে অশ্বমেধ যজ্ঞ কৰে তেওঁ সকলো প্ৰকাৰ পাপৰ পৰা মুক্ত হয়। অতএৱ হে বিশ্বৰূপিন! আপুনি সকলো যজ্ঞতকৈ শ্ৰেষ্ঠ অশ্বমেধ যজ্ঞ কৰক। বিশেষতঃ আপুনি শাস্ত্ৰবিৎ সুবুদ্ধি ৰজা। অশ্বমেধ যজ্ঞ কৰাই আপোনাৰ বাবে সৰ্বতোভাৱে উচিত। বিশেষতঃ আপুনি মহা সমৃদ্ধিশালী আৰু মহাবল সম্পন্ন। আপুনি অনায়াসে সেই যজ্ঞ কৰিব পাৰিব। এই অশ্বমেধ যজ্ঞৰ দ্বাৰা ব্ৰহ্মহত্যা পাপৰ পৰা মুক্তি পোৱা যায়। আপোনাৰ পূৰ্ব পুৰুষ মহাৰাজ দিলীপে এই যজ্ঞ কৰিছিল। শ্ৰেষ্ঠ পুৰুষ ইন্দ্ৰই এশ অশ্বমেধ যজ্ঞ কৰিছিল আৰু সেইবাবে অমাৰাবতীত দেৱতা আৰু দৈত্যসকলৰ দ্বাৰা সেবিত হৈ মহান সম্মানৰ ৰাজত্ব পাইছে। মনু, সগৰ, মুৰুত্ত, নহুষপুত্ৰ যযাতি প্ৰভৃতি আপোনাৰ পূৰ্বপুৰুষ সকলে এই অশ্বমেধ যজ্ঞ কৰি সবিশেষ সদগতি লাভ কৰিছিল। গতিকে হে ৰাজন্দ্ৰে! আপুনি অশ্বমেধ যজ্ঞ কৰক। অশ্বমেধ যজ্ঞ কৰিবলৈ আপোনাৰ যথেষ্ট সামৰ্থ্য

আছে। একো একো জন লোকপালৰ নিচিনা ভ্ৰাতৃসকলে সদায় আপোনাৰ মঙ্গল সাধনত তৎপৰ হৈ আছে। ব্ৰাহ্মণৰ বাক্য লঙ্ঘনত ভয় কৰা আৰু যাৰ গুণ সকলো পুৰাবিৎ পণ্ডিত সকলে কীৰ্তন কৰি আহিছে সেই ভাগ্যৱান ৰঘুত্তম শ্ৰীৰামচন্দ্ৰই মুনিৰ সেই কথা শুনি অশ্বমেধ যজ্ঞ কৰিবলৈ ইচ্ছুক হৈ যজ্ঞৰ অনুষ্ঠান প্ৰণালী বা বিধি সম্পৰ্কে অগস্ত্যমুনিক সুধিলে।

## অশ্বমেধ যজ্ঞত কেনে অশ্ব লাগে

শ্ৰীৰামচন্দ্ৰই সুধিছে — যজ্ঞত কেনে অশ্বৰ আৱশ্যক? অশ্বমেধ যজ্ঞৰ পূজা প্ৰণালী কেনেকুৱা? এই যজ্ঞ কেনেকৈ কৰিব লাগে আৰু এই যজ্ঞত কোন কোন শত্ৰুক জয় কৰিব লাগে? এইবোৰ কথা আপুনি মোক বুজাই কওক।

অগস্ত্য ঋষিয়ে উত্তৰ দিলে— যি অশ্বৰ গাৰ ৰং গঙ্গাজলৰ নিচিনা নিৰ্মল আৰু শুভ্ৰ, যি অশ্বৰ কাণ দুখন শ্যামবৰ্ণ, মুখ ৰঙা বৰণৰ, নেজডাল হালধীয়া ৰঙৰ (পীতবৰ্ণ), যি অশ্বৰ শৰীৰৰ কান্তি উচ্চৈঃশ্ৰৱাৰ নিচিনা আৰু যাৰ গতি মনৰ নিচিনা বেগশালী আৰু যাৰ গতিত কোনেও বাধা দিব নোৱাৰে তেনে শুভলক্ষণ থকা অশ্বহে অশ্বমেধযজ্ঞৰ উপযুক্ত। বহাগ মাহৰ পূৰ্ণিমা তিথিত যথাবিধি অশ্বৰ পূজা কৰি তাৰ কপালত যজ্ঞকৰ্তাৰ নাম আৰু তেওঁৰ বলৰ পৰিচয় থকা পত্ৰ লিখি দি ৰক্ষকগণৰ দ্বাৰা পৰিবৃত কৰি অশ্ব এৰি দিব লাগে। সেই যজ্ঞ-অশ্ব য'লৈকে যাব ৰক্ষক সকলো পাছে পাছে সেই ঠাইলৈ যাব লাগিব। যদি কোনো লোকে নিজ বাহুবলৰ দ্বাৰা সেই অশ্বৰ গতি নিৰোধ কৰে, তেন্তে ৰক্ষকসকলে বলেৰে সেই অশ্ব সেই লোকৰপৰা কাঢ়ি ল'ব লাগিব। ইফালে যজ্ঞকৰ্তা মৃগপছুৰ শিং শিৰত পিন্ধি ব্ৰহ্মচাৰী হৈ সংযতভাৱে যথা নিয়মে ব্ৰত ধাৰণ কৰি থাকিব লাগিব। এক বছৰ ব্ৰত পালন কৰি থকাৰ পাছত দীন, দৰিদ্ৰ আৰু অন্ধসকলক ধন সোন আদি দান কৰি পৰিতুষ্ট কৰি থাকিব লাগিব। হে বিদ্বন! প্ৰচুৰ পৰিমাণে ধন আৰু অন্ন বিতৰণ কৰিব লাগিব। যেয়ে যি প্ৰাৰ্থনা কৰে তাকে দিব লাগিব। হে ৰিপুনাশন ৰাম! এই ৰূপ অনুষ্ঠান কৰি থাকোঁতে থাকোঁতে যজ্ঞকাৰ্য সুসম্পন্ন হৈ সমস্ত পাপ ক্ষয় হৈ যায়। আপুনি অশ্বপূজা কৰি এনে যজ্ঞ পালন কৰিবৰ সমৰ্থ। গতিকে আপুনি অশ্বমেধ যজ্ঞ অনুষ্ঠান কৰি নিৰ্মল কীৰ্তি সঞ্চয় কৰক আৰু অন্যলোকক পবিত্ৰ কৰক।

ৰামে তেতিয়া ঋষিবৰ অগস্ত্যক ক'লে — হে দ্বিজবৰ! আপুনি মোৰ ঘোঁৰাশাললৈ গৈ অশ্বমেধৰ উপযুক্ত সুলক্ষণযুক্ত অশ্ব তাত আছে নে নাই

চাওক। দয়াৰ সাগৰ মুনিয়ে ৰামৰ সেই কথা শুনি যজ্ঞৰ উপযুক্ত অশ্ব চাবৰ কাৰণে ৰামক লগত লৈ অশ্বশালাৰ ফালে গ'ল। তাত মহাবলশালী নানা ৰঙেৰে ৰঞ্জিত আৰু মনৰ নিচিনা দ্ৰুতগামী বহু অশ্ব দেখা পালে। তেওঁ শুভ্ৰবৰ্ণ অশ্ব দেখি বিস্মিত হৈ মনে মনে নানা তৰ্ক বিতৰ্ক কৰিলে আৰু মনতে ভাবিলে যে ইয়াত অশ্বৰ ৰজা উচ্চৈঃশ্ৰৱাৰ বংশধৰ বিলাক আছে। এই অশ্ববিলাকে পৃথিবীত অৱতীৰ্ণ হৈছে তাৰ কাৰণ এয়ে নেকি যে ৰঘুবংশৰ ভূপতিসকলক দান কৰা পিণ্ড অমৃত বিলাক পুঞ্জীভূত হৈ অশ্বত পৰিণত হৈছে। এফালে উত্তম ৰক্তবৰ্ণৰ অশ্ববিলাক আছে। আন কোনো ফালে সোণবৰণীয়া, কোনোফালে নীলবৰণীয়া আৰু ক'তো ক'তো বা বিচিত্ৰ বৰণৰ অশ্বসমূহ শোভা পাই আছে। মুনিবৰ অগস্ত্যদেৱ এইদৰে অশ্ববিলাক দেখা পাই বৰ কৌতূহলী হৈ যজ্ঞৰ উপযোগী অশ্ব চাবৰ কাৰণে আনফালে গ'ল। সমুদ্ৰ শোষণকাৰী অগস্ত্য মুনিয়ে অশ্বশালাত থকা নিৰ্মল আৰু স্বচ্ছ জলৰ নিচিনা শুভ্ৰদেহ আৰু বায়ু আৰু মনৰ নিচিনা দ্ৰুতগামী অশ্ববিলাক দেখি আনন্দত উৎফুল্ল হৈ সীতাপতি ৰামচন্দ্ৰক ক'লে— হে ৰঘুবৰ! আপোনাৰ অশ্বশালাত অশ্বমেধ যজ্ঞৰ উপযুক্ত বহুবিলাক অশ্ব আছে। সেই অশ্ববিলাক বাৰংবাৰ দেখিও মোৰ নয়নৰ আশা মিটিব খোজা নাই। চাই থাকোঁ চাই থাকোঁ যেন লাগিছে। হে সুৰাসুৰ বন্দিত মহাভাগ ৰামচন্দ্ৰ। হে মহাৰাজ! আপুনি সুবিস্তৃত অশ্বমেধ যজ্ঞৰ আৰম্ভ কৰক। হে পৰম ঐশ্বৰ্যশালী মহাৰাজ! আপুনি দেৱৰাজ ইন্দ্ৰৰ নিচিনা নিখিল যজ্ঞকাৰ্যৰ অনুষ্ঠান কৰি, সূৰ্যদেৱে যেনেকৈ জলৰূপ দৈত্যক শোষণ কৰে তেনেকৈ দৈত্য সকলক শোষণ কৰি আৰু সংগ্ৰামত প্ৰৱল শত্ৰুক পৰাস্ত কৰি এই পৃথিবীত সুখ ভোগ কৰক।

## অশ্বমেধ যজ্ঞৰ আয়োজন

মহাৰাজ ৰামচন্দ্ৰই অগস্ত্যমুনিৰ এনে প্ৰশংসাবাক্য শুনি পৰম আনন্দিত হৈ সকলো প্ৰকাৰ যজ্ঞীয় দ্ৰব্য সুচাৰুৰূপে সংগ্ৰহ কৰিলে আৰু মুনি সত্তমক লগত লৈ সৰযু নদীৰ পাৰলৈ গ'ল। তাত সোণৰ নাঙলেদি যজ্ঞৰ উপযুক্ত মানোৰম স্থান প্ৰস্তুত কৰিলে। চতুৰ্যোজন পৰিমিত স্থান পৰিষ্কাৰ কৰি যজ্ঞোপযোগী গৃহবিলাক নিৰ্ম্মাণ কৰিলে। নৰশ্ৰেষ্ঠ ৰামচন্দ্ৰই তাত মেখলাযুক্ত যোনিকুণ্ড এটি নিৰ্মাণ কৰালে। সেই কুণ্ড অনেক বিধ ৰত্ন আৰু নানাপ্ৰকাৰ শোভাৰ দ্বাৰা মণ্ডিত হৈ উঠিল। অমিত তপোবল সম্পন্ন মহাভাগ ঋষিশ্ৰেষ্ঠ বশিষ্ঠ দেৱে বেদ শাস্ত্ৰ বিধি অনুসাৰে যজ্ঞৰ আয়োজন কৰিলে। পাছত নিজৰ শিষ্য বিলাকক প্ৰধান

প্ৰধান মুনি বিলাকৰ আশ্ৰমলৈ পঠিয়াই দি নিমন্ত্ৰণ কৰালে। বশিষ্ঠৰ শিষ্য সকলে মুনি বিলাকৰ আশ্ৰমলৈ গৈ শ্ৰীৰামচন্দ্ৰৰ অশ্বমেধ যজ্ঞৰ উদ্যোগৰ কথা জনাই নিমন্ত্ৰণ কৰি আহিল। তাৰ পাছত তপঃ প্ৰধান ঋষিসকল নিমন্ত্ৰিত হৈ পৰম ঈশ্বৰ ৰাম চন্দ্ৰক দৰ্শন কৰিবলৈ উৎসুক হৈ অতি সোনকালে আহিব ধৰিলে। নাৰদ, আসিত নামা, পৰ্বত, কপিল, জাতুকৰ্ণ, অঙ্গিৰা, ব্যাস, আৰ্ষ্টিসেন, অত্ৰি, গৌতম, হাৰীত, যাজ্ঞবল্ক্য, সংভৰ্ত্ত, শুককে আদি কৰি বহু ঋষি ৰামৰ অশ্বমেধ যজ্ঞলৈ আহিল। মহাৰাজ ৰামচন্দ্ৰই পাদ্য, অৰ্ঘ্য, স্নানীয়, বস্ত্ৰ আৰু আসন আদিৰে পৰমানন্দে তেওঁলোকক অভিবাদন কৰি পূজা কৰিলে। এইদৰে তেওঁলোকক বৰণ কৰি বহু গৰু আৰু সোণ দান কৰিলে, আৰু বিনয় বচনেৰে ক'লে যে আজি মোৰ পৰম সৌভাগ্য যে আপোনালোকৰ দৰ্শন লাভ কৰিলোঁ।

এইদৰে নানা দেশৰ পৰা বিখ্যাত মহৰ্ষি সকলৰ সমাগম হোৱাত সেই যজ্ঞ সভাত বৰ্ণাশ্ৰম ধৰ্ম সম্পৰ্কে কথা আৰু আলোচনা হৈছিল।

## বৰ্ণাশ্ৰম ধৰ্ম কাক বোলে?

দশৰথ পুত্ৰ মহাত্মা ৰামচন্দ্ৰই সেই মুনিসকলক উপস্থিত হোৱা দেখি তেওঁলোকক বৰ্ণাশ্ৰম ধৰ্মৰ কথা সোধে। তাৰে উত্তৰত ঋষি সকলে অশেষ গুণ-সম্পন্ন যিবিলাক ধৰ্মৰ কথা কৈছিল সেই কথা অবিকল মই আপোনাৰ ওচৰত কম - শুনক। ব্ৰাহ্মণ সকলে যজন আৰু অধ্যাপনাদি কাৰ্য কৰিব। বেদপাঠ কৰা পন্থা অৱলম্বন কৰিব নহলে গৃহস্থ হব। নীচসেৱাদ্বাৰা জীৱিকা নিৰ্বাহ কৰা ব্ৰাহ্মণৰ পক্ষে একান্ত নিষিদ্ধ। বিপন্ন হ'লেও ব্ৰাহ্মণে কেতিয়াও শ্ব-বৃত্তি (চাকৰি কৰা বৃত্তি) গ্ৰহণ নকৰিব। গৃহীসকলে পুত্ৰ কামনা কৰিহে ঋতুকালত স্ত্ৰী সহবাস কৰিব। এয়েহে গৃহীৰ পৰম ধৰ্ম। দিনত স্ত্ৰী গমনত আয়ুঃক্ষয় হয়। শ্ৰাদ্ধদিনত বা পৰ্বদিনত স্ত্ৰীগমন একেবাৰে নিষিদ্ধ। মোহবশতঃ সেই দিনত স্ত্ৰীগমন কৰিলে ধৰ্মহানি হয়। যিজন ব্যক্তি স্বদাৰ নিৰত আৰু ঋতুকালতহে স্ত্ৰীগমনকাৰী তেওঁই উৎকৃষ্ট গৃহাশ্ৰমী ব্ৰহ্মচাৰী বুলি পৰিগণিত হয়। ষোড়শ ৰাত্ৰি ঋতুকাল তাৰ ভিতৰত প্ৰথম চাৰিদিন নিষিদ্ধ। তাৰ পাছত ষোল দিনৰ মধ্যবৰ্তী যুগ্ম দিনত স্ত্ৰীসঙ্গমত পুত্ৰ সন্তান আৰু অযুগ্ম দিনত কন্যা সন্তানৰ জন্ম হয়। মঘা, মূলা আদি কেইটামান দুষ্ট নক্ষত্ৰত বাজে শুভনক্ষত্ৰত পুৰুষৰ চন্দ্ৰশুদ্ধি যুক্ত দিনত পৱিত্ৰ থাকি স্ত্ৰীসঙ্গম কৰিলে পুৰুষাৰ্থ অৰ্জ্জন কৰিব পৰা শুদ্ধ চৰিত্ৰৰ পুত্ৰৰ উৎপত্তি হয়। আৰ্য বিবাহত দুইটি গৰু দান কৰিব লাগে। যৎসামান্য পণ লৈও যদি কন্যাৰ বিয়া দিয়া হয় তেন্তে কন্যাবিক্ৰয়ৰ পাপ হয়। ব্যৱসায় বা ৰাজসেৱা মনোবৃত্তিৰে বা বেদপাঠ নকৰাকৈ পতা বিয়া (অসৎ পন্থাৰে সিদ্ধ কৰা) কু

বিবাহ আৰু ক্ৰিয়ালোপ কৰি পতা বিয়াৰ দ্বাৰা কুলধ্বংস হয়। গৃহস্থ ব্যক্তিয়ে অন্ন, জল, দুগ্ধৰ অভাৱত যদি ফলমূলৰ দ্বাৰাও যথাবিধি উপযুক্ত অতিথিক পৰিতৃপ্ত কৰে, গোদানৰ ফল পাব পাৰে। অতিথি যাৰ ঘৰৰ পৰা অপূজিত হৈ ভগ্নমনোৰথ হৈ ফিৰি যায়, তেওঁৰ আজন্ম সঞ্চিত পুণ্যৰাশি ক্ষন্তেকতে নষ্ট হৈ যায়। গৃহস্থ ব্যক্তিয়ে দেৱতা, পিতৃলোক আৰু আন মানুহক দান কৰি যি ভোজন কৰে সি অমৃততুল্য হয়। দেৱতা পিতৃলোক আৰু মানুহক বঞ্চনা কৰি কেৱল নিজৰ উদৰ পূৰণৰ কাৰণে ব্যস্তহৈ যি ভক্ষণ কৰে, সি পাপ বুলি গণ্য হয়। ষষ্ঠী, অষ্টমী, চতুৰ্দ্দশী আৰু অমাবস্যাত স্ত্ৰী সংস্পৰ্শ, তেল, মাংস সেৱন নিষিদ্ধ আৰ ক্ষৌৰ কাৰ্য নকৰিব। ৰজস্বলা গমন আৰু ভাৰ্যাৰ সহিত একত্ৰ ভোজন নিষিদ্ধ। একবস্ত্ৰ হৈ বা ভগ্ন আৰু অপৱিত্ৰ আসনত বহি ভোজন কৰা নিষেধ। তেজঃকামী ব্যক্তিয়ে স্ত্ৰীৰ ভোজনত তেওঁক নাচাব। মুখেৰে জুই ফুৱাব নালাগে। বিৱস্ত্ৰা স্ত্ৰীলোকৰ ফালে দৃষ্টি পাত কৰিব নালাগে। দামুৰীয়ে গাইৰ দুধ খাব ধৰিলে গৃহস্বামীক সেই খবৰ দিব নালাগে। ইন্দ্ৰধনু কাকো দেখুৱাব নালাগে। ৰাতি দৈ গাখীৰ খাব নালাগে। যি দধিৰ পৰা মাখন তুলি নিয়া হৈছে - তেনে দধি ভোজন নকৰিব। জুইত ভৰি সেকিব নালাগে। ঋতুমতী নাৰীক অভিবাদন কৰিব নালাগে। ৰাত্ৰিকালত পৰ্য্যাপ্ত পৰিমাণে ভোজন নিষেধ। নৃত্য গীত বাদ্যত আসক্ত হব নালাগে। কাহঁৰ পাত্ৰত ভৰি ধুব নালাগে। অপৰে ব্যৱহাৰ কৰা পাদুকা বা বস্ত্ৰ ব্যৱহাৰ্ কৰিব নালাগে। ভগ্ন বা অপবিত্ৰ পাত্ৰত ভোজন কৰা নিষেধ। তিতা ভৰিৰে শুব নালাগে। উচ্ছিষ্ট হাত লৈ ক'লৈকো যাব নালাগে। শুই থাকি ভোজন কৰিব নালাগে। উচ্ছিষ্ট হাতেৰে নিজৰ মূৰ ছুব নালাগে। কোনো মানুহক স্তুতি কৰিব নাপায়। নিজক অৱমাননা কৰিব নাপায়। উঠিব ধৰা সূৰ্য্যক প্ৰণাম কৰিব নাপায়। পৰৰ মনত আঘাত লগা কথা কব নাপায়। প্ৰথমে গাৰ্হস্থ্য ধৰ্ম আচৰণ কৰি পাছত বানপ্ৰস্থ ধৰ্ম সস্ত্ৰীক বা অস্ত্ৰীক আচৰণ কৰিব লাগে।

## অশ্বমেধ যজ্ঞ আৰম্ভ

এই ৰূপ বৰ্ণাশ্ৰম ধৰ্মৰ কথা সৰ্বলোক হিতৈষী ৰামচন্দ্ৰই ঋষিসকলৰ পৰা মনোযোগেৰে শুনিছিল। এনেদৰে ধৰ্ম কথা শুনি থাকোঁতে বসন্তকাল আহি উপস্থিত হ'ল। সেই বসন্ত কালত মহাত্মা মুনিসকলে যজ্ঞকাৰ্য আৰম্ভ কৰি দিলে। ধীমান বশিষ্ঠ ঋষিয়ে বসন্তকাল উপস্থিত হোৱা দেখি মহাৰাজ ৰামক ক'লে - হে

মহাবাহু ৰাম! এতিয়া অশ্বমেধ যজ্ঞৰ অশ্বক পূজা কৰি এৰি দিবৰ সময় হৈছে। গতিকে তুমি যজ্ঞোপযোগী দ্ৰব্যবিলাক আনি উপযুক্ত ব্ৰাহ্মণ সকলক মাতি আনা আৰু ব্ৰাহ্মণ সকলক যথাযোগ্য পূজা কৰা। দীন, দৰিদ্ৰ, অন্ধব্যক্তি বিলাকক মনোমত বস্তু দান কৰা। যথাযোগ্য অৰ্থ আৰু বস্ত্ৰ দান দি সিহঁতক পূজা কৰা আৰু সমাদৰ কৰা। তুমি স্বৰ্ণ সীতাৰ প্ৰতিমাকে সীতাৰ প্ৰতিনিধি কৰি তাৰে সৈতে যজ্ঞ দীক্ষিত হৈ ভোগ বিলাস পৰিত্যাগ কৰি কটীত মেখেলা আৰু মৃগচৰ্ম পিন্ধি, মৃগশৃঙ্গ মূৰত ধাৰণ কৰি, ভূতলত শয়ন কৰি ব্ৰহ্মচৰ্য অৱলম্বন কৰা আৰু যজ্ঞৰ সমস্ত বস্তু আহৰণ কৰি আনি যজ্ঞৰ অনুষ্ঠান কৰি থকা। মহামতি ৰামচন্দ্ৰই বশিষ্ঠদেৱৰ তেনে যথাৰ্থ সৎ কথা শুনি সদ্‌যুক্তিপূৰ্ণ বচনেৰে লক্ষ্মণক সম্বোধন কৰি ক'লে — লক্ষ্মন! তুমি সোনকালে অশ্বশালাৰ পৰা অশ্বমেধ যজ্ঞৰ উপযুক্ত উত্তম ঘোঁৰা এটি বাছি অনাগৈ।

শত্ৰুজিৎ লক্ষ্মণে ৰামৰ কথাশুনি সেনাপতিক আদেশ কৰিলে — হে বীৰ! তুমি মোৰ এই মধুৰ কথা শুনা। তুমি ত্বৰা কৰি উত্তম ৰথ প্ৰস্তুত কৰা আৰু লগে লগে যমতুল্য শত্ৰুকো পৰাজিত কৰিব পাৰে এনেধৰণৰ ৰণৰ হাতী, অশ্ব আৰু পদাতি সেনা সু-সজ্জিত কৰা। ই ৰামৰ আদেশ। সৈন্যসকল সুসজ্জিত হৈ বলদৰ্প প্ৰতিদ্বন্দ্বী ৰজাসকলক পৰাস্ত কৰি সেই ৰজাসকলৰ মূৰত থকা মুকুটবিলাক লৈ যেন শোভামান হৈ থাকিব পাৰে। যিবিলাক অশ্বৰ পদ নিক্ষেপ তৰঙ্গ মালাৰ নিচিনা মনোহৰ, বায়ুৰ নিচিনা বেগগামী তেনে অশ্ববিলাক সুসজ্জিত কৰা। শত্ৰুসৈন্য দলন কৰিব পাৰে তেনে প্ৰৱল পৰাক্ৰান্ত অশ্বাৰোহী সৈন্যবিলাকে বহু বহু অস্ত্ৰ শস্ত্ৰলৈ সেই অশ্ববিলাকৰ পিঠিত উঠি শোভা পাই থাকক। মদমত্ত পৰ্ব্বতাকাৰ হাতী বিলাকৰ ওপৰত বহু অস্ত্ৰ শস্ত্ৰৰ বোজা লৈ প্ৰাস আৰু কুন্ত নামৰ অস্ত্ৰধাৰী সৈন্যসকলে হাতী চালনা কৰা অঙ্কুশ হাতত লৈ বিৰাজমান হৈ থাকক। আমাৰ যিবিলাক অস্ত্ৰ দেখিলে মানুহৰ দৈত্যৰ লগত হোৱা যুদ্ধৰ কথা মনত পৰে সেই বিলাক অস্ত্ৰ লৈ সাৰথি সকলে ৰথাৰ অস্ত্ৰ ৰখা ঠাই পূৰ্ণ কৰি সুসজ্জিত হৈ বিবিধ ধন ৰত্ন লৈ সেই উত্তম ৰথ বিলাকত পৱনৰ নিচিনা দ্ৰুতগামী অশ্ববিলাকক যোজনা কৰক। শতাধিক পদাতিক সৈন্য অস্ত্ৰ হাতত লৈ অশ্বমেধ যজ্ঞৰ অশ্ব ৰক্ষা কৰিবৰ কাৰণে সাজু হৈ মোৰ ওচৰলৈ আহক। মহাত্মা লক্ষ্মণৰ এনেকুৱা আদেশ পাই সেনাপতি কালজিতে অবিলম্বে সমস্ত কাৰ্য সমাধা কৰিলে। যজ্ঞীয় অশ্ব সুসজ্জিত কৰি অনা হ'ল। সেই অশ্বৰ দেহত দহোটি ধ্ৰুৱকচিহ্ন, গলত পৱিত্ৰ শুক্তি চিহ্ন, বিস্তৃত কণ্ঠত (গ্ৰীৱাত) মনি আৰু গোটেই দেহতে সুন্দৰ ক্ষুদ্ৰ ক্ষুদ্ৰ লোম বিৰাজ কৰিছিল। সেই অশ্বৰ কাণ দুখন শ্যামবৰ্ণৰ আৰু অতি চুটী আছিল। মুখত শুভ্ৰবৰ্ণ কান্তি আৰু সেই অশ্বৰ দেহৰ পৰা অভিনব জ্যোতি প্ৰকাশ পাইছিল। মুখত দিয়া খাদ্য গ্ৰাসে শোভা পাইছে। শ্বেত

ছত্ৰ, শ্বেত চামৰৰ দ্বাৰা শুশোভিত, সৰ্বাঙ্গত বিবিধ ৰত্ন আৰু কণ্ঠত মুক্তামালাৰ দ্বাৰা দেখিবলৈ অতি শুৱনী হৈ সেই অশ্বৰাজ বহিৰ্গত হ'ল। দেৱতা সকলে যেনেকৈ হৰিক মাজত লৈ সেৱা কৰে, তেনেকৈ সেই অশ্বৰ আগে পাছে আৰু মধ্যত থাকি সৈন্যসকলে বেষ্টন কৰি আছিল। তাৰ পাছত হস্তী, অশ্ব, ৰথ আৰু পদাতি সৈন্যসকলৰ এটি বিৰাট সমাবেশ হ'ল। তেতিয়া সেই সৈন্যসকলক উচ্চৈঃস্বৰে আদেশ জাৰি কৰা হ'ল। তেতিয়া অযোধ্যা নগৰীৰ চাৰিওফালৰ পৰা অহা সৈন্যৰ কোলাহল আৰু দুন্দুভি ধ্বনি হ'ব ধৰিলে। বীৰ সকলৰ মনোৰঞ্জক সেই দুন্দুভি নিনাদত পৰ্বত বিলাক কম্পিত আৰু অট্টালিকা বিলাক বিচলিত হৈ উঠিল। ৰণোন্মত্ত অশ্ববিলকৰ হ্ৰেষাৰৱ আৰু ৰথৰ চকাবিলাকৰ ঘৰ্ঘৰ শব্দত চাৰিওফালে তুমুল তোলপাৰ লাগি উঠিল, পৃথিৱী কঁপি উঠিল। হস্তীৰ দল আগবাঢ়ি যাব ধৰাত চাৰিওফালৰ বাটপথ বন্ধ হৈ গ'ল। ধূলিৰাশি উৰিবলৈ ধৰাত মানুহ বিলকক নেদেখা হৈ গ'ল। সেনাপতি কালজিতৰ দ্বাৰা পৰিচালিত জনসঙ্কুল সৈন্যবিলাকৰ ছত্ৰসমূহে সূৰ্য্যক ঢাকি পেলালে। এই দৰে সৈন্যবিলাক বহিৰ্গত হ'ল। ৰঘুনাথৰ অশ্বমেধ যজ্ঞৰ কাৰণে সজ্জিত হৈ সেই বীৰসকলে বীৰদৰ্পে গৰ্জ্জন কৰি মানুহৰ মনত সংগ্ৰামৰ শঙ্কা জগাই তুলি পৰমানন্দে নিৰ্গত হৈ গ'ল।

সেই বীৰসকলৰ অঙ্গত কস্তুৰীৰ অঙ্গৰাগ, গলত উৎকৃষ্ট ফুলৰ মালা, মূৰত মুকুট আৰু হস্তাদিত কেয়ূৰ আদি ভূষণ। তেওঁলোক সকলোৱে ৰাজ আদেশত যজ্ঞ সভালৈ যাবলৈ সজ্জিত হৈছিল। এইদৰে সেনাবিলাকে ধনু, পাশ, খড়্গ আদি অস্ত্ৰ শস্ত্ৰ লৈ অবিলম্বে মহাৰাজৰ ওচৰত উপস্থিত হৈছিলগৈ। সুসজ্জিত অশ্বটিয়েও সবেগ গতিত আকাশত ধূলি উৰুৱাই আৰু মাটিত খুৰাৰ আঘাতৰ দ্বাৰা ভূমি বিদাৰণ কৰি ধীৰে ধীৰে যজ্ঞক্ষেত্ৰত উপস্থিত হৈছিল। ৰামে যজ্ঞীয় অশ্ব উপস্থিত হোৱা দেখি অতিশয় আনন্দিত হৈ বশিষ্ঠ মুনিক যজ্ঞৰ বাবে যি কাৰ্য্য কৰিব লাগে তাক সম্পাদন কৰিবলৈ আদেশ দিছিল। বশিষ্ঠদেৱে স্বৰ্ণময়ী সীতাৰ সহিত ৰামক আহ্বান কৰি ব্ৰহ্মহত্যা পাপনাশক কাৰ্য্য সমূহ আগে সম্পাদন কৰালে। শত্ৰবিজয়ী ৰামেও ব্ৰহ্মচৰ্য ব্ৰত অবলম্বন কৰি হৰিণৰ শিং ধাৰণ কৰি বশিষ্ঠদেৱে যি যি কৰিবলৈ কৈছিল সেই সকলোবোৰ কাৰ্য কৰিলে। তাৰ পাছত সেই যজ্ঞমণ্ডপৰ অনুপাতে যেনে প্ৰকাৰৰ যজ্ঞকুণ্ড হোৱা উচিত তেনে আকাৰৰ যজ্ঞকুণ্ডত প্ৰকৃত যাগ আৰম্ভ হ'ল। বেদশাস্ত্ৰত পাৰদৰ্শী ৰামৰ কুলগুৰু শ্ৰীমান বশিষ্ঠ মুনি সেই কাৰ্যৰ আচাৰ্য হ'ল। তপোনিধি অগস্ত্যদেৱ ব্ৰহ্মাৰ কৰ্মত ব্ৰতী হ'ল। বাল্মিকী মুনি হোতা হ'ল। কন্বমুনি দ্বাৰৰক্ষক হ'ল। সেই যজ্ঞশালাত উত্তম তোৰণ সমন্বিত আঠোটা দ্বাৰ নিৰ্মান কৰা হৈছিল। প্ৰত্যেক দ্বাৰত একো একোজন মন্ত্ৰজ্ঞ ব্ৰাহ্মণ নিযুক্ত আছিল। পূব ফালৰ দুই দ্বাৰত দেৱল

আৰু অসিত নামৰ দুই মুনি, দক্ষিণ ফালৰ দুই দ্বাৰত তপোনিধি কশ্যপ আৰু অত্ৰি এই দুইমুনি, পশ্চিমফালৰ দুই দ্বাৰত জাতুকৰ্ণ আৰু জাজলি নামৰ দুই-মুনি আৰু উত্তৰ ফালৰ দুইদ্বাৰত দ্বিতীক আৰু একত নামে দুই মুনি নিযুক্ত হ'ল। এইদৰে দ্বাৰ ৰক্ষণৰ ব্যৱস্থা কৰি বশিষ্ঠ আৰু অগস্ত্য মুনি যজ্ঞীয় অশ্বৰ পূজা কৰিবলৈ আৰম্ভ কৰিলে। সুন্দৰ কাপোৰ পিন্ধি আৰু নানা অলঙ্কাৰে বিভূষিতা হৈ সুন্দৰী ৰমণীসকলে আহি ঋত্বিক বিলাকৰ আদেশ অনুসাৰে হালধি, চাউল আৰু গন্ধ আদিৰ দ্বাৰা যজ্ঞীয় অশ্বৰ পূজা কৰি বৰণ আৰতি কৰি অগৰু ধূপেৰে সম্বৰ্দ্ধনা কৰিলে। তাৰ পাছত কুঙ্কুম আদি সুগন্ধিত দ্ৰব্যেৰে বিলোপন কৰা আৰু চন্দনৰ দ্বাৰা চৰ্চ্চিত কৰা সুশোভিত অশ্বৰ কপালত সোণাৰে তৈয়াৰী জয়পত্ৰ বান্ধি দিয়া হ'ল। সেই পত্ৰত ৰামৰ বল আৰু প্ৰতাপৰ বিষয়ে এইদৰে লিখা হৈছিল — যিজন পুৰুষ সিংহ ধনুৰ্বিদ্যা শিক্ষা আৰু দীক্ষা দানকাৰী সকলৰো গুৰু, দেৱতা আৰু দৈত্য সকলেও যাক নত-মস্তকে প্ৰণাম কৰে, সূৰ্যবংশৰ ধ্বজা স্বৰূপ ৰজা দশৰথৰ সেই পুত্ৰ, সমস্ত বীৰৰ শিৰোমণি শত্ৰুবিজয়ী কৌশল্যানন্দন মহাভাগ ৰামচন্দ্ৰই ব্ৰাহ্মণ সকলৰ দ্বাৰা আদিষ্ট হৈ ৰাৱণৰূপ বিপ্ৰবধৰ পাপ-ক্ষালনৰ বাবে অশ্বমেধ যজ্ঞত প্ৰবৃত্ত হৈ এই যজ্ঞীয় অশ্ব উৎসৰ্গ কৰি এৰি দিছে। তেওঁৰ লৱণ-বিজয়ী ভ্ৰাতা শত্ৰুঘ্ন বহুত হস্তী, অশ্ব, আৰু পদাতিক সৈন্যৰে পৰিবৃত্ত হৈ এই অশ্ব ৰক্ষাৰ কাৰণে নিযুক্ত হৈছে। 'মই এজন বৰবীৰ, মই ধনুৰ্দ্ধৰ সকলৰ ভিতৰত শ্ৰেষ্ঠ আৰু মোৰ দৰে যোদ্ধা কোনো নাই' এনেধৰণৰ শক্তিৰ গৰ্ব যিবিলাকৰ আছে, এনেধৰণৰ অভিযানত যি সকল বীৰ উন্মত্ত হৈ আছে তেনে বীৰ সকলক আহ্বান জনোৱা হৈছে যে তেওঁ আগবাঢ়ি আহক, আহি ৰত্ন মালাৰ দ্বাৰা বিভূষিত আৰু মনৰ ন্যায় দ্ৰুগামী, সকলো প্ৰকাৰ গতিত সুশিক্ষিত যথেচ্ছ বিহাৰী এই অশ্বৰাজক বলপূৰ্বক গ্ৰহণ কৰক, ৰামচন্দ্ৰৰ সুযোগ্য ভ্ৰাতা শত্ৰুঘ্নই তেওঁৰ পৰা অবলীলা ক্ৰমে শৰজালৰ দ্বাৰা তেওঁক ছিন্ন ভিন্ন কৰি অশ্ব কাঢ়ি লব।" মহামুনি বশিষ্ঠ দেৱে শ্ৰীৰামচন্দ্ৰৰ বল, বীৰ্য আৰু প্ৰতাপ ঘোষণা কৰা এনে জয়পত্ৰ লিখি কপালত বান্ধি দি পাতাল ভূতল সৰ্বত্ৰ গমন কৰিব পৰা আৰু অনুপম শোভান্বিত বায়ুগতিৰ অশ্বৰত্ন এৰি দিলে।

# অশ্বৰক্ষাৰ বাবে শত্ৰুঘ্নৰ নিয়োগ

তাৰ পাছত ধুনৰ্দ্ধাৰী প্ৰৱৰ ৰামচন্দ্ৰই শত্ৰুঘ্নক আদেশ কৰিলে— ভাই শত্ৰঘ্ন! তুমি এই যজ্ঞীয় অশ্ব ৰক্ষাৰ কাৰণে ইয়াৰ পাছে পাছে যোৱা। অশ্ব যিফালে যাব তুমিও পাছে পাছে সেই ফালে যাবা। ইয়াৰ যথেচ্ছ গমনত বাধা নিদিবা। যোৱা! তোমাৰ মঙ্গল হওঁক। হে শত্ৰুদমন বীৰ শত্ৰুঘ্ন! এই অশ্ব ৰক্ষা কৰিবলৈ যাওঁতে তুমি বাহুবলৰ দ্বাৰা বহু শত্ৰু জয় কৰিব পাৰিবা। যিবিলাক যোদ্ধাই অশ্ব কাঢ়ি লৈ তোমাৰ লগত যুদ্ধ কৰিবলৈ আহিব, তুমি তোমাৰ গুণপনা দেখুৱাই সিহঁতক পৰাস্ত কৰি অশ্ব ৰক্ষা কৰিবা। যিবিলাক লোক শুই থাকে, যিবিলাক লোকে ভয়ত পলায়ন কৰে, ভয়ত যাৰ কাপোৰ গাৰ পৰা খহি পৰে, যি বিলাক লোকে প্ৰণত হৈ বশ্যতা স্বীকাৰ কৰে আৰু যি বিলাক লোক সৎ কৰ্ম্মত অনুৰাগী আৰু মহাত্মা তেনে লোকক কেতিয়াও প্ৰহাৰ নকৰিবা। যি যোদ্ধাৰ ৰথ নাই সেই যোদ্ধাৰ লগত তুমি নিজে ৰথত উঠি যুদ্ধ নকৰিবা। তুমি নিজে সৎকৰ্ম্মৰত। তোমাক এইবোৰ উপদেশ দিয়া বাহুল্য মাথোন। তথাপি কওঁ - সুপ্ত, মত্ত, ভয়াতুৰ, ভয়ত শৰণাগত আৰু যাৰ বলগৰ্ব নাই তেনে লোকক বধ কৰিলে শেষকালত অধোগতি হয়। হে শত্ৰুঞ্জয় বীৰ! তুমি সকলো প্ৰকাৰ সজগুণৰ দ্বাৰা অলঙ্কৃত, তোমাক বিশেষ আৰু কি কম? পৰৰ ধনত আৰু পৰৰ স্ত্ৰীত কেতিয়াও লোভ নঁকৰিবা। নিকৃষ্ট লোকৰ লগত কেতিয়াও একেলগে নাথাকিবা। বয়োজ্যেষ্ঠ ব্যক্তিক আগে প্ৰহাৰ নকৰিবা। সৰ্বদাই সদয় মনোভাৱ ৰক্ষা কৰিবা। নৃশংসতা প্ৰকাশ নকৰিবা আৰু পূজনীয় ব্যক্তিক পূজা কৰাত ক্ৰুটী নকৰিবা। তুমি গো, ব্ৰাহ্মণ আৰু ধাৰ্মিক বৈষ্ণৱ দেখিলে প্ৰণাম কৰিবা। এওঁলোকক প্ৰণাম কৰি যলৈকে যোৱা তাতে তোমাৰ অভীষ্ট সিদ্ধ হব। হে মহাবাহো! সৰ্ব্বেশ্বৰ বিষ্ণু সৰ্ব্বব্যাপী দেহ ধাৰণ কৰি সকলোৰে অন্তৰ্যামী হৈ বিৰাজ কৰি আছে। যিসকল মহাত্মাই সকলোৰে হৃদয়ত থকা সেই মহাবিষ্ণুক স্মৰণ কৰি থকে তেওঁলোকেও নিজে মহাবিষ্ণু স্বৰূপ হৈ এই পৃথিবীত বিচৰণ কৰি থাকে। তুমি সেই বিষ্ণুভক্ত মহাত্মা সকলক মহাবিষ্ণুস্বৰূপ জ্ঞান কৰিয়া। যাৰ মনত আপোন পৰ ভেদ ভাৱ নাই, যিজন লোকে তেওঁক সকলোতকৈ বেছি অনিষ্ট কৰিছে, সেই শত্ৰজনকো যিজন মহাপুৰুষে মিত্ৰ বুলি গণ্য কৰে, সেই বিষ্ণুভক্ত মহাত্মা ব্যক্তিৰ সংসৰ্গত পাপীলোকো তৎক্ষণাৎ পৱিত্ৰ হৈ যায়। ভাগৱত যাৰ প্ৰিয় বস্তু, ব্ৰাহ্মণক যি জনে ভক্তি কৰে সেই ব্যক্তি সামান্য লোক নহয়। পৃথিবীৰ মানুহক পৱিত্ৰ কৰিবৰ বাবে বৈকুণ্ঠৰ পৰা ভগৱান বিষ্ণুৱে তেওঁলোকক পঠিয়াই দিছে। যাৰ মুখত হৰিনাম, হৃদয়ত বিষ্ণুধ্যান আৰু যিজনে

বিষ্ণুক নিবেদন কৰিহে যিকোনো খাদ্য বস্তু আহাৰ কৰে, তেওঁ জাতিত চণ্ডাল হ'লেও পৰম বৈষ্ণৱ। যিবিলাকে বেদবাক্যক প্ৰিয়তম জ্ঞান কৰে, সংসাৰ সুখ তুচ্ছ বুলি জ্ঞান কৰে আৰু স্বধৰ্মত ৰত থাকে তুমি সিহঁতক প্ৰণাম কৰিবা। শিৱত আৰু বিষ্ণুত কোনো ভেদ নাই। ব্ৰহ্মা আৰু শিৱত কোনো ভেদ নাই। মই ব্ৰহ্মা, বিষ্ণু আৰু শিৱৰ পদৰজ মুৰত লওঁ। যিবিলাকে দুৰ্গা, গঙ্গা আৰু মহালক্ষ্মীক অভেদ জ্ঞান কৰে তেওঁলোকক স্বৰ্গৰ পৰা নামি অহা দেৱতা বুলি জ্ঞান কৰিবা। যিজনে শৰণাগত ব্যক্তিক ৰক্ষা কৰে আৰু বিষ্ণুপ্ৰীতি কামনাত যথাশক্তি মহাদাতা হয় তেওঁক বৈষ্ণৱোত্তম বুলি ভাবিবা। যাৰ নাম উচ্চাৰণ কৰিলে মহাপাপসমূহ নষ্ট হৈ যায়, সেই মহাত্মাৰ চৰণযুগলত যাৰ ভক্তি থাকে তেৱেঁই বৈষ্ণৱ। যিবিলাক লোক জিতেন্দ্ৰিয় আৰু মনে মনে সদায় হৰি চিন্তাত মগ্ন তেনে লোকক নমস্কাৰ কৰিলে জন্মৰ পৰা মৃত্যু পৰ্য্যন্ত যিবোৰ পাপ সঞ্চিত হৈ থাকে সেইবোৰ পাপ ধ্বংস হৈ যায়। হে ভাই শত্ৰুঘ্ন! তুমি পৰস্ত্ৰীক সুতীক্ষ্ণ তৰোৱালৰ নিচিনা জ্ঞান কৰি পৰিত্যাগ কৰা মনোভাৱ লৈ মোৰ আদেশ অনুসাৰে কৰ্মত প্ৰবৃত্ত হোৱা, তেতিয়া তুমি এই সংসাৰত যশস্বী হৈ অন্তত প্ৰশংসনীয় পৰম ধামলৈ গতি কৰিব পাৰিবা।

# অশ্বৰক্ষী বীৰ সকলৰ প্ৰতি শ্ৰীৰামচন্দ্ৰৰ আদেশ

শত্ৰুনাশন ভগৱান ৰামচন্দ্ৰই নিজ ভ্ৰাতা শত্ৰুঘ্নক এইদৰে আদেশ দি অন্য অন্য বীৰসকলৰ প্ৰতি দৃষ্টিপাত কৰি মঙ্গলময় বাক্যেৰে কবলৈ ধৰিলে — 'মোৰ ভাই শ্ৰীমান শত্ৰুঘ্ন অশ্বৰক্ষাৰ বাবে যাবলৈ সাজু হৈছে; আপোনালোকৰ ভিতৰত কোন কোন বীৰ তেওঁৰ আদেশ মানি চলিবলৈ সাজু হৈ তেওঁৰ অনুগামী হৈ যাবলৈ ইচ্ছুক আগবাঢ়ি আহক। যিসকল বীৰে তেওঁক অনুগমন কৰি মৰ্মভেদী অস্ত্ৰ সমূহৰ দ্বাৰা সমুখ সমৰত বীৰযোদ্ধা সকলক পৰাজয় কৰিব পাৰিব তেওঁলোকে মোৰ হাতৰ পৰা সাজি থোৱা তাম্বুল-পান লৈ বীৰত্ব প্ৰকাশৰ সুযোগ গ্ৰহণ কৰি পৃথিবীত আপোন আপোন যশ বিস্তাৰ কৰক।'' শ্ৰীৰামচন্দ্ৰৰ এই কথা শুনি ভৰতৰ পুত্ৰ বীৰ পুষ্কলে আগবাঢ়ি আহি শ্ৰীৰামৰ কৰকমলৰ পৰা সেই পাণ তাম্বুল গ্ৰহণ কৰিলে আৰু এইদৰে ক'লে "হে পূজনীয় জ্যাঠা! মই ধনুৰ্বান হাতত লৈ সুসজ্জিত হৈ কনিষ্ঠ খুৰদেৱৰ অনুগামী হৈ তেখেতৰ পৃষ্ঠ ৰক্ষা কৰিম। হে মহান ৰাজাধিৰাজ! আমি কেৱল নিমিত্ত মাত্ৰ, আপোনাৰ জগদ্ব্যাপী প্ৰতাপেই সমস্ত ভূমণ্ডল জয় কৰিব। আপোনাৰ কৃপাত আমি দেৱ, দৈত্য আৰু মানুহ -

যেয়ে যুদ্ধলৈ নাহক কিয় তাকেই পৰাঙ্মুখ কৰিব পাৰিম। আপুনি আমাৰ বিক্ৰমৰ বিষয়ে সকলো কথা জানে। আপোনাক বেছিকৈ কবলৈ যোৱাটো ধৃষ্টতা মাথোন। খুড়াদেৱৰ পৃষ্ঠ ৰক্ষাৰ বাবে এই ক্ষণতেই মই যাত্ৰা কৰিলোঁ।"

ভৰতৰ পুত্ৰ পুষ্কলে এইদৰে কোৱাৰ পাছত 'সাধু! সাধু!' বুলি প্ৰশংসা কৰি তেওঁৰ কথাৰ অনুমোদন কৰি হনুমান প্ৰভৃতি প্ৰধান প্ৰধান বানৰ সকলক সম্বোধন কৰি ক'লে — অহে! মহাবীৰ হনুমান! তুমি মন দি মোৰ কথা শুনা। মই তোমাৰ অনুগ্ৰহতে এই নিষ্কণ্টক ৰাজ্য পাইছোঁ। হে কপিবৰ! মই তোমাৰ বলতেই যে নৰ আৰু বানৰ লগত লৈ সমুদ্ৰ পাৰ হৈ লঙ্কালৈ যাব পাৰিছিলোঁ আৰু সীতাক উদ্ধাৰ কৰিব পাৰিছিলোঁ - সেই কথা বিলক্ষণ জানোঁ। মোৰ আদেশত তুমি সৈন্য বিলাকৰ ৰক্ষক হৈ যোৱা; আৰু মোৰ ভাই শত্ৰুঘ্নক মোৰ নিচিনা জ্ঞান কৰি বিপদত ৰক্ষা কৰিবা। হে মহামতে! কেতিয়াবা যদি ক'তো কোনো কাৰণত শত্ৰুঘ্নৰ বুদ্ধিৰ ভুল হয়, তুমি তেওঁক সুবুদ্ধি দিবা।

হনুমানে ৰামৰ এই কথা শুনি শিৰোধাৰ্য্য কৰি তেওঁৰ শ্ৰীচৰণত প্ৰণাম জনালে। তাৰ পাছত পূৰ্ণব্ৰহ্ম ৰামচন্দ্ৰই কপিবৰ জাম্ববানক শত্ৰুঘ্নৰ অনুগমন কৰিবলৈ আদেশ দিলে। তাৰ পাছত মনৰ নিচিনা দ্ৰুতগামী অঙ্গদ, গবয়, দধিমুখ, মৈন্দ, বানৰ ৰজা সুগ্ৰীৱ, শতবলি, অক্ষিক, নীল, নল প্ৰভৃতি বানৰ সকলক সম্বোধন কৰি ক'লে — হে বীৰ বানৰ সকল! তোমালোকে কৱচ আৰু শিৰস্ত্ৰান লৈ উজ্বল স্বৰ্ণালঙ্কাৰেৰে বিভূষিত হৈ সুসজ্জিত হোৱা আৰু অতি সোনকালে উত্তম অশ্বযুক্ত ৰথত উঠি পাছে পাছে যোৱা। তাৰ পাছত পৰম বিক্ৰমশালী ৰামচন্দ্ৰই মন্ত্ৰীবৰ সুমন্ত্ৰক মাতি আনি ক'লে— হে মন্ত্ৰী শিৰোমণি! কোন কোন লোকক অশ্বৰক্ষাত নিযোগ কৰিব পাৰি সেইটো কোৱা। শত্ৰুজয় সমৰ্থ সুমন্ত্ৰই ৰামৰ কথা শুনি কোন কোন নৰপতি বলৱান ধনুৰ্দ্ধৰ, অস্ত্ৰবিদ্যাত পণ্ডিত আৰু অশ্বৰক্ষাৰ বাবে উপযুক্ত সেইসকল বীৰৰ কথা ক'বলৈ ধৰিলে— হে ৰঘুনাথ! মই নীলৰত্ন, প্ৰতাপাগ্ৰ্য ৰিপুতাপ আৰু শস্ত্ৰবিৎ নামৰ বীৰ ৰজা সকলৰ কথা কওঁ শুনক। ৰাজন! ৰজা নীলৰত্নই অকলে নিৰ্ভীক চিত্তে লক্ষজন লোকৰ লগত যুদ্ধ কৰিব পাৰে আৰু লক্ষজন লোকক ৰক্ষা কৰিব পাৰে। তেওঁ তেওঁৰ লগত শিৰস্ত্ৰাণ আৰু কৱচধাৰী বলগৰ্ব্বিত দহ অক্ষৌহিণী সেনালৈ অশ্বৰক্ষা কৰিবলৈ যাওক। অস্ত্ৰবিৎ বীৰসকলৰ ভিতৰত অগ্ৰণী প্ৰতাপাগ্ৰ্য নামৰ বীৰজনাই দুই হাতে একে সময়তে শৰ নিক্ষেপ কৰি অক্লেশে অসংখ্য শত্ৰু সৈন্য অৱসন্ন আৰু ক্লান্ত কৰিছিল। তেওঁ শত্ৰুবিনাশত প্ৰস্তুত হৈ বিশ অক্ষৌহিনী সৈন্য লগত লৈ অশ্বৰক্ষাৰ বাবে যাওক। আৰু ৰজা সকলৰ ভিতৰত এজন মুখ্য ৰজা হৈছে - এই লক্ষ্মনিধি। তেওঁ তপস্যা কৰি ব্ৰহ্মাক পৰিতুষ্ট কৰি তেওঁৰ পৰা ব্ৰহ্মাস্ত্ৰ, পাশুপত অস্ত্ৰ, নাগপাশ, ময়ুৰ অস্ত্ৰ, নকুল অস্ত্ৰ, ৰৌদ্ৰ অস্ত্ৰ, বৈষ্ণৱ অস্ত্ৰ,

বৰুণ অস্ত্র, বজ্র আৰু পৰ্ব্বত অস্ত্র প্ৰভৃতিৰ প্ৰয়োগ আৰু নিবাৰণৰ শিক্ষা কৰিছে। তেওঁ শত্ৰুৰ আগত ভীম প্ৰভঞ্জনৰ দৰে। তেওঁ এক অক্ষৌহিণী সৈন্য লৈ লগে লগে যাওক। আন এজন বীৰ হৈছে — ৰিপুতাপ। তেওঁ ধনুৰ্দ্ধৰ বিলাকৰ ভিতৰত অগ্ৰগণ্য, সকলোপ্ৰকাৰ অস্ত্ৰবিদ্যাত নিপুণ আৰু শত্ৰুৰ আগত দাৱানল সদৃশ। তেৰোঁ অশ্বৰক্ষাৰ বাবে যাওক। এওঁলোক সকলোৱে শত্ৰুঘ্নৰ আদেশ শিৰোধাৰ্য কৰি চতুৰঙ্গ সৈন্য লগত লৈ অশ্বৰ অনুগামী হওক। তেওঁলোকৰ লগত মহাৰাজ উগ্ৰাশ্ব আৰু শস্ত্ৰবিৎ নামৰ বীৰ দুজনো যুদ্ধ সজ্জাত সজ্জিত হৈ অশ্বৰক্ষাৰ বাবে যাওক। মহাৰাজ ৰামে সুমন্ত্ৰৰ এনেবোৰ কথা শুনি পৰম আনন্দিত হৈ সেই সেই ৰজা আৰু বীৰ সকলক আদেশ দিলে। এই ৰজাসকলৰ যুদ্ধ কৰিবলৈ বৰ আগ্ৰহ আছিল আৰু সেইবাবে বহুদিনৰ পৰা যুদ্ধ কামনা কৰি আছিল। এতিয়া শ্ৰীৰামচন্দ্ৰৰ আদেশ পাই বৰ আনন্দ পালে। ৰামৰ আদেশ পাই তেওঁলোকে বৰ্ম পৰিধান কৰি অস্ত্ৰ শস্ত্ৰ লৈ সু-সজ্জিত হৈ শত্ৰুঘ্নৰ লগত যোৱাৰ কাৰণে সাজু হবলৈ গ'ল।

# যজ্ঞৰ আৰম্ভণিত ৰামৰ দানকাৰ্য্য

তাৰ পাছত শ্ৰীৰাম চন্দ্ৰই মহৰ্ষি বশিষ্ঠৰ উপদেশ অনুসাৰে যথাবিধি দান দক্ষিণা দি আচাৰ্য প্ৰভৃতি কৰ্মত ব্ৰতী ঋষি সকলক পূজা কৰিলে। আচাৰ্যক ষাঠিবছৰ বয়সীয়া এটা হাতী, ৰত্নমালাৰে ভূষিত কৰি অতি দ্ৰুতগামী এটি অশ্ব মণিৰত্ন বিভূষিত চাৰিটি অশ্বেৰে সুসজ্জিত এখন সুৱৰ্ণময় ৰথ, একলক্ষ বিশুদ্ধ মণি, এশতোলা পৰিমাণৰ মুক্তা, এক হাজাৰ তোলা পৰিমাণৰ উজ্জ্বল প্ৰৱাল আৰু বিবিধ শস্যপূৰ্ণা দেৱমন্দিৰ থকা আৰু জনবসতি পূৰ্ণ সমৃদ্ধ গাওঁ এখনি দান কৰিলে। ব্ৰহ্মা, হোতা, আৰু সদস্য প্ৰভৃতি ঋত্বিক সকলকো প্ৰচুৰ অৰ্থ দান কৰি প্ৰণাম কৰিলে। তেওঁলোক সকলোৱে ৰামৰ দ্বাৰা এইদৰে পূজিত হৈ আশীৰ্ব্বাদ কৰিলে— "হে মহাৰাজ! ৰঘুনাথ! ৰামচন্দ্ৰ! আপুনি চিৰজীবী হওঁক। " তেতিয়া মহাত্মা ৰামচন্দ্ৰই ব্ৰাহ্মণ সকলক কন্যাদান, ভূমিদান, হস্তীদান, অশ্ব দান স্বৰ্ণদান, মুক্তাসহ তিলদান, অন্নদান, পয়োদান, অভয়দান আৰু ধন ৰত্ন প্ৰভৃতি সকলো প্ৰকাৰ দান কৰিবলৈ আদেশ দিলে। ৰঘুনাথৰ সেই বিৰাট অশ্বমেধ যজ্ঞত কেৱল "অথ দিয়া, - অৰ্থ দিয়া, - কাকো নাই বুলি নকবা, প্ৰচুৰ সুস্বাদু উপকৰণেৰে অন্নদান কৰা, কাকো বঞ্চিত নকৰিবা" এইদৰে দান কাৰ্যত উৎসাহ দিব ধৰিলে। দক্ষিণা দানত সন্তুষ্ট হৈ ব্ৰাহ্মণ সকলে সুচাৰুৰূপে সেই যজ্ঞৰ আনুষ্ঠানিক কৰ্ম বোৰ কৰিবলৈ ধৰিলে।

# শত্ৰুঘ্নৰ মাতৃ অনুমতি প্ৰাৰ্থনা

ইফালে ৰামৰ অনুজভাই শত্ৰুঘ্নই অশ্বৰক্ষাৰ বাবে সাজু হৈ নিজৰ মাতৃৰ ওচৰত গৈ তেওঁক প্ৰণাম কৰিলে — "হে গৰিমাময়ি মাতৃ! মই অশ্বমেধ যজ্ঞৰ ঘোৰা ৰক্ষা কৰিবলৈ যাওঁ— মোক অনুমতি দিয়ক — যাতে মই বীৰ ৰজা সকলৰ লগত গৈ আপোনাৰ আশীৰ্বাদত যজ্ঞীয় অশ্বক শত্ৰুকুল ধ্বংস কৰি বিজয়ী হৈ ঘূৰাই লৈ আহিব পাৰোঁ।" মাতৃ সুমিত্ৰা দেবীয়ে আশীৰ্বাদ দি ক'লে— পুত্ৰ! তুমি মহাবীৰ। সেইবাবে তোমাক প্ৰসন্ন মনে এই কাৰ্যৰ বাবে অনুমতি দিলোঁ। তুমি স্বচ্ছন্দমনে যোৱা। তোমাৰ মঙ্গল হওক। হে সুবুদ্ধি বীৰ পুত্ৰ! তুমি সমুদয় শত্ৰুক জয় কৰি কুশলী হৈ ঘূৰি আহাগৈ। তোমাৰ ভতিজা শ্ৰীমান পুষ্কল যদিও বৰ ধৰ্মজ্ঞ আৰু মহাবলশালী তথাপি বয়সত ক্ৰীড়াপ্ৰিয় বালক মাত্ৰ। তুমি তাক সাৱধানে ৰক্ষা কৰিবা। বাছা! তুমি পুষ্কলৰ লগত বিজয়ী হৈ ঘূৰি আহিলে মই বৰ আনন্দ পাম; ইয়াৰ অন্যথা হ'লে মনত বৰ শোক পাম।" সুমিত্ৰা দেবীয়ে এইদৰে কোৱাৰ পাছত শত্ৰুঘ্নই সেই কথাৰ উত্তৰ এইদৰে দিলে— মাতঃ. মোৰ নাম শত্ৰুঘ্ন - মোৰ এই নামৰ মৰ্যাদা ৰক্ষা কৰি বৎস পুষ্কলক নিজৰ শৰীৰ যেনেকৈ ৰক্ষা কৰোঁ, তেনেকৈ শত্ৰুবিনাশ কৰি জয় লাভ কৰি— পুষ্কলক ৰক্ষা কৰি পৰম আনন্দেৰে ৰাজধানীলৈ ঘূৰি আহিম। আপোনাৰ শ্ৰীচৰণযুগল ধ্যান কৰি মই নিশ্চয় কাৰ্য সিদ্ধি কৰিব পাৰিম। বুদ্ধিমান শত্ৰুঘ্নই মাতৃদেবীক এইদৰে কৈ পুনৰায় যজ্ঞমণ্ডপলৈ ঘূৰি গ'ল। তাত শ্ৰীমান ৰামচন্দ্ৰ মুনিসকলৰ মাজত মুনিৰ বেশ ধৰি বহি আছিল। শত্ৰুঘ্নই ৰাম চন্দ্ৰক ক'লে— দাদা! অশ্বৰক্ষাৰ বাবে সাজু হৈ উলাই আহিছোঁ। এতিয়া অনুমতি দিয়ক। মই যাত্ৰা কৰোঁ।

# শত্ৰুঘ্নৰ প্ৰতি ৰামৰ উপদেশ

ৰঘুনাথে উত্তৰ দিলে— ভাই! তোমাৰ মঙ্গল হওক। তুমি যজ্ঞীয় অশ্ব লৈ যাত্ৰা কৰা। বালক, নাৰী বা নিৰস্ত্ৰ ব্যক্তিৰ গাত কেতিয়াও অস্ত্ৰাঘাত নকৰিবা। সেই সময়ত সীতাৰ ভায়েক ৰামৰ খুলশালীয়েক লক্ষ্মীনিধি তাত উপস্থিত আছিল। পৰিহাস কৰিবৰ সময়ত যেনেকৈ মানুহে চকুৰ ভঙ্গী দেখুৱায় - তেনে ভঙ্গীৰে পৰিহাস কৰি হাঁহি ৰাম চন্দ্ৰক তেওঁক ক'লে - হে সৰ্ব্বধৰ্মজ্ঞ মহাবাহু ৰামচন্দ্ৰ! শত্ৰুঘ্নই যাতে তোমালোকৰ বংশৰ প্ৰথা ৰক্ষা কৰি অলৌকিক কাৰ্য্য

কৰিব পাৰে - তেনেদৰে শিক্ষা দিয়া। শত্ৰুঘ্নৰ জ্যেষ্ঠ ভায়েকে যেনে কুলোচিত কাৰ্য্যবিলাক কৰিছে তেনে কাৰ্য্য কৰিহে তেজ আৰু বল আহৰণ কৰিব পাৰিব আৰু তেনে কাৰ্য্য কৰিহে অন্তত পৰম মুক্তি পাব। মহাৰাজ! তুমি কৈছা — ব্ৰাহ্মণক অপমান নকৰিবা — কৰিব নাপায়, কিন্তু আমি শুনিছোঁ তোমাৰ পিতৃয়ে পিতৃ ভক্ত সুব্ৰাহ্মণক হত্যা কৰিছিল আৰু তুমিও স্ত্ৰীবধ কৰিছিলা। নাৰী অবধ্যা। তুমিতো তেনে বিগৰ্হিত কাম কৰিছিলা। তোমাৰ ভাই শত্ৰুঘ্নৰ জ্যেষ্ঠ ভ্ৰাতৃ লক্ষ্মণে ৰাক্ষসীৰ কাণ কাটি যি বিক্ৰম প্ৰকাশ কৰিছিল ইয়াৰ আগতে আন কোনোৱে তেনে বিক্ৰম কৰিব পৰা নাছিল। হে মহাৰাজ! শত্ৰুঘ্নয়ো তোমাৰ উপদেশমতে তেনে কৰ্মই কৰিব; নহলেতো বংশৰ অনুৰূপ কাৰ্য্য কৰা নহ'ব। লক্ষ্মীনিধিয়ে এইদৰে কোৱাত বাগ্মিপ্ৰবৰ শ্ৰীৰামচন্দ্ৰই মেঘগম্ভীৰ বাক্যেৰে পৰিহাস কৰি ক'লে — তোমালোক শান্তচিত্ত যোগী। তোমালোকৰ সুখ আৰু দুঃখত সমজ্ঞান আছে। কি উপায়েৰে এই অপাৰ সংসাৰ সাগৰ পাৰ হোৱা যায় সেই কথাহে কেৱল তোমালোকে জানা - আমাৰ বংশৰ ভাল বেয়া কাৰ্য্যৰ তত্ত্ব কেনেকৈ বুজিবা? যিবিলাক লোক অস্ত্ৰবিদ্যাত পাৰদৰ্শী আৰু বিখ্যাত ধনুৰ্দ্ধৰ, সেই বীৰসকলেহে যুদ্ধৰ বিষয়ে ভাল বেয়া বুজিব পাৰে। যিবিলাক লোক অসৎ; পৰৰ উৎপীড়ক সেইলোক বিলাকক প্ৰাণে বধকৰা লোক-হিতৈষী ৰজা সকলৰ অৱশ্য কৰ্তব্য।

# যজ্ঞীয় অশ্ব ভ্ৰমণৰ কাৰণে প্ৰেৰণ

সভাসদ বিলাকে শত্ৰুঞ্জয় ৰামচন্দ্ৰৰ এই উত্তৰ শুনি ঈষৎ হাঁহিলে। বশিষ্ঠদেৱে কৰ পদ্মেৰে সেই সুশোভিত অশ্বৰ গা স্পৰ্শ কৰি বিজয় কামনা কৰি এইদৰে মন্ত্ৰ উচ্চাৰণ কৰিলে — "হে অশ্ব! তোমাক যজ্ঞৰ বাবে এৰি দিয়া হ'ল। তুমি স্বচ্ছন্দে পৃথিৱী ভ্ৰমণ কৰি সোনকালে ঘূৰি আহিবা"। সেই অশ্ব তাৰ পাছত বায়ুবেগে পুৱফালে লৰি যাব ধৰিলে। অশ্বৰ পাছে পাছে অস্ত্ৰবিদ্যা নিপুণ যোদ্ধা সকল যাব ধৰিলে। সেই যোদ্ধা সৈন্যসকলৰ ভৰিৰ দাপতত পৃথিৱী কঁপিব ধৰিলে। সৈন্য সকলৰ যাত্ৰাৰ সময়ত আকাশৰ চাৰিওফাল নিৰ্মল হৈ উঠিছিল। পৃথিৱীত অপূৰ্ব সৌন্দৰ্য প্ৰকাশিত হৈছিল। শত্ৰুঘ্নৰ পাছ ফালে মৃদুমন্দ অনুকূল বায়ু প্ৰৱাহিত হৈছিল। যাত্ৰাৰ সময়ত শত্ৰুঘ্নৰ সোঁহাত স্পন্দিত হৈ শুভজয়ৰ সূচনা কৰিলে।

# পুষ্কল আৰু পুষ্কলপত্নী

ভৰতৰ পুত্ৰ পুষ্কল ধন সমৃদ্ধিৰে পৰিপূৰ্ণ ৰম্য আৰু ৰত্ন বেদিকা যুক্ত নিজ ঘৰলৈ প্ৰিয়তমা পত্নীৰ পৰা বিদায় লবলৈ গ'ল। তাত তেওঁৰ সাধ্বী পত্নী তেওঁক চাবৰ কাৰণে উৎকণ্ঠিতা হৈ আছিল। স্বামীক দেখি তেওঁ বৰ আনন্দ পালে। পুষ্কল পত্নীৰ নাকত মহামূল্য মুক্তা দুলি আছিল, পদ্মনালৰ নিচিনা সুকোমল বাহুযুগলত উৎকৃষ্ট কঙ্কন আছিল, সুকোমল চৰণ দুখনিত মনোহৰ নূপুৰ, নিতম্বত মনোহৰ নীবী আছিল আৰু তেওঁৰ স্তন যুগল বিম্বফলৰ দৰে পীনোন্নত আছিল। তেওঁ সেই সময়ত কৰ্পূৰেৰে সুগন্ধি হোৱা তাম্বুল চোবাই আছিল। স্বামীক দেখা মাত্ৰকে সসম্ভ্ৰমে উঠি আহি গদ্ গদ্ হৈ সম্ভাষণ কৰিলে। বীৰ প্ৰকৃতি পুষ্কলে তেওঁক আলিঙ্গন কৰি ক'লে - প্ৰিয়ে! মই জ্যাঠাদেৱৰ আদেশ ক্ৰমে ৰথত উঠি কনিষ্ঠ খুড়াদেৱৰ পৃষ্ঠৰক্ষক হৈ যজ্ঞীয় অশ্ব ৰক্ষা কাৰণে যাবলৈ ওলাইছোঁ। তুমি মোৰ অনুপস্থিতিত আমাৰ মাতৃসকলৰ সেৱাকাৰ্যত ৰত থাকিবা আৰু তেওঁলোকৰ উচ্ছিষ্ট ভোজন কৰি পৰম যত্নেৰে তেওঁলোকৰ আদেশ পালন কৰিবা। হে ভীৰু স্বভাৱে! তপোবলশালিনী লোপামুদ্ৰা আদি ঋষিপত্নী সকলক ভক্তি সহকাৰে পৰিচৰ্যা কৰিবা, কেতিয়াও তেওঁলোকক অৱজ্ঞা নকৰিবা। পুষ্কল পত্নী পতিৰ এই উপদেশ শুনি প্ৰেমত গদ গদ হৈ হাঁহিমুখে আনন্দত কঁপি উঠা মাতেৰে উত্তৰ দিলে— নাথ! সকলো যুদ্ধতে আপুনি বিজয়ী হওক। অশ্ব ৰক্ষা কাৰ্যত একান্তমনে যত্নপৰ হৈ খুৰাদেৱৰ আজ্ঞা পালন কৰক। আপোনাৰ পদাশ্ৰিতা এই সেৱিকাক মাথোন মনত ৰাখিব। মই কায় মনোবাক্যে আপোনাক ধ্যান কৰি থাকি কাল কটাই থাকিব। হে কান্ত! ঘোৰতৰ যুদ্ধত ব্যাপৃত থাকিলে কেতিয়াও মোৰ কথা চিন্তা নকৰিব, কাৰণ তেতিয়া হ'লে যুদ্ধত বিজয়ৰ সন্দেহ উপস্থিত হব। হে কমলাক্ষ! উৰ্মিলা দেবী যেনেকৈ স্বামীৰ বীৰত্বত সমাজত গৰীয়সী হৈ উঠিছে। ময়ো যেন তেনে হব পাৰোঁ। মোক দেখি কোনেও যেন হাততালি দি উপহাস কৰিব নোৱাৰে, 'এওঁৰ স্বামী কাপুৰুষ যুদ্ধ কৰিবলৈ গৈ ভয়তে পলাই আহিল। যুদ্ধত যিজন কাতৰ হয়, তাৰ বীৰোচিত গুণ কি?' এই বুলি যেন দেৱপত্নী সকলে আমাক উপহাস কৰিব নোৱাৰে। হে মহাবাহো! আপুনি অশ্বৰক্ষা কৰিবলৈ যাওঁতে অতি সাৱধানে যুদ্ধ কৰিব। আপুনি যেন সকলো ক্ষেত্ৰতে যোদ্ধা সকলৰ ভিতৰত আগৰণুৱা হয় আৰু বিপক্ষ সকলক যুদ্ধত পৰাস্ত কৰি নিজৰ ধনুৰ টঙ্কাৰ ধ্বনিৰে মানুহৰ কাণ কলা কৰি তোলে। আপোনাৰ হাতৰ উত্তোলিত তৰবাৰী দেখি যেন শত্ৰু সৈন্য বিলাক ভয়ত অত্যন্ত ব্যাকুল হৈ পৰে। হে স্বামী! আপোনাৰ শত্ৰবিজয়ৰ দ্বাৰা যেন বংশৰ গৌৰৱ বৃদ্ধি

হয়। হে মহাবাহো। নিশ্চিন্তমনে যাত্রা কৰক - আপোনাৰ মঙ্গল হওক। সুদৃঢ় জ্যা যুক্ত এই ধনুক গ্রহণ কৰক - দেখিব এই ধনুকৰ গৰ্জ্জন শুনিলে শত্রুসৈন্য ভয়ত কাতৰ হব। হে বীৰ! এই তুনীৰ দুটি পিঠিত বান্ধি লওক। এই তুনীৰ দুটাত এককোটি শত্রু দমন কৰিব পৰা এককোটি বান আছে। ইয়াৰ দ্বাৰা আপোনাৰ ইষ্ট সিদ্ধি হব। আপোনাৰ কন্দৰ্পৰ দৰে মনোহৰ শৰীৰত এই বৰ্ম্ম পিন্ধক। এই বৰ্ম্মত খটোৱা হীৰাৰ জ্যোতিত কাষৰ আন্ধাৰ দূৰ হব। হে কান্ত! মনি ৰত্ন লগোৱা এই মুকুট মূৰত লওক - ই বৰ ধুনীয়া শিৰস্ত্ৰাণ।

প্রিয়তমা পত্নীৰ এইৰূপ নিৰ্মল মধুৰ কথা শুনি শত্রুবিজয়ী ৰণ নিপুণ ভৰত পুত্ৰ পুষ্কলৰ বৰ আনন্দ হ'ল আৰু সস্নেহ দৃষ্টিৰে সেই বীৰ ৰমণীৰ ফালে দৃষ্টিপাত কৰি কবলৈ ধৰিলে— হে কান্তে! হে কান্তি মতি! তুমি বীৰৰ উপযুক্তা পত্নী। তোমাৰ কথা মতে মই সকলো কৰ্ম কৰিম। তোমাৰ অভিলাষিত কীৰ্ত্তি নিশ্চয় লাভ হব। সকলো প্রকাৰ অস্ত্র বিদ্যাতে পাৰ্গত ভৰত পুত্ৰ বীৰ পুষ্কলে এই বুলি কৈ পত্নীয়ে দিয়া ধনু, তুনীৰ মুকুট আৰু বৰ্ম গ্ৰহণ কৰিলে আৰু সৰ্বাঙ্গত কুঙ্কুম, অগৰু আৰু চন্দন চৰ্চিত হৈ গলত পুষ্পেৰে গ্ৰথিত আজানুলম্বিত বীৰ মালা পিন্ধি অতিশয় মনোহৰ মূৰ্ত্তি ধাৰণ কৰিলে। পতিপৰায়ণা পত্নীয়ে (যাৰ নাম কান্তিমতী) তেওঁক ধূপধূনাৰে আৰতি কৰিব ধৰিলে। আৰতি কৰাৰ পাছত তেওঁৰ গাত মুক্তাবোৰ ছটিয়াই দিলে। তাৰ পাছত যাত্ৰাকালীন মাঙ্গলিক কাৰ্য সমাধা কৰি প্ৰিয় পতিক আলিঙ্গন কৰিলে। তেতিয়া পুষ্কলেও পত্নীক গাঢ় ভাৱে আলিঙ্গন কৰি সান্ত্বনাৰ সুৰেৰে ক'লে — 'কান্তিমতি! বীৰপত্নী হৈ তোমাৰ শোক কৰা উচিত নহয়। মোৰ কাৰণে তুমি তিলমাত্ৰও দুখ নকৰিবা। পতিব্ৰতে! মই সোনকালে তোমাৰ ওচৰলৈ ঘূৰি আহিম।'' এই বুলি তেওঁ পত্নীক সান্ত্বনা দি উত্তম ৰথত উঠিল। পতিপৰায়ণা কান্তিমতীয়ে অনিমেষ চক্ষুৰে পতিৰ গমন লক্ষ্য কৰি থাকিল। প্ৰিয়তমা পত্নীৰ ওচৰত বিদায় লৈ নিজ পিতৃ আৰু স্নেহময়ী মাতৃক সাক্ষাৎ কৰিবলৈ গৈ পুষ্কলে পৰম আনন্দেৰে পিতৃমাতৃৰ পাদপদ্মত সাষ্টাঙ্গে প্ৰণিপাত কৰিলে। তেতিয়া মাতৃ মাণ্ডবী দেবীয়ে পুত্ৰক কোলত লৈ অশ্রু বিসৰ্জ্জন কৰি — "বাছা! তোৰ মঙ্গল হওক" এই বুলি আশীৰ্বাদ কৰিলে। তাৰ পাছত পুষ্কলে পিতৃক সম্বোধন কৰি ক'লে— পিতা! জ্যাঠা মহাশয় এতিয়া যজ্ঞকাৰ্য্যত ব্যাপৃত হৈ থাকিল, — মই তেওঁৰ আদেশত যজ্ঞীয় অশ্ব ৰক্ষাৰ কাৰণে যাবলৈ ওলাইছো, গতিকে আপুনি আৰু মাজুখুৰাদেৱে তেখেতক ৰক্ষণাবেক্ষণ আৰু সাহায্য কৰিব। তাৰ পাছত পুষ্কলে পিতৃমাতৃৰ ওচৰত অনুমতি লৈ অতিশয় আনন্দমনেৰে ৰথী, পদাতি, ডাঙৰ ডাঙৰ বীৰ, উত্তম উত্তম অশ্ব আৰু অশ্বাৰোহী সৈন্যবিলাকেৰে পৰিবৃত হৈ শত্ৰঘ্ন শিবিৰলৈ গ'ল।

# যজ্ঞীয় অশ্বৰ নানা দেশ ভ্ৰমণ

পাছত মহাত্মা শত্ৰুঘ্ন বীৰসকলৰ লগত সেই যজ্ঞীয় অশ্বৰ অগ্ৰৱৰ্তী হৈ দিগ্বিজয় কৰিবলৈ যাত্ৰা কৰিলে। সকলো প্ৰকাৰে যুদ্ধসজ্জাত সজ্জিত হৈ তেওঁ পাঞ্চাল, কুৰু, উত্তৰ কুৰু, দশাৰ্ণ আৰু উজ্জয়িনী প্ৰভৃতি নানা ঠাইত ভ্ৰমণ কৰিলে। যি যি ঠাইলৈকে গৈছে সেই সেই ঠাইতে শুনিবলৈ পালে যে সকলো মানুহে ৰামৰ যশস্যা কীৰ্তন কৰি কয় যে ৰামচন্দ্ৰই দেবদ্বেষী ৰাৱণক বধ কৰি ভক্তবৃন্দক ৰক্ষা কৰিছে আৰু এতিয়া পুনৰায় অশ্বমেধ যজ্ঞৰ অনুষ্ঠান পাতি সেই পবিত্ৰ যশস্যা বিস্তাৰ কৰিব ধৰিছে। ৰামে পূৰ্বে যি বিলাক লোকক বিপদৰ পৰা ৰক্ষা কৰিছে, শত্ৰুঘ্ন সন্তুষ্ট হৈ সেই লোকবিলাকক মহামূল্য বস্ত্ৰ, হাৰ আৰু বিবিধ ৰত্ন দান কৰিব ধৰিলে। তেওঁৰ লগত সৰ্ববিদ্যাবিশাৰদ তেজস্বী মহাবীৰ সুমতি নামেৰে ৰামৰ মন্ত্ৰী এগৰাকীও ভ্ৰমণ কৰি ফুৰিব ধৰিলে। ৰঘুনাথৰ প্ৰতাপত কোনো লোকেই অশ্ব হৰণ কৰিবৰ সাহসী হোৱা নাছিল। মহাবলশালী বহুবিলাক ৰজাই হাতী, ঘোৰা, ৰথ পদাতি চতুৰঙ্গ সৈন্যলৈ আহি শত্ৰঘ্নক প্ৰচুৰ মনিমুক্তা উপহাৰ দি ক'লে — 'হে ৰঘুকুল তিলক! আমাৰ এই ৰাজ্য, ধন, পুত্ৰ, কলত্ৰ আদি সমস্তই মহাৰাজ ৰামচন্দ্ৰৰ অনুগ্ৰহত লাভ কৰা হৈছে; গতিকে এইবোৰ আপোনালোকৰেই বস্তু।'

বীৰশত্ৰুহন্তা শত্ৰুঘ্নই তেওঁলোকৰ বিনীত বচন শুনি তেওঁলোকক আজ্ঞাবহ কৰি লগত লৈ নানা দেশ ভ্ৰমণ কৰিলে। এইদৰে ভ্ৰমণ কৰি কৰি ক্ৰমে অহিচ্ছত্ৰা নগৰীত উপস্থিত হ'ল।

**অহিচ্ছত্ৰা নগৰী :**

এই নগৰীত বহুজাতি লোকৰ বাস আছিল। তাত বেদজ্ঞ ব্ৰাহ্মণ আৰু যুদ্ধপ্ৰিয় ক্ষত্ৰিয় সকলো আছিল। তাত নানা প্ৰকাৰ ৰত্ন খোদাই কৰা সুবৰ্ণময় আৰু স্ফটিকময় অট্টালিকা আৰু অতি ওখ ওখ তোৰণ সমূহ আছিল। সেই নগৰীৰ সকলো বিলাক অট্টালিকাতেই কমলাননা বিলাসিনী নাৰীসকলক দেখা পোৱা গৈছিল। এই ৰমণীসকলৰ ৰূপ লাৱণ্যই ৰম্ভা উৰ্বশীৰ ৰূপ লাৱণ্যকো চেৰ পেলাইছিল। সেই নগৰীৰ অধিবাসী সকল সৰ্বদা সদাচাৰ সম্পন্ন আছিল— কুবেৰৰ অনুচৰ বিলাকৰ দৰে সুখ বিলাসত ৰত আছিল। সেই নগৰীৰ বীৰ সকল শৰসন্ধানত নিপুণ আছিল আৰু তেওঁলোকে নিজ নিজ বীৰত্বেৰে তেওঁলোকৰ ৰজা সুমদক সদায় সন্তুষ্ট কৰি থাকিছিল। প্ৰভাৱশালী শত্ৰুঘ্নই দূৰৈৰপৰা এনে নগৰী সন্দৰ্শণ কৰি তাৰ কাষলৈ গৈ নগৰীৰ এটা দাঁতিত এখনি ৰমণীয় উদ্যান দেখা পালে। সেই উদ্যানটিয়েই নগৰীৰ ভিতৰত দৰ্শনীয় দৃশ্য

আছিল। সেই উদ্যানত — পুন্নাগ, দেৱদাৰু, পাটল, আম, জাম মন্দাৰ, কোবিদাৰ, কদম, পিয়াল, কঠাল, তাল, তমাল, শাল, বকুল প্ৰভৃতি নানা জাতীয় বৃক্ষ, চম্পক, মল্লিকা, তিলক, নাগচম্পক, অশোক, পাটল, জাতী, যূথিকা প্ৰভৃতি সুৰম্য ফুলৰ গছে ধুনীয়া শোভা বিলাই আছিল। বীৰজয়ী শত্ৰুঘ্নই সেই উদ্যানৰ শোভা চাই আছিল। তেনে সময়ত যজ্ঞীয় অশ্ব তাল তমাল পৰিশোভিত উদ্যানৰ ভিতৰত প্ৰৱেশ কৰিলে। বীৰ শত্ৰুঘ্নয়ো তৎক্ষণাৎ সেই অশ্বৰ পাছে পাছে সেই অৰণ্যাৰ ভিতৰত প্ৰৱেশ কৰিলে। তেওঁৰ সহচৰ ধনুৰ্দ্ধাৰী বীৰ সকলেও লগে লগে তাত প্ৰৱেশ কৰিলে। তাত গৈ শত্ৰুঘ্নই এটি দেৱমন্দিৰ দেখা পালে। সেই দেৱমন্দিৰৰ সৌন্দৰ্য অদ্ভুত আছিল আৰু কৈলাস পৰ্বতত থকা দেৱালয়ৰ নিচিনা তাৰ শোভা আছিল। সেই মন্দিৰত ইন্দ্ৰনীল, বৈদূৰ্য আৰু মৰকত আদি মণি আৰু ৰত্ন খচিত আছিল আৰু তাৰ স্তম্ভ বিলাক সোণৰ আছিল। ৰামৰ কনিষ্ঠ ভাই শত্ৰুঘ্নই সেই মনোহৰ দেৱালয় দেখি নিজ মন্ত্ৰী বাগ্মীপ্ৰৱৰ সুমতিক সুধিলে— হে মন্ত্ৰীৱৰ! নিষ্পাপ পুৰুষ! এই মন্দিৰটো কোন দেৱতাৰ? ইয়াৰ নাম কি? এই মন্দিৰত কোন দেৱতাৰ পূজা হয়? সেই দেৱতা কি কাৰণে ইয়াত থাকে? তাক কওক।

শত্ৰুঘ্নৰ প্ৰশ্ন শুনি সৰ্বজ্ঞ আৰু মন্ত্ৰবিৎ সুমতিয়ে উত্তৰ দিলে — হে বীৰ! ইয়াৰ বিৱৰণ যথাযথ ভাৱে কওঁ— আপুনি মনোযোগেৰে শুনক। যাৰ দৰ্শন মাত্ৰেই মানুহৰ সকলো প্ৰকাৰ অভীষ্ট সিদ্ধ হয়, সেই ভগৱতী কামাক্ষা দেবী এই মন্দিৰত অধিষ্ঠিতা হৈ আছে। বিশ্বৰ ভিতৰত এই ঠাই সকলোতকৈ সুখপ্ৰদ বুলি জানিব। এই কামক্ষা দেবীয়ে ধৰ্ম, অৰ্থ, কাম, মোক্ষ চতুৰ্ব্বৰ্গ দান কৰে। ভক্তৰ প্ৰতি এওঁৰ অতুল কৃপা। দেৱতা অৰু দৈত্য সকলে স্তৱ স্তুতি কৰি আৰু সেৱা জনাই নিখিল ঐশ্বৰ্য লাভ কৰিছে। ভক্তদুঃখহাৰিণী ভগৱতী কামাক্ষা দেবী অহিচ্ছত্ৰা নগৰীৰ অধীশ্বৰ সুমদৰ প্ৰাৰ্থনাত এই ঠাইত অধিষ্ঠান কৰি সকলোৰে অভীষ্ট সাধন কৰিব ধৰিছে। হে বীৰ শিৰোমনি শত্ৰুঘ্ন! এওঁক প্ৰণাম কৰিলে দেবাসুৰদুৰ্লভ সুসিদ্ধি লাভ হয়। আপুনি এওঁক প্ৰণাম কৰক। শত্ৰুতাপন পুৰুষ শ্ৰেষ্ঠ শত্ৰুঘ্নই সেই কথা শুনি ভগৱতী ভৱানীৰ সকলো বৃত্তান্ত শুনিবৰ ইচ্ছা প্ৰকাশ কৰি ক'লে— এই অহিচ্ছত্ৰাধিপতি ৰজা সুমদ কোন? তেওঁ কি তপস্যা কৰিছিল— যাৰ ফলত সৰ্ব্ব লোকমাতা ভগৱতী কামাক্ষা দেবীয়ে তুষ্টা হৈ ইয়াত অবস্থান কৰিছে? হে মহামতি মহামন্ত্ৰিন্! আপুনি সমস্ত ঘটনা জানে। সেই বাবে নানা অৰ্থপূৰ্ণ অপূৰ্ব উপাখ্যানটি মোৰ আগত কওক।

# কামাক্ষা দেৱীৰ উপাখ্যান

সুমতিয়ে কবলৈ ধৰিলে — হেমকূট পৰ্বতত এটি নিৰ্মল তীৰ্থ আছে। তাত দেৱতা সকল থাকি সেই স্থান পৰম শোভনীয় কৰি তুলিছে আৰু ঋষি সকলে সেই তীৰ্থ সদায় সেৱা কৰি থাকে। পূৰ্ব্বে কোনো কাৰণ বশতঃ ওচৰ চুবুৰীয়া সামন্ত ৰজা সকলৰ লগত শত্ৰুতা হোৱাত সুমদ ক্ৰমে বলহীন হৈ পৰিল। তেওঁৰ পিতা, মাতা, পুত্ৰ, ভ্ৰাতা প্ৰভৃতি আত্মীয়বৰ্গ সকলোৱে শত্ৰুৰ হাতত নিহত হয়। তাৰ পাছত সুমদে ৰাজ্যভ্ৰষ্ট হৈ বৈৰাগ্য অৱলম্বন কৰি সেই হেমকূট পৰ্বতত গৈ কঠোৰ তপস্যা আৰম্ভ কৰিলে। প্ৰথম তিনি বছৰ তেওঁ নাকৰ আগটোলৈ নিশ্চল ভাৱে দৃষ্টি কৰি থাকি এক ভৰিত থিয় দি থাকি জগৎজননীৰ ধ্যান কৰিছিল। তাৰ পাছত তিনি বছৰ শুকান গছৰ পাত খাই থাকি আন লোকৰ অসাধ্য কঠোৰ তপস্যা কৰিলে। তাৰ পাছত তিনবছৰ জাৰকালি পানীত থাকি, জহকালি পাঁচকুৰা জুইৰ মাজত থাকি আৰু বাৰিষা বৰষুণত পানীত তিতি থাকি তপস্যা কৰিলে। তাৰ পাছত তিনিবছৰ নিঃশ্বাস ৰোধ কৰি প্ৰশ্বাস মাত্ৰ লৈ থাকি মনে মনে একমাত্ৰ ভগৱতী — কামাক্ষা দেৱীক ধ্যান কৰি থাকি কঠোৰ তপস্যা কৰিলে। এইদৰে বাৰ বছৰ অতীত হৈ যোৱাৰ পাছত দেৱৰাজ ইন্দ্ৰৰ মনত তেনে কঠোৰ তপস্যা দেখি ভয় হ'ল সেইবাবে তেওঁ ব্ৰহ্মা আদি দেৱতা সকলৰো যি তপোভঙ্গ কৰিব পাৰে সেই কামদেৱক সপৰিবাৰে অপ্সৰা সকলেৰে সৈতে গৈ ৰজা সুমদৰ তপ ভঙ্গ কৰিবলৈ পঠিয়াই দিলে। ইন্দ্ৰই কামদেৱক এই বুলি আদেশ দিলে - সখি কাম! তুমি মোৰ এটি প্ৰিয় কাম কৰা। হে মোহন! তুমি আজি ৰজা সুমদৰ তপস্যা ভঙ্গ কৰিব লাগিব।

ইন্দ্ৰৰ কথাশুনি বিশ্ববিজয় গৰ্বিত প্ৰভাৱশালী কন্দৰ্পই ইন্দ্ৰক ক'লে প্ৰভু! সুমদতো অতি সামান্য আৰু তেওঁৰ তপস্যাও অতি নগণ্য। মই ইচ্ছা কৰিলে ব্ৰহ্মা আদি দেৱতাসকলৰো তপস্যা ভঙ্গ কৰিব পাৰোঁ। পূৰ্ব্বতে মোৰ বাণৰ দ্বাৰা আহত হৈ চন্দ্ৰই তাৰাগমন কৰিছিল, আপুনি অহল্যাৰ সতীত্ব নাশ কৰিছিল আৰু বিশ্বামিত্ৰই উৰ্বশীত পতিত হৈছিল। মই থাকোঁতে হে দেৱেন্দ্ৰ! আপুনি কোনো চিন্তা নকৰিব। মই এতিয়াই সুমদৰ ওচৰলৈ যাম। আপুনি নিশ্চিন্ত মনে দেৱতা সকলক পালন কৰি থাকক। মই এতিয়াই যাওঁ— এই বুলি কামদেৱ হেমকূট পৰ্ব্বতলৈ গতি কৰিলে। লগত তেওঁৰ সখা বসন্তক আৰু অপেছৰী সকলক লৈ গ'ল। বসন্তই প্ৰথমতঃ সকলোবোৰ বৃক্ষকে পত্ৰ পুষ্প ফলেৰে শোভান্বিত কৰি তুলিলে। তাত কুলিৰ কুউ কুউ মাত শুনিবলৈ পোৱা গ'ল। ভোমোৰাবিলাকে গুণ্ গুণ্ কৰিবলৈ ধৰিলে আৰু দক্ষিণ ফালৰ পৰা কৃতমালা নদীৰ পাৰত হোৱা

লং ফুলৰ সৌৰভ বৈ আনি ধীৰে ধীৰে বায়ু বব ধৰিলে। কাননত এইদৰে বসন্তৰ শোভা উপস্থিত হোৱাৰ পাছত অপেশ্বৰী প্ৰধানা ৰম্ভা নিজৰ সখী বিলাকক লৈ তাত উপস্থিত হ'ল। মৃদঙ্গ পণব প্ৰভৃতি বিবিধ বাদ্য যন্ত্ৰত নিপুণা ৰম্ভাই কিন্নৰৰ দৰে মধুৰ স্বৰত গীত গাব ধৰিলে। সেই জ্ঞানবান ৰজা সুমদে কুলিৰ মধুৰ 'কুউ' স্বৰ আৰু সঙ্গীত শুনি আৰু মনোহৰ বসন্ত ঋতুৰ আবিৰ্ভাৱ হোৱা দেখি চকু মেলি চালে। সুমদ ৰজাৰ ধ্যান ভঙ্গ হোৱা দেখি কন্দৰ্পই পুষ্প ধেনু লৈ তেতিয়াই তাত বাণ সংযোগ কৰিলে। তেতিয়া কোনোজনী অপ্সৰাই কটাক্ষ কৰি কৰি ৰজাৰ পদসেৱা কৰিব ধৰিলে, কোনোজনীয়ে বা মুখামুখি থিয় হৈ কেৱল কটাক্ষ নিক্ষেপ কৰিব ধৰিলে আৰু কোনোজনীয়ে বা নানা প্ৰকাৰ অঙ্গী ভঙ্গী কৰিব ধৰিলে।

জিতেন্দ্ৰিয় শিৰোমণি মতিমান সুমদে অপেশ্বৰী সকলৰ দ্বাৰা পৰিবেষ্টিত আৰু কামবিহ্বল চিত্ত হৈ ভাবিলে যে ইন্দ্ৰই মোৰ তপস্যা ভঙ্গ কৰিবলৈ ইহঁতক পঠিয়াই দিছে। ইহঁতে ইহঁতৰ কাৰ্যসিদ্ধি কৰিবলৈ চেষ্টা কৰিব। তপোনিধি সুমদে এইদৰে চিন্তা কৰি সেই সুন্দৰী সকলক সুধিলে— আপোনালোক কোন? ক'ত থাকে? ইয়ালৈ বা কিয় আহিছে? আপোনালোকক দেখা পাই মই বৰ আনন্দ পাইছো আৰু বিস্ময় বোধ কৰিছোঁ। আপোনালোকক তপস্যা কৰিও সাক্ষাৎ পোৱা কঠিন অথচ মোৰ তপস্যাৰ সময়তে আপোনালোকে নিজে আহি উপস্থিত হৈছে।

তপোনিধি সুমদৰ এই কথা শুনি কামদেৱৰ সেনা ৰম্ভা আদি অপেশ্বৰী সকলে বৰ ৰং পালে আৰু কবলৈ ধৰিলে— হে কান্ত। আপোনাৰ তপস্যাৰ বলতে আমি ইয়ালৈ আহিছোঁ। আপুনি আপোনাৰ তপস্যাৰ আন সকলো ফলৰ আশা এৰি এই সুন্দৰী বিলাকৰ যৌৱনসৰ্বস্ব উপভোগ কৰক। এইজনী সৌভাগ্যৱতী ঘৃতাচী। এওঁৰ শৰীৰৰ কান্তি চম্পাফুলৰ নিচিনা। এওঁৰ শৰীৰৰ পৰা কৰ্পূৰৰ গন্ধ ওলাব ধৰিছে। তেওঁৰ অধৰ সুধা আপুনি পান কৰক। হে মহাভাগ্যৱান পুৰুষ। এওঁ মনোহৰ দেহ বিশিষ্টা, বিলাসত নিজকে পাহৰি যায় আৰু এওঁৰ স্তনযুগল পীনোন্নত। আপোনাৰ পুণ্যৰ বলতে তেওঁ আহি উপস্থিত হৈছে। আপুনি আৰু পলম নকৰি তেওঁক উপভোগ কৰক আৰু মনৰ সকলো দুখ পাহৰি যাওক। আৰু মোৰ ফালেও চাওক। ময়ো অমূল্য অলঙ্কাৰ আদিৰে ভূষিতা হৈ বুকুত পৰা পাৰিজাত ফুলৰ মালা পিন্ধি আপোনাৰ ওচৰলৈ আহিছোঁ। মই নানা প্ৰকাৰ ৰতিক্ৰিয়াত সুনিপুণা। গাঢ়ভাবে মোক সাবটি ধৰক। মোৰ মুখৰ অমৃত পান কৰক। মোৰ লগত উত্তম বিমানত উঠি যি সুমেৰু পৰ্বত শিখৰলৈ মানুহে বহুপুণ্যৰ ফলত হে যাব পাৰে সেই শিখৰত উঠি মোৰ নিচিনা দেবাঙ্গনা ৰমণীক সম্ভোগ কৰক। আৰু চাওক — এই গৰাকী ৰূপ যৌৱনশালিনী

তিলোত্তমা সুন্দৰী। এওঁক গ্রহণ কৰক। এওঁ তালপাত লৈ শতধাৰা যুক্তা গঙ্গা প্রবাহৰ দৰে আপোনাৰ মস্তক বিছি দিয়ক। হে সুন্দৰতম পুৰুষ! আমাৰ ওচৰত মনোহৰ কাম কথা শুনক। দেৱতা সকলেও বাঞ্ছা কৰে এনে যে আমাৰ মুখামৃত তাক আপুনি স্বচ্ছন্দে পান কৰক। নন্দন কাননলৈ গৈ আমাৰ লগত বিহাৰ কৰক। মহামতি ৰাজা সুমদে সিহঁতৰ কথা শুনি মনে মনে ভাবিব ধৰিলে যে মই ইমান যত্ন আয়াস কৰি যি তপস্যা আৰ্জ্জিছো তাৰ বিঘ্ন ঘটাবলৈ এই দেৱনাৰী সকল ক'ৰ পৰা আহি উপস্থিত হ'ল। বুদ্ধিমান ৰজা সুমদ মনে মনে এনে ধৰণৰ ভাব লৈ ধীৰ ভাৱে চিন্তা কৰি দেৱনাৰী সকলক এইদৰে ক'লে - মোৰ মানস পটত যি জগন্মাতৃৰ ধ্যান কৰোঁ - আপোনালোক মোৰ মানত তেনে জগন্মাতৃ স্বৰূপা। মই আপোনালোকৰ দৰে ৰূপৱতী ভগৱতী আদ্যাশক্তিকে চিন্তা কৰি আছোঁ। আপুনি যি স্বৰ্গসুখৰ কথা মোৰ আগত কৈছে সেই সুখ নিৰ্ব্বিকল্প নহয় - মই তাক তুচ্ছ জ্ঞান কৰোঁ। মই ভক্তিৰে সৈতে আৰাধনা কৰিব পাৰিলে পৰমেশ্বৰীয়ে মোক ইয়াতোকৈ উত্তম বৰ দিব। স্বয়ং বিধাতা পুৰষে যাৰ কৃপাৰ বলত মহত্ত্ব লাভ কৰি সত্যলোক পাইছে সেই ভক্তদুঃখনিবাৰিণী ভগৱতীয়ে মোক সমস্ত বাঞ্ছিত ৰব দিব। মই ভগৱতীৰ ওচৰত যি বিষয় বাঞ্ছা কৰি তপস্যা কৰিব ধৰিছোঁ - তাৰ তুলনাত নন্দন কানন, স্বৰ্ণমণ্ডিত সুমেৰু পৰ্বত আৰু দৈত্য দানৱৰ দ্বাৰা প্রপীড়িত স্বৰ্গলোকৰ সুধা বা সুখ (যাক অল্প পুণ্যৰ দ্বাৰাই লাভ কৰিব পাৰি) অতি তুচ্ছ বুলি গণনা কৰোঁ। প্রভাৱশালী কামদেৱে ৰজাৰ এনে কথা শুনি নানা প্রকাৰে নিজ বাণ নিক্ষেপ কৰিও তেওঁৰ একো কৰিব নোৱাৰিলে। সেই সুৰসুন্দৰী সকলে কটাক্ষ দৃষ্টি কৰি, নূপুৰ ধ্বনি কৰি আৰু আলিঙ্গন দান কৰিও তেওঁৰ চিত্ত বিভ্রম ঘটাব নোৱাৰিলে। তেওঁলোকে যেনেকৈ আহিছিল তেনেকৈয়ে ঘূৰি গৈ ইন্দ্রৰ ওচৰত ৰজাৰ জিতেন্দ্রিয়তাৰ বিষয়ে জনালে গৈ। দেৱৰাজ ইন্দ্রই নিজৰ ইমান যত্ন ব্যৰ্থ হৈ যোৱাত ভয় পালে। ইফালে অতুল যোগবলশালিনী ভগৱতী অম্বিকা দেবীয়ে ধ্যানযোগেৰে তেওঁৰ পাদপদ্মত মহাৰাজ সুমদক দৃঢ় ভক্তিমান বুলি জানিব পাৰি তেওঁৰ ওচৰত আহি উপস্থিত হ'ল। জগতৰ সমস্ত পবিত্র বস্তুকো যি ভগৱতীয়ে পৱিত্র কৰে সেই ভগৱতী জগন্মাতা চাৰি হাতৰ পাশ, অঙ্কুশ, আৰু শৰধনু হাততলৈ আৰু বৰদাত্রী মুদ্রা দেখুৱাই সিংহৰ পিঠিত উঠি ৰজাৰ ওচৰত প্রত্যক্ষ হ'ল। ধীমান ৰজা সুমদ পাশাঙ্কুশ আৰু ধনুৰ্ব্বান হাতত লৈ কোটি সূৰ্যৰ দৰে দেদীপ্যমানা হৈ ভগৱতীৰ আবিৰ্ভাব হোৱাত পৰম আনন্দিত হ'ল আৰু ভূলুণ্ঠিত মস্তকেৰে ভক্তিভাৱে পুনঃ পুনঃ প্রণাম কৰিব ধৰিলে। ভক্তবৎসলা জগন্মাতাই হাঁহি হাঁহি পুনঃ পুনঃ ৰজাৰ শৰীৰ স্পৰ্শ কৰিলে। তেতিয়া মহামতি সুমদ ভক্তিত গদ্ গদ্ আৰু উদ্ভ্রান্ত চিত্ত আৰু ৰোমাঞ্চিত দেহ হৈ তেওঁৰ স্তৱ কৰিব ধৰিলে—

হে দেবি! আপোনাৰ জয় হওক। হে মহাদেবি! আপুনি ভক্তসকলৰ একমাত্র আৰাধ্য বস্তু। হে নির্ম্মলস্বভাৱে! ব্ৰহ্মা ৰুদ্ৰ আদি দেৱতা সকলেও আপোনাৰ পদযুগল সেৱা কৰি থাকে। মাতঃ! আপোনাৰ আংশিক চিৎশক্তিৰ বলতে এই চৰাচৰ বিশ্ব প্ৰতিভাত হৈছে। আপুনি নাথাকিলে (আপোনাৰ সত্ত্বা ব্যতিৰেকে) এই নিখিল বিশ্বৰ কোনো সত্ত্বাই নাই। হে ভদ্রে! আপোনাক নমস্কাৰ। আপোনাৰ শক্তিয়েই এই পৃথিবী ধাৰণ কৰি স্থিৰ ৰাখিছে। বিচলিতা হোৱা নাই আৰু সেই বাবেই এই পৃথিবী পৰ্বত, অৰণ্য, উদ্যান আৰু দিগ্গজ শোভিত হৈ আছে। সূর্য আপোনাৰ শক্তিৰ বলতে আকাশত উদয় হয়। পৃথিবীত তাপ দি ৰস গ্ৰহণ কৰি পুনৰায় পৰিত্যাগ কৰে। হে সুৰাসুৰ বন্দিতে মহাদেবি। আপোনাৰ প্ৰতাপতেই অগ্নিয়ে লোকসমূহৰ অন্তৰত আৰু বাহিৰত থাকি মঙ্গল বিধান কৰে। আপুনি বিদ্যা, আপুনি লোকসমূহৰ একমাত্র পবিত্রকাৰিণী বিষ্ণুৰ মহামায়া। আপুনিয়েই নিজৰ শক্তিবলৰ দ্বাৰা এই জগতৰ সৃষ্টি কৰিছে আৰু সৃজিত জীৱসকলৰ মোহ উৎপাদন কৰি ৰক্ষা কৰিব ধৰিছে। আপোনাৰ পৰাই দেৱতাসকলে সিদ্ধি লাভ কৰি সুখ ভোগ কৰে। হে কৃপাময়ী ভক্তবৎসলে! হে ভগবতি! মোক পালন কৰক। আপোনাৰ পাদপদ্মৰ সেৱক মোক ৰক্ষা কৰক! হে আদ্যাশক্তি! মোক ৰক্ষা কৰক।

তপস্যা কৰি থকা বাবে ক্ষীণদেহ হৈ যোৱা ৰজা সুমদে এইদৰে স্তৱ কৰাত ভগৱতী সন্তুষ্ট হৈ তেওঁক উত্তম বৰ প্ৰাৰ্থনা কৰিবলৈ অনুমতি দিলে। ৰজা সুমদে জগন্মাতৃৰ তেনে কথা শুনি আনন্দিত হৈ প্ৰাৰ্থনা কৰিলে যে তেওঁৰ দুৰ্জ্জন শত্রুকন্টক বিনাশ কৰি তেওঁ যেন সিহঁতে কাঢ়ি নিয়া ৰাজ্য উদ্ধাৰ কৰিব পাৰে আৰু মহেশ্বৰীৰ পদযুগলত অচলা ভক্তি থাকে যাতে অন্তিম কালত তেওঁ মুক্তি পাব পাৰে।

কামাক্ষা দেবীয়ে সেই প্ৰাৰ্থনা মঞ্জুৰ কৰি ক'লে — "হে সুমদ! তুমি তোমাৰ কন্টক দূৰ কৰি নিজৰ ৰাজ্য উদ্ধাৰ কৰিব পাৰিবা। উত্তম ৰমণীসকলে তোমাৰ পদসেৱা কৰিব আৰু তুমি কেতিয়াও শত্রুৰ দ্বাৰা পৰাজিত নোহোৱা। মহা যশস্বী ৰামচন্দ্ৰই ৰাৱণক নিহত কৰি সকলো প্ৰকাৰ উপকৰণ সংগ্ৰহ কৰি সুচাৰুৰূপে অশ্বমেধ যজ্ঞ কৰি থাকিব সেই সময়ত তেওঁৰ ভাই মহাবীৰ শত্রুবিজয়ী শত্ৰুঘ্ন বীৰযোদ্ধা সকলেৰে পৰিবৃত হৈ অশ্বৰক্ষা কৰিবলৈ আহিব। তেতিয়া তোমাৰ ৰাজ্য আৰু ঐশ্বৰ্য সকলোকে শত্ৰুঘ্নৰ হাতত সমৰ্পন কৰি তোমাৰ নিজৰ বলবান ধনুৰ্দ্ধৰ যোদ্ধা বিলাকৰ লগত তেওঁৰ অশ্ব ৰক্ষা কৰিবলৈ গৈ সাহায্য কৰিবা। হে মহামতে! তুমি শত্ৰুঘ্নৰ সহচৰ হৈ পৃথিবী ভ্ৰমণ কৰিবা।

তাৰ পাছত ব্ৰহ্মা ৰুদ্ৰ, ইন্দ্ৰ প্ৰভৃতি দেৱতাসকলে যাৰ পদসেৱা কৰে সেই ৰামচন্দ্ৰক নমস্কাৰ কৰি জিতেন্দ্ৰিয় যোগী সকলৰো দুৰ্লভ মুক্তি তুমি পাবা। ৰামৰ যজ্ঞীয় অশ্ব অহালৈকে তুমি ইয়াত থাকিবা। তা'ৰ পাছত মই তোমাক উদ্ধাৰ কৰি তোমাক পৰম পদলৈ লৈ যাম।" এই বুলি কৈ সুৰাসুৰ বন্দিতা ভগৱতী কামাক্ষা দেবী অন্তৰ্হিতা হ'ল।

সুমদেও তাৰ পাছত শক্ৰবৰ্গক নিহত কৰি অহিচ্ছত্ৰ ৰাজ্য পালে। এই ৰজাই বলবাহনৰ সহায়ত আমাৰ অশ্ব গ্ৰহণ কৰিব পাৰিলেও মহামায়াৰ আদেশত অশ্ব গ্ৰহণ নকৰে। পৰন্তু! হে সৰ্বজ্ঞ শত্ৰুঘ্ন! সেই মহামনা ৰজা সুমদে যেতিয়া অশ্বমেধ যজ্ঞৰ ঘোৰা তেওঁৰ নগৰৰ কায পোৱা বুলি শুনিব আৰু যেতিয়া শুনিব সমস্ত মহাৰাজা সকলে সেব্যমান হৈ আনুনিও আহিব ধৰিছে তেতিয়া মহাৰাজ ৰামচন্দ্ৰৰ প্ৰতাপৰ বলত তেতিয়াই তেতিয়াই আপোনাক যথাসৰ্বস্ব দান কৰি দিব। মহাযশা শ্ৰীমান শত্ৰুঘ্নই সুমদ ৰজাৰ বৃত্তান্ত শুনি বৰ আনন্দ প্ৰকাশ কৰি সাধুবাদ কৰিলে।

ইফালে অহিচ্ছত্ৰাধিপতি সুমদ ৰাজসভাত সুখাসীন হৈ বহি আছে। বহুবিলাক ক্ষত্ৰিযই তেওঁৰ পদসেৱা কৰি আছে আৰু আত্মীয স্বজনে তেওঁক পৰিবেষ্টন কৰি আছে। মহা মহা সমৃদ্ধিশালী বৈশ্য সকলে তেওঁক উপাসনা কৰি আছে। যি বিলাক উত্তম ব্ৰাহ্মণে চিৰকাল বেদ-চৰ্চাত কাল যাপন কৰিছে -- তেওঁলোকে ৰজাক আশীৰ্বাদ কৰি আছে। এনে সময়ত এজন মানুহে আহি ৰজাৰ ওচৰত নিবেদন কৰিলে — প্ৰভো! এটি অশ্বই কপালত পত্ৰ বহন কৰি ওচৰতে বিচৰণ কৰিব ধৰিছে। সেইটো কা'ৰ অশ্ব আমি বুজিব পৰা নাই। সেই কথা শুনি ৰজা সুমদে তেওঁৰ এজন উত্তম সেৱকক এই বুলি কৈ পঠিয়াই দিলে যে তুমি সোনকালে কাৰ অশ্ব নগৰৰ ওচৰত বিচৰণ কৰিব ধৰিছে সেই কথাটো জানি আহা। তাৰ পাছত সেই সেৱকে তালৈ গৈ আদ্যোপান্ত সমস্ত খবৰ জানি আহি ৰজাসকলৰ মাজত বহি থকা সুমদ মহাৰাজক সমস্ত নিবেদন কৰিলে। সৰ্বগুণান্বিত ৰজা সুমদে বহুদিনৰ পৰা বাধ্য কৰি থকা ৰামৰ অশ্ব অহা বুলি শুনি পূৰ্বৰ ঘটনা সকলো মনতে ভাবি সকলোকে আদেশ দিলে যে মোৰ সমস্ত লোকে ধনধান্য সমৃদ্ধি আদিৰে নিজ নিজ ঘৰৰ সন্মুখত তোৰণ আদি নিৰ্মান কৰক। এইদৰে নগৰ সুসজ্জিত কৰক। আৰু সহস্ৰ সহস্ৰ সুন্দৰী কন্যা মনোহৰ ভূষণেৰে সজ্জিত হৈ হাতীত উঠি শত্ৰুঘ্নৰ ওচৰলৈ যাওক। সকলোকে এইদৰে আদেশ কৰি ৰজা স্বয়ং পুত্ৰ পৌত্ৰাদি পৰিবাৰ বৰ্গৰ সহিত শত্ৰুঘ্নৰ ওচৰলৈ যাত্ৰা কৰিলে। অমাত্যবৰ্গ, ভাটবৰ্গ আৰু পুষ্পকল আদি যোদ্ধাসকলেৰে পৰিবেষ্টিত হৈ থকা শত্ৰুঘ্নই দেখিলে যে বীৰবৰ ৰজা সুমদ মাহুত সহ হাতী, সুসজ্জিত অশ্ব আৰু শত্ৰুতাপন সৈন্য বিলাকেৰে পৰিবেষ্টিত হৈ তেওঁৰ ওচৰলৈ আহিব ধৰিছে। তাৰ

পাছত সুমদ তালৈ আহি আনন্দেৰে মহাৰাজ শত্ৰুঘ্নক প্ৰণাম কৰি নিবেদন কৰিলে — মই আজি ধন্য হঁলো — বৰ কৃতাৰ্থ হ'লোঁ। আপোনাক দেখা পাই আজি মোৰ শৰীৰ পৱিত্ৰ হ'ল। মহাৰাজ! এই উৎকৃস্ট মণিমুক্তাদি ধন সমৃদ্ধিশালী শোভাময় ৰাজ্য আপুনি গ্ৰহণ কৰক। প্ৰভো ! মই আজি বহুদিনৰ পৰা আপোনালোকৰ যজ্ঞীয় অশ্বৰ আগমন প্ৰতীক্ষা কৰি আছিলেঁ। ভগৱতী কামাক্ষা দেবীয়ে পূৰ্বে মোক যি কৈছিল এতিয়া সেই সকলো বিলাক সু-সম্পন্ন হৈ আহিব ধৰিছে। হে ভূপতে ৰামানুজ! এই নগৰী অৱলোকন কৰক, আপোনাৰ দৰ্শন দান কৰি মোৰ প্ৰজা সকলক কৃতাৰ্থ কৰক আৰু মোৰ গৃহত পদাৰ্পণ কৰি আমাৰ বংশ পৱিত্ৰ কৰক।

এই বুলি ৰজা সুমদে মহাবীৰ শত্ৰুঘ্ন আৰু চন্দ্ৰৰ দৰে প্ৰভাশালী ভৰত পুত্ৰ পুষ্পলক হাতীত তুলি দি নিজেও তাত উঠিল। সেই সময়ত ৰজা সুমদৰ আদেশত বীণা, বেনু, ভেৰী, পণব, তুৰ্য্য প্ৰভৃতি বাদ্যৰ নিনাদত সেই নগৰী তুমুল হৈ উঠিল। ইন্দ্ৰাদি দেৱতা সকলেও যাৰ পদসেৱা কৰে সেই মহাৰাজ শত্ৰুঘ্নৰ ওচৰত বহুবিলাক কন্যা ৰজাৰ আদেশত হাতীৰ উপৰত উঠি আহি মুক্তাবিলাক ছটিয়াই দি তেওঁক সম্বৰ্দ্ধনা জনালে। সেই ৰাজ্যৰ সেই ঠাইত থকা সকলোবিলাক লোকে পৰম আনন্দেৰে সম্বৰ্দ্ধনা কৰাৰ পাছত ৰজা শত্ৰুঘ্ন ধীৰে ধীৰে সেই তোৰণাদিৰে বিভূষিত ৰাজভৱনৰ সমুখত উপস্থিত হ'লহি। বীৰবৰ্গৰ দ্বাৰা পৰিবৃত হৈ অশ্বৰত্ন সমভিব্যাহাৰে ৰজা সুমদৰ আগে আগে গৈ পৰম শোভা ধাৰণ কৰি শত্ৰুঘ্ন ৰাজভৱনত প্ৰবেশ কৰিলে। ৰজা আনন্দিত হৈ ৰঘুনাথ ৰামচন্দ্ৰৰ কনিষ্ঠ ভ্ৰাতাক অৰ্ঘ্যাদিৰ দ্বাৰা পূজা কৰি ধীমান ৰামচন্দ্ৰৰ উদ্দেশ্যে যথাসৰ্বস্ব দান কৰিলে।

তাৰ পাছত পুৰুষশ্ৰেষ্ঠ ৰজা সুমদ মধুৰ ৰামকথা শুনিবৰ ইচ্ছা কৰি স্বাগত সম্ভাষণেৰে সন্তুষ্ট কৰি শত্ৰঘ্নক ক'লে— যিজনে ভক্ত সকলক ৰক্ষা কৰিবৰ কাৰণে এই পৃথিবীত অৱতীৰ্ণ হৈছে, যিজনে মোক যথেষ্ট অনুগ্ৰহ কৰে সেই সৰ্ব্বলোক শিৰোমণি ৰামচন্দ্ৰ কুশলে আছে নে? এই নগৰীৰ লোক ধন্য; কাৰণ তেওঁলোকে পৰম আনন্দেৰে নিজ নিজ চক্ষুযুৰিৰে অবিৰত ৰামচন্দ্ৰৰ মুখপদ্ম চাব পাৰিছিল। হে মহামতে! হে পুৰুষ প্ৰবৰ! মোৰ বংশ, ৰাজ্য সম্পত্তি সমস্তই আজি সাৰ্থক হ'ল। ভগৱতী কামাক্ষা দেবী দয়া কৰি মোৰ প্ৰতি এই অনুগ্ৰহ কৰি গৈছে যে তেওঁৰেই অনুগ্ৰহৰ বলত আজি মই ৰামচন্দ্ৰক যথাসৰ্বস্ব দান কৰি চৰিতাৰ্থ হব পাৰিলোঁ। এতিয়া মই আত্মীয় স্বজনক লগত লৈ গৈ ৰঘুনাথৰ মুখ-চন্দ্ৰ দৰ্শন কৰিবলৈ সক্ষম হম। ৰাজশ্ৰেষ্ঠ বীৰ সুমদে এই কথা কোৱাৰ পাছত ৰামানুজ মহামতি শত্ৰুঘ্নই ৰামচন্দ্ৰৰ কীৰ্তিকলাপৰ কথা তেওঁৰ আগত বৰ্ণনা কৰিলে। তাৰ পাছত তিনি ৰাতি তাত থাকি সেই ৰজাক লগত লৈ যাবলৈ ইচ্ছা

কৰিলে। মহাৰাজ সুমদে তেতিয়া মহাৰাজ শত্ৰুঘ্ন আৰু পুষ্কলৰ অনুমতি লৈ অবিলম্বে নিজৰ পুত্ৰক ৰাজ্যত অভিষিক্ত কৰিলে আৰু শত্ৰুঘ্নৰ ভৃত্যসকলক বহুপ্ৰকাৰ বস্ত্ৰ, ৰত্ন আৰু অৰ্থ প্ৰদান কৰিলে। তাৰ পাছত ৰজা সুমদ উৎকৃষ্ট অশ্ব, হস্তী, পদাতি আৰু এককোটি ৰথ লগত লৈ বহুদৰ্শী মন্ত্ৰীসকল সমভিব্যাহাৰে যাত্ৰা কৰিলে। শত্ৰুঘ্ন ৰঘুনাথৰ প্ৰতাপেৰে প্ৰতাপান্বিত হৈ বাটত সেই ধনুৰ্দ্ধৰ সুমদৰ লগত হাঁহি ধেমালি কৰি পৰমসুখে যাব ধৰিলে। শত্ৰুবিজয়ী যোদ্ধাসকল তেওঁলোকৰ পাছে পাছে যাব ধৰিলে। তেওঁলোকে পয়োষ্ণী নদীৰ পাৰে পাৰে যাব ধৰিলে। বাটত যাওঁতে তীব্ৰতপা ঋষিবিলাকৰ আশ্ৰম দেখা পাব ধৰিলে। এইদৰে গৈ থাকোঁতে প্ৰভু ৰঘুনাথৰ গুণকীৰ্তন শুনি শুনি যাই থাকিব লাগিছিল। এঠাইত শুনিবলৈ পালে যে ঋষিসকলে কব ধৰিছে যে এই হৰি (অশ্ব) হৰি (শত্ৰুঘ্ন) দ্বাৰা ৰক্ষিত হৰিৰ (ৰামৰ) অনুগামী হৰিভক্ত (ৰামভক্ত) লোকসকল আৰু হৰিগণৰ (বানৰ সকলৰ) দ্বাৰা পৰিবেষ্টিত হৈ যাব ধৰিছে।

(এষ ধীমান্ হৰিৰ্যাতি হৰিণা পৰিৰক্ষিতঃ।
হৰিভিৰ্হৰিভক্তৈশ্চ হৰিবৰ্ষাণুগৈৰ্মুহুঃ)

ৰামভক্ত বিলাকৰ ভিতৰত প্ৰধান শত্ৰুঘ্নই চাৰিওফালৰ পৰা ঋষিবিলাকৰ মুখত তেনে ধৰণৰ মধুৰ কথা শুনি সন্তোষ লাভ কৰিলে। এইদৰে যাওঁতে যাওঁতে বাটত এটি পবিত্ৰ আশ্ৰম দেখিবলৈ পালে।

(সেই আশ্ৰম চ্যৱণ মুনিৰ আশ্ৰম আছিল)

---

চ্যৱণ মুনিৰ উপাখ্যান মৎকৃত 'দৈবচক্ৰ' পুস্তকত ইতিপূৰ্ব্বে সন্নিবেশ কৰা হৈছে।

# মহাভাৰতৰ আখ্যান

(আৰুণি, উপমন্যু, উতঙ্ক, শকুন্তলা, কচ
আৰু দেৱযানী চৰিত)

শ্ৰীদেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্য

# আগকথা

ৰামায়ণ মহাভাৰতৰ আখ্যানবোৰ অতিশয় শিক্ষাপ্ৰদ। জাতীয় শিক্ষাৰ বাবে ৰামায়ণ মহাভাৰত পঠন পাঠন অত্যন্ত আৱশ্যক; কিয়নো এই দুই মহাকাব্য জাতীয় কৃষ্টি সংস্কৃতিৰ বাহক হৈ আহিছে।

ৰামায়ণ মহাভাৰত একাধাৰে মহাকাব্য, ধৰ্মশাস্ত্ৰ আৰু দেশৰ ইতিহাস ৰূপে পৰিগণিত। ভাৰতবৰ্ষৰ অতীত কাহিনী জানিবলৈ এই দুইখনি গ্ৰন্থই যথেষ্ট অৰিহণা যোগায়।

স্কুল কলেজৰ ছাত্ৰ-ছাত্ৰী সকলে এই কাহিনীবোৰ পঢ়িব বুলি আশা কৰি মূল মহাভাৰতৰ পৰা সংগ্ৰহ কৰা হৈছে।

লিখক

২৯।৫।৭৮

# পুৰণি কালৰ গুৰু আৰু শিষ্য

আজি কালি গুৰু আৰু শিষ্য নাইবা শিক্ষক আৰু ছাত্ৰৰ মাজত থকা সম্বন্ধ পুৰণি কালৰ গুৰু আৰু শিষ্যৰ মাজত থকা সম্বন্ধৰ কোনো তুলনাই কৰিব নোৱাৰি। এই সম্পৰ্কে গুৰু আয়োধধৌম্য আৰু তেওঁৰ শিষ্য তিনিজনৰ বৃত্তান্ত অতিশয় চমকপ্ৰদ।

ঋষি আযোধধৌম্যৰ শিষ্য তিনি জনৰ নাম আছিল উপমন্যু, আৰুণি আৰু বেদ। আগৰ দিনত শিষ্যই গুৰুগৃহত থাকি বিদ্যা শিক্ষা কৰিছিল আৰু শিষ্যই গুৰু আৰু গুৰুপত্নীৰ আদেশত তেওঁলোকৰ সংসাৰৰ সকলো ৰকমৰ কাৰ্য্য সম্পাদন কৰিছিল। এইদৰে সাংসাৰিক কাৰ্য্যৰ মাধ্যমত শিষ্যসকলে নিজৰ নিজৰ ভৱিষ্যৎ সংসাৰ-জীৱনৰ বাবে উপযুক্ত বিদ্যা আৰু কৰ্ম্ম কৌশল অৰ্জ্জন কৰি লৈছিল।

## আৰুণি উপাখ্যান ঃ

এদিনাখন গুৰু আয়োধধৌম্যই আৰুণিক মতাই আনি আদেশ দিলে যে তেওঁ খেতিৰ পথাৰলৈ গৈ পথাৰৰ পৰা যাতে পানী ওলাই যাব নোৱাৰে তাৰ বাবে পথাৰত আলি বান্ধিব লাগে।

আৰুণিয়ে উপাধ্যায় গুৰুৰ আদেশ পাই খেতিৰ পথাৰলৈ গ'ল আৰু আলি বান্ধিবলৈ আৰম্ভ কৰিলে; কিন্তু তেওঁ অশেষ কষ্টস্বীকাৰ কৰিও আলি বান্ধিব নোৱাৰিলে। অগত্যা তেওঁ নিজে আলি বান্ধিব ধৰা ঠাইত শুই থাকি পানী ওলাই যোৱাটো নিবাৰণ কৰিলে। সেই কাৰণে তেওঁ গুৰুগৃহলৈ উভতি আহিব নোৱাৰিলে। গুৰুৱে অন্য শিষ্যবিলাকৰ লগত আৰুণিক নেদেখি শিষ্য বিলাকক সুধিলে যে আৰুণি কিয় অনুপস্থিত, তেওঁ ক'লৈ গৈছে?

শিষ্যবিলাকে উত্তৰ দিলে যে তেওঁ আপোনাৰ আদেশক্ৰমে পথাৰৰ আলি বান্ধিবলৈ গৈছে। তেতিয়া উপাধ্যায়ৰ মনত কিবা শঙ্কা উপজিল আৰু তেওঁ শিষ্যবিলাকক ক'লে - ব'লা, আৰুণি য'লৈ গৈছে তালৈ আমিও যাওঁ। কি কৰিছে - চাওঁগৈ ব'লা।

তেওঁলোক সকলোটি সেই স্থানলৈ গৈ আৰুণিক দেখা নোপোৱাত [illegible] তেওঁক উপাধ্যায়ে চিঞৰি মাতিবলৈ ধৰিলে — বৎস, আৰুণি! তুমি [illegible] গৈছা? সোনকালে ঘূৰি আহা। উপাধ্যায়ৰ আহ্বান শুনি আৰুণি আলিৰ [illegible] পৰা

তৎক্ষণাৎ উঠি আহি গুৰুৰ ওচৰত উপস্থিত হ'ল আৰু বিনম্ৰ বচনেৰে নিবেদন কৰিলে যে শষ্য ক্ষেত্ৰৰ পৰা পানী যিদৰে ওলাই যাব ধৰিছে, তাক নিবাৰণ কৰা অসম্ভৱ দেখি মই নিজেই তাত শুই পৰিছিলোঁ; এতিয়া আপোনাৰ আহ্বান শুনি আলিৰ বান্ধৰ পৰা উঠি আলিৰ মাটি ভেদ কৰি আপোনাৰ ওচৰলৈ আহিছোঁ।

তাৰ পাছত আৰুণিয়ে উপাধ্যায়ক প্ৰণাম কৰি কবলৈ ধৰিলে "মই এতিয়া কি কৰিম, আদেশ কৰক।

উপাধ্যায়ে আৰুণিৰ সৎ প্ৰচেষ্টা আৰু কৰ্মৰ প্ৰতি দায়িত্বজ্ঞান থকা উপলব্ধি কৰি আৰুণিৰ প্ৰতি অতিশয় সন্তুষ্ট হৈ ক'লে - বৎস! তুমি আলি বিদাৰণ কৰি উঠি অহা বাবে তোমাৰ নাম আজিৰ পৰা উদ্দালক হব আৰু মোৰ আদেশ পালন কৰা বাবে তোমাৰ শ্ৰেয়ঃ লাভ হব। তোমাৰ অন্তৰত বেদ আৰু সমস্ত ধৰ্মশাস্ত্ৰ সমানভাৱে সৰ্ব্বতিকালে প্ৰতিভাত হৈ থাকিব।

গুৰুৰ আশীৰ্ব্বাদত আৰুণি সৰ্বজ্ঞ পণ্ডিত হৈ উঠিল আৰু গুৰুৰ আদেশ লৈ নিজৰ দেশলৈ গমন কৰিলে।

গুৰুবাক্য পালন কৰিলে অভিষ্ট লাভ হয়, তাৰ ই এক প্ৰকৃষ্ট উদাহৰণ হৈ থাকিল।

## উপমন্যু উপাখ্যান ঃ

আয়োধধৌম্যৰ উপমন্যু নামে আন এজন শিষ্য আছিল। এদিন তেওঁ উপমন্যুক ক'লে - 'বাছা উপমন্যু! তুমি সততে সাৱধান হৈ মোৰ গৰুবিলাক ৰক্ষা কৰিবা।" এই বুলি কৈ তেওঁ উপমন্যুক গৰু চৰাবলৈ পঠাই দিলে। উপমন্যুয়ে নিতৌ গৰু চৰাবলৈ ধৰিলে।

উপমন্যুয়ে দিনৰ ভাগত গৰু চৰাই সন্ধ্যাৰ সময়ত গুৰুৰ ওচৰলৈ আহি প্ৰণাম কৰি তেওঁৰ সমুখত থিয় হয়। এদিনাখন উপাধ্যায়ে উপমন্যুক আগত কৈ শকত-আৱত হোৱা দেখি সুধিলে - বাছা উপমন্যু! তোমাক অজি কালি বৰ হৃষ্ট পুষ্ট দেখিছোঁ। তুমি আজি-কালি কি আহাৰ খোৱা কোৱাচোন। উপমন্যুয়ে উত্তৰ দিলে - ভগৱন! মই এতিয়া ভিক্ষা-বৃত্তি গ্ৰহণ কৰিছোঁ।

সেই কথা শুনি গুৰুৱে ক'লে - চোৱা! মোক নজনোৱাকৈ তুমি ভিক্ষালব্ধ দ্ৰব্য উপভোগ কৰা উচিত হোৱা নাই।

পাছদিনা উপমন্যুই ভিক্ষাত পোৱা সমস্ত অন্ন গুৰুক আনি দিলে। গুৰুৱে সমস্ত দ্ৰব্য ৰাখি থ'লে আৰু উপমন্যুৰ ভোজনৰ বাবে কিঞ্চিৎ মাত্ৰও নিদিলে। তাৰ পাছত উপমন্যুয়ে দিনৰ ভাগত গো-ৰক্ষণ কৰি সন্ধ্যা সময়ত গুৰুৰ সন্মুখলৈ আহি নিতৌ নমস্কাৰ কৰে। এদিনাখন উপাধ্যায়ে পুনঃ উপমন্যুক হৃষ্ট

পুষ্ট দেখি সুধিলে - উপমন্যু! তোমাৰ ভিক্ষাত পোৱা সমস্ত অন্ন ময়ে লৈছোঁ - তোমাক একো দিয়া নাই; তথাপি তোমাক স্থূলকায় দেখিছোঁ। এতিয়া তুমি কি আহাৰ কৰা, কোৱা।

উপমন্যুয়ে উত্তৰ দিলে - ভগৱন্! এবাৰ ভিক্ষা কৰি অনা অন্ন আপোনাক দিওঁ আৰু দ্বিতীয়বাৰ ভিক্ষা কৰি অনা অন্ন মই আহাৰ কৰোঁ।

গুৰুয়ে তেতিয়া ক'লে, চোৱা! এইটো সৎলোকৰ সমুচিত কাৰ্য্য নহয়। ইয়াৰ দ্বাৰা অন্য লোকৰ বৃত্তি ৰোধ হৈছে, আৰু এইদৰে তুমিও ক্ৰমে ক্ৰমে লোভপৰায়ণ হ'বা। গুৰুৱে উপমন্যুক দ্বিতীয় বাৰ ভিক্ষা কৰিবলৈ নিষেধ কৰি দিলে। তাৰ পাছতো উপমন্যুক পূৰ্ব্বৰ দৰে হৃষ্ট-পুষ্ট দেখি গুৰুৱে সুধিলে - তুমি এতিয়া কি আহাৰ কৰা? তোমাক তো পূৰ্বতকৈও বেছি স্থূলকায় হোৱা যেন দেখিছোঁ।

তেতিয়া উপমন্যুয়ে উত্তৰ দিলে - ভগৱন্! এতিয়া গাভীৰ দুগ্ধ পান কৰি প্ৰাণ ধাৰণ কৰিছোঁ। গুৰুৱে শুনি ক'লে - তুমি তো গাইৰ দুধ খাবৰ কাৰণে মোৰ অনুমতি লোৱা নাই; এইটো তোমাৰ অন্যায় হৈছে। উপমন্যুয়ে গাইৰ গাখীৰ খাবলৈকো এৰি দিলে। তাৰ পাছতো গুৰুৱে উপমন্যুক পূৰ্ব্বৰ দৰে হৃষ্ট-পুষ্ট দেখি সন্ধ্যা সময়ত এদিন সুধিলে - উপমন্যু! তুমি এতিয়া কি ভক্ষণ কৰিছা? তুমি এতিয়া ভিক্ষান্ন ভক্ষণ নকৰা আৰু ভিক্ষাৰ বাবে দ্বিতীয় বাৰো কাৰো ওচৰলৈ নোযোৱা আৰু গাভীৰ দুধ পান কৰিবলৈকো মই নিষেধ কৰিছোঁ, তথাপি তোমাক পূৰ্বৰ দঁৰে হৃষ্টপুষ্ট দেখিছোঁ। এতিয়া তুমি কি খাই থকা?

উপমন্যুই উত্তৰ দিলে - ভগৱন্! গৰু পোৱালিবিলাকে মাকৰ দুধ পান কৰি যি ফেন উদ্গাৰ কৰে, মই এতিয়া তাকে ভক্ষণ কৰোঁ।

উপাধ্যায়ে ক'লে - অতি শান্তভাৱ দামুৰি বিলাকে তোমাৰ প্ৰতি অনুকম্পা বশতঃ অধিক পৰিমাণে ফেন উদ্গাৰ কৰে; সুতৰাং তুমি সিহঁতৰ আহাৰৰ ব্যাঘাত ঘটাইছা। ইয়াৰ পাছত তোমাৰ ফেন ভক্ষণ কৰাও উচিত নহব। এই আদেশ পোৱাৰ পাছতো উপমন্যুই পূৰ্বৰ দৰে গো-ৰক্ষণ কৰি থাকিল।

উপাধ্যায়ৰ এই নিষেধ বাক্যৰ পাছত উপমন্যুই ভিক্ষান্ন ভক্ষণ নকৰে, দ্বিতীয়বাৰ ভিক্ষাৰ বাবে নাযায়, গাভীৰ দুধ পান নকৰে আৰু দুগ্ধৰ ফেনো নাখায়। এনে অৱস্থাত উপমন্যু এদিন বৰ ক্ষুধাৰ্ত্ত হৈ আকন্দ গছৰ পাত ভক্ষণ কৰিলে। আকন্দ পাতত থাকে ক্ষাৰ, তিতা, কটু, ৰুক্ষ আৰু তীক্ষ্ণ বিপাক। সেই কাৰণে আকন্দপাত খোৱাত তেওঁৰ চক্ষুৰ দোষ ঘটিল আৰু তেওঁ অন্ধ হ'ল। অন্ধ হৈ ইফালে সিফালে ঘূৰি-ফুৰি এটা কুৱাত পৰি গ'ল।

সন্ধ্যা লাগিল। উপমন্যু ঘূৰি অহা নাই। গুৰুৱে অন্য শিষ্যবিলাকক ক'লে- উপমন্যু ক'লৈ যাব পাৰে? শিষ্যবিলাকে উত্তৰ দিলে যে আপুনি তাক গৰু

চৰাবৰ কাৰণে অৰণ্যলৈ পঠিয়াই দিছে - ঘূৰি অহাত কিবা কাৰণে হয়তো পলম হৈছে।

উপাধ্যায়ে ক'লে - চোৱা, মই উপমন্যুক সকলো প্ৰকাৰ আহাৰ কৰিবলৈ নিষেধ কৰিছোঁ। সেইবাবে হয়তো সি খং কৰি ঘূৰি অহা নাই। এই বুলি কৈ উপাধ্যায় শিষ্যবিলাকক লগত লৈ অৰণ্যলৈ বুলি খোজ ল'লে।

অৰণ্যৰ ভিতৰত প্ৰৱেশ কৰি উপাধ্যায়ে "বৎস উপমন্যু! তুমি ক'ত আছা" বুলি চিঞৰিব ধৰিলে। উপমন্যুয়ে গুৰুৰ আহ্বান স্বৰ বুজিব পাৰি উচ্চৈঃস্বৰে উত্তৰ দিলে - "মই কুৱাত নিপতিত হৈছোঁ।

উপাধ্যায়ে সুধিলে "তুমি কেনেকৈ কুৱাত নিপতিত হ'লা?" উপমন্যুয়ে উত্তৰ দিলে "মই আকন্দ গছৰ পাত ভক্ষণ কৰি অন্ধ হৈ কুৱাত পৰি গৈছোঁ।

তেতিয়া উপাধ্যায়ে ক'লে দেৱ-বৈদ্য অশ্বিনীকুমাৰৰ স্তৱ কৰা। গুৰুৰ উপদেশ অনুসাৰে বেদবাক্যেৰে অশ্বিনীকুমাৰৰ স্তৱ আৰম্ভ কৰিলে।

অশ্বিনীকুমাৰদ্বয় (১) উপমন্যুৰ স্তৱত সুন্তুষ্ট হৈ আৱিৰ্ভূত হ'ল আৰু উপমন্যুক ক'লে - আমি তোমাৰ প্ৰতি অতিশয় সন্তুষ্ট হৈছোঁ। আমি তোমাক এই পিঠা দিলোঁ; তুমি ভক্ষণ কৰা। উপমন্যুয়ে ক'লে - মই এই পিঠা গুৰুক নিবেদন নকৰাকৈ খাব নোৱাৰোঁ। তেতিয়া অশ্বিনীকুমাৰদ্বয়ে ক'লে - পূৰ্বে তোমাৰ উপাধ্যায়ে আমালোকক স্তৱ কৰিছিল আৰু আমি সন্তুষ্ট হৈ এখন পিঠা দিছিলোঁ; তেওঁ কিন্তু গুৰুৰ আদেশ নোলোৱাকৈয়ে সেই পিঠা উপভোগ কৰিছিল; অতএৱ তোমাৰ উপাধ্যায় যেনে কৰিছিল, তুমিও তাকে কৰা।

তেতিয়া উপমন্যুয়ে অনুনয় কৰি ক'লে, মই গুৰুক নিবেদন নকৰাকৈ পিঠা খাব নোৱাৰিম।

অশ্বিনীকুমাৰযুগলে তেতিয়া ক'লে- তোমাৰ এই প্ৰকাৰৰ গুৰুভক্তিত আমি অতিশয় প্ৰসন্ন হৈছোঁ। তোমাৰ উপাধ্যায়ৰ দাঁতবোৰ লৌহময়, তোমাৰো দাঁতবোৰ স্বৰ্ণময় হব আৰু তোমাৰ চক্ষুলাভ হব আৰু শ্ৰেয়ঃ লাভ হব।

অশ্বিনীকুমাৰৰ বৰৰ প্ৰভাৱত উপমন্যুয়ে পূৰ্ব্ববৎ চক্ষু লাভ কৰিলে। তাৰ পাছত তেওঁ গুৰুৰ ওচৰলৈ গৈ সকলো বৃত্তান্ত নিবেদন কৰিলে। গুৰুৱে অতিশয় প্ৰীতি লাভ কৰিলে আৰু আশীৰ্ব্বাদ দিলে যে অশ্বিনী কুমাৰদ্বয়ে যেনেদৰে কৈছে, তেনেদৰে তোমাৰ মঙ্গলবিধান হব আৰু সকলো বেদ আৰু ধৰ্মশাস্ত্ৰবোৰ তোমাৰ স্মৃতি পথত থাকিব।

উপমন্যুৰ এই প্ৰকাৰ পৰীক্ষা হৈছিল। গুৰুৰ আশীৰ্ব্বাদত তেওঁ সৰ্বশাস্ত্ৰ পাৰঙ্গম হৈছিল।

---

(১) অশ্বিনীকুমাৰ — সূৰ্য্য পত্নীৰ যুগলকুমাৰ, স্বৰ্গবৈদ্য

# বেদঋষি - উতঙ্ক বৃত্তান্ত

ঋষি আয়োধধৌম্যৰ আন এজন শিষ্য আছিল - যাৰ নাম আছিল বেদ। এদিনাখন উপাধ্যায়ে তেওঁক আদেশ দিলে - বৎস বেদ! তুমি কিছুদিন মোৰ ঘৰতে থাকি আমাক সেৱা-শুশ্রূষা কৰা, তোমাৰ মঙ্গল হব।

বেদে গুৰুবাক্য শিৰোধাৰ্য্য কৰি গুৰু গৃহত থাকি গুৰুৰ সেৱা শুশ্রূষাত বহুকাল নিযুক্ত হৈ থাকিল। গুৰুৱে কোনো কাম কৰিবলৈ আদেশ দিলে, তেওঁ জাৰ-জহ ক্ষুধা-তৃষ্ণা প্ৰভৃতি যাৱতীয় ক্লেশ গণ্য নকৰি ভক্তি আৰু শ্ৰদ্ধাৰে সেই কাম সম্পন্ন কৰিছিল; কেতিয়াও কোনো বিষয়ত অৱহেলা নকৰিছিল। এইদৰে বহুদিন অতীত হৈ গ'ল। গুৰু তেওঁৰ সেৱাত অতিশয় সন্তুষ্ট হৈছিল। গুৰুৰ যেতিয়া প্ৰীতি আৰু সন্তোষ লাভ হৈছিল, শিষ্য বেদৰ গুৰুৰ অনুগ্ৰহত সৰ্ব্বজ্ঞতা আৰু পৰম মঙ্গল লাভ হৈছিল।

এতিয়া বেদৰ গাৰ্হস্থ্য আশ্ৰমত প্ৰৱেশ কৰিবৰ সময় উপস্থিত হৈছে। গুৰুৰ অনুমতি লৈ তেওঁ গুৰুগৃহৰ পৰা স্বগৃহলৈ ঘূৰি আহিল। গৃহস্থাশ্ৰমত বেদৰো তিনি জন শিষ্য আছিল; কিন্তু বেদে শিষ্য বিলাকক কোনো কৰ্মত নিয়োগ নকৰিছিল আৰু গুৰু-শুশ্রূষাৰ বাবেও শিষ্যক কোনো আদেশ নিদিছিল; কাৰণ গুৰু-গৃহত বাস কৰা দিনত তেওঁ যি দুঃখ কষ্ট পাইছিল, সেই দুঃখ-কষ্টৰ কথা তেওঁৰ মনত সদায় জাগৰূক হৈ আছিল। এইনিমিত্তে তেওঁ শিষ্যবিলাকক কোনো ক্লেশ বা দুঃখ কষ্ট দিবলৈ ইচ্ছা নকৰিছিল।

কিছুদিনৰ মূৰত ৰজা জন্মেজয় আৰু পৌষ্য নামৰ আন এজন ৰজা বেদঋষিৰ ওচৰলৈ আহি তেওঁক উপাধ্যায়ৰূপে বৰণ কৰিলে।

এসময়ত তেও যাজন কাৰ্য্য উপলক্ষে দূৰ ঠাইলৈ যাব লগা হৈছিল। সেই সময়ত তেওঁ তেওঁৰ উতঙ্ক নামক শিষ্যক আদেশ কৰিলে যে 'বৎস', মোৰ অনুপস্থিতিত যদি মোৰ ঘৰত কোনো বস্তুৰ বা বিষয়ৰ অভাৱ হয়, তুমি সেই অভাৱ তৎক্ষণাৎ পূৰণ কৰিবা। বেদঋষিয়ে উতঙ্কক এই আদেশ দি প্ৰবাসলৈ যাত্ৰা কৰিলে।

এদিনাখন উপাধ্যায়ৰ পত্নীসকলে উতঙ্কক মতাই আনি ক'লে যে তোমাৰ উপাধ্যায়ানী ঋতুমতী হৈছে। এই সময়ত গুৰু ঘৰত নাই। তেওঁৰ ঋতু যাতে নিষ্ফল নহয়, সেই বিষয়ে তোমাৰ কৰ্ত্তব্য আৰু দায়িত্ব আছে। ঋতুৰ কাল শেষ হৈছে আৰু ঋতুৰক্ষাৰ সময় উপস্থিত হৈছে।

উতঙ্কই এনে অসঙ্গত কথা শুনি ক'লে — মাতৃসকল! মই স্ত্ৰীলোকৰ কথাত এনে কুকৰ্ম কেতিয়াও কৰিব নোৱাৰিম আৰু গুৰুৱে মোক কোনো অন্যায় আচৰণ কৰিবলৈ আদেশ দি যোৱা নাই।

ইয়াৰ পাছত দুই-চাৰিদিনৰ ভিতৰতে উপাধ্যায় প্ৰৱাসৰ পৰা ঘৰলৈ ঘূৰি আহিল আৰু উতঙ্কৰ সজ চৰিত্ৰৰ কথা আদ্যোপান্ত শুনি অতিশয় প্ৰসন্ন হৈছিল। তেওঁ উতঙ্কক ক'লে - বোপা! তোমাৰ এই সজ আচৰণৰ বাবে মই তোমাৰ কি উপকাৰ কৰিব পাৰোঁ? তুমি ধৰ্মতঃ মোৰ শুশ্ৰূষা কৰিছা, তাত মই অতিশয় সন্তুষ্ট হৈছোঁ। অতএৱ মই তোমাক সৰ্ব্বান্তঃকৰণে আশীৰ্বাদ দিছোঁ যে তোমাৰ সকলো মনোৰথ সফল হওক। এতিয়া তুমি গৃহাশ্ৰমলৈ যোৱা। মই অনুমতি দিলোঁ। (গুৰু-গৃহত শিক্ষালাভ কৰি সৎচৰিত্ৰ গঠন কৰাই যে মূল লক্ষ্য - এইবোৰ আখ্যানে তাক স্পষ্টকৈ নিৰ্দ্দেশ দিয়ে।)

গুৰুৱে গাৰ্হস্থ্য আশ্ৰমৰ অনুমতি দান কৰাত উতঙ্কই সুধিলে — ভগৱন্! মই গুৰু দক্ষিণা দিবৰ ইচ্ছা কৰোঁ; কাৰণ সচৰাচৰ এই ৰূপে কোৱা আৰু শুনা যায় যে যি ব্যক্তিয়ে শিক্ষা দান কৰি গুৰুদক্ষিণা গ্ৰহণ নকৰে আৰু যি ব্যক্তিয়ে দক্ষিণা নিদিয়াকৈ শিক্ষা লাভ কৰে তাৰ ভিতৰত এজনৰ মৃত্যু হয় বা বিদ্বেষ প্ৰাপ্ত হয়। অতএৱ আপোনাৰ অনুমতি হ'লে আপোনাৰ ইচ্ছানুৰূপ দক্ষিণা সংগ্ৰহ কৰোঁ।

উপাধ্যায়ে উত্তৰ দিলে - বোপা উতঙ্ক! মই যথাসময়ত তেনে আদেশ দিম। এইদৰে কিছুদিন পাৰ হৈ গ'ল; কিন্তু উপাধ্যায়ে সেই বিষয়ে একো মন-কাণ কৰা নাই। কিছুদিন পাছত উতঙ্কই পুনঃ গুৰুৰ ওচৰত নিবেদন কৰিলে— মহাশয়! কেনে প্ৰকাৰৰ গুৰুদক্ষিণা আপোনাৰ মনোমত হব পাৰে সেই বিষয়ে মোক আদেশ কৰক। উপযুক্ত দক্ষিণা সংগ্ৰহ কৰিবৰ মোৰ বৰ ইচ্ছা হৈছে।

উপাধ্যায়ে উত্তৰ দিলে - বোপা! তুমি পুনঃ পুনঃ কেনে দক্ষিণা আহৰণ কৰিবা সেই বিষয়ে সুধি থাকা। অতএৱ তুমি উপাধ্যায়ানীক সুধি লোৱা। তেওঁৰ যেনে দক্ষিণাৰ প্ৰতি অভিৰুচি তুমি তেনে দক্ষিণা সংগ্ৰহ কৰা।

উতঙ্কই উপাধ্যায়ৰ উপদেশক্ৰমে গুৰুপত্নীৰ ওচৰলৈ গৈ সুধিলে - মা! উপাধ্যায়ে মোক ঘৰলৈ ঘূৰি যাবৰ কাৰণে অনুমতি দিছে। এতিয়া মই আপোনাৰ অভিলষিত গুৰু দক্ষিণা দি ঋণমুক্ত হবলৈ ইচ্ছা কৰোঁ। কেনে দক্ষিণা আপোনাৰ অভিপ্ৰেত হব পাৰে সেই কথা মোক জানিবলৈ দিয়ক।

উপাধ্যায়ানী ক'লে — বোপা! পৌষ্যৰাজৰ ধৰ্মপত্নীয়ে যিজোৰা কুণ্ডল পিন্ধি থাকে, সেই কুণ্ডলজোৰা আনি মোক দিয়া। অহা চতুৰ্থদিনা এক ব্ৰত উপলক্ষে মহাসমাৰোহ হব, সেই দিনা মই সেই কুণ্ডল জোৰা পিন্ধি নিমন্ত্ৰিত ব্ৰাহ্মণসকলক অন্ন ব্যঞ্জন পৰিবেশন কৰিম। এতএৱ তুমি অতি সোনকালে যোৱা। এইটো যদি তুমি কৰিব পাৰা, তোমাৰ পৰম মঙ্গল হব; নহলে মঙ্গল হোৱা সুকঠিন।

উতঙ্কই সেইদৰে আদেশ পাই অবিলম্বে প্ৰস্থান কৰিলে। গৈ থাকোঁতে থাকোঁতে বাটত এক অতি বৃহৎ বৃষ দেখিবলৈ পালে। সেই বৃষৰ ওপৰত বিপুলবপু এক পুৰুষ আৰোহণ কৰি আছিল। সেই পুৰুষে উতঙ্কক সম্বোধন কৰি ক'লে— হে উতঙ্ক! তুমি এই বৃষৰ পুৰীষ ভক্ষণ কৰা। উতঙ্ক তাত অসম্মত হ'ল।

তেতিয়া সেই পুৰুষে পুনৰ্ব্বাৰ তেওঁক ক'লে - হে উতঙ্ক! তুমি মনেৰে একো বিচাৰ নকৰি এই বৃষৰ পুৰীষ ভক্ষণ কৰা। তোমাৰ উপাধ্যায়েও ইয়াৰ পুৰীষ ভক্ষণ কৰিছিল। তেতিয়া উতঙ্কই সেই বৃষৰ পুৰীষ আৰু মূত্ৰ ভক্ষণ কৰিলে। তাৰ পাছত বাটে বাটে গৈ থাকি আচমন কৰি অৰ্থাৎ হাত মুখ ধুই সসম্ভ্ৰমে প্ৰস্থান কৰিলে আৰু অনতিপলমে পৌষ্যৰ ওচৰ পালেগৈ। ৰজা পৌষ্য নিজ আসনত বহি আছিল। উতঙ্কই ৰজাক আশীৰ্ব্বাদ দি ক'লে — মহাৰাজ! মই অৰ্থী হৈ আপোনাৰ ওচৰলৈ আহিছোঁ।

ৰজাই সুধিলে - ভগৱন! এই দাসৰ পৰা আপোনাৰ কি প্ৰয়োজন সিদ্ধ হব কওক। তেতিয়া উতঙ্কই ক'লে— মহাৰাজ! আপোনাৰ মহিষীয়ে যি জোৰা কুণ্ডল পিন্ধি আছে, গুৰু-দক্ষিণা দিবৰ কাৰণে আপোনাৰ ওচৰত সেই কুণ্ডলজোৰা প্ৰাৰ্থনা কৰিছোঁ।

মহাৰাজ পৌষ্যই তেতিয়া ক'লে — মহাশয়! আপুনি অন্তঃপুৰত প্ৰবেশ কৰি মোৰ সহধৰ্মিনীৰ পৰা সেই কুণ্ডলজোৰা খুজি লওক।

উতঙ্কই সেই আদেশ অনুসাৰে অন্তঃপুৰত প্ৰবেশ কৰিলে; কিন্তু মহিষীক তাত নেদেখিলে। তেতিয়া তেওঁ পুনৰ্বাৰ পৌষ্যৰ ওচৰলৈ আহি ক'লে— মহাৰাজ! মোৰ প্ৰতি এনে মিথ্যা আচৰণ কৰা আপোনাৰ পক্ষে অনুচিত হৈছে। অনেক অনুসন্ধান কৰিলোঁ কিন্তু অন্তঃপুৰত আপোনাৰ মহিষীক দেখা নাপালোঁ।

পৌষ্যই এই কথা ক্ষন্তেক কাল বিবেচনা কৰি চালে আৰু তাৰ পাছত ক'লে - মহাশয়! বোধহয় আপুনি অশুচি হৈ আছে - আপুনি মনে মনে ভাবি চাওক। মোৰ গৃহিণী অতি পতিব্ৰতা; অপবিত্ৰ হৈ থাকিলে কোনেও তেওঁক দেখা নাপায়। ৰজাই এইদৰে কোৱাত উতঙ্কই মনে মনে স্মৰণ কৰি ক'লে— মই বৃষৰ পুৰীষ ভক্ষণ কৰি ততাতৈয়াকৈ উঠি বাটে বাটে আচমন কৰি আহিছিলোঁ।

তেতিয়া ৰজাই ক'লে— মহাশয়! এইটোৱেই আপোনাৰ ব্যতিক্ৰম হৈছে। উত্থান অৱস্থাত বা গমন কৰা অৱস্থাত আচমন কৰা বা নকৰা একে কথা।

তেতিয়া উতঙ্কই প্ৰথমতঃ পূব মুখ হৈ বহি হাত ভৰি আৰু মুখ ভালদৰে ধুই ল'লে; তাৰ পাছত বুকু পৰ্য্যন্ত যাব পাৰে, এইৰূপ পৰিমান শুদ্ধ পানীৰে নিৰবে তিনিবাৰ আচমন কৰিলে আৰু তাৰ পাছত অন্তঃপুৰত প্ৰবেশ কৰিলে। এইবাৰ উতঙ্কই ৰাজমহিষীক দেখা পালে। ৰাজমহিষীয়ে তেওঁক দেখা মাত্ৰকে

বহাৰ পৰা উঠি নমস্কাৰ কৰিলে আৰু স্বাগত অভ্যৰ্থনা জনালে। তাৰ পাছত উতঙ্কক সুধিলে— এই দাসীয়ে আপোনাৰ কি কাৰ্য্য কৰিব লাগিব, আদেশ কৰক।

উতঙ্কই ক'লে - গুৰুদক্ষিণা দিবৰ কাৰণে আপোনাৰ কুণ্ডলজোৰ ভিক্ষা কৰিবলৈ আহিছোঁ। কুণ্ডলজোৰ মোক দান কৰক।

ৰাণীয়ে উতঙ্কক সৎপাত্ৰ বুলি বুজিব পাৰি তৎক্ষণাৎ দুয়ো কাণৰ পৰা দুয়োটা কুণ্ডল খুলি লৈ উতঙ্কৰ হাতত সমৰ্পণ কৰিলে। তাৰ পাছত ক'লে - নাগৰাজ তক্ষকৰ এই কুণ্ডল জোৰাৰ প্ৰতি লোভ আছে। আপুনি ইয়াক বৰ সাৱধানে লৈ যাব লাগিব।

উতঙ্কই উত্তৰ দিলে— আপুনি তাৰ বাবে কোনো আশঙ্কা নকৰিব' তক্ষকে মোৰ একো কৰিব নোৱাৰিব। এইদৰে কৈ তেওঁ ৰাণীক সম্বৰ্দ্ধনা জনাই মহাৰাজ পৌষ্যৰ ওচৰলৈ আহি ক'লে- মহাৰাজ! মই মোৰ অভিলষিত ফল লাভ কৰি পৰমপ্ৰীত হৈছোঁ।

তাৰ পাছত মহাৰাজ পৌষ্যই ক'লে — ভগৱন্! সকলো সুপাত্ৰৰ সমাগম নহয়। আপুনি গুণৱান্ অতিথি উপস্থিত হৈছে। ইচ্ছা হয় আতিথ্য কৰোঁ। অতএৱ আপুনি দিন স্থিৰ কৰি কওক।

উতঙ্কই উত্তৰ দিছিল— মই এতিয়াই প্ৰস্তুত আছোঁ। আপুনি অন্ন অনাওক। ৰজাই সেই অনুসাৰে অন্ন অনালে আৰু ভক্ষণ কৰিবলৈ তেওঁক অনুৰোধ কৰিলে। উতঙ্কই সেই অন্নত চুলি থকা বাবে আৰু ঠাণ্ডা হৈ যোৱা বাবে অশুচি হোৱা দেখা পাই ক'লে— আপুনি মোক দূষিত অন্ন ভোজন কৰিবলৈ দিছে - অতএৱ আপুনি অন্ধ হ'ব।

পৌষ্যই এইৰূপ অভিশাপৰ কথা শুনি ক'লে— আপুনি অদূষিত অন্নত দোষাৰোপ কৰিছে, অতএৱ আপোনাৰো বংশ লোপ হ'ব। তেতিয়া উতঙ্কই ক'লে— আপুনি অশুচি অন্ন ভোজন কৰিবলৈ দি পুনৰ্বাৰ প্ৰতিশাপ প্ৰদান কৰিছে, ই আপোনাৰ সমুচিত হোৱা নাই; বৰং আপুনি অন্নৰ দোষ স্বচক্ষে চাই লওক। পৌষ্যই অন্নৰ অশুচিত্ব স্পষ্ট দেখা পালে।

তেতিয়া পৌষ্যই বিনয়বাক্যেৰে ক'লে— ভগৱন! মই সবিশেষ জানিব নোৱাৰি এই অশুচি অন্ন ভোজন কৰিবলৈ দিছিলোঁ। এতিয়া মই ক্ষমা প্ৰাৰ্থনা কৰিছোঁ. আপুনি প্ৰসন্ন হৈ মই যাতে অন্ধ নহওঁ এই ৰূপ অনুগ্ৰহ কৰক।

তেতিয়া উতঙ্কই উত্তৰ কৰিলে - চাওক, মোৰ বাক্য মিছা নহয়; সুতৰাং আপুনি অন্ধ হ'ব কিন্তু অনতিবিলম্বে চক্ষুমান্ হ'ব - তাতে সন্দেহ নাই; কিন্তু আপুনি যে মোক শাপ দিছে, তাৰ পৰা মোক মুক্ত কৰক।

পৌষ্যই ক'লে - মোৰ ক্ৰোধৰ উপশম এতিয়াও হোৱা নাই, এতএৱ শাপ প্ৰতি সংহাৰ কৰিব নোৱাৰোঁ। আপুনি নাজানে নেকি যে ব্ৰাহ্মণৰ হৃদয় লৱনুৰ নিচিনা কোমল আৰু বাক্য খৰধাৰ ক্ষুৰৰ দৰে নিতান্ত তীক্ষ্ণ। ক্ষত্ৰিয়বিলাকৰ দুয়োটাই বিপৰীত অৰ্থাৎ তেওঁলোকৰ বাক্য লৱনুৰ নিচিনা কোমল আৰু হৃদয় ক্ষুৰধাৰতুল্য সুতীক্ষ্ণ। সুতৰাং মই স্বভাৱসুলভ তীক্ষ্ণভাৱপ্ৰযুক্ত। এতিয়া মই মোৰ প্ৰদত্ত শাপৰ অন্যথা কৰিব নোৱাৰোঁ।

উতঙ্কই ক'লে— মই শুচি অন্নত দোষাৰোপ কৰি আপোনাক অভিসম্পাত দিছোঁ বুলি ভাবি আপুনি মোক প্ৰতিশাপ দিছিল। এতিয়া অন্নৰ দোষ স্বচক্ষে প্ৰত্যক্ষ কৰি অনুনয়-বিনয় কৰি মোক প্ৰসন্ন কৰিলে আৰু মোৰ শাপৰ পৰা নিজক মুক্ত কৰিলে কিন্তু আপুনি যি শাপ দিছে তাক মোচন কৰিবলৈ ইচ্ছা কৰা নাই। এই প্ৰৱঞ্চনামূলক শাপ মোৰ গাত নফলিব; গতিকে মই বিদায় হ'লোঁ। এইবুলি কুণ্ডলজোৰা লৈ তেওঁ সেই স্থানৰ পৰা প্ৰস্থান কৰিলে।

গৈ থাকোঁতে বাটত তেওঁ দেখিলে এক ভিক্ষাৰী নগ্ন সন্ন্যাসী আহিব ধৰিছে; কিন্তু মাজে মাজে তেওঁ অদৃশ্য হয়। সেই সময়ত উতঙ্কই পৌষ্য মহষীয়ে দিয়া কুণ্ডল জোৰা মাটিত থৈ স্নান আৰু সন্ধ্যা তৰ্পণাদিৰ বাবে পুখুৰী এটাত নামিছিল। এই অৱসৰতে সেই নগ্ন সন্ন্যাসী নিঃশব্দ পদ সঞ্চাৰেৰে তালৈ আহি কুণ্ডলজোৰা অপহৰণ কৰি পলাই গ'ল।

উতঙ্কই স্নান-আহ্নিক সমাপন কৰি পৱিত্ৰ মনে দেৱতা আৰু গুৰুক প্ৰণাম কৰি প্ৰৱল বেগেৰে সেই সন্ন্যাসীৰ পাছে পাছে ধাৱমান হ'ল। তেওঁ সন্ন্যাসীৰ ওচৰ পাওঁ পাওঁ হওঁতে, সেই সন্ন্যাসীয়ে সন্ন্যাসীৰ ৰূপ পৰিহাৰ কৰি তক্ষকৰ ৰূপ পৰিগ্ৰহ কৰিলে। অকস্মাৎ সেই সময়ত ভূপৃষ্ঠত এটি ফাট মেলি তাত এটি মহাগৰ্ত্ত সমুৎপন্ন হ'ল। তক্ষক সেই মহাগৰ্ত্তই দি নাগলোকত থকা নিজ ভৱনলৈ গুচি গ'ল।

তেতিয়া উতঙ্কই পৌষ্য মহিষীৰ কথা স্মৰণ কৰি তক্ষকৰ অনুসৰণত যত্নৱান হ'ল আৰু প্ৰৱেশপথ বিস্তাৰ কৰিবৰ কাৰণে দন্তকাষ্ঠেৰে খান্দিব ধৰিলে, কিন্তু তাত কৃতকাৰ্য্য হব নোৱাৰিলে। দেৱৰাজ ইন্দ্ৰই তেওঁৰ কষ্ট দেখি নিজৰ অস্ত্ৰ বজ্ৰক সম্বোধন কৰি ক'লে - বজ্ৰ! তুমি গৈ এই ব্ৰাহ্মণক সাহায্য কৰা।

বজ্ৰই প্ৰভুৰ আদেশত ততালিকে দন্তকাষ্ঠৰ ভিতৰত প্ৰৱেশ কৰি গৰ্ত্তৰ মুখ বহল কৰি দিলে। উতঙ্ক সেই গৰ্ত্তৰ মাজেদি গৈ ৰসাতল পালেগৈ। তেওঁ এইদৰে নাগলোকত প্ৰৱেশ কৰি তাত বহুবিধ প্ৰসাদ আৰু হৰ্ম্য পৰিশোভিত এক ৰমণীয় স্থান দেখিবলৈ পালে। নগৰৰ সৌন্দৰ্য্যত মুগ্ধ হৈ তেওঁ নাগলোকৰ নাগবিলাকৰ স্তুতি কৰিবলৈ ধৰিলে।

উতঙ্কই স্তৱস্তুতিৰে তেওঁৰ হেৰোৱা কুণ্ডলজোৰ উদ্ধাৰ কৰিব নোৱাৰি বৰ

চিন্তিত হ'ল। তেওঁ ইফালে সিফালে দৃষ্টিপাত কৰি দেখিবলৈ পালে যে দুইগৰাকী তিৰোতা মানুহে তাঁতত কাপোৰ বুই আছে। সেই তাঁতৰ সূতাবোৰ বগা আৰু ক'লা (শুক্লবৰ্ণ আৰু কৃষ্ণবৰ্ণ)। তেওঁ আৰু দেখিবলৈ পালে যে ছয়টি শিশুৱে এটি চক্ৰ (চকা) ঘূৰাই আছে। সেই চকাটোৰ বাৰটি শলি আছিল। আৰু তেওঁ এজন পুৰুষ আৰু অতি মনোহৰ এটি অশ্ব দেখিলে। উতঙ্কই সেই অশ্ব আৰু পুৰুষকো স্তৱ কৰিব ধৰিলে।

তাৰ পাছত সেই পুৰুষে উতঙ্কৰ স্তৱত তুষ্ট হৈ উতঙ্কক ক'লে - তোমাৰ স্তৱত মই তুষ্ট হৈছোঁ। তোমাৰ মই এতিয়া কি উপকাৰ কৰিম - কোৱা।

উতঙ্কই তেতিয়া ক'লে - ভগৱন্! সমস্ত নাগবিলাক যেন মোৰ বশৱৰ্তী হয় - তাকে কৰক। তেতিয়া সেই পুৰুষে ক'লে - ভাল বাৰু। তুমি এই অশ্বৰ গুহ্য দেশত মুখেৰে ফু দিয়া। উতঙ্কই তাকে কৰাত অশ্বৰ শৰীৰ প্ৰধূমিত হৈ উঠিল আৰু ইন্দ্ৰিয়বিলাকৰ ছিদ্ৰৰ মাজেদি জুইৰ ফিৰিঙতি ওলাব ধৰিলে। তাৰ দ্বাৰা নাগলোক অতিশয় সন্তপ্ত হৈ উঠিল।-তেতিয়া অগ্নিৰ উৎপাতৰ ভয়ত ভীত আৰু ব্যাকুল হৈ তক্ষক নাগ কুণ্ডলজোৰ লগত লৈ নিজৰ বাসভৱনৰ পৰা ওলাল আৰু উতঙ্কৰ ওচৰলৈ আহি কবলৈ ধৰিলে— "আপোনাৰ এই কুণ্ডলদ্বয় গ্ৰহণ কৰক।"

উতঙ্কই কুণ্ডলজোৰ গ্ৰহণ কৰিলে হয়; কিন্তু তেওঁ চিন্তা কৰিবলৈ ধৰিলে - "আজি ব্ৰত উপলক্ষে মহাসমাৰোহ হব কিন্তু মই ইমান দূৰৈত থাকিলোঁ; অতএৱ এতিয়া কেনেকৈ উপাধ্যায়ানীৰ মনোভিলাষ পূৰণ হব।" তাৰ পাছত সেই পুৰুষে উতঙ্কক চিন্তান্বিত হোৱা দেখি ক'লে - তুমি মোৰ এই অশ্বত উঠা; তেতিয়া হ'লে তুমি অনতিপলমে গুৰুকুলত উপস্থিত হব পাৰিবা। উতঙ্কই তেওঁৰ আদেশক্ৰমে অশ্বত আৰোহণ কৰি ক্ষন্তেকতে গুৰুগৃহত উপস্থিত হ'ল হি। উপাধ্যায়ানীয়ে ইতিমধ্যে স্নান-পূজা সমাপন কৰি কেশ বিন্যাস কৰিব ধৰিছিল। তেওঁ উতঙ্কৰ পলম হোৱা দেখি মনেমনে উতঙ্কক অভিসম্পাত দিবলৈ মনস্থ কৰিছিল, এনে সময়ত উতঙ্কই গুৰুগৃহত প্ৰৱেশ কৰি উপাধ্যায়ানীক অভিবাদন কৰি কুণ্ডলজোৰা হাতত তুলি দিলে।

তেওঁ তাক গ্ৰহণ কৰি ক'লে - বোপা উতঙ্ক! তোমাৰ কুশল তো? তুমি ঠিক সময়তে আহি উপস্থিত হৈছা। মই তোমাক এতিয়াই শাপ দিলোঁহেঁতেন। ভাগ্যে দিয়া নাই। এতিয়া মই আশীৰ্বাদ দিছোঁ— তুমি চিৰকাল কুশলে থাকা।

তাৰ পাছত উতঙ্কই গুৰুপত্নীৰ পৰা বিদায় লৈ গুৰুৰ ওচৰত উপস্থিত হ'লহি। গুৰুৱে সুধিলে - বোপা, তোমাৰ কুশল তো? তোমাৰ ইমান পলম হ'ল কিয়?

উতঙ্কই উত্তৰ দিলে - নাগৰাজ তক্ষকে কুণ্ডল আহৰণ বিষয়ে অতিশয়

বিঘ্ন ঘটাইছিল; এই কাৰণে মই নাগলোকলৈ যাব লগা হৈছিল।

তাত উপস্থিত হৈ দেখিবলৈ পালোঁ যে দুগৰাকী স্ত্রীলোকে কৃষ্ণ বর্ণ আৰু শুক্ল বর্ণ সূতাৰে কাপোৰ বুই আছে। সেইটো কি? ছয়জন কুমাৰে দ্বাদশ শলি থকা এটি চক্র অনৱৰত ঘূৰাই আছে। সেইটো বা কি? আকৌ তাত এজন পুৰুষ আৰু এটি বৃহৎকায় অশ্ব দেখিলোঁ - সেইটো বা কি? তাৰ পাছত বাটত আহি থাকোঁতে এটি বৃষ দেখিলোঁ। সেই বৃষৰ ওপৰত এজন পুৰুষ আৰোহণ কৰি আছে - তেওঁ মোক সেই বৃষৰ পুৰীষ ভক্ষণ কৰিবলৈ ক'লে আৰু ক'লে যে তোমাৰ উপাধ্যায়ে পূর্ব্বে এই বৃষৰ পুৰীষ ভক্ষণ কৰিছে।

পাছত তেওঁৰ নির্দেশক্রমে সেই বৃষৰ পুৰীষ ভক্ষণ কৰিলোঁ। সেই বৃষ আৰু বৃষৰ ওপৰত বহি থকা পুৰুষজনেই বা কোন? আপুনি অনুগ্রহ কৰি মোক ইয়াৰ তাৎপর্য্য কি কওক। মোৰ জানিবলৈ বৰ আগ্ৰহ হৈছে।

উতঙ্কৰ এই প্রার্থনা শুনি উপাধ্যায়ে ক'লে— বাছা! তুমি যি দুগৰাকী স্ত্রীলোক দেখিছা তেওঁলোক পৰামাত্মা আৰু জীৱাত্মা। দ্বাদশ শলি থকা যি চক্র দেখিছা সেই চক্র সংবৎসৰ। শুক্লবর্ণ আৰু কৃষ্ণবর্ণ যি সূতা দেখিছা, সেয়ে দিন আৰু ৰাতি। ছয়টি কুমাৰ ছয় ঋতু। যি পুৰুষ দেখিছা সেয়ে পর্জন্য আৰু অশ্বটো অগ্নি। বাটত যি বৃষভ দেখিছিলা তেৱেঁ নাগৰাজ ঐৰাৱত আৰু সেই অশ্বত যি পুৰুষ আৰোহণ কৰি আছিল - তেওঁ দেৱৰাজ ইন্দ্র। তুমি যি পুৰীষ ভক্ষণ কৰিছা - সেয়ে অমৃত। বোপা! তুমি সেই অমৃত ভক্ষণ কৰিছা বুলি নাগলোকত পৰিত্রাণ পাইছা। ভগৱান ইন্দ্র মোৰ সখা। তেওঁ কৃপাপৰৱশ হৈ তোমাক ৰক্ষা কৰিছে; নহলে নাগলোকৰ পৰা কুণ্ডল লৈ অহা অতিশয় কঠিন হ'লহেঁতেন। বোপা! মই তোমাক অনুমতি দিছোঁ - তুমি ঘৰলৈ যোৱা আৰু আশীর্বাদ দিছোঁ - তোমাৰ পৰম মঙ্গল হওক।

# শকুন্তলা উপাখ্যান - দুষ্মন্ত বৃত্তান্ত

পুৰণিকালত পুৰুবংশৰ আদি পুৰুষ দুষ্মন্ত নামেৰে এজন মহাবল পৰাক্ৰান্ত ৰজা আছিল। তেওঁৰ ৰাজ্য বহুদূৰ বিস্তৃত আছিল। সেই ৰাজ্যত ব্ৰাহ্মণাদি চাৰিবৰ্ণৰ লোক আৰু যৱনাদি ম্লেচ্ছ জাতিবোৰ আছিল। তেওঁ সসাগৰা ধৰাৰ প্ৰধান চাৰিখণ্ডত আৰু নানাবিধ দ্বীপ-উপদ্বীপত একাধিপত্য কৰিছিল। তেওঁ ৰজা হৈ থকা কালত বৰ্ণসঙ্কৰ লোক, পৰস্ত্ৰীৰত লোক আৰু কোনো প্ৰকাৰ পাপী লোক নাছিল। সকলো ধৰ্মপৰায়ণ আছিল। চুৰি, ক্ষুধা বা কোনো প্ৰকাৰ ব্যাধি তেওঁৰ ৰাজ্যত নাছিল। সেই সময়ত ৰজাক আশ্ৰয় কৰিয়েই অকুতোভয়ে আৰু একচিত্তে স্বধৰ্ম পালন কৰা আৰু দৈব-কৰ্ম কৰাই আছিল সকলো লোকৰ একমাত্ৰ স্বভাৱ বা অভ্যাস।

তেওঁৰ ৰাজত্বৰ কালত যথাসময়ত বৰষুণ হৈছিল, সুৰস শষ্য উৎপন্ন হৈছিল আৰু পৃথিৱী নানাবিধ ৰত্নেৰে আৰু পশুসমূহেৰে পৰিপূৰ্ণা আছিল। ৰজাৰ শৰীৰো আছিল অসাধাৰণ বলবীৰ্য্যসম্পন্ন আৰু বজ্ৰৰদৰে দৃঢ়। তেওঁ চাৰিপ্ৰকাৰ গদাযুদ্ধত আৰু সকলো প্ৰকাৰ শস্ত্ৰযুদ্ধত অসামান্যতা লাভ কৰিছিল। সেই ৰজা প্ৰজাৰঞ্জক বুলি সুবিখ্যাত আছিল। বলত তেওঁ বিষ্ণুতুল্য, তেজত ভস্করতুল্য, গাম্ভীৰ্য্যত সাগৰতুল্য আৰু সহিষ্ণুতাত আছিল পৃথিৱীতুল্য। তেওঁৰ ন্যায়পৰতা আৰু ধৰ্মপৰতা গুণত সকলোলোক সন্তুষ্ট আছিল।

### দুষ্মন্তৰ মৃগয়া ঃ

এদিনাখন মহাৰাজ দুষ্মন্তই সশস্ত্ৰ সৈন্যবাহিনী লৈ মৃগয়া কৰিবলৈ ঘোৰ অৰণ্যত প্ৰৱেশ কৰিলে। তাত ৰজাই স্বৰ্ণপ্ৰভ ৰথত অৰোহণ কৰি সিংহ, ব্যাঘ্ৰ বৰাহ আদি বহু হিংস্ৰ জন্তু বধ কৰিলে। নিহত ভোজনীয় পশুবোৰ দগ্ধ কৰি সৈন্য সামন্ত বিলাকে ভক্ষণ কৰিলে। ৰজাই অসাধাৰণ বলবীৰ্য্যেৰে পশুবধ কৰা দেখি, ৰজাৰ আক্ৰমণৰ ভয়ত বাকী পশুবোৰে সেই বন পৰিত্যাগ কৰি প্ৰাণৰ ভয়ত ভয়ানক স্বৰে চিঞৰি চিঞৰি অতি বেগেৰে পলাবলৈ আৰম্ভ কৰিলে। অতি দ্ৰুত পলায়নৰ বেগত ক্ষুধাতৃষ্ণাত বিচেতনপ্ৰায় হৈ নদীৰ বুকত, ভূপৃষ্ঠত আৰু গছৰ তলত পতিত হবলৈ ধৰিলে। সেই পশুবোৰ সৈন্যবাহিনীৰ খাদ্যত পৰিণত হৈছিল। ৰজায়ো সহস্ৰ সহস্ৰ মৃগৰ প্ৰাণবধ কৰাত সেই বন পশুশূণ্য হৈ পৰিল। তেতিয়া ৰজাই সেই বন পৰিত্যাগ কৰি সৈন্য বৰ্গৰে সৈতে আন এক বনত প্ৰৱেশ কৰিলে।

**কণ্বমুনিৰ আশ্ৰম ঃ**

সেই বনত মৃগ অন্বেষণ কৰি গৈ থাকোঁতে এখন মহৎ প্ৰান্তৰ দেখিবলৈ পালে। সেই প্ৰান্তৰ অতিক্ৰম কৰি গৈ এক মহাৰণ্যত প্ৰৱেশ কৰিলে। পৰম ৰমণীয় সেই মহাৰণ্যত অতি বিতোপন এক আশ্ৰম দেখিবলৈ পালে। সেই আশ্ৰমত অতি সুশীতল বায়ু প্ৰৱাহিত হৈ আছিল আৰু ফল পুষ্পেৰে সুশোভিত বৃক্ষসমূহৰে সমাচ্ছন্ন হৈ আছিল। তাৰ ফলত সেইবন সুখচ্ছায়াত সমাবৃত হৈ পৰিছিল।

ৰজা সেই মনোহৰ বনত প্ৰৱেশ কৰা মাত্ৰকে বায়ু সঞ্চালনেৰে সুপুষ্পিত বৃক্ষ শ্ৰেণীয়ে ৰজাৰ মস্তকৰ ওপৰত পুষ্প বৃষ্টি কৰিব ধৰিলে। ৰজাই পুষ্পিত লতাকুঞ্জেৰে সমাকীৰ্ণ পৰম ৰমণীয় সেই স্থান অৱলোকন কৰি বৰ আনন্দ পালে আৰু ইফালে সিফালে পৰিভ্ৰমণ কৰি নদীৰ পাৰত এক মনোৰম আশ্ৰম দেখিবলৈ পালে। সেই আশ্ৰমটিও নানাবিধ বৃক্ষেৰে পৰিশোভিত আছিল আৰু সেই আশ্ৰম শান্তৰসেৰে পৰিপূৰ্ণ হৈ থকা যেন উপলব্ধি কৰিলে। আশ্ৰমৰ মাজভাগত আহৱনীয় অগ্নি প্ৰজ্জ্বলিত হৈ আছে আৰু বালখিল্য মুনিসকল সেই অগ্নিৰ চাৰিওফালে উপবিষ্ট হৈ আছে। পত্ৰ-পুষ্পেৰে সমাচ্ছন্ন অগ্নি-গৃহবোৰ শোভা পাই থকাও দেখিবলৈ পালে। আশ্ৰমৰ ওচৰতে মালিনী নামে এক নদী প্ৰৱাহিত হৈ আছে আৰু সেই নদীৰ পানীত হংস, বক, চক্ৰবাক্ প্ৰভৃতি বহুবিধ পানীত চৰা পক্ষী বিচৰণ কৰি আছে। সিংহ, ব্যাঘ্ৰ প্ৰভৃতি হিংস্ৰ জন্তুবোৰ শান্ত গুণাৱলম্বী হৈ আশ্ৰমৰ ঠায়ে ঠায়ে বিৰাজ কৰি আছে। সেই আশ্ৰম দেখি ৰজা বৰ চমৎকৃত হৈ উঠিল।

মহাৰাজ দুষ্মন্তই স্বৰ্গলোকৰ নিচিনা সেই মনোৰম আশ্ৰমৰ ওচৰলৈ আহি পুণ্যতোয়া সেই মালিনী নদীৰ শোভা সন্দৰ্শন কৰিবলৈ ধৰিলে।

সেই পুণ্য আশ্ৰম আছিল ভগৱান কাশ্যপৰ। পৰম ৰমণীয় আশ্ৰমৰ শোভাত মুগ্ধ হৈ ৰজাই কৌতূহলাক্ৰান্ত হৈ সেই আশ্ৰমত প্ৰৱেশ কৰিবলৈ ইচ্ছা কৰিলে। অবিলম্বে তেওঁ বৈকুণ্ঠধামৰ দৰে সুশোভিত আৰু মত্ত ময়ুৰপক্ষীৰ ধ্বনিৰে নিনাদিত মহাৰণ্যৰ সমুখত উপস্থিত হৈ কাশ্যপ পুত্ৰ মহৰ্ষি কণ্বক দেখা পাই তেওঁক সাক্ষাৎ কৰিবলৈ উৎসুক হৈ পৰিল। তেতিয়া তেওঁ তেওঁৰ চতুৰঙ্গিণী সেনা তাত সংস্থাপিত কৰি সৈন্যবাহিনীক ক'লে "মই ভগৱান কণ্বমুনিক দৰ্শন কৰিবলৈ যাম। যেতিয়ালৈকে মই ঘূৰি নাহোঁ তেতিয়ালৈকে তোমালোকে ইয়াত অৱস্থান কৰি থাকিবা।"

এইদৰে সৈন্যবাহিনীক আদেশ দি ৰজাৰ পোছাক-পৰিচ্ছদ আৰু ৰাজ চিহ্ন পৰিত্যাগ কৰি কেৱল পুৰোহিত আৰু মন্ত্ৰীক লগত লৈ সেই আশ্ৰমত প্ৰৱেশ

কৰিলে। আশ্ৰমৰ বিভিন্ন শোভা দেখা পাই ৰজাই ভোক পিয়াহ্ পাহৰি গ'ল আৰু অতিশয় আহ্লাদিত হৈ পৰিল।

কিছুদূৰ গৈয়ে তেওঁ বেদধ্বনি শনিবলৈ পালে। ওচৰলৈ গৈ দেখিলে যে কোনো এঠাইত ঋগ্বেদী ব্ৰাহ্মণসকলে উদাত্তস্বৰে যজ্ঞ-কাৰ্য্য সম্পাদন কৰিব ধৰিছে আৰু আন এঠাইত চতুৰ্বেদবেত্তা নিয়তব্ৰত মহৰ্ষিসকল উপবিষ্ট হৈ আছে। আন এঠাইত যতাত্মা আৰু জিতেন্দ্ৰিয় অথৰ্ববেদবেত্তা আৰু সামগীত গোৱা ঋষিসকলে পদ আৰু ক্ৰমসহ সংহিতা উচ্চাৰণ কৰিব ধৰিছে। কোনো কোনো ঠাইত শব্দ সংস্কাৰসম্পন্ন ব্ৰাহ্মণসকলে সেই ব্ৰহ্মালোকসদৃশ আশ্ৰমক বেদধ্বনিৰে নিনাদিত কৰিব ধৰিছে। কোনো কোনো ঠাইত বিচাৰ সভা বহিছে। তাত বিভিন্ন শাস্ত্ৰীয় বিদ্যাৰ আৰু বিভিন্ন জীৱৰ মাত-কথাৰ আলোচনা হ্ব ধৰিছে। ৰজা দুষ্মন্তই জপ-হোম-পৰায়ণ একনিষ্ঠ সেই ব্ৰাহ্মণসকলক সন্দৰ্শন কৰি কৰি আশ্ৰমত উপস্থিত হ'লহি। ৰজাই মহৰ্ষি কণ্বৰ দ্বাৰা সুৰক্ষিত আৰু বিবিধ গুণযুক্ত সেই আশ্ৰম যিমানেই অৱলোকন কৰিছে, সিমানেই তেওঁৰ দৰ্শনৰ ইচ্ছা বাঢ়ি যাবলৈ ধৰিলে।

## শকুন্তলা সাক্ষাৎকাৰ ঃ

ৰজাই মন্ত্ৰী আৰু পুৰোহিতক আশ্ৰমৰ প্ৰধান দ্বাৰত থৈ অকলে আশ্ৰমত প্ৰৱেশ কৰিলে। প্ৰৱেশ কৰি দেখিলে যে আশ্ৰমশূণ্য, মহৰ্ষি কণ্ব তাত নাই। তেতিয়া তেওঁ উচ্চৈঃস্বৰে মাত দিলে— কুটিৰৰ ভিতৰত কোন আছা, ওলাই আহা।" ৰজাৰ সেই ডাক শুনি তাপসীবেশ পিন্ধা লক্ষ্মীসদৃশা এক কন্যা কুটিৰৰ পৰা ওলাই আহিল। তেওঁ ৰজাক দেখি অতিথি বোধে পাদ্য, অৰ্ঘ্য আৰু আসন দান কৰি স্বাগত প্ৰশ্ন আৰু কুশলাদি সুধিলে। ৰজাৰ পৰিচয় আদি হোৱাত সেই কন্যাই বিনীতভাৱে সুধিলে— মহাৰাজ! এই ঠাইলৈ আপুনি কি উদ্দেশ্যে আহিছে? আদেশ দিয়ক, আপোনাৰ শুশ্ৰূষাৰ্থে কি কাৰ্য্য মই কৰিম?

সৰ্বাঙ্গসুন্দৰী আৰু মধুৰভাষিণী সেই কন্যাৰ প্ৰশ্ন শুনি ৰজাই উত্তৰ দিলে — মই মহৰ্ষি কণ্বৰ ওচৰলৈ আহিছো। মহৰ্ষি ক'ত আছে? কন্যাই উত্তৰ দিলে — মহৰ্ষি ফল আহৰণ কৰিবলৈ গৈছে। তেওঁ সোনকালে ঘূৰি আহিব। আপুনি অলপ সময় অপেক্ষা কৰিলেই তেওঁক লগ পাব।

ৰজাই আশ্ৰমত ঋষিক অনুপস্থিত থকা দেখিলে। মধুৰহাসিনী মধুৰভাষিণী ৰূপযৌৱনৱতী কন্যাৰ অলোক সামান্য ৰূপলাৱণ্য দেখি ৰজা মুগ্ধ হয়। ৰজাই সুধিলে— সুন্দৰি! তুমি কোন? তুমি কাৰ স্ত্ৰী? কিয় বা এই মহাৰণ্যলৈ আহিছা?

তুমি কেনেকৈ ইমান ৰূপৱতী হব পাৰিলা? তুমি দৰ্শনমাত্ৰেই মোৰ মন হৰণ কৰি লৈছা।

ৰজাৰ প্ৰশ্নৰ উত্তৰত কন্যাই উত্তৰ দিলে— মহাৰাজ! মই ধৰ্মজ্ঞ মহাত্মা কণ্বঋষিৰ কন্যা। মোৰ নাম শকুন্তলা।

ৰজা উত্তৰত সন্তুষ্ট নহ'ল। পুনঃ কন্যাক সুধিলে — হে বৰবৰ্ণিনি! ভগৱান কণ্বঋষি উৰ্দ্ধৰেতাঃ। উৰ্দ্ধৰেতাঃ তপস্বী কেতিয়াও বিচলিত নহয়। তুমি কেনেকৈ তেওঁৰ কন্যা হবলৈ পাৰিলা?

শকুন্তলাই উত্তৰ দিলে — মহাৰাজ! এদিনা এক ঋষিয়ে পিতাক মোৰ জন্মবৃত্তান্তৰ বিষয়ে প্ৰশ্ন কৰে। তেতিয়া পিতাই তেওঁৰ ওচৰত মোৰ জন্মবৃত্তান্ত আদ্যোপান্ত বৰ্ণনা কৰে। মই সেই সময়ত তেওঁৰ ওচৰতে আছিলোঁ। মই সমস্ত শুনিছোঁ। মই কওঁ - শুনক।

## ৰজাৰ ওচৰত শকুন্তলাৰ পৰিচয় ঃ

মহৰ্ষি কণ্বই কৈছিল — কিছুদিন পূৰ্বে মহাতপা বিশ্বামিত্ৰই ঘোৰতৰ কঠোৰ তপস্যা কৰিছিল। তেওঁৰ তপস্যাৰ প্ৰভাৱত ত্ৰিলোক তাপিত হৈ পৰিল। দেৱৰাজ ইন্দ্ৰ বিচলিত হ'ল। তেওঁৰ সন্দেহ হ'ল কিজানি বা তপোবীৰ্য্য সম্পন্ন বিশ্বামিত্ৰই তেওঁৰ ইন্দ্ৰত্বপদ কাঢ়ি লয়। এই ভয়ত ভীত হৈ তেওঁ অপ্সৰা মেনকাক আহ্বান কৰিলে। মেনকা আহি উপস্থিত হ'ল।

তেতিয়া ইন্দ্ৰই তেওঁক ক'লে - মেনকা! অপ্সৰাবিলাকৰ মাজত তুমিয়েই সৰ্বশ্ৰেষ্ঠা। অতএৱ তুমি মোৰ কিঞ্চিৎ উপকাৰ কৰা। সূৰ্য্যসদৃশ তেজস্বী, জিতেন্দ্ৰিয় মহাতপা বিশ্বামিত্ৰই কঠোৰ তপস্যা আৰম্ভ কৰিছে। তেওঁৰ তপস্যা দেখি মোৰ হৃৎকম্প উপস্থিত হৈছে। অতএৱ মই তোমাৰ ওপৰত নিৰ্ভৰ কৰিছোঁ, যাতে তুমি এনে এক উপায় উদ্ভাৱন কৰিবা যাৰ দ্বাৰা সেই দুৰ্দ্ধৰ্ষ বিশ্বামিত্ৰই তপস্যাৰদ্বাৰা মোক পদচ্যুত কৰিব নোৱাৰে। হে সুন্দৰি! ৰূপ, যৌৱন, অঙ্গভঙ্গী, মধুৰ বাক্য, হাৱভাৱ, হাস্য, কটাক্ষ প্ৰভৃতি প্ৰলোভনৰ দ্বাৰা তুমি সেই মহৰ্ষিৰ তপোভঙ্গ কৰিব লাগিব।

দেৱৰাজ ইন্দ্ৰৰ কথা শুনি মেনকা অত্যন্ত ভীতা হৈ কবলৈ ধৰিলে - হে দেৱৰাজ! আপুনি নিজেই জানে যে ভগৱান বিশ্বামিত্ৰ অতিশয় তেজস্বী, তপস্বী আৰু ক্ৰুদ্ধ স্বভাৱৰ। চাওক, আপুনি এই ত্ৰিলোকৰ অধিপতি হৈও যাৰ তপস্যা তেজ আৰু কোপত ভীত হৈছে, মই অবলাজাতি কেনেকৈ তেওঁৰ অনিষ্ট সাধন কৰিবলৈ সাহস কৰিম? যিজনে মহৰ্ষি বশিষ্ঠৰ প্ৰাণতুল্য এশ পুত্ৰৰ প্ৰাণ সংহাৰ কৰিছে, যিজনে ক্ষত্ৰিয়কুলত জন্ম গ্ৰহণ কৰিও বলেৰে ব্ৰাহ্মণ হৈছে, যিজনে

অভিষেক আদি ক্ৰিয়া সম্পাদন কৰিবৰ বাবে জলপূৰ্ণা অগাধ এক মহানদীক নিজৰ আশ্ৰমৰ ওচৰলৈ আনিবৰ সক্ষম হৈছে, যাৰ মহিমাত সেই নদী কৌশিকী নামে বিখ্যাত হৈছে, যিজনে ক্ৰুদ্ধ হৈ এক নক্ষত্ৰলোক আৰু লগতে নক্ষত্ৰ সমুদয় সৃষ্টি কৰিছে, যিজনে গুৰু শাপগ্ৰস্ত মহাৰাজ ত্ৰিশঙ্কুক অভয় দান কৰিছে, হে বিভো! যি জনে এইবোৰ অলৌকিক কাৰ্য্য কৰিছে, মই কি সাহসেৰে তেওঁৰ তপস্যা ভঙ্গ কৰিম?

আপুনি যদি মোক এনে বৰ দিয়ে যে তেওঁ ক্ৰোধাগ্নিৰ দ্বাৰা মোক দগ্ধ কৰিব নোৱাৰিব, তেতিয়া মই যাবলৈ সাহস কৰিব পাৰিম।

যিজনে স্বীয় তেজেৰে ত্ৰিলোক দগ্ধ কৰিব পাৰে আৰু যিজনে পদাঘাতেৰে মেদিনী প্ৰকম্পিত কৰিব পাৰে সেই তপঃপ্ৰভাৱসম্পন্ন প্ৰজ্জ্বলিত হুতাশনৰ নিচিনা তপোধনক মই কেনেকৈ স্পৰ্শ কৰিম? দেৱতাসকলে আৰু মহৰ্ষিসকলে যাক ভয় কৰে, মই অবলা হৈ কেনেকৈ তেওঁৰ ওচৰলৈ গৈ তেওঁক স্পৰ্শ কৰিম, কেনেকৈ কামক্ৰীড়া আৰু অঙ্গভঙ্গী আদি দেখুৱাম?

হে দেৱৰাজ! আপুনি আদেশ কৰিছে যেতিয়া, মই সেই ঋষিৰ ওচৰলৈ যাবই লাগিব; কিন্তু আপুনি এনেকুৱা কোনো উপায় নিৰ্দ্দেশ কৰি দিয়ক যাতে মই তেওঁৰ ওচৰত নিৰ্বিঘ্নে বিচৰণ কৰিব পাৰোঁ আৰু তেওঁৰ হাতৰ পৰা পৰিত্ৰাণ পাওঁ।

হে দেৱৰাজ! মই যেতিয়া উগ্ৰতপা মুনিৰ ওচৰলৈ গৈ ক্ৰীড়া-কৌতুক আৰম্ভ কৰিম, তেতিয়া বায়ুয়ে যেন মই পিন্ধা কাপোৰ উৰুৱাই নিয়ে, ভগৱান কামদেৱে যেন মোক সহায় কৰে আৰু বনৰপৰা যেন সুগন্ধি গন্ধ বহন কৰি মন্দ মন্দ সমীৰণ বলিব ধৰে।

দেৱৰাজ ইন্দ্ৰই মেনকাৰ এই চৰ্ত্ত স্বীকাৰ কৰি "তথাস্তু" বুলি ক'লে। মেনকায়ো বিশ্বামিত্ৰ ঋষিৰ আশ্ৰমলৈ যাত্ৰা কৰিলে।

# বিশ্বামিত্ৰৰ তপোভঙ্গ - শকুন্তলাৰ জন্ম

শকুন্তলাই কৈ গৈছে যে পিতাই সেই ঋষিৰ আগত কৈছে যে ইন্দ্ৰই মেনকাৰ প্ৰাৰ্থনা অনুসাৰে বায়ুক আদেশ কৰাত বায়ুয়েও মেনকাৰ লগতে বিশ্বামিত্ৰৰ আশ্ৰমলৈ গমন কৰিলে।

উত্তমা সুন্দৰী মেনকাই তাত উপস্থিত হৈ দেখিলে যে মহৰ্ষি বিশ্বামিত্ৰই তপস্যা কৰি তেওঁৰ সমস্ত পাপ ধ্বংস কৰিও ক্ষান্ত হোৱা নাই, ঘোৰতৰ তপস্যা

কৰিয়েই আছে। তাৰ পাছত মেনকাই ভয় ভয় কৰি ঋষিক প্ৰণাম জনাই ক্ৰীড়া কৰিবলৈ ধৰিলে। অৱসৰ বুজি বায়ুয়ে মেনকাৰ পৰিধেয় বস্ত্ৰ হৰণ কৰি নি দূৰৈত পেলাই দিলে। মেনকাই অতিশয় লজ্জিতা হৈ দ্ৰুতপদে সেই বস্ত্ৰ আনিবলৈ যাবলৈ ধৰিছে, তেনে অৱস্থাত অগ্নিসম তেজস্বী বিশ্বামিত্ৰই মেনকাক দেখিলে আৰু মেনকাৰ ৰূপ লাৱণ্য দৰ্শন কৰি কামশৰত জৰ্জ্জৰিত হৈ তেওঁক ওচৰলৈ মাতিলে।

মেনকাৰ অভিসন্ধি সেয়ে আছিল, সুতৰাং মেনকা ঋষিৰ ওচৰলৈ গ'ল। মহৰ্ষিয়ে তেওঁক পাই জপ, তপ প্ৰভৃতি সমস্ত ধৰ্মকৰ্ম জলাঞ্জলি দি দিবাৰাত্ৰি কেৱল সেই কামিনীৰ লগত ৰতিক্ৰীড়া কৰি কাল হৰণ কৰিব ধৰিলে।

এইদৰে কিছুদিন অতীত হৈ যোৱাত মেনকা মুনিৰ সহযোগত গৰ্ভৱতী হ'ল। যথাসময়ত মেনকাই হিমালয়ৰ ওচৰত এক সমতল ঠাইত এটি কন্যা প্ৰসব কৰি মালিনী নদীৰ পাৰত পেলাই থৈ দেৱৰাজৰ সভালৈ প্ৰস্থান কৰিলে।

হিংস্ৰজন্তু সমাকীৰ্ণ সেই নিৰ্জ্জন বনত সদ্যোজাতা অসহায়া কন্যাক পৰি থকা দেখি পখীবিলাকে সদয় হৃদয়ে চাৰিওফালে বেষ্টন কৰি ৰক্ষা কৰিব ধৰিলে।

(কণ্ব ঋষিয়ে প্ৰশ্নকৰ্ত্তা ঋষিজনৰ আগত কৈ গৈছে) -- সেই সময়ত মই মালিনী নদীত স্নান কৰিবলৈ গৈছিলোঁ। পক্ষীবিলাকে বেঢ়ি থকা সদ্যোজাতা কন্যাক দেখি মোৰ হৃদয়ত কাৰুণ্যৰসৰ উদয় হ'ল। পাছত সেই কন্যাক তাৰ পৰা তুলি আনি আশ্ৰমতে নিজ কন্যাৰ দৰে লালন-পালন কৰিব ধৰিলোঁ। কন্যাটি শকুন্ত অৰ্থাৎ পক্ষীবিলাকৰ দ্বাৰা ৰক্ষিত হৈছিল বুলি তাইৰ নাম শকুন্তলা ৰাখিলোঁ। ধৰ্মশাস্ত্ৰত পোৱা যায় যে শৰীৰ দাতাৰ দৰে প্ৰাণদাতা আৰু অন্নদাতাকো পিতা বোলা যায়। এই কাৰণে শকুন্তলা মোৰ কন্যা হৈছে। অনিন্দ্যা শকুন্তলাযো মোক যথাৰ্থতে পিতা বুলি জানে।

শকুন্তলাই ৰজাক সম্বোধন কৰি ক'লে - মহাৰাজ! সেই মুনিয়ে মহৰ্ষি কণ্বক প্ৰশ্ন কৰিলত মোৰ জন্ম বৃত্তান্ত এইদৰে বৰ্ণাইছিল। মই মোৰ পিতাক নজানোঁ। ভগৱান কণ্ব ঋষিকেই পিতা বুলি জানোঁ। মই পূৰ্বে পিতাৰ মুখত যেনেদৰে শুনিছিলোঁ তাকে অবিকল বৰ্ণনা কৰিলোঁ।

# শকুন্তলাৰ বিৱাহ প্ৰস্তাৱ

হে কল্যাণি! দুষ্মন্তই কবলৈ ধৰিলে— তোমাৰ জন্ম বৃত্তান্ত শুনি মই বুজিলোঁ তুমি ৰাজপুত্ৰী; অতএৱ তুমি মোৰ ভাৰ্য্যা হব পাৰা। এতিয়া মই কি কাৰ্য্য কৰিলে তুমি সন্তুষ্ট হবা তাকে কোৱা। মই তোমাৰ কাৰণে সোণৰ হাৰ, বস্ত্ৰ, স্বৰ্ণকুণ্ডল আৰু বিভিন্ন দেশত হোৱা বিচিত্ৰ মণিৰত্নাদি আহৰণ কৰিম আৰু আজিৰ পৰা মোৰ সাম্ৰাজ্য তোমাৰ হস্তগত হব। তুমি মোক গান্ধৰ্ব্বমতে বিবাহ কৰা। গান্ধৰ্ব্ব বিবাহ সকলোপ্ৰকাৰ বিবাহৰ ভিতৰত শ্ৰেষ্ঠ।

শকুন্তলাই উত্তৰ দিলে - মোৰ পিতা ফল আহৰণ কৰিবলৈ গৈছে। আপুনি ক্ষন্তেক অপেক্ষা কৰক। তেওঁ ঘূৰি আহিলে তেওঁ আপোনাৰ হাতত মোক সম্প্ৰদান কৰিব।

ৰজাই উত্তৰ দিলে— ৰজাসকলৰ গান্ধৰ্ব্বমতে বিবাহ প্ৰশস্ত। ৰাক্ষস বিবাহতো ৰজাৰ অধিকাৰ আছে। গান্ধৰ্ব বিৱাহেই হওক বা ৰাক্ষস বিবাহেই হওক বা উভয়ৰ বিমিশ্ৰ বিধানেই হওক তাত ধৰ্মৰ কোনো হানি নহয়। তুমি স্বয়ং মোৰ হাতত আত্ম সমৰ্পণ কৰা। তোমাৰ তাত সম্পূৰ্ণ অধিকাৰ আছে। তুমি বিবাহত সম্মত হৈ মোৰ মনোৰথ পূৰ্ণ কৰা।

শকুন্তলাই ক'লে - মহাৰাজ! আপুনি যেনেদৰে ক'লে সি যদি শাস্ত্ৰসম্মত হয় আৰু আত্মসমৰ্পণত মোৰ যদি প্ৰভুত্ব আছে, তেন্তে মই যেনেদৰে প্ৰাৰ্থনা কৰোঁ তাক আপুনি অঙ্গীকাৰ কৰিব লাগিব। যদিহে আপুনি সেইদৰে প্ৰতিশ্ৰুত হয় মই আত্মসমৰ্পণ কৰিব পাৰোঁ। আপুনি মোক প্ৰতিশ্ৰুতি দিব লাগিব যে আপোনাৰ ঔৰসত মোৰ গৰ্ভত যি পুত্ৰ জন্মিব আপুনি বিদ্যমানে সেই পুত্ৰ যুৱৰাজ হব আৰু আপোনাৰ অবিদ্যমানত অধিৰাজ হব।

ৰজা দুষ্মন্তই শকুন্তলাৰ সেই কথা শুনি কিঞ্চিৎ মাত্ৰও বিবেচনা নকৰি 'তথাস্তু' বুলি স্বীকাৰ কৰিলে। তাৰ পাছত ক'লে- হে সুন্দৰি! মই সত্য কৰি কৈছোঁ তোমাক মই মোৰ নগৰলৈ লৈ যাম। এই বুলি গন্ধৰ্ব্ব বিধানেৰে শকুন্তলাৰ পাণিগ্ৰহণ কৰি উভয়ে স্বামী-স্ত্ৰী হিচাবে ক্ৰীড়া-কৌতুক কৰিলে। তাৰ পাছত ৰজাই শকুন্তলাক প্ৰবোধ দি ক'লে যে মই তোমাক অশ্ব, হস্তী, ৰথ আৰু পদাতিক এই চতুৰঙ্গিণী সেনা পঠিয়াই দি নগৰলৈ নিয়াম। এইদৰে শকুন্তলাৰ বিশ্বাস উৎপাদন কৰি ৰজাই ৰাজধানীলৈ প্ৰস্থান কৰিলে।

ৰজা দুষ্মন্তই বাটত গৈ থাকোঁতে এইদৰে চিন্তা কৰি গৈছিল যে মহাতপা ঋষি কণ্বই এই ঘটনাৰ বিষয়ে জানিব পাৰিলে ক্ৰোধ পৰৱশ হৈ নেজানোঁ মোৰ কি সৰ্বনাশ কৰে। এইদৰে ভাবি ভাবি ৰজাই নিজৰ নগৰত প্ৰৱেশ কৰিলে।

ইফালে ক্ষন্তেক পাছতে মহৰ্ষি কণ্ব স্বীয় আশ্ৰমলৈ ঘূৰি আহিল। শকুন্তলা লাজতে অধোমুখী হৈ থাকি ঋষিৰ ওচৰলৈ আহিব নোৱাৰিলে। তেতিয়া ঋষিয়ে দিব্যজ্ঞানৰ প্ৰভাৱত সমস্ত ঘটনা বুজিব পাৰিলে। ঋষি শকুন্তলাক মৰমিয়াল কথাৰে ক'লে— আই! তুমি মোৰ অনুপস্থিতিত যে পুৰুষ সংসৰ্গ কৰিছা তাত তোমাৰ ধৰ্মনষ্ট হোৱা নাই। ক্ষত্ৰিয়বিলাকৰ গান্ধৰ্ব্ব বিবাহেই প্ৰশস্ত। সকামা স্ত্ৰীৰ লগত সকাম পুৰুষৰ নিৰ্জনে যি বিবাহ হয়, তাকেই গান্ধৰ্ব্ব বিবাহ বোলে। আই! ৰজা দুষ্মন্ত অতি মহাত্মা আৰু ধৰ্মাত্মা। তুমি সেই ধৰ্মাত্মাক পতিত্বত বৰণ কৰিছা। তোমাৰ গৰ্ভত এক মহাবলাক্ৰান্ত পুত্ৰ জন্মিব। সেই পুত্ৰই সসাগৰা ধৰাৰ একাধিপতি হৈ অপ্ৰতিহতৰূপে সৰ্বত্ৰ যোৱা অহা কৰিব পাৰিব।

মুনিবৰে এইদৰে শকুন্তলাৰ লজ্জা অপনোদন কৰি কান্ধৰ পৰা ফলৰ বোজা নমাই থৈ হাতভৰি ধুলে আৰু বিশ্ৰামৰ বাবে আসনত বহিল।

তেতিয়া শকুন্তলাই ক'লে - পিতা! মই মহাৰাজ দুষ্মন্তক বৰণ কৰিছোঁ। আপুনি অনুগ্ৰহ কৰি তেওঁৰ প্ৰতি প্ৰসন্ন হওক।

কণ্বই ক'লে- আই! মই তোমাৰ কাৰণেই ৰজাৰ প্ৰতি প্ৰসন্ন হৈয়ে আছো। এতিয়া তুমি নিজৰ অভিলাষ অনুসাৰে বৰ খোজা।

শকুন্তলাই মহৰ্ষিৰ আশ্বাস পাই দুষ্মন্তৰ হিত কামনা কৰি ক'লে - পিতা! আপুনি যদি প্ৰসন্ন হৈছে তেন্তে এই বৰ দিয়ক যাতে পুৰুবংশীয় বিলাক কেতিয়াও ৰাজ্যচ্যুত বা অধৰ্মপৰায়ণ নহয়। মহৰ্ষি কণ্বই 'তথাস্তু' বুলি বৰ প্ৰদান কৰিলে।

## শকুন্তলাৰ গৰ্ভত ভৰতৰ জন্ম ঃ

শকুন্তলাৰ গৰ্ভত যথাসময়ত মহাবল পৰাক্ৰান্ত আৰু অলৌকিক ৰূপগুণ-সম্পন্ন এক সুকুমাৰ পুত্ৰৰ জন্ম হ'ল। সেই কুমাৰৰ বয়স যেতিয়া তিনি বছৰ পূৰ্ণ হয়, তেতিয়া মহৰ্ষি কণ্বই জাত কৰ্মাদি সংস্কাৰ সম্পাদন কৰে। তাৰ পাছত শকুন্তলাৰ পুত্ৰ দিনে দিনে দেৱ শিশুৰ নিচিনাকৈ বাঢ়িবলৈ ধৰিলে। সেই শিশুৰ যেতিয়া ছয় বছৰ মাথোন বয়স হয় সেই সময়তে সি সিংহ, বাঘ আদি পশু বিলাকক আশ্ৰমৰ ওচৰত থকা গছত বান্ধি থব পাৰিছিল। সিংহ আদি জন্তুবিলাকক দমন কৰিব পাৰিছিল কাৰণে আশ্ৰমবাসীসকলে শিশুৰ নাম "সৰ্বদমন" থৈছিল।

মহৰ্ষি কণ্বই বালকটিৰ অসাধাৰণ বল আৰু অলৌকিক কৰ্ম দেখি শকুন্তলাক কৈছিল— আই। তোমাৰ পুত্ৰৰ যৌবৰাজ্য প্ৰাপ্তিৰ সময় উপস্থিত হৈছে। এতিয়া তোমাৰ ইয়াত থকা উচিত নহয়। তাৰ পাছত ঋষিয়ে নিজৰ শিষ্য বিলাকক আদেশ দিলে— তোমালোকে পুত্ৰৱতী শকুন্তলাক স্বামীৰ ঘৰলৈ লৈ

যোৱা; কাৰণ স্ত্ৰীসকল দীৰ্ঘদিন পিতৃগৃহত থকা উচিত নহয়। পিতৃগৃহত দীৰ্ঘদিন থাকিলে যশ, চৰিত্ৰ আৰু ধৰ্ম নষ্ট হোৱাৰ বিলক্ষণ সম্ভাৱনা।

শিষ্যবিলাকে গুৰুৰ আদেশত পুত্ৰসহ শকুন্তলাক হস্তিনাপুৰলৈ লৈ গ'ল।

দেৱকুমাৰতুল্য পুত্ৰক লগত লৈ শকুন্তলা ক্ৰমে ক্ৰমে স্বামী গৃহত উপস্থিত হ'ল। কণ্বঋষিৰ শিষ্যসকলে ৰজাৰ ওচৰত উপস্থিত হৈ ৰজাক যথাবিধি আশীৰ্বাদ দি সপুত্ৰ শকুন্তলাক অৰ্পণ কৰি প্ৰত্যাৱৰ্ত্তন কৰিলে।

শকুন্তলাই কৃতাঞ্জলি হৈ ৰজাক ক'লে— মহাৰাজ! এই পুত্ৰ আপোনাৰ ঔৰসত মোৰ গৰ্ভত জন্মিছে; আপুনি কণ্বমুণিৰ আশ্ৰমত মোক বিবাহ কৰিছিল। বিবাহৰ সময়ত প্ৰতিজ্ঞা কৰিছিল যে আপুনি মোৰ গৰ্ভজাত পুত্ৰক যৌৱৰাজ্যত অভিষিক্ত কৰিব। এতিয়া এই পুত্ৰৰ যৌৱৰাজ্য প্ৰাপ্তিৰ সময় উপস্থিত হৈছে। অতএৱ আপুনি পূৰ্বৰ প্ৰতিজ্ঞা অনুসাৰে ইয়াক যুৱৰাজ কৰক।

ৰজা দুষ্মন্তই শকুন্তলাৰ কথা শুনি বহু সময় চিন্তা কৰি থাকিল, তাৰ পাছত ক'লে— তপস্বিনি! তুমি যি বিৱৰণ দিলা মোৰতো সেই বিষয়ে একো মনত নপৰে। তোমাৰ লগত যে মোৰ কোনোদিন সাক্ষাৎ হৈছিল, সেই কথাও মোৰ মনত নপৰে। তোমাৰ লগত যে মোৰ কিবা সম্বন্ধ আছে, সেই কথাও মোৰ বোধত নাহে। অতএৱ তুমি ব্যাভিচাৰিণী। তোমাৰ যদি ইয়াত থাকিবৰ ইচ্ছা থাকে, থাকিব পাৰা আৰু যদি আন ঠাইলৈ যাব খোজা, যাব পাৰা।

শকুন্তলা ৰজাৰ এই বজ্ৰসম বিষময় বাক্য শুনি ঈষৎ লজ্জিত হ'ল আৰু দুঃখত স্তম্ভিত হৈ পৰিল। তেওঁ কিছুসময় থিয় দি থাকিল। তাৰ পাছত সংজ্ঞা লাভ কৰি ক্ৰোধত ৰক্তবৰ্ণ-চক্ষু হৈ পাৰল আৰু তেওঁৰ ওষ্ঠাধৰ কঁপিব ধৰিলে। তেওঁ এবাৰ বেঁকা দৃষ্টিৰে ৰজাক নিৰীক্ষণ কৰিলে যেন তেওঁ সেই বক্ৰ কটাক্ষৰে ৰজাক দগ্ধ কৰি পেলাব।

তাৰ পাছত তেওঁ নিজৰ ক্ৰোধ সম্বৰণ কৰিবৰ যথেষ্ট চেষ্টা কৰিলে; কিন্তু বাহ্যিক তেওঁৰ তেনে ভাৱ প্ৰকাশ নহ'ল। ক্ষন্তেককাল তেনে অৱস্থাত থিয় দি থাকি ক্ৰোধান্বিত চক্ষুৰে ৰজাৰ প্ৰতি দৃষ্টিপাত কৰি ক'লে— মহাৰাজ! তুমি জানি শুনি ইতৰ লোকৰ নিচিনা অসঙ্কুচিত চিত্তে কিয় তুমি কৈছা যে 'মই একো নাজানোঁ'। মই যি কৈছোঁ সেই কথা সত্য নে মিথ্যা তাত তোমাৰ অন্তঃকৰণেই সাক্ষী। তুমি স্বয়ং ই সত্য নে মিথ্যা তাক প্ৰকাশ কৰি কোৱা। নিজৰ আত্মাক অৱজ্ঞা নকৰিবা। যি ব্যক্তিয়ে মনত একপ্ৰকাৰ জানি মুখত অন্যপ্ৰকাৰ কথা কয়, সেই ব্যক্তিয়ে আত্মাক ছলনা কৰে। এনে কি দুষ্কৰ্ম আছে; যাক সেই ব্যক্তিয়ে কৰিব নোৱাৰে। তুমি ভাবিছা যে তুমি অকলে এই কৰ্ম কৰিছা, আন কোনেও জানিব পৰা নাই; কিন্তু তুমি বাৰু নেজানা নে যে মহৰ্ষি কণ্ব অন্তৰ্য্যামী। তেওঁ নিজৰ যোগবলেৰে পাপ-পুণ্য সকলো জানিব পাৰে। তেওঁৰ ওচৰত তুমি ইয়াক

গোপন কৰিব নোৱাৰিবা। মানুহে পাপ কৰ্ম কৰি ভাৱে যে মোৰ দুষ্কৰ্মৰ কথা কোনেও নেজানে; কিন্তু দেৱতাসকলে আৰু অন্তৰ্য্যামী পুৰুষসকলে সকলো কথাকেই জানিব পাৰে। তাৰ বাহিৰেও প্ৰত্যক্ষ হৈ থকা সূৰ্য্য, চন্দ্ৰ, বায়ু, অগ্নি, স্বৰ্গ, পৃথিবী জল, মন, যম, দিবা, ৰাত্ৰি, প্ৰাতঃকাল, সায়ংকাল আৰু ধৰ্ম- এইবিলাকে মানুহৰ সমস্ত বৃত্তান্ত জানিব পাৰে। পাপ-পুণ্যৰ সাক্ষীৰূপ হৃদয়ত থকা আত্মা সন্তুষ্ট থাকিলে বৈৱস্বত যম স্বয়ং মানুহৰ পাপ নাশ কৰে আৰু যি দুৰাত্মাৰ আত্মা সন্তুষ্ট নাথাকে, যমে সেই দুৰাচাৰৰ পাপ বৃদ্ধি কৰে। যি পাপাত্মাই আত্মাক অপমান কৰি সত্যক মিথ্যা ৰূপে প্ৰতিপাদন কৰে, দেৱতাসকলে সেই ব্যক্তিৰ মঙ্গল বিধান নকৰে। মই পতিব্ৰতা। মই স্বয়ং উপস্থিত হৈছোঁ বুলি মোক অপমান নকৰিবা। মই তোমাৰ সমাদৰণীয়া ভাৰ্য্যা। তুমি কি নিমিত্তে এই সভাৰ মাজত মোক সামান্যা নাৰীৰ দৰে উপেক্ষা কৰিছা? তুমি মোৰ এই সকৰুণ কথাবোৰৰ একোকে শুনিবলৈ ইচ্ছা কৰা নাই। মই তেন্তে অৰণ্যত ৰোদন কৰিছোঁ নে কি?

হে দুষ্মন্ত! তুমি যদি মোৰ কথাত অৱজ্ঞা প্ৰকাশ কৰা, তেতিয়া হ'লে জানিবা আজিয়েই তোমাৰ মূৰটো শতখণ্ডত বিখণ্ডিত হৈ যাব।

শাস্ত্ৰকাৰসকলে কয় যে "পতিয়ে স্বয়ং ভাৰ্য্যাৰ গৰ্ভত প্ৰৱেশ কৰি পুত্ৰৰূপে জন্ম গ্ৰহণ কৰে। এই নিমিত্তেই জায়াৰ জায়াত্ব হৈছে।" পুত্ৰই জন্ম গ্ৰহণ কৰি স্বৰ্গগত পিতৃপুৰুষসকলক উদ্ধাৰ কৰে আৰু পিতৃক পুন্নাম নৰকৰ পৰা পৰিত্ৰাণ কৰে - এই বুলি স্বয়ম্ভু ব্ৰহ্মাই পুত্ৰ শব্দৰ ব্যাখ্যা কৰিছে। গৃহকৰ্ম নিপুণা পুত্ৰৱতী পতি-পৰায়ণা ভাৰ্য্যাই যথাৰ্থ ভাৰ্য্যা। ভাৰ্য্যা ভৰ্ত্তাৰ অৰ্দ্ধাঙ্গ স্বৰূপ, পৰম বন্ধু আৰু ত্ৰিবৰ্গ (ধৰ্ম, অৰ্থ আৰু কাম) লাভৰ মূল কাৰণ। ভাৰ্য্যাৱান লোকবিলাকেই সৰ্বদা সুখী হয়। তেওঁলোকেই সৌভাগ্যশালী হয়। প্ৰিয়ম্বদা ভাৰ্য্যা অসহায়ৰ সহায় স্বৰূপ, ধৰ্ম কাৰ্য্যত পিতাস্বৰূপ, আৰ্ত্ত ব্যক্তিৰ জননী স্বৰূপ আৰু পথিকৰ বিশ্ৰাম স্থান স্বৰূপ। ভাৰ্য্যাৱান ব্যক্তি সকলোৰে বিশ্বাসভাজন। মৃত্যুৰ পাছত আন একোৱেই অনুগামী নহয়, কেৱল পতিব্ৰতা পত্নীয়েই সহগামিনী হয়। পতিব্ৰতা ভাৰ্য্যা যদি পূৰ্ব্বে পৰলোকপ্ৰাপ্ত হয়, তেনেহলে তেওঁ সেই ঠাইত গৈ পতিৰ কাৰণে অপেক্ষা কৰি থাকে। যদি পূৰ্বে পতিৰ পৰলোক হয় তেন্তে সহমৃতা হয়।

হে মহাৰাজ! যিহেতু পতি ভাৰ্য্যাৰ ইহলোকত আৰু পৰলোকত সহায় স্বৰূপ হয়, সেই নিমিত্তে লোকে পাণিগ্ৰহণ অভিলাষ কৰে। পতিয়ে স্বয়ং ভাৰ্য্যাৰ গৰ্ভত প্ৰৱেশ কৰি পুত্ৰনামধাৰী হৈ জন্মগ্ৰহণ কৰে। অতএৱ পুত্ৰ প্ৰসৱিনী ভাৰ্য্যাক সাক্ষাৎ মাতৃ বুলি গণ্য কৰিব লাগে। আৰ্চিত মুখৰ প্ৰতিবিম্ব যেনে, পুত্ৰও তেনেকৈ পিতৃৰ প্ৰতিবিম্ব স্বৰূপ। এই নিমিত্তে মানুহে পুত্ৰমুখ নিৰীক্ষণ

কৰি স্বৰ্গসুখ অনুভৱ কৰে। মানুহে শাৰীৰিক আৰু মানসিক পীড়াত যিমানেই কাতৰ নহওক, প্ৰিয়তমা ভাৰ্য্যাক দেখিলে ঘৰ্মাক্তলোকে সুশীতল জলত স্নান কৰি যেনে সুখ অনুভৱ কৰে, তেনে সুখ পায়। ভাৰ্য্যাই অতিশয় ভৰ্ৎসনা কৰিলেও কোনো মানুহে ভাৰ্য্যাৰ অপ্ৰিয় কাৰ্য্য কৰিব নালাগে; কাৰণ ৰতি, প্ৰীতি আৰু ধৰ্ম এই তিনিপ্ৰকাৰ সুখ ভাৰ্য্যাৰ আয়ত্তাধীন। স্ত্ৰীলোকেই আত্মাৰ পবিত্ৰ জন্ম ক্ষেত্ৰ; স্ত্ৰীলোক নহলে পুত্ৰোৎপাদন নহয়। পুত্ৰই পিতৃক প্ৰণাম কৰি ধূলি ধূসৰিত হৈ যেতিয়া পিতৃক আলিঙ্গন কৰে, এই অসাৰ সংসাৰত তাতকৈ আন কি সুখ আছে?

হে মহাৰাজ! তোমাৰ প্ৰাণসম পুত্ৰ স্বয়ং আহিছে, তেনে পুত্ৰক তুমি অৱমাননা কৰিছা? ক্ষুদ্ৰ ক্ষুদ্ৰ জীৱ পিৰ্পঁৰাবোৰেও নিজৰ নিজৰ কণীবোৰ যত্নেৰে ৰক্ষা কৰে; তুমি ধৰ্মজ্ঞ হৈও নিজৰ পুত্ৰক পালন কৰিবলৈ পৰাঙ্মুখ হৈছা। শিশুপুত্ৰৰ আলিঙ্গনত মানুহে যেনে সুখ অনুভৱ কৰে, বস্ত্ৰ, স্ত্ৰীৰ শৰীৰ বা সুশীতল জল স্পৰ্শ কৰিও তেনে সুখ নাপায়। অতএৱ তুমি এই পুত্ৰক গ্ৰহণ কৰা, পুত্ৰই তোমাক আলিঙ্গন কৰি তোমাৰ স্পৰ্শ সুখ উৎপাদন কৰক।

মহৰ্ষি কণ্বই তিনি বছৰ বয়সত এই পুত্ৰৰ ক্ষত্ৰিয়োচিত সমুদয় সংস্কাৰ সম্পাদন কৰিছে; অতএৱ এই পুত্ৰই তোমাৰ সকলো প্ৰকাৰ মনস্তাপ নাশ কৰিব। হে মহাৰাজ! যেতিয়া তোমাৰ এই পুত্ৰ ভূমিষ্ঠ হয়, সেই সময়ত মোৰ প্ৰতি দৈৱবাণী হৈছিল যে এই কুমাৰে যথাসময়ত এশ অশ্বমেধ যজ্ঞ কৰিব।

আৰু চোৱা! পিতৃ বিদেশৰ পৰা আহি যেতিয়া পুত্ৰক কোলাত লৈ তাৰ মস্তক আঘ্ৰাণ কৰি মুখত চুমা খায়, তেতিয়া পিতৃয়ে পৰম সন্তোষ লাভ কৰে। শুনা, কুমাৰৰ জাত কৰ্ম কৰাৰ সময়ত ব্ৰাহ্মণ সকলে যিবোৰ মন্ত্ৰ পাঠ কৰিছিল, সেই মন্ত্ৰবোৰৰ অৰ্থ তুমি নজনা নহয়। সেই মন্ত্ৰ পাঠৰ সময়ত পিতৃয়ে কয়—হে পুত্ৰ! তুমি মোৰ প্ৰত্যঙ্গৰ পৰা জন্ম লৈছা, তুমি মোৰ হৃদয়ৰ পৰা উৎপন্ন হৈছা আৰু পুত্ৰনামধাৰী তুমি মোৰ আত্মা। অতএৱ তুমি এশ বছৰ জীযাই থাকা। মোৰ জীৱন তোমাৰ অধীন। তুমি মোৰ বংশ অক্ষয় কৰি ৰাখিবা - তুমি সুখী হৈ এশ বছৰ জীয়াই থাকা। এই পুত্ৰ তোমাৰ পৰা সমুৎপন্ন হোৱাত তুমিয়েই দ্বিধা বিভক্ত হৈছা।

হে ৰাজন! এসময়ত তুমি মৃগয়ালৈ গৈ মৃগক অনুসৰণ কৰি কৰি কণ্বমুনিৰ আশ্ৰমলৈ গৈ মোক সাক্ষাৎ কৰিছিলা। মই সেইসময়ত কুমাৰী আছিলোঁ।

হে মহাৰাজ! উৰ্বশী, পূৰ্বচিত্তি, সহজন্যা, মেনকা, বিশ্বাসী আৰু ঘৃতাচী এই ছয়গৰাকী অপ্সৰাই সৰ্বপ্ৰধান। তাৰ ভিতৰত ব্ৰহ্মলোকবাসিনী মেনকা স্বৰ্গৰ পৰা মৰ্ত্ত্যলোকলৈ আহি বিশ্বামিত্ৰৰ ঔৰসত মোক উৎপাদন কৰিছিল। অভদ্ৰা মেনকাই হিমালয়ৰ সমতল ভূমিত প্ৰসৱ কৰি শত্ৰুকন্যাৰ দৰে মোক পৰিত্যাগ

কৰি গুচি যায়। হায়! নেজানোঁ মই পূৰ্বজন্মত কি মহাপাতক কৰিছিলোঁ - মাতৃয়ে মোক পৰিত্যাগ কৰিছিল, আজি তুমিও মোৰ পতি হৈ পৰিত্যাগ কৰিলা। যি হওক, তুমি পৰিত্যাগ কৰাত মোৰ সিমান ক্ষতিবোধ হোৱা নাই; কাৰণ মই এতিয়াই পিতাৰ আশ্ৰমলৈ গুচি যাম; কিন্তু তোমাৰ নিজৰ ঔৰসজাত এই সুকুমাৰ নবকুমাৰক পৰিত্যাগ কৰা তোমাৰ পক্ষে নিতান্ত অন্যায় কাৰ্য্য হ'ব।

ৰজাই উত্তৰ দিলে— শকুন্তলে! মই যে তোমাৰ গৰ্ভত উৎপাদন কৰিছোঁ— সেই কথা মোৰ স্মৰণত অহা নাই। স্ত্ৰীলোকবিলাকে প্ৰায়েই মিছা কথা কয়। বোধহয় তুমি মিছা কথা কৈছা। তোমাৰ কথা কোনে বিশ্বাস কৰিব? কুলটা মেনকা তোমাৰ মাতৃ। তেওঁ তোমাক প্ৰসৱ কৰি হিমালয়ৰ সমতল ভূমিত পৰিত্যাগ কৰি গৈছে। তেওঁৰ দৰে নিৰ্দ্দয় কোনো নাই। তোমাৰ পিতৃ বিশ্বামিত্ৰও অতিশয় নীচাশয়; কাৰণ তেওঁ ক্ষত্ৰিয় কুলত জন্ম লৈ পবিত্ৰ ব্ৰাহ্মণত্ব পাইছে; তথাপি কামপৰৱশ হৈছিল। ভালকথা, তোমাক মই সোধো, যদি মেনকা অপ্সৰা সকলৰ ভিতৰত শ্ৰেষ্ঠ, আৰু বিশ্বামিত্ৰ যদি মহৰ্ষি বিলাকৰ ভিতৰত অগ্ৰগণ্য, তুমি তেওঁলোকৰ কন্যা হৈ কিয় কুলটা স্ত্ৰীৰ দৰে মিছা কথা কব ধৰিছা? এই সভাসদবিলাকৰ আগত বিশেষতঃ মোৰ সমুখত এইবোৰ নিৰ্লজ্জ কথা কোৱাত তোমাৰ লাজ লগা নাইনে? অতএৱ, হে তাপসি! তুমি এতিয়াই এই স্থানৰ পৰা গুচি যোৱা। মহৰ্ষি শ্ৰেষ্ঠ বিশ্বামিত্ৰই বা ক'ত, অপ্সৰা প্ৰধান মেনকাই বা ক'ত আৰু তাপসীবেশধাৰিণী তুমিই বা ক'ত? বাল্য কালতে তোমাৰ এই পুত্ৰক মহাকায় আৰু মহাবলাক্ৰান্ত দেখি মোৰ কোনোপ্ৰকাৰে বিশ্বাস হোৱা নাই। তুমি নিজেই কবলৈ ধৰিছা সুনিকৃষ্টা স্বৈৰিণী তোমাৰ জননী। তেওঁ কামান্ধা হৈ তোমাক উৎপাদন কৰিছে আৰু তুমি বেশ্যা তিৰোতাৰ দৰে কথা কৈছা। তুমি যিবোৰ কথা কৈছা, সেই বিষয়ে বিন্দু বিসৰ্গও মই নাজানোঁ — তুমি য'লৈকে খুচি গুচি যোৱা।

শকুন্তলাই কৈছে - মহাৰাজ! সৰিয়হ সমান পৰদোষ দেখি বেল পৰিমাণ নিজৰ দোষ তুমি দেখা নাই। মেনকা দেৱতাসকলৰ মাজত গণনীয়া আৰু আদৰণীয়া; অতএৱ তোমাৰ জন্মত কৈ মোৰ জন্ম উৎকৃষ্ট - তাত কোনো সন্দেহ নাই। আৰু চোৱা! তুমি কেৱল পৃথিবীত ভ্ৰমণ কৰিব পাৰা, মই পৃথিৱী আৰু অন্তৰীক্ষ উভয় স্থলতে যাতায়াত কৰিব পাৰোঁ। অতএৱ তোমাৰ মোৰ ভিতৰত সৰিয়হ আৰু সুমেৰুৰ যি প্ৰভেদ, তেনে প্ৰভেদ। মোৰ এইৰূপ প্ৰভাৱ আছে যে মই ইন্দ্ৰ, যম, কুবেৰ, বৰুণ প্ৰভৃতি দেৱতাসকলৰ ভৱনলৈ অনায়াসে যাব পাৰোঁ। এই বিষয়ে মই এক লৌকিক সত্যৰ দৃষ্টান্ত দিওঁ শুনা - কষ্ট নহবা।

কুৰূপ ব্যক্তিয়ে যেতিয়ালৈকে আৰ্চিত নিজৰ মুখ দেখা নাপায়, তেতিয়ালৈকে নিজকে সকলোতকৈ ৰূপৱান বুলি ভাবে; কিন্তু যেতিয়া নিজৰ

বিকৃত মুখশ্ৰী আৰ্চিত দেখে তেতিয়াহে নিজৰ আৰু অন্যৰ ৰূপৰ প্ৰভেদ বুজি পায়। যি ব্যক্তি অত্যন্ত সুশ্ৰী, তেওঁ কেতিয়াও আনক অৱজ্ঞা নকৰে। যিবিলাকে অধিক কথা কয়, মানুহে সেইবিলাক লোকক মিছলীয়া আৰু বাচাল বোলে। যেনেকৈ শূয়ৰবিলাকে নানাবিধ সুখাদ্য মিষ্টান্ন পৰিত্যাগ কৰি, কেৱলমাত্ৰ বিষ্ঠা ভক্ষণ কৰে, সেইদৰে মূৰ্খ লোকবিলাকে শুভ আৰু অশুভ বাক্য শুনি শুভবাক্য পৰিত্যাগ কৰি অশুভ বাক্যকে গ্ৰহণ কৰে আৰু যেনেকৈ হংসবিলাকে পানী থকা দুধৰ পৰা অসাৰ পানীৰ অংশ পৰিত্যাগ কৰি দুধৰ সাৰাংশ গ্ৰহণ কৰে, সেইদৰে পণ্ডিত লোকে শুভাশুভ বাক্য শুনি তাৰ পৰা শুভ বাক্যখিনি হে গ্ৰহণ কৰে। সজ্জন ব্যক্তিবিলাক পৰৰ অপবাদ শুনি বিষণ্ণ হয়; কিন্তু দুৰ্জ্জনলোক পৰৰ নিন্দা শুনি যৎপৰোনাস্তি সন্তুষ্ট হয়। সাধুব্যক্তিবিলাকে মান্য লোকৰ সম্বৰ্দ্ধনা কৰি যিমান সুখী হয়, অসাধু লোকবিলাকে সজ্জন লোকক অপমান কৰি তাতকৈ বেছি সন্তোষ লাভ কৰে। অদোষদৰ্শী সাধু আৰু পৰৰ ছিদ্ৰ অন্বেষণকাৰী অসাধু ব্যক্তি উভয়ে সুখেৰে কালাতিপাত কৰে; কাৰণ অসাধু ব্যক্তিয়ে সাধু ব্যক্তিৰ নিন্দা কৰে কিন্তু সাধু ব্যক্তিয়ে অসাধু ব্যক্তিৰ দ্বাৰা অপমানিত হৈও তাৰ নিন্দা নকৰে। যি ব্যক্তি স্বয়ং দুৰ্জ্জন, সি সাধুব্যক্তিক দুৰ্জ্জন বুলি কয় - ইয়াতকৈ হাস্যাস্পদ আৰু কি আছে? যি ব্যক্তিয়ে স্বয়ং নিজৰ দৰে পুত্ৰ উৎপাদন কৰি তাক সমাদৰ নকৰে দেৱতাসকলে তাৰ শ্ৰী হৰণ কৰে আৰু সেই ব্যক্তি নিজৰ অভীষ্টলোক পাব নোৱাৰে। পিতৃসকলে পুত্ৰক কুল আৰু বংশৰ প্ৰতিষ্ঠা বুলি আৰু সৰ্বধৰ্মোত্তম বুলি নিৰ্দ্দেশ কৰিছে; অতএৱ পুত্ৰক পৰিত্যাগ কৰা অত্যন্ত অবিধেয়। ভগৱান মনুয়ে কৈছে - পুত্ৰ পাঁচপ্ৰকাৰ। ঔৰস, লব্ধ, ক্ৰীত, পালিত আৰু ক্ষেত্ৰজ। এই পাঁচপ্ৰকাৰ পুত্ৰই মানুহৰ ইহকালত ধৰ্ম, কীৰ্ত্তি আৰু মনঃপ্ৰীতি বৰ্দ্ধন কৰে আৰু পৰকালত নৰকৰ পৰা পৰিত্ৰাণ কৰে। অতএৱ, হে নৰনাথ! তুমি পুত্ৰক পৰিত্যাগ নকৰিবা। আত্মকৃত সত্যধৰ্ম পৰিপালন কৰা। হে নৰেন্দ্ৰ! কপটতা পৰিত্যাগ কৰা। চোৱা, শ শ কুঁৱা খনোৱাতকৈ এটা পুষ্কৰিণী খনোৱা ভাল, শ শ পুষ্কৰিণী খনোৱাতকৈ এটা যজ্ঞ কৰা ভাল। শ শ যজ্ঞ কৰাতকৈ এক পুত্ৰ উৎপাদন কৰা বেছি ভাল আৰু শ শ পুত্ৰ উৎপাদন কৰাতকৈ এক সত্য প্ৰতিপালন কৰা বেছি ভাল। হাজাৰ অশ্বমেধ যজ্ঞৰ লগত এক সত্যৰ প্ৰতিপালন তুলনা কৰিলে, সত্য প্ৰতিপালনৰ গুৰুত্বই অধিক হয়।

সত্যৰ সমান ধৰ্ম নাই। সত্যতকৈ উৎকৃষ্ট একো নাই আৰু মিথ্যাতকৈ অপকৃষ্ট একো নাই। হে ৰাজন! সত্যই পৰমব্ৰহ্ম, সত্য প্ৰতিজ্ঞা প্ৰতিপালন কৰাই পৰম উৎকৃষ্ট ধৰ্ম; অতএৱ তুমি সত্য পৰিত্যাগ নকৰিবা। হে দুষ্মন্ত! এইটো ঠিক তোমাৰ অবিদ্যমানে মোৰ এই পুত্ৰই এই সসাগৰা বসুন্ধৰা নিশ্চয় প্ৰতিপালন কৰিব।

শকুন্তলাই ৰজাক এইদৰে কৈ নিৰস্ত হোৱাত ঋত্বিক, পুৰোহিত, আচাৰ্য্য আৰু মন্ত্রিসকলেৰে পৰিবেষ্টিত ৰজাৰ প্রতি এক আকাশবাণী হ'ল— "মাতৃৰ ভৰ্ত্তাস্বৰূপ পিতৃৰেহে পুত্র। পুত্র পিতৃতকৈ বিভিন্ন নহয়। অতএৱ, হে দুষ্মন্ত! তুমি নিজ পুত্রক প্রতিপালন কৰা, শকুন্তলাক অপমান নকৰিবা। হে নৰদেৱ! ঔৰস পুত্ৰই পিতৃক যমৰ হাতৰ পৰা ৰক্ষা কৰে। শকুন্তলাই সচাঁ কথাকেই কৈছে— তুমিয়েই এই পুত্রৰ জনযিতা। জনয়িত্রীয়ে নিজৰ অঙ্গক দুভাগ কৰি অৰ্দ্ধভাগ পুত্ৰৰূপে প্রসৱ কৰে। অতএৱ, হে দুষ্মন্ত! তুমি শকুন্তলাৰ গৰ্ভসম্ভূত এই পুত্রক প্রতিপালন কৰা। যিহেতুকে আমাৰ উপৰোধত তোমাৰ এই পুত্রক প্রতিপালন আৱশ্যক হৈছে, সেই হেতুকে এই পুত্র ভৰত নামেৰে বিখ্যাত হব।"

ৰজা দুষ্মন্ত দৈৱবাণী শুনি অতিশয় সন্তুষ্ট হ'ল। তেওঁ পুৰোহিত আৰু অমাত্যবৰ্গক ক'লে — আপোনালোকে দেৱদূতৰ বাণী শুনিলে। ময়ো এই কুমাৰক মোৰ পুত্র বুলি জানোঁ, কিন্তু যদি সহসা ইয়াক গ্রহণ কৰোঁ, মানহে মোক দোষ দিব আৰু পুত্ৰটোও কলঙ্কী হব। এই ভয়ত মই শকুন্তলাৰ লগত বাক-বিতণ্ডা কৰিছিলোঁ। তেওঁলোকক এইদৰে কৈ আনন্দমনে পুত্রক গ্রহণ কৰিলে।

তাৰ পাছত ৰজাই পিতৃকৰ্তব্য সমাপন কৰি পুত্ৰৰ মস্তক আঘ্রাণ কৰি আলিঙ্গন কৰিলে। উপস্থিত ব্ৰাহ্মণসকলে ধন্যবাদ কৰিলে আৰু বান্দা বিলাকে স্তুতি পাঠ কৰিব ধৰিলে।

ৰজাই ধৰ্মপত্নী শকুন্তলাক যথোচিত সমাদৰ কৰি সান্ত্বনা দিলে— প্রিয়ে, নিৰ্জ্জন বনত মই তোমাৰ পাণিগ্রহণ কৰিছিলোঁ, কোনেও নেজানে। পৰছিদ্র অন্বেষণকাৰী লোকে পাছে তোমাক কুলটা, মোক কামপৰবশ আৰু পুত্রক জাৰজ বুলি কয়, সেই ভয়ত মই ইমান পৰে এইবোৰ বিচাৰ কৰিছিলোঁ। তুমি ক্রুদ্ধা হৈ মোৰ প্রতি যিবোৰ কটুবাক্য প্রয়োগ কৰিছা, সেইবোৰ মই ক্ষমা কৰিছোঁ।

ৰজা দুষ্মন্তই তাৰ পাছত ৰাণীৰ উপযুক্ত বসন ভূষণ আৰু অন্ন পানাদি দি শকুন্তলাক পৰিতুষ্ট কৰিলে। পুত্ৰৰ নাম ভৰত ৰাখিলে আৰু পুত্রক যৌৱৰাজ্যত অভিষিক্ত কৰিলে। ভৰত যুৱৰাজ হৈ অলপ দিনৰ ভিতৰতে আন সমস্ত ৰজাক পৰাজিত কৰি ধৰ্মকাৰ্য্য কৰি যশস্বী হৈ পৰিল। সেই পুত্ৰৰ পৰাই ভাৰতী কীৰ্ত্তি আৰু ভাৰত নামে সুবিখ্যাত কুল সমুৎপন্ন হ'ল।

# কচ আৰু দেৱযানী চৰিত

এসময়ত স্বৰ্গৰাজ্যৰ ইন্দ্ৰত্বপদ গ্ৰহণ কৰিবৰ বাবে অসুৰবিলাকে দেৱতাসকলৰ লগত তুমুল সংগ্ৰাম আৰম্ভ কৰি দিলে। দেৱতাসকলে জয়লাভৰ ইচ্ছা কৰি বৃহস্পতিক পুৰোহিত বৰণ কৰি যজ্ঞানুষ্ঠান আৰম্ভ কৰিলে। তাকে দেখি অসুৰবিলাকেও শুক্ৰাচাৰ্য্যক বৰণ কৰি যজ্ঞ আৰম্ভ কৰিলে। একে ধৰণৰ কাৰ্য্যঁত ব্ৰতী হোৱা বাবে দেৱ পুৰোহিত বৃহস্পতি আৰু অসুৰ পুৰোহিত শুক্ৰাচাৰ্য্যৰ মাজত পৰস্পৰৰ অৰিয়াঅৰিৰ মনোভাৱ দেখা গৈছিল।

সেই যুদ্ধত দেৱতাসকলে যিবিলাক অসুৰ সংহাৰ কৰিছিল শুক্ৰাচাৰ্য্যই সঞ্জীৱনী বিদ্যাৰ প্ৰভাৱত সেই মৃত অসুৰবিলাকক জীয়াই তুলিছিল; কিন্তু অসুৰবিলাকে যুদ্ধত যিবিলাক দেৱতাক সংহাৰ কৰিছিল, সুৰাচাৰ্য্য বৃহস্পতিয়ে সেই দেৱতাবিলাকক পুনৰ্জ্জীবিত কৰিব নোৱাৰিছিল, কাৰণ বৃহস্পতিয়ে সঞ্জীৱনী বিদ্যা নেজানিছিল।

### কচৰ শুক্ৰশিষ্যত্ব গ্ৰহণ ঃ

সেইবাবে দেৱতাসকলৰ মহৎ বিষাদ উপস্থিত হ'ল। শুক্ৰাচাৰ্য্যৰ ভয়ত দেৱতাসকল উদ্বিগ্ন হৈ বৃহস্পতিৰ জ্যেষ্ঠ পুত্ৰ কচৰ ওচৰত উপস্থিত হ'ল আৰু কচক ক'লে - হে কচ! আমি তোমাৰ শৰণাপন্ন হৈছোঁ। তুমি আমাৰ এটি মহৎ কাৰ্য্য সাধন কৰিব লাগিব। অমিততেজা শুক্ৰাচাৰ্য্যই যি মৃত সঞ্জীৱনী বিদ্যা জানে, তুমি সেই বিদ্যা তেওঁৰপৰা আহৰণ কৰিব লাগিব। তুমি এই কাৰ্য্য সাধন কৰিব পাৰিলে তুমি আমাৰ লগত সকলো বিষয়ে অংশীদাৰ হব পাৰিবা। সম্প্ৰতি তুমি শুক্ৰাচাৰ্য্যক অসুৰৰাজ বৃষপৰ্বাৰ ওচৰত দেখিবলৈ পাবা। তেওঁ দানৱ বিলাকক সৰ্বদাই ৰক্ষা কৰি থাকে; কিন্তু দেৱতাবিলাকৰ প্ৰতি কোনো কটাক্ষকে নকৰে। তুমি অল্পবয়স্ক বালক। তুমিয়েই তেওঁক পূজা সেৱা কৰি সন্তুষ্ট কৰিব পাৰিবা। তেওঁৰ দেৱযানী নামে এগৰাকী অতি সুন্দৰী কন্যাও আছে; তুমি দয়া, দাক্ষিণ্য আৰু সুশীলতাৰ গুণেৰে তেওঁকো সন্তুষ্ট কৰিব পাৰিলে নিশ্চয় সঞ্জীৱনী বিদ্যা লাভ কৰিব পাৰিবা।

বৃহস্পতিৰ পুত্ৰ কচে 'তথাস্তু' বুলি দানৱৰাজ বৃষপৰ্বাৰ ওচৰলৈ গমন কৰিলে। তাত উপস্থিত হৈ অসুৰ-ৰাজ বৃষপৰ্বাৰ ওচৰত শুক্ৰাচাৰ্য্যক দেখিবলৈ পাই কচে নিজৰ পৰিচয় দান কৰিলে। কচে ক'লে— "মহাশয়! মই মহৰ্ষি অঙ্গিৰাৰ পৌত্ৰ আৰু সাক্ষাৎ বৃহস্পতিৰ পুত্ৰ — মোৰ নাম কচ। আজি মই

আপোনাক গুৰু বুলি স্বীকাৰ কৰি শিষ্যত্ব গ্ৰহণ কৰিলোঁ। আপোনাৰ আদেশত যথাৰীতি ব্ৰহ্মচৰ্য্য পালন কৰি থাকিম - যিমান দিনলৈকে আপোনাৰ অনুমতি হয় সিমান দিনলৈকে।

শুক্ৰাচাৰ্য্যই তেতিয়া কচক ক'লে - বোপা কচ! তোমাৰ পিতা বৃহস্পতি অতি পূজনীয় ব্যক্তি, অতএব মই তোমাৰ প্ৰস্তাৱ স্বীকাৰ কৰিছোঁ।

তাৰ পাছত শুক্ৰাচাৰ্য্যই কচক ব্ৰহ্মাচৰ্য্য ব্ৰত গ্ৰহণ কৰিবলৈ আদেশ কৰিলে আৰু কচে ব্ৰহ্মাচাৰী জীৱন অবলম্বন কৰিলে। ব্ৰত-আচৰণত কোনো ব্যাঘাত নজন্মোৱাকৈ কচে উপাধ্যায়ৰ আৰু তেওঁৰ কন্যা প্ৰাপ্তযৌৱনা দেৱযানীৰ সেৱা শুশ্ৰূষা কৰি তেওঁলোক দুয়োকো সন্তুষ্ট কৰি ৰাখিছিল। তেওঁলোকৰ সন্তোষ বিধানৰ কাৰণে কচে প্ৰতিদিন নৃত্য, গীত আৰু বাদ্যৰ অনুষ্ঠান পাতিছিল। দেৱযানীয়েও গীত আৰু বাদ্যেৰে ব্ৰতধাৰী কচৰ পৰিচৰ্য্যা কৰিছিল। এইদৰে কেইবাবছৰো পাৰ হৈ গ'ল।

ইতিমধ্যে দানৱবিলাকে কচৰ অভিসন্ধি বুজি পালে আৰু এদিনাখন উপাধ্যায়ৰ গৰু চাৰি থাকোঁতে নিৰ্জ্জন বনত কচক বিনাশ কৰি তাৰ দেহ খণ্ড খণ্ড কৰি শিয়াল কুকুৰ আদিক ভক্ষণ কৰালে। গৰুবিলাক নিজে নিজে স্থানলৈ ঘূৰি আহিল কিন্তু গৰখীয়া কচ নাহিল।

তেতিয়া দেৱযানীয়ে কচক নেদেখি পিতৃ শুক্ৰাচাৰ্য্যৰ ওচৰত নিবেদন কৰিলে - হে পিতঃ! আপোনাৰ অগ্নিহোত্ৰত আহুতি দিয়া হৈ গ'ল, সূৰ্যদেৱ অস্তাচললৈ গমন কৰিলে আৰু গৰুবিলাকে গৰখীয়াবিহীন হৈ ঘৰলৈ উভতি আহিল কিন্তু কচ ঘূৰি নাহিল। মোৰ বোধেৰে কচ নিশ্চয় আহত নাইবা কালগ্ৰস্ত হৈছে। মই আপোনাক সত্য কথা কৈছোঁ যে কচ ব্যতিৰেকে মই জীৱন ধাৰণ কৰিব নোৱাৰিম।

শুক্ৰই ক'লে— আই! কোনো চিন্তা নাই, কচ এই মুহূৰ্ত্তে ঘূৰি আহিব। মই মৃত কচক পুনৰ্জ্জীৱিত কৰিম। এই কথা কৈ তেওঁ সঞ্জীৱনী বিদ্যা প্ৰয়োগ কৰি উচ্চৈঃস্বৰে কচক মাতিব ধৰিলে। এইদৰে আহূত হৈ কচে পুনৰ্বাৰ জীৱনে পাই শিয়াল কুকুৰবিলাকৰ দেহ বিদীৰ্ণ কৰি হৃষ্টমনে উপাধ্যায়ৰ ওচৰত উপস্থিত হ'লহি।

দেৱযানীয়ে কচক সুধিলে - কচ! তোমাৰ অহাত ইমান কিয় পলম হ'ল?

কচে উত্তৰ দিলে - হে দেৱি! মোৰ পলম কিয় হ'ল কওঁ শুনা। মই সমিদ্ধ, কুশ আৰু যজ্ঞকাষ্ঠ বৈ লৈ অহাত ভাগৰুৱা হৈ পৰিছিলোঁ; সেইবাবে মই গৰু বিলাকক লগত ৰাখি এজোপা বটগছৰ তলত আশ্ৰয় লৈছিলোঁ। সেই সময়ত অসুৰবিলাকে আহি মোক সুধিলে - তুমি কোন?

মই ক'লোঁ - মই বৃহস্পতিৰ পুত্ৰ, মোৰ নাম কচ। মই এই কথা কোৱা

মাত্ৰে তেওঁলোকে মোক বধ কৰি মোৰ শৰীৰ খণ্ড খণ্ড কৰি শিয়াল কুকুৰক খাবলৈ দি নিজ নিজ ঘৰলৈ গুচি গ'ল। এতিয়া গুৰুৰ বিদ্যাৰ প্ৰভাৱত পুনৰ্ব্বাৰ জীৱন পাই তোমাৰ ওচৰত উপস্থিত হৈছোঁ।

তাৰ পাছত আন এদিনাখন দেৱযানীয়ে কচক ফুল সংগ্ৰহ কৰি আনিবলৈ বনলৈ পঠাইছিল। দানৱবিলাকে বনৰ মাজত ফুল তুলি থকা কচৰ শৰীৰ চূৰ্ণ-বিচূৰ্ণ কৰি সমুদ্ৰৰ জলত মিহলি কৰি দিলে।

ইফালে দেৱযানীয়ে কচৰ ঘূৰি অহাত বিলম্ব হোৱা দেখি পিতৃৰ ওচৰত নিবেদন কৰিলে। শুক্ৰাচাৰ্য্যই বিদ্যাৰ প্ৰভাৱত কচক আহ্বান কৰা মাত্ৰকে কচ পুনৰ্ব্বাৰ ঘূৰি আহি গুৰুৰ ওচৰত সমস্ত বৃত্তান্ত নিবেদন কৰিলে।

তাৰ পাছত তৃতীয় বাৰ অসুৰবিলাকে কচক বধ কৰি পুৰি পেলালে আৰু সেই ছাই শুক্ৰাচাৰ্য্যৰ সুৰাৰ লগত মিহলি কৰি দিলে। তেতিয়া দেৱযানীয়ে পুনৰ্ব্বাৰ পিতাকক জনালে যে তেওঁ ফুল সংগ্ৰহৰ কাৰণে কচক পঠিয়াইছিল কিন্তু কচ ঘূৰি অহা নাই; অধিক বিলম্ব হৈ গৈছে। দেৱযানীয়ে ক'লে - মোৰ বোধ হৈছে যে কচ নিশ্চয় আহত বা মৃত হৈছে। মই কচ ব্যতীত জীৱন ধাৰণ কৰি থাকিব নোৱাৰিম।

শুক্ৰাচাৰ্য্যই তেতিয়া ক'লে - আই! কচৰ নিশ্চয় মৃত্যু হৈছে। মই সঞ্জীৱনী বিদ্যাৰ প্ৰভাৱত বাৰংবাৰ তাৰ জীৱন ৰক্ষা কৰি আহিছোঁ; কিন্তু অসুৰবিলাকে তথাপি তাক বিনাশ নকৰাকৈ ক্ষান্ত থকা নাই। হে দেৱযানি! তুমি শোক বা দুঃখ নকৰিবা। তোমাৰ নিচিনা বিদুষী মহিলাই অস্থায়ী মৰ্ত্ত্যজীৱনৰ বাবে শোক কৰা অনুচিত। তোমাক ব্ৰহ্মাদি দেৱতাসকলে, ব্ৰাহ্মণসকলে আৰু অসুৰবিলাকে সকলোৱে সম্ভ্ৰমেৰে নমস্কাৰ কৰে। সমস্ত জগতৰে তুমি নমস্যা। কচৰ জীৱন ৰক্ষা কৰা নিৰৰ্থক; পুনৰ্জ্জীৱিত কৰিলেও অসুৰবিলাকে সুযোগ পালেই পুনৰায় তাক সংহাৰ কৰিব।

দেৱযানীয়ে ক'লে - চাওক! বৃদ্ধতম মহৰ্ষি অঙ্গিৰা যাৰ পিতামহ আৰু স্বয়ং বৃহস্পতি যাৰ পিতা, তেওঁৰ নিমিত্তে কিয় ৰোদন বা শোক নকৰিম? আৰু কচ নিজেও সামান্য লোক নহয়। তেওঁ ব্ৰহ্মচাৰী, তপস্বী আৰু সকলো কাৰ্য্যতে সুনিপুণ। হে পিতা! মই নিৰাহাৰে প্ৰাণত্যাগ কৰি কচৰ অনুগামিনী হ'ম। কচ মোৰ নিতান্ত প্ৰিয়পাত্ৰ। মই তেওঁক নেদেখিলে ক্ষন্তেক কালো ৰব নোৱাৰোঁ।

দেবযানীয়ে এইদৰে কোৱাৰ পাছত মহৰ্ষি শুক্ৰই খঙেৰে কচক আহ্বান কৰি ক'লে— নিশ্চয় অসুৰবিলাক মোৰ প্ৰতি বিদ্বেষভাৱাপন্ন হৈছে আৰু সেই কাৰণেই পুনঃ পুনঃ মোৰ শিষ্যৰ প্ৰাণনাশ কৰিব ধৰিছে। দুৰ্দ্দান্ত দানৱবিলাকে এই পৃথিৱী ব্ৰাহ্মণশূণ্য কৰিবৰ কাৰণে মোৰ প্ৰতি এই ৰূপ অত্যাচাৰ কৰিব ধৰিছে। ভাল বাৰু। মই এতিয়াই সিহঁতৰ এই পাপৰ দণ্ডবিধান কৰিম। ব্ৰহ্মহত্যাৰ পাপে স্বয়ং ইন্দ্ৰকো দগ্ধ কৰে।

এই বুলি কৈ কচক বিদ্যাবলেৰে আহ্বান কৰিব ধৰিলে। কচে সেই আহ্বান শুনি গুৰুৰ ভয়ত ভীত হৈ শুক্ৰাচাৰ্য্যৰ উদৰৰ পৰা লাহে লাহে উত্তৰ দিলে। শুক্ৰাচাৰ্য্যই নিজৰ উদৰৰ পৰা সেই কথা শুনি ক'লে— কচ! তুমি কেনেকৈ মোৰ উদৰত প্ৰৱেশ কৰিলা?

কচে উত্তৰ দিলে আপোনাৰ অনুগ্ৰহত মোৰ স্মৰণ-শক্তি বিলুপ্ত হোৱা নাই; সেই কাৰণে মোৰ সমস্ত বৃত্তান্ত মনত আছে। মোৰ তপস্যাৰ বল তিলমাত্ৰ ক্ষয় হোৱা নাই আৰু সেই কাৰণে এই দাৰুণ ক্লেশ সহ্য কৰিবলৈ সমৰ্থ হৈছোঁ। অসুৰবিলাকে মোৰ শৰীৰ দগ্ধ কৰি চূৰ্ণাকৃতি কৰি আপোনাৰ সুৰাৰ লগত মিহলি কৰি দিছিল। আপুনি বিদ্যমান থাকোঁতে আসুৰী মায়াই কেতিয়াও ব্ৰাহ্মী মায়াক চেৰ পেলাব নোৱাৰে।

তেতিয়া শুক্ৰই দেৱযানীক সম্বোধন কৰি ক'লে— আই! আজি কেনেকৈ মই তোমাৰ প্ৰিয় কাৰ্য্য সম্পাদন কৰিম? কচ মোৰ উদৰৰ ভিতৰত আছে। মোৰ উদৰ বিদাৰণ নকৰিলে কচ কেনেকৈ বাহিৰ হৈ আহিব?

দেৱযানীয়ে ক'লে — কচৰ বিনাশ আৰু আপোনাৰ অপমৃত্যু এই দুয়োটাই মোৰ পক্ষে সাক্ষাৎ জ্বলন্ত অগ্নিৰদৰে বোধ হৈছে। কচৰ বিনাশ হ'লে মোৰ জীৱন নষ্ট হব আৰু আপোনাৰ বিয়োগ হ'লেই বা মই কেনেকৈ প্ৰাণ ধাৰণ কৰি থাকিম?

তেতিয়া শুক্ৰই উদৰস্থ কচক ক'লে,- হে বৃহস্পতিপুত্ৰ কচ! যি হেতুকে দেৱযানী তোমাক ভক্ত বুলি আদৰ কৰে, অতএৱ তুমি হয় কোনোবা সিদ্ধপুৰুষ নাইবা তুমি কচৰূপী ইন্দ্ৰই হবা। যি নহওক, মই আজি তোমাক সঞ্জীৱনী বিদ্যা দান কৰিম। ব্ৰাহ্মণ ব্যতীত অন্য কোনেও মোৰ উদৰৰ পৰা পুনৰ্জ্জীবিত হৈ বাহিৰ হৈ আহিব নোৱাৰে। অতএৱ মই অঙ্গীকাৰ কৰিছোঁ - আজি তোমাক সঞ্জীৱনী বিদ্যা দান কৰিম; কিন্তু বাছা! তুমি পুত্ৰৰূপে মোৰ দেহৰপৰা নিষ্ক্ৰান্ত হৈ বিদ্যাৰ বলেৰে তুমি পুনৰ্ব্বাৰ মোক জীৱিত কৰিবা। চাবা! এই ধৰ্ম প্ৰতিপালন কৰাত যেন পৰাঙ্মুখ নোহোৱা।

## কচৰ সঞ্জীৱনী বিদ্যা লাভ ঃ

তাৰ পাছত কচে শুক্ৰৰ পৰা সঞ্জীৱনী বিদ্যা লাভ কৰি শুক্ৰাচাৰ্য্যৰ কুক্ষিভেদ কৰি পূৰ্ণিমাৰ চন্দ্ৰৰ দৰে তৎক্ষণাৎ বাহিৰ হৈ আহিল। বাহিৰলৈ আহি দেখিলে যে শুক্ৰাচাৰ্য্য মৃত অৱস্থাত মাটিত পৰি আছে। কচে অবিলম্বে সিদ্ধ বিদ্যা প্ৰয়োগ কৰি তেওঁক জীৱিত কৰিলে আৰু সাষ্টাঙ্গ প্ৰণিপাত জনাই কবলৈ ধৰিলে - ভগৱন! যিজনে অমৃত সিঞ্চন কৰাৰ দৰে মন্ত্ৰ প্ৰদান কৰে তেওঁ মোৰ

মনত পিতৃ মাতৃস্বৰূপ। এনে কোন মূঢ় ব্যক্তি আছে যে এনে লোকৰ অনিষ্টৰ চেষ্টা কৰিব? সত্যফলপ্ৰদ নিধিৰ নিধিস্বৰূপ আৰু পৰম পূজনীয় গুৰুদেৱক যি ব্যক্তিয়ে আদৰ নকৰে, সেই পাপিষ্ঠই ইহলোকতো প্ৰতিষ্ঠা নাপায়, পৰলোকতো নৰকগামী হয়।

সুৰাপানজনিত অজ্ঞানতাৰ বাবে শুক্ৰাচাৰ্য্যই সুন্দৰ-শৰীৰ কচক সুৰাৰ লগত উদৰস্থ কৰা বাবে সুৰাৰ ওপৰত জাত ক্ৰোধ হৈ শাপ দিলে যে যি মূঢ় মতি ব্ৰাহ্মণে ভ্ৰান্তিবশতঃ হ'লেও সুৰাপান কৰে তেওঁ অধাৰ্মিক আৰু ব্ৰহ্মঘাতী হৈ ইহকাল আৰু পৰকালতো ঘৃণিত আৰু নিন্দিত হব। শুক্ৰাচাৰ্য্যই এইদৰে ব্ৰাহ্মণ ধৰ্মৰ নিয়ম সংস্থাপন কৰিলে।

তপোনিধি শুক্ৰাচাৰ্য্যই দানৱবিলাকক উদ্দেশ্য কৰি ক'লে- ওৰে নিৰ্ব্বোধ দানৱসকল! মোৰ দৰেই প্ৰভাৱসম্পন্ন মহাত্মা কচ সঞ্জীৱনী বিদ্যাৰ প্ৰভাৱত ব্ৰহ্মভূত হৈ মোৰ লগতে থাকিব। এই কথা কৈ তেওঁ নিৰৱ হ'ল।

দানৱবিলাক বিস্ময়াপন্ন হৈ নিজৰ নিজৰ ঘৰলৈ গ'ল। ক'চে আৰু বহুবছৰ গুৰুগৃহত বাস কৰি পাছত গুৰুৰ অনুমতি লৈ দেৱলোকলৈ প্ৰস্থান কৰিলে।

## দেৱযানীৰ কচ-পাণি প্ৰাৰ্থনা ঃ

গুৰুৰ অনুমতি লৈ ব্ৰতপৰায়ণ কচ যেতিয়া দেৱলোকলৈ যাবলৈ উদ্যত হৈছে, তেতিয়া দেৱযানীয়ে কচক ক'লে — হে অঙ্গিৰাৰ পুত্ৰ কচ! তুমি কুল, শীল, বিদ্যা, তপস্যা আৰু শমদমাদি গুণেৰে অলঙ্কৃত হৈছা। মহাযশা অঙ্গিৰা যেনেকৈ মোৰ পিতাৰ মান্য, তোমাৰ পিতা বৃহস্পতিও মোৰ সেই ৰূপ মান্য আৰু পূজনীয়। এইবোৰ কথা বিবেচনা কৰি মই যি কওঁ শুনা। তুমি ব্ৰতনিষ্ঠ হৈ থকাত মই তোমাৰ সবিশেষ পৰিচৰ্য্যা কৰিছোঁ। এতিয়া তুমি কৃতবিদ্য হৈছা; মই তোমাৰ প্ৰতি নিতান্ত অনুৰক্তা; অতএৱ মন্ত্ৰ উচ্চাৰণ কৰি মোৰ পাণি গ্ৰহণ কৰা।

কচে উত্তৰ দিলে - হে কল্যাণি! তোমাৰ পিতা শুক্ৰাচাৰ্য্য মোৰ যেনে মান্য আৰু পূজনীয়, তুমি মোৰ তেনে পূজনীয়া। হে ভদ্ৰে! তুমি ভগৱান্ শুক্ৰাচাৰ্য্যৰ প্ৰাণতকৈও প্ৰিয়তমা কন্যা। তুমি ধৰ্মতঃ মোৰ গুৰুপুত্ৰী; সুতৰাং মোক এনে কথা কোৱা তোমাৰ উচিত হোৱা নাই। দেৱযানীয়ে ক'লে — তুমি মোৰ পিতাৰ পুত্ৰ নহয়। তুমি পিতাৰ গুৰুপুত্ৰৰ পুত্ৰ; কেৱল এই কাৰণেই তুমি মোৰ মান্য আৰু পূজনীয়। কিন্তু অসুৰবিলাকে তোমাক বাৰংবাৰ বধ কৰিছিল। তেতিয়াৰ পৰাই মই তোমাৰ প্ৰতি একান্ত অনুৰক্তা হৈছোঁ। তোমাৰ প্ৰতি মই যেনে ভক্তি দেখুৱাঁও, তোমাৰ প্ৰতি যেনে সৌহাৰ্দ্দ্য আৰু অনুৰাগ প্ৰকাশ কৰোঁ, তাক তুমি

নজনা নহয়। অতএৱ হে ধৰ্মজ্ঞ! এতিয়া তুমি এই নিৰপৰাধিনীক পৰিত্যাগ নকৰিবা।

ক'চে ক'লে— হে শুভব্ৰতে! অন্যায্য বিষয়ত মোক নিয়োগ কৰা তোমাৰ উচিত নহয়। তুমি মোৰ গুৰুতকৈও গুৰুতৰা। এতিয়া তুমি মোৰ প্ৰতি প্ৰসন্ন হোৱা। তুমি যি শুক্ৰৰ ঔৰসত জন্ম লৈছা, ময়ো তেওঁৰে উদৰত বাস কৰিছোঁ। সুতৰাং ধৰ্মতঃ তুমি ভগিনী হৈছা। এতিয়া মোক অনুমতি দিয়া মই ঘৰলৈ যাওঁ আৰু আশীৰ্বাদ কৰা বাটত যেন কোনো বাধা-বিঘিনি নহয়। কথা প্ৰসঙ্গত যেন মোক মনত পেলোৱা আৰু সদায় সাৱধানে মোৰ গুৰুৰ পৰিচৰ্য্যা কৰিবা।

## কচ-দেৱযানীৰ পৰস্পৰ শাপ ঃ

দেৱযানীয়ে ক'লে - হে কচ! তুমি মোক প্ৰত্যাখান কৰিলে তোমাৰ সঞ্জীৱনী বিদ্যা ফলৱতী নহব।

কচে উত্তৰ দিলে— মই তোমাৰ কোনো দোষ আশঙ্কা কৰি তোমাক প্ৰত্যাখ্যান কৰা নাই। এই বিষয়ত গুৰুৰ অনুমতি নাই; সুতৰাং তুমি অকাৰণে মোক অভিসম্পাত কৰিলা। হে দেৱযানি! মই তোমাক ঋষিসম্মত ধৰ্মৰ উপদেশ দিব ধৰিছিলোঁ। তথাপি তুমি মোক অভিশাপ দিলা। প্ৰকৃততে মই শাপ পাব লগা কোনো দোষ কৰা নাই। তোমাৰ এই শাপ ধৰ্মৰ কাৰণে তুমি দিয়া নাই, তুমি শাপ দিছা কামৰ কাৰণে; অতএৱ ময়ো তোমাক প্ৰতিশাপ দিওঁ। তুমি যি অভিলাষ কৰিছা সি নিষ্ফল হব। আন কোনো ঋষিকুমাৰে তোমাৰ পাণিগ্ৰহণ নকৰিব। তুমিযে মোক অভিসম্পাত দিছা যে মোৰ অধীত বিদ্যা সিদ্ধ নহব, সেইটো মই মানি ললোঁ; কিন্তু মই এই বিদ্যা যাক অধ্যাপনা কৰিম, মোৰ সেই শিষ্যৰ এই বিদ্যা কৃতকাৰ্য্য হব। কচে দেৱযানীক এইদৰে প্ৰতিশাপ দি অতি সত্বৰে দেৱলোকত উপস্থিত হ'ল।

ইন্দ্ৰাদি দেৱতাসকলে কচক ঘূৰি অহা দেখি সুৰগুৰু বৃহস্পতিৰ সমুখত এইদৰে ক'লে— হে কচ! তুমি পৰম অদ্ভুত হিতকাৰ্য্য সম্পাদন কৰিলা; তাত তোমাৰ যশ চিৰস্থায়ী হব আৰু তুমি আমাৰ অংশভাগী হবা।

# দেৱযানী শৰ্মিষ্ঠাৰ বিবাদ

কৃতবিদ্য কচ দেৱলোকলৈ ঘূৰি অহাত দেৱতাসকলে অতিশয় হৃষ্টচিত্ত হৈ তেওঁৰ ওচৰত সঞ্জীৱনী বিদ্যা অধ্যয়ন কৰি চৰিতাৰ্থ হ'ল। তাৰ পাছত দেৱতাসকলে ইন্দ্ৰৰ ওচৰলৈ গৈ ইন্দ্ৰক নিবেদন কৰিলে- হে পুৰন্দৰ! তোমাৰ বিক্ৰম প্ৰকাশৰ উপযুক্ত সময় উপস্থিত হৈছে। এতিয়া শত্ৰুকুল সংহাৰৰ বাবে প্ৰস্তুত হোৱা।

ইন্দ্ৰই দেৱতাসকলৰ উপদেশত উত্তেজিত হৈ তৎক্ষণাৎ যাত্ৰা কৰিলে। কিছুদূৰ গৈ চৈত্ৰৰথৰ সমতুল্য এক পৰম ৰমণীয় বনত প্ৰবেশ কৰিলে। তাত তেওঁ কিছুসংখ্যক স্ত্ৰীলোক দেখিবলৈ পালে।

তেওঁলোকে নিজৰ নিজৰ পৰিধেয় বস্ত্ৰবোৰ এটা সৰোবৰৰ পাৰত থৈ জলবিহাৰ কৰিব ধৰিছিল। দেৱৰাজে এই অৱসৰতে বায়ুৰ ৰূপ ধাৰণ কৰি সেই কন্যাবিলাকৰ বস্ত্ৰবোৰ সানমিহলি কৰি পেলালে। তাৰ পাছত সেই কন্যা বিলাকে পানীৰ পৰা উঠি আহি যি বস্ত্ৰকে সমুখত দেখিলে তাকেই পৰিধান কৰিলে। দানৱ-ৰাজ বৃষপৰ্বাৰ কন্যা শৰ্ম্মিষ্ঠাই নেজানি দেৱযানীৰ বস্ত্ৰ গ্ৰহণ কৰিলে। সেই কাৰণে তেওঁলোক দুয়োৰো মাজত বিৰোধ উপস্থিত হয়।

দেৱযানীয়ে ক'লে, - ওৰে অসুৰ কন্যা! তই মোৰ শিষ্যা হৈ কোন সাহসত মোৰ বস্ত্ৰ পৰিধান কৰিব ধৰিছ? এই ব্যভিচাৰত তোৰ মঙ্গল নহব।

ৰাজকন্যা শৰ্ম্মিষ্ঠাও কম অহঙ্কাৰী নাছিল। তেওঁ উত্তৰ দিলে— চোৱা দেৱযানি! মোৰ পিতা যেতিয়া শয্যাত শুই বা বহি থাকে, তেতিয়া তোমাৰ পিতাই নিম্ন আসনত বহি অতি বিনীতভাৱে স্তুতি-পাঠকৰ দৰে স্তৱ পাঠ কৰি থাকে। যি ব্যক্তিয়ে স্তৱ পাঠৰ দক্ষিণা প্ৰতিগ্ৰহ কৰি নাইবা ভিক্ষাৰ দ্বাৰা জীৱিকা নিৰ্বাহ কৰে, তুমি তেনে ব্যক্তিৰ কন্যা; আৰু সৰ্বলোকে যাক পূজা কৰে, যিজনে প্ৰাৰ্থনা কৰাতকৈও অধিক অৰ্থ প্ৰাৰ্থনাকাৰীক দান কৰি মনোবাঞ্ছা পূৰণ কৰে মই তেওঁৰহে কন্যা। তুমি যিমান ক্ষোভ, হিংসা বা দ্বেষ নকৰা কিয়, মই কেতিয়াও তোমাক মোৰ সমকক্ষ বুলি নেভাবোঁ।

## দেৱযানীক কুঁৱাত নিক্ষেপ ঃ

**শৰ্ম্মিষ্ঠাৰ এইৰূপ অতি কঠোৰ কথা শুনি দেৱযানী ক্ৰোধত অধীৰ হৈ বলেৰে নিজৰ পৰিধেয় বস্ত্ৰ শৰ্ম্মিষ্ঠাৰ গাৰ পৰা টানিব ধৰিলে। তাকে দেখি শৰ্ম্মিষ্ঠায়ো ক্ৰুদ্ধা হৈ দেৱযানীক ওচৰতে থকা এটা কুঁৱাত পেলাই দিলে।**

দেৱযানী কুঁৱাত পৰি নিশ্চয় প্ৰাণত্যাগ কৰিছে বুলি স্থিৰ কৰি শৰ্ম্মিষ্ঠা নিজ ভৱনলৈ গুচি গ'ল।

নহুষ ৰজাৰ পুত্ৰ মৃগয়া বিহাৰী ৰজা যযাতি অশ্বত উঠি সেই অৰণ্যত ভ্ৰমণ কৰি আছিল। তেওঁ মৃগক অনুসৰণ কৰি কৰি আহি পিয়াহত শুষ্ককণ্ঠ হৈ পানীয় জলৰ কাৰণে সেই কুৱাঁৰ ওচৰ পালেহি।

ৰজাই জল আশা কৰি কুৱাঁৰ ভিতৰত দৃষ্টিপাত কৰা মাত্ৰকে কুঁৱাৰ ভিতৰত অগ্নিৰ শিখাৰ দৰে এক কামিনীক দেখি অতিশয় বিস্মিত হ'ল। তেওঁ সেই ৰমণীক অতি কৰুণ স্বৰে বিলাপ আৰু পৰিতাপ কৰি থকা দেখি মধুৰ সান্ত্বনা বাক্যেৰে সুধিলে- ভদ্ৰে! তুমি কোন? কাৰ কন্যা আৰু কিয় বা ইমান শোকাকুল হৈছা? তুমি এই অন্ধকূপত বা কেনেকৈ পৰিলা?

দেৱযানীয়ে তেতিয়া ক'লে- দেৱতাবিলাকে দানৱবিলাকক যুদ্ধত নিহত কৰিলে যিজনে সঞ্জীৱনী বিদ্যাৰ বলত সিহঁতক পুনৰ্জ্জীৱিত কৰে, মই সেই শুক্ৰাচাৰ্য্যৰ কন্যা। মই যে বনৰ ভিতৰত একাকিনী অন্ধকূপত পতিত হৈ আছোঁ, সেই সংবাদ তেওঁ পোৱা নাই। হে মহাৰাজ! আপুনি মহাবংশত জন্মগ্ৰহণ কৰিছে। আপোনাৰ যশ অসামান্য আৰু আপুনি অতি শান্ত প্ৰকৃতিৰ। আপুনি মোৰ এই সোঁহাতখনত ধৰি মোক কুৱাৰ পৰা উদ্ধাৰ কৰক।

ৰজা যযাতিয়ে তেওঁৰ পৰিচয় পাই ব্ৰাহ্মণী বোধে দক্ষিণ-হস্ত ধাৰণ কৰি কুৱাঁৰ পৰা তেওঁক উদ্ধাৰ কৰিলে। তাৰ পাছত দেৱযানীক সাদৰ সম্ভাষণ জনাই তেওঁৰ পৰা বিদায় লৈ ৰজাই স্বনগৰলৈ প্ৰস্থান কৰিলে।

ৰজা যযাতি নিজৰ স্থানলৈ গুচি যোৱাৰ পাছত ঘূৰ্ণিকা নামৰ এক দাসী সহসা দেৱযানীৰ ওচৰত উপস্থিত হ'ল হি। দেৱযানীয়ে অশ্ৰুপূৰ্ণ লোচনে সেই দাসীক ক'লে- ঘূৰ্ণিকে! তুমি সোনকালে মোৰ পিতাৰ ওচৰলৈ গৈ তেওঁক কোৱা গৈ যে শৰ্ম্মিষ্ঠাই মোৰ দুৰ্দ্দশা কৰিছে। মই দুনাই বৃষপৰ্বা ৰজাৰ নগৰত প্ৰৱেশ নকৰোঁ।

দেৱযানীৰ আদেশ পোৱা মাত্ৰকে ঘূৰ্ণিকা বেগাবেগি কৈ অসুৰ ৰাজভৱনত উপস্থিত হ'ল আৰু অতি সম্ভ্ৰমেৰে শুক্ৰাচাৰ্য্যৰ ওচৰলৈ গৈ দেৱযানীৰ সমস্ত বৃত্তান্ত আদ্যোপান্ত বৰ্ণনা কৰিলে।

মহৰ্ষি শুক্ৰই শুনামাত্ৰকে আসনৰ পৰা উঠি দেৱযানীৰ অন্বেষণত বনলৈ যাত্ৰা কৰিলে। অবিলম্বে সেই স্থানত উপস্থিত হৈ দেৱযানীক দেখি বাৎসল্য ভাৱে আলিঙ্গন কৰি গদ্ গদ বচনেৰে সুধিলে— আই দেৱযানি! সকলোলোকে নিজৰ সুকৃতি-দুস্কৃতি অনুসাৰে সুখ বা দুঃখ ভোগ কৰে। বোধহয় তুমি কিবা পাপ কৰ্ম্ম কৰিছা, তাৰেই ফল তুমি ভোগ কৰিব লগা হৈছে।

দেৱযানীয়ে ক'লে - পিতা! পাপৰ ভোগ হওক বা নহওক সম্প্ৰতি ৰজা

বৃষপৰ্বাৰ কন্যাই মোক যেনে ব্যৱহাৰ কৰিছে সেইটো শুনক। এইবুলি দেবযানীয়ে পিতাৰ ওচৰত সমস্ত ঘটনা বৰ্ণনা কৰি, শেষত ক'লে যে শৰ্ম্মিষ্ঠাই যিদৰে কৈছে মই যদি যথাৰ্থতে সেইৰূপ হওঁ, তেন্তে তেওঁৰ ওচৰত নিজৰ দোষ স্বীকাৰ কৰি ক্ষমা প্ৰাৰ্থনা কৰা কৰ্তব্য হব নতুবা শৰ্ম্মিষ্ঠাৰ অহঙ্কাৰৰ প্ৰতিকাৰ কৰিব লাগিব।

শুক্ৰাচাৰ্য্যই ক'লে - দেৱযানি! তুমিতো স্তাৱক বা প্ৰতিগ্ৰহ উপজীবীৰ কন্যা নোহোৱা। তোমাৰ পিতা কাৰো চাটুকাৰ নহয় বৰং অন্যলোকেহে তেওঁৰ স্তৱ কৰি থাকে। বৃষপৰ্বা, ইন্দ্ৰ আৰু নহুষপুত্ৰ ৰজা যযাতি - এওঁলোক সকলোৱে জানে যে অচিন্ত্য নিৰ্দ্বন্দ্ব পৰব্ৰহ্মাই মোৰ বল। স্বয়ম্ভু ব্ৰহ্মাই তুষ্ট হৈ মোক কৈছিল যে পৃথিৱীত বা স্বৰ্গত যিকোনো বস্তু আছে ময়েই তাৰ ঈশ্বৰ। প্ৰজাবিলাকৰ মঙ্গল বিধান কৰিবৰ কাৰণে ময়েই বৰষুণ দি গছ, লতা, শস্য তৃণ পৰিপুষ্ট কৰি থাকোঁ। মহানুভৱ শুক্ৰই বিষণ্ণা, ক্ৰোধাকুলা দেৱযানীক এইদৰে মধুৰ বাক্যেৰে সান্ত্বনা দিবলৈ ধৰিলে।

# বৃষপৰ্ব্বাৰ প্ৰতি শুক্ৰৰ ক্ৰোধ

শুক্ৰই কবলৈ ধৰিলে — দেৱযানি! যি ব্যক্তিয়ে ক্ষমা গুণৰদ্বাৰা পৰৰ তিৰস্কাৰ বাক্যক উপেক্ষা কৰে, এই সচৰাচৰ বিশ্ব তেওঁৰে আয়ত্তাধীন হয়, সাধুলোকসকলে অশ্বৰ বল্গাধাৰণ কৰা লোকক সাৰথি নুবুলি যিজনে উত্তেজিত ক্ৰোধক অশ্বৰ দৰে নিগ্ৰহ কৰিব পাৰে, তেওঁকেই সাৰথি বুলি কয়। যি ব্যক্তিয়ে উদ্দীপ্ত ক্ৰোধানলত ক্ষমা বাৰি সিঞ্চন কৰিব পাৰে, এই স্থাৱৰ জঙ্গমাত্মক জগৎ তেৱেঁই জয় কৰিব পাৰে। যেনেকৈ সৰ্পই নিৰ্ম্মোক (খোলচ) পৰিত্যাগ কৰে, সেইদৰে যিজনে ক্ৰোধ পৰিত্যাগ কৰিব পাৰে পণ্ডিতসকলে তেওঁকেই সৎপুৰুষ বোলে। যিজনে ক্ৰোধৰ আবেগ সম্বৰণ কৰি তিৰস্কাৰৰ প্ৰতি উপেক্ষা প্ৰদৰ্শন কৰে আৰু নিজে সন্তপ্ত হৈও অন্যক তাপিত নকৰে তেওঁৱেই সৰ্বাৰ্থ সিদ্ধ হয়। যিজন ব্যক্তিয়ে বহুবছৰ ধৰি প্ৰতিমা-সেৱা বা যজ্ঞানুষ্ঠান কৰে আৰু যিজনে কেতিয়াও কাৰো ওপৰত ক্ৰুদ্ধ নহয়, এই উভয়ৰ ভিতৰত অক্ৰোধন ব্যক্তিয়েই অপেক্ষাকৃত উৎকৃষ্ট। বালক-বালিকা বিলাকে বিবেক নথকা বাবে ক্ৰোধান্ধ হৈ পৰস্পৰ বিৰোধ কৰে; কিন্তু প্ৰাজ্ঞব্যক্তিয়ে তেনে নকৰে।

দেবযানীয়ে তেতিয়া ক'লে— পিতা! মই অল্পবয়স্কা বালিকা সঁচা কিন্তু ধৰ্মৰ মৰ্ম বিবেচনা কৰিবলৈ নিতান্ত অসমৰ্থ নহয় আৰু ক্ৰোধ আৰু ক্ষমা এই উভয়ৰ বলাবল বিবেচনা কৰিবলৈকো অক্ষম নহয়। কিন্তু যি বক্তিয়ে শিষ্যাহে

অশিষ্যৰ দৰে আচৰণ কৰে, মঙ্গলাৰ্থী সেইজন লোকক কিছুতেই ক্ষমা প্ৰদৰ্শন নকৰিব। গতিকে এই ভ্ৰষ্টাচাৰ পূৰ্ণ দেশত বাস কৰিবলৈ মোৰ অভিলাষ নাই। যিবিলাক লোকে আচাৰ ব্যৱহাৰ কৌলিন্য আদি লৈ সৰ্বদা পৰনিন্দা কৰে, মঙ্গলাৰ্থী ব্যক্তিয়ে সেইবিলাক পাপিষ্ঠ লোকৰ সংসৰ্গ নকৰিব। যি স্থানত থাকিলে আচাৰ ব্যৱহাৰ আৰু কৌলিন্যাদিৰ গৌৰৱ থাকে সেই স্থানত বাস কৰাহে উচিত। হে পিতা! বৃষপৰ্বাৰ কন্যা শৰ্মিষ্ঠাৰ সেই দুৰ্বাক্যবোৰে মোৰ হৃদয় দগ্ধ কৰি আছে। যিবিলাক হতভাগ্য ব্যক্তিয়ে যৎকিঞ্চিৎ লাভৰ আশাত ধনীসকলৰ তোষামোদ কৰে, সেই বিলাক লোকৰ মৃত্যু হোৱাই উত্তম।

# বৃষপৰ্ব্বাৰ লগত শুক্ৰৰ সম্বন্ধ ত্যাগ

তাৰ পাছত শুক্ৰ ক্ৰোধমনে সিংহাসনত উপবিষ্ট হৈ থকা ৰজা বৃষপৰ্ব্বাৰ ওচৰত উপস্থিত হৈ অসঙ্কুচিত চিত্তে কবলৈ ধৰিলে— অধৰ্ম আচৰণ কৰিলে সদ্যে সদ্যে তাৰ কুফল দেখা নাযায় সঁচা; কিন্তু পৰিণামত সেই পাপপৰায়ণ ব্যক্তিক অধৰ্মৰ কুফলে সমূলে উচ্ছেদ কৰে। যদিও পাপ কৰ্ম কৰা ব্যক্তি জনৰ ফলভোগ নহব পাৰে, তথাপি তাৰ পুত্ৰ আৰু পৌত্ৰবিলাকেও সেই ফলভোগ কৰিব লগা হয়।

বৃহস্পতিৰ পুত্ৰ কচ বিদ্যালাভ কৰিবলৈ মোৰ ওচৰলৈ আহিছিল। সেই ধৰ্ম পৰায়ণ, সুশীল আৰু শুশ্ৰূষাপৰ (শাস্ত্ৰীয় তত্ত্বশ্ৰৱণত ইচ্ছুক) বিদ্যাৰ্থীজনক তুমি অন্যৰ দ্বাৰা নিৰপৰাধে বাৰংবাৰ তাৰ প্ৰাণ হিংসা কৰিছিলা। আজি আকৌ তোমাৰ কন্যা শৰ্মিষ্ঠাই দেৱযানীৰ প্ৰাণ নষ্ট কৰিবৰ আশয়ত তাইক এক গভীৰ কুৱাঁত নিক্ষেপ কৰিছিল। এইবোৰ অত্যাচাৰৰ কাৰণে আজিয়েই মই তোমালোকক পৰিত্যাগ কৰিলোঁ। মই আৰু তোমাৰ অধিকাৰত বাস নকৰোঁ। তোমালোকে মোৰ কথা প্ৰলাপ বুলি বিবেচনা কৰা, নহলে নিজৰ দোষ সংশোধন কৰিবলৈ অপেক্ষা নকৰিলাহেঁতেন।

ৰজা বৃষপৰ্ব্বাই ক'লে— হে ভাৰ্গৱ! মই আপোনাক অধাৰ্মিক বা মিথ্যাবাদী বুলি কেতিয়াও বোধ নকৰোঁ; বৰঞ্চ পৰম ধাৰ্মিক আৰু সত্যপৰায়ণ বুলিহে জ্ঞান কৰোঁ। আপোনাৰ প্ৰতি মই কেতিয়াও ঘৃণা বা অশ্ৰদ্ধাৰ ভাৱ পোষণ কৰা নাই। অতএৱ ক্ৰোধ সম্বৰণ কৰক আৰু মোৰ প্ৰতি প্ৰসন্ন হওক। যদি আপুনি আমালোকক পৰিত্যাগ কৰি আন ঠাইলৈ যায়, তেতিয়া হ'লে আমি সমুদ্ৰ গৰ্ভত প্ৰবেশ কৰিম - সেই বিষয়ে সংশয় নাই।

*শুক্ৰই তেতিয়া ক'লে - তোমালোকে সাগৰতে প্ৰৱেশ কৰা বা অন্য*

দেশলৈ গুচি যোৱা, তোমাৰ কন্যাই মোৰ কন্যা দেৱযানীক যেনেদৰে অপমান কৰিছে, সেইটো মই কেতিয়াও সহ্য নকৰোঁ। মই দেৱযানীক অতিশয় স্নেহ কৰোঁ। বৃহস্পতিয়ে যেনেকৈ ইন্দ্ৰক সুমন্ত্ৰণা দি সংসাৰ যাত্ৰা নিৰ্বাহৰ সহায় কৰে, ময়ো তেনেকৈ সুমন্ত্ৰণা দি তোমাৰ সংসাৰ যাত্ৰা নিৰ্বাহত সহায় কৰোঁ। অতএৱ মোক যদি ৰাজ্যত ৰাখিবৰ বাসনা থাকে, তেন্তে দেৱযানীক প্ৰসন্ন কৰা। দেৱযানী মোৰ জীৱন স্বৰূপ।

বৃষপৰ্ব্বাই ক'লে - ভগৱন! অসুৰবিলাকে যি কিছু ধন সম্পত্তি, হাতী ঘোৰা গৰু ম'হ প্ৰভৃতি অধিকাৰ কৰে সেই সমুদয় সম্পত্তিৰ আৰু মোৰ অধীশ্বৰ আপুনি। অতএৱ আপুনি প্ৰসন্ন হওক।

শুক্ৰাচাৰ্য্যই তেতিয়া ক'লে - মই যদি দানৱবিলাকৰ সমুদয় সম্পত্তিৰে অধীশ্বৰ হওঁ, তথাপিও তুমি দেৱযানীক প্ৰসন্না কৰা।

দানৱ-ৰাজ বৃষপৰ্ব্বাই তৎক্ষণাৎ তেওঁৰ কথাত সম্মতি প্ৰকাশ কৰিলে।

পাছত ভৃগুনন্দন শুক্ৰাচাৰ্য্যই দেৱযানীৰ ওচৰলৈ গৈ এইবোৰ কথা আদ্যোপান্ত জনালে। তেতিয়া দেৱযানীয়ে ক'লে- পিতা! তুমি যে অসুৰবিলাকৰ সকলোপ্ৰকাৰ সম্পত্তিৰ ঈশ্বৰ, সেই কথা স্বয়ং বৃষপৰ্ব্বাই মোৰ আগত স্বীকাৰ কৰক, নহলে মোৰ বিশ্বাস নহয়। তাকে শুনি দানৱৰাজ বৃষপৰ্ব্বাই ক'লে — হে দেবি! চাৰুহাসিনী দেৱযানি! তোমাৰ যি বস্তুতে অভিলাষ হয় তাকে কোৱা। অতিশয় দুৰ্লভ বস্তু হ'লেও মই তোমাক দিম।

তেতিয়া দেৱযানীয়ে ক'লে- শৰ্ম্মিষ্ঠাই এক হেজাৰ অসুৰ কন্যাৰ লগত মোৰ ওচৰত দাসীভাৱ অৱলম্বন কৰক - এয়ে মোৰ অভিলাষ আৰু মই বিবাহিতা হৈ যেতিয়া স্বামীৰ ঘৰলৈ যাম, তেতিয়াও শৰ্ম্মিষ্ঠাই সকলোবিলাক কন্যাৰ সৈতে মোক অনুসৰণ কৰিব লাগিব।

তাকে শুনি বৃষপৰ্ব্বাই নিচেই ওচৰতে থকা এজনী পৰিচাৰিকাক আদেশ কৰিলে— তুমি শীঘ্ৰে গৈ শৰ্ম্মিষ্ঠাক মোৰ ওচৰলৈ লৈ অহা। দেৱযানীৰ যি অভিলাষ শৰ্ম্মিষ্ঠাই অবিলম্বে আহি তাকে সম্পাদন কৰক।

পৰিচাৰিকাই ৰজাৰ আদেশত শৰ্ম্মিষ্ঠাৰ ওচৰত উপস্থিত হৈ নিবেদন কৰিলে - ৰাজনন্দিনি! মহাৰাজে তোমাক মাতি পঠিয়াইছে, এতিয়াই ব'লা আৰু জ্ঞাতিকুলৰ মঙ্গল বিধান কৰা। দেৱযানীয়ে শুক্ৰাচাৰ্য্যক উত্তেজিত কৰি তুলিছে আৰু শুক্ৰাচাৰ্য্যই অসুৰকুল পৰিত্যাগ কৰিবৰ উপক্ৰম কৰিছে। তুমি এতিয়াই গৈ দেৱযানীক প্ৰসন্ন কৰিবৰ নিমিত্তে তেওঁৰ নিৰ্দ্দেশ অনুসাৰে সমস্ত কৰ্ম সম্পাদন কৰিব লাগিব।

### শৰ্ম্মিষ্ঠা দেৱযানীৰ দাসী ঃ

পিতৃৰ আদেশ শুনি শৰ্ম্মিষ্ঠাই ক'লে— দেবযানীয়ে যেতিয়া যি আদেশ কৰে, মই একো বিচাৰ নকৰি তাকেই সম্পাদন কৰিম আৰু দেৱযানীক সান্ত্বনা কৰিবৰ নিমিত্তে মহৰ্ষি শুক্রয়ো যি আদেশ কৰে, তাতো মোৰ অসম্মতি নাই। মোৰ দোষত শুক্র আৰু দেৱযানীয়ে নগৰ পৰিত্যাগ কৰিব, সেইটো হব নোৱাৰে।

এইবুলি কৈ শৰ্ম্মিষ্ঠাই দোলাত উঠি একহাজাৰ দাসী পৰিবৃতা হৈ শীঘ্রে অন্তঃপুৰৰ পৰা নিৰ্গতা হৈ গ'ল আৰু দেৱযানীৰ সমুখত উপস্থিত হৈ ক'লে— হে গুৰুকন্যে! মই দুই সহস্র অসুৰ কন্যাৰ লগত তোমাৰ দাসীত্ব কৰিম আৰু তুমি পৰিণীতা হৈ যেতিয়া পতিগৃহলৈ যাবা তেতিয়াও মই দাসীভাৱে তোমাৰ লগত যাম।

দেৱযানীয়ে ক'লে— শৰ্ম্মিষ্ঠা! তুমি ভাবি চাবা। তুমি ৰাজনন্দিনী হৈ কেনেকৈ চাটুকাৰ আৰু ভিক্ষুকৰ দৰে দাসীভাব অৱলম্বন কৰিবা?

শৰ্ম্মিষ্ঠাই ক'লে— জ্ঞাতিকুলৰ বিপদ ঘটিলে যিকোনো উপায়েৰে তাৰ প্ৰতিকাৰ কৰা কৰ্তব্য। এইবাবেই মই তোমাৰ দাসীবৃত্তি স্বীকাৰ কৰিছোঁ।

দেৱযানীয়ে তেতিয়া পিতৃ শুক্ৰক ক'লে - পিতা! মই ক্ৰোধ সম্বৰণ কৰিছোঁ - ব'লা এতিয়া আমি নগৰত প্ৰবেশ কৰোঁ। বুজিলোঁ তোমাৰ বিজ্ঞান আৰু বিদ্যাবল অমোঘ।

মহাযশা শুক্ৰই কন্যাৰ সেইকথা শুনি আৰু দানৱৰাজকৰ্ত্তৃক সমাদৃত হৈ হৃষ্টচিত্তে পুনৰ্বাৰ দেৱযানীৰ লগত নগৰত প্ৰৱেশ কৰিলে।

## যযাতিৰ লগত দেৱযানীৰ পৰিচয়

কিছুদিন অতীত হৈ যোৱাৰ পাছত শুক্ৰকন্যা দেৱযানীৰ ক্ৰীড়াৰ অভিলাষ পূৰণ কৰিবৰ বাবে পুনৰ্বাৰ সেই বনত প্ৰবেশ কৰিলে। তেওঁ অতি আনন্দমনে শৰ্ম্মিষ্ঠা আৰু সেই সমস্ত সখীবৃন্দেৰে সৈতে যথেচ্ছ বনবিহাৰ কৰিব ধৰিছে। কোনোজনীয়ে প্ৰফুল্লমনে মধুপান কৰিছে, কোনো কোনোৱে সুস্বাদু ফল ভক্ষণ কৰিছে আৰু কোনো কোনোৱে অন্যান্য ভক্ষ্যদ্ৰব্য ভোজন কৰিছে- এনেসময়ত নহুষপুত্ৰ যযাতি ৰজাই অনুসৰণ কৰি কৰি একান্ত ক্লান্ত আৰু পিপাসাৰ্ত্ত হৈ পানীয় জল বিচাৰি পুনৰ্বাৰ সেই স্থানত উপস্থিত হ'লহি। তেওঁ দেখিবলৈ পালে

যে সৰ্বালঙ্কাৰভূষিতা আৰু কন্যাবিলাকেৰে পৰিবেষ্টিতা এক মধুৰহাসিনী পৰমা সুন্দৰী কামিনী তাত বহি আছে আৰু পৰম সুকুমাৰী এক ৰাজকন্যাই তেওঁৰ পদসেৱা কৰি আছে।

ৰজাই ক্ৰমে ক্ৰমে তেওঁলোকৰ ওচৰ চাপি আহিল আৰু পৰম সমাদৰ দেখুৱাই দেৱযানীক প্ৰশ্ন কৰিলে - ভদ্ৰে! তুমি জন্ম গ্ৰহণ কৰি কাৰ বংশ অলঙ্কৃত কৰিছা? তোমাৰ আৰু তোমাৰ পৰিচাৰিকাৰ নাম কি? এই সখীবিলাকেই বা কোন?

দেৱযানীয়ে উত্তৰ দিলে— মই সবিশেষ নিবেদন কৰিছোঁ, আপুনি মন দি শুনক। মহাৰাজ! মই দৈত্যগুৰু শুক্ৰাচাৰ্য্যৰ কন্যা আৰু মোৰ এই পৰিচাৰিকা দানৱ-ৰাজ বৃষপৰ্ব্বাৰ কন্যা। এওঁ দাসীভাৱে সদায় মোৰ অনুগামিনী হৈ থাকে।

দেৱযানীৰ উত্তৰ শুনি ৰজাৰ মনত কৌতূহল জন্মিল। তেওঁ পুনৰ্বাৰ সুধিলে— সুন্দৰি! এওঁ দানৱৰাজ বৃষপৰ্ব্বাৰ কন্যা হৈ কি কাৰণে তোমাৰ দাসী হ'ল তাকে জানিবলৈ মই উৎসুক হৈছোঁ।

দেৱযানীয়ে ক'লে- দৈৱ নিৰ্ব্বন্ধ কোনেও অতিক্ৰম কৰিব নোৱাৰে; সুতৰাং ৰাজকন্যা যে মোৰ পৰিচাৰিকা হব ই বৰ আশ্চৰ্য্য নহয়। অতএৱ সেই বিষয়ে কোনো বিশেষ অনুসন্ধানৰ আৱশ্যক নাই। মহাশয়! আপোনাৰ আকাৰ আৰু পোছাক পৰিচ্ছদ দেখি বোধহয় আপুনি কোনোবা ৰজা আৰু বাক্ বিন্যাস দেখি বোধহয় আপুনি এজন পণ্ডিত মানুহ। অতএৱ আপুনি কওক আপুনি কোন, কাৰ পুত্ৰ আৰু ক'ৰ পৰা আহিছে।

যযাতিয়ে ক'লে— মই সৰুকালতে ব্ৰহ্মাচৰ্য্য অৱলম্বন কৰি সমস্ত বেদ বেদাঙ্গ অধ্যয়ন কৰিছোঁ। মই ৰজা আৰু ৰাজকুলত উৎপন্ন হৈছোঁ। মোৰ নাম যযাতি।

দেৱযানীয়ে প্ৰশ্ন কৰিলে — আপুনি কি উদ্দেশ্যে এই বনলৈ আহিছে? সেইটো জানিবলৈ মোৰ ইচ্ছা হৈছে।

ৰজাই উত্তৰ দিলে - সুন্দৰি! মই মৃগয়া কৰিবলৈ নগৰৰ পৰা ওলাই আহি মৃগৰ পাছে পাছে বনে বনে ভ্ৰমণ কৰি একান্ত পৰিশ্ৰান্ত আৰু তৃষ্ণাৰ্ত্ত হৈ জল পোৱাৰ আশাত এই স্থানত উপস্থিত হৈছোঁহি; কিন্তু ইয়ালৈ আহি মোৰ শ্ৰান্তি আৰু তৃষ্ণা নিবাৰিত হৈ গৈছে। কথাপ্ৰসঙ্গত মোৰ ঘূৰি যোৱাৰ সময় অতীত হৈ গৈছে। অতএৱ অনুমতি কৰা মই প্ৰস্থান কৰোঁ।

তেতিয়া দেৱযানীয়ে ক'লে- মহাৰাজ! এই দুই সহস্ৰ কন্যা আৰু মোৰ পৰিচাৰিকা শৰ্ম্মিষ্ঠাৰে সৈতে আপোনাৰ অধীন হলোঁ। আজিৰ পৰা আপুনি আমাৰ সখা আৰু ভৰ্ত্তা হ'ল।

## যযাতি আৰু দেৱযানীৰ বিবাহ ঃ

এই অপ্ৰত্যাশিত ·আৰু অসম্ভাৱিত আত্মসমৰ্পণ ঘটনা দেখি বিস্ময়ত উৎফুল্ল হৈ বিনয় বচনেৰে ৰজাই দেৱযানীক ক'লে— হে শুক্ৰকন্যে! এই প্ৰস্তাৱ তোমাৰ কাৰণে শ্ৰেয় হোৱা নাই; কাৰণ তুমি ব্ৰাহ্মণ কন্যা আৰু মই ক্ষত্ৰিয়। মই কোনোৰূপে তোমাৰ উপযুক্ত নহয় আৰু তোমাৰ পিতা শুক্ৰাচাৰ্য্যই কেতিয়াও ইয়াত সন্মতি প্ৰদান নকৰিব।

দেৱযানীয়ে ক'লে - ব্ৰাহ্মণ আৰু ক্ষত্ৰিয় সৰ্বদায় সংসৃষ্ট। উভয়ৰ ভিতৰত ঘনিষ্ঠ সম্বন্ধ আছে। আপুনি মোক ভাৰ্যা ৰূপে গ্ৰহণ কৰাটো নিতান্ত দোষাবহ নহব। বিশেষতঃ আপুনি স্বয়ং ঋষি আৰু ঋষিপুত্ৰ। অতএৱ এই বিষয়ে কোনো সংশয় নকৰি আপুনি মোৰ পাণি গ্ৰহণ কৰক।

তেতিয়া ৰজাই ক'লে— হে সুন্দৰি! সকলো বৰ্ণই একৰ অঙ্গৰ পৰা উৎপন্ন হৈছে। ই সঁচা; কিন্তু সকলো বৰ্ণৰ ধৰ্ম আৰু আচাৰ বিষয়ে বিস্তৰ বৈলক্ষণ্য আছে। ব্ৰাহ্মণৰ ধৰ্ম-প্ৰণালী আৰু আচাৰ-পৰম্পৰা অতি উৎকৃষ্ট। সেই কাৰণে ব্ৰাহ্মণক শ্ৰেষ্ঠ বৰ্ণ বুলি নিৰ্দ্দিষ্ট কৰা হৈছে। অতএৱ মই হীনবৰ্ণ হৈ কেনেকৈ শ্ৰেষ্ঠবৰ্ণৰ কন্যাৰ পাণি গ্ৰহণ কৰিম?

তেতিয়া দেৱযানীয়ে ক'লে — মহাৰাজ! পাণিগ্ৰহণ কৰিলেই বিবাহ কাৰ্য্য সম্পন্ন হয় - এনে নিয়ম পূৰ্ব্বাপৰ প্ৰচলিত হৈ আছে। অতএৱ আপুনি বিবেচনা কৰি চাওক, যেতিয়া মই অন্ধ কুঁৱাত পৰিছিলোঁ, সেই সময়ত আপুনি মোৰ পাণি গ্ৰহণ কৰি উদ্ধাৰ কৰিছিল আৰু সেই কাৰণেই আপোনাক পতিত্বত বৰণ কৰিবলৈ মই ইমান আগ্ৰহ প্ৰকাশ কৰিছোঁ। সূক্ষ্ম বিচাৰ কৰি চালে সেই সময়ৰ পৰাই আপুনি মোৰ পতি হৈছে। ইয়াৰ পাছত আন কোনেও মোৰ পাণি স্পৰ্শ নকৰে।

তেতিয়া ৰজাই ক'লে, সুন্দৰি! তোমাৰ পিতাই সম্প্ৰদান নকৰিলে মই তোমাৰ পাণি গ্ৰহণ কৰিব নোৱাৰোঁ; কাৰণ ব্ৰাহ্মণ কুপিত হ'লে গ্ৰাম, নগৰ, বন, উপবন সকলোকে ভস্মসাৎ কৰে।

তেতিয়া দেৱযানীয়ে ক'লে - মহাৰাজ! মই স্বয়ং আপোনাক বৰণ কৰিছোঁ এই কথা জানিলে পিতাই নিশ্চয় আপোনাৰ হাতত মোক সম্প্ৰদান কৰিব। অপ্ৰাৰ্থিতা বা পিতৃদত্তা কন্যাক বিবাহ কৰিলে পাণিগ্ৰহিতাৰ কোনো বিপদৰ সম্ভাৱনা নাথাকে।

এই বুলি ৰজাক গৈ দেৱযানীয়ে নিজৰ পৰিচাৰিকা ঘূৰ্ণিকাৰ জৰিয়তে নিজৰ অভিপ্ৰায় পিতৃৰ ওচৰত নিবেদন কৰি পঠালে।

মহৰ্ষি শুক্ৰই ধাত্ৰীৰ মুখত আদ্যোপান্ত সমস্ত কথা জানি ৰাজদৰ্শনত সেই বনত উপস্থিত হ'লহি।

ৰজা যযাতিয়ে শুক্ৰাচাৰ্য্যক তালৈকে অহা দেখি আগবাঢ়ি আহি অভিবাদন কৰি কৃতাঞ্জলি হৈ থিয় দি থাকিল।

দেৱযানীয়ে পিতাকক ক'লে— পিতা! মই যেতিয়া অন্ধ কুৱাঁত পৰিছিলোঁ তেতিয়া এই নহুষপুত্ৰ যযাতিয়ে মোৰ পাণি গ্ৰহণ কৰি উদ্ধাৰ কৰিছিল। গতিকে মহাত্মা যযাতি মোৰ পাণিগ্ৰহীতা হৈছে; অতএৱ আপুনি এই সৎপাত্ৰক মোক সম্প্ৰদান কৰক। এওঁত বাজে মই আন কোনো ব্যক্তিক পতিত্বত বৰণ নকৰোঁ।

তেতিয়া শুক্ৰাচাৰ্য্যই ৰজাক সম্বোধন কৰি ক'লে - হে ৰজা যযাতি! মোৰ কন্যাই তোমাক পতিত্বত বৰণ কৰিছে, অতএৱ মই প্ৰসন্নমনে কন্যাক তোমাক সম্প্ৰদান কৰিবলৈ আগবাঢ়িছোঁ, তুমি কন্যাক মহিষীৰূপে গ্ৰহণ কৰা।

যযাতিয়ে ক'লে - হে ভগৱন্! মই যদি ক্ষত্ৰিয় হৈ ব্ৰাহ্মণ কন্যাৰ পাণি গ্ৰহণ কৰোঁ, তেন্তে বৰ্ণসঙ্কৰজনিত দোষত পৰিলিপ্ত হ'ম; এই ভয়ত মই আপোনাৰ কন্যাক বিবাহ কৰিবলৈ সন্মত হ'ব নোৱাৰোঁ।

শুক্ৰই ক'লে - মহাৰাজ! তুমি তোমাৰ অভিলাষ অনুসাৰে বৰ প্ৰাৰ্থনা কৰা, মই তোমাক অধৰ্মৰ পৰা মোচন কৰিম; এই বিষয়ত তোমাৰ কোনো আশঙ্কা নাই। তুমি দেৱযানীক বিধান অনুসাৰে বিবাহ কৰা, আৰু মই সচাঁসাঁচিকৈ তোমাৰ পাপ অপনোদন কৰি দিম। তোমালোকৰ পৰস্পৰৰ মাজত গভীৰ সদ্ভাৱ হওক; কিন্তু অসুৰ ৰাজকুমাৰী শৰ্মিষ্ঠা তোমাৰ পূজনীয়া হব। তুমি কেতিয়াও তেওঁক বিবাহ নকৰিবা।

ৰজা যযাতিয়ে এইৰূপ আদেশ পাই আনন্দমনে শুক্ৰক প্ৰদক্ষিণ কৰি বিধিমতে দেয়যানীৰ পাণিগ্ৰহণ কৰিলে আৰু দুইহাজাৰ পৰিচাৰিকা কন্যাৰে সৈতে দেৱযানীক লগত লৈ ৰাজধানীলৈ প্ৰত্যাৱৰ্তন কৰিলে। শুক্ৰাচাৰ্য্য আৰু দানৱ বিলাকে তেওঁক যথোপযুক্ত সমাদৰ কৰিলে।

## যযাতিৰ শৰ্ম্মিষ্ঠা গ্ৰহণ ঃ

ৰজা যযাতিয়ে নিজৰ নগৰলৈ প্ৰত্যাৱৰ্তন কৰি দেৱযানীক পৰম সমাদৰে অন্তঃপুৰত প্ৰবেশ কৰালে। ৰজাৰ নিৰ্দ্দেশক্ৰমে অশোক বনৰ ওচৰত এটা নতুন গৃহ নিৰ্মাণ কৰা হ'ল আৰু সেই গৃহ শৰ্ম্মিষ্ঠাৰ বাসস্থান হ'ল। ৰজাই শৰ্ম্মিষ্ঠাক পোহপাল দি পৰম আনন্দেৰে দেৱযানীৰ লগত যৌৱন-সুখ চৰিতাৰ্থ কৰিবলৈ ধৰিলে। কালক্ৰমত দেৱযানীৰ ঋতুকাল উপস্থিত হ'ল আৰু ৰজাৰ সহযোগত গৰ্ভৱতী হ'ল আৰু যথাসময়ত পুত্ৰৱতী হ'ল। এইদৰে বহুবছৰ অতীত হৈ গ'ল।

তাৰ পাছত কোনো একসময়ত শৰ্ম্মিষ্ঠাই নৱ যৌৱন লাভ কৰি গৰ্ভাধান কাল উপস্থিত হোৱা দেখি চিন্তা কৰিবলৈ ধৰিলে— মোৰতো ঋতুকাল উপস্থিত

হৈছে; কিন্তু এতিয়াও বিবাহ নহ'ল। এতিয়া কি কৰা যায়? কি উপায়েৰে নিজ মনোৰথ পূৰণ কৰোঁ। দেৱযানীযে এটি পুত্ৰ প্ৰসৱ কৰি নিজৰ বাসনা চৰিতাৰ্থ কৰিছে কিন্তু মোৰ যৌৱনকাল বোধ হয় নিষ্ফল হৈ যাব। দেৱযানী যেনেকৈ কৃতকাৰ্য্য হৈছে ময়ো সেইদৰে মহাৰাজকে পতিত্বত বৰণ কৰি চৰিতাৰ্থ হ'ম। মই সন্তান কামনা কৰি নিৰ্জনে তেওঁৰ লগত সহযোগ প্ৰাৰ্থনা কৰিলে, বোধকৰোঁ, তেও পৰাঙ্মুখ নহব।

এই সময়তে ৰজা যযাতি অন্তঃপুৰৰ পৰ নিষ্ক্ৰান্ত হৈ অশোকবনৰ ওচৰলৈ আহিল। চাৰুহাসিনী শৰ্ম্মিষ্ঠাই ৰজাক নিৰ্জ্জনে পাই আগবাঢ়ি আহি কৰযোৰে ৰজাক নিবেদন কৰিলে - হে ৰাজন্! মেৰ কুল শীল ৰূপ-যৌৱন আপুনি নজনা নহয়। সম্প্ৰতি মই বিনয়েৰে প্ৰাৰ্থনা কৰিছোঁ, আপুনি অনুগ্ৰহ কৰি মোৰ ঋতুৰক্ষা কৰক।

ৰজাই উত্তৰ দিলে - হে সুন্দৰি! তুমি অতি সুশীলা, সৎকুলোদ্ভৱা আৰু অনিন্দনীয়া ৰূপৱতী; কিন্তু দেৱযানীৰ পাণিগ্ৰহণৰ সময়ত শুক্ৰই মোক কৈছিল যে বৃষপৰ্ব্বাৰ কন্যাক তুমি কেতিয়াও শয্যালৈ মাতি নানিবা।

শৰ্ম্মিষ্ঠাই ক'লে মহাৰাজ! পৰিহাসপ্ৰসঙ্গত স্ত্ৰীৰ মনোৰঞ্জনৰ বাবে, বিবাহৰ সময়ত, প্ৰাণৰ সঙ্কটত আৰু সৰ্বস্ব নাশ হোৱাৰ সময় মিথ্যা-ব্যৱহাৰ দোষৰ নহয়। সাক্ষী দিওঁতে বা বিচাৰৰ স্থলত হে মিথ্যা ভাষণত মহাপাপত লিপ্ত হব লাগে।(১)

যযাতিয়ে ক'লে — ৰজাই প্ৰজাবিলাকৰ দৃষ্টান্তৰ স্থল, মিথ্যা ভাষণত ৰজা অৱশ্যে বিনষ্ট হয়। অতএৱ মই অৰ্থকষ্ট হ'লেও মিছা কথা নকওঁ।

তেতিয়া শৰ্ম্মিষ্ঠাই পুনৰ্বাৰ ক'লে - মহাৰাজ। সখীৰ স্বামী আৰু মোৰ স্বামী উভয়ে তুল্য হয়, একৰ বিবাহে আনজনীৰো বিবাহ সিদ্ধ হয়। অতএৱ যেতিয়া মোৰ সখীয়ে আপোনাক পতিত্বত বৰণ কৰিছে, তেতিয়া মোৰো বৰণ কৰা হৈ গৈছে।

যযাতিয়ে ক'লে— সুন্দৰি! অৰ্থীবিলাকৰ প্ৰাৰ্থনা পূৰণ কৰা মোৰ এক প্ৰধান ধৰ্ম আৰু অৱশ্যকৰণীয় কৰ্ম। তুমিও মোৰ ওচৰত প্ৰাৰ্থনা কৰিছা, অতএৱ কোৱা মই তোমাৰ কি প্ৰিয়কাৰ্য্য কৰিব লাগে।

শৰ্ম্মিষ্ঠাই ক'লে, মহাৰাজ! মোক অধৰ্মৰ পৰা পৰিত্ৰাণ কৰি মোৰ ধৰ্ম সংস্থাপন কৰক। তাৰ পাছত মই আপোনাৰ অনুগ্ৰহত পুত্ৰৱতী হৈ যেন ধৰ্মৰ অনুষ্ঠান কৰিব পাৰোঁ। আৰু দাওক, ভাৰ্য্যা, দাস আৰু পুত্ৰ এইবিলাকে [illegible]

(১) ননৰ্ম্ম যুক্তং বচনং হিনস্তি নস্ত্ৰীষু ৰাজন্ন বিবাহ কালে।
প্ৰাণাত্যয়ে সৰ্ব্বধনাপহাৰে পঞ্চানৃতান্যাহুৰপাতকানি।।
পৃষ্টন্তু সাক্ষ্যে প্ৰবদন্তমন্যথা বদন্তি মিথ্যা পতিতং নৰেন্দ্ৰ।।

কিছুধন উপাৰ্জ্জন কৰে, সেই ধনত সিহঁতৰ অধিকাৰ নাই, সিহঁতৰ প্ৰভুৰ হে অধিকাৰ। মই দেৱযানীৰ দাসী আৰু তেওঁ আপোনাৰ বশ্যা। অতএৱ আপুনি আমাৰ উভয়ৰে মনোৰথ সফল কৰিব। এই অঙ্গীকাৰ কৰি মোক বিবাহ কৰক আৰু মোৰ ঋতুৰক্ষা কৰক।

ধৰ্মপৰায়ণ ৰজাই শৰ্ম্মিষ্ঠাৰ প্ৰাৰ্থনাত সন্মত হৈ তেওঁৰ ঋতুৰক্ষা কৰিলে। তাৰ পাছত পৰস্পৰে প্ৰিয় সম্ভাষণ কৰি নিজ নিজ স্থানলৈ গুচি গ'ল। বৃষপৰ্ব্বাৰ কন্যাই ৰজাৰ সহযোগত গৰ্ভৱতী হৈ এক পৰম সুন্দৰ পুত্ৰ প্ৰসৱ কৰিলে।

# যযাতিৰ প্ৰতি শুক্ৰৰ শাপ

দেৱযানীয়ে শৰ্ম্মিষ্ঠাৰ পুত্ৰোৎপত্তিৰ সংবাদ পাই অতিশয় ক্ষুব্ধ হৈ নানা প্ৰকাৰ সম্ভৱ-অসম্ভৱ কথা মনে মনে ভাবি গুণি থাকিবলৈ ধৰিলে। তাৰ পাছত শৰ্ম্মিষ্ঠাৰ ওচৰলৈ গৈ ক'বলৈ ধৰিলে— সখি! তুমি কামান্ধ হৈ কিয় এনে পাপ কাৰ্য্য কৰিলা?

শৰ্ম্মিষ্ঠাই উত্তৰ দিলে - সখি! মই কোনো পাপ কাম কৰা নাই। এদিনাখন কোনো এক ধৰ্ম পৰায়ণ আৰু বেদ বেদাঙ্গবেত্তা ঋষি মোৰ কুটিৰলৈ আহিছিল। মই ঋতু ৰক্ষাৰ বাবে প্ৰাৰ্থনা কৰিছিলোঁ। তেৱেঁই মোৰ মনোবাঞ্ছা পূৰণ কৰিছে। মই অন্যায়ভাৱে কাম-প্ৰবৃত্তি চৰিতাৰ্থ কৰা নাই। মই সত্য কথাকে কৈছোঁ — এই পুত্ৰই তেওঁৰ ঔৰসত জন্ম গ্ৰহণ কৰিছে। শৰ্ম্মিষ্ঠাই এইদৰে কৈ সত্যকথা গোপন ৰাখিলে। দেৱযানীয়ে সৰলমনে এই কথা বিশ্বাস কৰিলে আৰু ক'লে যে, শৰ্ম্মিষ্ঠে! যদি তুমি ধৰ্মৰক্ষাৰ বাবে এই কৰ্ম কৰিছা, তেন্তে উত্তম কৰ্মই হৈছে; কিন্তু সেই ঋষিৰ নাম গোত্ৰ কি সেই কথা জানিবৰ মোৰ কৌতূহল হৈছে।

শৰ্ম্মিষ্ঠাই ক'লে - সেই ঋষি সূৰ্য্যৰ ন্যায় তেজস্বী আৰু তপঃপ্ৰভাৱ সম্পন্ন। তেওঁৰ দেবোপম মূৰ্ত্তি দেখি মোৰ সেইবোৰ কথা সুধিবৰ সাহস হোৱা নাই।

দেৱযানীয়ে ক'লে— সি যিয়ে নহওক, যদি তুমি শ্ৰেষ্ঠ জাতিৰ ঔৰসত সন্তান লাভ কৰিছা, মোৰ কোনো ক্ষোভ বা পৰিতাপ নাই। তেতিয়া উভয় সখিয়ে পৰস্পৰ হাঁহি-তামাছাৰে কথোপকথন কৰিলে। দেৱযানীয়ে আন কোনো প্ৰকাৰ সন্দেহ মনলৈ নানি নিজৰ ভৱনলৈ গুচি গ'ল।

ইয়াৰ পাছত যযাতিয়ে দেৱযানীৰ গৰ্ভত যদু আৰু তুৰ্ব্বসু নামে দুই পুত্ৰ

আৰু শৰ্ম্মিষ্ঠাৰ গৰ্ভত আন দুটি পুত্ৰ উৎপাদন কৰিলে। শৰ্মিষ্ঠাৰ তিনি পুত্ৰৰ নাম যথাক্ৰমে দ্ৰুহ্য, অনু আৰু পুৰু ৰখা হ'ল।

কিছুদিন পাছত এদিন দেৱযানীয়ে প্ৰিয়তম স্বামী ৰজা যযাতিৰ লগত কোনো এক নিৰ্জ্জন বনলৈ গৈছিল। তাত দেৱ শিশুৰ নিচিনা তিনিটি বালকক দেখিবলৈ পালে। সিহঁতে অসঙ্কোচ মনে খেল-ধেমালি কৰি আছে। দেৱযানীয়ে সেই বালককেইটিৰ অসামান্য ৰূপলাৱণ্য দেখি বিস্মিত হৈ ৰজাক ক'লে- মহাৰাজ! এই সৰ্ব্বাঙ্গ সুন্দৰ শিশু-কেইটি কোন ভাগ্যৱানৰ পুত্ৰ জনা নাযায়। ইহঁত দেৱশিশুৰ নিচিনা সুকুমাৰ। ইহঁতৰ আকৃতিৰ প্ৰকৃতি দেখি ইহঁত যেন আপোনাৰ ঔৰসজাত তেনে বোধ হৈছে।

দেৱযানীয়ে ৰজাক এইদৰে কৈ বালককেইটিক সম্বোধন কৰি ক'লে- বাছাহঁত! তোমালোক কোন বংশৰ সন্তান আৰু তোমালোকৰ পিতাৰ নাম কি? এই কথা জানিবলৈ মোৰ নিতান্ত বাসনা মনত উদয় হৈছে।

দেৱযানীয়ে সিহঁতক এইদৰে প্ৰশ্ন কৰাত সিহঁতে তৰ্জ্জনী অঙ্গুলিৰে ৰজাক আঙুলিয়াই দি ক'লে - এৱেঁই আমাৰ পিতা আৰু আমাৰ মাতৃৰ নাম শৰ্মিষ্ঠা। এইবুলি কৈ সিহঁতে হৰ্ষ আৰু আনন্দেৰে ৰজাৰ ওচৰ চাপি আহিল; কিন্তু ৰজাই দেৱযানীৰ সমুখত সিহঁতক আদৰ দেখুৱাব নোৱাৰিলে।

বালককেইটিয়ে পিতৃৰ অনাদৰত অভিমান কৰি কান্দি কান্দি মাকৰ ওচৰ পালেগৈ। ৰজা বালককেইটিৰ কথাত ঈষৎ লজ্জিত হ'ল। দেৱযানীয়ে ৰজাৰ প্ৰতি বালকবিলাকৰ সদ্ভাৱ দেখি সেই বিষয়ৰ মৰ্ম বুজিব পাৰি শৰ্ম্মিষ্ঠাৰ ওচৰত উপস্থিত হ'ল আৰু খঙেৰে সুধিলে - শৰ্ম্মিষ্ঠা! তুমি মোৰ অধীনত থাকি মোৰেই অপ্ৰিয় কাৰ্য কৰিছা— ইয়াত তোমাৰ মনত শঙ্কা উদয় হোৱা নাই নে?

শৰ্ম্মিষ্ঠাই উত্তৰ দিলে - মই যে তোমাৰ আগত ঋষিৰ কথা উল্লেখ কৰিছিলোঁ সেইটো মিছা নহয়। মই ন্যায়তঃ আৰু ধৰ্মতঃ সেই কথা কৈছিলোঁ। তোমাৰ ওচৰত ভয়ৰ বিষয় কি আছে? আৰু তুমি মহাৰাজক পতিত্বত বৰণ কৰিছা, তাতে মোৰো বৰণ কৰা হৈ গৈছে; কাৰণ সখিৰ পতি ধৰ্মতঃ নিজ পতি হব পাৰে। তুমি ব্ৰাহ্মণ কন্যা, তুমি মোৰ পূজনীয়া আৰু মাননীয়া আৰু এই ৰাজৰ্ষিক তোমাতকৈও মই বেছি সন্মান আৰু পূজা কৰোঁ, সেই কথা তুমি নিজে জানা।

দেৱযানীয়ে শৰ্মিষ্ঠাৰ মুখত এনেধৰণৰ কথা শুনি ৰজাক ক'লে — মহাৰাজ! তুমি মোৰ অতিশয় অপ্ৰিয় কাৰ্য্য কৰিছা। অতএৱ আজিৰ পৰা মই তোমাৰ ঘৰত নেথাকোঁ আৰু মই আহিলোঁ। এই বুলি কৈ দেৱযানী কান্দি কান্দি পিতৃ গৃহলৈ যাবলৈ উদ্যতা হোৱা দেখি ৰজাও দুঃখিত মনে তেওঁৰ পাছে পাছে গ'ল আৰু নানাপ্ৰকাৰ প্ৰবোধ বাক্যেৰে সান্ত্বনা দিবলৈ ধৰিলে। ক্ৰোধত ৰক্তবৰ্ণ

চক্ষুৰে দেৱযানীয়ে একোতে প্ৰবোধ নামানিলে। তেওঁ ৰজাক ভালমন্দ একোকেই নোকোৱাকৈ কান্দি কান্দি পিতৃগৃহত উপস্থিত হ'ল। ৰজায়ো দেৱযানীক অনুসৰণ কৰি কৰি তাত উপস্থিত হৈ শুক্ৰাচাৰ্য্যক প্ৰণাম জনাই আৰু বিধিমতে পূজা-অৰ্চ্চনা কৰি বিনীতভাৱে একান্তে সমাসীন হ'ল।

তাৰ পাছত দেৱযানীয়ে শুক্ৰক ক'লে - পিতা! অধৰ্মই ধৰ্মক পৰাজিত কৰিছে। নিকৃষ্ট ব্যক্তিসকলে নীচ ব্যৱহাৰেৰে মহৎ লোকবিলাকক অপমান কৰিবলৈ প্ৰবৃত্ত হৈছে। চাওক, বৃষপৰ্ব্বাৰ কন্যাই (শৰ্মিষ্ঠাই) মোক ডিঙাই গৈছে। ৰজা যযাতিয়ে তেওঁৰ গৰ্ভত তিনিটি পুত্ৰৰ জন্ম দিছে। মই দুৰ্ভাগা, মোৰ দুটাত কৈ বেছি পুত্ৰ হোৱা নাই। হে পিতঃ! এই ৰজা পৰম ধাৰ্মিক মুলি বিখ্যাত। কিন্তু এতিয়া এইৰূপ গৰ্হিত আচৰণত প্ৰবৃত্ত হৈছে। মই সত্য কথাকেই কৈছোঁ। এওঁ শাস্ত্ৰ-মৰ্য্যাদা হানি কৰিছে।

শুক্ৰই সমস্ত বৃত্তান্ত আদ্যোপান্ত শুনি খঙেৰে ৰজা যযাতিক অভিসম্পাত দিলে - মহাৰাজ! তুমি ধাৰ্মিক হৈ প্ৰিয় জ্ঞান কৰি অধৰ্ম আচৰণ কৰিছা। অতএৱ দুৰ্জ্জয় জৰাই অচিৰাৎ তোমাক আক্ৰমণ কৰিব।

ৰজাই সহসা এইৰূপ শাপগ্ৰস্ত হৈ শুক্ৰক কবলৈ ধৰিলে - ভগৱন্! শৰ্মিষ্ঠাই ঋতুৰক্ষাৰ কাৰণে মোৰ ওচৰত প্ৰাৰ্থনা কৰিছিল। মই ধৰ্মৰ খাতিৰত তেওঁৰ ঋতুৰক্ষা কৰিছিলোঁ, নিকৃষ্ট প্ৰবৃত্তি চৰিতাৰ্থ কৰিবলৈ সেই কাৰ্য্য কৰা নাছিলোঁ। ধৰ্মশাস্ত্ৰতে কোৱা আছে যে যি পুৰুষে ঋতুৰক্ষা প্ৰাৰ্থনা কৰা স্ত্ৰীলোকৰ ঋতুৰক্ষা নকৰে, সেই পুৰুষ ভ্ৰূণ-হত্যা কৰা পাতকত লিপ্ত হৈ নৰকগামী হয়। এনেবোৰ কথা পৰ্যালোচনা কৰি ধৰ্মলোপৰ আশঙ্কাত শৰ্মিষ্ঠাৰ বাসনা সফল কৰিছিলোঁ।

শুক্ৰই তেতিয়া ক'লে - মহাৰাজ! মই তোমাক যি কৰ্ম কৰিবলৈ প্ৰতিষেধ আদেশ দিছিলোঁ, সেই কৰ্ম তুমি কিয় কৰিলা? তুমি জানা যে মিথ্যাবাদী ব্যক্তিৰ ধৰ্মৰ আচৰণকো এক প্ৰকাৰ চৌৰ্য্য বুলি কব পাৰি।

শুক্ৰৰ শাপত যযাতি তৎক্ষণাৎ জৰাপ্ৰাপ্ত হ'ল। পাছত তেওঁ শুক্ৰক ক'লে ভগৱন্! মই আজিও যৌৱন সুখ অনুভৱ কৰি তৃপ্ত হোৱা নাই; অতএৱ আপুনি প্ৰসন্ন হৈ যাতে জৰাৰ পৰা মুক্ত হব পাৰোঁ এনে কোনো এটি উপায় নিৰ্দ্ধাৰণ কৰক।

শুক্ৰই ক'লে - মহাৰাজ! মোৰ শাপ অন্যথা নহয়; পিছে এটা মাত্ৰ হব পাৰে যে তুমি ইচ্ছা কৰিলে অন্য ব্যক্তিৰ শৰীৰত তোমাৰ জৰা সঞ্চাৰিত কৰিব পাৰিবা।

তেতিয়া ৰজাই ক'লে - হে ব্ৰহ্মণ! এতিয়া এই অনুমতি কৰক যে মোৰ

পাঁচপুত্ৰৰ ভিতৰত যি পুত্ৰই মোৰ জৰা গ্ৰহণ কৰি মোক যৌৱন প্ৰদান কৰিব তেওঁ ৰাজ্যাধিকাৰ, পুণ্যাধিকাৰ আৰু কীৰ্ত্তি লাভ কৰিব।

শুক্ৰই ক'লে - হে নহুষপুত্ৰ! তুমি মোক স্মৰণ কৰি অন্যৰ শৰীৰত জৰা সঞ্চাৰিত কৰিব পাৰিবা আৰু তাত তুমি পাপভাগী নহবা আৰু তোমাৰ যি পুত্ৰই তোমাৰ জৰা গ্ৰহণ কৰি তোমাক যৌৱন প্ৰদান কৰিব, সেই পুত্ৰই তোমাৰ সাম্ৰাজ্য অধিকাৰ কৰি আয়ুষ্মান, কীৰ্ত্তিমান আৰু পুত্ৰপৌত্ৰাদিমান হব।

## পুৰুৰ দেহত যযাতিৰ জৰা সঞ্চাৰ ঃ

তাৰ পাছত ৰজা যযাতি জৰাগ্ৰস্ত হৈ নিজ ৰাজধানীলৈ ঘূৰি আহি জ্যেষ্ঠ পুত্ৰ যদুক ক'লে - বাছা! শুক্ৰৰ শাপৰ প্ৰভাৱত এই মহাঘোৰ জৰাই মোক আক্ৰমণ কৰিছে; কিন্তু এতিয়াও মই বিষয় ভোগত পৰিতৃপ্ত হোৱা নাই। অতএৱ তুমি মোৰ পাপ আৰু জৰা গ্ৰহণ কৰা। মই তোমাৰ যৌৱন লৈ ইচ্ছামতে বিষয় ভোগ কৰোঁ। কিছুবছৰৰ পাছত পুনৰ্বাৰ তোমাক যৌৱন ঘূৰাই দিম আৰু শাপৰ সৈতে মোৰ জৰা ঘূৰাই লম।

যদুৱে উত্তৰ দিলে - মহাৰাজ! জৰাৰ বহু দোষ। তাত পান-ভোজনৰ ব্যাঘাত ওপজে। চুলি দাঁড়িবোৰ বগা হয় আৰু শৰীৰৰ মাংস শিথিল হৈ যায় কাৰণে ব্যক্তিৰ শ্ৰীভ্ৰষ্ট হয়, মনলৈ নিৰানন্দ আহে আৰু সকলো কামতে নিৰুৎসাহ উপস্থিত হয়। গতিকে মই জৰা গ্ৰহণ কৰিবলৈ সন্মত নহওঁ। মোতকৈ আপোনাৰ আৰু কেইবাজনো প্ৰিয়তৰ পুত্ৰ আছে। তেওঁলোকৰ ভিতৰতে কোনো এজনক আপোনাৰ জৰা প্ৰদান কৰক।

ৰজা যযাতিয়ে ক'লে তুমি মোৰ ঔৰসজাত পুত্ৰ হৈ তোমাৰ যৌৱন দিবলৈ অসন্মত হ'লা, গতিকে তোমাৰ বংশ পৰম্পৰাৰ কোনেও ৰাজ্যৰ অধিকাৰী হব নোৱাৰিবা।

তাৰপাছত ৰজা যযাতিয়ে তুৰ্ব্বসুৰ ওচৰত উপস্থিত হৈ ক'লে - বোপা! মোৰ পাপ আৰু জৰা তুমি গ্ৰহণ কৰি তোমাৰ যৌৱন মোক দিয়া। মই বিষয় উপভোগ কৰোঁ। কিছুবছৰৰ পাছত মই মোৰ পাপ আৰু জৰা ঘূৰাই লৈ তোমাৰ যৌৱন তোমাক ঘূৰাই দিম।

তুৰ্ব্বসুয়ে ক'লে - মহাৰাজ! জৰা ৰূপনাশিনী আৰু জৰাগ্ৰস্ত মানুহে ইচ্ছানুৰূপ ভোগ সুখৰ পৰা বঞ্চিত হয়। জৰাৰ প্ৰভাৱত মানুহৰ বুদ্ধি ভ্ৰংশ হয় আৰু পদে পদে প্ৰাণনাশৰ আশঙ্কা উপস্থিত হয়। অতএৱ মই আপোনাৰ জৰা লবলৈ সন্মত নহওঁ।

ৰজা যযাতিয়ে তেতিয়া তুৰ্ব্বসুক শাপ দিলে যে - বোপা! তুমি মোৰ পুত্ৰ

হৈও যেতিয়া মোৰ প্ৰাৰ্থনা পূৰণত সন্মত নহ'লা, তুমি নিৰ্ব্বংশ হবা আৰু নীচ ব্যৱহাৰযুক্ত, প্ৰতিলোমজ, ৰাক্ষস, চণ্ডাল, গুৰুদাৰৰত তিৰ্য্যগ যোনিজাত পশুধৰ্মা আৰু পাপিষ্ঠ বিলাকৰ ৰজা হবা।

এইদৰে তুৰ্ব্বসুক অভিশাপ দি ৰজা যযাতি শৰ্মিষ্ঠাপুত্ৰ দ্ৰুহ্যুক ক'লে - বোপা। তুমি কিছুবছৰৰ কাৰণে মোৰ এই ৰূপনাশিনী জৰা গ্ৰহণ কৰা; মই তোমাৰ যৌৱন লৈ ভোগবাসনা চৰিতাৰ্থ কৰোঁ। নিৰ্দ্দিষ্ট কাল অতীত হ'লেই পুনৰ্ব্বাৰ মোৰ পাপৰ সৈতে তোমাৰ জৰা গ্ৰহণ কৰিম আৰু তোমাৰ যৌৱন তোমাক প্ৰদান কৰিম।

দ্ৰুহ্যুয়ে ক'লে - মহাৰাজ! মানুহ জৰাগ্ৰস্ত হ'লে হাতী, ঘোৰা, ৰথ ইত্যাদি যান-বাহনত উঠিব নোৱাৰে আৰু কামিনী সম্ভোগ কৰিবলৈ অসমৰ্থ হয়, জৰাগ্ৰস্ত মানুহৰ বাক্যবোৰ স্খলিত হয়- ইত্যাদি কাৰণত মই জৰা গ্ৰহণত অসন্মত।

তেতিয়া ৰজাই খঙেৰে ক'লে- দ্ৰুহ্যো। তুমি মোৰ আত্মজ পুত্ৰ হৈ যৌৱন প্ৰদান কৰিবলৈ পৰাঙ্মুখ হ'লা, অতএৱ মোৰ অভিশাপ এই যে যি ঠাইত হাতী ঘোৰা ৰথ বা দোলা আদি কোনো যানবাহনৰ সমাগম নাই, কেৱল ভেলা দি নাইবা সাতুঁৰি অহাযোৱা কৰিব লাগে, তুমি সেই ঠাইত বাস কৰিব লাগিব। তোমাৰ বংশৰ কোনেও ৰজা হব নোৱাৰিব।

ৰজাই দ্ৰুহ্যুক এইৰূপে অভিশাপ দি অনুক ক'লে — বাছা! তুমি মোৰ পাপ আৰু জৰা গ্ৰহণ কৰা; মই তোমাৰ যৌৱন লৈ কিছু বছৰ বিষয় ভোগ কৰিম।

অনুৱে উত্তৰ দিলে - মহাৰাজ! জৰাগ্ৰস্ত ব্যক্তি অশুচি আৰু বালকৰ দৰে যেতিয়াই তেতিয়াই ভোজনত প্ৰবৃত্ত হয় আৰু যথাসময়ত অগ্নিহোত্ৰাদি ক্ৰিয়া সম্পন্ন কৰিব নোৱাৰে। অতএৱ মই জৰা গ্ৰহণ নকৰোঁ।

ৰজাই ক'লে- তুমি মোৰ ঔৰসপুত্ৰ হৈ জৰাৰ দোষ উল্লেখ কৰি যৌৱন প্ৰদানত পৰাঙ্মুখ হৈছা। অতএৱ মই তোমাক অভিশাপ দিছোঁ, তুমি অচিৰাৎ সেই জৰা দোষত লিপ্ত হবা আৰু তোমাৰ সতিসন্ততি যৌৱন প্ৰাপ্তি মাত্ৰেই কালৰ গ্ৰাসত পৰিব।

সৱশেহত ৰজা পুৰুৰ ওচৰত উপস্থিত হ'ল। পুৰুক ক'লে- বাছা পুৰো! মই শুক্ৰৰ শাপত জৰাগ্ৰস্ত হৈছোঁ। মোৰ চুলি পকিছে আৰু শৰীৰৰ মাংস শিথিল হৈছে; কিন্তু মই যৌৱন সুখ সম্ভোগত পৰিতৃপ্ত হোৱা নাই; অতএৱ তুমি মোৰ পাপৰ লগতে জৰা গ্ৰহণ কৰা আৰু মই তোমাৰ যৌৱন লৈ কিছুকাল ইচ্ছামতে বিষয় ভোগ কৰোঁ। মই প্ৰতিশ্ৰুতি দিছোঁ যে কিছুকালৰ পাছত পাপৰ সৈতে মোৰ জৰা মই গ্ৰহণ কৰিম আৰু তোমাক তোমাৰ যৌৱন পুনৰ্ব্বাৰ প্ৰদান কৰিম। হে

পুৰো! তুমি মোৰ প্ৰিয়তম পুত্ৰ, এইৰূপ কৰিলে তুমি সবশ্ৰেষ্ঠ হ'ব পাৰিবা। ৰজাৰ কথা শুনি পুৰুয়ে ক'লে - মহাৰাজ! আপুনি যি আজ্ঞা কৰে আৰু যেনে অনুমতি দিয়ে মই তাক পালন কৰিম। মই আপোনাৰ পাপৰ সৈতে জৰা গ্ৰহণ কৰিম আৰু আপুনি মোৰ যৌৱন লৈ বাসনা অনুসাৰে বিষয় ভোগ কৰক।

তেতিয়া যযাতিয়ে ক'লে - বোপা! তোমাৰ এই ৰূপ অচলা ভক্তি আৰু প্ৰগাঢ় অনুৰাগ দেখি মই যৎপৰোনাস্তি প্ৰীত আৰু প্ৰসন্ন হ'লোঁ। এতিয়া মই আশীৰ্বাদ কৰোঁ তোমাৰ ৰাজ্যত প্ৰজাবিলাকে সৰ্ব্বসমৃদ্ধি সম্পন্ন হৈ সৰ্ব্বকাল পৰাম সুখে বাস কৰিব।

এইবুলি আশীৰ্বাদ দি ৰজাই শুক্ৰক স্মৰণ কৰি নিজ পুত্ৰ পুৰুৰ শৰীৰত জৰা সঞ্চাৰিত কৰিলে।

# পুৰুৰ ৰাজ্যাভিষেক

নহুষ তনয় যযাতিয়ে এইদৰে যৌৱনসম্পন্ন হৈ অভিলাষ অনুসাৰে বিষয় ভোগত প্ৰবৃত্ত হ'ল। তেওঁ যজ্ঞৰ দ্বাৰা দেৱতা সকলক, শ্ৰাদ্ধৰ দ্বাৰা পিতৃসকলক, অনুগ্ৰহৰ দ্বাৰা দীন-দুখীয়াক, যাৰ যেনে অভিলাষ তেনে অভিলাষ পূৰণ কৰি ব্ৰাহ্মণ সকলক, অন্নপানেৰে অতিথিবৰ্গক, ধৰ্ম্মতঃ প্ৰতিপালন কৰি প্ৰজাবিলকক অনুৰঞ্জন আৰু নিগ্ৰহ কৰি দস্যুবিলাকক শাসন কৰি সাক্ষাৎ সুৰেন্দ্ৰৰ দৰে ৰাজ্য শাসন কৰিব ধৰিলে।

সেই সিংহ পৰাক্ৰান্ত ভূপতিয়ে ধৰ্মপথে থাকি বিষয়-বাসনা চৰিতাৰ্থ কৰিছিল। তেওঁ স্বৰ্গবিদ্যাধৰী বিশ্বাচীৰ লগত কেতিয়াবা নন্দন বনত, কেতিয়াবা অলকাত, কেতিয়াবা বা উত্তৰ মেৰুশৃঙ্গত বিহাৰ কৰি পৰিতৃপ্ত আৰু নিস্পৃহ হ'ল।

যেতিয়া দেখিলে বিষয় ভোগত নিৰ্দ্দিষ্ট বছৰ অতীত হৈ গ'ল, তেতিয়া পুত্ৰ পুৰুক মাতি আনি ক'লে- বাছা পুৰো! মই তোমাৰ যৌৱন লৈ ইচ্ছানুৰূপ আৰু উৎসাহ অনুৰূপ বিষয় ভোগ কৰি দেখিলোঁ যে কাম্য বস্তুৰ উপভোগৰ দ্বাৰা কামস্পৃহাৰ উপশম নহয়, প্ৰকৃততে ঘৃতদানেৰে প্ৰজ্জলিত অগ্নিৰ ন্যায় ক্ৰমশঃ পৰিবৰ্দ্ধিতহে হৈ থাকে। এই পৃথিবীত যি কিছু ধন-ধান্য, সোণ-ৰূপ, মণি-মুক্তা, পশু আৰু ৰমণী প্ৰভৃতি উপভোগৰ বস্তু আছে সেই সকলোবোৰ পালেও কোনো ব্যক্তি পৰিতৃপ্ত নহয়। অতএৱ ভোগতৃষ্ণা পৰিত্যাগ কৰাই কৰ্তব্য, দুৰ্ম্মতি ব্যক্তিসকলে যে আশাৰূপ পাশজৰীৰ পৰা মুক্ত হব নোৱাৰে আৰু শৰীৰ জীৰ্ণ হলেও যে আশা জীৰ্ণ নহয়, সেই প্ৰাণান্তিক ৰোগস্বৰূপ আশাক পৰিত্যাগ কৰাই কৰ্ত্তব্য— সৰ্বতোভাৱে বিধেয়।

মই ইচ্ছানুৰূপ বিষয় সম্ভোগ কৰি বহুবছৰ অতিবাহিত কৰিলোঁ, তথাপি মোৰ ভোগতৃষ্ণা উত্তৰোত্তৰ বৃদ্ধি পাইহে গৈছে। এতিয়া মই আশা পিশাচীক পৰিত্যাগ কৰি তপোৱনত প্ৰৱেশ কৰি পৰব্ৰহ্মত মনোনিবেশ কৰিম। বাছা! তোমাৰ সুশীলতা দেখি মই সাতিশয় প্ৰীত আৰু প্ৰসন্ন হৈছোঁ। আশীৰ্বাদ কৰোঁ তোমাৰ মঙ্গল হওক। এতিয়া তুমি তোমাৰ যৌৱন আৰু মোৰ ৰাজ্যভাৰ গ্ৰহণ কৰা। বোপা! তুমি মোৰ প্ৰিয়কাৰী পুত্ৰ। মই তোমাৰ পৰা যথেষ্ট সুখ ভোগ কৰিলোঁ। তাৰ পাছত যযাতিয়ে পুনৰ্ব্বাৰ নিজৰ জৰা গ্ৰহণ কৰিলে আৰু তেওঁৰ পুত্ৰ পুৰু যৌৱনসম্পন্ন হ'ল। মহাৰাজ যযাতি তেওঁৰ কনিষ্ঠ পুত্ৰ পুৰুক ৰাজ্যত অভিষিক্ত কৰিব- এই কথা ৰাজ্যত প্ৰচাৰ কৰি দিলে। প্ৰচাৰ হোৱাৰ পাছত ব্ৰাহ্মণাদি চাৰি বৰ্ণৰ লোক ৰজাৰ ওচৰত উপস্থিত হৈ নিবেদন কৰিলে -

মহাৰাজ! দেৱযানীৰ গৰ্ভত হোৱা শুক্ৰৰ দৌহিত্ৰ যদু বিদ্যমান থাকোঁতে পুৰুয়ে কেনেকৈ ৰাজ্য পাব পাৰে ? যদু আপোনাৰ জ্যেষ্ঠ পুত্ৰ, তাৰ পাছত তুৰ্ব্বসু। তাৰ পাছতো শৰ্ম্মিষ্ঠাৰ দ্ৰুহ্যু, অনু আৰু পুৰু তিনি পুত্ৰ ক্ৰমান্বয়ে জন্মে। অতএৱ আমি সুধিছোঁ জ্যেষ্ঠক অতিক্ৰম কৰি কনিষ্ঠ পুত্ৰই কেনেকৈ ৰাজ্য পাব পাৰে? এতিয়া যি উচিত হয় তাকে আপুনি কৰক। ৰজাই তেতিয়া ক'লে—

হে চাৰি বৰ্ণৰ উপস্থিত প্ৰজাসকল! মই যি কাৰণত জ্যেষ্ঠ পুত্ৰক ৰাজ্যত অভিষিক্ত নকৰোঁ তাক সবিশেষ কওঁ শুনা। এই বুলি ৰজাই পুৰুৰ উপৰিস্থ চাৰিপুত্ৰই পিতৃবাক্য পালন নকৰা সেই কথা বৰ্ণনা কৰিলে। যি পুত্ৰ পিতাৰ প্ৰতিকূল সেই পুত্ৰ সমাজত পুত্ৰ বুলি পৰিগণিত হ'ব নোৱাৰে। যি পুত্ৰ পিতামাতাৰ আদেশ পালন কৰে আৰু সৰ্বদাই কায়মনোবাক্যে পিতাৰ হিত সাধন কৰে তেওঁকেই যথাৰ্থ পুত্ৰ বোলা হয়। পুৰুয়ে মোৰ বাক্য ৰক্ষা আৰু সন্মান ৰক্ষা কৰিছে - সেই কাৰণে পুৰু সৰ্বকনিষ্ঠ হৈও ৰাজ্যৰ অধিকাৰী হৈছে। আৰু শুনা— শুক্ৰই মোক এই বৰ প্ৰদান কৰিছে যে যি পুত্ৰ তোমাৰ আজ্ঞাবহ হব, সেই পুত্ৰই ৰাজ্যৰ অধিকাৰ পাব। অতএৱ তোমালোকক অনুৰোধ কৰিছোঁ তোমালোকে পুৰুক ৰাজ্যত অভিষিক্ত কৰা।

ৰজাৰ এই কথা শুনি প্ৰজাবিলাকে ক'লে--- মহাৰাজ! পুৰুয়ে আপোনাৰ আদেশ যথাযথ পালন কৰিছে আৰু বিশেষতঃ শুক্ৰৰ সেই মৰ্মে বৰ দিয়া আছে, গতিকে আমাৰ আন কোনো প্ৰকাৰ বক্তব্য নাই। পুৰবাসী আৰু জনপদবাসী সকলোৱে ৰজাক সমৰ্থন কৰিলে।

তেতিয়া ৰজাই কনিষ্ঠ পুত্ৰক ৰাজ্যত অভিষিক্ত কৰি ৰাজ্যভাৰ তেওঁক গতাই দি বিষয়বাসনা জলাঞ্জলি দি তপস্বী ব্ৰাহ্মণসকলৰ লগত ৰাজধানীৰ পৰা নিৰ্গত হ'ল।

তাৰ পাছত যদুৰ পৰা যদেৱ, তুৰ্ব্বসুৰ পৰা যৱন, দ্ৰুহ্যুৰ পৰা বৈভৌজ (একপ্ৰকাৰ হীনজাতি), অনুৰ পৰা ম্লেচ্ছ আৰু পুৰুৰ পৰা পৌৰৱ বংশ উৎপন্ন হ'ল।

বৈশম্পায়ন মুনিয়ে ৰজা জন্মেজয়ৰ ওচৰত মহাভাৰতৰ কথা কওঁতে এইবোৰ বুৰঞ্জীমূলক কথা বৰ্ণনা কৰি কৈছিল - মহাৰাজ তুমি সেই পৌৰৱ বংশতে জন্ম গ্ৰহণ কৰিছা।

□□□

# সমন্ত পঞ্চক তীৰ্থ

সমন্ত পঞ্চক প্ৰদেশ তীৰ্থ ৰূপে প্ৰখ্যাত হোৱাৰ এক প্ৰসিদ্ধ ইতিহাস আছে। এই তীৰ্থৰ লগত পৰশুৰামৰ মাতৃহত্যা আৰু তেওঁ একৈশ বাৰ পৃথিবী নিঃক্ষত্ৰিয় কৰাৰ বিবৰণ জড়িত হৈ আছে।

ভৃগুবংশৰ মুনি জমদগ্নিয়ে প্ৰসেনজিতৰ কণ্যা ৰেণুকাক বিয়া কৰাইছিল। তেওঁলোকৰ পাচঁটি পুত্ৰ হৈছিল। তাৰ ভিতৰত ৰাম আছিল সৰ্বকণিষ্ঠ আৰু শ্ৰেষ্ঠ গুণ সম্পন্ন। এদিনাখন ৰেণুকা স্নান কৰিবলৈ নিকটস্থ কোনো এক সৰোবৰলৈ গৈছিল; তেওঁ তাত দেখিবলৈ পালে যে মাৰ্ত্তিকাবাতৰ ৰজা চিত্ৰৰথে পদুম ফুলৰ মালাৰে নিজক বিভূষিত কৰি জলক্ৰীড়া কৰিবলৈ ধৰিছে। ৰজাক দেখি সহসা ৰেণুকাৰ মনত ৰজাৰ প্ৰতি অনুৰাগৰ ভাৱ ওপজিল আৰু তেওঁ লজ্জিতা হৈ ত্ৰস্তপদে আশ্ৰমলৈ ঘূৰি আহিল। মহা তেজস্বী জমদগ্নি মুনিয়ে পত্নীৰ সেই মনশ্চাঞ্চল্যৰ বিষয়ে বুজিব পাৰিলে আৰু অতিশয় ক্ৰুদ্ধ হৈ ক্ৰমান্বয়ে তেওঁ তেওঁৰ চাৰিপুত্ৰ ৰুমন্বাদ, সুষেণ, বসু আৰু বিশ্বাবসুক মাতৃবধ কৰিবলৈ আদেশ দিলে; কিন্তু তেওঁলোকে কোনেও স্বীকাৰ নকৰিলে। মুনি জমদগ্নিয়ে ক্ৰোধান্বিত হৈ অভিশাপ দিয়াত চাৰিওজন পুত্ৰ জড়ৱৎ হৈ গ'ল।

তাৰ পাছত পিতৃৰ আদেশত পঞ্চম পুত্ৰ ৰামে পৰশুৰ (কুঠাৰৰ) দ্বাৰা মাতৃৰ মুৰ কাটি পেলালে। পিতৃ জমদগ্নিয়ে প্ৰসন্ন হৈ ৰামক বৰদান দিবলৈ ইচ্ছা কৰিলে। ৰামে বৰ প্ৰাৰ্থনা কৰিলে - মাতা পুনৰায় জীয়াই উঠক আৰু মোৰ মাতৃবধ পাপ দূৰ হওক, মাতৃ যে মোৰ হাতত বধ হৈছিল সেই কথা মাতৃয়ে যেন মনত পেলাব নোৱাৰে সেই স্মৃতি দূৰ হওক, মোৰ ভ্ৰাতৃ সকল প্ৰকৃতিস্থ হওক আৰু মোৰ দীৰ্ঘ পৰমায়ু আৰু যুদ্ধত অজেয়ত্ব হওক। ৰামে পিতৃৰ পৰা এই বৰ পালে। ৰেণুকা পুনৰ্জ্জীবিত হোৱাৰ পাছত ৰামে যে তেওঁক বধ কৰিছিল, সেই কথা তেওঁৰ স্মৰণত নাথাকিল।

পৰশুৰামে মাতৃহত্যাৰ কাৰণে যি অজেয় বীৰত্বৰ বৰ পিতৃৰ পৰা লাভ কৰিছিল সেই বীৰত্বৰ প্ৰভাৱত ৰজা কাৰ্ত্তবীৰ্যাৰ্জ্জুনে তেওঁৰ পিতৃ জমদগ্নিক হত্যা কৰাৰ অপৰাধত প্ৰতিশোধ স্বৰূপে কাৰ্ত্তবীৰ্য্যাৰ্জ্জুনক বধ কৰে আৰু একৈশবাৰ পৃথিবী নিঃক্ষত্ৰিয় কৰে আৰু নিহত ক্ষত্ৰিয় বিলাকৰ তেজেৰে কুৰুক্ষেত্ৰত পাচোঁটা হ্ৰদ প্ৰস্তুত কৰি সেই হ্ৰদত পিতৃপুৰুষ সকলৰ তৰ্পণ কৰে। তৰ্পণৰ পাছত পিতৃসকলে সাক্ষাৎ দান কৰি ক্ষত্ৰিয়বধৰ পৰা পৰশুৰামক নিৰস্ত কৰিলে। পৰশুৰে মাতৃ হত্যাৰ কাৰণে তেওঁৰ ৰাম নামৰ আগত পৰশু শব্দটো যোগ দিয়ে।

পৰৱৰ্তী কালত ত্ৰেতা যুগত দশৰথ পুত্ৰ ৰামচন্দ্ৰই পিতৃৰ আদেশত চৈধ্য

বছৰ বনলৈ যাবলৈ ওলোৱাত মাতৃ কৌশল্যাই যেতিয়া ৰাম চন্দ্ৰক কৈছিল যে পিতা দশৰথ যেনেকৈ তোমাৰ গুৰু, মাতৃ হিচাবে মইয়ো তোমাৰ সমানে পূজনীয়া গুৰু আৰু মই তোমাক বনলৈ যাবলৈ নিষেধ কৰিছোঁ - তুমি বনলৈ যাব নোৱাৰা। তেতিয়া ৰামচন্দ্ৰই উত্তৰ দিছিল যে সত্যযুগত পৰশুৰামে পিতৃ আদেশত মাতৃহত্যা কৰিছিল আৰু পিতা দশৰথ তোমাৰো গুৰু সেইবাবে মোৰ বনবাস অপৰিহাৰ্য্য। ইহ জগতত পিতৃৰ সমান গুৰু আন কোনো হব নোৱাৰে আৰু সেই বাবে ৰামচন্দ্ৰই কুলগুৰু আৰু নিজৰো গুৰু বশিষ্ঠ দেৱৰ নিষেধ স্বত্বেও বনলৈ গৈছিল।

সি যি নহওক, ক্ষত্ৰিয়ৰ শোণিতেৰে পৰশুৰামে যি পাচোঁটা হ্ৰদ প্ৰস্তুত কৰিছিল সেই হ্ৰদত পিতৃ তৰ্পণ কৰাৰ পাছত পিতৃসকলৰ বৰত সেই পঞ্চ হ্ৰদ সমস্ত পঞ্চক তীৰ্থ নামে প্ৰসিদ্ধ হৈ পৰিল। এই সমন্ত পঞ্চক প্ৰদেশতে দ্বাপৰ আৰু কলিযুগৰ সন্ধিকালত কৌৰৱ আৰু পাণ্ডৱৰ ওঠৰ অক্ষৌহিনী সৈন্য যুদ্ধত নিহত হৈছিল। এই যুদ্ধই কৌৰৱ আৰু পাণ্ডৱৰ মাজত হোৱা কুৰুক্ষেত্ৰৰ যুদ্ধ। তাৰ পাছত পৰশুৰামে এটি মহান যজ্ঞ সম্পাদন কৰি দেৱৰাজ ইন্দ্ৰক সন্তুষ্ট কৰি ঋত্বিক বিলাকক সমগ্ৰ পৃথিবী (নিঃক্ষত্ৰিয় কৰি জয় কৰা) দান কৰি তপস্যাৰ কাৰণে মহেন্দ্ৰ পৰ্বতলৈ গমন কৰিছিল।

ৰজা জন্মেজয়ৰ সৰ্পযজ্ঞত উপস্থিত থাকি উগ্ৰশ্ৰৱা (সৌতি মুনিয়ে) মুনিয়ে সৰ্বলোক পূজিত মহৰ্ষি বেদব্যাসে প্ৰণয়ন কৰা অতি পবিত্ৰ ভাৰত নামৰ ইতিহাস ব্যাস শিষ্য বৈশম্পায়ণ মুনিৰ মুখত শুনি নৈমিষাৰণ্যৰ যজ্ঞৱৰ্তী ঋষি সকলৰ আগত কৈছিল।

# মহাভাৰতৰ কথা— আৰম্ভণি

নৈমিষাৰণ্যৰ কুলপতি শৌনকষ আশ্ৰমত বাৰ বছৰীয়া যজ্ঞ উপলক্ষে বহুসংখ্যক মহৰ্ষি উপস্থিত হৈছিল। এদিনাখন যজ্ঞৰ নিত্য ক্ৰিয়া সমাপন হোৱাৰ পাছত যেতিয়া মহৰ্ষিসকলে বিশ্ৰম সুখ লৈ আছিল সেই সময়ত সূত কুলত ওপজা লোমহৰ্ষণৰ পুত্ৰ উগ্ৰশ্ৰৱা তাত উপস্থিত হৈছিল গৈ।

সৌতি উগ্ৰশ্ৰবা ৰজা জন্মেজয়ৰ সৰ্পযজ্ঞ অনুষ্ঠানত যোগ দি সেই যজ্ঞ সমাপন হোৱাৰ পাছত নানা তীৰ্থ পৰ্যটন কৰি সেই সমন্ত পঞ্চক তীৰ্থ দৰ্শনৰ কাৰণে কুৰুক্ষেত্ৰত উপস্থিত হৈছিল। ঋষিসকলে সৌতি উগ্ৰশ্ৰবাৰ মুখত জন্মেজয়ৰ সৰ্পযজ্ঞৰ কথা শুনি সেই সৰ্পযজ্ঞৰ কাৰণ কি আছিল সেই বিবৰণ শুনিবলৈ উৎসুক হৈ তেওঁক সেই বিৱৰণ কবলৈ অনুৰোধ জনালে।

সৌতিয়ে ক'লে যে "যিজন বিশ্বৰ আদি পুৰুষ আৰু ঈশ্বৰ, যিজন অদ্বিতীয় সত্য, সনাতন পৰব্ৰহ্ম, সেই পৰম পুৰাণ, অনাদি, অনন্ত, বিশ্বপিতা মঙ্গলময় হৰিক প্ৰণাম কৰি সৰ্বলোক পূজিত মহৰ্ষি বেদব্যাস প্ৰণীত অতি পৱিত্ৰ ইতিহাস কীৰ্তন কৰিম।"

# বেদব্যাসৰ মহাভাৰত ৰচনা

ব্ৰহ্মৰ্ষি কৃষ্ণ দ্বৈপায়ন বেদব্যাসে তপোবলেৰে সনাতন বেদৰ সাৰ উদ্ধাৰ কৰি বেদ বিভাগ কৰি মহাভাৰত নামৰ এই পৱিত্ৰ ইতিহাস গ্ৰন্থ ৰচনা কৰিবলৈ সংকল্প গ্ৰহণ কৰিলে। তাত সমগ্ৰ জ্ঞান আৰু সমস্ত বিষয় বস্তুৰ আলোচনা থাকিব। ধৰ্ম, ইতিহাস, সৌৰ বিজ্ঞান, জ্যোতিষ বিজ্ঞান, চিকিৎসা বিজ্ঞানদিৰ সহিত জন্ম মৃত্যুৰ ৰহস্য আদি সমস্তই স্থান পাব। আশ্ৰম ধৰ্ম, ব্ৰহ্মাচৰ্য, আত্ম তত্ত্ব নিৰূপণ, সত্য ত্ৰেতা দ্বাপৰ কলিৰ চাৰিযুগৰ পৰিমাণ প্ৰমাণ সমস্তই থাকিব। মহাভাৰতত উল্লেখ আৰু আলোচনা নকৰা কোনো কথাই নাথাকিব; কিন্তু এজন লেখকৰ আৱশ্যাক আছে - সেইজন কোন হব পাৰে সেই বিষয়ে ব্যাসদেৱ চিন্তান্বিত হৈছিল। সেই সময়ত সৰ্বজ্ঞ লোকগুৰু ভগৱান ব্ৰহ্মা তেওঁৰ চিন্তাৰ বিষয়ে অৱগত হৈ তেওঁৰ সমুখত আবিৰ্ভূত হ'ল।

বেদব্যাসে অৱিলাম্ব তেওঁৰ সঙ্কল্পৰ বিষয়ে ব্ৰহ্মাৰ ওচৰত নিবেদন কৰি ক'লে যে মই এই সৃষ্টি ৰহস্য আৰু সৃষ্টি সম্বন্ধীয় সমস্ত বিষয়ে উল্লেখ কৰি এনে এখন কাব্য গ্ৰন্থ ৰচনা কৰিব খুজিছোঁ যি গ্ৰন্থত লিখা বিৱৰণী সমূহৰ যোগেদি যিজনা পুৰুষ অখিল সংসাৰ ব্যাপি আছে, সেই পৰব্ৰহ্মাই প্ৰতিপাদিত হব; কিন্তু মই উপযুক্ত লেখক কোন হব পাৰে তেনে ব্যক্তি দেখা নাই।

তেতিয়া ব্ৰহ্মাই ব্যাসদেৱক ক'লে - তুমি অতি তত্ত্বজ্ঞানসম্পন্ন, আৰু সত্যবাদী। সদাই ব্ৰহ্মবাদী বাক্যকে তুমি উচ্চাৰণ কৰি থাঁকা। এতিয়া তুমি তোমাৰ সংকল্পিত গ্ৰন্থখনি কাব্য গ্ৰন্থ বুলি যেতিয়া নিৰ্দ্দেশ কৰিছা সেই গ্ৰন্থ কাব্যগ্ৰন্থই হব আৰু তাৰ লেখক গণেশক স্মৰণ কৰি মাতি আনি নিযুক্ত কৰা - এই বুলি ব্ৰহ্মা অন্তৰ্হিত হ'ল।

ব্যাসদেৱে গণেশক স্মৰণ কৰা মাত্ৰকে বিঘ্ননাশক গণপতি তাত উপস্থিত হ'ল। গণেশ উপস্থিত হোৱা মাত্ৰকে ব্যাসদেৱে তেওঁক যথাযোগ্য সম্ভ্ৰমেৰে পূজা কৰি অনুৰোধ জনালে— যে তেওঁ এখন মহাকাব্য ৰচনাৰ সংকল্প লৈছে। তেওঁ সেই কাব্যৰ শ্লোক সমূহ কৈ যাব আৰু গণেশে অবিকল্প তাকে লিখি যাব — গণেশে যেন লেখক হবলৈ স্বীকাৰ কৰে।

বিঘ্ননাশন গণেশে ক'লে যে মই লেখক হবলৈ স্বীকৃত আছোঁ; কিন্তু মোৰ এটা চৰ্ত্ত মানিব লাগিব। সেই চৰ্ত্তটো হৈছে যে মই যেতিয়া লিখিবলৈ আৰম্ভ কৰিম, সেই সময়ত যেন মোৰ লেখনী ক্ষণমাত্ৰও ৰব লগা নহয়।

ব্যাসদেৱে ক'লে - সেয়ে হব কিন্তু মই যি কম তাৰ যথাৰ্থ অৰ্থবোধ নকৰাকৈ যেন আপুনি নিলিখে।

এই ধৰণৰ চৰ্ত্ত বন্ধাটো যেন এটা হাস্যকৰ কথাহে, ওপৰা ওপৰিকৈ চালে তেনে দেখা যায়; কিন্তু ইয়াত এটা সাৱধান সূচক মূল্যবান কথাও আছে। কোনো এজন গ্ৰন্থকাৰে যদি কোনো এজন প্ৰসিদ্ধ আৰু সৰ্বজ্ঞ লেখকক গ্ৰন্থৰচকে যি কয় তাকে লিখি যাবলৈ কয় আৰু তেওঁ তাকে মনি লৈ “যথাশ্ৰুতং তথা লিখিতম” বুলি লিপিবদ্ধ কৰে তেতিয়া গ্ৰন্ধকাৰৰ ভ্ৰমাত্মৰ কথাবোৰো লিখিবলৈ তেওঁ বাধ্য হয় - তাৰ দ্বাৰা লেখকজনৰ আত্ম অৱমাননা হয় আৰু তেওঁৰ সৰ্বজ্ঞতাৰ খ্যাতিৰো হানি হয় আৰু আনফালে যদি লেখকজনে সমস্ত কথা লিখি যোৱাৰ লগে লগে বুজি যায় আৰ্থাৎ নিজে নুবুজাকৈ একো নিলিখে তেতিয়া গ্ৰন্থ ৰচনাত কোনো ভ্ৰান্তি থকাৰ সম্ভাৱনা নাথাকে। এনে চৰ্তত পৰস্পৰে সাৱধানতা ৰক্ষা কৰাৰ এটি বন্ধন নীতি থাকে। এই ক্ষেত্ৰত গ্ৰন্থকাৰ আৰু লেখক উভয়ে সৰ্বজ্ঞ কিন্তু গ্ৰন্থকাৰৰ ৰচনাৰ সময়ত কিছু পৰিমাণে অধিকতৰ চিন্তাৰ আৱশ্যকতা আছে। চিন্তা কৰি শ্লোক ৰচনা সম্পূৰ্ণ কৰাৰ পূবে লেখকৰ লিখা শেষ হৈ গ'লে, তেওঁৰ বিৰাম ঘটাৰ সম্ভাৱনা। এনে বিৰাম লেখকৰ যাতে নঘটে তাৰ বাবে গ্ৰন্থকাৰ ব্যাসদেৱে মাজে মাজে এটি কৌশলৰ আশ্ৰয় লৈছিল। সেই কৌশলটো হৈছে তেওঁ মাজে মাজে কূট-শ্লোক ৰচনা কৰিছিল। এই শ্লোকবোৰ লিপিবদ্ধ কৰাৰ পূৰ্বে বুজিবলৈ লেখক গণেশৰ কিছু সময়ৰ আৱশ্যক হৈছিল। সেই সময়খিনিৰ ভিতৰতে ব্যাসদেৱে বহুতো শ্লোক মনে মনে ৰচনা কৰিছিল। মাজে মাজে সময় বিশেষে কূট শ্লোক ৰচনা কৰি লিখিবলৈ দিয়া বাবে গণেশৰ লেখনীৰ যি বিৰাম হৈছিল তাৰ বাবে গ্ৰন্থকাৰ দায়ী নহৈছিল অথচ গণেশৰ পৰা ভুল ত্ৰুটীৰ কোনো প্ৰতিবাদ নহাত গ্ৰন্থকাৰ নিজৰ শুদ্ধ ৰচনাৰ বাবে নিশ্চিত হব পাৰিছিল। মহাভাৰতত একে কূট শ্লোক আঠ হাজাৰ আঠ শ আছে। এই শ্লোকবোৰৰ ভাবাৰ্থ বেদব্যাস স্বয়ং আৰু তেওঁৰ পুত্ৰ শুকদেৱত বাজে আন কোনেও শুদ্ধবোধ কৰিবলৈ সমৰ্থ হোৱা নাই। গণেশ সৰ্বজ্ঞ হ'লেও অৰ্থবোধৰ কাৰণে তেওঁ কিছুকাল চিন্তা কৰিব লগা হৈছিল।

এইদৰে বেদব্যাসে এই মহাভাৰত ৰচনা সম্পূৰ্ণ কৰি পোন প্ৰথমে স্বীয় পুত্ৰ শুকদেৱক অধ্যয়ণ কৰায়। তাৰপাছত সুমন্ত, জৈমিনি, শৈল, বৈশম্পায়ন এই পৰ্যায়ৰ শিষ্য মণ্ডলীৰ মাজত ইয়াৰ প্ৰচাৰ কৰে।

তাৰ পাছত দেবৰ্ষি নাৰদে দেৱলোকত, অসিত-দেবলে পিতৃলোকত আৰু

শুকদেৱে গন্ধৰ্ব লোকত প্ৰচাৰ কৰে। মনুষ্য লোকত বৈশম্পায়নে এই মহাভাৰত কীৰ্তন কৰে।

এসময়ত সমুদয় দেৱতাসকল মিলিত হৈ তুলাদণ্ডৰ এফালে চাৰিবেদ আৰু আনফালে ভাৰত কাব্য থৈ জুখি চাইছিল। ভাৰতৰ ওজন বেছি হোৱা দেখি তেওঁলোকে ইয়াৰ নাম মহাভাৰত ৰাখে। এই গ্ৰন্থত ভৰত-বংশীয় ৰজা বিলাকৰ বংশ বৰ্ণনা আছে কাৰণেও এই ভাৰত গ্ৰন্থক মহাভাৰত বোলা হয়।

মহাভাৰতত ওঠৰটা পৰ্ব আছে — আদি পৰ্ব, সভাপৰ্ব, বন পৰ্ব, বিৰাট পৰ্ব, উদ্যোগ পৰ্ব, ভীষ্মপৰ্ব, দ্ৰোণ পৰ্ব, কৰ্ণপৰ্ব, শল্যপৰ্ব, সৌপ্তিক পৰ্ব, স্ত্ৰী পৰ্ব, শান্তি পৰ্ব, অনুশাসন পৰ্ব, অশ্বমেধ পৰ্ব, আশ্ৰমবাসিক পৰ্ব, মৌষল পৰ্ব, মহাপ্ৰস্থান পৰ্ব আৰু স্বৰ্গ পৰ্ব।

মহৰ্ষি বেদব্যাসে নিয়মিত তপ জপ সন্ধ্যা উপাসনা অক্ষুন্ন ৰাখি তিনিবছৰত একলক্ষ শ্লোক থকা মহাভাৰত ৰচনা কৰে। ধৰ্ম, অৰ্থ, কাম আৰু মোক্ষৰ বিষয়ে যি বৰ্ণনা আছে, তেনে বৰ্ণনা আন ক'তো নাই কিন্তু ইযাত যি নাই তাকো আন কোনো ঠাইত পোৱা নাযায়।

এইখিনিতে সংশয় কৰিবলগীয়া এটা কথা আছে যে মহাভাৰততে এঠাইত লিখা আছে যে আখ্যান সমূহক বাজ কৰি ভৰতবংশৰ বৰ্ণনাৰে চব্বিশ হাজাৰ শ্লোকত ভাৰত কাব্য ৰচনা কৰা হৈছে। বৰ্তমান মহাভাৰতৰ শ্লোক সংখ্যা একলাখ চব্বিশ হাজাৰ হৈছে। যদি আখ্যান সমূহৰ শ্লোক বিলাকক লৈ ব্যাসদেৱৰ ৰচনা একলক্ষও হয়, তথাপি চব্বিশ হাজাৰ অন্য কোনো বিভিন্ন ঋষিয়ে ৰচনা কৰিছে। এই চব্বিশ হাজাৰ শ্লোক মহাভাৰতত প্ৰক্ষিপ্ত বুলি ধৰিব লাগিব। তদুপৰি ৰচনা শৈলীও মহাভাৰতত সৰ্বত্ৰ সমান স্তৰৰ হোৱা নাই। প্ৰক্ষিপ্ত শ্লোকবোৰ বা কোনো কোনো আখ্যান মূল মহাভাৰতৰ মাজত সুমাই দিয়াত সংলগ্নতা আৰু ভাষাগত সামঞ্জস্য ৰক্ষিত হোৱা নাই। বহু বিভিন্ন বিখ্যাত লোকে এনে মত প্ৰকাশ কৰিছে। কিন্তু প্ৰক্ষিপ্ত উপাখ্যান আৰু শ্লোকবোৰত সেই বুলি যে ধৰ্মমূলক আৰু নীতিমূলক কথা নাই তেনে নহয়। সেই ৰচনাবোৰো ঋষিয়েহে লিখা, তাত সমাজ কল্যাণ মূলক কথা নাথাকিবৰ কথা নহয়।

# জন্মেজয়ৰ সৰ্পযজ্ঞ

কুৰুবংশৰ বৃত্তান্ত কোৱাৰ পূৰ্বে জন্মেজয়ৰ সৰ্পযজ্ঞৰ কথা আগেয়ে কোৱা যাওক; কাৰণ জন্মেজয়ৰ সৰ্প যজ্ঞৰ সময়তে মহৰ্ষি বেদব্যাসে স্বীয় শিষ্য বৈশম্পায়ন মুনিক মহাভাৰত কীৰ্তন কৰি শুনাবলৈ আদেশ দিছিল আৰু জন্মেজয়ৰ সৰ্প যজ্ঞত মহৰ্ষি কৃষ্ণ দ্বৈপায়ন শিষ্যবৰ্গৰ লগত উপস্থিত হোৱাত ৰজা জন্মেজয়ে মহৰ্ষিক যথাযোগ্যভাৱে অৰ্চ্চনা কৰি প্ৰাৰ্থনা কৰিছিল যে হে মহৰ্ষি! আপুনি কুৰুপাণ্ডৱৰ চৰিত প্ৰত্যক্ষ কৰিছে; সেইবাবে তেওঁলোকৰ চৰিত আপোনাৰ কৰা শুনিবলৈ আমাৰ অভিলাষ হৈছে। ৰজাৰ এই অনুৰোধত ব্যাসদেৱে তেওঁৰ শিষ্য বৈশম্পায়নক মহাভাৰত কীৰ্তন কৰিবলৈ আদেশ দিলে। বৈশম্পায়নে দৈনিক যজ্ঞকৰ্মৰ অনুষ্ঠানৰ পাছত আজৰি সময়ত ক্ৰমশঃ মহাভাৰত কীৰ্তন কৰিছিল। সৌতি মুনিয়েও এই সময়তে মহাভাৰতৰ কথা শুনে।

কৌৰৱ সকল আৰু পাণ্ডৱ সকল উভয় পক্ষই কুৰুবংশীয়। সেই বৃত্তান্ত পাছত কোৱা হব বুলি ওপৰত উল্লেখ কৰা হৈছে। সম্প্ৰতি এইখিনি মাত্ৰ কোৱা হ'লেই যথেষ্ট হব যে জন্মেজয় আছিল ৰজা পৰীক্ষিতৰ পুত্ৰ আৰু তৃতীয় পাণ্ডৱ অৰ্জ্জুনৰ পুত্ৰ অভিমন্যুৰ নাতিয়েক। ৰজা পৰীক্ষিতক সৰ্পে দংশন কৰাৰ পাছত সাতদিনৰ অন্তত তেওঁৰ মৃত্যু হয় আৰু তেওঁৰ পুত্ৰ জন্মেজয় ৰজা হয়। সৰ্প দংশনত পিতৃৰ মৃত্যু হোৱা কাৰণে জন্মেজয়ে সৰ্পকুল ধ্বংস কৰিবৰ সংকল্প কৰি সৰ্পযজ্ঞৰ অনুষ্ঠান পাতে। ৰজা পৰীক্ষিতৰ যেতিয়া মৃত্যু হয়, তেতিয়া জন্মেজয়ৰ শিশুকাল। তেওঁ পিতৃৰ মৃত্যু কেনেকৈ হৈছিল সেই কথা নাজানিছিল। শিশু হ'লেও ৰাজ্যৰ প্ৰজা আৰু অমাত্যসকলে মন্ত্ৰণা কৰি তেওঁকে ৰাজ্যত অভিষিক্ত কৰি ৰাজকাৰ্য্য সুচাৰুৰূপে চলাই আছিল।

যথাসময়ত কাশীৰ ৰজা সুৱৰ্ণবৰ্মাৰ ৰূপৱতী কন্যা বপুষ্টমাৰ লগত জন্মেজয়ৰ বিবাহ হয়। বিয়াৰ পাছত তেওঁ তক্ষশীলা প্ৰভৃতি নানা দেশ জয় কৰে আৰু বিবিধ যজ্ঞৰ অনুষ্ঠান কৰে। জন্মেজয়ে শ্ৰুতশ্ৰবা মুনিৰ মহা তেজস্বী পুত্ৰ সোমশ্ৰৱাক ৰাজ-পুৰোহিত হিচাবে বৰণ কৰে আৰু অমাত্যবৰ্গৰ উপদেশ পৰামৰ্শ অনুসাৰে ৰাজ্য শাসন কৰে। অমাত্য সকলে তেওঁৰ পিতৃৰ মৃত্যুৰ কাৰণ আৰু বিৱৰণ তেওঁৰ আগত প্ৰকাশ কৰা নাছিল।

এদিনাখন আয়োদধৌম্য ঋষিৰ উতঙ্ক নামে এক শিষ্য ৰজাৰ ওচৰত উপস্থিত হৈ ৰজা জন্মেজয়ক ক'লে যে তেওঁৰ পিতৃ পৰীক্ষিৎ তক্ষক নামক সৰ্পৰ দংশনত নিহত হৈছে। আপুনি তাৰ প্ৰতিকাৰ কৰা উচিত। এই কথা শুনি ৰজাৰ

বৰ খং উঠিল আৰু অমাত্যসকলক পিতৃৰ মৃত্যুৰ কাৰণ বিৱৰণ কি সেইকথা সুধিলে।

ৰজাৰ প্ৰশ্ন শুনি অমাত্য সকলে সেই প্ৰশ্নৰ উত্তৰ যথাযথভাৱে দিলে।

## পৰীক্ষিত ৰজাৰ মৃত্যুৰ কাৰণ আৰু বিৱৰণ ঃ

কুৰুক্ষেত্ৰৰ যুদ্ধত কুৰুকুল একেবাৰে নিৰ্ম্মূল হোৱাৰ নিচিনা হৈছিল। অভিমন্যু কুৰুক্ষেত্ৰৰ যুদ্ধত নিহত হয়। অভিমন্যুৰ পত্নী উত্তৰাৰ গৰ্ভত অভিমন্যুৰ এক পুত্ৰৰ জন্ম হয় আৰু তেওঁৰ নাম পৰীক্ষিৎ ৰখা হৈছিল, কাৰণ তেওঁৰ বংশ সেই সময়ত পৰীক্ষিণ হৈছিল। তেওঁ কৃষ্ণৰ বৰ প্ৰিয় আছিল আৰু কৃপাচাৰ্যৰ ওচৰত ধনুৰ্বেদ শিক্ষা কৰিছিল।

ৰজা পৰীক্ষিৎ এদিন মৃগয়া কৰিবলৈ বনলৈ গৈছিল। বনত চিকাৰ বিচাৰি বিচাৰি এটা হৰিণ দেখা পাই সেই হৰিণটোক শৰবিদ্ধ কৰিলে। ৰজাৰ শৰত বিদ্ধ হৈ হৰিণটোৱে লৰি পলায়ন কৰিলে। ৰজায়ো হৰিণটোৰ পাছে পাছে লৰি গৈ হৰিণটোক দেখা নাপালে। হৰিণ বিচাৰি কিছুদূৰ যোৱাত ৰজাই শমীক নামৰ মুনি এজনক ধ্যানস্থ হৈ বহি থকা দেখিলে। ৰজাই সেই মুনিক হৰিণটো কোন ফালে গৈছে সেই কথা সুধিলে, কিন্তু মুনিয়ে একো উত্তৰ নিদিলে, কাৰণ মুনি মৌনব্ৰতা হৈ আছিল।

ৰজা পৰীক্ষিৎ অতিশয় ক্লান্ত আৰু তৃষ্ণাৰ্ত হৈ পৰিছিল। ক্লান্ত আৰু তৃষ্ণাৰ্ত্ত ব্যক্তিৰ যিকোনো সামান্য কাৰণতে খং উঠে। তেওঁৰো হঠাতে ক্ৰোধ উপস্থিত হ'ল, কাৰণ মুনিয়ে তেৰ্ওৰ প্ৰশ্নৰ কোনো জবাব দিয়া নাছিল। এনেতে ৰজাই ওচৰতে মৰা সাপ এটা পৰি থকা দেখিবলৈ পালে। ৰজাই সেই মৰা সাপটো মুনিৰ কণ্ঠত পিন্ধাই দিলে; কিন্তু মৌনী শমিক মুনি তাৰ বাবে ক্ৰুদ্ধ হৈ নুঠিল; কাৰণ তেওঁ স্বভাৱতে শান্ত প্ৰকৃতিৰ আছিল। তেওঁ ৰজাক মনে মনে ক্ষমাও কৰিলে; কিন্তু তেৰ্ওৰ পুত্ৰ শৃঙ্গী অতিশয় কোপন স্বভাৱৰ আছিল যদিও বৰ তপোনিষ্ঠ আৰু ব্ৰতনিষ্ঠ আছিল। শৃঙ্গী সেই সময়ত তাত উপস্থিত নাছিল। তেওঁ ফল আহৰণ কৰিবলৈ দূৰৈৰ বনলৈ গৈছিল। তেওঁ ফল আহৰণ কৰি ঘূৰি আহি পিতৃৰ গলত মৰা সাপ ওলমি থকা দেখি কোনোবা দুৰ্বৃত্তই এই কাম কৰা বুলি ভাবি হঠাতে ক্ৰোধান্বিত হৈ অভিশাপ দিলে যে যি দুৰ্বৃত্তই এই কাম কৰিছে সেই ব্যক্তিৰ সাত ৰাতিৰ ভিতৰত তক্ষক দংশনত মৃত্যু হব। পুত্ৰৰ অভিশাপ বাক্যত শমীক মুনি বৰ দুঃখিত হ'ল আৰু এজন শিষ্যক পঠিয়াই দি ৰজাক এই সংবাদটো জনাই দিলে।

ৰজা পৰীক্ষিৎ এই সংবাদ শুনি বৰ অনুতপ্ত হ'ল আৰু সৰ্প দংশন নিবাৰণ

কৰিবৰ বাবে মন্ত্ৰীসকলৰ পৰামৰ্শ অনুসাৰে এটা মাত্ৰ স্তম্ভৰ ওপৰত এক গৃহ নিৰ্মাণ কৰি লৈ তাতে ব্ৰাহ্মণ সকলৰ লগত ঈশ্বৰ বিষয়ৰ কথা আলোচনা কৰি থাকিল। প্ৰহৰীবিলাকে সেই গৃহৰ চাৰিওফালে পহৰা দি অৱৰক্ষণ কৰিব ধৰিলে। এইদৰে ছয়দিন অতীত হ'ল।

ইফালে সপ্তম দিনা নাগৰাজ তক্ষক এক ব্ৰাহ্মণৰ ৰূপ ধৰি ৰজাক দংশন কৰিবৰ বাবে যাবলৈ ধৰিলে। সেই সময়ত কাশ্যপ মুনিও বিষহাৰী বিদ্যাৰ দ্বাৰা তক্ষক দংশনত ৰজাৰ মৃত্যু হ'লে তেওঁক পুনৰায় জীবিত কৰিবৰ অভিলাষে ৰজাঘৰৰ ফালে গৈ আছিল। বাটত তক্ষকৰ লগত কাশ্যপৰ সাক্ষাৎ হ'ল। তক্ষকে ক'লে - হে ব্ৰাহ্মণ! মই তক্ষক, মোৰ দংশনত মৃত্যু হ'লে তুমি কেতিয়াও ৰজাক পুনৰায় জীৱিত কৰিব নোৱাৰিবা। তাৰ পাছত কাশ্যপৰ বিদ্যা পৰীক্ষাৰ কাৰণে তক্ষকে এজোপা বট গছ দংশন কৰিলে। সেই বৃক্ষ তৎক্ষণাৎ বিষৰ জালাত দগ্ধ হৈ গ'ল। কাশ্যপে তেতিয়াই মন্ত্ৰবলৰ দ্বাৰা সেই বৃক্ষক পুনৰ্জ্জীৱিত কৰিলে।

তেতিয়া তক্ষকে ক'লে - হে ব্ৰাহ্মণ! বুজিলোঁ তোমাৰ অসাধ্য একো নাই কিন্তু ব্ৰহ্মশাপত পৰীক্ষিতৰ আয়ু শেষ হৈছে, তেওঁক তুমি ৰক্ষা কৰিব পাৰা নে নোৱাৰা সেই বিষয়ে যথেষ্ট সন্দেহ আছে। কাশ্যপ মুনিয়েও ধ্যান কৰি বুজিব পাৰিলে - সচাঁকৈয়ে পৰীক্ষিতৰ আয়ু শেষ হৈছে। বিধিলিপি নিবাৰণ কৰা অসাধ্য। তেওঁ তক্ষকৰ পৰা দক্ষিণা গ্ৰহণ কৰি ঘূৰি গ'ল।

তক্ষকৰ আদেশত আন আন সৰ্পবিলাকো ব্ৰাহ্মণৰ বেশত ফল, ফুল, কুশ আৰু পানী লৈ ৰজাক আশীৰ্বাদ কৰিবৰ ছল কৰি ৰজাক ফল উপহাৰ দিলে। তক্ষক এটা ফলৰ ভিতৰত এটা ক্ষুদ্ৰ কীট হৈ লুকাই আছিল। দৈৱবশত ৰজাই ভক্ষণ কৰিবৰ উদ্দেশ্যে সেই ফলটোকে হাতত ল'লে আৰু লগে লগে তেওঁৰ মনতো ব্ৰহ্মশাপ সফল হওক এনে এটা ইচ্ছাও হ'ল। তেতিয়া সেই ফলৰ ভিতৰত থকা কীটে তক্ষকৰূপে ধাৰণ কৰি ৰজাক দংশন কৰিলে। তাতেই ৰজাৰ মৃত্যু ঘটিল।

এই বৃত্তান্ত শুনি জন্মেজয়ে পুৰোহিত আৰু ঋত্বিক বিলাকক ক'লে — আপোনালোকে এনে এটি উপায় কৰক যাতে দুৰাত্মা তক্ষক সবংশে ধ্বংস হব পাৰে।

ঋত্বিক সকলে পৰামৰ্শ দিলে — মহাৰাজ! এক সৰ্প যজ্ঞৰ অনুষ্ঠান কৰক — তক্ষকৰ বিনাশ হব।

ৰজাই সৰ্পযজ্ঞৰ আয়োজন কৰিবলৈ আৰম্ভ কৰিলে।

## তক্ষক নাগ আৰু উতঙ্কৰ গুৰু দক্ষিণা ঃ

বেদ ঋষিৰ শিষ্য আছিল উতঙ্ক। কিছুদিনৰ পাছত জন্মেজয় আৰু পৌষ্য এই দুজন ৰজাও বেদঋষিৰ শিষ্য হৈছিল। একেজন গুৰুৰ শিষ্য হোৱা বাবে ৰজা জন্মেজয় উতঙ্কৰ সতীৰ্থ আছিল। দুয়োজন ৰজা যথাকালত বিদ্যা শিক্ষা শেষ কৰি নিজৰ নিজৰ ৰাজ্যলৈ ঘূৰি গ'ল। বহুবছৰৰ মূৰত বেদ ঋষিয়ে উতঙ্কক ক'লে যে বোপা! তুমি ধৰ্মতঃ মোৰ শুশ্ৰূষা কৰিছা। তোমাক আশীৰ্বাদ দিছোঁ তোমাৰ মঙ্গল হওক - এতিয়া গাৰ্হস্থ্য আশ্ৰম গ্ৰহণ কৰি গৃহী হোৱাগৈ।

উতঙ্কই ক'লে — ভগৱন, বেদত পোৱা যায় যে দক্ষিণা নোপোৱাকৈ শিক্ষা দান কৰিলে বা দক্ষিণা নিদিয়াকৈ শিক্ষা গ্ৰহণ কৰিলে গুৰু বা শিষ্য এজনৰ মৃত্যু বা বিদ্বেষ প্ৰাপ্তি ঘটে, সুতৰাং মোক আদেশ কৰক আপোনাৰ ইচ্ছাৰ অনুৰূপ দক্ষিণা সংগ্ৰহ কৰোঁ।

ঋষিয়ে ক'লে তোমাৰ উপাধ্যায়ানীক সোধা - তেওঁৰ যেনে অভিৰুচি সেই ৰূপ দক্ষিণা দিবা।

উতঙ্কই গুৰু পত্নীৰ ওচৰত প্ৰাৰ্থনা জনালে আৰু গুৰুপত্নীয়ে উত্তৰত ক'লে - বোপা! পৌষ্য ৰজাৰ ধৰ্মপত্নীৰ কুণ্ডল জোৰা আনি প্ৰদান কৰা। আজিৰ পৰা চতুৰ্থ দিনত এটা ব্ৰত উপলক্ষে মই সেই কুণ্ডলজোৰা পিন্ধি নিমন্ত্ৰিত ব্ৰহ্মাণ সকলক পৰিবেশন কৰিম। এইটো কৰিলে তোমাৰ মঙ্গল হব — অন্যথায় মঙ্গল হোৱা সুকঠিন।

উতঙ্ক পৌষ্যৰাজ্যৰ অভিমুখে গৈ থাকোঁতে বাটত এটা বৃষৰ ওপৰত বহি থকা এক পুৰুষক লগ পালে। সেই পুৰুষজনে উতঙ্কক ক'লে - এই বৃষৰ পুৰীষ তুমি ভক্ষণ কৰা। উতঙ্ক সেই প্ৰস্তাৱত সন্মত নহ'ল। তেতিয়া সেই পুৰুষজনে উতঙ্কক ক'লে যে তোমাৰ গুৰুৱে ইতি পূৰ্বে এই বৃষৰ পুৰীষ ভক্ষণ কৰিছে। তাকে শুনি উতঙ্কই সেই বৃষৰ পুৰীষ মুত্ৰ ভক্ষণ কৰিলে।

পৌষ্য ৰজাৰ ওচৰত উপনীত হৈ উতঙ্কই গুৰু দক্ষিনাৰ কাৰণে ৰজাৰ ওচৰত ৰাজমহিষীৰ কুণ্ডল জোৰা প্ৰাৰ্থনা কৰিলে। ৰজাই তেওঁক অন্তঃপুৰলৈ গৈ স্বয়ং ৰাজমহিষীৰ ওচৰত প্ৰাৰ্থনা কৰিবলৈ ক'লে।

ৰাজ্ঞীয়েও উতঙ্কক সৎপাত্ৰ যেন বোধকৰি কুণ্ডল জোৰ দান কৰিলে আৰু ক'লে যে এই কুণ্ডলজোৰৰ প্ৰতি নাগৰাজ তক্ষকৰ প্ৰলক্ষণ লোভ আছে, তাৰবাবে সতৰ্ক হয় যেন। বাটত উতঙ্কই এটা সৰোবৰৰ পাৰত কুণ্ডলজোৰ থৈ গা ধুবৰ কাৰণে পানীত নামিলে, এই সময়ৰ ভিতৰতে এটা 'ক্ষপনক'ৰ মূৰ্ত্তি ধৰি তক্ষকে কুণ্ডলজোৰ অপহৰণ কৰিলে। উতঙ্ক তৎক্ষণাৎ পানীৰ পৰা উঠি আহি ক্ষপনকৰ পাছে পাছে লৰি খেদি গ'ল। তেতিয়া তক্ষকে নিজমূৰ্তি ধাৰণ কৰি

গাঁতৰ ভিতৰেদি নিজভৱন নাগলোকলৈ গুচি গ'ল। উতঙ্কই দন্তকাষ্ঠেৰে সেই গাঁতটোৰ মুখ বহল কৰিবলৈ চেষ্টা কৰিলে; কিন্তু সেই চেষ্টা বৃথা হ'ল। তেতিয়া দেৱৰাজ ইন্দ্ৰৰ আদেশত বজ্ৰৰ শক্তি সেই দন্তকাষ্ঠৰ ভিতৰত প্ৰবেশ কৰিলে আৰু অবিলম্বে গৰ্ত্তৰ মুখ বহল হৈ গ'ল। সেই গৰ্ত্তৰ ভিতৰত প্ৰবেশ কৰি সেই পথেদি উতঙ্ক ৰসাতলত উপস্থিত হৈ হৰ্ম্ময্য প্ৰাসাদ আৰু নানাবিধ ক্ৰীড়া কৌতুকৰ স্থান থকা নাগৰ পুৰী দেখা পালে।

উতঙ্কই সেই কুণ্ডল পাবৰ কাৰণে নাগৰাজ ঐৰাৱত, ধৃতৰাষ্ট্ৰ, তক্ষক আৰু অন্যান্য নাগ বিলাকক স্তৱ স্তুতি কৰিব ধৰিলে; তথাপি তক্ষকে সেই কুণ্ডল ঘূৰাই নিদিলে। তাৰ পাছত উতঙ্কই দেখিবলৈ পালে যে দুজনী তিৰোতা মানুহে ক'লা আৰু বগা সুতাৰে কাপোৰ বুব ধৰিছে আৰু ছয়টি শিশুৱে বাৰটি আৰ থকা এটি চক্ৰ ঘূৰাব লাগিছে। তাৰ পাছত এটা মনোহৰ ঘোৰাৰ ওপৰত এজন পুৰুষ বহি আছে।

উতঙ্কই তেওঁলোকক স্তৱ স্তুতি কৰিবলৈ ধৰিলে। তেতিয়া সেই পুৰুষজনে সন্তুষ্ট হৈ ক'লে যে তুমি এই ঘোৰাৰ অপান দেশত ফু দিয়া। উতঙ্কই যথা নিৰ্দ্দেশে ফু দিয়াত সেই অশ্বৰ শৰীৰ প্ৰধূমিত হৈ উঠিল আৰু তাৰ ইন্দ্ৰিয়ৰ ফুটাৰে জুইৰ ফিৰিঙতি নিৰ্গত হবলৈ ধৰিলে। সেই ধোৱাঁ আৰু জুইৰে নাগলোক সন্তপ্ত হৈ উঠিল। তেতিয়া তক্ষকে ভীত হৈ উতঙ্কক কুণ্ডল জোৰা ঘূৰাই দিলে।

উতঙ্কই লৰালৰিকৈ সেই ঘোৰাত উঠি ক্ষন্তেক কালতে উপাধ্যায়ানীৰ ওচৰত হাজিৰ হৈ তেওঁক কুণ্ডল দান কৰিলে। উতঙ্কৰ পলম হৈ যোৱা দেখি সেই সময়তে তেওঁক শাপ দিবলৈ উদ্যতা হৈছিল। তেতিয়াই কুণ্ডল পাই আনন্দমনে উতঙ্কক আশীৰ্বাদ কৰিলে।

গুৰুৱে উতঙ্কৰ সকলো বৃত্তান্ত শুনি ক'লে — তুমি নাগলোকত যি দুইজনী তিৰোতা মানুহ দেখিছিলা, সেই দুইজনী হৈছে - পৰমাত্মা আৰু জীৱাত্মা। বাৰটি আৰযুক্ত যিটো চক্ৰ দেখিছা সেয়ে হৈছে বাৰটি মাহ থকা সংবৎসৰ আৰু ক'লা আৰু বগা সূতা হৈছে ৰাত্ৰি আৰু দিবা - ছয়টি কুমাৰ হৈছে ছয়ঋতু সেই অশ্ব হৈছে অগ্নি আৰু তাত বহি থকা পুৰুষজন হৈছে পৰ্জ্জন্য। তুমি বাটত যি বৃষটো দেখিছিলা তেওঁ গজৰাজ ঐৰাৱত আৰু তাৰ ওপৰত বহি থকা পুৰুষজন দেৱৰাজ ইন্দ্ৰ। সেই অশ্বৰ পুৰীষ হৈছে অমৃত। সেই অমৃতৰ বলতেই তুমি নাগলোকৰ পৰা পৰিত্ৰাণ পালা। ইন্দ্ৰ মোৰ সখা, তেওঁৰ কৃপাতেই তুমি নাগলোকৰ পৰা কুণ্ডল উদ্ধাৰ কৰিবলৈ সক্ষম হৈছা। যি নহওক, মই বৰ সন্তুষ্ট হৈছোঁ আৰু তোমাক আশীৰ্বাদ কৰিছোঁ - তোমাৰ মঙ্গল হওক এতিয়া তুমি ঘৰলৈ যোৱা।

উতঙ্কই গুৰুগৃহৰ পৰা বিদায় ললে; কিন্তু কুণ্ডল হৰণকাৰী তক্ষকৰ প্ৰতি

কেনেকৈ প্ৰতিশোধ লব সেই চিন্তা মনতে জাগ্ৰত কৰি ৰাখি-ৰজা জন্মেজয়ক তেওঁৰ পিতৃ ৰজা পৰীক্ষিৎ যে তক্ষকৰ দংশনত প্ৰাণ হেৰুৱাইছে সেই খবৰটো জনাইছে আৰু সেই সংবাদৰ বাবেহে জন্মেজয়ৰ সৰ্প যজ্ঞৰ আয়োজন হৈছে।

## গুৰু-শিষ্য সম্বন্ধ আৰু গুৰু দক্ষিণা ঃ

অতীত ভাৰতৰ আৰ্য সভ্যতাৰ আৰু বৈদিক যুগৰ শিষ্যৰ বিদ্যা শিক্ষা আৰু গুৰুৰ বিদ্যাদান কৰা পদ্ধতি অতি অভিনৱ ধৰণৰ আছিল। গুৰু শিষ্যৰ সম্বন্ধ অতি পবিত্ৰ, অতি মধুৰ, অচ্ছেদ্য আৰু অভাৱনীয় আছিল। শিষ্যই গুৰুৰ যি কোনো আদেশ নিৰ্দ্দেশ বিনা প্ৰতিবাদে বিনা বিচাৰে আৰু অতি আস্থা আৰু ভক্তিসহ পালন কৰিছিল আৰু গুৰুৱে শিষ্যক শিক্ষা দিছিল অকৃত্ৰিম স্নেহ, কঠোৰ আৰু অবিচলিত কৰ্ত্তব্য জ্ঞান আৰু গুৰু শিষ্যৰ উভয়ৰে নিবিড় নিৰ্ভৰতা জ্ঞানৰ ভিত্তিত। পাঠদান আৰু পাঠ গ্ৰহণৰ আৰম্ভণিতেই উভয়ে উভয়ৰ মঙ্গল প্ৰাৰ্থনা কৰিহে দৈনন্দিন অধ্যয়ন অধ্যাপনা কৰ্মৰ পাতনি মেলিছিল। গুৰু গৃহৰ সংসাৰ পৰিচালনা আৰু সাংসাৰিক কৰ্ত্তব্যৰ দায়িত্ব, আনকি খেতি পথাৰৰ তত্ত্বাৱধান কৰাটোও শিষ্যৰ ওপৰতে নিৰ্দ্দিষ্ট হৈছিল আৰু এই কৰ্মসমূহো শিক্ষাৰ অঙ্গ ৰূপে পৰিগণিত হৈছিল।

আয়োদধৌম্য নামেৰে এক ঋষিৰ তিনিজন আদৰ্শ শিষ্য আছিল- আৰুণি উপমন্যু আৰু বেদ। এইজনা বেদঋষিৰেই শিষ্য আছিল - উতঙ্ক। এসময়ত গুৰুৰ আদেশ মতে আৰুণি গুৰুৰ খেতিৰ পথাৰত আলি বান্ধিবলৈ গৈছিল কিন্তু অশেষ কষ্ট আৰু ক্লেশ স্বীকাৰ কৰিও পথাৰৰ পানী ওলাই যোৱা পথ বন্ধ কৰিব নোৱাৰিলে; তেতিয়া আৰুণি নিজেই পানী ওলাই যোৱা পথত শয়ন কৰি পানী ওলাই যোৱাটো ৰোধ কৰিলে। শিষ্যৰ ইমান গুৰুভক্তি আৰু কৰ্ত্তব্যজ্ঞান দেখি গুৰুৱে আৰুণিক আশীৰ্বাদ কৰিছিল আৰু আৰুণিৰ নাম উদ্দালক ৰাখিছিল।

উপমন্যুয়ে গুৰুৰ গৰু চৰাইছিল আৰু সেই সময়তে ভিক্ষা কৰি পেট প্ৰবৰ্ত্তন কৰিছিল। গুৰুৱে এই কথা শুনি ক'লে - ভিক্ষাত পোৱা দ্ৰব্য গুৰুৰহে প্ৰাপ্য। তেতিয়াৰ পৰা উপমন্যুয়ে ভিক্ষা কৰি যি পাইছিল তাকেই গুৰুক দিছিল, কিন্তু গুৰুৱে উপমন্যুক আহাৰৰ কাৰণে একোকে নিদিছিল। তেতিয়া উপমন্যুয়ে গাইৰ দুধ খাবলৈ আৰম্ভ কৰিলে। সেইটো জানিব পাৰি গুৰুয়ে নিষেধ কৰিলে। তাৰ পাছত উপমন্যুয়ে দামুৰিয়ে দুধ খাই যি ফেন উগাৰি পেলাইছিল, তাকে খাই শৰৰী ৰক্ষা কৰিছিল। গুৰুৱে তাকো নিষেধ কৰাত উপমন্যুই আকন্দৰ পাত ভক্ষণ কৰিলে। তাৰ ফলত উপমন্যুৰ দৃষ্টি শক্তি নষ্ট হৈ গ'ল আৰু তেওঁ এটা কূৱাত পৰি গ'ল।

তাৰ পাছত শিষ্য বিলাকক লগত হৈ গুৰুৱে যেতিয়া উপমন্যুক বিচাৰি ফুৰিছিল, তেতিয়া তেওঁলোকে উপমন্যুক সেই অৱস্থাত পাইছিল। গুৰুৱে তেতিয়া উপমন্যুক ক'লে বোপা! তুমি দেৱতা সকলৰ বৈদ্য অশ্বিনীকুমাৰ দুজনৰ স্তৱ কৰা, তোমাৰ দৃষ্টি শক্তি তুমি ঘূৰাই পাবা। তেতিয়া উপমন্যুয়ে অশ্বিনীকুমাৰদ্বয়ক স্তৱ কৰি প্ৰসন্ন কৰিলে। তেওঁলোকে আহি উপমন্যুক এখন পিঠা খাবলৈ দিলে, কিন্তু উপমন্যুয়ে গুৰুদেৱক নিবেদন নকৰাকৈ খাবলৈ অস্বীকাৰ কৰিলে। অশ্বিনী কুমাৰদ্বয়ে উপমন্যুক ক'লে যে আমি তোমাৰ গুৰুক এখন পিঠা দিছিলোঁ, তেওঁতো তেওঁৰ গুৰুদেৱক নিবেদন নকৰাকৈ সেই পিঠা খাইছিল — তুমিও তাকে কৰা। তথাপি উপমন্যু অসম্মত হ'লা তেওঁৰ এই অসাধাৰণ গুৰু ভক্তিত অতিশয় প্ৰীত হৈ দৃষ্টি শক্তি দান কৰিলে আৰু তোমাৰ মঙ্গল হওক এই বুলি আশীৰ্বাদ দিলে।"

পাছত এই উপমন্যুয়েই শ্ৰীকৃষ্ণৰ দীক্ষাগুৰু হৈছিল।

উতঙ্কৰ গুৰু বেদো আয়োদধৌম্যৰ শিষ্য আছিল বুলি আগতে উল্লেখ কৰা হৈছে। তেৱোঁ গুৰুগৃহত বহুকাল সকলো প্ৰকাৰ ক্লেশ সহ্য কৰিও গুৰুসেৱা কৰিছিল; অৱশেষত তেওঁ গুৰুৰ অনুগ্ৰহত শ্ৰেষ্ঠতা আৰু সৰ্বজ্ঞতা লাভ কৰি গৃহস্থাশ্ৰমত প্ৰবেশ কৰিছিল; কিন্তু তেওঁ তেওঁৰ শিষ্যসকলক গুৰুগৃহত নিজৰ ক্লেশ কষ্টৰ কথা স্মৰণ কৰি কঠোৰ গুৰুসেৱাত কেতিয়াও নিয়োগ নকৰিছিল।

শিক্ষাৰ্থী বিলাকে ব্ৰহ্মাচৰ্য্যাশ্ৰমৰ শিক্ষা সমাপ্ত কৰি গৃহস্থাশ্ৰমত প্ৰবেশ কৰিবলৈ অধ্যাপক-গুৰুৰ অনুমতি সাপেক্ষ আছিল। গুৰুৱে গুৰুদক্ষিণাৰ আশা নকৰিলেও আৰু গুৰুদক্ষিণাৰ দাবী নকৰিও গৃহস্থাশ্ৰমত প্ৰৱেশৰ অনুমতি দিলেও শিষ্যই গুৰুদক্ষিণা নিদিয়াকৈ গুৰুগৃহ ত্যাগ নকৰিছিল আৰু গুৰু আৰু গুৰুপত্নীৰ গৃহস্থাশ্ৰমৰ অভাৱ বুজি গুৰুদক্ষিণাৰ পৰিমাণ আৰু দ্ৰব্যদান নিৰ্দ্ধাৰিত হৈছিল। এনে ক্ষেত্ৰত গুৰুপত্নীৰ দাবীও আছিল। সেই দাবী পূৰণ, সেই দক্ষিণা বা দ্ৰব্য আহৰণ যিমানেই দুঃসাধ্য নহওক, শিষ্যই তাক প্ৰাণপণে সংগ্ৰহ কৰিছিল। সেই সংগ্ৰহত ঈশ্বৰ সহায় বা অনুগ্ৰহো যে পোৱা গৈছিল, উতঙ্ক মুনিৰ ঘটনাপূৰ্ণ আখ্যানে তাৰ সাক্ষ্য দিয়ে। ভাৰতীয় শাস্ত্ৰ সমূহত গুৰু শুশ্ৰূষাৰ মাহাত্ম্য আৰু অৱশ্যকৰণীয়তা যেনেদৰে বিহিত আৰু কীৰ্ত্তিত হৈছে সেই বিধান পালনৰ কঠোৰতাৰ আদৰ্শ আৰু অনুপালনো সেইদৰে কীৰ্ত্তিত হৈছে। ই সত্য আৰু ঐতিহাসিক পৰাম্পৰা আৰু কাল্পনিক সাহিত্যৰ চমকপ্ৰদ বিৱৰণ মাথোন নহয়। সি যি নহওক জন্মেজয়ৰ সৰ্পযজ্ঞ আৰম্ভ হৈছে কিন্তু পূৰ্ণ সফলতা তাত নাহিল।

## সৰ্প যজ্ঞৰ অনুষ্ঠান আৰু আস্তীকৰ আহুতি নিবাৰণ (ভাৰতীয় কৃষ্টি সংস্কৃতিৰ এটি মহৎ উদাহৰণ) ঃ

পুৰোহিত সকলে কৃষ্ণ বৰ্ণ বস্ত্ৰযুগল পৰিধান কৰি মন্ত্ৰ উচ্চাৰণ কৰি অগ্নিত আহুতি দিবলৈ ধৰিলে। সৰ্প বিলাক একান্ত অস্থিৰ হৈ সেই প্ৰদীপ যজ্ঞৰ অগ্নিত পৰিব ধৰিলে। সৰু, বৰ, পৰ্বতাকাৰ আৰু মহাবিষ সৰ্প বিলাক অনবৰত যজ্ঞৰ জুইত ভস্মীভূত হবলৈ ধৰিলে। নাগবিলাকৰ ৰজা বাসুকিৰ ভগিনী জৰৎকাৰুৰ নিজৰ পুত্ৰ আস্তীকক যজ্ঞস্থলত উপস্থিত হৈ সৰ্পযজ্ঞ নিবাৰণ কৰিবলৈ আদেশ কৰিলে আৰু যজ্ঞস্থললৈ পঠিয়াই দিলে। আস্তীকৰ জন্ম প্ৰধানতঃ এই কাৰণেই হৈছিল। সেই আখ্যান বৰ ৰহস্যপূৰ্ণ। সেই আখ্যান ইয়াৰ পাছতে বৰ্ণনা কৰা হব।

মাতৃৰ আদেশ পাই আস্তীক যজ্ঞভূমিত উপস্থিত হৈ সূৰ্যৰ দৰে দীপ্তিমান ঋত্বিক (পুৰোহিত) আৰু সদস্যসকলক, আৰু ৰজা আৰু হোমাগ্নিক স্তৱ কৰিব ধৰিলে। ৰজাক উদ্দেশ্য কৰি আস্তীকে স্তৱ কৰিবলৈ ধৰিলে— হে ভৰতবংশৰ অৱতংস! আপোনাৰ এই যজ্ঞ সৰ্ব্বাঙ্গ সুন্দৰ হৈছে। চন্দ্ৰ বৰুণ আৰু প্ৰজাপতিয়ে প্ৰয়াগত যেনে যজ্ঞ কৰিছিল, আপোনাৰ যজ্ঞও সেইৰূপ হৈছে। যম, হৰিমেধাঃ আৰু ৰজা বন্তিদেৱ, গয়, শশবিন্দু, বৈশ্ৰৱন, নৃগ, অজমীঢ় আৰু ৰজা ৰামে যেনে যজ্ঞ কৰিছিল আপোনাৰ এই যজ্ঞও সেই ৰূপ হৈছে। ধৰ্মৰাজ যুধিষ্ঠিৰৰ সুপ্ৰসিদ্ধ যজ্ঞতকৈও আপোনাৰ এই যজ্ঞ কোনো গুণে ন্যূন হোৱা নাই; ভগৱান ব্যাসদেৱ ঋত্বিক হৈ মহাসত্ৰ কৰিছিল, আপোনাৰ এই সৰ্পসত্ৰও তদনুৰূপ হৈছে। হে ৰাজন! মই প্ৰাৰ্থনা কৰিছোঁ মোৰ বন্ধুবৰ্গৰ মঙ্গল হওক।

এইদৰে নানাবিধ স্তুতিবাদৰ দ্বাৰা আস্তীকে ৰজা, ঋত্বিক আৰু সদস্য সকলক প্ৰসন্ন কৰিলে।

তেতিয়া ৰজাই সদস্যবিলাকৰ অভিপ্ৰায় বুজি আস্তীকক বৰদান দিবলৈ উদ্যত হ'ল; কিন্তু হোতা চণ্ডভাৰ্গৱ মুনিয়ে ৰজাক নিষেধ কৰি ক'লে - মহাৰাজ! অলপ সময় অপেক্ষা কৰক, এতিয়াও তক্ষক উপস্থিত হোৱা নাই। তেতিয়া ৰজাই তক্ষকক মন্ত্ৰবলৰ দ্বাৰা আহ্বান কৰি আনি দগ্ধ কৰিবৰ বাবে পুৰোহিত সকলক অনুৰোধ কৰিলে।

ইফালে তক্ষকে প্ৰাণৰ ভয়ত ইন্দ্ৰৰ শৰণাপন্ন হৈছিল। হোতা চণ্ডভাৰ্গৱ মুনিয়ে সেই কথা বুজিব পাৰি ইন্দ্ৰৰ আৰাধনা আৰম্ভ কৰিলে। দেৱৰাজ ইন্দ্ৰই বিমানত উঠি স্বৰ্গৰ পৰা যাত্ৰা কৰিলে - তক্ষক তেওঁৰ উত্তৰীয় বস্ত্ৰত লুকাই থাকিল।

ৰজা জন্মেজয়ে ক্ৰুদ্ধ হৈ আজ্ঞা দিলে যদি দুৰাত্মা তক্ষক ইন্দ্ৰৰ আশ্ৰয়ত

লুকাই থাকে, তেন্তে ইন্দ্ৰৰ লগতে তাক অগ্নিসাৎ কৰক। হোতাই ইন্দ্ৰৰ সহিতে তক্ষকৰ নাম ধৰি আহুতি দিয়া মাত্ৰকে তক্ষক ইন্দ্ৰৰ সহিত কম্পিত শৰীৰে আকাশপথত উপস্থিত হ'ল। ইন্দ্ৰ সেই যজ্ঞৰ আড়ম্বৰ দেখি ভীত হৈ তক্ষকক পৰিত্যাগ কৰি স্বৰ্গলৈ গুচি গ'ল। তক্ষক অৱহ হৈ অগ্নিৰ ওচৰলৈ আহিবলৈ ধৰিলে।

তেতিয়া আস্তীকে তক্ষকক সম্বোধন কৰি ক'লে - "তিষ্ঠ", "তিষ্ঠ" - সেই বাক্যৰ বলত তক্ষক অন্তৰীক্ষত কিয়ৎকাল অপেক্ষা কৰি থাকিবলৈ সমৰ্থ হ'ল।

তক্ষকক নিকটবৰ্তী দেখি ৰজাই আস্তীকক বৰদান দিবলৈ প্ৰতিশ্ৰুত হ'ল আৰু আস্তীকেও "যজ্ঞ নিবাৰিত হওক" এই বৰ প্ৰাৰ্থনা কৰিলে। ৰজা জন্মেজয়ে আস্তীকক সেই বৰদান কৰি সত্যৰক্ষা কৰিলে - সৰ্পযজ্ঞও নিবৃত্ত হ'ল। তক্ষক আৰু অৱশিষ্ট সৰ্পবিলাকে ৰক্ষা পালে। সৰ্প বিলাকেও কুশল লাভ কৰি অতি আনন্দেৰে আস্তীকক বৰ দিলে যে যিজনে আস্তীকৰ নাম স্মৰণ কৰিব আৰু আস্তীকৰ আখ্যান শুনিব, তেওঁৰ সাপৰ পৰা ভয় নাথাকিব।

জন্মেজয়ৰ ৰাজত্বকাল কলিযুগতে আছিল। এই কলি যুগতো সত্যৰক্ষাৰ প্ৰভাৱ ইমান শক্তিশালী আছিল যে ৰজা জন্মেজয়ে যজ্ঞানুষ্ঠানৰ সংকল্পিত ফল পৰিত্যাগ কৰিও ছলনাময় প্ৰতিশ্ৰুতি ৰক্ষা কৰি ধৰ্ম ৰক্ষা কৰিছিল। ভাৰতীয় কৃষ্টি সংস্কৃতিৰ ই এটি মহৎ উদাহৰণ - সত্যৰক্ষা পৰাম্পৰাৰ উৎকৃষ্ট নিদৰ্শন।

# আস্তীকৰ জন্ম-বিৱৰণ

কদ্রু আৰু বিনতা উভয়ে দক্ষ প্ৰজাপতিৰ কন্যা আৰু উভয়ে মহৰ্ষি কাশ্যপৰ পত্নী আছিল।

কদ্রুৰ একহাজাৰ সন্তান আছিল। সেই বিলাক আছিল সৰ্প। বিনতাৰ দুইটি মাত্ৰ পুত্ৰ আছিল - অৰুণ আৰু গৰুড়। মহৰ্ষি কাশ্যপে উভয় পত্নীৰ প্ৰাৰ্থনা অনুসাৰে বৰ দিছিল যে কদ্রুৰ সহস্ৰ নাগপুত্ৰ হব আৰু বিনতাৰ ত্ৰিলোক পূজিত দুই পুত্ৰ হব। বহুকালৰ পাছত কদ্রুয়ে এক হাজাৰ আৰু বিনতাই দুটা অণ্ড প্ৰসৱ কৰিলে। কদ্রুৰ অণ্ডবোৰ ফাটি সহস্ৰ সৰ্পৰ জন্ম হ'ল; কিন্তু বিনতাৰ অণ্ডবোৰ তেতিয়াও একেদৰে থাকিল। তপস্বিনী দেৱী বিনতা অধীৰা হৈ পৰিল। কিছুদিনৰ পাছত সোণকালে পুত্ৰমুখ দেখিবৰ আশাত তেওঁ এটা অণ্ড ভাঙি পেলালে। অণ্ড ভগ্ন হোৱাত বিনতাই দেখিলে পুত্ৰৰ মস্তক সহিত উপৰাৰ্দ্ধ শৰীৰ মাত্ৰ উৎপন্ন হৈছে, অপাৰাৰ্দ্ধ শৰীৰ প্ৰকাশ পোৱা নাই।

সেই পুত্ৰই বিনতাক ক'লে, মাতঃ তুমি পুত্ৰ মুখ দৰ্শনৰ লোভত অধীৰা হৈ মোক বিকলাঙ্গ কৰিলা। যি সপত্নীৰ বিদ্বেষত তুমি মোক বিকলাঙ্গ কৰিলা সেই কদ্রুৰেই তুমি দাসী হৈ থাকিব লাগিব আৰু তুমি যদি আনটো অণ্ড ভঙ্গ নকৰা, তেনেহ'লে সেইটোৰ পৰা যশস্বী পুত্ৰ উৎপন্ন হৈ তোমাক সেই দাসীত্বৰ পৰা মুক্ত কৰিব। বিনতাই পুত্ৰৰ পৰা এই অভিশাপ পালে। বিনতাৰ এই পুত্ৰৰ নাম অৰুণ হ'ল।

যি নহওক সৃষ্টি কৰ্তা ব্ৰহ্মাৰ আদেশত অৰুণ সাৰথি স্বৰূপে সূৰ্য্যৰ সমুখত স্থাপিত হ'ল। ৰাহুয়ে ছলনা কৰি অমৃত পান কৰিব ধৰোঁতে সূৰ্যই তাক প্ৰকাশ কৰি দিছিল; সেইবাবে ৰাহুয়ে মাজে মাজে সূৰ্য্যক গ্ৰাস কৰে; অথচ দেৱতা বিলাকে তাৰ কোনো প্ৰতিকাৰ নকৰে। সেই নিমিত্তে সূৰ্য্য কুপিত হৈ নিজৰ তেজ বৃদ্ধি কৰি তিনিওলোক দগ্ধ কৰিবলৈ উদ্যত হৈছিল। অৰুণে সাৰথিৰূপে নিজ তেজৰাশিৰ দ্বাৰা সূৰ্য্যৰ তেজ সঙ্কুচিত কৰি দিয়াত এই ত্ৰিলোকৰ পৰিত্ৰাণ হ'ল

এক সময়ত সমুদ্ৰৰ তীৰত উচ্চৈঃশ্ৰবা নামক ইন্দ্ৰৰ অশ্বটো দেখি কদ্রুৱে বিনতাক সুধিলে - এই অশ্বটোৰ ৰং কি সোনকালে কোৱা। বিনতাই উত্তৰ দিলে যে অশ্বটোৰ সৰ্বশৰীৰ বগা। কদ্রুৱে ক'লে নহয়, তাৰ নেজডাল ক'লা। তাৰ পাছত দুয়ো গৰাকী সপত্নীয়ে তৰ্ক বিতৰ্ক কৰি পণ ৰাখিলে যে যাৰ কথা মিছা হব, তেওঁ আন গৰাকীৰ দাসী হব লাগিব। তাৰ পাছত কদ্রুয়ে গোপনে নাগপুত্ৰ বিলাকক ক'লে - তোমালোক উচ্চৈঃশ্ৰবা অশ্বটোৰ নেজডাল এনেদৰে ঢাকি ৰাখিবা যেন তাৰ নেম বোৰ কৃষ্ণবৰ্ণ যেন দেখা যায়। মই বিনতাক ছলনা কৰি মোৰ দাসী কৰিম।

কোনো কোনো সৰ্পই মাকৰ এই অন্যায় আদেশ পালন কৰিবলৈ অস্বীকাৰ কৰিলে আৰু যিবিলাক ক্ৰূৰমতি সৰ্প, সেইবিলাকে মাতৃৰ কথামতে কাৰ্য কৰিবলৈ আগবাঢ়ি গ'ল। তেতিয়া কদ্ৰুমাতৃয়ে অবাধ্য পুত্ৰ বিলাকক অভিশাপ দিলে যে তোমালোক ৰজা জন্মেজয়ৰ সৰ্পযজ্ঞত দগ্ধ হবা।

পাছদিনা কদ্ৰু আৰু বিনতাই সমুদ্ৰৰ আনটো পাৰত গৈ দেখিলে যে উচ্চৈঃশ্ৰৱা অশ্বটো শুক্লবৰ্ণ কিন্তু তাৰ নেজডাল কৃষ্ণবৰ্ণ। এইদৰে কদ্ৰুৰ ছলনাত পৰি পণত পৰাজিতা হৈ বিনতা কদ্ৰুৰ দাসী হ'ল।

বিনতাৰ আনটো অণ্ড ভেদ কৰি যথাসময়ত গৰুড় বাহিৰ হ'ল। সেই মহাবল বিৰাটকায় পক্ষীৰাজৰ হুঙ্কাৰ শুনি আৰু সমুজ্জ্বল প্ৰভা দেখি দেৱতাসকলে বিস্ময় মানি তেওঁৰ স্তৱ কৰিব ধৰিলে — "হে মহাবল পৰাক্ৰান্ত বিদ্যুৎসমকান্তি গগনবিহাৰী খৰ্গৰাজ! তোমাৰ তেজৰ দ্বাৰা এই জগমণ্ডল সন্তপ্ত হবলৈ ধৰিছে, দয়াকৰি তোমাৰ অগ্নিতুল্য শৰীৰ সঙ্কোচ কৰা।"

তেতিয়া গৰুড়ে প্ৰীত হৈ নিজৰ তেজ সঙ্কোচ কৰিলে। তাৰ পাছত সমুদ্ৰৰ সিপাৰত যি ঠাইত বিনতা কদ্ৰুৰ দাসী হৈ দুঃখত কাল যাপন কৰি আছিল সেই ঠাইত থাকিলগৈ। তাত এদিন কদ্ৰুয়ে বিনতাৰ পিঠিত উঠি গৈছিল আৰু মাকৰ আদেশত গৰুড়েও নাগবিলাক বহন কৰি নিছিল। এইদৰে কদ্ৰু আৰু কদ্ৰু পুত্ৰ নাগবিলাকে গৰুড়ৰ ওপৰত প্ৰভুত্ব চলাইছিল; কাৰণ গৰুড় আছিল কদ্ৰুৰ দাসী বিনতাৰ পুত্ৰ। তাৰপাছত গৰুড়ে তেওঁৰ মাকৰ দাসীত্বৰ সকলো বিবৰণ মাকৰ পৰা জানিব পাৰিলে। গৰুড়ে সকলো কথা বুজি পাই সৰ্পবিলাকক সুধিলে — "কি কাৰ্য্য কৰিলে আমি দাসত্বৰ পৰা মুক্ত হব পাৰিম"। তেতিয়া নাগবিলাকে ক'লে যে তুমি যদি অমৃত আনি দিব পাৰা, তেতিয়াই তোমালোকৰ দাসত্বৰ পৰা মুক্তি হব।

## গৰুড়ৰ অমৃত সংগ্ৰহ ঃ

তেতিয়া গৰুড়ে মাকৰ আশীৰ্বাদ লৈ অমৃত সংগ্ৰহ কৰিবৰ বাবে যাত্ৰা কৰিলে। অন্তৰীক্ষপথত পিতৃকাশ্যপৰ লগত গৰুড়ৰ সাক্ষাৎ হ'ল। গৰুড়ে পিতাকক সুধিলে, পিতা! মই মাতৃৰ দাসীত্ব মোচনৰ বাবে অমৃত সংগ্ৰহ কৰিবলৈ ওলাইছোঁ - বাটত মই কি ভোজন কৰিম। কাশ্যপে উত্তৰ দিলে ইয়াৰ পৰা কিছু দূৰৈত এটা পবিত্ৰ সৰোবৰ আছে, তাত এটা হাতী আৰু এটা কাছই যুদ্ধ কৰি আছে দেখিবলৈ পাবা। সিহঁত পূৰ্বজন্মত বিভাবসু আৰু সুপ্ৰতীক নামে দুই ভাই আছিল, পৈতৃক ধনৰ বিভাগ লৈ সিহঁতৰ ভিতৰত বিবাদ হোৱাত পৰস্পৰে পৰস্পৰক অভিশাপ দিয়াত জ্যেষ্ঠজন কাছ আৰু কনিষ্ঠ জন হাতী হৈছে। সিহঁতে

এই জনমতো যুদ্ধ কৰিব ধৰিছে। তুমি সিহঁতক ভক্ষণ কৰিবা। এইবুলি কৈ কাশ্যপ অন্তৰ্হিত হ'ল।

কিছুদূৰ গৈ গৰুড়ে সেই গজকচ্ছপৰ যুঁজ দেখিবলৈ পালে। তেওঁ এটা নখেৰে হাতীটোক আৰু আনটো নখেৰে কাছটোক তুলি আনি তেওঁ ক'ত বহি সিহঁকত ভক্ষণ কৰিব তেনেকুৱা উপযুক্ত ঠাই অন্বেষণ কৰিব ধৰিলে। গৰুড় সুমেৰু শৃঙ্গত এজোপা দেবদাৰু বৃক্ষত বহিব খোজোঁতে তেওঁৰে পাখিৰ বতাহত বৃক্ষবোৰ কঁপিব ধৰিলে, তেতিয়া তেওঁ পুনঃ গৈ এজোপা বটগছৰ শাখাত বহিল। সেই শাখা তেওঁৰ ভৰত তৎক্ষণাৎ ভাঙি গ'ল। সেই শাখাত তপস্বী বালখিল্য মুনিবিলাক মূৰ তলৰ ফালে কৰি লম্বমান হৈ আছিল। গছৰ সেই ডালটো মাটিত পৰিলে ঋষিবিলাকৰ প্ৰাণহানি হব এই আশঙ্কাত গৰুড়ে ঠোঁটেৰে সেই ডালটো ধৰি লৈ উৰি উৰি গন্ধমাদন পৰ্বতত উপস্থিত হ'ল।

মহৰ্ষি বিলাকে গৰুড়ৰ এইৰূপ বলৰ কাৰ্য দেখি কৈছিল যে এই পক্ষীৰাজে ইমান গুৰুভাৰ লৈ আকাশত উৰিব ধৰিছে যেতিয়া এওঁ গৰুড় নামেৰে প্ৰসিদ্ধ হব।

গন্ধমাদন পৰ্বতত মহৰ্ষি কাশ্যপে তপস্যা কৰি আছিল, তেওঁ গৰুড়ৰ সঙ্কট দেখি বালখিল্য ঋষিবিলাকককক সেই শাখা পৰিত্যাগ কৰিবলৈ উপদেশ দিলে। তেতিয়া বালখিল্য বিলাকে সেই শাখা পৰিত্যাগ কৰি হিমালয়লৈ প্ৰস্থান কৰিলে। গৰুড়েও বহুদূৰৈত এক মহাপৰ্বতত সেই শাখা নিক্ষেপ কৰি পৰ্বতৰ শৃঙ্গত বহি সেই গজ কচ্ছপক ভোজন কৰিলে।

গৰুড় যেতিয়া দেৱলোকৰ ফালে আগবাঢ়ি আহি আছিল তেতিয়া দেৱগুৰু বৃহস্পতিয়ে দেৱতাসকলক কৈছিল যে গৰুড় অমৃত হৰণ কৰিবলৈ আহিব ধৰিছে। তাকে শুনি দেৱৰাজ ইন্দ্ৰই দেৱতাসকলক আৰু যক্ষসকলক অমৃত ৰক্ষাৰ বাবে যুদ্ধ কৰিবৰ বাবে আদেশ দিলে। গৰুড়ৰ লগত সেই আদেশ অনুসাৰে তেওঁলোকে যুদ্ধ আৰম্ভ কৰিলে। যুদ্ধত দেৱতাসকল আৰু যক্ষসকল পৰাজিত হ'ল। দেৱতাসকলে আৰু যক্ষসকলে বিভিন্ন অস্ত্ৰ ব্যৱহাৰ কৰিছিল আৰু গৰুড়ে পাখি, নখ আৰু ঠোঁটৰ প্ৰহাৰেৰেহে যুদ্ধ কৰিছিল আৰু তেওঁ লোকক ক্ষত বিক্ষত কৰি পেলাইছিল।

অমৃত থকা ঠাইৰ চাৰিওফালে ভীষণ অগ্নি জ্বলি আছিল। গৰুড়ে আঠ হাজাৰ এক শ মুখ ধাৰণ কৰি অতি সত্বৰ নদীৰ পৰা পানী আনি সেই অগ্নি নুমাই পেলালে।

অমৃতৰ ওচৰত এটা তীক্ষ্ণধাৰ চক্ৰ ঘূৰি আছিল দেখি গৰুড়ে শৰীৰ সঙ্কোচ কৰি সেই চক্ৰৰ মধ্যত থকা ক্ষুদ্ৰ ছিদ্ৰইদি প্ৰবেশ কৰি গ'ল। তাৰ পাছত দেখিবলৈ পালে যে বিদ্যুতৰ ন্যায় মুখ থকা দুই সৰ্পই অমৃত ৰক্ষা কৰি আছে,

সিহঁতে যাৰফালে দৃষ্টিপাত কৰে সেয়ে ভস্মীভূত হয়। গৰুড়ে ধূলিৰে সৰ্পদুটাৰ চকু আছন্ন কৰি সিহঁতক ছিন্ন ভিন্ন কৰি পেলালে আৰু অমৃতৰ কলহ লৈ গগন মণ্ডলত উত্থিত হ'ল।

বিনতা নন্দন গৰুড়ে অমৃত হৰণ কৰি আকাশ পথেদি গৈ আছে, এই সময়ত দেৱাদি দেৱ নাৰায়ণে তেওঁক দেখা পালে আৰু গৰুড়ক সম্বোধন কৰি ক'লে - হে বিহঙ্গৰাজ! মই তেমাৰ অপূৰ্ব কাৰ্য্য দেখি সন্তুষ্ট হৈছোঁ। তুমি বৰ প্ৰাৰ্থনা কৰা।

গৰুড়ে ক'লে "ভগৱন! মই এই বৰ প্ৰাৰ্থনা কৰিছো যেন মই আপোনাৰ উপৰিভাগত অৱস্থান কৰিব পাৰোঁ আৰু অমৃত পান নকৰাকৈও যেন অজৰ অমৰ হব পাৰোঁ।" 'বিষ্ণুয়ে গৰুড়ক সেই বৰকে দান কৰিলে।

তেতিয়া গৰুড়ে ক'লে - ভগৱন! আপুনিও মোৰ ওচৰত বৰ প্ৰাৰ্থনা কৰক। নাৰায়ণে ক'লে - হে গৰুড়! তুমি মোৰ বাহন হোৱা আৰু তুমি মোৰ বৰ ৰক্ষাৰ কাৰণে মোৰ ৰথৰ ধ্বজা হোৱা। গৰুড়ে 'তথাস্তু' বুলি বায়ুবেগে প্ৰস্থান কৰিলে।

পক্ষীৰাজ গৰুড়ে অমৃত লৈ যোৱা দেখা পাই দেৱৰাজ ইন্দ্ৰই তেওঁৰ প্ৰতি বজ্ৰ নিক্ষেপ কৰিলে। তেতিয়া গৰুড়ে ক'লে যে, "দেৱৰাজ! ব্ৰজাঘাতত মেৰ অলপো আঘাত হোৱা নাই, তথাপি দধীচি মুনিৰ অস্থি নিৰ্মিত বজ্ৰৰ আৰু তোমাৰ সন্মান ৰক্ষাৰ বাবে মই মোৰ এডাল পাখি পৰিত্যাগ কৰিলোঁ। এই বুলি পক্ষীৰাজে এডাল পাখি পৰিত্যাগ কৰিলে।

গৰুড়ৰ এই পৰম সুন্দৰ পাখি (পৰ্ণ) দেখি দেৱতা সকলে তেওঁৰ নাম সুপৰ্ণ ৰাখিলে।

তেতিয়া ইন্দ্ৰই গৰুড়ৰ লগত মিত্ৰতা কৰি গৰুড়ক অমৃত ঘূৰাই দিবলৈ অনুৰোধ কৰিলে। তাতে গৰুড়ে ক'লে - হে দেৱৰাজ! বিশেষ কাৰণবশতঃ মই অমৃত লৈ যাব ধৰিছোঁ সঁচা কিন্তু বিন্দুমাত্ৰও কাকো পান কৰিবলৈ নিদিওঁ। মই যি ঠাইত এই অমৃত থৈ দিম, তুমি সেই ঠাইৰ পৰা তাক হৰণ কৰি আনিবা। ইন্দ্ৰই বিষ্ণুৰ উপদেশত অমৃত হৰণ কৰিবলৈ মনস্থ কৰিলে। গৰুড়ে ইন্দ্ৰৰ পৰা বৰ ললে যে মহাবল সৰ্প বিলাক তেওঁৰ ভক্ষ্য হব।

এই আখ্যান সমালোচনা কৰি আমি বুজিব পাৰোঁ যে 'শঠে শাঠ্যং সমাচৰেৎ' এই নীতি দোষৰ নহয়। কদ্ৰুৱে ছলনা কৰি বিনতাক দাসী কৰিছিল, গৰুড়েও সেই ছলনাৰ আশ্ৰয় লৈ বিনতাৰ দাসীত্ব মোচনৰ উপায় স্থিৰ কৰিছে আৰু নিজৰ প্ৰতিশ্ৰুতি অনুসৰি সৰ্পবিলাকক অমৃত সংগ্ৰহ কৰি আনি দিও যাতে সিহঁতে তাক পান কৰিব নোৱাৰে তাৰে কৌশল স্থিৰ কৰিছে।

গৰুড়ে তৎক্ষণাৎ মাতৃৰ ওচৰলৈ ঘূৰি আহি সৰ্পবিলাকৰ সমুখত অমৃতৰ

কলস পবিত্ৰ কুশৰ ওপৰত থৈ দিলে আৰু সৰ্প বিলাকক ক'লে যে তোমালোকৰ কথা মতে মই অমৃত আহৰণ কৰি আনিছোঁ, এতিয়া মোৰ মাতৃক তোমালোকে দাসীত্বৰ পৰা মুক্ত কৰি দিয়া। তোমালোকে তাৰ পাছত স্নান কৰি আহি অমৃত পান কৰা। সৰ্পবিলাকে ক'লে — সেয়ে হওক - বিনতাৰ দাসীত্বৰ মোচন হ'ল— এইবুলি কৈ সিহঁতে স্নান কৰিবলৈ গ'ল। সেই অৱসৰতে দেৱৰাজ ইন্দ্ৰই অমৃত হৰণ কৰি স্বৰ্গলৈ প্ৰস্থান কৰিলে।

## সৰ্পবিলাকৰ নৈৰাশ্য আৰু মন্ত্ৰণা ঃ

সৰ্পবিলাকে স্নান কৰি ঘূৰি আহি দেখে যে অমৃত থোৱা ঠাইত নাই; তথাপি সিহঁতে যি কুশাসনৰ ওপৰত থোৱা হৈছিল, সেই কুশাসন চেলেকিব ধৰিলে। তাৰ ফলত সিহঁতৰ জিভাবোৰ দুই খণ্ডত বিভক্ত হ'ল আৰু অমৃত স্পৰ্শ কৰা কাৰণে কুশৰ নাম 'পবিত্ৰ' হ'ল।

সৰ্প বিলাকে নিজৰ ভিতৰতে আলোচনা কৰিলে যে আমি যেনেকৈ ছলনা কৰি বিনতাক দাসী কৰিছিলোঁ গৰুড়েও ছলনা কৰি নিজৰ দাস্য মোচন কৰিলে।

কদ্ৰুৰ সৰ্বজ্যেষ্ঠ পুত্ৰ অনন্ত (শেষ) নাগ বিষ্ণুৰ অংশত জন্মিছিল। মাতা কদ্ৰুৰ শাপৰ কথা শুনি তেওঁ ঘোৰতৰ তপস্যা কৰি ব্ৰহ্মাৰ বৰ লাভ কৰিলে "ধৰ্মত, শমগুণত আৰু তপস্যাত তোমাৰ ভক্তি অচলা থাকিব"। তীক্ষ্ণ বিষ মহাবল সৰ্পবোৰহে যজ্ঞত বিনষ্ট হব - এইটো আগৰ পৰাই নিশ্চিত হৈ আছে, দৈৱবশতঃ সিহঁতেই মাতৃৰ দ্বাৰা অভিশপ্ত হৈছে। তোমাৰ ভ্ৰাতৃবিলাকৰ মহৎ ভয়ৰ প্ৰতিকাৰৰ বিধান কৰা হৈছে। তুমি তাৰবাবে শোক নকৰিবা।" অনন্ত নাগৰ জন্মৰ পাছত হে অণ্ডৰ পৰা বাসুকি, ঐৰাৱত, তক্ষক, কৰ্কোটক, ধনঞ্জয়, ধৃতৰাষ্ট্ৰ, কৰ্কৰ প্ৰভৃতি অগণিত সৰ্পবোৰৰ উৎপত্তি হৈছিল।

ব্ৰহ্মাৰ আদেশত ভগৱান অনন্ত পাতাললৈ গৈ পৃথিবীৰ মস্তকেৰে ধাৰণ কৰিলে। ইফালে বাসুকি ঐৰাৱত প্ৰভৃতি নাগবিলাকে মাতৃশাপৰ পৰা কেনেকৈ ৰক্ষা পৰিব সেই বিষয়ে মন্ত্ৰণা কৰিব ধৰিলে। অৱশেষত এলাপত্ৰ নামে সৰ্প এটাই বাসুকিক ক'লে যে 'হে ৰাজন! মই মাতাৰ শাপ দানৰ সময়ত তেওঁৰ কোলাত বহি আছিলোঁ আৰু সেই সময়ত মই দেৱতা বিলাকৰ এই কথা শুনিছিলোঁ যে ধাৰ্মিক নাগ বিলাকে সৰ্পযজ্ঞত ৰক্ষা পাব। যাযাবৰ বংশীয় জৰৎকাৰু নামে মহৰ্ষিৰ লগত বাসুকিৰ ভগীৰ বিয়া হব আৰু তেওঁৰ গৰ্ভত আস্তীক নামে এটি পুত্ৰ জন্মিব। সেই আস্তীকেই ধৰ্মশীল সৰ্পবিলাকক ৰক্ষা কৰিব।"

এলাপত্ৰৰ কথা শুনি সৰ্পবিলাক আনন্দিত হ'ল আৰু বাসুকি যথাকালত জৰৎকাৰুৰ সন্ধান লবলৈ সংকল্প কৰিলে।

## জৰৎকাৰু মুনিৰ বিবাহ আৰু আস্তীকৰ জন্ম ঃ

মহাতপা জৰৎকাৰু মুনি বায়ুভক্ষণ কৰি তীৰ্থ ভ্ৰমণ আৰু তপানুষ্ঠান কৰিছিল। যি ঠাইতে সন্ধ্যা হৈছিল, ত'তে অৱস্থান কৰি ৰাতিটো কটাইছিল। সেই মহৰ্ষিৰ শৰীৰ কাৰু অৰ্থাৎ দাৰুণ আছিল আৰু তপস্যাৰ দ্বাৰা তেওঁৰ জৰা অৰ্থাৎ ক্ষয় হব ধৰিছিল। সেই কাৰণে তেওঁৰ নাম জৰৎকাৰু হৈছিল। তীৰ্থভ্ৰমণ আৰু তপস্যা কৰি থাকোঁতে বহুকাল অতীত হৈ গৈছিল, তথাপি তেওঁ দাৰ পৰিগ্ৰহ কৰিবৰ ইচ্ছা নকৰিছিল।

এদিনাখন জৰৎকাৰু মুনি ভ্ৰমণ কৰি গৈ থাকোঁতে দেখিবলৈ পালে এটা গভীৰ গৰ্ত্তত এডাল মাত্ৰ ক্ষীণ তৃণৰ মূল আশ্ৰয় কৰি বৃদ্ধ তপস্বী সকলে দুঃখিতমনে অধোমুখে ওলমি আছিল আৰু এটা এন্দুৰে সেই তৃণমূলটো কুটিব ধৰিছিল। তাকে দেখি জৰৎকাৰু মুনিয়ে দয়াপৰবশ হৈ সেই বৃদ্ধ তপস্বীসকলৰ পৰিচয় সুধিলে। সেই মুনিসকলে উত্তৰ দিলে যে আমি যাযাবৰ বংশৰ ব্ৰতপৰায়ণ ঋষি। আমাৰ বংশত জৰৎকাৰু নামে এটা মাত্ৰ সন্তান আছে। তেওঁৰ তপস্যা লোভৰ কাৰণেই আমাৰ এই দুৰ্দশা হৈছে আৰু আমাৰ বংশলোপৰ উপক্ৰম হৈছে। এই যে উশীৰ স্তম্ব (তৃণ) আমাৰেই বংশবৰ্দ্ধক স্তম্ব। ইযাৰ যে এটি মাত্ৰ মূল আছে, যাক অৱলম্বন কৰি আমি ৰৈ আছো সেয়ে হৈছে সেই তপোনিষ্ঠ জৰৎকাৰু। মুষিকৰূপী কালে তাকে ক্ষয় কৰিব ধৰিছে। জৰৎকাৰুয়ে যদি সোনকালে বিবাহ কৰি সন্তান উৎপাদন কৰে, তেতিয়া হে আমি পৰিত্ৰাণ পাব পাৰিম, নহলে আমাৰ উদ্ধাৰৰ আৰু আন কোনো উপায় নাই।

তেতিয়া জৰৎকাৰুয়ে পিতৃসকলৰ দুৰ্দ্দশা দেখি শোকাৰ্তচিত্তে ক'লে - হে মহৰ্ষিকসল! ময়েই আপোনালোকৰ নৰাধম সন্তান জৰৎকাৰু। মোৰ আজীৱন ব্ৰহ্মাচৰ্যৰ বাসনা আছিল কিন্তু আপোনালোকৰ দুৰ্দ্দশা নিবাৰণ কৰিবৰ কাৰণে মই সোনকালে দাৰ পৰিগ্ৰহ কৰিম বুলি সংকল্প কৰিলোঁ; কিন্তু মোৰ প্ৰতিজ্ঞা এইটো থাকিল যে যদিহে মই মোৰ সনাম্নী কন্যা ভিক্ষা স্বৰূপে পাওঁ আৰু মই যদি সেই কন্যাক ভৰণ পোষণ দিব নালাগে তেতিয়াহে মই সেই কন্যাৰ পাণি গ্ৰহণ কৰিম - নহলে মই বিবাহ নকৰোঁ।

ইয়াৰ পাছত জৰৎকাৰুয়ে সমস্ত পৃথিবী পৰিভ্ৰমণ কৰি কন্যা-ভিক্ষা কৰিলে কিন্তু কোনেও তেওঁক বৃদ্ধ বুলি কন্যাদান কৰিবলৈ ইচ্ছুক নহ'ল। তেনে অৱস্থাত তেওঁ অতি দুঃখিত চিত্তেৰে বনত প্ৰৱেশ কৰি তিনিবাৰ অনুচ্চ সুৰে নিজৰ পৰিচয় আৰু প্ৰতিজ্ঞা উল্লেখ কৰি 'কন্যা ভিক্ষা দিয়া'' বুলি প্ৰাৰ্থনা কৰিলে।

ইফালে সৰ্পৰাজ বাসুকি চৰৰ মুখেৰে জৰৎকাৰুৰ সকলো সংবাদ অৱগত

আছিল। জৰৎকাৰুয়ে কন্যা ভিক্ষা কৰা শুনিবলৈ পোৱা মাত্ৰকে বাসুকিয়ে নিজৰ জৰৎকাৰু নাম্নী ভনীয়েকক লগত লৈ গৈ জৰৎকাৰু মুনিক ভিক্ষা স্বৰূপে দান কৰিলে আৰু তেওঁৰ ভৰণ পোষণৰ দায়িত্ব নিজে গ্ৰহণ কৰিলে। জৰৎকাৰু মুনিয়ে বাসুকিৰ ভনীয়েকক বিয়া কৰাবলৈ সন্মতি দিলে; কিন্তু এই নিয়ম কৰিলে যে যদি তেওঁৰ পত্নীয়ে তেওঁৰ কোনো অপ্ৰিয় আচৰণ কৰে, তেন্তে তৎক্ষণাৎ গৃহ ত্যাগ কৰিব।

নাগৰাজ বাসুকিৰ ভৱনত মহাতপা জৰৎকাৰু আৰু বাসুকিৰ ভনীয়েকৰ বিয়া সম্পন্ন হৈ গ'ল। নাগৰাজ বাসুকিৰ ভগিনীয়ে সযত্নে পতিৰ সেৱা কৰিব ধৰিলে।

তাৰ পাছত এদিনাখন মহৰ্ষি জৰৎকাৰু ক্লান্ত হৈ পত্নীৰ কোলাত মূৰ থৈ টোপনি গ'ল। সেই সময়ত সূৰ্য অস্ত যাবলৈ ধৰিছে দেখি বাসুকিৰ ভগিনী চিন্তা কৰিবলৈ ধৰিলে যে সূৰ্য অস্ত গ'ল স্বামীৰ সন্ধ্যা বন্দনাদি ক্ৰিয়ালোপ হব আকৌ তেওঁৰ নিদ্ৰাভঙ্গ কৰিলে তেওঁ কুপিত হব পাৰে। এইৰূপ দ্বিধাগ্ৰস্ত হৈ তেওঁ স্বামীৰ ধৰ্মৰক্ষাকেই কৰ্তব্য যেন বিবেচনা কৰি মহৰ্ষিক জাগৰিত কৰিলে।

জৰৎকাৰু সহসা জাগৰিত হৈ ভীষণ ৰুষ্ট হৈ কবলৈ ধৰিলে — হে ভুজঙ্গমে! তুমি মোৰ অৱমাননা কৰিছা। মই নিদ্ৰিত হৈ থাকিলে সূৰ্যৰ অস্তগত হোবাৰ সাধ্য কি? মই আঁৰু ইয়াত নাথাকো - এইয়ে প্ৰস্থান কৰিলোঁ।

স্বামী গৃহত্যাগ কৰি যাবলৈ ওলোৱাত বাসুকি ভগ্নীয়ে বহু অনুনয় বিনয় কৰিলে — সমস্তই বৃথা হ'ল। তেতিয়া তেওঁ স্বামীক ক'লে যে আমাৰ গাৰ্হস্থ্য ধৰ্মৰ ফল পোৱাৰ এতিয়াও কোনো সম্ভাৱনা হোৱা নাই, আপুনি গৃহত্যাগ কৰি গুচি গ'লে আমাৰ উভয়ৰে ধৰ্ম হানি হব। মই এতিয়াও সন্তানসম্ভৱা হোৱা নাই। তেতিয়া জৰৎকাৰু মুনিৰ আগৰ কথা মনত পৰিল আৰু তৎক্ষণাৎ পত্নীৰ উদৰত হাত দি তোমাৰ গৰ্ভত পুত্ৰ "অস্তি" অৰ্থাৎ আছে এই আশ্বাস দি বনলৈ গুচি গ'ল। "অস্তি" শব্দৰ পৰাই জৰৎকাৰুৰ পুত্ৰৰ নাম "আস্তীক" হৈছিল।

শাস্ত্ৰত পোৱা যায় যে সন্তান উৎপাদনৰ বাবে সত্যযুগত স্বামীস্ত্ৰীৰ সহবাসৰ আৱশ্যক নাছিল। উভয়ৰ সংকল্প বা ইচ্ছা থাকিলে স্বামীয়ে এইদৰে পত্নীৰ উদৰত হাত দি মানসিক সন্তান কামনা কৰিলেই পত্নী সন্তানসম্ভৱা হৈছিল। এইদৰেই মানসপুত্ৰ উৎপন্ন হৈছিল।

যথাকালত নাগ ভগ্নীয়ে এক দেৱকুমাৰ সদৃশ পুত্ৰ প্ৰসৱ কৰিলে - তেওঁৰ নাম হ'ল আস্তীক। বাসুকিয়ে পৰম যত্নেৰে সেই বালকক প্ৰতিপালন কৰিছিল আৰু সেই অসাধাৰণ বুদ্ধি সম্পন্ন আস্তীকে মহৰ্ষি চ্যৱনৰ ওচৰত বেদ বেদাঙ্গ শিক্ষা কৰিছিল।

## প্ৰসঙ্গতঃ চ্যৱনৰ জন্ম কথা ঃ

এসময়ত বৰুণে এটি যজ্ঞ স্বয়ম্ভু ব্ৰহ্মাৰ হতুৱাই অনুষ্ঠান কৰাইছিল। সেই সময়ত ব্ৰহ্মাৰ হৃদয় ভেদ কৰি হুতাশনৰ পৰা ভৃগু মুনিৰ আবিৰ্ভাৱ হৈছিল। এই ভৃগুৰ পুত্ৰ চ্যৱন।

এদিন মহৰ্ষি ভৃগুৱে প্ৰিয়তমা ধৰ্মপত্নী পুলোমাক আশ্ৰমত থৈ স্নান কৰিবলৈ গৈছিল। এনে সময়ত পুলোমা নামৰ এক ৰাক্ষস আহি তেওঁৰ আশ্ৰমত উপস্থিত হ'ল। সেই ৰাক্ষসে স্বনাম্নী এই বৰবৰ্ণিনী কামিনী গৰাকীক মনে মনে পত্নীত্ব বৰণ কৰিছিল, কিন্তু কন্যাৰ পিতাকে বিধিপূৰ্বক সেই কন্যাক ভৃগুৰ হাতত সম্প্ৰদান কৰে। এইবাবে ৰাক্ষস অসন্তুষ্ট হৈ ছেগ চাই আছিল। সেই দিনা পুলোমাক অকলে আশ্ৰমত থকা জানি এই ছেগতে হৰণ কৰিবলৈ মনস্থ কৰিলে। তথাপি এই পুলোমা তাৰ পূৰ্বে প্ৰাৰ্থনা কৰা কন্যা হয় নে নহয় এইৰূপ সন্দেহ কৰি আশ্ৰমত থকা অগ্নিক কন্যাৰ পৰিচয় সুধিলে। (সাগ্নিক ব্ৰাহ্মণৰ গৃহত অহোৰাত্ৰ অগ্নি থাকে)।

অগ্নি পৰিল মহাসঙ্কটত। এফালে সত্য গোপন কৰিলে হয় পাপ আৰু আনফালে সত্য কথা ক'লে পাব ভৃগুৰ শাপ। এই সঙ্কটত পৰি অগ্নিয়ে ভীতমনে মৃদুস্বৰে ক'লে - এৱেঁই হয় সেই পুলোমা যাক তুমি পূৰ্বে মনে মনে বৰণ কৰিছিলা; কিন্তু এওঁৰ পিতাকে এওঁক ভৃগুৰ হাতত সমৰ্পন কৰে আৰু ভৃগুয়ে মোৰ সাক্ষাতত এওঁৰ পাণিগ্ৰহণ কৰে।

তেতিয়া সেই ৰাক্ষসে বৰাহৰূপ ধাৰণ কৰি দ্ৰুতবেগে গৰ্ভৱতী পুলোমাক হৰণ কৰি লৈ গ'ল। সেই সময়ত পুলোমাৰ গৰ্ভত থকা শিশু ক্ৰোধান্ধ হৈ গৰ্ভৰ পৰা চ্যুত হ'ল। এইবাবে এওঁৰ নাম হ'ল চ্যৱন। সেই সূৰ্য সম প্ৰদীপ্ত তেজস্বী বালকক দেখা মাত্ৰকে ৰাক্ষস ভস্মসাৎ হৈ গ'ল।

ভৃগুপত্নীয়ে পুত্ৰক কোলাত লৈ ৰোদন কৰি কৰি আশ্ৰমৰ ফালে যাবলৈ ধৰিলে। তেওঁৰ চকুৰ পানীৰে এক মহানদী উৎপন্ন হৈ তেওঁৰ পাছে পাছে প্ৰৱাহিত হৈ আহিল। সেই সময়ত সৰ্বলোক পিতামহ আবিৰ্ভূত হৈ পুত্ৰবধূক সান্ত্বনা দিলে আৰু সেই নদী "বধূসৰা" নামে প্ৰখ্যাত হ'ল।

মহৰ্ষি ভৃগুয়ে পুলোমাৰ পৰা সকলো বৃত্তান্ত জানিলে আৰু অগ্নিয়েই যে সেই ৰাক্ষসৰ ওচৰত পুলোমাৰ পৰিচয় প্ৰকাশ কৰিছে সেই কথাটোও জানিলে। ভৃগুঋষিয়ে তেতিয়া অগ্নিক অভিশাপ দিলে যে তুমি 'সৰ্বভক্ষক' হবা।

ভৃগুয়ে শাপ দিয়াত অগ্নিৰ খং উঠি ক'লে— হে ব্ৰহ্মণ! তুমি সহসা বিচাৰ বিবেচনা নকৰি কিয় এই অনুচিত শাপ প্ৰদান কৰিলা? মই নিৰপেক্ষ সত্য কথা কৈছোঁ। জিজ্ঞাসিত হৈ মিছা কথা ক'লে চৈধ্যপুৰুষ নৰকত পৰে। এতিয়া

ব্ৰাহ্মণৰ মান ৰক্ষাৰ নিমিত্তে সমৰ্থ হৈও তোমাক প্ৰতিশাপ নিদিলোঁ; কিন্তু মই দেৱতাসকলৰ আৰু পিতৃসকলৰ মুখস্বৰূপ হৈ কেনেকৈ 'সৰ্বভক্ষক' হ'ম?

তাৰ পাছত অগ্নিহোত্ৰাদি যজ্ঞ ক্ৰিয়া বিলাকৰ পৰা আঁতৰি গ'ল। তেতিয়া দেৱতা সকল আৰু ঋষিসকল ব্ৰহ্মাৰ শৰণাপন্ন হ'ল। ব্ৰহ্মাই অগ্নিক সান্ত্বনা দি ক'লে - বৎস। তুমি সৰ্বলোকৰে কৰ্ত্তা, সংহৰ্ত্তা আৰু অগ্নিহোত্ৰাদি ক্ৰিয়া প্ৰৱৰ্ত্তক। তুমি পৱিত্ৰ আৰু সৰ্বজীৱৰে গতি স্বৰূপ। তুমি সমস্ত শৰীৰেদি সৰ্বভক্ষক হুব নালাগে; তোমাৰ যিবিলাক অপান লিখা আছে আৰু তোমাৰ মাংস ভক্ষিকা যি তনু আছে, সেই বিলাকেই সৰ্বভক্ষক হব। হে হুতাশন! তুমি সৰ্বশ্ৰেষ্ঠ তেজঃ পদাৰ্থ, তোমাৰ দ্বাৰা দগ্ধ হ'লে সকলো বস্তু পৱিত্ৰ হব। এতিয়া স্বীয় তেজৰ প্ৰভাৱতে ঋষিৰ শাপ সত্য কৰা আৰু তোমাৰ মুখত হৱন কৰা দেৱতাসকলৰ আৰু তোমাৰ ভাগ গ্ৰহণ কৰা।

অগ্নি ব্ৰহ্মাৰ আজ্ঞা পালন কৰিবলৈ সন্মত হ'ল আৰু দেৱতাবৃন্দ আৰু ঋষিবৃন্দ আনন্দিত হৈ সকলো স্ব স্ব স্থানলৈ প্ৰস্থান কৰিলে।

## প্ৰসঙ্গক্ৰমে ৰুৰু আৰু প্ৰমদ্বৰাৰ বিবাহ ঃ

(ভৃগু নন্দন চ্যৱনৰ ভাৰ্যা সুকন্যা। তেওঁলোকৰ পুত্ৰ মহাত্মা প্ৰমতি। অপ্সৰা ঘৃতাচীৰ গৰ্ভত প্ৰমতিৰ ৰুৰু নামা পুত্ৰৰ জন্ম হয়। ৰুৰুৰ পুত্ৰ পৰম ধাৰ্মিক তপস্বী শুনক আৰু শুনকৰ পৌত্ৰ শৌণক ঋষি যাৰ আশ্ৰমত শৌতিয়ে মহাভাৰতৰ কথা ঋষিসকলক শ্ৰৱণ কৰাইছিল।)

গন্ধৰ্বৰাজ বিশ্বাবসুৰ ঔৰসত অপ্সৰা মেনকাৰ এক কন্যা হয়। মেনকা মহৰ্ষি স্থূলকেশৰ আশ্ৰমত সেই কন্যা প্ৰসৱ কৰিয়েই গুচি যায়। মহৰ্ষিয়ে সেই অসহায়া কন্যাক প্ৰতিপালন কৰে। সেই কন্যা ৰূপে আৰু গুণে অন্য প্ৰমদা বিলাকতকৈ শ্ৰেষ্ঠ দেখি ঋষিয়ে তেওঁৰ নাম প্ৰমদ্বৰা ৰাখে। প্ৰমদ্বৰাক তেওঁ নিজৰ কন্যাৰ দৰে স্নেহ মমতা কৰিছিল। প্ৰমদ্বৰাই উত্তম যৌৱনশ্ৰী লাভ কৰিছিল।

ৰুৰুয়ে সেই কন্যাক দেখি মোহিত হ'ল আৰু মহৰ্ষি স্থূলকেশেও ৰুৰুৰ লগত সেই কন্যাৰ বিবাহ স্থিৰ কৰিলে।

এই সময়ত এদিনাখন প্ৰমদ্বৰা সহচৰী বিলাকৰ লগত হাঁহি তামাছা কৰি কৰি কৰি এক নিদ্ৰিত কৃষ্ণসৰ্পক পদাঘাত কৰিলে। সৰ্প ক্ৰুদ্ধ হৈ প্ৰমদ্বৰাক দংশন কৰিলে। তেতিয়া সাপৰ বিষত জৰ্জ্জৰিত হৈ প্ৰমদ্বৰা বিবৰ্ণা আৰু বিচেতনা হৈ মাটিত ঢলি পৰিল।

ৰুৰু এনে আকস্মিক ঘটনাত ব্যাকুল হৈ পৰিল আৰু "প্ৰমদ্বৰা পুৰ্ণজীবিতা হওক" এই বুলি প্ৰাৰ্থনা কৰি কৰি বনৰ ভিতৰত ভ্ৰমণ কৰিব ধৰিলে। এনেতে এক দেৱদূত ৰুৰুৰ ওচৰ চাপি ক'লে - "ৰুৰো! মানুহ এবাৰ মৰিলে পুনৰায়

জীবিত নহয়; কিন্তু দেৱতাসকলে তোমাৰ প্ৰতি কৃপাপৰৱশ হৈ এটা উপায় স্থিৰ কৰিছে। তুমি যদি তোমাৰ অৰ্দ্ধেক আয়ুস প্ৰমদ্বৰাক দিয়া, তেন্তে প্ৰমদ্বৰা পুনঃ জীবিত হ'ব পাৰে।"

ৰুৰুয়ে তৎক্ষণাৎ স্বীকাৰ কৰিলে। দেৱদূতৰ অনুৰোধত ধৰ্মৰাজ যমৰ আজ্ঞাত প্ৰমদ্বৰা পুনৰ্জীবিতা হ'ল। সকলোৱে আনন্দত মগ্ন হ'ল আৰু ৰুৰুৰ লগত প্ৰমদ্বৰাৰ বিয়া হৈ গ'ল।

তেতিয়াৰ পৰা ৰুৰুয়ে জাতক্ৰোধ হৈ সাপ দেখিলেই তাক বিনাশ কৰিবলৈ লাগি গ'ল। এদিন ৰুৰু বণৰ মাজত এটা জীৰ্ণ কলেৱৰ ডুণ্ডুভ সাপক বধ কৰিবলৈ ওলাইছে। এনেতে সেই সাপে ক'লে — হে তপোধন! মইতো কোনো অপৰাধ কৰা নাই, মোক অকাৰণে তুমি কিয় বধ কৰিবা?

ৰুৰুয়ে ক'লে যে এটা দুষ্ট সাপে মোৰ প্ৰাণতুল্যা প্ৰেয়সীক দংশন কৰিছিল, সেই কাৰণে সাপ দেখিলেই মই বধ কৰিম— মই এই প্ৰতিজ্ঞা কৰিছিলোঁ।

ডুণ্ডুভে ক'লে — হে ব্ৰহ্মণ! ডুণ্ডুভ বিলাক দংশনকাৰী সাপৰ লগত একজাতীয় নহয়। সিহঁত স্বতন্ত্ৰ জাতি। অতএৱ তুমি ধাৰ্মিক হৈ হতভাগ্য নিৰপৰাধ ডুণ্ডুভ বিলাকক বধ নকৰিবা।

ৰুৰু দয়াৰ্দ্ৰ হৈ সেই ডুণ্ডুভক ৰক্ষা কৰিলে। তেতিয়া ডুণ্ডুভে ক'লে- মই পূৰ্বে সহস্ৰপাদনামা মুনি আছিলোঁ। বাল্যকালত এদিন কৌতুক কৰি মোৰ সখা খগমক অগ্নিহোত্ৰৰ সময়ত এক তৃণনিৰ্ম্মিত সাপ দেখুৱাই ভয় খুৱাইছিলোঁ। খগমে মোক 'নিৰ্বীৰ্য সাপ হবা' বুলি অভিশাপ দিলে। পাছত দয়াৰ্দ্ৰ হৈ শাপমোচনৰ কথা ক'লে যে 'তুমি যেতিয়া প্ৰমতিৰ পুত্ৰ ৰুৰুৰ দৰ্শন পাবা তেতিয়া তুমি শাপৰ পৰা মুক্তি পাবা।' এইকথা গৈ শাপমুক্ত সহস্ৰপাদে নিজ মূৰ্ত্তি ধাৰণ কৰি ৰুৰুক ক'লে - 'হে মহাত্মন! অহিংসা পৰম ধৰ্ম। ব্ৰাহ্মণ সকলৰ কেতিয়াও জীৱহিংসা কৰা উচিত নহয়। অহিংসা, সত্যবাক্য, ক্ষমা, বেদবাক্য ধাৰণ আৰু পালন ব্ৰাহ্মণৰ ধৰ্ম।'

তাৰ পাছত সহস্ৰ পাদ অন্তৰ্হিত হ'ল। ৰুৰুয়ো নিজৰ আশ্ৰমলৈ গমন কৰিলে আৰু তেতিয়াৰ পৰা সৰ্পবধৰ পৰা বিৰত হ'ল।

এই প্ৰসঙ্গত এটি কথা মন কৰিবলগীয়া এই যে ইতিমধ্যে কেইবা ঠাইতো অভিশাপৰ কথা উল্লেখিত হৈছে। সাধুচিত্ত, ঈশ্বৰনিষ্ঠ, অহিংসবাদী আৰু সত্যপৰায়ণ ব্যক্তিয়ে অন্তৰত আঘাত পাই অভিশাপ দিলে সেই অভিশাপ কাৰ্যতঃ ফলে। সেই কাৰণে আজিকোপতি বহুলোকে অভিশাপক ভয় কৰে।

## প্ৰসঙ্গতঃ সমুদ্ৰমন্থন আৰু অমৃত লাভৰ কথা ঃ

**পৰমৰমণীয় সমেৰু পৰ্বতৰ শিখৰত সমবেত হৈছে তপ আৰু নিয়মত**

অনুৰাগ থকা আৰু পৰাক্ৰান্ত দেৱতাবৃন্দ। উদ্দেশ্য কেনেকৈ অমৃত লাভ কৰা যায় সেই বিষয়ে মন্ত্ৰণা কৰা।

ভগৱান নাৰায়ণে ক'লে তোমালোকে সমুদ্ৰ মন্থন কৰা; কিন্তু মন্থনৰ লগে লগে বহুপ্ৰকাৰ ওষধি আৰু মূল্যৱান ৰত্নসমূহ পালেও ক্ষান্ত নহবা। ধৈৰ্য অৱলম্বন কৰি অনৱৰত মন্থন কৰি থাকিবা, তেতিয়াহে অমৃত পাবা।

নাৰায়ণৰ বাক্যকে শিৰোধাৰ্য কৰি আৰু নাৰায়ণৰ আদেশ অনুসৰি গগনস্পৰ্শী শিখৰ সমন্বিত মন্দাৰ পৰ্বতক মন্থন দণ্ড কৰা হ'ল। ব্ৰহ্মাৰ আদেশত ভুজঙ্গৰাজ অনন্তদেৱে মন্দাৰ পৰ্বত উত্তোলন কৰি আনিলে আৰু অমৃত পোৱাৰ আশাত সমুদ্ৰত মথিত হবলৈ স্বীকাৰ কৰিলে। মন্থন কৰিব এফালে দেৱতাসকল আৰু আনফালে অসুৰ বিলাক থাকি। উভয় পক্ষই অনুৰোধ কৰাত কূৰ্মৰাজে মন্দাৰ পৰ্বতৰ অধিষ্ঠান হবলৈ স্বীকাৰ কৰিলে। তেতিয়া দেৱৰাজ ইন্দ্ৰই মন্ত্ৰ সহকাৰে মন্দাৰ পৰ্বত চালিত কৰি দিলে। মন্থন ৰজ্জু কৰা হ'ল নাগৰাজ বাসুকিক। মন্থন কাৰ্য আৰম্ভ হ'ল। যিফালে বাসুকিৰ মুখ সেইফালে থাকিল অসুৰ বিলাক আৰু যিফালে বাসুকিৰ লেজ সেইফালে থাকিল দেৱতাবৃন্দ। অনন্তদেৱ নাৰায়ণৰ অংশ, সেই কাৰণে তেওঁ স্বীয় বিষবেগ সংবৰণ কৰিলে।

মন্থনৰ সময়ত সমুদ্ৰৰ পৰা মেঘৰ গৰ্জ্জনৰ দৰে শব্দ হবলৈ ধৰিলে, জলজন্তু বিলাক চেপা খাই মৰিব ধৰিলে, মন্দাৰ পৰ্বতৰ ওপৰত থকা গছ গছনি বিলাক বাগৰি পৰিল আৰু সিহঁতৰ সংঘৰ্ষনত অগ্নি উদ্ভূত হৈ বন্য জন্তুবিলাকক দগ্ধ কৰিব ধৰিলে। ইন্দ্ৰই তেতিয়া মেঘৰ পৰা বৰষুণ দিয়াই সেই অগ্নি নিৰ্বাপিত কৰিলে।

তাৰ পাছত নানাবিধ বৃক্ষৰ নিৰ্য্যাস আৰু মহৌষধিৰ ৰস ক্ষীৰ ৰূপে পৰিণত হ'ল আৰু সেই ক্ষীৰৰ পৰা ঘিঁউ উৎপন্ন হ'ল।

সাগৰ মন্থন কৰোঁতে কৰোঁতে দেৱতা আৰু অসুৰ বিলাক যেতিয়া অত্যন্ত পৰিশ্ৰান্ত হৈ পৰিল, তেতিয়া বিষ্ণুৱে তেওঁলোকক বলশক্তি দান কৰিছিল। তাৰ পাছত পুনৰায় মন্থন চলিল।

তেতিয়া সাগৰৰ পৰা সুশীতল ৰশ্মি সম্পন্ন সোম উৎপন্ন হ'ল। তাৰ পাছত ঘৃতৰ পৰা শ্বেতপদ্মসনা লক্ষ্মী আৰু সুৰা দেৱী উৎপন্ন হ'ল। সেই ঘৃতৰ পৰাই শ্বেতবৰ্ণ অশ্ব উচ্চৈঃশ্ৰৱা, দিব্যমণি কৌস্তুভ আৰু সৰ্বকাম ফলপ্ৰদ পাৰিজাত বৃক্ষ আৰু সুৰভি উৎপন্ন হ'ল।

কৌস্তুভ মণিয়ে নৰায়ণৰ বক্ষস্থলত শোভা পালে, লক্ষ্মী, সুৰাদেৱী সোম আৰু উচ্চৈঃশ্ৰৱা সূৰ্য্যৰ পথ অনুসৰণ কৰি দেৱতাসকলৰ পক্ষে গমন কৰিলে।

তাৰ পাছত মূৰ্ত্তিমান ধন্বন্তৰি অমৃতপূৰ্ণ শ্বেত কমণ্ডলু ধাৰণ কৰি উত্থিত

হ'ল। তাৰ পাছত চতুৰ্দ্দন্ত ঐৰাৱত হস্তী উৎপন্ন হ'ল, দেৱৰাজে তাক অধিকাৰ কৰিলে।

দেৱতা আৰু অসুৰ বিলাকে তথাপি ক্ষান্ত নহৈ সমুদ্ৰমন্থন কৰিয়েই থাকিল। তেতিয়া মথিত সমুদ্ৰৰ পৰা ভীষণ কালকূট বিষ উৎপন্ন হৈ ধূমময় আগ্নিৰ দৰে পৃথিবী আচ্ছন্ন কৰি পেলালে আৰু তাৰ গোন্ধত ত্ৰিলোকস্থ লোক মূৰ্চ্ছিত হৈ পৰিল।

তেতিয়া ব্ৰহ্মাৰ অনুৰোধত মন্ত্ৰমূৰ্ত্তি ভগৱান মহেশ্বৰে সেই কালকূট বিষ পান কৰি কণ্ঠত ধাৰণ কৰিলে আৰু তেতিয়াৰ পৰাই তেওঁৰ এটি নাম নীলকণ্ঠ হ'ল।

অসুৰবিলাকে এই অদ্ভুত ঘটনা দেখি হতাশ্বাস হ'ল আৰু পাছত অমৃত আৰু লক্ষ্মী লাভৰ নিমিত্তে দেৱতা বিলাকৰ শত্ৰুতাচৰণ কৰিব ধৰিলে।

তেতিয়া ভগৱান নাৰায়ণে মোহিনী মায়াৰ দ্বাৰা নাৰীৰূপ ধৰি অসুৰবিলাকৰ সমুখত উপস্থিত হ'ল। অসুৰবিলাকে সেই মোহিনী ৰূপ দেখি তেওঁকে সেই অমৃত প্ৰদান কৰিলে। মোহিনীযে দেৱতাসকলক অমৃত দান কৰিলে।

দেৱতাসকলে বিষ্ণুৰ পৰা অমৃত পাই পৰমানন্দে পান কৰিবলৈ বহি গ'ল। সেই সময়ত ৰাহু নামক দানৱেও দেৱতাৰ ৰূপ ধৰি অমৃত পান কৰিবলৈ ধৰিলে। ৰাহুয়ে আকণ্ঠ অমৃত পান কৰিছে, এনেতে চন্দ্ৰ আৰু সূৰ্যই ৰাহুৰ ছলনা প্ৰকাশ কৰি দিলে। বিষ্ণুয়ে তৎক্ষণাৎ চক্ৰেৰে ৰাহুৰ শিৰচ্ছেদ কৰিলে। ৰাহুৰ কণ্ঠ পৰ্যন্ত অমৃত ভৰ্ত্তি হৈ গৈছিল, সেই কাৰণে তাৰ মস্তকে অমৰ হৈ আকাশমণ্ডলত উঠি ভীষণ গৰ্জ্জন কৰিব ধৰিলে। সেই শত্ৰুতাৰ কাৰণে ৰাহুমুখে মাজে মাজে চন্দ্ৰ সূৰ্য্যক গ্ৰাস কৰি থাকে।

দেৱতাবিলাকৰ অমৃতপান শেষ হোৱাত লৱণ সমুদ্ৰতীৰত দেৱাসুৰ সংগ্ৰাম আৰম্ভ হ'ল। ভগৱান নাৰায়ণ আৰু নৰদেৱ সেই ৰণক্ষেত্ৰত উপস্থিত হ'ল। নাৰায়ণে সুদৰ্শন চক্ৰৰ দ্বাৰা অসুৰ বধ কৰিব ধৰিলে, অসুৰ বিলাকেও মহাবিক্ৰমে যুদ্ধ কৰিব ধৰিলে; কিন্তু মহাবল দানৱ বিলাক ক্ৰমে হতবল হৈ পৰিল আৰু সুদৰ্শন চক্ৰৰ ভয়ত ভীত হৈ কোনোৱে ভূগৰ্ভত কোনোৱে লৱণ সমুদ্ৰত প্ৰবেশ কৰিলে।

দেৱতা বিলাকে জয়লাভ কৰি মন্দাৰ পৰ্বতক যথাস্থানত স্থাপিত কৰিলে আৰু অমৃত পূৰ্ণ কমণ্ডলু সুৰক্ষিত কৰি নাৰায়ণৰ হাতত সমৰ্পন কৰিলে।

অমৃতৰ অংশৰ পৰা বঞ্চিত হোৱাত অসুৰ বিলাক যেনেকৈ বিক্ষুব্ধ হৈছিল, সৰ্পবিলাকো তেনেকৈ বিক্ষুব্ধ হৈছিল। বাসুকি নাগ সমুদ্ৰমন্থনত মন্থন-ৰজ্জু হৈছিল কিন্তু বাসুকি নাগৰ সজাতি-বিলাক অমৃতৰ পৰা বঞ্চিত হৈছিল। সেয়েহে

বিনতাৰ দাসীত্ব মোচনৰ বাবে সৰ্পবিলাকে গৰুড়ক অমৃত আহৰণৰ চৰ্ত্ত নিৰ্দ্দেশ কৰিছিল।

## কুৰুবংশৰ বৃত্তান্ত ঃ

বৈৱথত মনু আছিল ধমশাস্ত্ৰৰ নিয়ন্তা। মানৱ বংশ তেওঁৰ পৰাই প্ৰথিত, প্ৰতিষ্ঠিত আৰু বিখ্যাত হৈছে।

মনুৰ নওজন পুত্ৰ হৈছিল আৰু এগৰাকী কন্যা হৈছিল। পুত্ৰ কেইজন আছিল - বেন, ধৃষ্ণু, নৰিষ্যন, নাভাস, ইক্ষবাকু, শৰুষ, শৰ্য্যাতি, পৃষধ্ৰ আৰু নাভাগাৰিষ্ট। কন্যা গৰাকীৰ নাম আছিল ইলা। এওঁলোক সকলোৱে ক্ষত্ৰ-ধৰ্মপৰায়ণ আছিল।

পুৰূৰবা আছিল ইলাৰ পুত্ৰ। অপ্সৰা উৰ্বশীৰ গৰ্ভত পুৰূৰবাৰ আয়ু প্ৰভৃতি ছয়টি পুত্ৰ জন্মে। আয়ুৰ পুত্ৰ আছিল নহুষ। নহুষৰ পুত্ৰ আছিল যযাতি। যযাতিৰ পুত্ৰ আছিল পুৰু আৰু মাক আছিল শৰ্মিষ্ঠা। পুৰুৰ এক পুত্ৰ আছিল ঈলিন আৰু ঈলিনৰ পুত্ৰ আছিল দুষ্মন্ত। দুষ্মন্তৰ পুত্ৰ আছিল ভৰত। এই ভৰতৰ পৰাই ভাৰতবংশ বা কৌৰৱ বংশৰ উৎপত্তি।

দেৱতা আৰু অসুৰ পূৰ্বে ভূলোকত নাছিল। ভূলোকত মনুষ্যালোক আছিল। সত্য ত্ৰেতা আৰু দ্বাপৰ এই তিনিও যুগতে মনুষ্য লোকৰ অভ্যুদয় ঘটিছিল। তাকে দেখি স্বৰ্গত থকা অসুৰ বিলাকে মনুষ্য লোকৰ ৰজাবিলাকৰ ঔৰসত জন্মগ্ৰহণ কৰিবলৈ ধৰিলে। দুৰ্দ্দান্ত দানৱ বিলাক এইদৰে পৃথিবীত প্ৰভাৱ বিস্তাৰ কৰি প্ৰৱল পৰাক্ৰান্ত হৈ উঠিল আৰু পৃথিবী ব্যাপি ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰ এই চাৰিবৰ্গক আৰু অন্যান্য প্ৰাণীবৰ্গক উৎপীড়ন কৰিবলৈ ধৰিলে। সিহঁতে আশ্ৰমত থকা মহৰ্ষিবিলাকক অপমান আৰু বহুপ্ৰকাৰ উপদ্ৰৱ কৰিবলৈ ধৰিলে আৰু ব্ৰহ্মণ্য ধৰ্মৰ অনিষ্ট সাধন কৰিব ধৰিলে। সিহঁতে পৃথিবীৰ চাৰিওফালে ভ্ৰমণ কৰি সমস্ত লোকৰ অনিষ্ট কৰিবলৈ ধৰিলে।

দৈত্য দানৱৰ, অত্যাচাৰ উৎপীড়ন আৰু পাপকৰ্মৰ বোজা সহ্য কৰিব নোৱাৰি বসুমতী ব্যথিতা হৈ ব্ৰহ্মাৰ শৰণাগতা হ'ল। ব্ৰহ্মাই তেতিয়া দেৱতাসকলক আদেশ কৰিলে "তোমালোকে পৃথিবীৰ ভাৰ হৰণ আৰু অসুৰ বিলাকৰ বিনাশৰ কাৰণে অংশক্ৰমে ভূতলত জন্ম গ্ৰহণ কৰা গৈ। গন্ধৰ্ব আৰু অপ্সৰা বিলাকো মনুষ্য লোকত অৱতীৰ্ণ হব গৈ।"

দেৱতা সকলৰ প্ৰাৰ্থনাত স্বয়ং পুৰুষোত্তম নাৰায়ণেও পৃথিবীৰ উদ্ধাৰৰ বাবে অংশাৱতাৰ ৰূপে পৃথিবীত অবিৰ্ভূত হবলৈ স্বীকাৰ কৰিলে। তেতিয়া দেৱতা সকলে ব্ৰহ্মৰ্ষি আৰু ৰাজৰ্ষি বংশ বিলাকত জন্ম গ্ৰহণ কৰিবলৈ আৰম্ভ কৰিলে।

পূৰ্বে স্বৰ্গৰাজ্যৰ ইন্দ্ৰত্বৰ বাবে দেৱতাবিলাকৰ লগত অসুৰ বিলাকৰ তুমুল সংগ্ৰাম হৈছিল। সেই সংগ্ৰামত ভূলোকৰ পৰা প্ৰসিদ্ধ আৰু পূণ্যশীল বীৰ ৰজা সকলে গৈও দেৱতাসকলক সহায় কৰিছিল।

দেৱতাসকলৰ গুৰু আছিল বৃহস্পতি আৰু অসুৰ বিলকৰ গুৰু আছিল শুক্ৰ। যুদ্ধত যিবিলাক অসুৰ নিহত হৈছিল, সেইবিলাক অসুৰক শুক্ৰই সঞ্জীৱনী মন্ত্ৰৰ দ্বাৰা সঞ্জীৱিত কৰিছিল কিন্তু দেৱতা সকলৰ গুৰু বৃহস্পতিয়ে সঞ্জীৱনী মন্ত্ৰ নাজানিছিল, সেই কাৰণে দেৱতা বিলাক নিহত হ'লে বৃহস্পতিয়ে নিহত দেৱতা বিলকক সঞ্জীবিত কৰিব নোৱাৰিছিল। সেই কাৰণে দেৱতা সকলে পৰামৰ্শ কৰি বৃহস্পতিৰ পুত্ৰ কচক এই সঞ্জীৱনী বিদ্যা লাভৰ কাৰণে শুক্ৰাচাৰ্য্যৰ ওচৰলৈ পঠাই দিলে।

# কচ আৰু দেৱযানী

কচ আৰু দেৱযানীৰ আখ্যানৰ লগত কুৰুবংশৰ উৎপত্তিৰ ইতিহাস আছে।

কচে এহেজাৰ বছৰ ব্ৰহ্মচৰ্য অৱলম্বন কৰি শুক্ৰাচাৰ্যৰ শিষ্য হ'ল আৰু পাঁচ শ বছৰ ধৰি গুৰুসেৱা কৰিছিল। এই সময়তে অৱসৰ সময়ত কচে শুক্ৰাচাৰ্যৰ কণ্যা দেৱযানীক নৃত্যগীত শিকাইছিল।

ক্ৰমে ক্ৰমে অসুৰ বিলাকে কচৰ পৰিচয আৰু অভিসন্ধি বুজি পালে আৰু সেইবাবে কচক নিহত কৰিবলৈ চেষ্টা কৰিবলৈ ধৰিলে। এদিন সিহঁতে কচক নিধন কৰি তেওঁৰ মাংস কুকুৰক খুৱালে। দেৱযানীৰ অনুৰোধত শুক্ৰাচাৰ্যই মৃত সঞ্জীৱনী মন্ত্ৰৰ দ্বাৰাই কচক পুনৰ্জ্জীৱিত কৰে। তাৰপাছত আন এটা দিনত কচক হত্যা কৰি তাৰ মৃত দেহ গুড়ি কৰি সমুদ্ৰৰ পানীৰ লগত মিহলি কৰি দিলে। সেইবাৰো শুক্ৰাচাৰ্যই কচক পুনৰ্জীৱন দান কৰে।

তৃতীয়বাৰ অসুৰ বিলাকে কচক নিধন কৰি তেওঁৰ মৃতদেহ পুৰি ছাই কৰি পেলালে আৰু সেই ছাই সুৰাৰ লগত মিহলি কৰি শুক্ৰাচাৰ্যক পান কৰিবলৈ দিলে। শুক্ৰাচাৰ্যই বুজিব নোৱাৰি সেই সুৰা পান কৰিলে। তাৰ পাছত কচক দেখা নাপাই দেৱযানীয়ে শুক্ৰাচাৰ্যক ক'লে যে কচ নাই। তাৰ পাছত শুক্ৰাচাৰ্যই মন্ত্ৰ উচ্চাৰণ কৰি কচক মাতিবলৈ ধৰে। তেতিয়া কচে শুক্ৰাচাৰ্যৰ উদৰৰ পৰা উত্তৰ দিলে যে অসুৰবিলাকে দিয়া সুৰাৰ লগত তেওঁ আচাৰ্যৰ উদৰস্থ হৈছে। তেতিয়া শুক্ৰাচাৰ্যই ক'লে — হে কচ! আজি মই তোমাক মৃত সঞ্জীৱনী বিদ্যা দান কৰিম। তুমি মোৰ দেহ বিদাৰণ কৰি নিৰ্গত হবা। তাতে মোৰ মৃত্যু হ'ব; কিন্তু তুমি সেই বিদ্যাৰ বলত মোক জীৱিত কৰিবা।

এইদৰে মৃতসঞ্জীৱনী বিদ্যা লাভ কৰি কচে শুক্ৰৰ কুক্ষি ভেদ কৰি নিষ্ক্ৰান্ত হৈ আহি সেই বিদ্যাৰ দ্বাৰা গুৰুক পুনৰ্জীৱিত কৰে। তেতিযাৰ পৰাই শুক্ৰাচাৰ্যই সুৰাৰ প্ৰতি জাত ক্ৰোধ হৈ ব্ৰাহ্মণৰ পক্ষে সুৰাপান নিষিদ্ধ কৰি নিয়ম প্ৰচাৰ কৰিলে। তাৰ পাছত যেতিয়া এক হাজাৰ বছৰ গুৰুগৃহত বাস সম্পূৰ্ণ হ'ল, তেতিয়া কচ গুৰুৰ অনুমতি লৈ দেৱলোকলৈ যাবলৈ উদ্যত হ'ল। গুৰুৱে আশীৰ্বাদ কৰি অনুমতি দিলে; কিন্তু দেৱযানীয়ে কচক ক'লে - মই তোমাৰ প্ৰতি অনুৰক্তা হৈছোঁ, তুমি মোক যথাবিধি বিবাহ কৰা।

কচে ক'লে - হে কল্যানি! তুমি মোৰ গুৰুপুত্ৰী; তদুপৰি মই গুৰুৰ উদৰৰ পৰা নিৰ্গত হৈছোঁ - এই কাৰণে তুমি মোৰ ভগিনী। অতএৱ এনে প্ৰস্তাৱ তুমি দ্বিতীয়বাৰ নকৰিবা।

কিন্তু দেৱযানীয়ে পুনঃ পুনঃ নানা প্ৰকাৰে অনুৰোধ উপৰোধ কৰিলে,

তথাপি ক'চ মান্তি নহল আৰু দেৱযানীক পুনঃ পুনঃ সোঁৱৰাই দিলে যে এনে বিবাহ নিন্দনীয় হব। তেতিয়া দেৱযানী ৰুষ্টা হৈ শাপ দিলে যে তোমাৰ সঞ্জীৱনী বিদ্যা ফলৱতী নহব।

কচে উত্তৰ দিলে যে এই বিদ্যা মোৰ ওচৰত ফলৱতী নহলেও মই এই বিদ্যা যাক শিক্ষা দিম তেনে ব্যক্তিৰ ওচৰত ই নিশ্চয় ফলৱতী হব আৰু যিহেতুকে তুমি মোক শাপ দিছা, ময়ো তোমাক শাপ দিওঁ যে কোনো ঋষিকুমাৰে তোমাৰ পাণি গ্ৰহণ নকৰিব।

এইবুলি কৈ কচে অতি সত্বৰ দেৱলোকলৈ প্ৰস্থান কৰিলে। দেৱতাসকলে কচৰ বিদ্যালাভত অতিশয় আনন্দিত হ'ল।

## বিধিৰ বিপাক - দেৱযানী আৰু শৰ্মিষ্ঠা ঃ

শুক্ৰাচাৰ্যৰ তনয়া দেৱযানী আৰু অসুৰৰাজ বৃষপৰ্বাৰ কণ্যা শৰ্মিষ্ঠা উভয়ে সমবয়সী আৰু উভয়ে পৰস্পৰৰ সখী আছিল। এদিন উভয়ে নিজ নিজ সহচৰী সকলৰ লগত অৰণ্যৰ মাজত থকা এক সৰোবৰত জলক্ৰীড়া কৰি আছিল। তেওঁলোকৰ পৰিধেয় বস্ত্ৰবোৰ সেই সৰোবৰৰ পাৰত বেলেগে বেলেগে ৰখা হৈছিল; কিন্তু ইন্দ্ৰই ছলনা কৰি বায়ুৰূপে অলক্ষিতে সেই বস্ত্ৰবিলাক মিহলাই পেলালে। ঘটনাক্ৰমে স্নান কৰি শৰ্মিষ্ঠাই আগেয়ে পাৰত উঠি ভুলক্ৰমে দেৱযানীৰ বস্ত্ৰকে নিজৰ বুলি ভাবি পিন্ধিলে।

ইয়াতে দেৱযানী ক্ৰুদ্ধা হৈ শৰ্মিষ্ঠাক ক'লে - তোৰ পিতা মোৰ পিতাৰ শিষ্য অথচ তই কি সাহসত গুৰুকন্যাৰ বস্ত্ৰ লৈছ?

শৰ্মিষ্ঠাই উত্তৰ দিলে - মোৰ পিতা ৰজা, তোমাৰ পিতাৰায়ো মোৰ পিতাক স্তুতি কৰে আৰু ভিক্ষাৰ দ্বাৰা জীৱন যাত্ৰা নিৰ্বাহ কৰে; সুতৰাং তুমি মোৰ সমকক্ষ নোহোৱা।

দেবযানীয়ে তেতিয়া শৰ্মিষ্ঠাৰ গাৰ পৰা নিজৰ বস্ত্ৰ টানিব ধৰিলে আৰু শৰ্মিষ্ঠাই দেবযানীক ওচৰতে থকা কুৱা এটাত ঠেলি পেলাই দিলে।

ৰজা যযাতি মৃগয়া উপলক্ষে আহি এটা মৃগপহুৰ পাছে পাছে খেদি আহি সেই খিনি পালে আৰু দেৱযানীৰ আৰ্ত্তনাদ শুনিবলৈ পালে। আৰ্ত্তনাদ শুনি ৰজা ততালিকে কুৱাৰ ওচৰলৈ গৈ দেৱযানীৰ সোঁহাতখনত ধৰি কুৱাৰ পৰা উদ্ধাৰ কৰিলে আৰু দেৱযানীৰ মুখৰপৰা সকলো বৃত্তান্ত শুনি সাদৰ সম্ভাষণ জনাই গুচি গ'ল।

দেৱযানী অভিমান কৰি ঘৰলৈ ঘূৰি নগ'ল। সেই সংবাদ পাই শুক্ৰাচাৰ্য্য দেৱযানীৰ ওচৰলৈ আহি কন্যাৰ ক্ৰোধ অভিমান শান্ত কৰিবৰ বাবে অনেক উপদেশ দিলে; কিন্তু দেৱযানীৰ অৱমাননাজনিত মনোকষ্ট আঁতৰ নহল।

তেতিয়া শুক্রাচার্য্য বৃষপৰ্বাৰ ওচৰলৈ গৈ ক'লে — ৰাজন। তুমি মোৰ শিষ্য কচক বাৰম্বাৰ বধ কৰিছিলা, এতিয়া তোমাৰ কন্যাই মোৰ কন্যাৰ প্ৰাণহানি কৰিবৰ বাবে তাইক কুৱাত পেলাই দিছিল। এই কাৰণে মই এতিয়া অসুৰ বিলাকক পৰিত্যাগ কৰি যাম।

অসুৰৰাজ বৃষপৰ্বাই ক'লে — ভগৱন, আমি সকলোবিলাক অসুৰ আপেনাৰ বশৱৰ্তী হৈ সদায় আছোঁ; আপুনি আমাৰ দোষ ক্ষমা কৰক।

শুক্ৰই ক'লে - আপুনি মোৰ কন্যাক সন্তুষ্ট কৰক। তাৰ পাছত বৃষপৰ্বা দেৱযানীৰ ওচৰলৈ গৈ ক'লে - দেবি! তোমাৰ যি অভিলাষ হয়, তাকেই মই পূৰ্ণ কৰিম, এইবাৰলৈ তুমি সন্তুষ্ট হৈ মোৰ কন্যাৰ দোষ মাৰ্জনা কৰা।

দেৱযানীয়ে ক'লে শৰ্ম্মিষ্ঠা সহস্ৰ কন্যাৰ লগত মোৰ দাসী হব লাগিব আৰু মোৰ বিয়াৰ পাছত মোৰ পতিৰ গৃহলৈকো মোৰ অনুগমন কৰিব লাগিব। তেতিয়াহে মই আপোনাৰ কন্যাৰ এই দোষ মাৰ্জ্জনা কৰিব পাৰিম।

নিজৰ জ্ঞাতিবৰ্গৰ হিতৰ নিমিত্তে শৰ্ম্মিষ্ঠাই দেৱযানীৰ অভিলাষ পূৰণৰ বাবে তেওঁৰ দাসী হবলৈ স্বীকাৰ কৰিলে। তেতিয়া দেৱযানী হৃষ্ট চিত্তে নিজৰ ঘৰলৈ ঘূৰি আহিল।

কিছুমান দিন পাছত এদিন দেৱযানী শৰ্ম্মিষ্ঠা আৰু অন্যান্য দাসী বিলাকৰ লগত ইফালে সিফালে ভ্ৰমণ কৰি আছিল, এনেতে ৰজা যযাতি আহি সেই ঠাইত উপস্থিত হ'ল। দেৱযানীয়ে ৰজাক কুৱাৰ পৰা তেওঁক উদ্ধাৰ কৰ্তা বুলি চিনি পালে আৰু ক'লে - "মহাৰাজ! আপুনি মোৰ হস্তধাৰণ কৰিছিল, পাণিগ্ৰহণ কৰিলেই বিবাহ হয় - এয়ে প্ৰথা। সুতৰাং আপুনি মোৰ পতি হৈছে, আন কোনোৱে মোৰ পাণি গ্ৰহণ নালাগে স্পৰ্শও নকৰিব।"

ৰজাই ক'লে - হে দেৱী ! তুমি ব্ৰাহ্মণ কন্যা, মই ক্ষত্ৰিয়। এই বিষয়ে তোমাৰ পিতা শুক্ৰচাৰ্যই যি বিধান আৰু আদেশ দিব, মই তাকেই মানিম। মহৰ্ষি শুক্ৰ খবৰ পাই সেই বনাস্থলিত আহি উপস্থিত হ'ল। দেৱযানীয়ে পিতাকক ক'লে - হে পিতা! এওঁ নহুষ তনয় যযাতি, এৱেঁই মোৰ পানিগ্ৰহণ কৰি মোক কুৱাৰ পৰা উদ্ধাৰ কৰিছিল; সুতৰাং এৱেঁই মোৰ পাণিগ্ৰহীতা হৈছে, মই এওঁত বাজে আন কাকো পতিত্বত গ্ৰহণ নকৰোঁ।

তেতিয়া শুক্ৰাচাৰ্যই ৰজাক ক'লে - হে নহুষ নন্দন! মোৰ কন্যাই তোমাক পতিত্বত বৰণ কৰিছে অতএৱ মই প্ৰসন্নমনে তাইক সম্প্ৰদান কৰিম, তুমি মহিষী ৰূপে গ্ৰহণ কৰা। ইয়াৰ বাবে বৰ্ণ সঙ্কৰজনিত যি অধৰ্ম হোৱাৰ আশঙ্কা আছে, তাৰপৰা তোমাক মুক্ত কৰিম। তুমি দেৱযানীক বিবাহ কৰা; আৰু অসুৰ ৰাজকন্যা শৰ্ম্মিষ্ঠাক পূজনীয়া বুলি গণ্য কৰিবা, কেতিয়াও পৰিণয় নকৰিবা।

ৰজা যযাতিয়ে দেৱযানীক যথাবিধি বিবাহ কৰি দেৱযানী, শৰ্মিষ্ঠা আৰু দাসী বিলকক লগত লৈ ৰাজধানীলৈ প্ৰত্যাবৰ্তন কৰিলে।

## বিধিলিপি - যযাতি আৰু শৰ্মিষ্ঠা ঃ

ৰজা যযাতিয়ে বহুবছৰ দেৱযানীৰ লগত পৰমসুখে কাল যাপন কৰিলে - যদুনামে তেওঁৰ এক পুত্ৰ জন্মিল। এই যদুৰ পৰাই যদুবংশৰ উদ্ভৱ হৈছিল।

দাসী শৰ্মিষ্ঠাই অশোক বনৰ কাষতে এক গৃহত বাস কৰিছিল। এদিন ঘটান ক্ৰমে ৰজা তালৈ গ'ল আৰু ৰজাক বহুপ্ৰকাৰে অনুনয় বিনয় কৰাত ৰজাই শৰ্মিষ্ঠাক পত্নীৰূপে গ্ৰহণ কৰিবলৈ স্বীকাৰ কৰিলে। তেওঁলোকৰ দ্ৰুহ্যৰ নামে এক পুত্ৰ জন্মিল। দেৱযানীয়ে এই বৃত্তান্তৰ একোকে নাজানিলে। এই দ্ৰুহ্যৰ পৰাই ম্লেচ্ছ বংশৰ উদ্ভৱ হৈছিল।

দেৱযানীৰ তুৰ্বসু নামে আৰু এটি পুত্ৰ জন্মিল। শৰ্মিষ্ঠাৰো অনু আৰু পুৰু নামে অপৰ দুটি পুত্ৰ সন্তান হ'ল। তুৰ্বসুৰ পৰা যৱন বংশ হ'ল।

এদিন তিনিটা দেৱতুল্য বালকক খেলি থকা দেখি দেৱযানীয়ে সিহতঁক সুধিলে - বাছাহঁত! তোমালোক কাৰ পুত্ৰ? বালক কেইটিয়ে ৰজা যযাতিক দেখুৱাই দি ক'লে - এওঁৱেই আমাৰ পিতা আৰু শৰ্মিষ্ঠা আমাৰ মা।

দেৱযানী তেতিয়াই কান্দি কান্দি পিতৃগৃহত উপস্থিত হ'ল আৰু পিতাৰ ওচৰত যযাতি আৰু শৰ্মিষ্ঠাৰ বৃত্তান্ত ক'লে গৈ। ৰজা যযাতিও দেৱযানীৰ পাছে পাছে গৈ শুক্ৰাচাৰ্যৰ ওচৰত উপনীত হ'ল।

শুক্ৰাচাৰ্যই যযাতিক অভিশাপ দিলে - ৰজা, তুমি ধাৰ্মিক হৈ অধৰ্মাচৰণ কৰিছা, এইবাবে অচিৰাৎ তোমাক জৰাই আক্ৰমণ কৰিব।

শুক্ৰৰ অভিশাপত যযাতি তৎক্ষণাৎ জৰাগ্ৰস্ত হ'ল আৰু তেওঁৰ যৌৱন অন্তৰ্হিত হ'ল। তেওঁ জৰাৰ পৰা মুক্তি লাভৰ কাৰণে শুক্ৰচাৰ্যৰ ওচৰত প্ৰাৰ্থনা কৰিব ধৰিলে।

শুক্ৰই ক'লে — মোৰ শাপ অন্যথা নহব; কিন্তু মোক স্মৰণ কৰি তুমি অন্যৰ শৰীৰত এই জৰা সঞ্চাৰিত কৰিব পাৰিবা, তাত তোমাৰ কোনো পাপ নহব আৰু তোমাৰ কোনো জন পুত্ৰই নিজৰ যৌৱন তোমাক দি তোমাৰ জৰা গ্ৰহণ কৰিলে সেই পুত্ৰই তোমাৰ ৰাজ্যৰ অধিকাৰ পাব, কীৰ্ত্তিমান আৰু বহুসন্তান সম্পন্ন হব।

## পুৰুয়ে পিতৃজৰা গ্ৰহণ কৰিলে ঃ

জৰাগ্ৰস্ত ৰজা যযাতিয়ে ৰাজধানীলৈ প্ৰত্যাগমন কৰি যথাক্ৰমে দেৱযানীৰ

পুত্ৰ যদু আৰু তুৰ্বসুক আৰু শৰ্মিষ্ঠাৰ পুত্ৰ দ্ৰুহ্য আৰু অনুক ক'লে- বোপা! শুক্ৰৰ শাপত মই জৰাগ্ৰস্ত হৈছোঁ কিন্তু মোৰ বিষয় ভোগ বাসনা পৰিতৃপ্ত হোৱা নাই। অতএৱ মোৰ জৰা গ্ৰহণ কৰা, সহস্ৰ বছৰ পূৰণ হ'লে পুনৰ্বাৰ মই তোমাৰ যৌৱন তোমাক প্ৰত্যৰ্পন কৰি মোৰ নিজৰ জৰা গ্ৰহণ কৰিম। কিন্তু এই চাৰিজন পুত্ৰৰ ভিতৰত কোনেও জৰা গ্ৰহণ নকৰিলে।

সৰ্বশেহত যযাতিয়ে শৰ্মিষ্ঠাৰ কনিষ্ঠ পুত্ৰ পুৰুক জৰা গ্ৰহণ কৰিবলৈ ক'লে। পুৰু পিতৃৰ জৰা গ্ৰহণ কৰিবলৈ সন্মত হ'ল আৰু যযাতিয়েও শুক্ৰক স্মৰণ কৰি পুৰুৰ শৰীৰত স্বীয় জৰা সঞ্চাৰিত কৰিলে।

ৰজাই পুৰুক আশীৰ্বাদ কৰি ক'লে - "পুত্ৰ! তোমাৰ প্ৰতি অতিশয় প্ৰীত আৰু প্ৰসন্ন হৈছোঁ - তুমিয়েই ৰাজ্যৰ অধিকাৰী হবা আৰু সুখেৰে প্ৰজাপালন কৰিবা।"

ৰজা যযাতিয়ে পুনঃ যৌৱন পাই ধৰ্মানুসাৰে আৰু নিজৰ অভিলাষ অনুসাৰে বিষয় ভোগ আৰু ৰাজ্য শাসন কৰিব ধৰিলে। তেওঁ বিশ্বাচী অপ্সৰাৰ লগত কেতিয়াবা নন্দনবনত, কেতিয়াবা অলকাত কেতিয়াবা বা উভয় মেৰুশৃঙ্গত বহুকাল বিহাৰ কৰি পৰিতৃপ্ত আৰু নিস্পৃহ হ'ল। এইদৰে সহস্ৰ বছৰ অতীত হোৱাত ৰজাই পুৰুক ক'লে - বোপা! মই বিষয় ভোগ কৰি দেখিলেঁ যে জুইত ঘিঁউ দিয়াৰ পৰা যে জুই প্ৰজ্জ্বলিতহে হৈ উঠে; সেইদৰে ভোগৰ দ্বাৰা ভোগ প্ৰদীপ্তহে হৈ উঠে। এতিয়া মই ভোগ তৃষ্ণা পৰিত্যাগ কৰি তপোবনত প্ৰবেশ কৰিম। তুমি তোমাৰ যৌৱন আৰু ৰজ্যভাৰ গ্ৰহণ কৰা।

তাৰ পাছত যযাতিয়ে নিজৰ জৰা গ্ৰহণ কৰি পুৰুক ৰাজ্যভাৰ অৰ্পন কৰি তপস্যাৰ বাবে বনলৈ যাত্ৰা কৰিলে।

# দুষ্মন্ত শকুন্তলা আৰু সৰ্বদমন ভৰত

এই পুৰুষ বংশত মতিনাৰ নামে এজন বিখ্যাত নৰপতি হৈছিল। মতিনাৰৰ পুত্ৰ আছিল তংসু আৰু তংসুৰ পুত্ৰ আছিল ঈলিন। ঈলিনে ৰজা হৈ পৃথিবী জয় কৰিছিল।

মহাৰাজ ঈলিনৰ পুত্ৰ দুষ্মন্তই সসাগৰা ধৰাৰ প্ৰধান চাৰিখণ্ডত আৰু কেইবাটাও দ্বীপ উপদ্বীপত একাধিপত্য কৰিছিল। তেওঁৰ ন্যায়পৰায়ণতা আৰু ধৰ্মপৰায়ণতাই সকলো লোকৰে মনত সন্তোষ দিছিল।

এদিনাখন ৰজাই মৃগয়া কৰি কৰি গৈ থাকোঁতে অৰণ্যৰ মাজত মালিনী নদীৰ পাৰত কণ্বমুনিৰ আশ্ৰমৰ ওচৰত উপস্থিত হ'লগৈ। ৰজাই আশ্ৰমৰ ভিতৰত অকলে প্ৰৱেশ কৰি উচ্চৈঃস্বৰে সুধিলে - 'ইয়াত কোন আছে? মই মহৰ্ষি কণ্বক পূজা কৰিবলৈ আহিছোঁ।

তেতিয়া কুটিৰৰ পৰা এটি কন্যা ওলাই আহিল। সেই কন্যা যেন আছিল মূৰ্ত্তিমতী লক্ষ্মী, তপস্বীৰ কুটিৰত থকা কাৰণেহে যেন তপস্বিনীৰ বেশ ধাৰণ কৰিছে। সেই কন্যাটিয়ে ৰজাৰ প্ৰশ্নৰ উত্তৰত ক'লে - "পিতা ফল সংগ্ৰহৰ বাবে আন এখন বনলৈ গৈছে।"

ৰজাই তেতিয়া সেই কন্যাৰ আলোক সামান্য ৰূপলাৱণ্য দেখি মুগ্ধ হৈ সুধিলে - হে ভদ্ৰে! ভগবান কণ্ব আজন্ম ব্ৰহ্মচাৰী। তেওঁ কেনেকৈ তোমাৰ পিতা হ'ল? তোমাক দেখা মাত্ৰকে মই মোহিত হৈ গৈছোঁ। সেই কন্যাই ক'লে"- মই শুনিছোঁ যে দেৱৰাজ ইন্দ্ৰই মহৰ্ষি বিশ্বামিত্ৰৰ তপস্যা ভঙ্গ কৰিবলৈ অপ্সৰা মেনকাক তেওঁৰ ওচৰলৈ পঠাইছিল। সেই ঋষিৰ ঔৰসত মেনকাৰ গৰ্ভত মোৰ জন্ম হয়। মেনকা মোক পৰিত্যাগ কৰি স্বৰ্গলৈ গুচি যায়। শকুন্ত বা পক্ষীবিলাকে মোক ৰক্ষা কৰিছিল বুলি মোৰ নাম শকুন্তলা হৈছে। মহৰ্ষি কণ্বই নিজৰ কন্যাৰ দৰে মোক লালন পালন কৰিছে।"

দুষ্মন্তই ক'লে - "হে কল্যানি! মই ৰজা দুষ্মন্ত, তুমিও ৰাজপুত্ৰী; সুতৰাং মোৰ ভাৰ্য্যা হবৰ তুমি যোগ্যা। মোৰ সাম্ৰাজ্য আৰু ধনৰত্ন তোমাৰেই অধীনত থাকিব, তুমি মোক গন্ধৰ্ব মতে বিবাহ কৰা।"

শকুন্তলাই ক'লে, 'ৰাজন! আপুনি ক্ষণকাল অপেক্ষা কৰক, পিতাই স্বয়ং মোক সম্প্ৰদান কৰিব।'

দুষ্মন্তই ক'লে - 'তোমাৰ ৰূপলাৱণ্য দেখি মই নিতান্ত মুগ্ধ হৈছোঁ। গন্ধৰ্ব বিবাহ ক্ষত্ৰিয়ৰ ধৰ্মসঙ্গত। তুমি স্বয়ং মোৰ হাতত আত্ম সমৰ্পন কৰা।

শকুন্তলাই তেতিয়া ক'লে — "আপুনি যি কৈছে, সি যদি শাস্ত্ৰসন্মত হয়

আৰু যদি মোৰ গৰ্ভজাত পুত্ৰক আপুনি পাছত ৰাজ্যৰ অধিকাৰ প্ৰদান কৰিব এই অঙ্গীকাৰ কৰে, তেন্তে আপোনাৰ হাতত আত্মসমৰ্পন কৰিব পাৰোঁ।"

ৰজা দুষ্মন্তই 'তথাস্তু' এই বুলি স্বীকাৰ কৰিলে আৰু গন্ধৰ্ব বিধানেৰে শকুন্তলাৰ পাণিগ্ৰহণ কৰি তেওঁৰ লগত ক্ৰীড়া কৌতুক কৰিলে।

তাৰ পাছত ৰজা দুষ্মন্তই শকুন্তলাক ৰাজধানীলৈ লৈ যাবৰ বাবে বাহন আৰু সৈন্য পঠাই দিব বুলি প্ৰতিশ্ৰুতি দি তাৰ পৰা প্ৰস্থান কৰিলে।

মহৰ্ষি কণ্ব আশ্ৰমলৈ ঘূৰি আহি দিব্যজ্ঞানৰ প্ৰভাৱেৰে সকলো বৃত্তান্ত জানি শকুন্তলাক ক'লে — "আই! ৰজা দুষ্মন্ত ধৰ্মাত্মা, তেওঁৰ লগত তোমাৰ গন্ধৰ্ব বিবাহ শাস্ত্ৰসম্মত হৈছে। তোমাৰ পুত্ৰই সসাগৰা ধৰাৰ ৰাজত্ব কৰিব।"

যথাসময়ত শকুন্তলাই দেৱকুমাৰ সদৃশ এক পুত্ৰ প্ৰসৱ কৰিলে। মহৰ্ষি কণ্ব শকুন্তলাৰ প্ৰাৰ্থনাক্ৰমে এই বৰ দিলে যে পুৰুবংশীয় ৰজা বিলাক কেতিয়াও ধৰ্মচ্যুত বা ৰাজ্যচ্যুত নহব আৰু কণ্ব ঋষিয়ে কুমাৰৰ জাত কৰ্মাদি সংস্কাৰ সম্পাদন কৰিলে। তাৰ পাছত সেই কুমাৰ ছয়বছৰ বয়সতেই এনে বলৱন্ত হৈ উঠিল সিংহ, ব্ৰ্যাঘ্ৰ, বৰাহ, হস্তী প্ৰভৃতি দমন কৰিছিল। এই কাৰণে তেওঁৰ নাম সৰ্বদমন হ'ল।

তাৰ পাছত সৰ্বদমনৰ যৌৱৰাজ্য প্ৰাপ্তিৰ সময় উপস্থিত হৈছে বিবেচনা কৰি মহৰ্ষি কণ্বই শিষ্যবিলাকৰ লগত সপুত্ৰা শকুন্তলাক হস্তিনা নগৰলৈ পঠাই দিলে।

শকুন্তলা ৰাজসভাত উপনীত হৈ ৰজাক উদ্দেশ্য কৰি কৰজোৰে ক'লে - "মহাৰাজ! এই আমাৰ পুত্ৰ আপোনাৰ ঔৰসত জন্ম গ্ৰহণ কৰিছে। মোৰ বিবাহৰ সময়ত মেৰ পুত্ৰক ৰাজ্য প্ৰদান কৰিব বুলি প্ৰতিজ্ঞা কৰিছিল। ইয়াক যুৱৰাজ কৰি সেই প্ৰতিজ্ঞা প্ৰতিপালন কৰক।"

ৰজাই দুষ্মন্তই বহুসময় চিন্তা কৰি ক'লে - "তাপসি! তুমি যেনেদৰে কৈছা, তেনেধৰণৰ কোনো কথাতো মোৰ স্মৰণ নহয়। তোমাৰ লগত যে কেতিয়াবা মোৰ সাক্ষাৎ হৈছে সেইটোতো মোৰ বোধ নহয়।"

শকুন্তলাই পতিৰ বজ্ৰানলসম বাক্য শুনি লাজতে আৰু দুঃখতে স্তম্ভিত হৈ পৰিল। কিছুক্ষণ পাছত খঙতে কঁপি কঁপি ৰজাক কবলৈ ধৰিলে — "মহাৰাজ, তুমি জানি শুনিও কিয় ইতৰ লোকৰ দৰে অজ্ঞতাৰ ভাও লৈছা। তোমাৰ অন্তঃকৰণেই সাক্ষী', স্বয়ং সত্য মিথ্যা ব্যক্ত কৰা। মই পতিব্ৰতা তোমাৰ সমাদৰণীয়া ভাৰ্য্যা, মোক অপমান নকৰিবা। পৰমেশ্বৰ অন্তৰ্যামী, তেওঁৰ ওচৰত তুমি সত্যগোপন কৰিব নোৱাৰিবা।"

শকুন্তলাৰ বাক্য শুনি দুষ্মন্ত নিৰব হৈ থাকিল। শকুন্তলাই পুনঃ ক'লে - "হে দুষ্মন্ত! তুমি মোৰ কথা শুনিবলৈ পোৱা নাই নেকি?

এই তোমাৰ প্ৰিয়দৰ্শন পুত্ৰ, ইয়াক আলিঙ্গন কৰি সুখী হোৱা। পুত্ৰই পিতৃক পুন্নাম নৰকৰ পৰা উদ্ধাৰ কৰে, ইয়াক অৱজ্ঞা নকৰিবা।"

তেতিয়া দুষ্মন্তই ক'লে — "হে দুষ্টা তাপসি! তিৰোতা মানুহ বিলাকে প্ৰায়েই মিছা কথা কৈ থাকে। কোনে তোমাৰ কথা বিশ্বাস কৰিব? মই তোমাক চিনি নাপাওঁ - য'লৈকে ইচ্ছা গুচি যোৱা"।

শকুন্তলাই তেতিয়া ৰোদন কৰি কৰি ক'লে — "হায়! নেজানোঁ পূৰ্বজন্মত মই কি মহাপাতক কৰিছিলোঁ। ব্যালকালত মাতৃয়ে পৰিত্যাগ কৰি গৈছে। এতিয়া তুমি পতি হৈও মোক পৰিত্যাগ কৰিবলৈ ইচ্ছুক হৈছা।"

হে ৰাজন! সত্যই পৰব্ৰহ্মা, সত্য প্ৰতিজ্ঞা প্ৰতিপালন কৰাই পৰম উৎকৃষ্ট ধৰ্ম! অতএৱ সত্য পৰিত্যাগ নকৰিবা।

হে দুষ্মন্ত! এইটো জানিবা যে তোমাৰ পাছত মোৰ এই পুত্ৰই সসাগৰা বসুন্ধৰা অৱশ্যে অৱশ্যে প্ৰতিপালন কৰিব। ইয়াত কোনো সন্দেহ নাই।"

এই সময়ত আকাশবাণী শনিবলৈ পোৱা গ'ল - হে ৰাজন! শকুন্তলাই সত্য কথাকে কৈছে। তুমিয়েই এই পুত্ৰৰ পিতা। এই পুত্ৰক প্ৰতিপালন কৰা। যি হেতুকে আমাৰ এই বচন অনুসাৰে তোমাৰ এই পুত্ৰক 'ভৰণ' কৰিব লাগিব সেই কাৰণে এওঁ ভৰত নামে বিখ্যাত হব!

তেতিয়া ৰজা দুষ্মন্তই পুৰোহিত আৰু অমাত্যবৰ্গক ক'লে - "আপোনালোকে দৈৱবাণী শুনিলে, মই পূৰ্বৰ পৰাই জানোঁ যে এই কুমাৰ মোৰ আত্মজ কিন্তু বিনা বিচাৰে গ্ৰহণ কৰিলে লোকে মোক দোষী কৰিলেহেতেঁন আৰু পুত্ৰও কলঙ্কী হ'লহেঁতেন; সেই কাৰণেই মই শকুন্তলাৰ লগত বিতণ্ডা কৰিছোঁ।"

ৰজাই শকুন্তলাক সান্ত্বনা দি পুত্ৰৰ মস্তক ঘ্ৰাণ কৰি আলিঙ্গন কৰিলে। শকুন্তলা ৰাজ্ঞী পদত প্ৰতিষ্ঠিতা হ'ল আৰু ভৰত যৌৱৰাজ্যত অভিষিক্ত হ'ল।

সেই ভাৰতৰ পৰাই ভাৰতীকীৰ্ত্তি আৰু কৌৰৱ বিলাকৰ ভাৰতনামক সুবিখ্যাত কুল উৎপন্ন হৈছে।

ৰজা ভৰতে সমস্ত মহীপালক পৰাজয় কৰি ৰাজ চক্ৰৱৰ্ত্তী হৈছিল, বহু অশ্বমেধ যজ্ঞ কৰিছিল আৰু ভৰদ্বাজ মুনিৰ সহায়ত এক মহাযজ্ঞৰ অনুষ্ঠান কৰি ভুমন্যু নামক পুত্ৰ লাভ কৰিছিল।

এই ভৰত বংশতে ৰজা অজমীঢ় জন্মিছিল। এওঁৰ নামতে আজমীঢ় ৰাজ্য হয়। অজমীঢ়ৰ পুত্ৰ ঋক্ষ আৰু ঋক্ষৰ পুত্ৰ আছিল সম্বৰণ।

সম্বৰণে বশিষ্ঠ ঋষিক পুৰোহিত ৰূপে বৰণ কৰি বশিষ্ঠৰ উপদেশ অনুসৰি সূৰ্য্যৰ আৰাধনা কৰি সূৰ্য্যৰ কন্যা তপতীক বিয়া কৰাইছিল। তেওঁৰ পুত্ৰ আছিল কুৰু। এই কুৰুৱে কুৰুজাঙ্গল নামক প্ৰদেশত তপস্যা কৰিছিল কাৰণে সেই প্ৰদেশ পবিত্ৰ কুৰুক্ষেত্ৰ নামে বিখ্যাত হয়।

কুৰুৰ বংশত সুবিখ্যাত ৰজা প্ৰতীপৰ জন্ম হয়, প্ৰতীপৰ পুত্ৰ শান্তনু আৰু বাহলীক।

**শান্তনুৰ জন্ম আৰু বিবাহ কথা ঃ**

ইক্ষ্বাকুবংশীয় ৰজা মহাভিষ স্বীয় পুণ্যবালেৰে স্বৰ্গবাসী হৈ আছিল। এদিন ব্ৰহ্মাৰ সভাত ৰজা মহাভিষ বাহি থাকোঁতে সুৰনদী গঙ্গা পিতামহ ব্ৰহ্মাৰ ওচৰলৈ আহিছিল। সেই সময়ত সহসা গঙ্গাদেবীৰ গাৰপৰা কিঞ্চিৎ বস্ত্ৰ খহি পৰিল। দেৱতাসকল লজ্জিত হৈ অধোমুখ হ'ল কিন্তু মহাভিষে স্ৰস্তবসনা গঙ্গাৰ ফালে চাই থাকিল। এই অশিষ্টতাৰ বাবে ব্ৰহ্মাই মহাভিষক শাপ দিলে যে তুমি মৰ্ত্ত্যলোকত জন্ম লবা। কিছুকাল পাছতহে পুনঃ এই পুণ্য লোকলৈ আহিব পাৰিবা। শাপগ্ৰস্ত মহাভিষ প্ৰতীপৰ পুত্ৰ শান্তনুৰূপে জন্মিছিল। নদী শ্ৰেষ্ঠা গঙ্গা ব্ৰহ্মাৰ সভাৰ পৰা ঘূৰি আহিবলৈ ধৰোঁতে বশিষ্ঠৰ পাপত অভিশপ্ত হোৱা বসু আঠজনক লগ পালে।

গঙ্গাক লগপাই বসু আঠজনে তেওঁক অনুৰোধ কৰিলে যে তেওঁ মৰ্ত্ত্য লোকত তেওঁলোকৰ মাতৃ হব লাগে। তেওঁলোক যে বশিষ্ঠৰ অভিশাপত পৰিছে সেই ঘটনাটো গঙ্গাৰ ওচৰত বিবৃত কৰিলে।

বশিষ্ঠৰ আশ্ৰম হৈছে সুমেৰু পৰ্বতত। এদিন বসু আঠজনে সপত্নীক সেই আশ্ৰমত বিচৰণ কৰি কৰি বশিষ্ঠৰ হোমধেনু নন্দিনীক দেখা পালে। নন্দিনীৰ দুগ্ধপান কৰিলে মানুহৰ যৌবন স্থিৰ হয় আৰু দীৰ্ঘজীৱন লাভ হয়। কনিষ্ঠ বসুজনৰ নাম হৈছে দ্যু। দ্যুৰ পত্নীয়ে তেওঁৰ সখীয়েক উৰ্শীনৰ তনয়াৰ বাবে নন্দিনীক লৈ যাবলৈ ইচ্ছা কৰিলে। দ্যুৰ পত্নীৰ প্ৰীতিৰ কাৰণে বসুকেইজনে নন্দিনীক হৰণ কৰিলে। সেই সময়ত বশিষ্ঠ আশ্ৰমত নাছিল।

আশ্ৰমলৈ ঘূৰি আহি বশিষ্ঠই নন্দিনীক দেখা নাপালে। তেতিয়া তেওঁ দিব্যজ্ঞানৰ সহায়ত জানিব পাৰিলে যে নন্দিনীক বসুবিলাকে হৰণ কৰি নিছে। তেতিয়া বশিষ্ঠই অভিশাপ দিলে যে বসুসকল মৰ্ত্ত্যলোকত জন্ম গ্ৰহণ কৰিব লাগিব। বসুসকলে সেই শাপৰ কথা জানিব পাৰি শাপ মোচনৰ বাবে বশিষ্ঠৰ কৃপা ভিক্ষা কৰিবলৈ বশিষ্ঠৰ ওচৰ চাপিল। বশিষ্ঠই ক'লে - কনিষ্ঠ বসু দ্যুত বাজে বাকী কেইজন এবছৰৰ ভিতৰতে মনুষ্য জন্মৰ পৰা মুক্তি পাব আৰু দ্যুয়ে ব্ৰহ্মচৰ্য্য অৱলম্বন কৰি সৰ্বশাস্ত্ৰ বিশাৰদ আৰু পিতৃভক্ত হৈ মনুষ্য লোকত বহুকাল বাস কৰিব লাগিব।

এই কাৰণে তেওঁলোকে গঙ্গাদেবীক সেই অনুৰোধ কৰিছে। এই অনুৰোধ ৰক্ষা কৰিবৰ ইচ্ছা কৰি গঙ্গাদেবীয়ে মহাভিষৰ কথা চিন্তা কৰিলে আৰু মহাভিষ

মনুষ্য ৰূপে জন্ম গ্ৰহণ কৰিলে তেওঁৰে পত্নী হবৰ বাসনা কৰিলে। বসুসকলৰ প্ৰাৰ্থনা তেওঁ স্বীকাৰ কৰিলে।

এদিন ৰজা প্ৰতীপে গঙ্গাৰ ঘাটত বহি জপ কৰি আছিল। সেই সময়ত গঙ্গা এক কন্যাৰূপে আবিৰ্ভূতা হৈ ৰজাৰ দক্ষিণ উৰুত বহিল। ৰজা প্ৰতীপে পৰিচয় সুধিলত গঙ্গাদেৱীয়ে ক'লে যে তেওঁ দেৱকন্যা আৰু তেওঁৰ বধূ হবলৈ বাসনা কৰে।

ৰজাই ক'লে - "তুমি মোৰ সোঁ উৰুত বহিছা। সেই স্থান পুত্ৰ কন্যা আৰু পুত্ৰবধূৰ হে আসন, সুতৰাং তোমাক পুত্ৰবধূ ৰূপে বৰণ কৰিলোঁ। গঙ্গাদেৱীয়ে ক'লে— "মহাৰাজ! আপোনাৰ আজ্ঞা স্বীকাৰ কৰিলোঁ; কিন্তু মোৰ এটা নিয়ম থাকিব যে আপোনাৰ পুত্ৰই মোৰ কোনো কাৰ্য্যৰ বিচাৰ বা প্ৰতিবাদ কৰিব নোৱাৰিব।" এই বুলি তেওঁ অন্তৰ্দ্ধান হ'ল।

তাৰ পাছত ৰজা প্ৰতীপে পুত্ৰলাভৰ কাৰণে সস্ত্ৰীক তপস্যা কৰিব ধৰিলে। মহাত্মা মহাভিষ তেওঁৰ পুত্ৰৰূপে জন্ম ল'লে। তেওঁৰ নাম হ'ল শান্তনু। শান্তনু যেতিয়া যৌৱনত ভৰি দিলে, ৰজা প্ৰতীপে তেওঁক ক'লে যে "মই এক দিব্য কন্যাক পুত্ৰবধূৰূপে স্বীকাৰ কৰিছিলোঁ। যদি সেই দিব্য কন্যা তোমাৰ ওচৰলৈ আহে, তুমি নিৰ্বিচাৰে কোনো প্ৰশ্ন নোসোধাকৈ তেওঁক বিবাহ কৰিবা আৰু কেতিয়াও তেওঁৰ কাৰ্য্যত বাধা নিদিবা।" এইবুলি কৈ ৰজা প্ৰতীপ বনলৈ গ'ল আৰু শান্তনু ৰজা হ'ল।

এদিনাখন ৰজা শান্তনু মৃগয়া কৰিবলৈ যাওঁতে গঙ্গাসন তীৰত এগৰাকী লক্ষ্মীৰ ন্যায় কন্তিমতী ৰমণীক দেখিবলৈ পালে। সেই ৰমণীয়ে মিচিক্ মিচিক্ কৈ হাঁহি হাঁহি ৰজাৰ ওচৰ চাপি ক'লে — "ৰাজন্। মই তোমাৰ মহিষী হ'ম, কিন্তু তুমি মোৰ কোনো কাৰ্য্যত প্ৰশ্ন কৰিলে মই তোমাক ত্যাগ কৰিম।"

শান্তনু সেই সৌন্দৰ্যময়ী আৰু লাৱণ্যময়ী ৰমণীক দেখি মুগ্ধ হৈছিল আৰু পিতৃবাক্যও তেওঁৰ মনত পৰিছিল। শান্তনৱে ৰমণীৰূপিনী গঙ্গাৰ কথাত স্বীকৃত হৈ তেওঁক বিয়া কৰালে।

ক্ৰমে গঙ্গাৰ গৰ্ভত এটা এটাকৈ সাতোটা পুত্ৰ শান্তনুৰ জন্মিল; কিন্তু যেতিয়াই পুত্ৰটি জন্মে তেতিয়াই গঙ্গাই পুত্ৰটিক জলত নিক্ষেপ কৰে। তাৰ পিছত যেতিয়া অষ্টম পুত্ৰ জন্মে, ৰজাই কাতৰ ভাৱে পুত্ৰটিক বধ কৰিবলৈ নিষেধ কৰিলে।

তেতিয়া গঙ্গাই ক'লে - মহাৰাজ। মই তোমাৰ এই পুত্ৰক ৰক্ষা কৰিম; কিন্তু পূৰ্বৰ নিয়ম অনুসাৰে মই তোমাক এতিয়াই ত্যাগ কৰিম। মই জাহ্নবী আৰু তোমাৰ পুত্ৰবিলাক অষ্টবসু। দেৱকাৰ্য্য সিদ্ধিৰ বাবে মই তোমাৰ পত্নী হৈছিলোঁ। বসু কেইজনৰ লগত হোৱা প্ৰতিশ্ৰুতি অনুসাৰে মই সাতজনক মুক্ত কৰিছোঁ

আৰু অষ্টম কুমাৰ দীৰ্ঘকাল মনুষ্য লোকত থাকিব। এওঁক তুমি গঙ্গাদত্ত বুলি জানিবা। এইবুলি কৈ পুত্ৰটিক লৈ গঙ্গা অন্তৰ্হিতা হ'ল।

শান্তনুৱে কুৰুবংশীয় বিলাকৰ কুলক্ৰমাগত ৰাজধানী হস্তিনাপুৰত বাস কৰি সসাগৰা বসুন্ধৰা শাসন কৰিব ধৰিলে।

এদিন নৃপতি শান্তনু মৃগয়া কৰিবলৈ গৈ থাকোঁতে গঙ্গাতীৰত উপনীত হ'লগৈ। তাত দেখিবলৈ পালে যে গঙ্গাৰ স্ৰোত অতি ক্ষীণ হৈছে। ইয়াৰ কাৰণ কি অনুসন্ধান কৰি ৰজাই দেখিবলৈ পালে যে বলিষ্ঠ চাৰুদৰ্শন কুমাৰে শৰজালৰ দ্বাৰা গঙ্গাৰ স্ৰোত অৱৰুদ্ধ কৰি দিব্য অস্ত্ৰ প্ৰয়োগ কৰিব ধৰিছে। ৰজাক দেখা মাত্ৰকে কুমাৰে অন্তৰ্দ্ধান কৰিলে। ৰজাই কুমাৰক চাবলৈ বৰ সৎসুক হ'ল।

তেতিয়া দেবী গঙ্গা সেই কুমাৰৰ হস্তধাৰণ কাৰ ৰজাৰ সমুখত উপস্থিত হৈ ক'লে — "ৰাজন! এই কুমাৰ দেৱব্ৰতই তোমাৰ অষ্টম পুত্ৰ। এওঁ শুক্ৰ আৰু বৃহস্পতিৰ ওচৰত শাস্ত্ৰসমূহ আৰু বশিষ্ঠ ঋষিৰ ওচৰত বেদ অধ্যয়ন কৰিছে। পৰশুৰামৰ সমস্ত অস্ত্ৰবিদ্যা এই কুমাৰে লাভ কৰিছে। এতিয়া তোমাৰ এই বীৰ পুত্ৰক তুমি গ্ৰহণ কৰা।" ৰজাৰ হাতত কুমাৰক চমজাই দি গঙ্গা অন্তৰ্হিত হ'ল।

ৰজা শান্তনুৱে কুমাৰক যৌবৰাজ্যত অভিষিক্ত কৰিলে।

## ধীবৰ কণ্যা সত্যৱতী আৰু ব্যাসদেৱৰ জন্ম ঃ

বসুৰামে চেদী দেশৰ এজন ধৰ্মনিষ্ঠ ৰজা আছিল। তেওঁ উগ্ৰ তপস্যা কৰি ইন্দ্ৰৰ সখা হৈছিল আৰু ইন্দ্ৰৰ বৰত স্ফটিক নিৰ্মিত আকাশত যোৱা এখন বিমান লাভ কৰিছিল। তেওঁ সেই বিমানেৰে আকাশত বিচৰণ কৰিছিল বুলি উপৰি চৰ বসু নামে বিখ্যাত হৈছিল।

একদিনত সেই ৰজা পিতৃপুৰুষসকলৰ শ্ৰাদ্ধ উপলক্ষে মৃগমাংসৰ বাবে মৃগয়ালৈ গৈছিল কিন্তু তেওঁৰ মনত মহিষী গিৰিকাৰ চিন্তা উদয় হোৱাত দৈৱাৎ তেওঁৰ ৰেতঃস্খলন হ'ল। তেওঁ তাক এটা গছৰ পাতত লৈ এটা শ্যেন পক্ষীৰ জৰিয়তে পত্নীৰ উদ্দেশ্যে পঠাই দিলে। আকাশপথত সেই শ্যেন পক্ষীৰ আন এটা শ্যেন পক্ষীৰ লগত যুদ্ধ হ'ল। সেই সময়ত সেই ৰেতঃ যমুনাৰ পানীত পৰি গ'ল। সেই সময়ত অপ্সৰা অদ্ৰিকা শাপগ্ৰস্তা হৈ মৎসীৰূপে যমুনাৰ জলত বিচৰণ কৰি আছিল। তেওঁ সেই ৰেতঃ ভক্ষণ কৰিলে। কালক্ৰমত ধীবৰ বিলাকে সেই মৎসীকে জালত আবদ্ধ কৰিলে। মৎসী অদ্ৰিকা এক পুত্ৰ আৰু এক কন্যা প্ৰসৱ কৰি শাপমুক্তা হৈ গুচি গ'ল। ৰজা বসুৱে পুত্ৰটিক গ্ৰহণ কৰিলে আৰু কন্যা মৎস্যগন্ধা কালী আৰু সত্যৱতী নামেৰে ধীবৰৰ ঘৰত ধীবৰ কন্যা ৰূপে পালিত হব ধৰিলে।

মৎস্যগন্ধা সত্যৱতী ধীবৰৰ আজ্ঞাত নাও বাইছিল। এদিন মহৰ্ষি পৰাশৰ নদী পাৰ হবৰ কাৰণে নাৱত উঠি সেই কন্যাক দেখা পাই ক'লে - ''কল্যাণি! তোমাৰ গৰ্ভত মোৰ এটা পুত্ৰ গ্ৰহণ কৰা। মোৰ বৰত তুমি পুনঃ কন্যাভাৱ প্ৰাপ্ত হবা, তোমাৰ মৎস্যগন্ধ দূৰ হৈ সৌগন্ধত পৰিণত হব।

সত্যৱতীয়ে বাৰংবাৰ অস্বীকাৰ কৰিও অগত্যা ঋষিবাক্য অৱহেলা কৰিব নোৱাৰিলে। ঋষিবৰ পৰাশৰে ততালিকে ডাঠ কুঁৱলী সৃষ্টি কৰি সেই প্ৰদেশ অন্ধকাৰময় কৰি পেলালে। ঋষিৰ সহযোগত সত্যবতীয়ে সদ্যে সদ্যে যমুনাৰ দ্বীপত এটি পুত্ৰ সন্তান প্ৰসৱ কৰিলে। দ্বীপত জন্ম হোৱা বাবে আৰু কৃষ্ণবৰ্ণ হোৱা বাবে সেই পুত্ৰ কৃষ্ণ দ্বৈপায়ন নামে পৰিচিত।

দ্বৈপায়ন জন্ম লৈয়ে মাতৃৰ অনুমতি গ্ৰহণ কৰি তপস্যাৰ বাবে বনলৈ যাত্ৰা কৰিলে। যাত্ৰাৰ সময়ত তেওঁ কৈ গ'ল - ''মাতৃ! প্ৰয়োজন অনুসাৰে মোক স্মৰণ কৰিলেই মোৰ সাক্ষাৎ মিলিব।''

তপস্বী দ্বৈপায়ন বেদৰ বিভাগ অৰ্থাৎ ব্যাস কৰা বাবে তেওঁ বেদব্যাস নামে বিখ্যাত। মহৰ্ষি পৰাশৰে মহাদেৱৰ বৰত ব্যাসদেৱক পুত্ৰ ৰূপে লাভ কৰিছিল।

# শান্তনু আৰু সত্যৱতী — ভীষ্মৰ প্ৰতিজ্ঞা

কোনো এদিন মহীপাল শান্তনু যমুনাতীৰত ভ্ৰমণ কৰি থাকোঁতে দেৱৰূপিণী কন্যা সত্যৱতীক দেখি তেওঁৰ ৰূপ মাধুৰ্য আৰু সুৰভি গন্ধত মোহিত হৈ পৰিল। সেই ৰমণী ধীবৰ দাসৰাজৰ কন্যা বুলি জানি তেওঁৰ ওচৰলৈ গৈ বিবাহৰ বাবে সেই কন্যা প্ৰাৰ্থনা কৰিলে। দাসৰাজে ক'লে "যদি এই কন্যাৰ গৰ্ভজাত পুত্ৰক ৰাজ্য প্ৰদান কৰে, তেন্তে মই এই কন্যাক আপোনাক দান কৰিম।"

ৰজাই দেৱব্ৰতৰ কাৰণে এই চৰ্ত্তত মান্তি হব নোৱাৰিলে অথচ সেই কন্যাক লাভ কৰিব নোৱাৰি বৰ বিমৰ্ষ হ'ল।

পিতৃক সদায় বিমনা হৈ থকা দেখি দেৱব্ৰতই সন্ধান কৰি পিতৃৰ মনোদুঃখৰ কাৰণ জানিব পাৰিলে।

তাৰ পাছত দেৱব্ৰত স্বয়ং দাসৰাজৰ ওচৰলৈ গৈ পিতাৰ নিমিত্তে কন্যা প্ৰাৰ্থনা কৰিলে আৰু সেই কন্যাৰ গৰ্ভজাত পুত্ৰই ৰজা হব বুলি অঙ্গীকাৰ কৰিলে।

তেতিয়া দাসৰাজে ক'লে - "হে অৰিন্দম! আপোনাৰ অঙ্গীকাৰ অন্যথা নহব সেইকথা বিশ্বাস কৰোঁ; কিন্তু আপোনাৰ সন্তান সকলে ইয়াৰ অন্যথা কৰিব পাৰে।"

সত্যধৰ্মপৰায়ণ দেৱব্ৰতই দাসৰাজৰ অভিপ্ৰায় বুজি প্ৰতিজ্ঞা কৰি ক'লে "মই পূৰ্বেই ৰাজ্য ত্যাগ কৰিছোঁ — এতিয়া প্ৰতিজ্ঞা কৰি কওঁ যে মই যাবজ্জীৱন ব্ৰহ্মাচৰ্য অৱলম্বন কৰিলোঁ। মই অপুত্ৰক হৈও স্বৰ্গলাভ কৰিম।"

সেই সময়ত আকাশৰ পৰা দেৱতা, অপ্সৰা আৰু ঋষিসকলে "গাঙ্গেয় দেৱব্ৰতৰ এই ভীষণ প্ৰতিজ্ঞাৰ কাৰণে এওঁ ভীষ্ম" এই বুলি পুষ্পবৰ্ষণ কৰিলে।

ইয়াৰ পাছত দাসৰাজে শান্তনুৰ হাতত সত্যৱতীক সম্প্ৰদান কৰিলে। মহাৰাজ শান্তনুয়ে দেৱব্ৰতক পিতৃৰ প্ৰিয়জনক কৰ্মকৰা বাবে "ইচ্ছামৃত্যু" বৰ প্ৰদান কৰিলে।

## কুৰুবংশ লোপৰ আশঙ্কা ঃ

**শান্তনু আৰু সত্যৱতীৰ চিত্ৰাঙ্গদ আৰু বিচিত্ৰবীৰ্য্য নামে দুই পুত্ৰ জন্মিল। এওঁলোক শিশু অৱস্থাত থাকোঁতেই শান্তনুৱে স্বৰ্গাৰোহণ কৰিলে। ভীষ্মই চিত্ৰাঙ্গদক ৰজা পাতিলে।**

**চিত্ৰাঙ্গদ মহাবীৰ হৈ উঠিল; কিন্তু পৰিশেষত এক গন্ধৰ্বৰ লগত একেৰাহে**

তিনি বৎসৰ যুদ্ধ কৰি যুদ্ধত নিহত হ'ল। তেতিয়া বালক বিচিত্ৰবীৰ্য্যক ৰজা পাতি ভীষ্মই সত্যৱতীৰ পৰামৰ্শ মতে ৰাজ্যপালন কৰিব ধৰিলে।

বিচিত্ৰবীৰ্য্যৰ যৌৱন প্ৰাপ্তিৰ লগে লগে মাতা সত্যৱতী আৰু ভীষ্মই তেওঁৰ বিবাহৰ কাৰণে উদ্যোগী হৈ উঠিল। সেই সময়ত কাশীৰজাৰ তিনি কন্যা অম্বা, অম্বালিকা আৰু অম্বিকাৰ স্বয়ম্বৰ হব বুলি শুনি ভায়েকৰ কাৰণে কন্যা আনিবৰ উদ্দেশ্যে ভীষ্ম সেই স্বয়ম্বৰ সভাত উপস্থিত হ'ল।

স্বয়ম্বৰ সভাৰ ভিতৰত সমবেত ৰাজন্যবৰ্গক স্পৰ্দ্ধাপূৰ্বক অৱহেলা কৰি ভীষ্মই তিনিওটি কন্যাকে ৰথত তুলি লৈ হস্তিনাপুৰ অভিমুখে যাত্ৰা কৰিলে।

তেতিয়া ভূপালবৰ্গই ক্ৰোধান্বিত হৈ ভীষ্মক আক্ৰমণ কৰিলে। ভীষ্মই অকলে অলৌকিক বীৰত্ব দেখুৱাই তেওঁলোকক পৰাজিত কৰিলে।

তাৰ পাছত সৌভপতি শাল্বৰাজ ভীষ্মৰ ৰথৰ পাছে পাছে লৰি গৈ ভীষ্মক যুদ্ধলৈ আহ্বান কৰিলে। ভীষ্মই ভীষণ যুদ্ধ কৰি শাল্বৰ সাৰথি আৰু ৰথৰ ঘোৰা কেইটিক নিহত কৰিলে; কিন্তু শাল্বৰাজক আঘাত নকৰি এৰি দিলে।

তিনিও গৰাকীকন্যাক হৰণ কৰি ভীষ্ম সগৌৰৱে হস্তিনাপুৰলৈ ঘূৰি আহিল। তেতিয়া কাশীৰাজৰ তৃতীয়া কণ্যা অম্বাই ক'লে "মই পূৰ্বে শাল্বৰাজক মনে মনে পতিত্বত বৰণ কৰিছোঁ। ইয়াত তেওঁৰ আৰু আমাৰ পিতাৰ সন্মতি অছিল। ধৰ্মমতে মই তেওঁৰে পত্নী হব পাৰো।"

ভীষ্মই তেতিয়াই অম্বাক বৃদ্ধ ব্ৰাহ্মণ কেইজনৰ লগত শাল্বৰাজৰ ওচৰলৈ পঠাই দিলে; কিন্তু ভীষ্মই অম্বাক হাতত ধৰি হৰণ কৰিছিল বুলি শাল্বৰাজে অম্বাক প্ৰত্যাখান কৰিলে।

অম্বা শাল্বৰাজৰ নগৰৰ পৰা ওলাই আহি তেওঁৰ এই অৱস্থাৰ বাবে প্ৰথমতে ভীষ্মক ধিক্কাৰ দিলে। তাৰ পাছত নিজৰ পিতাকক, নিজক, শাল্বৰাজক আৰু বিধাতাক ধিক্কাৰ দিলে। কিন্তু ভাবিলে যে "ভীষ্মই মোৰ এই দুৰ্দ্দশাৰ প্ৰধান কাৰণ, এতএৱ যুদ্ধৰ দ্বাৰা বা তপস্যাৰ দ্বাৰা ভীষ্মৰ প্ৰতি বৈৰনিৰ্য্যাতন কৰা অৱশ্যে কৰ্তব্য।"

এই বুলি ভাবি অম্বাই তপস্যাৰ কাৰণে অৰণ্যত প্ৰবেশ কৰিলে। অৰণ্যত থকা অন্যান্য তপস্বী বিলাকে তেওঁক পৰশুৰামৰ শৰণাপন্ন হবলৈ পৰামৰ্শ দিলে। পৰশুৰামৰ ওচৰলৈ গৈ তেওঁ নিজৰ দুৰ্দ্দশাৰ কথা বিবৰি ক'লে। পৰশুৰামে সকলো বিবৰণ শুনি ক'লে যে তেওঁ প্ৰতিজ্ঞা কৰি অস্ত্ৰত্যাগ কৰিছে, ভীষ্মৰ লগত এই বিষয়লৈ কেনেকৈ যুদ্ধ কৰিব? পৰশুৰামৰ উত্তৰ শুনি তেওঁৰ প্ৰিয়সখা অকৃতব্ৰণই ক'লে — "হে ভাৰ্গৱ। শৰণাগত কন্যাক নিৰাশ নকৰিবা। আপুনি অস্ত্ৰ ত্যাগ কৰিছে সঁচা কিন্তু শৰণাগতক ৰক্ষা কৰিবলৈ আৰু ৰাজন্যবৰ্গক বিজয় কৰিছে এনে কোনো দীপ্ত বীৰক দমন কৰিবলৈও আপুনি

অস্ত্ৰ ধাৰণ কৰিব বুলি প্ৰতিজ্ঞা কৰিছে। সুতৰাং এই অতি দৰ্পী ভীষ্মক দমন কৰক।”

ৰামে তেতিয়া ক'লে “মই এই কন্যাক লগত লৈ স্বয়ং ভীষ্মৰ ওচৰলৈ যাম; ৰণদৰ্পী ভীষ্মই যদি মোৰ বাক্য ৰক্ষা নকৰে, তেন্তে মই ভীষ্মক বিনাশ কৰিম।”

ভীষ্মই খবৰ পালে যে পৰশুৰাম তেওঁৰ ওচৰলৈ আহিব ধৰিছে। তেওঁ যেতিয়া জানিব পাৰিলে যে পৰশুৰাম হস্তিনাপুৰৰ ওচৰ পাইছেহি, তেতিয়া তেওঁ এটা গো-ধন লগত লৈ ততাতৈয়াকৈ গৈ গুৰুৰ চৰণ পূজা কৰিলে।

গুৰু পৰশুৰামে ভীষ্মক ক'লে “তুমি অম্বাক স্পৰ্শ কৰিছা, সেই কাৰণে শাল্বৰাজে তেওঁক গ্ৰহণ কৰা নাই; গতিকে তুমি তেওঁক গ্ৰহণ কৰা।”

ভীষ্মই উত্তৰ দিলে — “এওঁ মনে মনে শাল্বক বৰণ কৰিছে, সুতৰাং মই কোনো ক্ৰমেই এওঁক মোৰ ভাইৰ বাবে গ্ৰহণ কৰিব নোৱাৰোঁ, আৰু মই স্বয়ং আজীৱন ব্ৰহ্মচাৰী।

তেতিয়া পৰশুৰামে ক্ৰুদ্ধ হৈ ক'লে - “ভীষ্ম! তুমি মোৰ বাক্য পালন নকৰিলে মই আজিয়েই তোমাক নিহত কৰিম।”

ভীষ্মই পৰশুৰামক প্ৰণাম কৰি ক'লে - হে গুৰুদেৱ! আপুনি মোক চতুৰ্বিধ ধনুৰ্বিদ্যা শিক্ষা দিছে, তথাপি আপুনি কিয় শিষ্যৰ লগত যুদ্ধ কৰিবলৈ ইচ্ছা কৰিছে?

কিন্তু ৰামৰ ক্ৰোধ শান্ত নহ'ল। তেতিয়া ভীষ্মই ক'লে - হে ব্ৰহ্মৰ্ষি! আপুনি যেতিয়া গুৰুৰ ধৰ্ম ৰক্ষা নকৰিলে, ক্ষত্ৰিয়ৰ দৰে যুদ্ধ কৰিবলৈ প্ৰবৃত্ত হৈছে, তেতিয়া বাধ্য হৈ মই আপোনাৰ লগত যুদ্ধ কৰিম।”

যুদ্ধ — পিছদিনা গুৰু শিষ্য উভয়ে যুদ্ধৰ বাবে কুৰুক্ষেত্ৰত উপস্থিত হ'ল। ভীষ্ম জননী গঙ্গাদেবীয়ে মূৰ্তিমতী হৈ ভীষ্ম আৰু পৰশুৰামৰ যুদ্ধ নিবাৰণ কৰিবলৈ যত্ন কৰিলে; কিন্তু পৰশুৰাম বা ভীষ্ম কোনেও নিজৰ পণ ত্যাগ নকৰিলে।

যুদ্ধ আৰম্ভ হোৱাৰ পূৰ্বে ভীষ্মই ক'লে - হে বীৰ! মই ৰথস্থ হৈ ভূমিস্থ আপোনাৰ লগত যুদ্ধ কৰিবলৈ ইচ্ছা নকৰোঁ। আপুনিও ৰথস্থ হওক আৰু কবচ ধাৰণ কৰক।

তেতিয়া ভীষ্ম দেখি বিস্মিত হ'ল যে জামদগ্ন্যই সোণৰ কবচ পিন্ধি মানস নিৰ্মিত দিব্য অশ্বযুক্ত অদ্ভুত দৰ্শন ৰথ এখনত অৱস্থিত হৈছে আৰু পৰশুৰামৰ প্ৰিয়তম সখা অকৃতব্ৰন তেওঁৰ সাৰথি হৈছে। পৰশুৰামে ভীষ্মক যুদ্ধৰ বাবে আহ্বান কৰিলে। ভীষ্মই পদব্ৰজে গৈ গুৰুৰ ওচৰলৈ গৈ পাদবন্দনা কৰি ক'লে - হে বিভো! আপুনি গুৰু আৰু ধৰ্মশীল, অতএৱ মোক জয়ৰ আশীৰ্বাদ দিয়ক।

পৰশুৰামে তেতিয়া ক'লে - 'হে মহাবাহো! তুমি মোৰ মান ৰক্ষা কৰি তোমাৰ কৰ্তব্য কৰিছা; নহলে মই শাপ দিলোহেতেঁন; কিন্তু মই স্বয়ং যুদ্ধাৰ্থী— জয়লাভ ইচ্ছা কৰোঁ, সেই কাৰণে জয়ৰ আশীৰ্বাদ নকৰিলোঁ। তুমি সাৱধানে যুদ্ধ কৰা।''

তেতিয়া যুদ্ধ আৰম্ভ হ'ল। পৰশুৰামে ভীষ্মৰ প্ৰতি বাণ বৰ্ষণ কৰিলে।

ভীষ্মই ক'লে - 'হে ৰাম! মই গুৰুৰ সম্মান ৰক্ষাৰ বাবে আপোনাৰ দেহত যি সমস্ত বেদ আৰু মহৎ ব্ৰহ্মণ্য আছে আৰু আপোনাৰ যি মহতী তপস্যা সঞ্চিত আছে, সেই সমুদয়ৰ প্ৰতি অস্ত্ৰ প্ৰহাৰ নকৰোঁ। আপুনি যি ক্ষত্ৰিয় ধৰ্ম আশ্ৰয় কৰিছে, তাৰ ওপৰতহে মই প্ৰহাৰ কৰিম।'' এই বুলি ভীষ্মই ৰামৰ প্ৰতি ভল্ল নিক্ষেপ কৰিলে। এইদৰে তিনিদিন যুদ্ধ চলিল; কিন্তু ৰাম বা ভীষ্ম কোনো পৰাজিত নহ'ল।

চতুৰ্থ দিনা পুনঃ যুদ্ধ আৰম্ভ হোৱাত পৰশুৰামে শৰেৰে ভীষ্মৰ সাৰথিক নিহত কৰিলে আৰু ভীষ্মক ৰথৰ পৰা ভূমিত পাতিত কৰিলে। ভীষ্ম ভূমিস্পৰ্শ কৰিবৰ পূৰ্বেই দেখিলে যে আঠজন অগ্নিতুল্য ব্ৰাহ্মণে তেওঁক বাহুৰদ্বাৰা ধাৰণ কৰি আছে আৰু জননী জাহ্নবী স্বয়ং ৰথৰশ্মি ধাৰণ কৰি আছে।

ভীষ্ম পুনবায় ৰথত আৰোহণ কৰি অনুনয় কৰি জননীক বিদায় কৰিলে আৰু স্বয়ং অশ্বৰ ৰশ্মি সংযত কৰি যুদ্ধ কৰিবলৈ ধৰিলে। তাৰ পাছত ভীষ্মৰ এক সুতীক্ষ্ণ বাণৰ দ্বাৰা আহত হৈ পৰশুৰাম ধৰাশায়ী হ'ল। তেতিয়া শ শ উল্কাপাত হবলৈ ধৰিলে আৰু নানাৰূপ ভয়ঙ্কৰ উৎপাত চিহ্নবোৰ প্ৰাদুৰ্ভূত হ'ল। পৰশুৰামে কিয়ৎকাল পিছত উঠি পুনৰায় যুদ্ধ কৰিবলৈ ধৰিলে।

ভীষ্ম আৰু পৰশুৰামৰ যুদ্ধ তেইশ দিন পৰ্য্যন্ত চলি থাকিল, কাৰো জয় পৰাজয় নিশ্চিত নহ'ল।

তেইশ দিনৰ দিনা ৰাতি ভীষ্মই সপোন দেখিলে যি ব্ৰাহ্মণ বিলাকে তেওঁক ৰণক্ষেত্ৰত ধৰি আছিল, তেওঁলোকে কৈছে যে ''ভীষ্ম, আমি তোমাক ৰক্ষা কৰি থাকোঁ; কাৰণ তুমিয়েই আমাৰ শৰীৰ। ৰামে তোমাক পৰাস্ত কৰিব নোৱাৰিব; কিন্তু তেৰোঁ অমৰ।

হে বীৰ! তোমাৰ প্ৰাজাপত্য প্ৰস্বাপ অস্ত্ৰ পূৰ্বজন্মত জনা আছিল, তুমি সেই অস্ত্ৰ স্মৰণ কৰা। সেই অস্ত্ৰৰ প্ৰভাৱত ৰাম প্ৰসুপ্ত হব কাৰণ তেওঁ সেই অস্ত্ৰ নাজানে। পাছত সম্বোধন অস্ত্ৰৰ দ্বাৰা তুমি গুৰুক জাগৃত কৰিবা। এইদৰে তোমাৰ জয় হব।'' এইবুলি কৈ ব্ৰাহ্মণ সকল অন্তৰ্হিত হ'ল।

তাৰ পাছত চব্বিশ দিনৰ দিনা প্ৰভাত সময়ত পুনৰায় যুদ্ধ আৰম্ভ হয়। কিছুক্ষণ যুদ্ধ কৰাৰ পাছত ভীষ্মই প্ৰস্বাপ অস্ত্ৰ স্মৰণ কৰিলে। তেতিয়া দেবৰ্ষি নাৰদ উপস্থিত হৈ ক'লে - ''হে ভীষ্ম! তপস্বী ব্ৰাহ্মণ আৰু তোমাৰ গুৰু

পৰশুৰামৰ অৱমাননা নকৰিবা।" ভীষ্মই প্ৰস্বাপ অস্ত্ৰ প্ৰতিসংহাৰ কৰিলে। তেতিয়া পৰশুৰামে ক'লে — "আজি ভীষ্মই মোক পৰাজিত কৰিলে, কিন্তু তেওঁ যুদ্ধ কৰিবলৈ নেৰিলে। তাৰ পাছত পিতৃসকল আহি পৰশুৰামক দৰ্শন দি যুদ্ধত্যাগ কৰিবলৈ উপদেশ দিলে আৰু ভীষ্ম জননী গঙ্গাযো ভীষ্মক যুদ্ধৰ পৰা নিবৃত্ত কৰিলে। ভীষ্ম গুৰুৰ ওচৰত গৈ তেওঁক বন্দনা কৰিলে।

পৰশুৰামে ঈষৎ হাঁহি ক'লে — "ভীষ্ম! সমস্ত লোকৰ ভিতৰত তোমাৰ সমান ক্ষত্ৰিয় পুৰুষ আন কোনো নাই। মই তোমাৰ যুদ্ধত সন্তুষ্ট হৈছোঁ।"

পৰশুৰামে অম্বাক ক'লে "হে কল্যাণীয়ে! মই ভীষ্মক পৰাজিত কৰিব নোৱাৰিলোঁ। তুমি ভীষ্মৰ শৰণ লোৱা"। কিন্তু অম্বাই কোনো প্ৰকাৰে ভীষ্মৰ ওচৰত যাবলৈ স্বীকাৰ নকৰিলে। তেওঁ তপস্যা কৰি ভীষ্মৰ ওপৰত প্ৰতিশোধ লোৱাৰ প্ৰতিজ্ঞা কৰিলে।

পৰশুৰাম আৰু ভীষ্ম নিজ নিজ স্থানলৈ প্ৰস্থান কৰিলে।

## অম্বাৰ তপস্যা আৰু শিখণ্ডিৰ বৃতান্ত ঃ

ভীষ্মবধৰ উদ্দেশ্যে লৈ অম্বাই যমুনা নদীৰ পাৰত তীব্ৰ তপস্যা আৰম্ভ কৰি দিলে। নিৰাহাৰা হৈ কৃশা ৰুক্ষা হৈ গৈ তীব্ৰৰ পৰা তীব্ৰতৰ তপস্যা কৰিব ধৰিলে। এইদৰে চৈধ্য বছৰ তপস্যা কৰিলে। ভীষ্ম জননী গঙ্গাই অম্বাৰ তপস্যাৰ সংকল্প জানিব পাৰি অম্বাক সংকল্প ত্যাগ কৰিবলৈ যথেষ্ট অনুনয় কৰিলে কিন্তু অম্বাই প্ৰতিহিংসা প্ৰবৃত্তি ত্যাগ নকৰিলে। তেতিয়া গঙ্গাই অম্বাক শাপ দিলে তুমি কুটিল আচৰণ কৰি ভীষ্ম বধৰ কাৰণে শৰীৰ বিসৰ্জ্জন দিবলৈ ধৰিছা, এই কাৰণে তুমি কুটিল গতি নদীৰ ৰূপ পাবা।

ইয়াৰ পাছত অম্বাই অৰ্দ্ধভাগ কুটিলা নদীৰ ৰূপ পালে, বাকী অৰ্দ্ধভাগ কন্যা ৰূপ হৈয়ে থাকিল।

তাৰ পাছত মহাদেৱে সাক্ষাৎ দৰ্শন দি ক'লে - ভদ্ৰে! তুমি পৰজন্মত দ্ৰুপদ ৰজাৰ কন্যা ৰূপে জন্মি পাছত পুৰুষত্ব লাভ কৰিবা, মহাৰথী যোদ্ধা হবা আৰু সমৰত ভীষ্মক নিপাতিত কৰিবা।

তাৰ পাছত অম্বাই ভীষ্ম বধৰ সংকল্প লৈ চিতা প্ৰজ্বলিত কৰি অগ্নিত প্ৰৱেশ কৰিলে।

সেই সময়তে দ্ৰুপদ ৰজাই পুত্ৰকামনা কৰি তপস্যা কৰি মহাদেৱৰ বৰ লাভ কৰিলে "তোমাৰ এটি কন্যা সন্তান জন্মিব, সেই কন্যা পাছত পুৰুষ হব।"

যথাসময়ত দ্ৰুপদ ৰজাৰ এক কন্যা জন্মিল; কিন্তু ৰজা আৰু ৰাজ্ঞীয়ে পুত্ৰৰূপেই সেই কন্যাক পালন কৰিলে। যথা সময়ত দশাৰ্ণৰাজ হিৰণ্য বৰ্মাৰ কন্যাৰ লগত দ্ৰুপদ ৰজাই পুত্ৰ বুলিয়েই সেই কন্যাৰ বিবাহ দিলে।

কিছুদিনৰ পাছত দশাৰ্ণৰাজে দ্ৰুপদৰ ছলনা বুজিব পাৰিলে। দ্ৰুপদ ৰজাক শাস্তি দিবৰ কাৰণে দ্ৰুপদৰ ৰাজ্য আক্ৰমণ কৰিবলৈ উদ্যোগ কৰিলে।

ইফালে দ্ৰুপদ কন্যা শিখণ্ডিনী মনৰ দুখত প্ৰাণ পৰিত্যাগৰ সংকল্প লৈ বনৰ মাজলৈ গুচি গ'ল। সেই বনত স্থূলাকৰ্ণ নামে এক যক্ষই বাস কৰিছিল। তেওঁ শিখণ্ডিনীৰ বৃত্তান্ত শুনি কৃপা কৰি ক'লে - "ভদ্ৰে! মই তোমাৰ হিতৰ বাবে মোৰ পুৰুষত্ব তোমাক দান কৰোঁ, তুমি তোমাৰ শহুৰক সন্তুষ্ট কৰি ঘূৰি আহিয়েই মোক মোৰ পুৰুষত্ব দান কৰিবা আৰু স্ত্ৰীত্ব গ্ৰহণ কৰিবা।

শিখণ্ডিনীয়ে সেইদৰে স্বীকাৰ কৰি পুৰুষত্ব লাভ কৰি পিতৃৰ ওচৰত উপস্থিত হ'লহি। ৰজা দ্ৰুপদে দশাৰ্ণৰাজক সংবাদ দিলে যে শিখণ্ডী যথাৰ্থতে পুৰুষ। তেতিয়া দশাৰ্নৰাজে অনুসন্ধান কৰি দ্ৰুপদৰ বাক্যকে সত্য বুলি জানিলে। দ্ৰপদ আৰু হিৰণ্য বৰ্মাৰ মিত্ৰতা পুনঃ স্থাপিত হ'ল।

ইফালে ইতিমধ্যে দৈবক্ৰমে যক্ষৰাজ কুবেৰ স্থূলাকৰ্ণৰ আবাসলৈ বিমান যোগে আহি উপস্থিত হ'ল। তেওঁ স্থূলাকৰ্ণক স্ত্ৰীৰূপে দেখি উপহাস কৰি ক'লে "তই পুৰুষত্বহীন হৈ যক্ষকুলৰ অৱমাননা কৰিছ, সুতৰাং যিমান দিন শিখণ্ডী জীবিত থাকিব, তই স্ত্ৰী হৈয়ে থাকিবি। শিখণ্ডীৰ মৃত্যুৰ পাছতহে তই পুৰুষ হবি" এই বুলি কুবেৰ গুচি গ'ল।

তাৰ পাাছত শিখণ্ডী নিজৰ প্ৰতিশ্ৰুতি ৰক্ষা কৰিবলৈ যক্ষক পুৰুষত্ব প্ৰত্যৰ্পণ কৰিবলৈ আহিল। তেতিয়া যক্ষই কুবেৰৰ বাক্য অনুসাৰে ক'লে - হে ভদ্ৰ! এই ঘটনা দৈৱ নিৰ্বন্ধ। তুমি আমৰণ পুৰুষত্ব ভোগ কৰা।"

শিখণ্ডী মহা হৰ্ষান্বিত হৈ নগৰলৈ ঘূৰি আহিল, দ্ৰুপদ ৰজাও মহাদেৱৰ বৰ সফল হোৱা দেখি আনন্দিত হ'ল।

শিখণ্ডী দ্ৰোণাচাৰ্যৰ ওচৰত ধনুৰ্বেদ শিক্ষা কৰি মহাবীৰ ৰূপে বিখ্যাত হ'ল।

## বিচিত্ৰবীৰ্যৰ বিৱাহ আৰু মৃত্যু ঃ

কাশিৰাজৰ কন্যা অম্বিকা আৰু অম্বালিকাৰ লগত বিচিত্ৰবীৰ্য্যৰ বিয়া হৈ গ'ল। বিচিত্ৰবীৰ্য্যই পত্নী দুগৰাকীৰ সহিত সাত বছৰ বিবাহিত জীৱন যাপন কৰাৰ পাছত যক্ষ্মাৰোগত প্ৰাণ ত্যাগ কৰে।

এই ঘটনাৰ পাছত বংশলোপৰ আশঙ্কাই দেখা দিলে। মাতৃ সত্যৱতী চিন্তিত হৈ পৰিল। তেতিয়া তেওঁ ভীষ্মক মাতি নি ক'লে - "বোপা! ধৰ্ম আৰু কুলাচাৰৰ প্ৰতি দৃষ্টি কৰি তুমি মোৰ নিয়োগত বিচিত্ৰবীৰ্যৰ পত্নী দুই গৰাকীত সন্তান উৎপাদন কৰিলে বংশ ৰক্ষা হব পাৰে। (সত্য, ত্ৰেতা, দ্বাপৰ যুগত এনে

অৱস্থাত দেৱৰক নিয়োগ কৰি ৰংশ ৰক্ষা কৰা প্ৰথা ধৰ্মীয় আৰু শাস্ত্ৰ সন্মত আছিল। কলি কালত এই প্ৰথা শাস্ত্ৰই নিষিদ্ধ কৰিছে।)

ভীষ্মই নিজৰ সত্যপালনৰ বাবে ৰাজ্যধিকাৰ বা নিয়োগ ক্ৰমে সন্তান উৎপাদনত কোনো ক্ৰমেই স্বীকৃত নহ'ল।

তেতিয়া সত্যৱতীয়ে ভীষ্মৰ ওচৰত পৰাশৰ মুনিৰ বৰত তেওঁৰ পুত্ৰৰূপে ব্যাসদেৱৰ জন্ম বৃত্তান্ত প্ৰকাশ কৰিলে। তেতিয়া ভীষ্মই কৃতাঞ্জলি হৈ ক'লে — "মা, মহৰ্ষি ব্যাসে যদি তোমাৰ কথাত বিচিত্ৰবীৰ্যৰ ক্ষেত্ৰত সন্তান উৎপাদন কৰে, তেন্তে পৰম শ্ৰেয় হব।"

এই পৰামৰ্শৰ পাছত সত্যৱতীয়ে ব্যাসক স্মৰণ কৰিলে। ধীমান্ বেদব্যাসে নিজৰ আশ্ৰমত শিষ্য বিলাকৰ আগত বেদব্যাখ্যা কৰি আছিল, এনে সময়ত জননীৰ চিন্তা বুজিব পাৰি ক্ষন্তেক কালৰ ভিতৰতে তেও মাতৃৰ সন্মুখত প্ৰাৰ্দুভূত হ'লহি, আন কোনেও একো নাজানিলে।

সত্যৱতীয়ে বহুকালৰ পাছত পুত্ৰক দেখিবলৈ পাই সাশ্ৰুনয়নে পুত্ৰক দুই বাহুৰে আলিঙ্গন কৰি স্তন্য দুগ্ধৰে অভিষিক্ত কৰিলে।

ব্যাসে জননীক প্ৰণাম কৰি সুধিলে — "হে ধৰ্মতত্ত্বজ্ঞে! আপোনাৰ কি অভিপ্ৰায় - কওক।"

সত্যৱতীয়ে ক'লে— "হে ব্ৰহ্মৰ্ষি! বিচিত্ৰবীৰ্য্যৰ অকাল মৃত্যুত ভাৰতবংশ লোপ পাবৰ উপক্ৰম হৈছে। শান্তনু নন্দন ভীষ্মই নিজৰ সত্য পালনৰ নিমিত্তে ৰাজ্যধিকাৰ বা সন্তান উৎপাদনত সন্মত নহয়।

অতএব, হে অনথ! ভ্ৰাতৃস্নেহ, কুৰুবংশৰক্ষা, প্ৰজাপালন, সৰ্বপ্ৰাণীৰ প্ৰতি অনুকম্পা হেতু মোৰ নিয়োগত তুমি বিচিত্ৰবীৰ্য্যৰ দুই মহিষীক উপযুক্ত সন্তান প্ৰদান কৰা। মোৰ এই নিয়োগ বাক্য ৰক্ষা কৰিলে মই বৰ সুখী হ'ম।"

ব্যাসদেৱে ক'লে - হে মহাপ্ৰাজ্ঞ! আপুনি সৰ্বধৰ্মৰ বিষয়ে জ্ঞাত হৈ আছে আৰু ধৰ্মৰ প্ৰতি আপোনাৰ প্ৰগাঢ় ভক্তি আছে, এই নিমিত্তে আপোনাৰ অভিলাষ ধৰ্মমূলক বুলি বিবেচনা কৰি মই সন্মত হলোঁ। সম্প্ৰতি মহিষী দুই গৰাকী সংবৎসৰ কাল নিয়ম পালন কৰি নিৰ্দ্দিষ্ট কৰি দিয়া ব্ৰত উপাসনা কৰক। তেতিয়া হ'লে তেওঁলোক পবিত্ৰা হব। ব্ৰতবৰ্জ্জিতা অপবিত্ৰা ৰমণী কেতিয়াও মোক স্পৰ্শ কৰিব নোৱাৰিব।"

সত্যৱতীয়ে ক'লে, "পুত্ৰ! বিচিত্ৰবীৰ্যৰ মহিষী দুই গৰাকীয়ে যাতে অতি শীঘ্ৰে পুত্ৰৱতী হব পাৰে সেইটো বিবেচনা কৰি যেনে অনুষ্ঠান কৰিব লাগে তাকে কৰা। বংশ লোপ হ'লে ৰাজ্য অৰাজক হব, অৰাজক হলে প্ৰজাবিলাক অনাথ হৈ বিনষ্ট হব, দেশত ক্ৰিয়া কলাপ লুপ্ত হব আৰু দেৱতা বিলাক অন্তৰ্হিত হব।"

ব্যাসদেৱে উত্তৰত ক'লে - "আপোনাৰ পুত্ৰবধূয়ে যদি মোৰ সেই সময়ৰ

বিকট মূৰ্ত্তি, ভয়ানক বেশ আৰু অসহ্য গন্ধ সহ্য কৰিব পাৰে, তেন্তে মই অতি শীঘ্ৰে (সন্তান জন্মৰ স্বাভাৱিক সময়ৰ পূৰ্বে) পুত্ৰ দান কৰিব পাৰিম। দেবী অম্বিকাই যেন শুচি ভাৱে মোৰ প্ৰতীক্ষা কৰি থাকে।" এই বুলি কৈ মহৰ্ষি অন্তৰ্হিত হ'ল।

তাৰ পাছত সত্যৱতীয়ে পুত্ৰবধূ অম্বিকাক নিৰ্জ্জনত বহি ধৰ্ম আৰু অৰ্থযুক্ত নানা উপদেশ দি অনুনয় কৰি ক'লে - "বাছা! মোৰেই দুৰ্ভাগ্যৰ কাৰণে আজি ভৰতবংশ উৎসন্ন প্ৰায় হৈছে। ভীষ্মই বংশৰক্ষাৰ বাবে যি যুক্তি দিছে তাৰ সাফল্য তোমাৰ ওপৰতে নিৰ্ভৰ কৰিছে। তুমি আমাৰ অভিলাষ পূৰণ কৰি ভৰতবংশৰ পুনৰুদ্ধাৰ কৰা। তোমাৰ দেৱৰ ব্ৰহ্মৰ্ষিৰ কৃপাত তুমি দেৱৰাজ সদৃশ পুত্ৰ লাভ কৰা।"

সত্যৱতীয়ে সেই ধৰ্মপৰায়ণা অম্বিকা দেৱীক নানা প্ৰকাৰ অনুনয় বাক্যেৰে সন্মত কৰাই ঋষি, ব্ৰাহ্মণ আৰু অতিথি বিলাকক ভোজন কৰালে।

নিৰ্দ্দিষ্ট সময়ত ভগৱান ব্যাসদেৱে সত্যপালন কৰিবলৈ অম্বিকাৰ আলোকিত শয়নঘৰত প্ৰৱেশ কৰিলে। অম্বিকাই সেই কৃষ্ণবৰ্ণ মহৰ্ষিৰ পিঙ্গলবৰণীয়া জটা, বিশাল দাঁড়ি আৰু উজ্জ্বল নয়ন প্ৰভৃতিৰে ভয়ানক আকাৰ দেখি চকু মুদি পেলালে।

যথাকালত মহৰ্ষিয়ে মাতা সত্যৱতীক ক'লে যে "এওঁ অতিশয় বুদ্ধিমান, অযুত হাতীৰ বল সম্পন্ন বলৱান পুত্ৰ প্ৰসৱ কৰিব; কিন্তু মাতৃৰ দোষত কুমাৰ জন্মান্ধ হব।"

সত্যৱতীয়ে ক'লে যে "অন্ধ ব্যক্তি ৰজা হবৰ যোগ্য নহয়, অতএৱ কুৰুভংশৰ ৰজা হবৰ উপযুক্ত আন এটি পুত্ৰ প্ৰাৰ্থনা কৰোঁ।" ব্যাসদেৱে তাতে প্ৰতিশ্ৰুত হৈ অন্তৰ্দ্ধান কৰিলে। পাছত যথাসময়ত অম্বিকাই এক অন্ধপুত্ৰ প্ৰসৱ কৰিলে। তেওঁৰ নাম ধৃতৰাষ্ট্ৰ হ'ল।

দেৱী সত্যৱতীয়ে পুত্ৰ বধূ অম্বালিকাৰ নিমিত্তে পুনৰ্বাৰ ঋষিক আহ্বান কৰিলে। মহৰ্ষি পূৰ্ববৎ বিধান অনুসাৰে অম্বালিকাৰ ওচৰলৈ আহিল; কিন্তু অম্বালিকা ভয়তে বিষণ্না আৰু পাণ্ডুবৰ্ণা হৈ থাকিল।

মহৰ্ষিয়ে ক'লে যে "তেওঁৰ পুত্ৰ পাণ্ডুবৰ্ণ হব আৰু পাণ্ডু নামে বিখ্যাত হব।" তেতিয়া সত্যৱতীয়ে অম্বিকাৰ নিমিত্তে আন এটি সন্তান প্ৰাৰ্থনা কৰিলে; ব্যাসদেৱে স্বীকাৰ কৰি প্ৰস্থান কৰিলে।

যথাকালত দেৱী অম্বলিকাই উত্তম শ্ৰীযুক্ত পাণ্ডুবৰ্ণ এক পুত্ৰ প্ৰসৱ কৰিলে। পুনৰ্ব্বাৰ যথা সময়ত অম্বিকাৰ বাবে সত্যৱতীয়ে ঋষিক স্মৰণ কৰিলে।

ইফালে অম্বিকাই ঋষিৰ সেই বিকট আকৃতি স্মৰণ কৰি সত্যৱতীৰ আদেশ পালন নকৰিলে। তেওঁ নিজৰ পৰিবৰ্ত্তে শূদ্ৰ জাতীয়া এক দাসীক নিজৰ শয্যাত

শুৱাই ৰাখিলে। সেই দাসীয়ে মহৰ্ষিক পূজা কৰি তেওঁৰ সঙ্গ লাভ কৰিলে।

মহৰ্ষি যাবৰ সময়ত মাতাক কৈ গ'ল "অম্বিকাই দাসী নিয়োগ কৰিছে। এই দাসীৰ গৰ্ভত ঋষি অণীমাণ্ডব্যৰ শাপগ্ৰস্ত ধৰ্ম জন্ম লব।" ব্যাসদেৱ ধৰ্মতঃ অঋণী হৈ সেই স্থানতে অন্তৰ্হিত হ'ল।

সেই দাসীৰ গৰ্ভত বিদুৰৰ জন্ম হয়। ধৃতৰাষ্ট্ৰ জন্মান্ধ আৰু বিদুৰ শূদ্ৰানীৰ গৰ্ভজাত, গতিকে পাণ্ডুই ৰাজ্যৰ অধিকাৰী হ'ল। মহাত্মা ভীষ্মই কুমাৰ কেইজনক পুত্ৰবৎ প্ৰতিপালন আৰু সুশিক্ষিত কৰিলে। পাণ্ডু ধনুৰ্বিদ্যাত, ধৃতৰাষ্ট্ৰ পৰাক্ৰমত আৰু বিদুৰ ধৰ্মবিষয়ত শ্ৰেষ্ঠতা লাভ কৰিলে।

# কৌৰৱ আৰু পাণ্ডৱ

## ধৃতৰাষ্ট্ৰৰ বিবাহ ঃ

ভীষ্মই বিবাহৰ দ্বাৰা কুলবৃদ্ধিৰ প্ৰয়োজন উচিত বিবেচনা কৰি কুমাৰ কেইজনৰ বিবাহৰ উদ্যোগ কৰিলে।

গান্ধাৰৰ ৰজা সুবলৰ কন্যা গান্ধাৰী মহাদেৱৰ আৰাধনা কৰি এশ পুত্ৰ লাভৰ বৰ পাইছে— এই কথা শুনি তেওঁ ধৃতৰাষ্টৰ বাবে এই কন্যা প্ৰাৰ্থনা কৰিলে। ধৃতৰাষ্ট্ৰ অন্ধ বুলি জানিও কৌৰৱ বিলাকৰ কুলৰ মহত্ত্ব আৰু খ্যাতি পৰ্যালোচনা কৰি গান্ধাৰ ৰাজ সন্মত হ'ল। সুবলৰ পুত্ৰ শকুনি ভগ্নী গান্ধাৰীক হস্তিনাপুৰলৈ লৈ আহি ধৃতৰাষ্ট্ৰৰ লগত বিৱাহ সমাপন কৰিলে। পতি অন্ধ বুলি ধৰ্মচাৰিণী গান্ধাৰী কাপোৰেৰে নিজৰ দুই চক্ষু ঢাকি পেলালে আৰু সততে শ্ৰদ্ধা আৰু সেৱাৰে পতিক সন্তুষ্ট কৰিলে।

কুন্তী — যদুবংশৰ মহাৰাজ শূৰৰ পৃথা নামে এক কন্যা আছিল। শূৰৰ পেহীয়েকৰ পুত্ৰ ৰজা কুন্তিভোজৰ কোনো সন্তান নাছিল। সেই কাৰণে শূৰে পৃথাক কুন্তিভোজৰ কন্যা স্বৰূপে দান কৰিলে। এইবাবে পৃথা কুন্তী নামে পৰিচিতা হ'ল।

কুন্তী বাল্যকালত কুন্তিভোজৰ গৃহত অতিথি আৰু ব্ৰাহ্মণ সেৱাত নিযুক্তা থাকিছিল। দৈৱযোগত এদিন পৰম তেজস্বী কোপন স্বভাৱ মহৰ্ষি দুৰ্বাসা ৰজাৰ অতিথি হ'ল। মহাদেৱৰ অংশত উৎপন্ন এই মহাতেজা কোপন স্বভাৱ ঋষি ধৈৰ্য পৰীক্ষাৰ বাবে ৰজাবিলাকৰ গৃহত অতিথি হৈছিল আৰু সামান্য দোষ পালেই অভিশাপ দিছিল।

কুন্তীয়ে অবিচলা ভক্তি আৰু ধৈৰ্যৰ সহিত সেৱা কৰি দুৰ্ব্বাসাক সন্তুষ্ট কৰিছিল। সন্তুষ্ট হৈ ঋষিয়ে কুন্তীক এক মহামন্ত্ৰ দান কৰি কৰি ক'লে - "এই মন্ত্ৰ উচ্চাৰণ কৰি তুমি যি কোনো দেৱতাক আহ্বান কৰিলে তেওঁ তৎক্ষণাৎ আবিৰ্ভাৱ হব আৰু স্বীয় তেজৰ দ্বাৰা তোমাক পুত্ৰৱতী কৰিব।"

মহৰ্ষিৰ বৰ গ্ৰহণ নকৰিলে তেওঁ অভিশাপ দিব এই ভয়ত কুন্তীয়ে সেই মন্ত্ৰ গ্ৰহণ কৰিলে। ঋষিয়ে সন্তুষ্ট হৈ প্ৰস্থান কৰিলে।

একদিন বালিকা কুন্তীয়ে মন্ত্ৰৰ গুণ পৰীক্ষাৰ বাবে কৌতূহলী হৈ সূৰ্য্য দেৱক আহ্বান কৰিলে। যোগদেহ গ্ৰহণ কৰি সূৰ্য্যদেৱ তৎক্ষণাৎ উপস্থিত হ'ল আৰু কুন্তীক পুত্ৰ গ্ৰহণ কৰিবলৈ ক'লে।

কুন্তীয়ে বিস্ময় আৰু ভয়ত অভিভূত হৈ ক'লে - "ভগৱান। মই এক

ঋষিদত্ত বৰ পৰীক্ষাৰ বাবে আপোনাক আহ্বান কৰিছোঁ, মোৰ অপৰাধ ক্ষমা কৰক। মই পুত্ৰলাভ আশা নকৰোঁ। মই কন্যাকা।

সূৰ্যই ক'লে দেৱতাৰ আহ্বান বৃথা হ'ব নোৱাৰে - "মোৰ অনুগ্ৰহত তুমি কন্যা হৈয়ে থাকিবা। মোক প্ৰত্যাখ্যান কৰিলে সেই বৰদাতা ব্ৰাহ্মণ আৰু তোমাৰ পিতৃকুলৰ অনিষ্ট হ'ব।"

কুন্তী পিতা আৰু মন্ত্ৰদাতা ঋষিৰ অমঙ্গল আশংকা কৰি সূৰ্যদেৱৰ শৰণাপন্ন হ'ল।

"মোৰ প্ৰসাদত তুমি কোনো দোষতে দূষিত নহবা, পুনঃ কন্যাকা অৱস্থা প্ৰাপ্ত হবা।" এইবুলি কৈ সূৰ্য্যই কুন্তীৰ নাভিস্পৰ্শ কৰি প্ৰস্থান কৰিলে।

যথাসময়ত কুন্তীৰ গৰ্ভৰ পৰা সহজাত কবচ আৰু কুণ্ডলধাৰী এক পুত্ৰ উৎপন্ন হ'ল। কন্যা কুন্তীয়ে লোক লজ্জাৰ ভয়ত গোপনে এটি পেটিকাত সেই কুমাৰক স্থাপন কৰি পেটিকাটো পানীত ভহাই দিলে। এই বিষয়ে কোনেও একো নাজানিলে।

দৈৱযোগে অপুত্ৰক সূত অধিৰথে নদীত গা ধুবলৈ আহি সেই পেটিকা পালে আৰু তেওঁৰ পত্নীক নৱজাত শিশুটিক দিলে। উভয়ে সেই শিশুক পুত্ৰৰ দৰে পালন কৰিলে। কুণ্ডল আৰু কবচৰূপ বসু অৰ্থাৎ ধন লগত লৈ জন্মিছিল বুলি শিশুৰ নাম হ'ল বসুষেণ। পাছত এওঁ কৰ্ণ-নামে প্ৰসিদ্ধ হৈছিল।

## পাণ্ডুৰ বিবাহ আৰু দিগ্বিজয় ঃ

যথাকালত ৰজা কুন্তি ভোজে কুন্তীৰ বিবাহৰ কাৰণে স্বয়ম্বৰ সভা পাতিলে। সেই সভাত সমবেত ৰাজন্যবৰ্গৰ ভিতৰত কুন্তীয়ে কুৰুৰাজ পাণ্ডুক বৰমাল্য অৰ্পন কৰিলে। শাস্ত্ৰবিধানত পাণ্ডু আৰু কুন্তীৰ বিবাহ সম্পন্ন হৈ গ'ল আৰু মহীপাল পাণ্ডুৱে পৰম সুখত কাল যাপন কৰিব ধৰিলে। ইয়াৰ পাছত মতিমান ভীষ্মই মদ্ৰৰাজ শল্যৰ ভগিনী মাদ্ৰীৰ লগত পাণ্ডুৰ আৰু এক বিবাহ সম্পন্ন কৰালে। পাণ্ডুৰ দুই পত্নী হ'ল — কুন্তী আৰু মাদ্ৰী।

কিছুদিনৰ পাছত ৰজা পাণ্ডুৱে দেশ জয় কৰিবৰ বাবে যাত্ৰা কৰিলে। তেওঁ দশাৰ্ণ দেশ, মগধ, বিদেহ, কাশী, সুহ্ম আৰু পুণ্ড্ৰদেশ জয় কৰি কৌৰৱৰ যশ বিস্তাৰ কৰিলে।

তাৰপাছত ৰজা পাণ্ডুৱে কুন্তী আৰু মাদ্ৰীক লগত লৈ [illegible] অৰণ্যে ভ্ৰমণ কৰি মৃগয়া কৰিব ধৰিলে।

ইকালে মহামতি ভীষ্মই ৰজা দেৱকৰ শূদ্ৰাণি গৰ্ভসম্ভূতা এটি কন্যাৰ লগত বিদুৰৰ বিবাহ দিলে। বিদুৰৰ কেইবা জনো গুণবান পুত্ৰ জন্ম গ্ৰহণ কৰিলে।

**পাণ্ডুৰ প্ৰতি মুনিশাপ আৰু পাণ্ডৱৰ জন্ম ঃ**

এসময়ত ৰজা পাণ্ডু মৃগয়া বিহাৰ কৰি কৰি হিমালয় পৰ্বতৰ মহা অৰণ্যৰ মাজত ভ্ৰমণ কৰি কৰি মৃগীৰ লগত ক্ৰীড়াৰত এক মৃগক বাণেৰে বিদ্ধ কৰিলে। সেই মৃগই আৰ্তনাদ কৰি পাণ্ডুক ক'লে - "ৰজা! মই ফলমূলহাৰী অৰণ্যবাসী মুনি কিন্দম। লোকলজ্জা ভয়ত মৃগৰূপ লৈ পত্নীৰ লগত বিহাৰ কৰিছিলোঁ। তুমি মৃগ বুলি ভাবি মোক বধ কৰিলা। এই কাৰণে তোমাৰ ব্ৰহ্মহত্যাৰ পাপ নহব, কিন্তু ক্ৰীড়াৰ সময়ত তুমি মোক বধ কৰিছা, এই পাপৰ ফলত তুমি কামভাবে পত্নীক স্পৰ্শ কৰা মাত্ৰে প্ৰাণ ত্যাগ কৰিবা।" এইবুলি মৃগৰূপী মুনিয়ে প্ৰাণত্যাগ কৰিলে।

তেতিয়া ৰজা পাণ্ডুৱে সাংসাৰিক জীৱনত বীতশ্ৰদ্ধ হৈ সন্ন্যাস ধৰ্ম গ্ৰহণ কৰিবৰ সংকল্প কৰিলে। কুন্তী আৰু মাদ্ৰীও সংসাৰ ধৰ্ম ত্যাগ কৰি পতিৰ লগত বাণপ্ৰস্থ অৱলম্বন কৰিলে। ৰজা পাণ্ডু আৰু দুয়োগৰাকী ৰাণীয়ে সমস্ত অলঙ্কাৰ পৰিত্যাগ কৰিলে আৰু অনুচৰ বিলাকক বিদায় দিলে। হস্তিনাপুৰলৈ ৰাজ্য ত্যাগ আৰু বনপ্ৰস্থানৰ সংবাদ দি পঠালে। ধৃতৰাষ্ট্ৰ পাণ্ডুৰ বনবাস বৃত্তান্ত শুনি বিষণ্ণ হ'ল।

ইফালে পাণ্ডুৱে সপত্নীক হিমালয় অতিক্ৰম কৰি গন্ধমাদন পৰ্বতলৈ গ'ল। তাৰে পৰা ইন্দ্ৰদ্যুম্ন সৰোবৰলৈ গ'ল আৰু তাৰে পৰা শতশৃঙ্গ নামক পৰ্বতলৈ গৈ তাত ঘোৰ তপস্যাত প্ৰবৃত্ত হ'ল। মহাত্মা পাণ্ডু তপস্যাৰ দ্বাৰা নিষ্পাপ ব্ৰহ্মৰ্ষিতুল্য হৈ উঠিল; কিন্তু অসন্তানবিহীন লোকৰ স্বৰ্গত অধিকাৰ নাই চিন্তা কৰি বৰ বিষণ্ণ হৈ থাকিছিল।

মহাৰাজ পাণ্ডুৱে শতশৃঙ্গত বাস কৰা মহৰ্ষিবিলাকক ক'লে — "মই যজ্ঞ কৰি দেৱঋণ, বেদ অধ্যয়ন আৰু তপস্যা কৰি ঋষিঋণ আৰু অনৃশংস আচৰণ কৰি মনুষ্য ঋণ পৰিশোধ কৰিছোঁ; কিন্তু অপুত্ৰক হোৱা বাবে পিতৃঋণৰ পৰা মুক্ত হ'ব পৰা নাই।"

তপস্বী ঋষিসকলে ক'লে— "আমি দিব্য চক্ষুৰে দেখিছো যে তোমাৰ দেৱতুল্য শুভ সন্তান উৎপন্ন হ'ব। তুমি পুত্ৰ লাভৰ কাৰণে যত্ন কৰা, অৱশ্যেই তোমাৰ পত্নীদ্বয়ৰ গৰ্ভত অশেষ গুণ সম্পন্ন অপত্য জন্মিব।"

ইয়াৰ পাছত পাণ্ডুৱে কুন্তীক নিৰ্জ্জনে ক'লে, 'হে কুন্তি! নিঃসন্তান ব্যক্তিৰ দান, তপ, বিনয় প্ৰকাৰেই সফল নহয়। মই সন্তানবিহীন, গতিকে মোৰ শুভলোক পোৱাৰ সম্ভাৱনা নাই। মৃগশাপৰ বাবে মই স্বয়ং পুত্ৰ উৎপাদনত অসমৰ্থ; এনে অৱস্থাত আপৎকালত মোৰ নিয়োগ অনুসাৰে তপস্বী ব্ৰাহ্মণৰ পৰা অপত্য লাভৰ যত্ন কৰা"।

পতিপ্ৰাণা কুন্তী পাণ্ডুৰ এই উপদেশত ব্যথিতা হৈ ক'লে হে ধৰ্মাত্মন। মই তোমাৰ ধৰ্মপত্নী, তোমাতেই অনুৰক্তা। মোক এনে উপদেশ দিয়া তোমাৰ পক্ষে আতি অসঙ্গত আৰু অনুচিত। তোমাতকৈ শ্ৰেষ্ঠ নৰ এই পৃথিৱীত আৰু কোন আছে? তুমি স্বয়ং মোৰ গৰ্ভত পুত্ৰোৎপাদন কৰা, তেতিয়া হ'লে মই তোমাৰ লগত স্বৰ্গলৈ যাব পাৰিম।

চোৱা, পুৰণি কালত ৰজা ব্যুষিতাশ্বই মৃত্যুৰ পাছতো দুঃখত পত্নী ভদ্ৰাৰ বিলাপত বিচলিত হৈ শৰদেহেৰে আবিৰ্ভূত হৈছিল আৰু পত্নীৰ গৰ্ভত পুত্ৰ উৎপাদন কৰিছিল। হে নাথ! ঋষিৰ শাপত মৃত্যু হ'লেও ব্যুষিতাশ্বৰ দৰে তুমি মোৰ গৰ্ভত মানস পুত্ৰ উৎপাদন কৰিব পাৰা।"

ধৰ্মজ্ঞ ৰজা পাণ্ডুৱে কুন্তীক সান্ত্বনা দি ক'লে "হে কুন্তি! ৰজা ব্যুষিতাশ্ব দেৱতুল্য লোক আছিল; তেওঁৰ পক্ষে যিটো সম্ভৱ আছিল মোৰ দৰে লোকৰ পক্ষে সেইটো অসম্ভৱ।

কিন্তু শুনা। মই তোমাক একো অশাস্ত্ৰীয় উপদেশ দিয়া নাই। উদ্দালক পুত্ৰ মহৰ্ষি শ্বেতকেতুয়ে বিবাহ বিধি স্থাপন কৰি নিয়ম কৰি গৈছে যে "যি স্ত্ৰী পতিভিন্ন অন্য পুৰুষত আসক্তা হব আৰু যি পুৰুষে পতিব্ৰতা স্ত্ৰীক পৰিত্যাগ কৰি অন্য স্ত্ৰীত আসক্ত হব, এই উভয়েই মহাপাতকগ্ৰস্ত হব; আকৌ যি স্ত্ৰীয়ে স্বামীয়ে পুত্ৰ উৎপাদনৰ বাবে নিযুক্তা হৈ স্বামীৰ বাক্য লঙ্ঘন কৰিব, তেওঁৰো সেইৰূপ পাপ হব।"

"আৰু চোৱা! সৌদাসৰ পত্নী দময়ন্তীয়ে স্বামীৰ দ্বাৰা নিযুক্তা হৈ বশিষ্ঠৰ পৰা অশ্মক নামক পুত্ৰ লাভ কৰিছিল আৰু কুৰুবংশ ৰক্ষাৰ কাৰণে মহৰ্ষি বেদব্যাসৰ পৰা আমিও উৎপন্ন হৈছোঁ, এই কথা তুমিও জানা।

অতএৱ হে আনিন্দিতে, এইবোৰ কথা বিবেচনা কৰি মোৰ বাক্য প্ৰতিপালন কৰা।

বেদবেত্তা সকলে কয় যে ধৰ্মীয়ই হওক বা অধৰ্মীয়ই হওক, ভৰ্ত্তাই ভাৰ্য্যাক যি কব, ভাৰ্য্যাৰ সেইটো অৱশ্য কৰ্তব্য। মই কৃতাঞ্জলি হৈ তোমাক এই বিষয়ে অনুৰোধ কৰিছো।"

এইৰূপ বহুবিতৰ্কৰ পাছত পতি হিতৈষীনী কুন্তীয়ে পুত্ৰৰ বাবে পাণ্ডুৰ অত্যাধিক আগ্ৰহ বুজি পাই তেওঁক ক'লে - হে মহাৰাজ! বাল্যাৱস্থাত মোৰ ভক্তি আৰু পৰিচৰ্য্যাত তুষ্ট হৈ মহৰ্ষি দুৰ্বাসাই মোক এটি মন্ত্ৰ প্ৰদান কৰিছে। সেই মন্ত্ৰ উচ্চাৰণ কৰি মই যি দেৱতাকে আহ্বান কৰিম তেওঁৰে প্ৰসাদত মই পুত্ৰৱতী হব পাৰোঁ। তুমি যদি নিতান্তই পুত্ৰৰ অভিলাষী হৈছা, তেন্তে তোমাৰ আজ্ঞা পালনৰ কাৰণে মই কোনো এজন দেৱতাক আহ্বান কৰি পুত্ৰ প্ৰাৰ্থনা কৰিব পাৰোঁ।

ৰাজৰ্ষি পাণ্ডুৱে অতিশয় আহ্লাদিত হৈ ধৰ্মক অহ্বান কৰিবলৈ কুন্তীক

অনুৰোধ কৰিলে। কুন্তীয়ে স্বামীৰ আদেশ অনুসাৰে বিবিধ উপচাৰেৰে ধৰ্মৰ উদ্দেশ্যে পূজা সমাপন কৰি দুৰ্বাসাই দিয়া মন্ত্ৰ জপ কৰিব ধৰিলে।

মন্ত্ৰৰ প্ৰভাবত ধৰ্মদেৱ তেজোময় বিমানত উঠি উপস্থিত হ'ল; আৰু কুন্তীৰ অভিপ্ৰায় জানি যোগমূৰ্ত্তি ধাৰণ কৰি কুন্তীক আবিষ্ট কৰিলে। যথাকালত কাতি মাহত শুক্লা পঞ্চমী তিথিত জ্যোষ্ঠা নক্ষত্ৰৰ অভিজিৎ মুহূৰ্ত্তত কুন্তীৰ এক পুত্ৰ ভূমিষ্ঠ হ'ল। সেই সময়ত দৈৱবাণী হ'ল "পাণ্ডুৰ এই প্ৰথম পুত্ৰ যুধিষ্ঠিৰ নামে খ্যাত হব আৰু তেওঁ অতি বিক্ৰমশালী পৰমধাৰ্মিক যশস্বী তেজস্বী আৰু ব্ৰতচাৰী নৰপতি হব।

ৰাজৰ্ষি পাণ্ডুৱে সেই পৰম ধাৰ্মিক পুত্ৰ লাভ কৰি এটি অমিত বলশালী পুত্ৰৰ বাবে কুন্তীক অনুনয় কৰিলে। কুন্তী স্বামীৰ আজ্ঞা পালন কৰি বায়ুৰ পৰা ভীম পৰাক্ৰম পুত্ৰ প্ৰাপ্ত হ'ল - তেওঁৰ নাম হ'ল ভীম। এদিন কুন্তীৰ কোলাৰ পৰা শিশু ভীম শিলৰ ওপৰত পৰি গ'ল, তাতে শিলহে ভগ্ন হ'ল কিন্তু ভীম আহত নহ'ল। ইয়াতে সকলো বিস্মিত হৈছিল।

ইফালে যি দিনাই ভীমৰ জন্ম হ'ল, সেই দিনাই হস্তিনাপুৰত ধৃতৰাষ্ট্ৰৰ প্ৰথম পুত্ৰ দুৰ্য্যোধনৰ জন্ম হ'ল।

ভীমৰ জন্ম হোৱাৰ পাাছত পাণ্ডুৱে চিন্তা কৰিলে - "কেনেকৈ মই সৰ্বলোক শ্ৰেষ্ঠ এক পুত্ৰ লাভ কৰিম। ইন্দ্ৰ দেৱতা বিলাকৰ ৰজা আৰু অপৰিমেয় বলবীৰ্য সম্পন্ন। মই তপস্যা কৰি তেওঁক সন্তুষ্ট কৰি এক বলশালী পুত্ৰ প্ৰাৰ্থনা কৰিম।"

দেৱৰাজ ইন্দ্ৰৰ কৃপাত এক সৰ্বলোক শ্ৰেষ্ঠ পুত্ৰলাভৰ কামনাত পাণ্ডুৱে তপস্যা আৰম্ভ কৰিলে আৰু কুন্তীক সম্বৎসৰ ব্যাপী শুভব্ৰত গ্ৰহণ কৰিববলৈ আদেশ দিলে। পাণ্ডুৰ উগ্ৰ তপস্যাত তুষ্ট হৈ দেৱৰাজ ইন্দ্ৰই তেওঁক দৰ্শন দি ক'লে - "মই তোমাক ত্ৰিলোক বিখ্যাত এক শ্ৰেষ্ঠ পুত্ৰ প্ৰদান কৰিম। সেই পুত্ৰ সকলোৰে বান্ধৱ, গো-ব্ৰাহ্মণৰ হিতকাৰক আৰু সমস্ত শত্ৰু বিনাশক হব।"

তাৰ পাছত পাণ্ডুৰ উপদেশত কুন্তীয়ে দেৱৰাজক আহ্বান কৰি অৰ্জ্জুনক পুত্ৰ ৰূপে লাভ কৰিলে। অৰ্জ্জুন জন্মিবৰ সময়ত আকাশবাণী হ'ল "পুৰন্দৰ সদৃশ এই কুমাৰ বীৰ্য্যশালী ব্যক্তি সকলৰ ভিতৰত শ্ৰেষ্ঠ হব। এওঁ মহাদেৱক তুষ্ট কৰিব আৰু দৈত্যবিলাকক বিনাশ কৰিব।"

আকাশত দেৱতা বিলাকে পুষ্প বৃষ্টি কৰিব ধৰিলে। ভৰদ্বাজ, গৌতম, বিশ্বামিত্ৰ, জমদগ্নি, বশিষ্ঠ আৰু অত্ৰিমুনি তাত উপস্থিত হ'ল, মুনিবিলাকে স্বস্ত্যয়ন মন্ত্ৰ জপ কৰিব ধৰিলে, দ্বাদশ আদিত্য, একাদশ ৰুদ্ৰ, অষ্টবসু, বিশ্বদেৱসকল, সাধ্যগন, মৰুৎগণ আকাশত আবিৰ্ভূত হৈ পাণ্ডুপুত্ৰৰ মহিমা বৰ্দ্ধন কৰিলে।

ৰজা পাণ্ডুৰ অনুৰোধত কুন্তীয়ে মাদ্ৰীক সেই মন্ত্ৰ উচ্চাৰণ কৰি কোনো এজন দেৱতাক স্মৰণ কৰিবলৈ ক'লে। মাদ্ৰীয়ে যুগল দেৱতা অশ্বিনী কুমাৰ দুজনক আহ্বান কৰি নকুল আৰু সহদেৱ এই দুইটি যমজ পুত্ৰ লাভ কৰিলে।

ৰাজৰ্ষি পাণ্ডুৱে সেই পুত্ৰ বিলাকক দেৱতুল্য আৰু মহাতেজস্বী দেখি পৰম আনন্দিত হ'ল। পাণ্ডৱসকল শতশৃঙ্গত বাস কৰি থকা মুনি আৰু মুনিপত্নী সকলৰ অতিশয় প্ৰীতিৰ পাত্ৰ হৈ উঠিল।

## ধৃতৰাষ্ট্ৰৰ পুত্ৰবিলাকৰ জন্ম ঃ

ইফালে এদিন ভোক আৰু শ্ৰমত আতুৰ হৈ ভগৱান দ্বৈপায়ণ ঋষি গান্ধাৰীৰ ওচৰত উপস্থিত হ'ল। গান্ধাৰীয়ে সেৱা আৰু যত্নৰে মহৰ্ষিক অতিশয় পৰিতুষ্ট কৰিলে। অৱশেষত গান্ধাৰী ব্যাসদেৱৰ ওচৰত "মোৰ ভৰ্ত্তাৰ সদৃশ এশ পুত্ৰ হওক" এই বৰ প্ৰাৰ্থনা কৰিলে। ব্যাসদেৱে তেওঁক সেই বৰ প্ৰদান কৰি প্ৰস্থান কৰিলে।

তাৰ পাছত গান্ধাৰী ধৃতৰাষ্ট্ৰৰ পৰা যথাকালত গৰ্ভধাৰণ কৰিলে; কিন্তু দুই বছৰ অতীত হৈ যোৱাতো কোনো সন্তান ভূমিষ্ঠ নহ'ল। এই সময়ত কুন্তীৰ জ্যেষ্ঠ পুত্ৰ ভূমিষ্ঠ হোৱাৰ সংবাদ হস্তিনাপুৰত পৌছিল। তাকে শুনি গান্ধাৰী অতিশয় দুঃখিতা আৰু অধীৰা হৈ নিজৰ উদৰত যত্ন সহকাৰে আঘাত কৰিলে। সেই আঘাতত তেওঁৰ গৰ্ভৰ পৰা লৌহপিণ্ডৰ দৰে এক মাংসপেশীৰ পিণ্ড ভূমিষ্ঠ হ'ল। গান্ধাৰীয়ে সেই পিণ্ড পৰিত্যাগ কৰিবৰ উদ্যোগ কৰিলে। মহৰ্ষি ব্যাসে এই কথা জ্ঞাত হৈ এই সময়তে গান্ধাৰীৰ ওচৰত উপস্থিত হ'ল।

ব্যাসদেৱে ক'লে "হে সুবলকন্যে! মই যি কৈছোঁ, সেয়ে হব। এতিয়া এক শ ঘৃতপূৰ্ণ কুম্ভ প্ৰস্তুত কৰোৱা আৰু মাংসপেশী শীতল পানীৰে সিক্ত কৰা।"

ক্ৰমে জলসিক্ত হৈ সেই মাংসপেশী বহুধা বিদীৰ্ণ হৈ গ'ল। মহাতপা ব্যাসদেৱে স্বয়ং সুশীতল পানীৰে সেই মাংস পেশীৰ ভিন্ন ভিন্ন ভাগ কল্পনা কৰিলে। তেওঁ যেনে যেনে ভাগ কৰিব ধৰিলে, ধাত্ৰীয়ে তেতিয়াই তেতিয়াই তাক পৃথক ঘৃতকুম্ভত পেলাই দিলে।

এই সময়ত গান্ধাৰীৰ শতপুত্ৰৰ লগতে এটি কন্যা লাভৰ আগ্ৰহ জন্মিল। ঠিক সেই সময়তে ব্যাসদেৱে মাংসখণ্ডৰ এশ ভাগ গণনা কৰি গান্ধাৰীক ক'লে - "এই তোমাৰ শতপুত্ৰ সম্পূৰ্ণ হ'ল, দৈৱযোগে এক ভাগ অতিৰিক্ত হৈছে, তোমাৰ অভিলাষ মতে ইয়াত এটি সুভগা কন্যা জন্মিব।" আন এটি ঘৃতকুম্ভ অনাই ব্যাসদেৱে তাতে সেই কন্যাভাগ প্ৰক্ষেপ কৰিলে। কুম্ভবোৰ সুগুপ্ত স্থানত ৰক্ষিত হ'ল।

"দুইবছৰ পাছত কুম্ভবোৰ উদ্ঘাটন কৰিবা" গান্ধাৰীক এই উপদেশ দি ব্যাসদেৱ পুনৰ্বাৰ তপস্যাৰ নিমিত্তে হিমালয়লৈ গমন কৰিলে।

যথাসময়ত সেইবোৰ মাংস খণ্ডৰ ভিতৰত দুৰ্য্যোধনৰ জন্ম হ'ল। দুৰ্য্যোধন জন্ম গ্ৰহণ কৰা মাত্ৰকে গাধৰ দৰে শব্দ কৰি চিঞৰিব ধৰিলে। সেই চিঞৰ শুনি গাধ, শগুন, শিয়াল আৰু কাউৰী বিলাকে প্ৰতিশব্দ কৰিবলৈ ধৰিলে; সেই সময়ত প্ৰচণ্ড বায়ু বলিব ধৰিলে আৰু চাৰিওফালে অগ্নিশিখা দেখা যাবলৈ ধৰিলে।

চাৰিওফালে সেই সমস্ত অশুভ লক্ষণ দেখি ব্ৰাহ্মণসকলে আৰু মহামতি বিদুৰে ধৃতৰাষ্ট্ৰক কবলৈ ধৰিলে— "হে ৰাজন। আপোনাৰ জ্যেষ্ঠ পুত্ৰ উৎপন্ন হোৱাত যেনে প্ৰকাৰ অশুভ লক্ষণবোৰ প্ৰকাশিত হব ধৰিছে, তাৰ পৰা এইটো সুস্পষ্ট ভাৱে বোধ হৈছে যে এই কুমাৰ কুলক্ষয়কাৰী হব; সুতৰাং ইয়াক পৰিত্যাগ কৰিলেই কুলৰ শান্তি হব পাৰে, নতুবা মহান অনিষ্ট হব। হে মহাৰাজ! আপুনি এই এক জনক পৰিত্যাগ কৰি এই বংশৰ আৰু জগতৰ মঙ্গল বিধান কৰক।

চাওক, শাস্ত্ৰমতে কুলৰক্ষাৰ বাবে একজনক পৰিত্যাগ কৰিব লাগে, গ্ৰাম ৰক্ষাৰ বাবে এটা কুলক পৰিত্যাগ কৰিব লাগে, দেশৰক্ষাৰ বাবে গ্ৰাম পৰিত্যাগ কৰিব লাগে।"

কিন্তু ৰজা ধৃতৰাষ্ট্ৰই পুত্ৰস্নেহৰ বাবে সেই বাক্যত কৰ্ণপাত নকৰিলে। তাৰ পাছত একমাহৰ ভিতৰত ধৃতৰাষ্টৰ পুৰা এশ পুত্ৰ আৰু এক কন্যা উৎপন্ন হ'ল। সেইবৎসৰ ধৃতৰাষ্ট্ৰৰ পৰিচৰ্য্যাকাৰিণী এক বৈশ্যাৰ গৰ্ভত তেওঁৰ যযুৎসু নামক পুত্ৰৰ জন্ম হৈছিল।

ধৃতৰাষ্ট্ৰৰ পুত্ৰবিলাকৰ ভিতৰত দুৰ্যোধন আৰু দুঃশাসন সমধিক বিখ্যাত। ধৃতৰাষ্ট্ৰৰ কন্যাৰ নাম দুঃশলা। যথাসময়ত সিন্ধুৰাজ জয়দ্ৰথৰ লগত এওঁৰ বিবাহ হৈছিল।

## পাণ্ডুৰ দেহত্যাগ ঃ

ইফালে মহীপতি পাণ্ডুৱে প্ৰিয়দৰ্শন পাঁচপুত্ৰ লৈ পৰম সুখে কিছুদিন অতিবাহিত কৰিলে।

**এবাৰ বসন্তকালত ৰজা পাণ্ডু মাদ্ৰীৰ লগত বনৰ মাজত ভ্ৰমণ কৰি কৰি বনৰ শোভা আৰু মাদ্ৰীৰ ৰূপ লাৱণ্যত মোহিত আৰু চঞ্চল চিত্ত হৈ বলপূৰ্বক পত্নীক আলিঙ্গন কৰিলে। মাদ্ৰীয়ে বাৰংবাৰ নিষেধ কৰাতো নিবৃত্ত নহ'ল। দৈৱ নিবন্ধন অখণ্ডনীয়। ৰজাই মৃগশাপ পাহৰি গ'ল।**

মাদ্ৰীক আলিঙ্গন কৰা মাত্ৰকে ৰজাৰ প্ৰাণ বিয়োগ হ'ল। তেতিয়া মাদ্ৰীয়ে উচ্চৈঃস্বৰে ক্ৰন্দন আৰু আৰ্ত্তনাদ কৰিব ধৰিলে। একাকিনী কুন্তী ওচৰলৈ গৈ দেখিলে যে মাদ্ৰীয়ে ৰজাৰ মৃতদেহ আলিঙ্গন কৰি ৰোদন কৰিব ধৰিছে।

মাদ্ৰীয়ে সকাতৰে ক'লে —"দেৱি! মোৰ অপৰাধ নাই, মই পুনঃ পুনঃ নিষেধ কৰা সত্ত্বেও দুৰ্দ্দৈৱবশতঃ ৰজাই মৃগশাপ পাহৰি নিজক সংযত কৰি ৰাখিব পৰা নাই। দৈৱ অলঙ্ঘনীয়, সেই কাৰণেই ৰাজৰ্ষিৰ মতিভ্ৰম ঘটিল।"

তেতিয়া কুন্তীয়ে ৰোদন কৰি কৰি ক'লে - "ভদ্ৰে! গি হবৰ হৈ গৈছে। মই জ্যেষ্ঠা পত্নী, শ্ৰেষ্ঠ ধৰ্মফল মোৰেই প্ৰাপ্য। মই পতিৰ সহগমন কৰিম, তুমি বালক কেইটিক চাবা।"

মাদ্ৰীয়ে ক'লে - "আৰ্য্যে! এওঁ মোৰ কাৰণেই প্ৰাণত্যাগ কৰিছে; যমৰ ঘৰলৈকে ময়ে সহগমন কৰিম। মোক বাধা নিদিবা। মই এই ভিক্ষা কৰিছোঁ, মহাৰাজৰ দেহৰ লগতে মোৰো দেহ দাহন কৰা; আৰু মোৰ দুই পুত্ৰক প্ৰতিপালন কৰিবা।"

মাদ্ৰীয়ে এইবুলি পাণ্ডুৰ মৃতদেহ আলিঙ্গন কৰি প্ৰাণত্যাগ কৰিলে।

## পাণ্ডুপুত্ৰ বিলাকৰ হস্তিনাপুৰলৈ আগমন ঃ

ইয়াৰ পাছত শতশৃঙ্গত থকা মহৰ্ষি তপস্বীসকলে আলোচনা কৰি পাণ্ডুৰ পুত্ৰ বিলাকক ভীষ্ম আৰু ধৃতৰাষ্ট্ৰৰ ওচৰত সমৰ্পন কৰি দিয়াটোকে স্থিৰ কৰিলে। তেওঁলোকে তেতিয়াই কুন্তীসহ পাণ্ডুৰ পাঁচপুত্ৰক পাণ্ডুৰ আৰু মাদ্ৰীৰ মৃতদেহ লৈ হস্তিনাপুৰ অভিমুখে যাত্ৰা কৰিলে। কেইবা শ গুহ্যকেও অনুগমন কৰিলে। কেইদিন মানৰ ভিতৰতে হস্তিনাপুৰত উপস্থিত হৈ তপস্বীসকলে দ্বাৰপাল বিলাকৰ দ্বাৰা ৰাজসভালৈ সংবাদ পঠিয়াই দিলে। হাজাৰ হাজাৰ গুহ্যক আৰু মুনিবিলাকৰ সমাগম দেখি পুৰবাসী বিলাক বিস্মিত হ'ল।

ৰাজ পৰিয়ালৰ ভীষ্ম বাহলীক আদি আৰু মহিষী সকলৰো দেৱী সত্যৱতী গান্ধাৰী আদি সকলোৱে মুনিবিলাকৰ ওচৰলৈ আহি উপস্থিত হ'ল। দুৰ্যোধন প্ৰভৃতি এশ ভ্ৰাতৃও বিচিত্ৰ ভূষণত ভূষিত হৈ আহিল। ভীষ্মই পাদ্য অৰ্ঘ্য দি মহৰ্ষি বিলাকক পূজা কৰিলে। সমবেত পুৰবাসী জনপদবাসী আৰু কৌৰৱ সকলে ঋষি সকলক প্ৰণাম কৰি উপবেশন কৰিলে। ঋষিসকলৰ ভিতৰৰ পৰা বৃদ্ধতম মহৰ্ষিজনে কবলৈ ধৰিলে— "কৌৰৱসকলৰ ৰাজত্বৰ অধিকাৰী ৰজা পাণ্ডু শতশৃঙ্গ পৰ্বতত বাস কৰি আছিল। তাত তেওঁ ব্ৰহ্মচৰ্য্য অবলম্বন কৰি থকাত কোনো এক দিব্য কাৰণবশতঃ সাক্ষাৎ ধৰ্মৰাজৰ পৰা কুন্তীগৰ্ভত ৰজা পাণ্ডুৰ এই পুত্ৰই জন্ম গ্ৰহণ কৰিছে — এওঁৰ নাম যুধিষ্ঠিৰ। সেইজন কুমাৰৰ নাম ভীম; তেওঁ পবন ৰাজৰ পৰা জন্ম লৈছে আৰু এইজন দেৱৰাজ ইন্দ্ৰৰ পৰা জন্ম লাভ

কৰিছে। এওঁ সত্যপৰাক্ৰম, নাম অৰ্জ্জুন। অশ্বিনীকুমাৰদ্বয়ৰ পৰা মাদ্ৰীৰ গৰ্ভত এই দুটি যমজ কুমাৰ হৈছে — এওঁলোকৰ নাম নকুল আৰু সহদেৱ। এই পাঁচ কুমাৰ পাণ্ডুৰ পাঁচ পুত্ৰ।

আজি সোতৰ দিন হ'ল, সাধু আৰু মহাত্মা ৰজা পাণ্ডুৱে পিতৃ লোকলৈ গমন কৰিছে আৰু মাদ্ৰীয়েও পতিৰ লগতে পতিলোকলৈ গমন কৰিছে। তেওঁলোকৰ দেহ লৈ অহা হৈছে - এতিয়া তোমালোকে তেওঁলোকৰ পাৰলৌকিক ক্ৰিয়া নিৰ্বাহ কৰা।"

তাপসসকলে কৌৰৱ সকলক এইখিনি কথাকৈ তেওঁলোকে চাই থাকোঁতে থাকোঁতে গুহ্যকবিলাকৰ লগত অন্তৰ্হিত হ'ল। ইয়াত সকলো বিস্ময়বিষ্ট হ'ল।

তাৰ পাছত ধৃতৰাষ্ট্ৰই ৰাজবিধান অনুসাৰে ৰাজসিংহ পাণ্ডুৰ আৰু মাদ্ৰীৰ প্ৰেতকাৰ্য নিৰ্বাহ কৰালে।

দাহকাৰ্য্য শেষ হোৱাত পাণ্ডৱবিলাকৰ লগত কৌৰৱবিলাকেও (কুৰুবংশীয় সকলোৱে) শোকবিহ্বল চিত্তে তৰ্পণ কৰিলে। যথাকালত পাণ্ডুৰ শ্ৰাদ্ধ ক্ৰিয়া সম্পন্ন হ'ল।

ইয়াৰ কিছুদিন পাছত মহৰ্ষি ব্যাসদেৱে আহি শোকাগ্ৰস্তা মাতৃ সত্যৱতীক ক'লে "মাতৃ! সুখৰ দিন অতীত হৈছে, এতিয়া দাৰুণ সময় উপস্থিত হৈছে। দিনে দিনে পাপৰ বৃদ্ধি হব ধৰিছে।

পৃথিবীৰ যৌৱনকাল গত হ'ল - এতিয়া পূৰ্বৰ দৰে শস্য উৎপন্ন নহব। ইয়াৰ পাছত কালৰ প্ৰভাৱত নানা প্ৰকাৰ মায়াজালৰ দৰুণ ধৰ্ম কাৰ্য আৰু আচাৰ বিনষ্ট হব। নানা প্ৰকাৰ দোষ সমাজত দেখা দিব। কুৰুবিলাকৰ দুৰ্নীতিত ভূমণ্ডল উৎসন্ন প্ৰায় হব।

অতএৱ আপুনি তপোবনলৈ যাওক। তাত চিত্তবৃত্তি নিৰোধ কৰি যোগৰ আশ্ৰয় গ্ৰহণ কৰক। নিজৰ বংশৰ ঘোৰ সংশয় চাই নাথাকিব।"

সত্যৱতীয়ে "তথাস্তু" বুলি তাকেই স্বীকাৰ কৰিলে। তেওঁৰ দুই পুত্ৰবধূ অম্বিকা আৰু অম্বালিকাও তেওঁৰ লগতে যাবলৈ ইচ্ছা প্ৰকাশ কৰিলে।

ইয়াৰ পাছত ভীষ্মক সম্ভাষণ কৰি সত্যৱতী পুত্ৰবধূ দুগৰাকীক লৈ বনলৈ গ'ল আৰু ঘোৰ তপস্যাত ব্ৰতী হ'ল। যথাকালত দেহত্যাগ কৰি তেওঁলোকে সদগতি লাভ কৰিলে।

## ভীম আৰু দুৰ্য্যোধন ঃ

হস্তিনাপুৰত পাণ্ডুৰ পুত্ৰবিলাকে আৰু ধৃতৰাষ্ট্ৰৰ পুত্ৰ বিলাকে অতি আনন্দেৰে বাল্য ক্ৰীড়া কৰি থাকিছিল। তাৰ ভিতৰত ভীমে দুৰ্য্যোধন প্ৰভৃতিক উৎপীড়ন কৰিছিল। কেতিয়াবা কেতিয়াবা ভীমে হয়তো দুৰ্য্যোধন হঁতক বলেৰে

ধৰি আনি ইটোৰ মূৰৰ লগত সিটোৰ মূৰ ঠোকাঠুকি ঘহাঁ ঘঁহি কৰি দিছিল, কেতিয়াবা কেতিয়াবা মাটিত ঘহঁনি খুৱাই টানি লৈ গৈছিল আৰু কেতিয়াবা পানীত খেলা কৰিবৰ সময়ত একেলগে হয়তো দহজনক ধৰি পানীত ডুবাই ৰাখিছিল আৰু একেবাৰে উশাহ্ লব নোৱাৰি অজ্ঞান অৱস্থা পোৱা যেন বুজিলে হে এৰি দিছিল। দুৰ্য্যোধনহঁত গছত উঠিলে ভীমে গছ জোপা লৰাই দি সিহঁতক গছৰ পৰা পেলাই দিছিল।

ভীমে তামাছা কৰিয়েই এইবোৰ কৰিছিল; কিন্তু দুৰ্য্যোধনে ভীমৰ লগত বলত সমকক্ষ নোহোৱাত কৌশলে ভীমৰ প্ৰাণহানিৰ চেষ্টা কৰিব ধৰিলে।

এদিন গঙ্গাৰ পাৰত বালক বিলাকৰ বাবে নানা প্ৰকাৰ খেলাধূলা আৰু সুমিষ্ট খাদ্যাদিৰ আয়োজন হ'ল। দুৰ্য্যোধনে আগৰ পৰাই কিছু ভোজ্য দ্ৰব্যত বিহ মিহলাই থৈছিল। পাছত তেওঁ সেইখিনি খাদ্য দ্ৰব্য ভীমক খাবলৈ দিলে। লুভীয়া ভীমে লোভত পৰি বিহ মিহলোৱা খাদ্য প্ৰচুৰ পৰিমাণে খালে।

খেলাধূলা হৈ যোৱাৰ পাছত অন্যান্য বালক বিলাক বিশ্ৰাম কৰিবলৈ গ'ল কিন্তু ভীম বিষৰ ক্ৰিয়াত অচেতন হৈ নদীৰ পাৰতে পৰি থাকিল। সেই সময়তে দুৰ্য্যোধনে ভীমক লতাৰে বান্ধি পানীত পেলাই দিলে।

ভীমৰ দেহৰ ভৰত পানীত থাক কিছুমান নাগ আহত হ'ল আৰু ভীমক দংশন কৰিলে। সেই নাগদংশনৰ বিষে ভীমৰ উদৰত থকা বিষৰ ক্ৰিয়া নষ্ট কৰি পেলালে। ভীমে সংজ্ঞা লাভ কৰি নাগ বিলাকক প্ৰহাৰ কৰিব ধৰিলে।

সেই সংবাদ পাই নাগৰাজ বাসুকি তৎক্ষণাৎ সেই ঠাইত উপস্থিত হ'লহি। ভীমৰ ককাক কুন্তিভোজ নাগৰাজৰ দৌহিত্ৰ। নাগৰাজে ভীমৰ পৰিচয় জানিব পাৰি তেওঁক নাগলোকলৈ অনি অমৃত কুণ্ডৰ ৰস পান কৰিবলৈ দিলে। ভীমে ক্ৰমে আঠোটা কুণ্ডৰ ৰস পান কৰি অযুত হস্তীৰ বল লাভ কৰিলে। তাৰ পাছত তেওঁ নাগৰাজে নিৰ্দ্দেশ দিয়া মতে দিব্য শয্যাত শয়ন কৰিলে আৰু মধুৰ টোপনিত পৰিল।

ইফালে কুমাৰ বিলাকে নদীৰ পাৰত ভীমক নেদেখি ভাবিলে যে তেওঁ আগতে হস্তিনাপুৰলৈ গৈছে; কেৱল মাথোন দুৰ্য্যোধনহে আচল কাৰণটো জানিছিল। তেওঁ মনে মনে বৰ ৰং পাইছিল।

ৰাজধানীলৈ ঘূৰি আহিও যেতিয়া ভীমক দেখিবলৈ পোৱা নগ'ল যুধিষ্ঠিৰে মাকক ভীমৰ কথা সুধিলে আৰু ক'লে যে তেওঁলোকে বহুত অনুসন্ধান কৰিও ভীমক বিচাৰি নাপালে। তেতিয়া কুন্তীয়ে নিৰ্জ্জনে বিদুৰক মাতি আনি ক'লে - "খুৰা! ভীমক দেখা পোৱা নাই। দুৰ্য্যোধনে বিদ্বেষবশতঃ ভীমৰ তো কোনো অনিষ্ট কৰা নাই। এই আশঙ্কাত মই বৰ ব্যাকুল হৈছোঁ।"

বিদুৰে ক'লে - "হে কল্যাণি! দুৰ্য্যোধনৰ সম্পৰ্কে এইৰূপ মনোভাব

কেতিয়াও প্ৰকাশ নকৰিবা। সেই দুৰাত্মা ক্ৰুদ্ধ হ'লে আৰু বেছি অনিষ্ট সাধন কৰিব। মহামুনি ব্যাসদেৱে কৈছে যে পাণ্ডৱ বিলাক দীৰ্ঘায়ু হব; গতিকে ভয় নকৰিবা - ভীম নিশ্চয় ঘূৰি আহিব।"

অষ্টম দিনৰ দিনা ভীম মাতা আৰু ভাইবিলাকৰ মাজলৈ ঘূৰি আহিল। ভীমৰ মুখত সকলো বৃত্তান্ত শুনি যুধিষ্ঠিৰে ক'লে, "ভাই! এই কথা কোনোপধ্যে প্ৰকাশ নকৰিবা। এতিয়া আমি পৰস্পৰে পৰস্পৰক এনে ধৰণৰ বিপদৰ পৰা নিজক ৰক্ষা কৰিবলৈ যত্ন কৰিব লাগিব।" তেতিয়াৰ পৰা পাণ্ডৱ বিলাক বিশেষ সাৱধান হৈ থাকিল।

তাৰ পাছতো দুৰ্য্যোধনে পুনৰায় ভীমৰ খাদ্য দ্ৰব্যত তীক্ষ্ণবিষ মিহলাই দিলে; কিন্তু বৈশ্যাপুত্ৰ যুযুৎসৱে সেই কথা জানি ভীমক সাৱধান কৰি দিলে। ভীমে তথাপি সেই খাদ্য ভোজন কৰিলে আৰু জীৰ্ণ কৰি পেলালে।

পাণ্ডৱ সকলে দুৰ্য্যোধনৰ অনিষ্ট চেষ্টাৰ কথা জানিও তাক কোনো প্ৰকাৰে ব্যক্ত নকৰিলে।

# কৌৰৱ আৰু পাণ্ডৱৰ অস্ত্ৰ শিক্ষা

কৃপাচাৰ্য্য মহৰ্ষি গোতমৰ পুত্ৰ গৌতম শৰৰ সহিতে জন্ম গ্ৰহণ কৰিছিল, সেই কাৰণে তেওঁৰ নাম শৰদ্বান হৈছিল। গৌতমে তপস্যাৰে ধনুৰ্বেদৰ জ্ঞান আৰু সমস্ত অস্ত্ৰ লাভ কৰিছিল। তেওঁৰ তপস্যাত বিঘ্ন ঘটাবলৈ দেৱৰাজ ইন্দ্ৰই জানপদী নামা অপ্সৰাক পঠাই দিছিল।

সেই অপ্সৰাক দেখি গৌতমৰ চিত্ত চঞ্চল হোৱাত তেওঁৰ হাতৰ পৰা ধনুৰ্ব্বাণ খঁহি পৰিল কিন্তু তেওঁ ততালিকে চিত্ত সংযত কৰি সেই ঠাইৰ পৰা গুচি গ'ল।

মুনিৰ অজ্ঞাতে শৰস্তম্বত তেওঁৰ ৰেতঃ স্খলিত হৈছিল, তাৰে পৰা এটি পুত্ৰ আৰু এটি কন্যা জন্মে।

ৰজা শান্তনু মৃগয়া কৰিবলৈ যাওঁতে সেই অনাথ পুত্ৰ কন্যাক পাই কৃপাপৰবশ হৈ সিহঁতক লৈ আহি পালন কৰিছিল; সেই কাৰণে পুত্ৰটিৰ নাম কৃপ আৰু কণ্যাটিৰ নাম কৃপী হৈছিল।

গৌতমে তপস্যাৰ বলত সেই পুত্ৰকন্যাৰ বৃত্তান্ত জানিব পাৰি ৰজাৰ ওচৰত সিহঁতৰ পৰিচয় দিলে আৰু কৃপক ধনুৰ্বেদ, শাস্ত্ৰবিদ্যা আৰু গুপ্ত বিদ্যাবোৰ শিক্ষা দিলে। কৃপ ধনুৰ্বেদত পৰম আচাৰ্য্য হৈ উঠিল আৰু কৌৰৱ বংশীয় আৰু অন্য বিভিন্ন দেশৰ ৰাজকুমাৰ বিলাকক ধনুৰ্বেদ শিক্ষা দিব ধৰিলে।

**দ্ৰোণাচাৰ্য্য** ঃ হিমালয় পৰ্বতত গঙ্গাৰ পাৰত মহৰ্ষি ভৰদ্বাজে তপস্যা কৰিছিল। এদিন তেওঁ গঙ্গাত গা ধুবলৈ গৈছিল। সেই সময়ত অপ্সৰা গা ধুই পাৰত উঠিব ধৰিছিল, দৈৱক্ৰমে তেওঁৰ পৰিধেয় বস্ত্ৰ বায়ুৱে উৰাই লৈ গ'ল। তাকে দেখি মহৰ্ষিৰ চিত্ত ক্ষণিক চঞ্চল হোৱাত তেওঁৰ বীৰ্য্য স্খলন হ'ল। মহৰ্ষিয়ে দ্ৰোণত সেই বীৰ্য্য ৰক্ষা কৰিলে। কিছুদিন পাছত সেই বীৰ্য্যৰ পৰা দ্ৰোণৰ ভিতৰতে এক পুত্ৰৰ জন্ম হ'ল; এই কাৰণে তেওঁৰ নাম দ্ৰোণ হ'ল।

দ্ৰোণে ক্ৰমে ক্ৰমে বেদ আৰু বেদাঙ্গ অধ্যয়ন কৰিলে। অগ্নিৰ পৰা সম্ভূত অগ্নিবেশ নামৰ এক তপোধনে মহৰ্ষি ভৰদ্বাজৰ পৰা এক আগ্নেয় অস্ত্ৰ লাভ কৰিছিল, তেওঁ সেই আগ্নেয়াস্ত্ৰ গুৰুপুত্ৰ দ্ৰোণক প্ৰদান কৰিলে।

নৰপতি পৃষতৰ পুত্ৰ যজ্ঞসেনে (দ্ৰুপদ) ভৰদ্বাজৰ শিষ্য হৈ দ্ৰোণৰ লগত একেলগে খেলাধূলা আৰু অধ্যয়ন কৰিছিল। নৰপতি পৃষত ভৰদ্বাজৰ সখা আছিল। সেই সূত্ৰত দ্ৰুপদো দ্ৰোণৰ সখীত্বত আবদ্ধ হৈছিল। এদিন দ্ৰুপদে দ্ৰোণক ক'লে - "হে সখি! মই যেতিয়া ৰজা হ'ম মোৰ সমস্ত ৰাজ্য আৰু ধনসম্পত্তি তোমাৰ অধীনলৈ আহিব।"

যথাকালত ৰজা পৃষতৰ মৃত্যুৰ পাছত দ্ৰুপদ উত্তৰ পাঞ্চালৰ অধিপতি

হ'ল আৰু দ্ৰোণ তপস্যা কৰিবলৈ বনলৈ গ'ল। ইতিমধ্যে দ্ৰোণৰ পিতা ভৰদ্বাজেও স্বৰ্গ গমন কৰিলে।

তাৰ পাছত দ্ৰোণৰ লগত কৃপৰ ভগ্নী কৃপীৰ বিবাহ হ'ল। দ্ৰোণৰ এক পুত্ৰ জন্মিল আৰু সেই শিশু জন্মিয়েই অশ্বৰ দৰে হ্ৰেষাধ্বনি (স্থাম) কৰিলে। সেই কাৰণে তেওঁৰ নাম অশ্বত্থামা হ'ল।

সেই সময়ত সৰ্বজ্ঞান সম্পন্ন সৰ্বশাস্ত্ৰবিদ্ মহাত্মা জামদগ্ন্য পৰশুৰামে ব্ৰাহ্মণ বিলাকক সৰ্বস্ব দান কৰিবলৈ ধৰিছে বুলি শুনি দ্ৰোণ মহেন্দ্ৰ পৰ্বতলৈ পৰশুৰামৰ ওচৰলৈ গ'ল।

পৰশুৰামে ক'লে - "হে দ্ৰোণ; মোৰ সকলো ধন ব্ৰাহ্মণবিলাকক দান কৰিছোঁ - এই সসাগৰা ধৰণীও কশ্যপক দি দিছোঁ; এতিয়া মোৰ শৰীৰটো আৰু অস্ত্ৰ শস্ত্ৰ মাত্ৰ অৱশিষ্ট আছে। ইয়াৰ ভিতৰত তোমাক কি লাগে সোনকালে তাকে কোৱা, মই তাকেই তোমাক দিম।

দ্ৰোণে পৰশুৰামৰ সমগ্ৰ অস্ত্ৰ পাৰ্থনা কৰিলে। পৰশুৰামে "তথাস্তু" বুলি দ্ৰোণক প্ৰায়োগ, উপসংহাৰ আৰু ৰহস্য নিয়মৰ সহিত সমগ্ৰ ধনুৰ্বেদ প্ৰদান কৰিলে।

একদিন বালক অশ্বত্থামাই দুগ্ধ পান কৰিবৰ বাবে কান্দিব ধৰিলে। নিৰ্ধণ দ্ৰোণ কাতৰ চিত্তে এটা গাভী ভিক্ষা কৰি বহুস্থানত ভ্ৰমণ কৰিলে কিন্তু ধৰ্ম কাৰ্য্যৰ ব্যাঘাত নকৰি গাভী দিব পাৰে, এনে দাতা নাপালে। তেতিয়া দ্ৰোণৰ মনত পৰিল যে তেওঁৰ বাল্য সখা দ্ৰুপদৰাজে তেওঁক ঐশ্বৰ্য্য দানৰ প্ৰতিশ্ৰুতি দিছিল। পত্নী আৰু পুত্ৰক লগত লৈ দ্ৰোণ দ্ৰুপদৰাজৰ ওচৰ চাপি তেওঁক সেই পূৰ্ব প্ৰতিশ্ৰুতি সোঁৱৰাই দিলে।

কিন্তু ৰজা দ্ৰুপদে তেওঁক তাচ্ছিল্য কৰি ক'লে - "হে ব্ৰাহ্মণ! তোমাৰ লগত মোৰ সখিত্ব বা তোমাক প্ৰতিশ্ৰুতি দিয়াৰ কথা মোৰ মনত নপৰে। চোৱা সখিত্ব সমান অৱস্থাৰ মানুহৰ লগতহে হয়, তোমাৰ নিচিনা ভিক্ষুকৰ নিচিনা ব্যক্তিৰ লগত মোৰ নিচিনা ৰজাৰ সখিত্ব কেনেকৈ হব পাৰে? পিছে তুমি একবেলা আহাৰ কৰি গুচি যোৱা।

দ্ৰোণে ক্ৰোধত অধীৰ হৈ তৎক্ষণাৎ প্ৰস্থান কৰিলে আৰু দ্ৰুপদৰ প্ৰতি প্ৰতিশোধৰ চিন্তা কৰি কৰি হস্তিনাপুৰলৈ বুলি যাত্ৰা কৰিলে।

হস্তিনাপুৰত দ্ৰোণ কৃপাচাৰ্য্যৰ ভৱনত থাকিবলৈ ল'লে, বাহিৰত কাৰো ওচৰত নিজৰ পৰিচয় প্ৰকাশ নকৰিলে। কৃপাচাৰ্য্যই শিক্ষা দান কৰাৰ পাছত অশ্বত্থামাইও ৰাজকুমাৰ বিলাকক অস্ত্ৰশিক্ষা দিছিল কিন্তু কোনেও তেওঁক দ্ৰোণ পুত্ৰ বুলি জনা নাছিল।

## কৌৰৱকুমাৰ সকলৰ অস্ত্ৰ শিক্ষা ঃ

এদিনাখন যুধিষ্ঠিৰ দুৰ্য্যোধনাদি বালক বিলাকে নগৰৰ বাহিৰত গৈ লোৰ গুলিৰে খেলা কৰি আছিল, দৈৱাৎ সেই গুলি এটি পানী নথকা কুৱাৰ ভিতৰত পৰিল। কুমাৰ বিলাকে চেষ্টা কৰিও সেই গুলিটো তুলিব নোৱাৰিলে। সেই সময়ত এজন শ্যামবৰ্ণ, কৃশ আৰু বৃদ্ধ ভাৱাপন্ন ব্ৰাহ্মণ তালৈ আহি ঘটনা বুজিব পাৰি অলপ হাঁহি ক'লে - "হে বালকবৃন্দ! তোমালোকৰ অস্ত্ৰ শিক্ষাত ধিক্, যিহেতুকে তোমালোকে সামান্য কুৱা এটাৰ পৰা গুলিটো উদ্ধাৰ কৰিব নোৱাৰিলা। এই চোৱা! মই মোৰ আঙঠিটো কুৱাৰ ভিতৰত পেলাই দিছোঁ, পাছত তোমালোকৰ গুলি আৰু মোৰ আঙঠি ঈৰিকাৰে (খাগৰিৰে) তুলি আনিম। তোমালোকে মোক ভালকৈ ভোজন কৰাবা" এইবুলি দ্ৰোণে নিজৰ আঙঠিটো কুৱাৰ ভিতৰত পেলাই দিলে।

তেতিয়া যুধিষ্ঠিৰে ক'লে - "মহাশয়! যদি আপুনি কুৱাৰ পৰা গুলি উদ্ধাৰ কৰিব পাৰে, তেন্তে কৃপাচাৰ্যৰ অনুমতি ক্ৰমে সদায় ভিক্ষা পাব।"

দ্ৰোণে হাঁহি হাঁহি একমুঠা খাগৰি লৈ ক'লে — "মই এই খাগৰিক অস্ত্ৰমন্ত্ৰেৰে বীৰ্য্যশালী কৰিছোঁ, ইয়াৰ প্ৰভাৱ চোৱা। দ্ৰোণে এডাল খাগৰি লৈ কূপত থকা গুলিটো বিন্ধি পেলালে, আন এডাল খাগৰিৰে সেই খাগৰি ডাল বিন্ধিলে, এইদৰে ক্ৰমে ক্ৰমে খাগৰিৰে আগৰ আগৰ খাগৰিক বিদ্ধ কৰি অৱশেষত লাঠি স্বৰূপ পৰম্পৰাৰে গুলিকাটো তুলি আনিলে। তাৰ পাছত এপাত শৰ মাৰি আঙঠিটো বিদ্ধ কৰি উদ্ধাৰ কৰিলে।

কুমাৰ বিলাকে এই অদ্ভুত কৰ্ম দেখি বিস্মিত হৈ দ্ৰোণক অভিবাদন কৰি ক'লে — "ব্ৰহ্মাণ! আপুনি যি ক্ষমতা দেখুৱালে, সি আনৰ পক্ষে সম্ভৱ নহয়। আপুনি কোন? আৰু আমাৰ প্ৰতি কি আদেশ হয়, কওক।"

দ্ৰোণে ক'লে "তোমালোকে ভীষ্মৰ ওচৰত গৈ মোৰ ৰূপ আৰু কৰ্ম বৰ্ণনা কৰি কবা যে মই এই নগৰতে আছোঁ।"

## দ্ৰোণাচাৰ্য্যৰ গুৰুপদত বৰণ ঃ

**কুমাৰ বিলাকৰ লগত বিৱৰণ শুনি ভীষ্মই বুজিলে যে দ্ৰোণাচাৰ্য্য হস্তিনাপুৰলৈ আহিছে। তেতিয়া ভীষ্মই তেওঁক নিজৰ ভৱনলৈ মতাই অনালে আৰু তেওঁৰ হস্তিনাপুৰলৈ অহাৰ কাৰণ কি সুধিলে।**

**দ্ৰোণাচাৰ্য্যই অশ্বত্থামাক দুধ খুৱাবৰ অক্ষমতা আৰু তেওঁৰ পূৰ্বৰ সখি দ্ৰুপদৰ ওচৰত অৱমাননা এই সমস্ত বিৱৰণ দি ক'লে— "মই দ্ৰুপদৰ অৱমাননাৰ প্ৰতিশোধ গ্ৰহণ কৰিম এই প্ৰতিজ্ঞা পূৰণৰ বাবে গুণৱান শিষ্যৰ**

সন্ধানত কুৰুৰাজ্যলৈ আহিছোঁ। কোৱা! তোমাৰ কি প্ৰিয় কাৰ্য্য মই কৰিব লাগিব।"

মহাত্মা ভীষ্মই ক'লে, "হে মহাত্মন! আপুনি অনুগ্ৰহ কৰি কুমাৰ বিলাকক সম্যকৰূপে অস্ত্ৰ শিক্ষা দিয়ক আৰু আমাৰ পূজা গ্ৰহণ কৰি প্ৰীত হৈ প্ৰসন্নমনে সুখ ভোগ কৰি থাকক। কুৰুবংশৰ যাবতীয় ধন আৰু ৰাজ্য আপোনাৰ অধীনত থাকিব আৰু কুৰুবিলাক আপোনাৰ আজ্ঞাবহ হৈ থাকিব। হে বিপ্ৰৰ্ষে! আপুনি স্ব-ইচ্ছাতে এই ঠাইলৈ আহি আমাৰ প্ৰতি যৎপৰোনাস্তি অনুগ্ৰহ প্ৰকাশ কৰিছে।"

দ্ৰোণে ৰাজকুমাৰ বিলাকৰ অস্ত্ৰশিক্ষাৰ ভাৰ গ্ৰহণ কৰি নিৰ্জ্জনত সিহঁতক ক'লে — "হে শিষ্য সকল। মই উত্তম ৰূপে অস্ত্ৰ শিক্ষা দিম, কিন্তু অবশেষত তোমালোকে মোৰ এটা ইচ্ছা পূৰণ কৰিব লাগিব, সেইটো অঙ্গীকাৰ কৰা।"

তাকে শুনি দুৰ্য্যোধন প্ৰভৃতি কৌৰৱসকল নিৰৱে থাকিল কিন্তু অৰ্জ্জুনে ক'লে, "দেৱ! আপুনি যি আদেশ কৰিব, মই তাক নিশ্চয় পালন কৰিম।"

দ্ৰোণাচাৰ্য্য প্ৰীত হৈ অৰ্জ্জুনক আলিঙ্গন কৰি পুনঃ পুনঃ তাৰ মস্তকৰ ঘ্ৰাণ লবলৈ ধৰিলে। তেওঁৰ চকুৰ পৰা অবিৰল আনন্দাশ্ৰু নিৰ্গত হবলৈ ধৰিলে।

**অৰ্জ্জুনৰ অস্ত্ৰ শিক্ষা — দ্ৰোণৰ প্ৰতিশ্ৰুতি ঃ**

ইয়াৰ পাছত বৃষ্ণিবংশীয় অন্ধক বংশীয় আৰু বিভিন্ন দেশৰ ৰজা আৰু ৰাজপুত্ৰবিলাক আৰু সুতপুত্ৰ কৰ্ণ দ্ৰোণৰ ওচৰত অস্ত্ৰশিক্ষাৰ বাবে আহিল।

দুৰ্য্যোধনৰ সহায়ত কৰ্ণই অৰ্জ্জুনৰ লগত স্পৰ্দ্ধা দেখুৱাই পাণ্ডৱ বিলাকক নানা প্ৰকাৰ অৱমাননা কৰিব ধৰিলে; কিন্তু অৰ্জ্জুন শিক্ষা, বাহুবল, উদ্যোগ আৰু অস্ত্ৰবিদ্যাত অনুৰাগবশতঃ সকলোতকৈ প্ৰধান হৈ উঠিল। দ্ৰোণেও অৰ্জ্জুনক বিশিষ্ট যেন দেখি সবিশেষ উপদেশ দিবলৈ আৰম্ভ কৰিলে।

দ্ৰোণে শিষ্য বিলাকক প্ৰত্যেককে পানী আনিবৰ কাৰণে একোটি সৰুমুখৰ কমণ্ডলু দিছিল আৰু অশ্বত্থামাক এটি বহল মুখৰ কলহ দিছিল। অশ্বত্থামাই সেই কাৰণে সকলোতকৈ আগতে কলহটো ভৰাই পানী লৈ ঘূৰি আহিব পাৰিছিল। সেই অৱকাশতে দ্ৰোণে পুত্ৰক বিশেষ বিশেষ অস্ত্ৰৰ বিষয়ে শিক্ষা দিব পাৰিছিল। অৰ্জ্জুনে লক্ষ্য কৰি সেইটো বুজিব পাৰিলে; সেই কাৰণে অৰ্জ্জুনে বাৰুণ অস্ত্ৰৰ দ্বাৰা কমণ্ডলু ভাৰ্ত্তি কৰি অশ্বত্থামাৰ লগে লগে গুৰুৰ ওচৰত উপস্থিত হবলৈ ধৰিলে।

দ্ৰোণে অৰ্জ্জুনৰ অজ্ঞাতত ৰান্ধনিক আদেশ কৰিছিল যে সি যেন অৰ্জ্জুনক কেতিয়াও আন্ধাৰত ভোজন কৰিবলৈ নিদিয়ে। এদিন অৰ্জ্জুনে ভোজন কৰি থাকোঁতে হঠাৎ বায়ুত চাকি নুমাই গ'ল, অৰ্জ্জুনে আন্ধাৰতে ভোজন কৰি কৰি

লক্ষ্য কৰিলে যে অভ্যাসবশতঃ হাত ভোজ্য পাত্ৰত আৰু ভোজ্য পাত্ৰৰ পৰা মুখত আপোনা আপুনি সংলগ্ন হয়; সুতৰাং যিটোকে অভ্যাস কৰা যায়, সেয়েই বলৱৎ হৈ উঠে। তেতিয়াৰ পৰা অৰ্জ্জুনে ৰাতিৰ অন্ধকাৰত অদৃশ্য লক্ষ্যালৈ শৰ নিক্ষেপ অভ্যাস আৰম্ভ কৰিলে।

দ্ৰোণে ৰাতি ধনুৰ টঙ্কাৰ শুনি বিস্মিত হৈ অৰ্জ্জুনৰ ওচৰত উপস্থিত হ'ল। দ্ৰোণে বৰ প্ৰীত হৈ ক'লে - "বোপা! মই সচাঁকৈয়ে কৈছোঁ, এই পৃথিবীত তোমাৰ সমান ধনুৰ্দ্ধৰ যেন দ্বিতীয় প্ৰখ্যাত ব্যক্তি নাথাকে, তাৰ ব্যৱস্থা মই কৰিম।"

তাৰ পাছত দ্ৰোণাচাৰ্য্যই অৰ্জুনক ৰথত, গজত আৰু ভূমিত যুদ্ধ কৰিবলৈ বিশেষ বিশেষ ভাৱে শিক্ষা দিলে আৰু গদাযুদ্ধত, অসি সঞ্চালনত আৰু সংকীৰ্ণ যুদ্ধত অৰ্থাৎ একেসময়তে অনেক বাণ প্ৰয়োগ আৰু অনেকৰ লগত যুদ্ধ কৰা কৌশল শিক্ষা দিলে।

দ্ৰোণৰ খ্যাতি শুনি হাজাৰ হাজাৰ ৰজা আৰু ৰাজপুত্ৰ তেওঁৰ ওচৰলৈ ধনুৰ্বেদ শিক্ষাৰ বাবে সমাগত হ'ল।

এদিনাখন হিৰণ্যধনু নামক নিষাদৰাজৰ পুত্ৰ একলব্য দ্ৰোণৰ ওচৰত উপস্থিত হ'ল কিন্তু একলব্য নিষাদ পুত্ৰ আৰু তেওঁক শিষ্য কৰিলে ৰাজপুত্ৰ বিলাক অসন্তুষ্ট হব এইৰূপ বিবেচনা কৰি দ্ৰোণে একলব্যক শিষ্য স্বীকাৰ নকৰিলে। একলব্য ক্ষুণ্ণমনে দ্ৰোণক প্ৰণাম কৰি অৰণ্যলৈ গ'ল আৰু তাত দ্ৰোণৰ এক মৃত্তিকা মূৰ্ত্তি নিৰ্ম্মান কৰি সেই মূত্তিকে দ্ৰোণ কল্পনা কৰি একাগ্ৰচিত্তে ধনুৰ্বেদ শিক্ষা কৰিব ধৰিলে। একলব্যৰ পৰম শ্ৰদ্ধা আৰু একাগ্ৰতাৰ কাৰণে অস্ত্ৰবোৰৰ বিমোচন, আদান আৰু সন্ধান তেওঁৰ ওচৰত অতিশয় সহজ হৈ উঠিল।

## একলব্যৰ গুৰুদক্ষিণা ঃ

কিছুদিন পাছত এদিন দ্ৰোণাচাৰ্য্যৰ অনুমতি লৈ কুৰুপাণ্ডৱৰ কুমাৰ সকলে ৰথ লৈ অৰণ্যত মৃগয়া কৰিবলৈ গ'ল। এজন লোক জাল লৈ এটা কুকুৰসহ তেওঁলোকৰ পাছে পাছে যাবলৈ ধৰিলে।

অৰণ্যৰ মাজত সকলোৱে নিজ নিজ অভিৰুচি মতে নিজ নিজ কাৰ্য্যত বিচৰণ কৰিব ধৰিলে। সেই কুকুৰটোৱে কেনেবাকৈ য'ত একলব্যই অস্ত্ৰ শিক্ষাত ব্যস্ত আছিল তালৈ গৈ ভীষণ চিৎকাৰ কৰিব ধৰিলে। একলব্যই একেসময়তে কুকুৰৰ মুখত সাতপাত শৰ নিক্ষেপ কৰিলে। কুকুৰ পাণ্ডৱ বিলাকৰ ওচৰলৈ ঘূৰি আহিলত তেওঁলোক সেই অতি লঘু অস্ত্ৰ প্ৰয়োগ দেখি অতিশয় বিস্মিত হ'ল আৰু কোনে এইদৰে বাণৰ দ্বাৰা কুকুৰৰ মুখ বন্ধ কৰিছে অথচ আহত কৰা নাই

তাৰ অনুসন্ধান কৰি কৰি একলব্যৰ ওচৰত উপস্থিত হ'ল, কিন্তু জটাধাৰী বিকৃতবেশ একলব্যক কোনেও চিনিব নোৱাৰিলে।

পাণ্ডৱ সকলে একলব্যক তেওঁৰ পৰিচয়ৰ কথা সুধিলত তেওঁ ক'লে- "মই নিষাদ অধিপতি হিৰণ্যধনুৰ পুত্ৰ, দ্ৰোণাচাৰ্য্যৰ শিষ্য হৈ ধনুৰ্ব্বেদ শিক্ষা কৰিব ধৰিছোঁ।"

কুমাৰ সকলে হস্তিনাপুৰলৈ ঘূৰি আহি দ্ৰোণাচাৰ্যৰ ওচৰত সেই অদ্ভুত ঘটনাৰ কথা বৰ্ণনা কৰিলে। পিছত অৰ্জ্জুনে নিৰ্জ্জনত দ্ৰোণক ক'লে - "গুৰুদেৱ! আপুনি প্ৰীতিপূৰ্বক মোক কৈছিল যে মোতকৈ আপোনাৰ কোনো উৎকৃষ্ট শিষ্য নহব; তেন্তে একলব্যই কেনেকৈ মোতকৈ শ্ৰেষ্ঠ বিদ্যা লাভ কৰিলে?"

দ্ৰোণাচাৰ্য্য কিঞ্চিৎ চিন্তা কৰি অৰ্জ্জুনক লগত লৈ বনৰ মাজত প্ৰৱেশ কৰি একলব্যৰ ওচৰলৈ গ'ল। একলব্যই দ্ৰোণক দেখি সম্ভ্ৰমেৰে প্ৰণাম কৰি ক'লে- "গুৰুদেৱ। মই আপোনাৰ শিষ্য।"

দ্ৰোণে ক'লে "তুমি যদি মোৰ শিষ্য হোৱা, মোক গুৰু দক্ষিণা দিয়া।"

একলব্যই ক'লে "ভগৱন! গুৰুক অদেয় একো নাই, আজ্ঞা কৰক, কেনে দক্ষিণা মই আহৰণ কৰিম?"

তেতিয়া দ্ৰোণে গুৰু দক্ষিণা স্বৰূপ একলব্যৰ সোঁহাতৰ অঙ্গুষ্ঠটো বিচাৰিলে। সত্যবাক একলব্যই দ্ৰোণৰ নিদাৰুণ বাক্য শুনি প্ৰতিজ্ঞা পালনৰ বাবে প্ৰফুল্ল বদনে নিজৰ সোঁহাতৰ অঙ্গুষ্ঠটো ছেদন কৰি গুৰুক দান কৰিলে। তাৰ দ্বাৰা একলব্যৰ শীঘ্ৰে শৰ চালনাৰ সামৰ্থ্য নাথকিল।

তাৰ পাছত অৰ্জ্জুনে প্ৰীতচিত্তে দ্ৰোণৰ লগত হস্তিনাপুৰলৈ ঘূৰি আহিল।

## লক্ষ্যবেধ পৰীক্ষা ঃ

দুৰ্য্যোধন আৰু ভীম দ্ৰোণৰ এই দুই শিষ্য গদাযুদ্ধত পাৰদৰ্শী হৈ উঠিছিল। সিহঁত সততে পৰস্পৰৰ প্ৰতি ক্ৰুদ্ধ হৈ থাকিছিল।

অস্ত্ৰ প্ৰয়োগ বিষয়ত সমস্ত ৰহস্য জ্ঞানত অশ্বত্থামা সকলোতকৈ উৎকৃস্ট হৈ উঠিল। নকুল আৰু সহদেৱ অসিযুদ্ধত শ্ৰেষ্ঠ হ'ল।

অৰ্জুন সকলো বিষয়তে শ্ৰেষ্ঠ আৰু উৎকৃষ্ট হৈ উঠিল। বুদ্ধি উপায়, বল আৰু উৎসাহৰ সহিত সমস্ত অস্ত্ৰ প্ৰযোগৰ বিষয়ে নিপুণ আৰু ৰথযুদ্ধ বিষয়ত পাৰদৰ্শী হৈ তেওঁ ধৰাতলত বিখ্যাত হ'ল। বিশেষ বিশেষ অস্ত্ৰ চালনাত আৰু গুৰুভক্তি বিষয়ত তেওঁৰ সমান কোনো নাছিল। অৰ্জুন অদ্বিতীয় অতিৰথ বুলি গণ্য হ'ল।

ধৃতৰাষ্ট্ৰৰ পুত্ৰসকলে অধিক বলশালী ভীমসেনক আৰু কৃতবিদ্য অৰ্জুনক দেখি ঈৰ্ষান্বিত হৈ উঠিল।

একদিন শিষ্য বিলাকৰ লক্ষ্যবেধ শক্তি পৰীক্ষাৰ কাৰণে কুমাৰ-বিলাকক সমবেত কৰি এজোপা বৃক্ষৰ ওপৰত ৰক্ষিত কৃত্ৰিম পখী এটাক লক্ষ্য কৰিবলৈ ক'লে।

গুৰুৰ আদেশত প্ৰথমতঃ যুধিষ্ঠিৰে শৰ যোজনা কৰিলে। শৰ নিক্ষেপ কৰিবৰ পূৰ্বে দ্ৰোণে সুধিলে "হে যুধিষ্ঠিৰ! বৃক্ষত সেই পখীটো দেখিছানে?" যুধিষ্ঠিৰে উত্তৰ দিলে — "দেখিছো"।

দ্ৰোণে পুনঃ সুধিলে "আৰু কি কি দেখিছা"? যুধিষ্ঠিৰে উত্তৰ দিলে "মই আপোনাক, ভ্ৰাতৃসকলক আৰু বৃক্ষকো দেখিছোঁ।" দ্ৰোণে পুনঃ পুনঃ সুধিলেও যুধিষ্ঠিৰে একে উত্তৰকে দি থাকিল। তেতিয়া দ্ৰোণ অপ্ৰীতচিত্ত হৈ যুধিষ্ঠিৰক ক'লে - "যোৱা! এই লক্ষ্য বেধ কৰা তোমাৰ কাম নহয়।"

তাৰ পাছত দ্ৰোণে অৰ্জ্জুন ভিন্ন দুৰ্য্যোধন প্ৰভৃতি অপৰ অপৰ ৰাজ কুমাৰ সকলক এই ৰূপ লক্ষ্য কৰিবলৈ আদেশ দি প্ৰশ্ন সুধিলে, তেওঁলোকে সকলোৱে 'বৃক্ষাদি সমুদয় দেখিছো' এইদৰে উত্তৰ দিলে। দ্ৰোণে তেওঁলোকক ভৰ্ৎসনা কৰিলে।

অৱশেষত দ্ৰোণে অৰ্জুনক ক'লে - "বোপা! সেই লক্ষ্য চাই শৰ যোজনা কৰা।" তাৰ পাছত অৰ্জুনে শৰযোজনা কৰিলত সুধিলে "অৰ্জুন! তুমি কি কি দেখিছা?" অৰ্জুনে ক'লে "মই কেৱল পখীটোকে দেখিছোঁ, আন একো দেখা নাই।"

উত্তৰত দ্ৰোণ সন্তুষ্ট হৈ সুধিলে "পখীটো কেনে দেখিছা"? অৰ্জুনে ক'লে "মই পখীৰ মূৰটোহে মাথোন দেখিছোঁ, আন কোনো অংশ দেখা নাই।"

অৰ্জুনৰ এই উত্তৰ শুনি দ্ৰোণ হৰ্ষত লোমাঞ্চিত হ'ল আৰু অৰ্জুনক লক্ষ্যবেধ কৰিবলৈ আদেশ দিলে। অৰ্জুনে তৎক্ষণাৎ তীক্ষ্ণধাৰ বাণেৰে সেই কৃত্ৰিম পখীৰ মূৰটো কাটি পেলালে।

দ্ৰোণাচাৰ্য্যই হৃষ্ট চিত্তে অৰ্জুনক আলিঙ্গন কৰিলে আৰু মনে মনে নিশ্চয় কৰিলে যে যথাসময়ত দ্ৰুপদ ৰাজ অৱশ্যে পৰাজিত হব।

একদিন গঙ্গাস্নানৰ সময়ত এটা ঘৰিয়ালে দ্ৰোণাচাৰ্য্যৰ আঠুত কামুৰি ধৰি পানীৰ মাজলৈ লৈ যাবলৈ টানিব ধৰিলে। দ্ৰোণ সমৰ্থ হৈও স্বয়ং মুক্ত হবৰ চেষ্টা নকৰি শিষ্যবিলাকক সাহায্যৰ বাবে আহ্বান কৰিলে। অৰ্জুনে পাঁচটি বাণেৰে ঘৰিয়ালটোক বিদ্ধ কৰি গুৰুক মুক্ত কৰিলে আৰু আন বিলাক ৰাজকুমাৰ মূঢ়ভাৱে থিয় হৈ ৰৈ থাকিল।

দ্ৰোণ প্ৰীত হৈ অৰ্জুনকে সৰ্বশ্ৰেষ্ঠ শিষ্য বুলি গণ্য কৰিলে।

**অস্ত্ৰশিক্ষাৰ প্ৰদৰ্শনী ঃ**

ধৃতৰাষ্ট্ৰৰ পুত্ৰ সকল আৰু পাণ্ডুৰ পুত্ৰসকল অস্ত্ৰ শিক্ষাত কৃতবিদ্য হোৱাত দ্ৰোণাচাৰ্য্যৰ অভিলাষ অনুসাৰে ৰজা ধৃতৰাষ্ট্ৰাই তেওঁলোকৰ অস্ত্ৰবিদ্যা প্ৰদৰ্শনৰ বাবে এক সুবিস্তীৰ্ণ ৰঙ্গভূমি নিৰ্মান কৰালে। আচাৰ্য্য দ্ৰোণে শুভ তিথিত দেৱতা বিলাকক পূজা আৰু উপহাৰ প্ৰদান কৰিলে।

সেই ৰঙ্গভূমিত ৰজাবিলাকৰ বাবে, ৰাজমহিষী বিলাকৰ বাবে আৰু অন্যান্য মহিল সকলৰ, সম্ভ্ৰান্ত আৰু জনসধাৰণৰ বাবে দৰ্শনাগাৰ, মঞ্চ প্ৰভৃতি প্ৰস্তুত হ'ল।

নিৰ্দ্দিষ্ট দিন উপস্থিত হোৱাত ৰজা ধৃতৰাষ্ট্ৰই মন্ত্ৰীবিলাকৰ লগত ভীষ্ম আৰু কৃপাচাৰ্য্যক আগত লৈ মণিমুক্তা শোভিত সুবৰ্ণময় দৰ্শনালয়লৈ যাত্ৰা কৰিলে। মহাভাগ্যৱতী গান্ধাৰী আৰু কুন্তীয়ে অন্য অন্য ৰাজমহিলা আৰু দাসী বিলাকৰ সহিত মঞ্চত আৰোহণ কৰিলে। সৰ্বজাতি নৰনাৰীবিলাকে কুমাৰ সকলৰ অস্ত্ৰবিদ্যা নৈপুণ্যৰ প্ৰদৰ্শনী চাবলৈ ত্বৰান্বিত হৈ ৰঙ্গভূমিত সমবেত হ'ল। বাদ্যযন্ত্ৰ বিলাক বাজি উঠিল আৰু জনগণৰ কৌতুহল কোলাহল উত্থিত হ'ল।

সেই সময়ত শুক্লাম্বৰ, শুক্ল যজ্ঞোপৱীত, শুক্লকেশ, শুক্লশ্মশ্ৰু, শুক্লমাল্য আৰু শুক্লচন্দনেৰে সুশোভিত তেজঃপুঞ্জ আচাৰ্য্য দ্ৰোণে স্বীয় পুত্ৰৰ লগত ৰঙ্গ ভূমিত প্ৰৱেশ কৰিলে।

সেই ঠাইত আচাৰ্য্যই নিৰ্দ্দিষ্ট সময়ত দেৱপূজা কৰিলে। তাৰ পাছত মন্ত্ৰ জনা ব্ৰাহ্মণ বিলাকৰ দ্বাৰাই মঙ্গলাচৰণ কৰালে। তাৰ পাছত পুণ্যাহ কীৰ্ত্তন আৰম্ভ হ'ল। পুণ্যাহ কীৰ্ত্তন শেষ হোৱাৰ পাছত নিয়োজিত লোকবিলাকে ৰঙ্গমঞ্চ লৈ বিবিধ অস্ত্ৰ শস্ত্ৰ আৰু উপকৰণ লৈ আহিল। তাৰ পাছত যুধিষ্ঠিৰ প্ৰভৃতি ভাৰতবংশৰ মহাৰথ আৰু মহাবীৰ্য্য কুমাৰ সকল কৰ্কালত টঙালি বান্ধি অঙ্গুলিত্ৰাণ, তূণীৰ আৰু ধনুৰ্ব্বাণ হাতত লৈ তাত উপস্থিত হ'ল.

কুন্তীয়ে গান্ধাৰীৰ ওচৰত আৰু বিদুৰে ধৃতৰাষ্ট্ৰৰ ওচৰত ৰঙ্গভূমিৰ ঘটনাবোৰ বৰ্ণনা কৰিব ধৰিলে।

জ্যেষ্ঠতা কনিষ্ঠতা ক্ৰমে কুমাৰ সকলে পৰম অদ্ভুত অস্ত্ৰবিদ্যা প্ৰকাশ কৰিব ধৰিলে। প্ৰথমতঃ তেওঁলোকে অশ্বাৰোহী হৈ নিজ নিজ নামেৰে অঙ্কিত বাণবোৰৰ লঘুতা সহকাৰে যেতিয়া লক্ষ্যভেদ কৰিব ধৰিলে, দৰ্শক বিলাক বিস্ময়ত উৎফুল্ল লোচন হৈ "সাধু সাধু" ধ্বনি কৰিবলৈ ধৰিলে।

কুমাৰ বিলাকে ধনুচালনাত, ৰথচালনাত, হস্তী পৃষ্ঠত আৰু বাহুযুদ্ধত নানা প্ৰকাৰ পন্থা পুনঃ পুনঃ দেখুৱাৰ পাছত অসি যুদ্ধৰ ক্ৰিয়া প্ৰদৰ্শন কৰিলে।

তাৰ পাছত গদা হাতত লৈ দুৰ্য্যোধন আৰু ভীমসেন ৰঙ্গমঞ্চত অৱতীৰ্ণ হ'ল। তেওঁলোকে উভয়ে সদায় পৰস্পৰৰ প্ৰতিস্পৰ্দ্ধাযুক্ত কথা প্ৰকাশ কৰি

থাকে। এতিয়া নিজৰ নিজৰ পৌৰুষ দেখুৱাবৰ আকাঙ্ক্ষাত তৰ্জ্জন গৰ্জ্জন কৰি ৰঙ্গমঞ্চত বিচৰণ কৰিব ধৰিলে।

দুৰ্য্যোধন আৰু ভীম ৰঙ্গমঞ্চত অৱতীৰ্ণ হোৱা দেখি দৰ্শক বিলাকৰ ভিতৰতো পক্ষপাত অনুসাৰে দুটা দল হৈ গ'ল। কোনোবাই ভীমৰ আকৌ কোনোবাই দুৰ্য্যোধনৰ প্ৰশংসা কৰিব ধৰিলে। এইদৰে বিপুল কোলাহল উঠিল।

গুৰু দ্ৰোণ শঙ্কিত হৈ উঠিল। ক্ষুব্ধ সমুদ্ৰৰ কোলাহলৰ নিচিনা জনকোলাহল হোৱাত বুদ্ধিমান আচাৰ্য্যই অপ্ৰীতিকৰ ঘটনা ঘটিব পাৰে বুলি ভাবি নিজ পুত্ৰ অশ্বত্থামাক ক'লে - "এই ভীম আৰু দুৰ্য্যোধন উভয়েই মহাবীৰ্য আৰু যুদ্ধ বিশাৰদ। এতএৱ ইহতঁক নিবাৰণ কৰা ৰঙ্গমঞ্চত যেন যুদ্ধৰ উন্মাদনা প্ৰকাশ নাপায়।" গুৰুপুত্ৰ অশ্বত্থামা তৎক্ষণাৎ উন্মত্ত উদ্যত গদাধাৰী ভীম আৰু দুৰ্য্যোধন উভয়কে গুৰুৰ আদেশ শুনাই ক্ষান্ত কৰিলে।

তাৰ পাছত দ্ৰোণে অৰ্জ্জুনক ৰঙ্গভূমিলৈ আহ্বান জনালে। যেতিয়া তৰুণ বয়স্ক অৰ্জুনে চৰ্মপট্টিকা আৰু অঙ্গুলিত্ৰাণবদ্ধ হৈ বানপূৰ্ণ তূণ, ধনু আৰু হিৰণ্ময় কৱচ পিন্ধি ৰঙ্গ মঞ্চত উপস্থিত হ'ল, তেতিয়া ৰঙ্গমঞ্চৰ চাৰিওফালে মহা আনন্দৰ কোলাহলৰ ধ্বনি উত্থিত হ'ল আৰু লগ লগে শঙ্খধ্বনি আৰু নানাবিধ বাদ্য ধ্বনি আৰম্ভ হ'ল। সকলোৰ মুখৰ পৰা অৰ্জ্জুনৰ প্ৰশংসা ধ্বনি উচ্চাৰিত হবলৈ ধৰিলে। অৰ্জ্জুনৰ প্ৰশংসা শুনি মাতৃ কুন্তীৰ স্তন যুগলত যেন মাতৃদুগ্ধৰ সঞ্চাৰ হ'ল আৰু আনন্দাশ্ৰুৰে তেওঁৰ বক্ষঃ স্থল তিতি গ'ল। মহাৰাজ ধৃতৰাষ্ট্ৰয়ো হৃষ্টচিত্ত হৈ কবলৈ ধৰিলে— "পাণ্ডৱহ'তৰ কাৰণে মই ধন্য হৈছোঁ।"

ৰঙ্গভূমিৰ লোকবিলাকৰ হৰ্ষধ্বনিৰ কথঞ্চিত উপশম হোৱাত অৰ্জ্জুনে আচাৰ্য্যক অস্ত্ৰ প্ৰয়োগৰ লঘুতা দেখুৱাব ধৰিলে। তেওঁ আগ্নেয় অস্ত্ৰেৰে অগ্নি, বাৰুণ অস্ত্ৰেৰে জল, বায়ব্য অস্ত্ৰেৰে বায়ু আৰু পাৰ্জ্জন্য অস্ত্ৰেৰে মেঘবোৰ সৃস্টি কৰিলে আৰু ভৌম অস্ত্ৰৰ দ্বাৰা ভূমিৰ ভিতৰত প্ৰৱেশ কৰিলে। পৰ্বত অস্ত্ৰেৰে পৰ্বত সৃষ্টি কৰিলে আকৌ অন্তৰ্দ্ধান অস্ত্ৰেৰে অন্তৰ্হিত হৈ গ'ল।

গুৰুৰ প্ৰিয় শিষ্য অৰ্জ্জুনে বিবিধ বাণেৰে পুষ্প আদি সুকুমাৰ বস্তু, গুঞ্জা আৰু শৰৰ আগভাগ প্ৰভৃতি সূক্ষ্মবস্তু আৰু ধাতু প্ৰস্তৰ আদি কঠিন বস্তু চতুৰতা সহকাৰে বিদ্ধ কৰিবলৈ ধৰিলে। লোৰে প্ৰস্তুত কৰা এটা গমনশীল বৰাহৰ মুখত এপাত মাথোঁ বাণ নিক্ষেপ কৰাৰ নিচিনাকৈ একেসময়তে পাঁচপাত বাণ নিক্ষেপ কৰিলে আৰু সেইদৰে একৈশ পাত বাণ নিক্ষেপ কৰি ৰছিত ওলোমাই থোৱা গৰুৰ শিং এটাৰ কোষত বিদ্ধ কৰিলে।

এইদৰে শস্ত্ৰকুশল অৰ্জ্জুনে ধনুৰ্বিদ্যাত, সুমহৎ অসি সঞ্চালনত আৰু গদাচালনাত বিবিধ নৈপুণ্য প্ৰদৰ্শন কৰিলে।

এইদৰে যুদ্ধৰ অনুকৰণত প্ৰস্তুত কৰা ৰঙ্গমঞ্চৰ ক্ৰিয়াসমূহ সমাপ্ত প্ৰায়

হৈছে আৰু বাদ্যধ্বনিও মন্দীভূত হৈছে, এনেতে ৰঙ্গমঞ্চৰ প্ৰৱেশ পথত শৌৰ্য্য বীৰ্য্যসূচক বজ্ৰ নিনাদ সদৃশ বহু আস্ফোট ধ্বনি শুনিবলৈ পোৱা গ'ল। এই আস্ফোট ধ্বনিৰ কাৰণ কি জানিবলৈ সকলোৱে সেই প্ৰবেশ পথৰ ফালে দৃষ্টি দিলে। সেই সময়ত আচাৰ্য্য দ্ৰোণক যুধিষ্ঠিৰ প্ৰভৃতি পাঁচ ভাই পৰিবেষ্টন কৰি থকাত পাচঁটি নক্ষত্ৰেৰে পৰিবেষ্টিত চন্দ্ৰৰ দৰে সুশোভিত দেখা গৈছিল। দুৰ্য্যোধন প্ৰভৃতি ভ্ৰাতৃসকলেও অশ্বত্থামাক লগত লৈ আচাৰ্য্য দ্ৰোণক পৰিবেষ্টন কৰি থিয় দিলে।

## কৰ্ণৰ প্ৰৱেশ ঃ

তাৰ পাছত সকলোৱে দেখিবলৈ পালে যে মহাবীৰ কৰ্ণ ৰঙ্গমঞ্চত প্ৰৱেশ কৰিবলৈ উদ্যত হৈছে। সকলো বিলাক দৰ্শকে বিস্ময় আৰু আনন্দত প্ৰফুল্ল হৈ প্ৰবেশ পথ এৰি দিলে। কৰ্ণ সেই বিস্তীৰ্ণ ৰঙ্গমঞ্চত প্ৰৱেশ কৰি চাৰিওফালে দৃষ্টি সঞ্চালন কৰি দ্ৰোণ আৰু কৃপক যেন অৱজ্ঞাৰে প্ৰণাম কৰিলে। তেতিয়া ৰঙ্গভূমিস্থ লোকসকলে "এওঁ কোন" জানিবলৈ কৌতূহল প্ৰকাশ কৰিব ধৰিলে।

কৰ্ণই তেতিয়া সদৰ্পে কবলৈ ধৰিলে "হে পাৰ্থ! তুমি অস্ত্ৰ বিদ্যাত যি যি কৌশল প্ৰদৰ্শন কৰিছা, তাত বিস্ময়ৰ কোনো কাৰণ নাই। ময়ো এই দৰ্শক বৃন্দৰ সমুখত তাতকৈও উৎকৃস্ট কৌশল দেখুৱাব পাৰোঁ।"

কৰ্ণৰ কথা শুনি অৰ্জুন লজ্জিত আৰু ক্ৰুদ্ধ হৈ উঠিল। দুৰ্য্যোধন অতিশয় আনন্দিত হ'ল।

তাৰ পাছত দ্ৰোণৰ আদেশ লৈ কৰ্ণয়ো অৰ্জুণৰ দৰে সমস্ত বিদ্যা আৰু কৌশল প্ৰদৰ্শন কৰিলে। দুৰ্য্যোধন তাত সাতিশয় আহ্লাদিত হৈ কৰ্ণক আলিঙ্গন কৰি কবলৈ ধৰিলে। "আজি মোৰ বৰ সৌভাগ্য যে আপুনি আমাৰ মান ৰক্ষা কৰিলে। আপুনি কুৰুৰাজ্যত থাকি ইচ্ছামতে উপভোগ কৰি থাকক।"

কৰ্ণই ক'লে "মোৰ আন একো প্ৰয়োজন নাই, মই কেৱল আপোনাৰ সখ্য প্ৰাৰ্থনা কৰোঁ আৰু অৰ্জ্জুনৰ লগত এবাৰ দ্বন্দ্বযুদ্ধ কৰিবলৈ ইচ্ছা কৰোঁ।" দুৰ্য্যোধনে কৰ্ণৰ বন্ধুত্ব স্বীকাৰ কৰিলে।

তেতিয়া অৰ্জ্জুনে অপমানিত বোধ কৰি কৰ্ণক ক'লে — "কৰ্ণ! তুমি আহূত নোহোৱাকৈয়ে এইৰূপ দম্ভ পকাশ কৰিব ধৰিছা! তুমি মোৰ হাতত নিহত হৈ ইয়াৰ ফল পাবা।"

কৰ্ণই উত্তৰ দিলে - এই ৰঙ্গস্থল সকলোৰে পক্ষে সমান, অতএৱ মোৰ অহাত হানি কি? ক্ষত্ৰিয়সকল বলেৰেহে প্ৰধান হয়, ক্ষত্ৰিয় ধৰ্ম বলৰেই অনুৱৰ্ত্তী। দুৰ্বল ব্যক্তিৰ দৰে তোমাৰ এই তিৰস্কাৰৰ প্ৰয়োজন কি? গুৰুৰ সমুখতে বাণেৰে তোমাৰ শিৰচ্ছেদন কৰিম, আহা মোৰ লগত যুদ্ধ কৰা।"

ইয়াৰ পাছত অৰ্জুনে গুৰু দ্ৰোণাচাৰ্য্যৰ আজ্ঞা গ্ৰহণ কৰি তদ্দণ্ড যুদ্ধৰ বাবে কৰ্ণৰ সমুখত থিয় দিলেহি।

দেৱৰাজ ইন্দ্ৰই তেতিয়া মেঘেৰে আকাশ ঢাকি পেলালে। তাকে দেখি সূৰ্য্যই নিজ পুত্ৰৰ সাহায্যৰ বাবে স্বীয় কিৰণৰ দ্বাৰা সেই মেঘবোৰ বিদূৰিত কৰি দিলে।

যিফালে কৰ্ণ সেইফালে ধৃতৰাষ্ট্ৰৰ পুত্ৰসকল অৱস্থান কৰিলে আৰু যিফালে অৰ্জ্জুন সেই ফালে কৃপ, ভীষ্ম আৰু দ্ৰোণ থাকিল। দৰ্শক বিলাক আৰু স্ত্ৰী বিলাকেও নিজ নিজ ইচ্ছা অনুসাৰে দুই ভাগত বিভক্ত হৈ গ'ল।

কুন্তী দেৱীয়ে নিজপুত্ৰ কৰ্ণক চিনিব পাৰিছিল; এতিয়া দুই পুত্ৰই পৰস্পৰে যুদ্ধৰ বাবে সাজু হোৱা দেখি মূৰ্চ্ছিত হৈ গ'ল আৰু বিদুৰে পৰিচাৰিকা বিলাকৰ সহায়ত চন্দন মিহলোৱা পানীৰে তেওঁক সচেতন কৰি তুলিলে।

যেতিয়া কৰ্ণ ধৃতৰাষ্ট্ৰৰ পুত্ৰসকল অৱস্থান কৰিলে আৰু অৰ্জুন উভয়ে ধনুশৰ হাঁতত লৈ যুদ্ধ কৰিবলৈ উদ্যত হৈ আগবাঢ়ি আহিছে তেতিয়া আচাৰনীতিজ্ঞ কৃপাচাৰ্য্যই কৰ্ণক সম্বোধন কৰি সুধিলে "চোৱা, দ্বন্দ্বযুদ্ধৰ নিয়ম আছে। বংশ কুল আৰু পিতামাতাৰ নাম নজনাকৈ প্ৰতিদ্বন্দ্বীৰ সহিত দ্বন্দ্ব যুদ্ধৰ বাবে কুৰুবংশৰ কুমাৰে যুদ্ধত নমাটো নীতিবিৰুদ্ধ; কাৰণ সামান্য কুলত জন্মা সদাচাৰবিহীন লোকৰ সহিত তেওঁলোকে দ্বন্দ্ব যুদ্ধ নকৰে। অৰ্জুন কুন্তী গৰ্ভজাত পাণ্ডুৰ তৃতীয় পুত্ৰ, তোমাৰো বংশ, কুল আৰু পিতৃ মাতৃৰ নাম কোৱা। তেতিয়াহে তোমাৰ লগত অৰ্জ্জুনৰ দ্বন্দ্বযুদ্ধ হব পাৰে নে নোৱাৰে সেইটো বিচাৰ কৰিব পৰা যাব।"

তেতিয়া কৰ্ণই উত্তৰ দিলে যে "চাওক - মানুহৰ জন্ম দৈবৰ অধীন কিন্তু শৌৰ্য্য আৰু পৌৰুষ লাভ নিজৰ অধীন।" এই বুলি কৈ তেওঁ লজ্জিত আৰু অধোবদন হৈ ম্লান মুখে নিৰৱ হ'ল।

তেতিয়া দুৰ্যোধনে ক'লে - "হে আচাৰ্য্য! শাস্ত্ৰ অনুসাৰে যিজন ৰাজ কুলত জন্মিছে, যিজনে শূৰত্ব লাভ কৰিছে আৰু যিজন সেনানায়ক হব পাৰিছে এই তিনি প্ৰকাৰ ব্যক্তিহে ভূপতি হব পাৰে। অতএৱ যদি অৰ্জ্জুনে ভূপাল ব্যতিৰেকে আন কাৰো লগত সংগ্ৰাম কৰিবলৈ অভিলাষী নহয়, তেন্তে মই এতিয়াই কৰ্ণক অঙ্গৰাজ্যত অভিষিক্ত কৰি দিওঁ।" এই বুলি দুৰ্য্যোধনে আদেশ কৰি কৰ্ণৰ অভিষেকৰ আয়োজন কৰিলে। ছত্ৰ আৰু চামৰযুক্ত হৈ কৰ্ণ ব্ৰাহ্মণ সকলৰ দ্বাৰা আখৈ, ফুল আৰু স্বৰ্ণ ঘটেৰে অঙ্গদেশৰ ৰজা ৰূপে অভিষিক্ত হ'ল।

কৃতজ্ঞ চিত্তই কৰ্ণই দুৰ্য্যোধনক ক'লে - "ৰাজন! আপোনাৰ এই ৰজ্যদানৰ মই কি প্ৰতিদান দিম, কওক।"

দুৰ্য্যোধনে ক'লে - মই আপোনাৰ চিৰসখিত্ব প্ৰাৰ্থনা কৰোঁ। কৰ্ণই আজীৱন

দুৰ্য্যোধনৰ লগত সখিত্ব বন্ধনৰ প্ৰতিজ্ঞা কৰি হৰ্ষ আৰু আনন্দেৰে দুৰ্য্যোধনক আলিঙ্গন কৰিলে।

এনে সময়ত বৃদ্ধসূত অধিৰথে ঘৰ্ম্মাক্ত হৈ ৰঙ্গভূমিত প্ৰৱেশ কৰিলে। মহাবীৰ কৰ্ণই তেওঁক দেখা মাত্ৰকে আগবাঢ়ি গৈ তেওঁৰ চৰণত প্ৰণত হ'ল। পুত্ৰবৎসল সাৰথিয়ে কৰ্ণই যাতে তেওঁৰ পদস্পৰ্শ নকৰে তাৰ বাবে বস্ত্ৰেৰে পদদ্বয় ঢাকি "প্ৰিয় পুত্ৰ মোৰ" বুলি কৰ্ণক আলিঙ্গন কৰি তেওঁৰ মস্তকত আনন্দৰ চকুলো বৰ্ষণ কৰিব ধৰিলে।

কৰ্ণৰ মস্তক অভিষেক বাৰিত অভিষিক্ত হৈ আছিল, এতিয়া পিতৃৰ অশ্ৰুত বেছিকৈ অভিষিক্ত হ'ল।

ভীমসেনে কৰ্ণক উপহাস কৰি ক'লে - "ওৰে সূতপুত্ৰ! তুমি অৰ্জুনৰ হাতত প্ৰাণ দিবৰো উপযুক্ত নোহোৱা। এতিয়া নিজৰ কুলোচিত অশ্বৰ বল্গা হাতত লোৱা গৈ, তুমি অঙ্গৰাজ্য ভোগ কৰিবৰ উপযুক্ত নোহোৱা।"

ভীমসেনৰ কথা শুনি কৰ্ণৰ ওঠ কঁপিবলৈ ধৰিলে আৰু ঘনে ঘনে দীৰ্ঘ নিশ্বাস ত্যাগ কৰি আকাশত থকা সূৰ্য্যৰ প্ৰতি দৃষ্টি কৰিলে।

দুৰ্য্যোধনে ক্ৰুদ্ধস্বৰে ভীমক ক'লে - "হে ভীম! ক্ষত্ৰিয়সকলৰ বলেই শ্ৰেষ্ঠ গুণ। নিন্দিত ক্ষত্ৰিয়ৰ লগতো যুদ্ধ কৰা কৰ্তব্য। নদী আৰু শৌৰ্য্যশালী পুৰুষৰ উৎপত্তি বিবৰণ জনা নাযায় বা দুৰ্জ্জেয়। আনকি ভগৱান কাৰ্তিক দেৱক অগ্নিপুত্ৰ বুলিও কয়, কৃত্তিকা পুত্ৰ বুলি কয়, ৰুদ্ৰপুত্ৰও বুলিও কয় আৰু গঙ্গাপুত্ৰ বুলিও তেওঁ বিখ্যাত। আমালোকৰ উভয় আচাৰ্য্য কৃপ আৰু দ্ৰোণৰো মাতৃ নাই। তোমালোকৰ উৎপত্তিৰ কথাও সৰ্বজন বিদিত। সহজাত কুণ্ডল কৱচধাৰী বীৰ কৰ্ণ কেতিয়াও সামান্য ব্যক্তি নহয়, তেওঁৰ এই দ্বন্দ্ব যুদ্ধতো সামান্য কথা, মোৰ সহায় পালে সমগ্ৰ পৃথিৱীৰ অধীশ্বৰ হবলৈ সমৰ্থ। কৰ্ণৰ অঙ্গৰাজ্য লাভত যদি কাৰো মনত বিদ্বেষ থাকে তেন্তে তেওঁ সংগ্ৰামত প্ৰবৃত্ত হওক।"

তেতিয়া ৰঙ্গভূমিৰ মাজত কোনোবাই অৰ্জ্জুনৰ সাধুবাদ আৰু কোনো কোনোৱে কৰ্ণৰ প্ৰশংসা কৰিব ধৰিলে। দিব্য লক্ষণ অঙ্গৰাজ কৰ্ণক গৰ্ভজাত পুত্ৰবোধে কুন্তীৰ অন্তৰত স্নেহৰ সঞ্চাৰ হ'বলৈ ধৰিলে।

সেই সময়ত সূৰ্য্য অস্তমিত হ'ল। ৰঙ্গসভাও ভঙ্গ হ'ল। দুৰ্য্যোধনে কৰ্ণৰ হাতত ধৰি বাহিৰলৈ ওলাই গ'ল। পাণ্ডৱ বিলাকেও দ্ৰোণ, ভীষ্ম আৰু কৃপৰ লগত প্ৰস্থান কৰিলে।

কৰ্ণক সহায় হিচাবে পাই দুৰ্য্যোধনৰ অৰ্জ্জুন ভয় তিৰোহিত হ'ল।

**দ্রুপদৰ পৰাজয় ঃ**

গুৰু দ্ৰোণাচাৰ্য্যই শিষ্য বিলাকক ধনুৰ্ব্বেদত কৃতবিদ্য হোৱা দেখি তেওঁৰো পূৰ্ব প্ৰতিশ্ৰুতি ৰক্ষাৰ এয়ে উপযুক্ত সময় বুলি ভাবিলে। তেওঁ শিষ্য বিলাকক সম্বোধন কৰি ক'লে - "হে শিষ্যবৃন্দ। তোমালোকে পাঞ্চালৰাজ দ্রুপদক পৰাজিত কৰি মোৰ ওচৰত সমৰ্পন কৰা। সেয়ে হব মোৰ গুৰুদক্ষিণা।" শিষ্য বিলাকে সেই কথাত স্বীকৃত হৈ আচাৰ্য্যৰ লগত দ্রুপদৰ ৰজধানী অভিমুখে অগ্রসৰ হ'ল।

দ্ৰোণৰ উপদেশ অনুসাৰে পাণ্ডৱবিলাক নগৰৰ বাহিৰত থাকিল আৰু কৌৰৱবিলাকে নগৰত প্ৰৱেশ কৰি দ্রুপদৰ লগত যুদ্ধ আৰম্ভ কৰিলে। কৌৰৱ বিলাক বিফল হ'ল। তেতিয়া পাণ্ডৱবিলাকে দ্রুপদক আক্ৰমণ কৰিলে।

ভীষণ সংগ্ৰাম কৰাৰ পাছত ভীম আৰু অৰ্জুনে ৰজা দ্রুপদক বন্দী কৰি আনি দ্ৰোণৰ ওচৰত উপহাৰ দিলে।

দ্ৰোণাচাৰ্য্যই ভগ্ন দৰ্প আৰু বশতাপন্ন ৰজাক ক'লে— "হে বীৰ! আমি ক্ষমাশীল ব্ৰাহ্মণ, তদুপৰি তুমি আৰু মই শৈশৱ কালত একেখন আশ্ৰমতে পৰস্পৰৰ লগত খেলা খেলিছোঁ; গতিকে তুমি প্ৰাণৰ আশঙ্কা নকৰিবা; কিন্তু তুমি যে কৈছিলা "ৰজা ভিন্ন ৰজাৰ সখা হব নোৱাৰে" সেই কাৰণে মই তোমাৰ অৰ্দ্ধৰাজ্য অধিকাৰ কৰিলোঁ। অপৰ অৰ্দ্ধাংশ তোমাক প্ৰদান কৰিলোঁ। এতিয়া যদি প্ৰবৃত্তি হয়, মোৰ লগত সখি হব পাৰা।"

দ্রুপদে ক'লে - "হে ব্ৰাহ্মণ! মই আজিৰ পৰাই আপোনাৰ প্ৰীতি লাভৰ কামনা কৰোঁ।"

এইদৰে দ্রুপদে উত্তৰ পাঞ্চালৰ কাম্পিল্যপুৰী শাসন কৰিব ধৰিলে আৰু দ্ৰোণ দক্ষিণে অহিচ্ছত্ৰ পুৰীৰ অধীশ্বৰ হ'ল।

ইয়াৰ পাছত দ্রুপদ ৰজাই সন্তপ্ত চিত্তে চিন্তা কৰিবলৈ ধৰিলে যে ক্ষাত্ৰবলৰ দ্বাৰা দ্ৰোণক পৰাজয় কৰা সাধ্যাতীত। সেই কাৰণে তেওঁ অলৌকিক ব্ৰাহ্মবলৰ সহায়ত পুত্ৰ লাভ কামনা কৰিলে যাতে সেই পুত্ৰই দ্ৰোণক পৰাজয় কৰিব পাৰে। তাৰ কাৰণে তেওঁ উপযুক্ত ব্ৰাহ্মণৰ সন্ধানৰ বাবে পৃথিৱী পৰ্য্যটন কৰিব ধৰিলে।

□□□

# উৎসৰ্গ

জামাতৃ কেৱল তৰ্পণৰ হে অধিকাৰী। জীৱিত কালত সুখে দুখে জী-জোঁৱাইৰ সমভাগী হৈ স্নেহ আশীৰ্ব্বাদেৰে আমাৰ জীৱনত উৎসাহ দান কৰি অহা ৺ প্ৰতাপ চন্দ্ৰ ভট্টাচাৰ্য্য শ্বশুৰ দেৱতাৰ উদ্দেশ্যে এক অঞ্জলি তৰ্পণ স্বৰূপে এই পুস্তক খনি উৎসৰ্গ কৰা হ'ল। ইতি

অতি মৰমৰ জোঁৱাই

**শ্ৰীদেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্য**

# সূচীপত্ৰ

# পিতামহ ভীষ্ম

ওঁ ভীষ্মে শান্তনবো বীৰঃ সত্যবাদী জিতেন্দ্ৰিয়ঃ।
আভিষদ্ভিৰবা প্ৰোতু পুত্ৰ পৌত্ৰাচিতাং ক্ৰিয়াম্।।

## মহাভীষ

ইক্ষবাকু বংশত এজন সত্যবাদী আৰু সত্য পৰাক্ৰম ৰজা আছিল। তেওঁ এহেজাৰ অশ্বমেধ যজ্ঞ আৰু একশ ৰাজসূয় যজ্ঞ কৰি দেৱৰাজ ইন্দ্ৰক সুপ্ৰসন্ন কৰিছিল। যজ্ঞ কাৰ্য্যৰ যি পৰমফল অৱশেষত তেওঁ সেই ফল লাভ কৰিলে। তেওঁৰ স্বৰ্গলাভ হ'ল আৰু দেৱতা সকলৰ লগত বাস কৰিব ধৰিলে। এইজন ৰজাৰ নাম আছিল - মহাভীষ।

এসময়ত স্বৰ্গত দেৱতাসকলে মিলি ব্ৰহ্মাক আসনত বহুৱাই লৈ পৰম সন্তেষেৰে তেওঁক পূজা কৰি আছিল। দেৱতাসকলৰ লগত বহু ৰাজৰ্ষিও আছিল। ৰাজৰ্ষি সকলৰ লগত ৰাজৰ্ষি মহাভীষো আছিল। এনেতে গঙ্গাদেৱী ব্ৰহ্মাক সাক্ষাৎ কৰিবলৈ সেই সভাত উপস্থিত হ'ল। বায়ুৰ বেগত আকস্মিতে গঙ্গাদেৱীৰ পিন্ধা কাপোৰ ওপৰলৈ উঠি গ'ল। তাকে দেখি দেৱতা সকলে তলমূৰ কৰিলে।

কিন্তু ৰজা মহাভীষে বিনা সঙ্কোচে গঙ্গাদেৱীৰ সমস্ত অঙ্গ আপাদ মস্তক নিৰীক্ষণ কৰিব ধৰিলে। তাকে দেখি ব্ৰহ্মাৰ মনত সন্দেহ উপস্থিত হ'ল আৰু তেওঁ কিছুক্ষণ সময় চিন্তা কৰি থাকি ৰজা মহাভীষক ক'লে যে তুমি দেৱলোকত থকাৰ উপযুক্ত নোহোৱা, তুমি মৰ্ত্ত্যলোকত জন্ম গ্ৰহণ কৰাগৈ। পাছত পুনঃ স্বৰ্গলাভ কৰিব পাৰিবা।

ৰজা মহাভীষ এইদৰে দণ্ডিত হৈ ভাবিবলৈ ধৰিলে যে তেওঁ কাৰ ঔৰসত জন্ম গ্ৰহণ কৰিব। কেইবা জনো মহৰ্ষি আৰু ৰাজৰ্ষিৰ কথা চিন্তা কৰি তেওঁ স্থিৰ কৰিলে যে তেওঁ ইক্ষবাকু বংশৰে ৰজা প্ৰতীপৰ ঔৰসত জন্ম গ্ৰহণ কৰিব।

গঙ্গাদেৱী মহাভীষক অত্যন্ত চিন্তিত আৰু অধৈৰ্য্য হোৱা দেখি তেওঁৰ বিষয়ে চিন্তা কৰি কৰি আহি বাটত দেখিবলৈ পালে যে বসু নামৰ আঠজন দেৱতা মূৰ্চ্ছিত আৰু বিকল হৈ পৰি আছে। দেৱীয়ে তেওঁলোকক সুধিলে- 'তোমালোকৰ এনে অৱস্থা কিয় হৈছে? তোমালোকৰ কিবা অনিষ্টজনক ঘটনা ঘটিছে নেকি?"

বসুসকলে উত্তৰ দিলে যে আমি নেজানি বশিষ্ঠৰ ক্ৰোধ উৎপন্ন কৰিছিলোঁ আৰু সেইবাবে বশিষ্ঠৰ অভিশাপ পাইছোঁ যে আমি মনুষ্যলোকত জন্ম গ্ৰহণ কৰিব লাগিব। সেই ব্ৰহ্মবাদী বশিষ্ঠৰ বাক্য কেতিয়াও নিষ্ফল হ'ব নোৱাৰে; সেইবাবে আমি আপোনাক প্ৰাৰ্থনা কৰোঁ আপুনিয়েই মৰ্ত্ত্যলোকত আমাৰ মাতৃ হওক; নহলে আমি সামান্য মানুষীৰ গৰ্ভত জন্মগ্ৰহণ কৰিব লাগিব।

গঙ্গাদেবীয়ে বসুসকলৰ প্ৰাৰ্থনাত সম্মত হৈ সুধিলে- মৰ্ত্ত্যলোকত কোন তোমালোকৰ জন্মদাতা পিতৃ হব? তেওঁলোকে উত্তৰ দিলে যে ইক্ষবাকু বংশৰ ৰজা প্ৰতীপৰ শান্তনু নামে এজন পুত্ৰই জন্ম গ্ৰহণ কৰিব আৰু তেওঁ ৰজা হিচাবে বিখ্যাত হৈ উঠিব। আমি তেওঁৰে পুত্ৰ হিচাবে মনুষ্য জন্ম লৈ শাপ মোচন কৰিবলৈ ইচ্ছা কৰোঁ। গঙ্গাদেবী স্বীকাৰ কৰিলত বসুবিলাকে কবলৈ ধৰিলে - হে ত্ৰিলোকগামিনী মাতৃ। আমাৰ এটি বিশেষ অনুৰোধ যেন আপুনি ৰক্ষা কৰে; সেইটো হৈছে যে আমি যেন বেছি সময় মৰ্ত্ত্যত থাকিব নালাগে। আপোনাৰ পুত্ৰ জন্মামাত্ৰকে যেন আপুনি আপোনাৰ নৈৰ পানীত পেলাই দিয়ে।

গঙ্গাদেৱীয়ে ক'লে - তোমালোকে যি কৈছা তাকে কৰিম কিন্তু যাতে ৰজাৰ এটি পুত্ৰ থাকে তাৰ উপায় কি হব? পুত্ৰাৰ্থী ৰজাৰ মোৰ লগত সহবাস নিষ্ফল হব নোৱাৰিব। তেতিয়া বসুবিলাকে ক'লে - আমি আমাৰ নিজ নিজ বীৰ্য্যৰ চতুৰ্থভাগৰ অ'ধা আধা দান কৰিম, তাতেই তেওঁৰ পুত্ৰ লাভ হব; কিন্তু সেই পুত্ৰৰ মৰ্ত্ত্যলোকত কোনো সন্তান সন্ততি নাথাকিব। আপোনাৰ সেই মহাবলাক্ৰান্ত পুত্ৰ অপুত্ৰক হ'ব। বসুসকলে নদীশ্ৰেষ্ঠা গঙ্গাদেৱীৰ ওচৰত এইদৰে প্ৰতিশ্ৰুতি দি স্বস্থানলৈ গমন কৰিলে।

অশেষ গুণধৰ আৰু মহানুভৱ ৰজা প্ৰতীপ ৰাজসিংহাসনত উঠি কিছুকাল ৰাজ্য শাসন কৰাৰ পাছত কিছুদিনৰ কাৰণে পুত্ৰাৰ্থী হৈ তপস্যা কৰিবলৈ গঙ্গানৈ যি ঠাইৰ পৰা বাহিৰ হৈছে, সেই ঠাইলৈ গ'ল। তালৈ গৈ তপস্যা আৰম্ভ কৰিলে। এনেসময়তে এদিন সুৰধুনী গঙ্গা ৰজাৰ ৰূপ গুণত মুগ্ধা হৈ স্ত্ৰীৰূপ ধৰি পানীৰ পৰা উঠি ধ্যানপৰ হৈ থকা ৰজাৰ সোঁউৰুত বহিলগৈ। ৰাজৰ্ষি প্ৰতীপে সেই সুন্দৰী কন্যাক সুধিলে - কল্যাণি? তুমি কিয় ইয়ালৈ আহিছা? মই তোমাৰ কি উপকাৰ কৰিব লাগিব?

কন্যাৰূপিনী গঙ্গাদেৱীয়ে উত্তৰ দিলে— মোৰ আন কোনো বস্তুৰ প্ৰয়োজন নাই। মই প্ৰণয়ৰ আকাঙ্ক্ষিণী হৈ হে আহিছোঁ। মোৰ প্ৰণয় প্ৰত্যাখ্যান নকৰিব।

ৰজাই ক'লে— হে সুন্দৰি। মই সম্প্ৰতি ব্ৰতধাৰণ কৰিছোঁ। মই পৰস্ত্ৰী বা অসৱৰ্ণা ৰমণীৰ প্ৰেমাকাঙ্ক্ষা পূৰণ কৰিব নোৱাৰিম।

গঙ্গাদেবীয়ে ক'লে- মহাৰাজ। মই অগম্যা বা নিন্দনীয়া ৰমণী নহয়। মোৰ পৰা আপোনাৰ কোনো প্ৰকাৰৰ অনিষ্ট হোৱাৰ আশঙ্কা নাই। মই স্বৰ্গৰ দেৱী,

আপেনাৰ প্ৰতি আকৃষ্টা হৈ প্ৰণয় ভিক্ষা কৰিছোঁ। পৰস্ত্ৰী বুলি মোক প্ৰত্যাখ্যান নকৰিব।

প্ৰতীপে উত্তৰ দিলে - মই তোমাৰ আকাঙ্ক্ষা পূৰণ কৰিবলৈ হ'লে, মোৰ ব্ৰত ভঙ্গ হ'ব। ব্ৰতধাৰী হৈ থকা সময়ৰ ভিতৰত মই স্ত্ৰীসঙ্গ আৰু ৰতিক্ৰীড়া পৰিত্যাগ কৰিছোঁ। মই তোমাৰ প্ৰাৰ্থনা সেই কাৰণেই পূৰণ কৰিবলৈ অসমৰ্থ হৈছোঁ; তদুপৰি তুমি মোৰ সোঁউৰুত বহিছা। ৰতিভোগ কামনা কৰা স্ত্ৰীলোকৰ আসন সোঁ উৰু নহয়। সোঁউৰু পুত্ৰ বধূৰ হে আসন। সেই কাৰণে মই তোমাক পত্নীৰূপেও গ্ৰহণ কৰিব নোৱাৰোঁ। তুমি মোৰ এতিয়া মোৰ বোৱাৰীৰ তুল্যা হৈছা। মই তোমাক পুত্ৰবধূৰূপে বৰণ কৰি থ'লোঁ।

গঙ্গাদেৱীয়ে উত্তৰ দিলে - আপোনাৰ কথা অলঙ্ঘনীয়। মই ভৰতবংশৰ বোৱাৰী হবলৈ কামনা কৰিছোঁ; কিন্তু মোৰ এটি চৰ্ত্ত আছে এই যে মই আপোনাৰ পুত্ৰ বধূ হ'লে, আপোনাৰ পুত্ৰই মোৰ প্ৰিয় কাৰ্য্যত বাধা দিব নোৱাৰিব। তেওঁ যদি এই কথা স্বীকাৰ কৰে তেতিয়া হ'লে মই তেওঁৰ লগত প্ৰীতিৰে কালযাপন কৰিম আৰু তেৰোঁ মোৰ গৰ্ভত পুত্ৰ উৎপাদন কৰি শেষত স্বৰ্গলৈ যাব পাৰিব। এই কথা কৈ স্ত্ৰীৰূপিনী গঙ্গা অন্তৰ্হিতা হ'ল।

মহাৰাজ প্ৰতীপে পুত্ৰ জন্মৰ আশাত কাল যাপন কৰিব ধৰিলে। তাৰ পাছত পুত্ৰ লাভৰ বাবে ৰজাই সস্ত্ৰীক তপস্যা কৰিবলৈ ধৰিলে। ৰজাৰ বৃদ্ধ কালত ওপৰত উল্লেখ কৰা সেই মহাভীষে জন্ম গ্ৰহণ কৰি ৰজা ৰাণীৰ পুত্ৰ হ'ল। সেই পুত্ৰৰ নাম হ'ল শান্তনু।

তাৰ পাছত পুত্ৰ শান্তনু যেতিয়া যৌৱনৰ দুৱাৰদলিত ভৰি দিলেহি তেতিয়া মহাৰাজ প্ৰতীপে পুত্ৰক ৰাজ্যত অভিষিক্ত কৰি পুনৰায় তপস্যাৰ বাবে অৰণ্যলৈ যাবৰ বাবে প্ৰস্তুত হ'ল। যোৱাৰ পূৰ্ব্বে তেওঁ পুত্ৰ শান্তনুক ক'লে- বোপা! পূৰ্বে এক স্বৰ্গৰ দেৱী মোৰ ওচৰত পুত্ৰ কামনা কৰি আহিছিল। সেই ৰূপলাৱণ্যৱতী কন্যা যদি তোমাৰ ওচৰলৈ পুত্ৰাৰ্থিনী হৈ আহে, তুমি বিনা বিচাৰে তেওঁক বিবাহ কৰিবা। মই তোমাক অনুমতি দিছোঁ আৰু তুমি তেওঁৰ কোনো কাৰ্য্য গৰ্হিত হলেও কিঞ্চিৎ মাত্ৰও ৰোষ বা অসন্তোষ প্ৰকাশ নকৰিবা।

প্ৰতীপৰ পুত্ৰ শান্তনু ৰজা হ'ল। তেওঁ অসাধাৰণ ধীশক্তিসম্পন্ন আছিল। ৰাজকাৰ্য্য পৰিচালনা কৰাৰ মাজে মাজে তেওঁ মৃগয়াৰ কাৰণে অৰণ্যলৈ গৈছিল। এইদৰে তেওঁ অত্যন্ত মৃগয়াপ্ৰিয় হৈ উঠিল। এদিন তেওঁ মৃগয়া কৰি ঘুৰি যাবৰ সময়ত সাক্ষাৎ লক্ষ্মীৰ ন্যায় উজ্জ্বল তনু পৰমা সুন্দৰী এক ৰমণীক নদীৰ পাৰত দেখিবলৈ পালে। সেই ৰমণীৰ আছিল সুললিত দেহ, নতুন যৌৱন, ধুনীয়া দন্তপৰি, মনোহৰ বেশভূষা, সূক্ষ্ম পৰিধেয় বস্ত্ৰ আৰু মনোজ্ঞ অধৰ যুগল। ৰং আছিল পদুম ফুলৰ পাপৰিৰ নিচিনা। তেনে ৰূপ লাৱণ্যৱতী কন্যাগৰাকীক দেখি

ৰজা বিস্মিত আৰু মুগ্ধ হ'ল। দেহত পুলকৰ সঞ্চাৰ হ'ল। তেওঁ সতৃষ্ণনয়নে তেওঁক চাবলৈ ধৰিলে। চাই চাই যেন তেওঁ তৃপ্তি নাপায়। তেওঁ ইতস্তঃ বিচৰণ কৰিবলৈ ধৰিলে। সেই বিলাসিনী ৰমণীও প্ৰণয়াসক্তা হৈ ৰজাৰ ফালে পুনঃ পুনঃ চাবলৈ ধৰিলে।

তাকে দেখি ৰজাই মধুৰ বাক্যেৰে সম্ভাষণ কৰি সুধিলে- হে সুন্দৰি! তুমি দেৱী নে মানৱী? তুমি কাৰ কুল অলঙ্কৃত কৰিছা? মোৰ ইচ্ছা হৈছে যে মই তোমাৰ পাণি গ্ৰহণ কৰি তোমাৰ সহবাসত যৌৱন কাল চৰিতাৰ্থ কৰোঁ।

তেতিয়া সেই কন্যাই ৰজাৰ মধুৰ হাস্যযুক্ত কথা শুনি আৰু বসুবিলাকৰ অগত কৰা প্ৰতিশ্ৰুতি মনে মনে স্মৰণ কৰি ক'লে- মই আপোনাৰ মহিষী হৈ আপোনাৰ মনোৰঞ্জন কৰিবলৈ ৰাজি আছোঁ কিন্তু মই যি কাৰ্য্য কৰোঁ সেই কাৰ্য্য ভাল হওক বা বেয়া হওক আপুনি তাত হকা বাধা কৰিব নোৱাৰিব। তাৰ বাবে মোক কোনো অপ্ৰিয় কথাও ক'ব নোৱাৰিব। আপুনি যদি ইয়াত সম্মত হয় মই আপোনাৰ লগত বাস কৰিব পাৰিম। পাছত যদি আপুনি মোৰ কাৰ্য্যত ব্যাঘাত জন্মায় বা মোক কোনো অপ্ৰিয় কথ কয় মই তৎক্ষণাৎ আপোনাক ত্যাগ কৰি গুচি যাম। ৰজা এই নিয়মত সম্মত হ'ল। গঙ্গাদেৱী শান্তনু ৰজাৰ মহিষী হ'ল।

ত্ৰিপথগামিনী গঙ্গাই ৰমণীয় শৰীৰ ধাৰণ কৰি পৰম ভাগ্যৱান শান্তনু ৰজাৰ মহিষী হৈ মনোহৰ হাৱ-ভাৱ, বিলাস আৰু সম্ভোগেৰে ৰজাৰ মন মোহিত কৰি পেলালে। ৰজাই ৰাজমহিষীৰ সজ গুণবোৰত ইমান আকৃষ্ট হৈছিল যে তেওঁ ক্ষণকালো ৰাজ্ঞীক নেদেখাকৈ থাকিব নোৱাৰিছিল। ৰাজ্ঞীৰ লগত সম্ভোগ সুখত মগ্ন হৈ কিমান বছৰ কিমান মাহ বা ঋতু যে মুহূৰ্ত্তৰ দৰে অতীত হৈ গৈছিল ৰজাই বুজিবই নোৱাৰিছিল।

এইদৰে কিছুদিন যোৱাৰ পাছত ৰজমহিষীয়ে ক্ৰমে ক্ৰমে আঠোটা দেৱকুমাৰ সদৃশ পুত্ৰ প্ৰসৱ কৰিলে। পুত্ৰ ভূমিষ্ঠ হোৱা মাত্ৰকে তেওঁ তৎক্ষণাৎ সেই পুত্ৰক নৈৰ সোঁতত পেলাই দিয়ে আৰু ৰজাক কয়- আপুনি দুখ নকৰিব, মই আপোনাক প্ৰসন্ন কৰিম। ৰজাই এই ব্যৱহাৰত অসন্তুষ্ট হৈছিল সঁচা; কিন্তু কি জানি পাছে গঙ্গাই তেওঁক পৰিত্যাগ কৰি যায় এই ভয়ত ভীত হৈ একো কথা কব নোৱাৰিছিল।

তাৰ পাছত অষ্টম পুত্ৰটি ভূমিষ্ঠ হোৱাত মহিষীয়ে হাঁহিব ধৰিলে। ৰজা পুত্ৰশোকত নিতান্ত কাতৰ হৈছিল; গতিকে এইবাৰৰ পুত্ৰটি যাতে জীৱিত থাকে সেই মনোভাৱেৰে পত্নীক ক'লে- পুত্ৰটি বিনষ্ট নকৰিবা। তুমি কোন আৰু কি কাৰণে নিজৰ সন্তানৰ প্ৰাণ বধ কৰিব ধৰিছা? হে পুত্ৰঘাতিনি। পুত্ৰহিংসাত বাজে গুৰুতৰ পাপ একো নাই। শাস্ত্ৰই কয় - ই মহাপাতক; অতএৱ এই গৰ্হিত নিষ্ঠুৰ কাৰ্য্যৰ পৰা ক্ষান্ত হোৱা।

তেতিয়া ৰাজ্ঞীয়ে ক'লে- হে পুত্ৰাৰ্থি! মই তোমাৰ পুত্ৰক বিনষ্ট নকৰোঁ। এতিয়া তুমি পূৰ্বৰ প্ৰতিশ্ৰুত নিয়ম মনত পেলোৱা। মই আজিৰ পৰা তোমাৰ সহবাস পৰিত্যাগ কৰিলোঁ। মই মহৰ্ষি জহ্নুৰ কন্যা, মোৰ নাম গঙ্গা। ঋষিসকলে সদায় মোৰ সেৱা কৰে। কেৱল দেৱকাৰ্য্য সাধনৰ বাবে মই তোমাৰ ভাৰ্যা হৈছিলোঁ আৰু এই সন্তান বিলাকক সামান্য মনুষ্য বুলি জ্ঞান নকৰিবা। এওঁলোক মহাতেজা অষ্টবসু - মহৰ্ষি বশিষ্ঠৰ অভিশাপত মনুষ্য হৈছিল। তোমাত বাজে আন কোনো পুৰুষৰ এওঁলোকৰ পিতৃ হোৱাৰ যোগ্যতা নাই আৰু মোত বাজে আন কোনো স্ত্ৰীও তেওঁলোকৰ জন্মদাত্ৰী হব নোৱাৰে। এই কাৰণে মই মানুষী হৈ এওঁলোকক গৰ্ভত ধাৰণ কৰিছিলোঁ আৰু তুমিও এওঁলোকৰ পিতৃ হৈ অক্ষয় স্বৰ্গাদিলোক জয় কৰিছা। মই অঙ্গীকাৰত আৱদ্ধ আছিলোঁ যে মোৰ গৰ্ভত পুত্ৰ জন্মমাত্ৰে সেই পুত্ৰক মনুষ্য লোকৰ পৰা মুক্ত কৰিম। এওঁলোকে মহাত্মা বশিষ্ঠৰ অভিসম্পাতৰ পৰা মুক্তি পালে আৰু ময়ো প্ৰতিজ্ঞাৰ পৰা উত্তীৰ্ণ হলোঁ। সম্প্ৰতি মই আপোনাৰ এই শিশু পুত্ৰটিক লৈ যাম আৰু প্ৰতিপালন কৰি যথা সময়ত আপোনাৰ ওচৰলৈ পঠাই দিম। গঙ্গাদেৱী অন্তৰ্হিতা হ'ল।

## দেৱব্ৰত

সেই পুত্ৰৰ নাম ৰখা হৈছিল - দেৱব্ৰত।

মহাৰাজ শান্তনু আছিল ধীৰপ্ৰকৃতি, ক্ষমাশীল, দানশীল আৰু সত্যবাদী। তেওঁ দেৱৰ্ষি আৰু ৰাজৰ্ষি সকলৰ পৰাও সম্মান লাভ কৰিছিল। গঙ্গাগৰ্ভত জন্মগ্ৰহণ কৰা শান্তনু পুত্ৰ দেৱব্ৰতৰো ৰূপ, গুণ, আচাৰ-ব্যৱহাৰ, বিদ্যা, বুদ্ধি কোনো বিষয়তেই পিতৃতকৈ কম হোৱা নাছিল। শান্তনু ধাৰ্মিক ৰজা আছিল। তেওঁৰ পুত্ৰও ধৰ্মপৰায়ণ আৰু সৰ্বশাস্ত্ৰ বিশাৰদ হৈ উঠিছিল।

এদিনাখন কুমাৰ দেৱব্ৰতই এটা মৃগক বাণ বিদ্ধ কৰি সেই মৃগটোৰ পাছে পাছে গৈ গঙ্গানদীৰ পাৰত উপস্থিত হ'ল গৈ আৰু শৰজালেৰে নদীৰ পানী একেবাৰে শুকাই পেলালে। ৰজা শান্তনুৱে নদীৰ গতিৰোধ দেখি, নদীৰ পানী পূৰ্বৰ দৰে প্ৰবাহিত হৈ থকা নেদেখি তাৰ কাৰণ অনুসন্ধান কৰিবলৈ নদীৰ পাৰে পাৰে গৈ থাকোঁতে দেখিবলৈ পালে যে দেৱৰাজ ইন্দ্ৰৰ নিচিনা পৰম ৰূপৱান কুমাৰ এজনে হাতত অসংখ্য তীক্ষ্ণধাৰ অস্ত্ৰ হাতত লৈ নদীৰ পাৰৰ এঠাইত থিয় হৈ আছে।

দেৱব্ৰত ইতিমধ্যে বাল্যকাল পাৰ হৈ কৈশোৰ যুৱক হৈ পৰিছে আৰু শাস্ত্ৰ শিক্ষা আৰু অস্ত্ৰ শিক্ষাত পাৰ্গত হৈ উঠিছে। শান্তনুৱে নিজ পুত্ৰক চিনিব পৰা নাই; কিন্তু দেৱব্ৰতই নিজৰ পিতৃক চিনিব পাৰি আৰু পিতৃয়েও তেওঁক নিজৰ পুত্ৰ বুলি চিনিব পাৰে বুলি আশঙ্কা কৰি তৎক্ষণাৎ অন্তৰ্হিত হ'ল।

ৰজা শান্তনুৱে এই কুমাৰৰ অদ্ভুত কাৰ্য দেখি কুমাৰ নিজৰ পুত্ৰই হ'ব পাৰে বুলি বিবেচনা কৰি গঙ্গাক আহ্বান কৰিলে। গঙ্গাই মনোহৰ ৰূপ গ্ৰহণ কৰি কুমাৰৰ সোঁহাতত ধৰি থাকি ৰজাক দৰ্শন দিলে।

গঙ্গাই ৰজাক ক'লে- মহাৰাজ! আপুনি মোৰ পৰা যি অষ্টম পুত্ৰ পাইছিল, এৱেঁই সেই মহাপুৰুষ। এওঁ এতিয়া সৰ্বশাস্ত্ৰ বিশাৰদ আৰু সৰ্বগুণান্বিত হৈ উঠিছে। আপুনি এওঁক ঘৰলৈ লৈ যাওক। এওঁ বশিষ্ঠৰ ওচৰত বেদ বেদাঙ্গ শিক্ষা লাভ কৰিছে। এই মহাবল পৰাক্ৰান্ত কুমাৰে অস্ত্ৰবিদ্যা শিক্ষা কৰি অদ্বিতীয় ধনুৰ্দ্ধৰ আৰু ইন্দ্ৰৰ সমান যোদ্ধা হৈছে। এওঁক দেৱতা আৰু অসুৰ সকলোৱে ভাল পায়। দৈত্যগুৰু শুক্ৰাচাৰ্যই যিবিলাক শাস্ত্ৰ অধ্যয়ন কৰিছে, সেই শাস্ত্ৰবোৰ এওঁৰ কণ্ঠস্থ। দেৱগুৰু বৃহস্পতিয়ে যিবোৰ শাস্ত্ৰ অধ্যয়ন কৰিছে, সেই শাস্ত্ৰবোৰো এওঁ অধ্যয়ন কৰিছে। স্বয়ং পৰশুৰাম এওঁক অস্ত্ৰ শিক্ষা দিছে। এওঁ এতিয়া সুশিক্ষিত হৈছে আৰু অৰ্থনীতি আৰু ৰাজনীতিতো সুনিপুণ হৈছে। এই অশেষ গুণ সম্পন্ন পুত্ৰটিক এতিয়া আপুনি লৈ যাওক।

# দেৱব্ৰতৰ যৌৱৰাজ্যত অভিষেক

ৰজা শান্তনুৱে বন্ধু-বান্ধৱ আৰু পাত্ৰমিত্ৰক আহ্বান কৰি আনি কুমাৰ দেৱব্ৰতক যৌৱৰাজ্যত অভিষেক কৰিলে।

যুৱৰাজ দেৱব্ৰতে সৎ আচৰণ আৰু সৎ ব্যৱহাৰৰ দ্বাৰা নিজৰ পিতৃক, কৌৰৱবংশীয় আত্মীয় স্বজন বিলাকক আৰু ৰাজ্যৰ প্ৰজা সমূহক সমস্ত ব্যক্তিকে সন্তুষ্ট কৰিলে। ৰজাই বৰ আনন্দ মনে পুত্ৰৰ লগত চাৰিবছৰ কাল অতিবাহিত কৰিলে। এদিন ৰজাই যমুনা নদীৰ উভয়পাৰত থকা এক অৰণ্যত প্ৰৱেশ কৰিলে। তাত অকস্মাৎ উত্তম গন্ধৰ সৌৰভৰ আঘ্ৰান পালে কিন্তু সেই সুৰভি গন্ধ ক'ৰ পৰা আহিছে বুজিব নোৱাৰি ইতস্ততঃ অনুসন্ধান কৰিব ধৰিলে। পাছত অনিন্দ্য সুন্দৰী আৰু দেৱকন্যা-সদৃশা এজনী ধীবৰৰ ছোৱালীক দেখিবলৈ পালে। তেওঁৰ ওচৰলৈ গৈ ৰজাই সুধিলে- সুন্দৰি! তুমি কোন? কাৰ কন্যা? কাৰেই বা পত্নী আৰু কি কাৰণে ইয়ালৈ আহিছা।

সেই কন্যাটিয়ে ক'লে - মহাশয়, মই ধীবৰ কন্যা। পিতাৰ আদেশত মই নাও বাই যাত্ৰী পাৰ কৰোঁ।

ৰজা শান্তনু ধীবৰ কন্যাৰ অনুপম ৰূপ মাধুৰী দেখি আৰু অঙ্গ সৌৰভৰ আঘ্ৰাণ পাই মোহিত হ'ল; আৰু তেওঁক বিবাহ কৰিবৰ মানসেৰে কন্যাৰ পিতাকৰ ওচৰলৈ গৈ নিজৰ অভিপ্ৰায় ব্যক্ত কৰিলে।

কন্যাৰ পিতা দাসৰাজে ক'লে- হে ৰাজন। কন্যা যেতিয়া জন্মিছে, তাইক তো পাত্ৰস্থ কৰিবই লাগিব। আপুনি সত্যবাদী; আপুনি যদি এই কন্যাক বিবাহ কৰিবলৈ ইচ্ছা কৰে- মই নিশ্চয় দিম; কিন্তু মোৰ এটা চৰ্ত্ত আছে; সেইটো হৈছে এই কন্যাৰ গৰ্ভজাত সন্তানে হে ৰাজ্যৰ অধিকাৰী হব; আনকোনো হব নোৱাৰিব।

ৰজা শান্তনুৱে এই চৰ্ত্তত স্বীকৃতি দিব নোৱাৰিলে। যদিও তেওঁ কন্যাৰ প্ৰতি অতিশয় কামাসক্ত হৈ পৰিছিল, তথাপি ধীবৰৰাজৰ চৰ্ত্ত পূৰণৰ প্ৰতিশ্ৰুতি দিব নোৱাৰি ধীবৰ কন্যাৰ ৰূপ-লাৱণ্য চিন্তা কৰি কৰি হস্তিনাপুৰলৈ ঘূৰি আহিল।

ৰজা শান্তনুৱে তেতিয়াৰ পৰা বৰ বিমৰ্ষ আৰু চিন্তাকুল হৈ কাল কটাব ধৰিলে। ৰাজকুমাৰ দেৱব্ৰতৰ দৃষ্টিত পৰিল যে পিতৃ বৰ বিষণ্ণ হৈছে; চিন্তাকুল হৈ যেন কিবা ভাবি ভাবি থাকে। তেওঁ পিতৃৰ পৰম হিতৈষী বৃদ্ধ মন্ত্ৰীৰ পৰা ধীবৰ কন্যাৰ বৃত্তান্ত আদ্যোপান্ত শুনিলে।

কুমাৰ দেৱব্ৰত ততালিকে কেইবাজনো ক্ষত্ৰিয় বীৰক লগত লৈ দাসৰাজৰ ওচৰলৈ গ'ল। দাসৰাজে কুমাৰক যথোচিত সমাদৰ আৰু অভ্যৰ্থনা কৰি বহিবলৈ দিলে। ৰাজপুত্ৰ আসনত বহাৰ পাছত দাসৰাজে ক'বলৈ ধৰিলে— হে কুমাৰ! আপুনি মহাৰাজ শান্তনুৰ কুল প্ৰদীপ- আপোনাৰ দৰে পিতৃভক্ত পুত্ৰ দেখিবলৈ পোৱা নাযায়। আপুনি যি কথাৰ বাবে আহিছে সেই কথা অতি প্ৰশংসাজনক সন্দেহ নাই। এনে এটি প্ৰস্তাৱ প্ৰত্যাখ্যান কৰাতকৈ আন কোনো দুঃখজনক বিষয় নাই। কিন্তু মই কন্যাৰ পিতা; মোৰ বিবেচনাত এটি মাত্ৰ বোধ হৈছে যে এই পৰিণয় সম্পন্ন হ'লে, অতি ভয়ঙ্কৰ বৈৰ-অগ্নি প্ৰজ্জ্বলিত হব। আপুনি ক্ৰুদ্ধ হ'লে কি সুৰ, কি অসুৰ যেয়েই নহওক সমস্ত শত্ৰু অতি সোনকালে পঞ্চত্ব প্ৰাপ্ত হব।

হে ৰাজকুমাৰ এই প্ৰস্তাৱত এইমাত্ৰ দোষ দেখা যায়। এই বিষয়ে আন কোনো সংশয় নাই।

পিতৃভক্ত গাঙ্গেয়ই ধীবৰৰাজৰ কথা শুনি ক্ষত্ৰিয় বীৰ ৰজাসকলৰ সমুখতে এই উত্তৰ দিলে যে- হে সত্যবাদী দাসৰাজ! মোৰ সত্যব্ৰত শুনা। মই নিশ্চয়কৈ

কৈছোঁ - তুমি যিহকে কৰা - মই অবিকল সেই কাৰ্য্যকে কৰিম। যি পুত্ৰই এই কন্যাৰ গৰ্ভত জন্ম গ্ৰহণ কৰিব, তেৱেঁই ৰজা হ'ব।

তাৰ পাছত দাসৰাজে ক'লে 'কুমাৰ! আপুনি ৰাজ্যৰ হিত কামনা কৰি অতি দুষ্কৰ কৰ্মত প্ৰবৃত্ত হৈছে; অতএৱ আপুনিয়েই এই কন্যাৰ পিতৃ হ'ল - অতএৱ কন্যাদানতো আপোনাৰ সম্পূৰ্ণ অধিকাৰ হ'ল, কিন্তু মোৰ এটি কথা শুনি সেই অনুসাৰে কাৰ্য্য কৰিব লাগিব।

আপুনি এই ৰজাবিলাকৰ সমুখতে সত্যৱতীৰ নিমিত্তে যি প্ৰতিজ্ঞা কৰিছে তাত মই কোনো সন্দেহ কৰা নাই; কিন্তু ভবিষ্যতে আপোনাৰ পুত্ৰই ৰাজ্য দাবী কৰিব পাৰে- সেই সম্বন্ধেহে মোৰ সন্দেহ উপস্থিত হৈছে।

পিতৃভক্ত দেৱব্ৰতে ধীৱৰৰ অভিসন্ধি বুজিব নোৱাৰি ধীবৰক সম্বোধন কৰি ক'লে— মই ইতিপূৰ্বেই সাম্ৰাজ্য পৰিত্যাগ কৰিছোঁ; এতিয়া মই প্ৰতিজ্ঞা কৰি কৈছোঁ যে মই আজিৰ পৰা আজীৱন ব্ৰহ্মচৰ্য্য অৱলম্বন কৰিম। মই অপুত্ৰক হ'লেও মোৰ অক্ষয় স্বৰ্গলাভ হ'ব - সেই বিষয়ে মোৰ কোনো সন্দেহ নাই।

দেবব্ৰতৰ প্ৰতিজ্ঞা শুনি দাসৰাজে ক'লে - আপোনাৰ পিতৃকে কন্যা দান কৰা মোৰ কৰ্ত্তব্য হব। দাসৰাজৰ এই সম্মতি ব্যক্ত কৰা মাত্ৰকেই অন্তৰীক্ষৰ পৰা কুমাৰ দেৱব্ৰতৰ মূৰত পুষ্পবৃষ্টি হবলৈ ধৰিলে আৰু দেৱতা সকলে তেওঁক 'ভীষ্ম' বুলি সম্বোধন কৰিলে।

ভীষ্মই তেতিয়া সত্যৱতীক সম্বোধন কৰি ক'লে— ''মা! আপুনি ৰথত উঠক - আমি ঘৰলৈ যাওঁ।

ৰজা শান্তনুৱে ভীষ্মৰ অসাধাৰণ ক্ষমতা আৰু কষ্টসাধ্য কাৰ্য্যত দৃঢ়তৰ অধ্যৱসায় দেখি অতিশয় আনন্দিত হৈ এই বৰ দিলে - পুত্ৰ! তুমি ইচ্ছামৃত্যু হবা। তোমাৰ ইচ্ছা নহলে তোমাৰ মৃত্যু নহয়।

# শান্তনুৰ সত্যৱতীৰ পাণি গ্ৰহণ

ৰজা শান্তনুৱে সত্যৱতীৰ পাণি গ্ৰহণ কৰিলে। যথা সময়ত সত্যৱতীৰ গৰ্ভত ক্ৰমে দুটি পুত্ৰ চিত্ৰাঙ্গদ আৰু বিচিত্ৰবীৰ্য্যই জন্মগ্ৰহণ কৰিলে। বিচিত্ৰ বীৰ্য্যৰ নাবালক অৱস্থাতে ৰজা শান্তনুৱে মানৱলীলা সম্বৰণ কৰে। চিত্ৰাঙ্গদ ৰজা হয়; কিন্তু অলপ দিনৰ ভিতৰতে চিত্ৰাঙ্গদ নামৰ গন্ধৰ্ব্বৰ লগত যুদ্ধ হোৱাত চিত্ৰাঙ্গদ নিহত হয়। ভীষ্মই তেওৰ সমুদয় প্ৰেতকাৰ্য্য সম্পাদন কৰালে আৰু অপ্ৰাপ্ত বয়স্ক বিচিত্ৰবীৰ্য্যকে ৰাজ্যত অভিষিক্ত কৰিলে। বিচিত্ৰবীৰ্য্য পৈতৃক

সিংহাসনত বহি ধৰ্মশাস্ত্ৰ কুশল ভীষ্মৰ প্ৰতি যথোচিত সন্মান দেখুৱাই তেওঁৰে আদেশ পৰামৰ্শ মানি ৰাজ কাৰ্য্য পৰিচালনা কৰিব ধৰিলে। মহামতি ভীষ্মই এইদৰে পৰম যত্নেৰে তেওঁক প্ৰতিপালন কৰিব ধৰিলে।

# বিচিত্ৰবীৰ্য্যৰ বিবাহ

বিচিত্ৰবীৰ্য্যৰ বাল্যাৱস্থাতে সত্যৱতীৰ নিৰ্দ্দেশ অনুসাৰে বিচিত্ৰবীৰ্য্যক ৰাজপাটত বহুৱাই মহামতি ভীষ্মই ৰাজ্য শাসন কৰিব ধৰিছিল। কিছুদিন পাছত তেওক তৰুণ বয়স্ক হোৱা দেখি ভীষ্মই তেওঁৰ বিবাহৰ বিষয়ে চিন্তা কৰিলে।

এই সময়ত কাশিৰাজৰ তিনিকণ্যা স্বয়ংবৰা হব এই সংবাদ ভীষ্মৰ কাণত পৰিল। মহাৰথ ভীষ্মই মাতা সত্যৱতীৰ অনুমতি লৈ ৰথত উঠি বাৰাণসী নগৰ পালেগৈ। তাত গৈ দেখিলে যে নানা দেশৰ ৰজা বিলাক স্বয়ংবৰ সভাত উপস্থিত হৈছে। তাৰ পাছত ৰজা বিলাকৰ নাম ঘোষণা কৰা হোৱাত ভীষ্মই তেওঁৰ ভায়েকৰ বাবে সেই কন্যা তিনি গৰাকীক প্ৰাৰ্থনা কৰিলে। আৰু তিনিও গৰাকীকে ৰথত তুলি লৈ অতি গম্ভীৰ স্বৰে ৰজাবিলাকক কবলৈ ধৰিলে "স্বয়ংবৰ বিবাহ উত্তম বিবাহ বুলি পৰিগণিত আৰু ক্ষত্ৰিয় ৰজাবিলাকে এই বিৱাহক উচ্চ প্ৰশংসা কৰে। পৰাক্ৰম দেখুৱাই কন্যা অপহৰণ কৰি বিৱাহ কৰাটোকো ধৰ্মপৰায়ণ লোক সকলে ভূয়সী প্ৰশংসা কৰিছে। এতএৱ, হে ৰাজন্যবৰ্গ! মই মোৰ ভ্ৰাতৃৰ কাৰণে এই তিনি কন্যাক বলপূৰ্বক অপহৰণ কৰিলোঁ। তোমালোকে যদি পাৰা, মোৰ লগত যুদ্ধ কৰি তেওঁলোকক উদ্ধাৰ কৰা।

অতএৱ যুদ্ধ আৰম্ভ হ'ল। ভীষ্ম অকলে একফালে আৰু আনফালে সমবেত ৰাজন্যবৰ্গ। সেই যুদ্ধত ৰাজন্যবৰ্গৰ বহু লটি-ঘটি হ'ল। দুই একৰ মৃত্যুয়ো ঘটিল। ভীষ্মৰ অসাধাৰণ ৰণ নৈপুণ্য আৰু যুদ্ধত আত্মৰক্ষা কৰা কৌশল দেখি শত্ৰুপক্ষীয় বিলাকে ভীষ্মক ভূৰি ভূৰি ধন্যবাদ দিবলৈ ধৰিলে।

ভীষ্মই সকলোকে পৰাজিত কৰি কন্যা কেউগৰাকীক লৈ নিজ নগৰ অভিমুখে আহিবলৈ ধৰিলে। বাটত শাল্বৰজাই যুদ্ধ জয়ৰ ইচ্ছা কৰি ভীষ্মৰ সন্মুখীন হ'ল। উভয়ৰ মাজত ঘোৰতৰ যুদ্ধ হ'ল। শাল্বৰাজৰ পৰাজয় হ'ল। ভীষ্ম জয়ী হৈ কন্যা তিনিগৰাকীক লৈ হস্তিনাপুৰ পালেহি।

বিচিত্ৰবীৰ্য্যৰ বিবাহৰ আয়োজন হ'ল। এই অৱসৰতে কাশী ৰজাৰ জ্যেষ্ঠা কন্যাই হাঁহি হাঁহি আহি ভীষ্মক ক'লে- "মহাশয়! মই ইতিপূৰ্বে মহাৰাজ শাল্বক

পতিত্বত বৰণ কৰিছোঁ। এতিয়া ধৰ্মতঃ আপোনাৰ যেনে অভিৰুচি হয় তাকে কৰক।”

সেই সময়ত বিৱাহ মণ্ডপত নিমন্ত্রিত ব্ৰাহ্মণ সমাজৰ সমাগম হৈছিল। সেই কন্যাগৰাকীৰ তেনে উক্তি শুনি অতিশয় চিন্তিত হ'ল। তাৰ পাছত তেও বেদজ্ঞ ব্ৰাহ্মণ সকলৰ লগত পৰামৰ্শ কৰি সৰ্বজ্যেষ্ঠা সেই অম্বানাম্নী কন্যাক তেওঁৰ ইচ্ছা মতে কাৰ্য্য কৰিবৰ অনুমতি দি বিচিত্ৰবীৰ্য্যৰ লগত বাকী দুইজনী কন্যা অম্বিকা আৰু অম্বালিকাৰ বিৱাহ সম্পাদন কৰালে।

তৰুণ বয়স্ক পৰম সুন্দৰ বিচিত্ৰবীৰ্য্যই পৰামা সুন্দৰী যুৱতী স্ত্ৰী পাই কামোন্মত্ত হৈ পৰিল। একাদিক্ৰমে সাতবছৰ অতিৰিক্ত স্ত্ৰী সহবাসৰ ফলত বিচিত্ৰবীৰ্য্যই যক্ষ্মাৰোগ হৈ অকালতে মৃত্যু বৰণ কৰিলে।

এই মৃত্যুয়ে কৌৰৱ বংশক নিৰ্ম্মূলি হোৱাৰ পথত আনি দিলে।

# ভীষ্মৰ প্ৰতিজ্ঞা ৰক্ষাৰ দৃঢ়তা

কৌৰৱ ৰাজ্যৰ ৰজা হবৰ বাবে ভীষ্মত বাজে আন কোনো নাইকিয়া হ'ল। বিচিত্ৰবীৰ্য্যৰ বিধৱা পত্নী দুই গৰাকীৰ কোনো সন্তান হোৱা নাছিল। বংশ ৰক্ষা আৰু ৰাজ্যৰক্ষাৰ বাবে ভীষ্ম আৰু সত্যৱতী উভয়ে চিন্তাকুল হৈ পৰিল। কি কৰা যায়?

ভীষ্মই এনে সমস্যাৰ মাজত প্ৰতিজ্ঞা ভঙ্গ কৰি নিজে বিবাহিত হ'লেতো সেই সমস্যাৰ সমাধান হৈয়ে যায়; কিন্তু ধাৰ্মিক ভীষ্মই সেইটো কেতিয়াও নকৰে। সত্যৱতীয়ে মনে মনে আন এটা বুদ্ধি স্থিৰ কৰিলে। সেই কালত এনেকুৱা সমস্যা হ'লে কোনো বেদজ্ঞ ব্ৰাহ্মণক বা দেৱৰ বা ভাই শহুৰেকক স্বামীৰ প্ৰতিনিধি কৰি বংশৰক্ষাৰ ব্যৱস্থা বেদসম্মত আছিল। কলিকালত হে সেইটো নিষিদ্ধ।

এতিয়া সত্যৱতীয়ে বিচিত্ৰবীৰ্য্যৰ পত্নীত (ক্ষেত্ৰত) পুত্ৰোৎপাদনৰ বাবে ভীষ্মক অনুৰোধ কৰিলে। তেওঁ ভীষ্মক ক'লে - হে মহাভাগে! তোমাৰ পিতৃ অতি ধৰ্মপৰায়ণ আছিল - এতিয়া তেওঁক জলপিণ্ড দান কৰা লোক তোমাত বাজে আন কোনো নাই। সেই কাৰণে তুমিয়েই বংশৰক্ষাৰ বাবে বিচিত্ৰবীৰ্য্যৰ পত্নীদ্বয়ত পুত্ৰ উৎপাদন কৰা; নহ'লে নিজেই বিবাহ কৰি বংশ ৰক্ষা কৰা।

ভীষ্মই ক'লে - মা! আপোনাৰ উপদেশ ধৰ্মসঙ্গত তাত কোনো সন্দেহ নাই; কিন্তু অপত্য উৎপাদন বিষয়ে মই পূৰ্বে যি প্ৰতিজ্ঞা কৰিছোঁ সেইটো

আপুনি পাহৰিছে নেকি? মই দাৰ পৰিগ্ৰহ কৰা বিষয়ত পূৰ্বে আপোনাৰ ওচৰত যি সঙ্কল্প কৰিছোঁ, তাক আপুনি জানে; তথাপি মই পুনঃ দৃঢ়তৰ প্ৰতিজ্ঞা কৰি কওঁ- মই স্বৰ্গ মৰ্ত্ত্য আৰু অন্তৰীক্ষ এই তিনি লোকৰ আধিপত্যও পৰিত্যাগ কৰিব পাৰোঁ, স্বৰ্গৰ ইন্দ্ৰত্বও পৰিত্যাগ কৰিব পাৰোঁ আৰু ইয়াতকৈও যদি অভীষ্টতম যদি কিবা বস্তু থাকে তাকো পৰিত্যাগ কৰিব পাৰোঁ; কিন্তু কেতিয়াও মোৰ প্ৰতিজ্ঞা পৰিত্যাগ কৰিব নোৱাৰোঁ। **পৃথিবীয়ে যদি গন্ধ পৰিত্যাগ কৰে; পানীয়ে যদি মধুৰ ৰস পৰিত্যাগ কৰে, জ্যোতিয়ে যদি ৰূপ পৰিত্যাগ কৰে, বায়ুয়ে যদি স্পৰ্শগুণ পৰিত্যাগ কৰে, অগ্নিয়ে যদি উষ্ণতা পৰিত্যাগ কৰে, আকাশে যদি শব্দগুণ পৰিত্যাগ কৰে, চন্দ্ৰই যদি শীতল কিৰণ পৰিত্যাগ কৰে, ইন্দ্ৰই যদি নিজৰ পৰাক্ৰম পৰিত্যাগ কৰিব পাৰে আৰু ধৰ্মৰাজে যদি নিজৰ ধৰ্ম পৰিত্যাগ কৰে, তথাপি মই মোৰ সত্য ত্যাগ কৰিব নোৱাৰিম।**

সত্যৱতীয়ে ক'লে সেইটো মই জানোঁ; কিন্তু যাতে তোমাৰ বংশ পৰম্পৰা ৰক্ষা পায়, ধৰ্মৰ উচ্ছেদ নহয় আৰু বন্ধু বান্ধৱৰ সন্তোষ জন্মে, সেইটো কৰা তোমাৰ মহৎ কৰ্ত্তব্য।

ভীষ্মই সত্যৱতীৰ এই অনুৰোধ ৰক্ষা নকৰি কোনো বেদজ্ঞ ব্ৰাহ্মণৰ হতুৱাই নিয়োগ ক্ৰমে পুত্ৰ উৎপাদন কৰিবৰ ব্যৱস্থা কৰিবলৈ পৰামৰ্শ দিলে। বেদব্যাসো সত্যৱতীৰে পুত্ৰ আৰু তেওঁ অম্বিকা অম্বালিকাৰ ভাই শহুৰেক; আকৌ তেওঁ বেদজ্ঞ। সেইবাবে তেওঁকে নিযোগ কৰি বংশ ৰক্ষাৰ ব্যৱস্থা সত্যৱতীয়ে কৰিলে। ধৃতৰাষ্ট্ৰ, পাণ্ডু আৰু বিদুৰৰ জন্ম এই দৰেই হৈছিল।

# ভীষ্মচৰিত্ৰ অধ্যয়ন

ভাৰতীয় শাস্ত্ৰ সাহিত্যত ভীষ্মচৰিত্ৰ এটি অলৌকিক দেৱ চৰিত্ৰ। ইতিহাসৰ দৃষ্টিভঙ্গিতো ই অলৌকিক চৰিত্ৰ। আমাৰ দেশৰ ৰামায়ণ মহাভাৰত যেনেকৈ একাধাৰে ধৰ্মশাস্ত্ৰ, মহাকাব্য আৰু ইতিহাস সেইদৰে ৰামায়ণ মহাভাৰতৰ বিশিষ্ট চৰিত্ৰবোৰৰ গুণ-মহিমাও অলৌকিকতাপূৰ্ণ। আধুনিক জগতৰ শিক্ষা সভ্যতাৰ যি ক্ৰম বিকাশ দেখিবলৈ পোৱা যায় সেই ক্ৰমবিকাশৰ ধাৰা যেন ভাৰতৰ অতীত যুগৰ তথ্য-তত্ত্বৰ লক্ষ্য মাথোন। ভাৰতৰ শিল্প বিজ্ঞান, জ্যোতিষ বিজ্ঞান অঙ্কশাস্ত্ৰ, আয়ুৰ্বেদ আৰু সৰ্ব্বোপৰি মন্ত্ৰশাস্ত্ৰবোৰে ইয়াৰ প্ৰমাণ নিৰ্ভুলভাৱে দাঙি ধৰে। এই বিদ্যাবোৰৰ অনুশীলনত পাশ্চাত্যই ভাৰতবৰ্ষৰ পৰা ধাৰ কৰা বিদ্যাৰ পৰিচয় পোৱা যায়। সি যি নহওক -

মহামনা ভীষ্ম অখণ্ড ব্ৰহ্মচাৰী, আদৰ্শ পিতৃভক্ত, আদৰ্শ সত্যপ্ৰতিজ্ঞ আৰু কেৱলমাত্ৰ আদশবীৰেই নাছিল, তেওঁৰ শাস্ত্ৰ জ্ঞান আছিল অতি গভীৰ, তেওঁ আছিল এজন মহান ঈশ্বৰতত্ত্বজ্ঞ আৰু ভগবদ্ভক্ত পুৰুষ। ভীষ্মৰ অগাধ জ্ঞান সম্পৰ্কে স্বয়ং ভগৱান শ্ৰীকৃষ্ণই প্ৰশংসা কৰি কৈছিল- হে ভীষ্ম পিতামহ! আপুনি ইহ সংসাৰৰ পৰা বিদায় লৈ যোৱাৰ পাছত সমস্ত জ্ঞান লুপ্ত হৈ যাব। সংসাৰত যিবোৰ সন্দেহযুক্ত প্ৰশ্ন বা বিষয় আছে, তাৰ সমাধান কৰোঁতা লোক আপানাত বাজে আন কোনো নাই। ভগৱান শ্ৰীকৃষ্ণৰ প্ৰেৰণা আৰু প্ৰভাৱত সেই কাৰণে ভীষ্মই কিছুদিন বৰ্ণাশ্ৰম ধৰ্ম, ৰাজধৰ্ম, আপদধৰ্ম, মোক্ষধৰ্ম, শ্ৰদ্ধধৰ্ম, দানধৰ্ম, স্ত্ৰীধৰ্ম আদি অনেক মহত্ত্বপূৰ্ণ ধৰ্মৰ বিষয়ে ভাৰত সম্ৰাট যুধিষ্ঠিৰক শিক্ষা দান কৰিছিল। সাক্ষাৎ ধৰ্মৰ অংশত জন্মগ্ৰহণ কৰা ধৰ্মৰ প্ৰত্যক্ষ মূৰ্ত্তি মহাৰাজ যুধিষ্ঠিৰক তেওঁৰ ধৰ্ম বিষয়ত শঙ্কা নিবাৰণ কৰা ব্যক্তি একমাত্ৰ ভীষ্মই আছিল। সেই উপদেশবোৰ মহাভাৰতৰ শান্তিপৰ্ব আৰু অনুশাসনপৰ্বত সংগৃহীত হৈছে। ভীষ্মৰ উপদেশ শুনিবৰ বাবে ব্যাস আদি মহৰ্ষি সকলো মাজ মাজে আহিছিল।

## কৌৰৱ সভাত ভীষ্ম ঃ

ভীষ্মই যে কৌৰৱ সভাত অন্যায়ৰ প্ৰতিবাদ কৰা নাই এইটো সত্য নহয়। ভীষ্ম পিতামহ সভাত থকাতো দ্ৰৌপদীক ৰাজসভাৰ লাঞ্ছনা কৰাত মতা নাই সেই কথাও সত্য নহয়। ভীষ্ম য'ত যেনে কথা কোৱা উচিত সৰ্ব্বদায় তেনে কথা কোৱাতেহে অভ্যস্ত।

কৰ্ণৰ আদেশ পোৱা মাত্ৰকে যেতিয়া দুঃশাসনে কম্পমানা সলজ্জা আৰু অনাথা দ্ৰৌপদীক সভাৰ মাজতে দাসী বুলি ঘৰলৈ নিবৰ কাৰণে টানিবলৈ ধৰিলে, তেতিয়া দ্ৰৌপদীয়ে কৈছিল - ওৰে দুৰ্ব্বুদ্ধি দুষ্ট দুঃশাসন। ক্ষন্তেক অপেক্ষা কৰ। মই যি প্ৰশ্ন কৰিছোঁ আগে সেই প্ৰশ্নৰ উত্তৰ লোৱা মোৰ কৰ্ত্তব্য কিন্তু এতিয়াও মই সেই প্ৰশ্নৰ উত্তৰ পোৱা নাই। প্ৰশ্নটো আছিল পাশাখেলৰ পণত ৰজা যুধিষ্ঠিৰে আগে নিজক হাৰিছে নে দ্ৰৌপদীক হাৰিছে। প্ৰকৃততে যুধিষ্ঠিৰে নিজক আগে পণ ৰাখিছিল। এই প্ৰশ্নৰ অন্তনিৰ্হিত অৰ্থ আছিল পূৰ্বে ৰজা যুধিষ্ঠিৰে নিজক হাৰি দ্ৰৌপদীক পণত থোৱা অধিকাৰ হেৰুৱাইছে। সভাসদ্ বিলাকক লক্ষ্য কৰি দ্ৰৌপদীয়ে যেতিয়া বিলাপ কৰি কৰি তেওঁৰ প্ৰশ্নৰ উত্তৰ বিচাৰিছে তেতিয়া সভাত উপস্থিত থকা সৰ্বজ্যেষ্ঠ আৰু সৰ্বশ্ৰেষ্ঠ পিতামহ ভীষ্মই উত্তৰ দিছে। সেই উত্তৰ হৈছে— হে কল্যানি। একফালে পণত বশ হোৱা ব্যক্তিয়ে পৰৰ ধন পণত ৰাখিব নোৱাৰে, আনফালে স্ত্ৰী সদায় স্বামীৰ অধীন — এই উভয় পক্ষৰে সমান গুৰুত্ব থকা যেন বোধ হোৱাত তোমাৰ প্ৰশ্নৰ যথাৰ্থ উত্তৰ বিবেচনা কৰিবলৈ অসমৰ্থ হৈছোঁ।

প্ৰশ্নৰ যথাৰ্থ উত্তৰ সভাস্থ কোনো এজন সভাসদৰ পৰা নহাত, দুঃশাসনে দ্ৰৌপদীৰ বস্ত্ৰহৰণ আৰু 'দাসী দাসী' বুলি পুনঃ পুনঃ উচ্চাৰণ কৰাত যেতিয়া দ্ৰৌপদীয়ে সূৰ্য্যৰ ফালে চাই পুনঃ পুনঃ কৃষ্ণক স্মৰণ কৰিব ধৰিলে, তেতিয়া বিলাপমানা দ্ৰৌপদীক ভীষ্মই এইখিনি মাত্ৰ সান্ত্বনা দিবৰ সমৰ্থ হৈছিল - হে কল্যাণি। ধৰ্মৰ গতি অতি সূক্ষ্ম, তাক বিজ্ঞজনেও সম্যক্ ভাৱে নিৰূপণ কৰিব নোৱাৰে; কিন্তু ধৰ্মক অমান্য কৰি এই কৌৰৱসকলে অধৰ্মক প্ৰশ্ৰয় দিব ধৰিছে। ইহতঁৰ এই কাৰ্য্যৰ গুৰুত্ব বুজি সূক্ষ্ম বিচাৰ কৰি সিদ্ধান্ত নিৰ্ণয়ত অসমৰ্থ হৈছোঁ, অতএৱ বোধ হৈছে যে কৌৰৱ বিলাক যেনেকৈ লোভান্ধ আৰু মোহান্ধ হৈছে সিহঁত অচিৰে লোপ পাব। তুমি যি কুলৰ পৰা আহিছা আৰু যিকুলৰ হাতত পৰিছা - উভয় কুলেই ধৰ্মক মানি চলে। পাঞ্চাল আৰু পাণ্ডৱ উভয়কুলেই ধৰ্মক মনা কুল। তুমিও ইমান অসহায় দুৰৱস্থাত পৰিও ধৰ্মক মানি আছা, সেইটো সমুচিত কাৰ্য্য হৈছে। ধৰ্মৰাজ যুধিষ্ঠিৰে তোমাৰ প্ৰশ্নৰ যেনে সিদ্ধান্ত কৰে, তুমি তাকেই মানি লোৱা।

ভীষ্মই যে সেই পৰিস্থিতিত একো সিদ্ধান্ত দিব নোৱাৰিলে তাৰ বাবে আমাৰ ভীষ্মক ন্যায় সঙ্গত ৰূপে দোষাৰোপ কৰিবৰ কোনো কাৰণ নাই।

## শ্ৰীকৃষ্ণৰ সন্ধি প্ৰস্তাৱত ভীষ্ম

কৌৰৱ আৰু পাণ্ডৱ বিলাকৰ মাজত সন্ধি হওক এই বিষয়ে কেৱল যে ব্যাসদেৱ আৰু ভীষ্মই উপদেশ দিছিল তেনে নহয়, মহৰ্ষি নাৰদেও কৌৰৱ সভালৈ আহি ধৃতৰাষ্ট্ৰক সন্ধি কৰিবলৈ উপদেশ দিছিল।

নাৰদৰ প্ৰস্তাৱত ৰজা ধৃতৰাষ্ট্ৰই উত্তৰত কৈছে - ভগৱন! আপুনি যেনেদৰে কৈছে, ময়ো সেইটোকে বাঞ্ছা কৰোঁ; কিন্তু সেইটো হোৱাৰ সম্ভাৱনা নাই। আপোনাৰ উপদেশ মানি কাৰ্য্য সম্পাদন কৰা মোৰ সাধ্যৰ অতীত। এইদৰে মহৰ্ষি নাৰদক কৈ ৰজা ধৃতৰাষ্ট্ৰই শ্ৰীকৃষ্ণক ক'লে- তুমি যিবোৰ কথা কৈ সন্ধিৰ প্ৰস্তাৱ কৰিছা সেই প্ৰস্তাৱ অতি সমীচীন, লোকাচাৰ সঙ্গত, ধৰ্মানুগত আৰু ন্যায়যুক্ত; কিন্তু মই স্বাধীন নহয়। তুমি এই পাপমতি দুৰ্য্যোধনক শান্ত কৰিবৰ যত্ন কৰা। তাৰ কাৰণেই মই যিটো ভাল দেখোঁ সেইটো কৰিব নোৱাৰোঁ। সি গান্ধাৰী, বিদুৰ বা ভীষ্ম প্ৰভৃতি হিতৈষী বিলাকৰ হিতকথা নুশুনে। তুমি স্বয়ং সেই ক্ৰুৰ স্বভাৱ দুৰ্য্যোধনক শাসন কৰা। তেতিয়া তোমাৰ ফালৰ পৰাও বন্ধুজনোচিত কাৰ্য্য কৰা হব।

তেতিয়া শ্ৰীকৃষ্ণই সন্ধিপ্ৰস্তাৱ উত্থাপন কৰিবৰ সময়ত যেনে দৰে সাৰগৰ্ভ উপদেশ দিছিল আৰু সন্ধি প্ৰস্তাৱৰ উপযোগিতা সম্বন্ধে যিবোৰ যুক্তি দেখুৱাইছিল তাকে পুনৰায় দোহাৰি দুৰ্য্যোধনক মধুৰ কথাৰে কৌৰৱ বংশৰ শান্তিদায়ক উপদেশবোৰ দিবলৈ ধৰিলে।

শ্ৰীকৃষ্ণই প্ৰথমতে ক'লে - দুৰ্য্যোধন! তুমি অত্যন্ত জ্ঞানী আৰু বুদ্ধিমান লোকৰ বংশত জন্ম লৈছা; কিন্তু তোমাৰ মনৰ যেনে অভিলাষ আৰু সংকল্প সেইবোৰ অতি নীচকুলৰ লোকৰ কাৰণে হে সম্ভৱ। তেনে সংকল্প কৰা লোকে নৃশংসতা আৰু নিৰ্লজ্জতাৰ কাৰ্য্য হে কৰি থাকে। সাধু ব্যক্তিৰ প্ৰবৃত্তি ধৰ্মানুযায়ী হয় আৰু অসাধু ব্যক্তিৰ প্ৰবৃত্তি তাৰ বিপৰীতে হয়। তোমাৰ স্বভাৱত অসাধু ব্যক্তিৰ ব্যৱহাৰ হে পুনঃ পুনঃ পৰিলক্ষিত হৈছে। এইৰূপ ব্যৱহাৰৰ দ্বাৰা ধৰ্মনাশ আৰু কুলনাশ হয়। তোমাক মই এই উপদেশ দিছোঁ যে তুমি তেনে ব্যৱহাৰ কৰিত্যাগ কৰা। তেতিয়া তুমি আত্মীয় স্বজন বন্ধু বান্ধৱ সকলোৰে প্ৰিয়পাত্ৰ হব। ফলতঃ পাণ্ডৱৰ লগত তোমালোকৰ সন্ধি স্থাপন হ'লে তেওঁলোক সুখী হ্বা আৰু ৰাজ্যৰ সমস্ত লোকৰ মন অনন্দত পৰিপূৰ্ণ হব।

পাণ্ডৱসকল তোমাৰ প্ৰতি সন্তুষ্ট থাকিলে তোমাৰ সকলো কামনা পৰিপূৰ্ণ হব। অসাধু সংসৰ্গতকৈ পাণ্ডৱ বিলাকৰ লগত সংসৰ্গ কৰা তোমাৰ কাৰণে সকলো ফালৰপৰা মঙ্গলজনক হব। তুমি যে দুঃশাসন, কৰ্ণ আৰু শকুনিৰ ওপৰত ৰাজ্যভাৰ অৰ্পন কৰি ঐশ্বৰ্য্যৰ অভিলাষ কৰিছা, তেওঁলোক কি জ্ঞানত, কি ধৰ্মত, কি অৰ্থত কিম্বা কি বিক্ৰমত পাণ্ডৱসকলৰ সমকক্ষ হব পাৰে? তেওঁলোক অকল ভীষ্মৰে সমকক্ষ নহয়।

পাণ্ডৱসকল ধৰ্মপৰায়ণ; কিন্তু তুমি জন্মাবধি তেওঁলোকক নিগ্ৰহ কৰি আহিছা। যদিও তুমি তেওঁলোকৰ প্ৰতি নিষ্ঠুৰ ব্যৱহাৰ কৰি আহিছা, তথাপি তেওঁলোকে তোমাৰ প্ৰতি বিৰূপ ভাৱ প্ৰকাশ কৰা নাই আৰু তোমাক আপোনাৰ জন বুলিয়েই ভাবি আছে। তেওঁলোকৰ প্ৰতি তুমিও সন্তোষৰ মনোভাব ৰখা কৰ্ত্তব্য। প্ৰকৃত বন্ধুৰ প্ৰতি কেতিয়াও জাত ক্ৰোধ নহবা। যিবিলাক উত্তম লোক তেওঁলোকে ধৰ্মকেই লক্ষ্য কৰি চলে। যিবিলাক মধ্যম লোক তেওঁলোকে কলহৰ মূল কাৰণ কি তাঁলৈহে লক্ষ্য কৰে, বালক বিলাকহে কামনাৰ বশৱৰ্তী হয় আৰু নীচ ব্যক্তিয়েই হে লোভৰ বশীভূত হৈ ইন্দ্ৰিয়বৃত্তি চৰিতাৰ্থ কৰিবৰ কাৰণে ধৰ্মক পৰিত্যাগ কৰে আৰু কাম আৰু অৰ্থৰ অভিলাষী হৈ বিনাশ পায়। তেওঁলোকে কাম আৰু অৰ্থৰ আচল পথ দেখা নাপায়। কাম আৰু অৰ্থ ধৰ্মৰ পৰা বিচ্ছিন্ন হব নোৱাৰে। অতএৱ যিবিলাকে কাম আৰু অৰ্থলাভৰ কামনা কৰে, প্ৰথমে সেইবিলাকে ধৰ্মলাভ কৰা হে কৰ্ত্তব্য। ধৰ্মই ধৰ্ম অৰ্থ আৰু কাম - এই তিনি বৰ্গৰ লাভৰ উপায় বা পথ।

হে দুৰ্য্যোধন! তুমি হীন উপায় অৱলম্বন কৰি সকলোফালে বিস্তৃত হোৱা ৰাজ্য লাভৰ কামনা কৰিছা। সত্যপৰায়ণ ব্যক্তিক হিংসা কৰি কোনো লোকেই অভ্যুদয় লাভ কৰিব নোৱাৰে। সাধুব্যক্তিৰ প্ৰতি মিথ্যা আচৰণ কৰি নিজে নাশ পায়।

তুমি সন্ধিসূত্ৰত আবদ্ধ হ'লে পাণ্ডৱসকলে তোমাক যৌৱৰাজ্যত আৰু তোমাৰ পিতাক মহাৰাজ্যত অভিষিক্ত কৰিব।

তুমি হস্তগতা ৰাজলক্ষ্মীক অৱমাননা নকৰিবা। তুমি এই সূত্ৰে পাণ্ডৱসকলক অৰ্দ্ধৰাজ্য দান কৰি মিত্ৰব্যক্তি সকলৰ প্ৰীতিভাজন হৈ মহতী শ্ৰী লাভ কৰি চিৰকাল কুশলে থাকা।

# কৃষ্ণৰ প্ৰস্তাৱত ভীষ্মৰ সমৰ্থন

মহামতি ভীষ্ম কৃষ্ণৰ প্ৰস্তাৱত বৰ খুচি হ'ল। তেওঁ কৃষ্ণৰ কোৱা শেষ হোৱা মাত্ৰকে দুৰ্য্যোদনক কবলৈ ধৰিলে- দুৰ্য্যোধন! বাসুদেৱে সকলো আত্মীয় স্বজন আৰু বন্ধুবান্ধৱবৰ্গৰ মাজত শান্তিৰক্ষাৰ বাবে উৎসুক হৈ যি উপদেশ আৰু সন্ধিৰ প্ৰস্তাৱ উল্লেখ কৰিছে, তুমি তাক পালন কৰা। কেতিয়াও ক্ৰোধৰ বশৱৰ্ত্তী নহবা। মহাত্মা কেশৱৰ কথাৰ অন্যথা কৰিলে কেতিয়াও সুখ বা কল্যাণ নহব। (১) মহাবাহু কেশৱে তোমাক ধৰ্মসঙ্গত আৰু অৰ্থসঙ্গত কথাকেই কৈছে। তোমাৰ কেৱল দুবুৰ্দ্ধি হে আছে। তুমি কুলঘাতী আৰু কুপথগামী; সেই কাৰণে তুমি কৃষ্ণৰ, ৰজা ধৃতৰাষ্ট্ৰৰ আৰু মহামতি বিদুৰৰ মূল্যৱান উপদেশকো লঙ্ঘন কৰিব খুজিছা। তোমাৰ দৌৰাত্ম্যত ৰজা ধৃতৰাষ্ট্ৰৰ জীৱদ্দশাতেই ভাৰত বংশৰ দীপ্যমান্ ৰাজলক্ষ্মী পলাই যাব। তুমি অহঙ্কাৰ বশতঃ পিতৃ মাতৃক শোকৰ সাগৰত নিমগ্ন নকৰিবা।

ভীষ্মই এইদৰে বহু উপদেশ আগেয়েও দিছে আৰু পাছতো যুদ্ধৰ সময়তো দিছে। ভীষ্মই যাতে আত্মকলহ নহয় আৰু নিজৰ ভিতৰত যুদ্ধৰ সূচনা নহয় তাৰ বাবে উদ্বিগ্ন হৈ যিখিনি উপদেশ আৰু পৰামৰ্শ দিব লাগে তাক নিদিয়াকৈ থকা নাই।

কিন্তু দুৰ্য্যোধনে তেওঁৰ উপদেশ আগেয়েও শুনা নাই আৰু এতিয়াও

---

(১) অকৃত্বা বচনং তাত কেশৱস্য মহাত্মনঃ।
শ্ৰেয়ো ন জাতু ন সুখং ন কল্যাণমবাপ্সসি।। উদ্যোগ - ১৮৮ অধ্যায়।

নুশুনিলে, সন্ধিপ্ৰস্তাৱ ব্যৰ্থ কৰি দিলে। আকৌ সন্ধি প্ৰস্তাৱকাৰী শ্ৰীকৃষ্ণক বান্ধি ৰাখিবলৈকে হে ষড়যন্ত্ৰ কৰিছিল।

ভীষ্ম কিমান বিজ্ঞ আৰু আগেয়ে কেনে পৰিস্থিতিত কেনেদৰে উপদেশ দিছিল আৰু উপস্থিত সঙ্কটত কেনেকৈ দুৰ্য্যোধনক অৰ্জ্জুনৰ হাতৰ পৰা ৰক্ষা কৰিব খুজিছিল তাৰ নিদৰ্শন পোৱা যায় কৌৰৱসকলে যেতিয়া বিৰাট ৰজাৰ গোধন অপহৰণ কৰে।

সন্ধি প্ৰস্তাৱ আৰু কুৰুক্ষেত্ৰৰ যুদ্ধ আৰম্ভ হোৱাৰ পূৰ্বে কৌৰৱ সকলে বিৰাট ৰজাৰ গো-ধন অপহৰণ কৰে। পাণ্ডৱসকলে বাৰ বছৰ বনবাস কৰি এবছৰ অজ্ঞাত বাস কৰি আছিল বিৰাট ৰজাৰ মৎস্য দেশত। এই অজ্ঞাত বাসৰ সময়ত বিৰাটৰাজৰ সেনাপতি কীচকে দ্ৰৌপদীক অপমান কৰা দোষত ভীমৰ হাতত নিহত হয়। ভীম ছদ্মবেশত থকা কাৰণে এক গন্ধৰ্বৰ হাতত নিহত হোৱা বুলি সংবাদ প্ৰচাৰিত হয়। বিৰাট ৰাজৰ দেশৰক্ষাৰ বল আছিল সেনাপতি কীচক। তেওঁ ৰজাৰ খুলশালিয়েক আছিল। বিৰাট ৰজাৰ সেনাপতি কীচক নিহত হোৱা খবৰ দুৰ্য্যোধনৰ কাণতো পৰিল। বিৰাট ৰজাৰ অগণিত গো-ধন আছিল। বিৰাট ৰজাৰ গো-ধন অপহৰণৰ বাবে এয়ে এক মহাসুযোগ বুলি দুৰ্য্যোধনে ভাবিলে আৰু ভীষ্ম, দ্ৰোণ, কৰ্ণ, কৃপাচাৰ্য্য, অশ্বত্থামা আদি বীৰপুৰুষ সকলক লগত লৈ সসৈন্যে গোধন অপহৰণ কৰিবলৈ গৈছিল আৰু অপহৰণ কৰিছিল। অপহৃত গোধন উদ্ধাৰৰ কাৰণে বৃহন্নলা বেশী অৰ্জ্জুনে বিৰাট পুত্ৰক সাৰথি কৰি লৈ কৌৰৱ-সৈন্যক যুদ্ধৰ বাবে আক্ৰমণ কৰিলে।

অৰ্জ্জুনে যেতিয়া গাণ্ডীৱ ধনুত টঙ্কাৰ দি শঙ্খধ্বনি কৰিলে, তেতিয়া দ্ৰোণচাৰ্য্যই কৌৰৱসকলক ক'লে- এই শঙ্খধ্বনি অৰ্জ্জুনৰ। কৌৰৱসকলে পতিয়ন যাব নোখোজে। তেওঁলোকে অজ্ঞাতবাসৰ কালছোৱাত পাণ্ডৱসকলক বিচাৰি উলিয়াবলৈ বহু যত্ন কৰিছিল; কিন্তু অকৃতকাৰ্য্য হৈছিল। সেইবাবে দ্ৰোণাচাৰ্য্যৰ কথাত দুৰ্যোধনৰ মনত আনন্দ হে হৈছিল যে যদিহে এই শঙ্খধ্বনি আৰু ধনুৰ টঙ্কাৰ অৰ্জ্জুনৰ হয়, তেন্তে অজ্ঞাতবাসৰ পণ পূৰ্ণ হোৱাৰ পূৰ্বে যদি অৰ্জ্জুন প্ৰকাশিত হৈছে, তেন্তে পাণ্ডৱসকল পুনঃ বাৰবছৰ আৰু এবছৰ অজ্ঞাত বাসৰ বাবে বনলৈ যাব লাগিব। এই লৈ কৌৰৱসকলৰ মাজত বহুতো বাক্ বিতণ্ডা চলিবলৈ ধৰিলে।

মহামতি ভীষ্মই গণনা কৰি ক'লে যে পাণ্ডৱ বিলাকৰ বনলৈ যোৱাৰ পৰা তেতিয়ালৈকে তেৰবছৰ পাঁচ মাহ ছয়দিন হৈ গৈছে। লগতে এই খিনিও ক'লে যে পাণ্ডৱসকলে যি যি প্ৰতিজ্ঞা কৰিছিল তাক অবিকল পালন কৰি পণমুক্ত হৈছে; সেইবাবে অৰ্জ্জুন আহিছে। পাণ্ডৱ সকলৰ আত্মা মহান্। তেওঁলোক পৰম ধাৰ্ম্মিক, বিশেষতঃ যুধিষ্ঠিৰ তেওঁলোকৰ ৰজা। অতএৱ কি নিমিত্তে তেওঁলোক

ধৰ্মৰ ওচৰত অপৰাধী হব? তেওঁলোকে অধৰ্ম আচৰণ কৰি ৰাজ্যলাভৰ আশা নকৰে। ধৰ্মপাশত আবদ্ধ আছে বুলিয়েই তেওঁলোকে ক্ষত্ৰিয় ব্ৰতৰ পৰা বিচলিত হোৱা নাই। নহলে বনবাসলৈ যোৱাৰ পূৰ্বেই তেওঁলোকে অসাধাৰণ বলবীৰ্য্য প্ৰকাশ কৰিলেহেতেঁন। তেওঁলোকে অনায়াসে মৃত্যুবৰণ কৰিব পাৰে; কিন্তু কেতিয়াও অসত্যৰ আশ্ৰয় নলয়। পাণ্ডৱ বিলাকৰ স্বভাৱেই এই যে তেওঁলোকৰ প্ৰাপ্য বিষয় ইন্দ্ৰইও যদি ৰাখিব খোজে তথাপি যথাযোগ্য সময়ত তাক পৰিত্যাগ নকৰে। এতিয়া বাক্-বিতণ্ডাৰ সময় নহয়, অৰ্জ্জুনৰ লগত যুদ্ধ কৰিবই লাগিব। হে দুৰ্য্যোধন! এই যুদ্ধত জয়লাভৰ আশা নাই। জয় পৰাজয়ৰ কথা চিন্তা নকৰি সকলোৱে যুদ্ধৰ বাবে সাজু হোৱা— ধনঞ্জয় আহি পালেই।

তাৰ পাছত যুদ্ধ হ'ল। অৰ্জ্জুনে ক্ৰমে ক্ৰমে কৰ্ণ, দুৰ্য্যোধন, কৃপাচাৰ্য্য দ্ৰোণাচাৰ্য্য আৰু পিতামহ ভীষ্মকো পৰাজয় কৰি বিৰাট ৰজাৰ গো-ধন উদ্ধাৰ কৰিলে। এই যুদ্ধত ভীষ্মই অতুল যুদ্ধ কৰিছে। সেই যুদ্ধ দেখি কৌৰৱপক্ষৰ বীৰ সকলে ভীষ্মৰ প্ৰশংসা কৰি কবলৈ ধৰিলে- "মহাবল পৰাক্ৰান্ত শান্তনুনন্দন পিতামহ ভীষ্ম অৰ্জ্জুনৰ লগত কি অসম সাহসিকতাৰে যুদ্ধ কৰিছে।" এই কথাই এইটোকে প্ৰমাণ কৰে যে ভীষ্মই ন্যায়পক্ষৰ বা পাণ্ডৱবিলাকৰ জয় আন্তৰিক বাঞ্ছা কৰিলেও যুদ্ধত নিজে জয়ী হোৱাৰ যত্নত ক্ৰুটী নকৰে। এয়ে ভীষ্মৰ চৰিত্ৰ।

এই যুদ্ধৰ পাছত যথাসময়ত পাণ্ডৱবিলাকে আত্মপ্ৰকাশ কৰিলে। পণৰক্ষা হৈ গ'ল - বনবাসৰ মিয়াদ উকলি গ'ল। এতিয়া যুধিষ্ঠিৰে পূৰ্ব্বৰ ৰাজ্য ঘূৰাই পাব লাগে; কিন্তু ইতিমধ্যে কৌৰৱ বিলাক যুদ্ধৰ বাবে সৈন্য সংগ্ৰহ কৰিব ধৰিছে। পাণ্ডৱবিলাকে পূৰ্ব ৰাজ্যৰ দাবী কৰি দূত পঠালে। বিনাযুদ্ধে সূচ্যগ্ৰ ভূমিও দিয়া নহব বুলি দূতৰ আগত দুৰ্য্যোধনে কৈ পঠিয়ালে। তাৰ পাছত নিয়ম ৰক্ষাৰ বাবে নিজৰ পক্ষৰ পৰাও ধৃতৰাষ্ট্ৰই দূত হিচাবে সঞ্জয়ক সন্ধি প্ৰস্তাৱৰ নামত যুদ্ধ নকৰি ৰাজ্য আশা ত্যাগ কৰি পাণ্ডৱসকলক ধৰ্মীয় জীৱন যাপন কৰিবলৈ কৈ পঠালে। পাণ্ডৱপক্ষৰ পৰাও যুদ্ধ নকৰাকৈ ৰাজ্যপাবৰ আশা নাই দেখি যুদ্ধৰ উদ্দ্যোগ কৰিলে; কিন্তু তাৰ পূৰ্বে পুনৰ্বাৰ সন্ধিৰ প্ৰস্তাৱ দি স্বয়ং শ্ৰীকৃষ্ণক দূত হিচাবে কৌৰৱ সভালৈ পঠিয়ালে।

# ভীষ্মৰ পুনঃ দুৰ্য্যোধনৰ প্ৰতি উপদেশ

**কৌৰৱ সভাৰ সমস্ত সভাসদৰ ভিতৰত ভীষ্ম, দ্ৰোণ আদি মহাবীৰ সকলে দুৰ্য্যোধনক যুদ্ধ আৰম্ভ কৰি ৰাজ্যৰ অশান্তি আনয়ন নকৰিবলৈ বুজনি দিয়া**

সত্ত্বেও যেতিয়া দুৰ্যোধনক যুদ্ধৰ সংকল্প এৰুৱাব নোৱাৰিলে, তেতিয়া পুনঃ মহামতি ভীষ্মই দুৰ্যোধনক বুজনি দিবলৈ ধৰিলে। তেওঁ নিজৰ প্ৰতিজ্ঞা, সত্যৱতীৰ লগত নিজৰ পিতৃৰ বিৱাহ কেনেকৈ সংঘটিত কৰিছিল আৰু তাৰবাবে তেওঁ নিজে ৰাজ্যলাভৰ আশা পৰিত্যাগ কৰি চিৰকুমাৰ ব্ৰত গ্ৰহণ কৰিছিল সকলো কথাৰ বিৱৰণ আদ্যোপান্ত দুৰ্যোধনৰ আগত ক'লে। তাৰপাছত বিচিত্ৰবীৰ্য্যৰ বিয়াৰ কাৰণে কাশীৰাজৰ তিনি কন্যাক স্বয়ংবৰ সভাৰ পৰা বল কৰি অপহৰণ কৰি আনিলে সেই কথাৰ বিৱৰণো দিলে। তাৰ পাছত সেই তিনিকন্যাৰ ভিতৰত জ্যেষ্ঠা অম্বাক লৈ যে পৰশুৰামৰ লগত দ্বন্দ্বযুদ্ধ হৈছিল, তাৰ বিৱৰণো দিলে। ভীষ্মৰ আগত অম্বাই শাল্বৰাজক পূৰ্বে পতিত্বত বৰণ কৰা বুলি কোৱাত বিচিত্ৰবীৰ্য্যৰ বিবাহ উপলক্ষে যি বিলাক মুনি ঋষি ব্ৰাহ্মণক নিমন্ত্ৰণ কৰা হৈছিল, উপস্থিত থকা সেই সকলৰ বিধান আৰু পৰামৰ্শ মতে ভীষ্মই অম্বাক এৰি দিলে আৰু অম্বা শাল্বৰ ওচৰত গুলাল গৈ; কিন্তু শাল্বই ভীষ্মৰ দ্বাৰা অপহৃতা হোৱা দোষত অম্বাক গ্ৰহণ নকৰিলে। অম্বা পৰশুৰামৰ ওচৰলৈ গৈ ভীষ্মৰ বিৰুদ্ধে অভিযোগ আনিলে যে ভীষ্মই স্বয়ম্বৰ সভাৰ পৰা অপহৰণ কৰি নি এতিয়া অম্বাক ত্যাগ কৰিছে। ভীষ্ম আছিল পৰশুৰামৰ অস্ত্ৰবিদ্যা শিক্ষাৰ শিষ্য। পৰশুৰামে ভীষ্মক লগ ধৰি অম্বাক পৰিণয় সূত্ৰে গ্ৰহণ কৰিবলৈ উপদেশ দিলে। ভীষ্মই পৰশুৰামৰ ওচৰত নিজৰ পূৰ্বপ্ৰতিজ্ঞাৰ কথা কৈ গুৰুৰ এই উপদেশ গ্ৰহণ কৰিবলৈ অপাৰগ বুলি ক'লে, সেইবাবে পৰশুৰাম ক্ৰুদ্ধহৈ ভীষ্মৰ লগত যুদ্ধত প্ৰবৃত্ত হ'ল। ভীষ্মও গুৰুক সশ্ৰদ্ধ প্ৰণাম জনাই নিজৰ প্ৰতিজ্ঞা ৰক্ষাৰ বাবে গুৰুৰ লগত যুদ্ধত ব্যাপৃত হ'ল। ইফালে ৰাজ্যত প্ৰজাবিলাকৰ মাজত আতঙ্ক উপস্থিত হ'ল। পৰশুৰাম পূৰ্বে একৈশবাৰ পৃথিবী নিঃক্ষত্ৰিয় কৰিছে; এতিয়া পুনঃ ক্ৰুদ্ধ হৈ কুৰুবংশ ধ্বংশ আৰু সকলো ক্ষত্ৰিয়কে পুনঃ নিধন কৰি নিৰ্ম্মূল কৰিব পাৰে এই আশঙ্কাত প্ৰজাবিলাকে ৰজা বিচিত্ৰবীৰ্য্যক নিৰ্বাসিত কৰিলে। এই সময়ত বিচিত্ৰবীৰ্য্য অতিশয় স্ত্ৰী আসক্ত হোৱাত যক্ষ্মাৰোগগ্ৰস্ত হৈ মৃত্যুমুখত পৰিল। ৰাজ্য অৰাজক হ'ল।

ৰাজ্য অৰাজক হোৱাত ৰাজ্যত অনাবৃষ্টি হৈ প্ৰজাবিলাকৰ দুখ দুৰ্গতি হবলৈ ধৰিলে। তেতিয়া প্ৰজাবিলাকে ভীষ্মৰ ওচৰলৈ আহি প্ৰাৰ্থনা কৰিবলৈ ধৰিলে যে আপুনি আমাৰ ৰজা হৈ ৰাজ্যৰ মঙ্গল বিধান কৰক - ৰাজ্যৰ অতিবৃষ্টি অনাবৃষ্টি নিবাৰণ কৰক। দুৰ্ভিক্ষৰ তাড়নাত দেশ উচ্ছন্ন হবলৈ ধৰিছে - আপুনি আমাৰ ৰজা হৈ ৰাজ্যৰ মঙ্গল বিধান কৰক - ৰাজ্যৰ অতিবৃষ্টি অনাবৃষ্টি নিবাৰণ কৰক। দুৰ্ভিক্ষৰ তাড়নাত দেশ উচ্ছন্ন হবলৈ ধৰিছে - আপুনি আমাক ৰজা হৈ ৰক্ষা কৰক। আপুনি বৰ্তমান থাকোঁতে যেন এই ৰাজ্য বিনষ্ট নহয়। ভীষ্মই দুৰ্যোধনক ৰাজ্যৰ প্ৰতি অন্যায় লোভ ত্যাগ কৰিবলৈ কৈ কৈছে - হে দুৰ্যোধন!

প্ৰজাবিলাকৰ এই কাতৰ উক্তিতো মোৰ মন বিচলিত নহ'ল; মই সদাচাৰ স্মৰণ কৰিয়েই প্ৰতিজ্ঞা ৰক্ষাতেই দৃঢ় হৈ থাকিলোঁ।

তেতিয়া মাতা সত্যৱতী, সমুদয় পৌৰবৰ্গ, পুৰোহিত আৰু বহুশাস্ত্ৰজ্ঞ ব্ৰাহ্মণসকলে শোকত একান্ত অভিভূত হৈ মোক বাৰংবাৰ কবলৈ ধৰিলে - হে ভদ্ৰ! তুমি আমাৰেই হিত কামনা কৰি ৰজা হোৱা; নহলে মহাৰাজ প্ৰতীপে ৰক্ষা কৰি যোৱা ৰাজ্য তোমাৰ দিনতে বিনষ্ট হৈ যায়।

তেতিয়া মই বদ্ধাঞ্জলি হৈ তেওঁলোকক কৈছিলোঁ "মই পিতাৰ গৌৰৱ ৰক্ষা আৰু কুল ৰক্ষাৰ কাৰণে ব্ৰহ্মচাৰী হৈ থাকিম আৰু ৰজা নহওঁ বুলি প্ৰতিজ্ঞা কৰিছোঁ; অতএৱ ৰাজ্য গ্ৰহণত মোক অনুৰোধ নকৰিব। পাছত কৰযোৰে মাতৃ সত্যৱতীক কৈছিলোঁ - মা! কৌৰৱ বংশত শান্তনুৰ ঔৰসজাত হোৱা ব্যক্তিৰ প্ৰতিজ্ঞা কেতিয়াও মিছা হব নোৱাৰে। বিশেষতঃ মই আপোনাৰ কাৰণেই এই প্ৰতিজ্ঞা কৰিছিলোঁ।

হে দুৰ্য্যোধন! মই এইদৰে মাতৃক মোৰ প্ৰাৰ্থনা নিবেদন কৰি জনগণৰ ওচৰত মোৰ অনুনয় অনুৰোধ জ্ঞাপন কৰি জনগণক বিদায় দিলোঁ। তাৰ পাছত মাতৃ সত্যৱতীৰ পৰামৰ্শ ক্ৰমে মহামুনি ব্যাসদেৱক ভ্ৰাতৃবধূ বিলাকৰ গৰ্ভত নিয়োগ ক্ৰমে পুত্ৰ উৎপাদনৰ অনুৰোধ কৰিবৰ বাবে আহ্বান কৰিলোঁ। তেওঁ অনুগ্ৰহ কৰি তিনি পুত্ৰ জন্ম দিলে। তাৰ ভিতৰত তোমাৰ পিতৃ ধৃতৰাষ্ট্ৰ জন্মান্ধ হোৱা বাবে ৰাজ্য পোৱা নাই। পাণ্ডু ৰজা হয়। এতিয়া পাণ্ডুৰ পুত্ৰ বিলাক উপযুক্ত হৈছে। সিহঁতে ৰাজ্য পাব লাগে। তুমি কাজিয়া কলহ নকৰি ৰাজ্যৰ অৰ্দ্ধাংশ দান কৰা। মই জীৱিত থাকোঁতে ৰাজ্যশাসনত কাৰো অধিকাৰ নাই। বোপা! ময়ে এই ব্যৱস্থা কৰিছোঁ। তোমালোকৰ মাজত শান্তি হওক - এই অভিলাষ কৰিয়েই মই এইকথা কৈছোঁ। মই উভয়পক্ষকে সমানে স্নেহ কৰোঁ। মই যি ব্যৱস্থাৰ কথা কলোঁ ইয়াত তোমাৰ পিতামাতাৰো সম্মতি আছে। বোপা! বৃদ্ধৰ বাক্য গ্ৰহণ কৰা অৱশ্য কৰ্ত্তব্য। মই তোমাক কৈছোঁ তুমি নিঃশঙ্কমনে মোৰ কথা শুনা। মোৰ কথা নুশুনি নিজক আৰু ৰাজ্যখনক ধ্বংসৰ মুখলৈ নিনিবা।

ভীষ্মৰ যুদ্ধ নিবাৰণৰ বাবে কৰা এয়ে শেষ চেষ্টা। দুৰ্য্যোধনে বৃদ্ধৰ বাক্য নুশুনিলে।

## ভীষ্মক যুধিষ্ঠিৰৰ অভিবাদন

**যুদ্ধ আৰম্ভ হয় হয়। ৰণবাদ্য বাজি উঠিল। উভয়পক্ষৰ সৈন্য সমাবেশ আৰু ব্যূহ ৰচনা হৈ গৈছে। উভয়পক্ষৰ সৈন্যৰ সমাবেশ দৃশ্যক একমাত্ৰ সাগৰৰ**

দৃশ্যৰ লগত হে তুলনা কৰিব পাৰি। ৰথী ৰথত, অশ্বাৰোহী অশ্বৰ ওপৰত, হস্তী আৰোহী বীৰসকল হস্তীৰ পৃষ্ঠত আৰু পদাতিক সৈন্য বিলাক ব্যূহ ৰচনাৰ শাৰীত অৱস্থান কৰি আছে; এনেতে দেখা গ'ল ধৰ্মৰাজ যুধিষ্ঠিৰে ধনুশৰ আৰু কবচ পৰিত্যাগ কৰি ৰথৰ পৰা নামি কৌৰৱ সৈন্যৰ ফালে যাবলৈ ধৰিছে। তাকে দেখি ভীম, অৰ্জ্জুন, নকুল আৰু সহদেৱ সশঙ্ক হৈ উঠিল। অৰ্জ্জুন তৎক্ষণাৎ ৰথৰ পৰা নামি যুধিষ্ঠিৰৰ পাছে পাছে গৈ কবলৈ ধৰিলে - হে ধৰ্মৰাজ! আপুনি কি কাৰণে আমাক এৰি শত্ৰু সৈন্যৰ অভিমুখে খোজ কাঢ়ি যাব ধৰিছে?

ভীমসেনে ক'লে - হে ৰাজন! শত্ৰুসৈন্য সুসজ্জিত হৈছে। এই সময়ত আপুনি কৱচ আৰু অস্ত্ৰ পৰিত্যাগ কৰি আপোনাৰ ভ্ৰাতৃসকলক এৰি ক'লৈ যাবলৈ ওলাইছে?

নকুলে কবলৈ ধৰিলে - আপুনি জ্যেষ্ঠ ভ্ৰাতা হৈ এইৰূপ ব্যৱহাৰ কৰাত মোৰ হৃদয় অতিশয় ব্যথিত হৈছে, কওক, আপুনি ক'লৈ যায়?

সহদেৱে ক'লে— হে মহাৰাজ! এতিয়া এই ভয়ঙ্কৰ সংগ্ৰাম সমুপস্থিত হৈছে; এইসময়ত আপুনি যুদ্ধ কৰাই কৰ্ত্তব্য; আপুনি তাকে নকৰি শত্ৰুসেন্যৰ অভিমুখে যাবলৈ ধৰিছে?

বাক্‌সংযমী ধৰ্ম্মৰাজ যুধিষ্ঠিৰে একো উত্তৰ নিদি কেৱল তেওঁলোকৰ ফালে দৃষ্টিপাত কৰিব ধৰিলে।

তেতিয়া শ্ৰীকৃষ্ণই হাঁহি হাঁহি ভীমসেন প্ৰভৃতিক ক'বলৈ ধৰিলে— হে পাণ্ডৱ সকল! ভয় নকৰিবা, মই যুধিষ্ঠিৰৰ অভিপ্ৰায় বুজি পাইছোঁ। তেওঁ ভীষ্ম, দ্ৰোণ, কৃপ আৰু শল্য প্ৰভৃতি গুৰুজন সকলক সেৱা জনাবলৈ গৈছে। তেওঁলোকক সম্মানিত কৰি শত্ৰুবিলাকৰ লগত যুদ্ধত প্ৰবৃত্ত হব। পূৰ্বে পুৰুষ পৰম্পৰাত শুনিবলৈ পাইছোঁ, যি বীৰে বৃদ্ধ, গুৰু আৰু বান্ধৱ বিলাকক সম্মান কৰি সংগ্ৰামত প্ৰবৃত্ত হয় সেই বীৰৰ অৱশ্যে জয়লাভ হয়।

কৌৰৱ সৈন্য বিলাকে তাকে দেখি উল্লাস কৰিছে আৰু যুধিষ্ঠিৰক ধিক্কাৰ দিছে।

মহাৰাজ যুধিষ্ঠিৰ শত্ৰুসৈন্যৰ মাজত প্ৰৱেশ কৰি প্ৰথমতে পিতামহ ভীষ্মৰ ওচৰলৈ গৈ তেওঁৰ চৰণ দুখনত ধৰি কবলৈ ধৰিলে - হে দুৰ্দ্ধৰ্ষ বীৰ! মই আপোনাক আহ্বান জনাইছোঁ - আহক! মোৰ লগত যুদ্ধ কৰক। মই আপোনাৰ লগত যুদ্ধ কৰিম - অনুমতি দি আশীৰ্বাদ কৰক।

পিতামহ ভীষ্মই তেতিয়া ক'লে - হে ৰাজন! তুমি যদি মোৰ অনুজ্ঞা লবলৈ নাহিলাহেতেঁন, তেন্তে তোমাৰ 'পৰাজয় হওক' এই বুলি শাপ দিলোঁহেঁতেন। কিন্তু এতিয়া মই তোমাৰ প্ৰতি পৰম সন্তুষ্ট হৈছোঁ - মই আশীৰ্বাদ কৰিছোঁ যুদ্ধ কৰি জয়লাভ কৰা। এই সংগ্ৰাম উপলক্ষে তোমাৰ আন আন যি বিলাক

অভিলাষ আছে, সেইবিলাক অভিলাষো সিদ্ধ হওক। তোমাৰ পৰাজয় কেতিয়াও নহয়। এতিয়া মোৰ ওচৰত তোমাৰ অভিলষিত বৰ প্ৰাৰ্থনা কৰা। হে ৰাজন! পুৰুষ অৰ্থৰ দাস, অৰ্থ কাৰো দাস নহয় - এই কথা অতি সত্য। কৌৰববিলাকে অৰ্থৰ দ্বাৰা মোক বান্ধি ৰাখিছে। অতএৱ এতিয়া মই নিতান্ত কাপুৰুষৰ দৰে তোমাক কওঁ যে কৌৰৱ সকলে মোক অৰ্থেৰে বশীভূত কৰিছে; সুতৰাং সিহতঁৰ পক্ষ লৈয়ে যুদ্ধ কৰিব লাগিব, তোমাৰ পক্ষ লৈ যুদ্ধ কৰিব নোৱাৰিম, অতএৱ সেইটোত বাজে মোৰ ওচৰত তুমি কি প্ৰাৰ্থনা কৰা?

যুধিষ্ঠিৰে ক'লে - পিতামহ! আপুনি মোৰ হিতাৰ্থী হৈ মন্ত্ৰণা দিব আৰু কৌৰৱ পক্ষৰ হৈ যুদ্ধ কৰিব - মই এই বৰ প্ৰাৰ্থনা কৰোঁ।

ভীষ্মই ক'লে - হে ৰাজন্! মই তোমাৰ বিপক্ষ বিলাকৰ পক্ষত থাকি যুদ্ধ কৰিব লাগিব। সেইটো তুমি স্বীকাৰ কৰি লৈছা। এতিয়া তুমি মোৰ পৰা আন কি সহায় বিচাৰিব খুজিছা সেইটো কোৱা। মই নিশ্চয় তোমাক সহায় কৰিম।

যুধিষ্ঠিৰে তেতিয়া ক'লে - হে পিতামহ! আপোনাৰ লগত যুদ্ধ কৰি কোনে আপোনাক পৰাজয় কৰিব পাৰিব? আপুনি যুদ্ধত নিহত নহলে তো যুদ্ধজয়ৰ আশা নাই। আপোনাক বধ কৰিবৰ উপায় কি?

ভীষ্মই তেতিয়া ক'লে - হয় বোপা! সেইটো সঁচা কথা। মোক যুদ্ধত বধ কৰিবলৈ ইন্দ্ৰয়ো নোৱাৰিব। মোক বধ কৰিবলৈ সক্ষম ব্যক্তিতো মোৰ চকুত নপৰে। পিছে মোৰ মৃত্যুৰ সময়ো এতিয়া উপস্থিত হোৱা নাই। এতএৱ তুমি আজি যোৱা। মই আশীৰ্বাদ দিছোঁ - তোমাৰ জয় হব। তুমি আন এদিন আহিবা— মই তোমাক মোৰ বধৰ উপায় কৈ দিম।

যুধিষ্ঠিৰে তাৰ পাছত এজন এজনকৈ দ্ৰোণ, কৃপ আৰু শল্যাৰো শুভাশীষ আৰু জয়-আশীৰ্ব্বাদ লৈ ঘূৰি আহিল।

## ভীষ্মৰ সেনাপতিত্ব গ্ৰহণ

শ্ৰীকৃষ্ণৰ সন্ধি প্ৰস্তাৱ যেতিয়া গৃহীত নহ'ল - তেতিয়াই স্থিৰ হৈছে যে যুদ্ধ অনিবাৰ্য্য আৰু ভীষ্মই পাণ্ডৱসকলৰ বিৰুদ্ধে যুদ্ধ কৰিব লাগিব। সেই সময়ত ভীষ্মই উভয় পক্ষৰ অৰ্দ্ধৰথ অতিৰথ ৰথী মহাৰথ সকলৰ নাম কৈ কৈ কাৰ কিমান বলবীৰ্য্য আৰু ৰণ কৌশল আছে তাৰ সম্যক পৰিচয় দুৰ্য্যোধনৰ আগত বিস্তাৰিত ভাৱে কৈছিল। সেই সময়তে ভীষ্মই কৰ্ণক অৰ্দ্ধৰথ আৰু পাণ্ডৱ পক্ষৰ শিখণ্ডীক ৰথীবিলাকৰ ভিতৰত প্ৰধান বুলি পৰিচয় কৰাই দিছিল। সেই সময়তে

পাণ্ডৱ পক্ষৰ ৰথী, অতিৰথ, মহাৰথ আৰু অৰ্দ্ধৰথ সকলৰ পৰিচয় প্ৰদান কৰিবৰ সময়ত ভীষ্মই কৈছিল যে শিখণ্ডী মোৰ প্ৰতিযোদ্ধা হৈ শৰ নিক্ষেপ কৰিলেও শিখণ্ডীক তেওঁ কেতিয়াও বিনাশ নকৰে। শিখণ্ডীত বাজে পাণ্ডৱ পক্ষৰ যিকোনো বীৰক ৰথীয়েই হওক অতিৰথেই হওক বা মহাৰথেই হওক তেওঁ নিবাৰণ কৰিব পাৰিব। তাৰ কাৰণ হৈছে মই মোৰ পিতাক সন্তুষ্ট কৰিবৰ কাৰণে মোৰ প্ৰাপ্ত ৰাজ্য পৰিত্যাগ কৰিছোঁ আৰু ব্ৰহ্মাচৰ্য্য ব্ৰত গ্ৰহণ কৰিছোঁ। মোৰ এই কঠোৰ ব্ৰতৰ কথা ৰজা মহাৰজা সকলে জানে। এতিয়া মই স্ত্ৰী বা পূৰ্বে স্ত্ৰী থকা আৰু পাছত পুৰুষ হোৱা পুৰুষ জনক বিনাশ কৰিব নোৱাৰোঁ। তোমালোকে হয়তো শুনিছা যে শিখণ্ডী পূৰ্বে স্ত্ৰী আছিল, পাছত পুৰুষ হৈছে। আৰু মই পাণ্ডৱবিলাকক এৰি সমৰত মোৰ লগত যুদ্ধ কৰা যি ব্যক্তিকে পাওঁ তাকে সংহাৰ কৰিম। পাণ্ডৱ বিলাকক সংহাৰ নকৰোঁ।

দুৰ্য্যোধনে তেতিয়া প্ৰশ্ন কৰিছিল - শিখণ্ডীয়ে যদি আপোনাৰ প্ৰতি শৰ নিক্ষেপ কৰে আৰু আপোনাৰ চকুৰ আগতে আমাৰ সৈন্য বিলাক নিহত কৰিবলৈ ধৰে আপুনি তাক বধ নকৰিব কিয়?

তেতিয়া ভীষ্মই কৈছে যে তাৰ এটি মহৎ কাৰণ আছে শুনা—

# অম্বাৰ উপাখ্যান

ইয়াত ৰজা মহাৰজা সকল উপস্থিত আছে, মই অম্বাৰ উপাখ্যান আৰু মই কি কাৰণে শিখণ্ডীক বধ নকৰোঁ সেই কথা বিস্তৃতভাৱে কম - শুনা।

পিতা শান্তনু পৰিণত বয়সত স্বৰ্গগামী হোৱাত আৰু মই মোৰ পূৰ্ব প্ৰতিজ্ঞা অনুসাৰে ৰাজ্যভাৰ গ্ৰহণ নকৰি চিত্ৰাঙ্গদক ৰাজ্যত অভিষিক্ত কৰিলোঁ আৰু বিচিত্ৰবীৰ্য্যক যৌৱৰাজ্যত অভিষিক্ত কৰিলোঁ। বিচিত্ৰবীৰ্য্য আছিল মোৰ কনিষ্ঠ ভাই আৰু সকলো পিনে মোৰ বাধ্য আছিল— মোৰ মত অনুসাৰে সদায় চলিছিল। মই তাৰ বিবাহৰ কাৰণে আমাৰ সমান কুলৰ কন্যা বিচাৰিব ধৰিলোঁ। পাছত শুনিলোঁ যে কাশিৰাজৰ তিনি কন্যা - অম্বা, অম্বিকা আৰু অম্বালিকা স্বয়ংবৰা হব। তেওঁলোকৰ ভিতৰত অম্বা জ্যেষ্ঠা, অম্বিকা মধ্যমা আৰু অম্বালিকা আছিল কণিষ্ঠা।

স্বয়ংবৰৰ কাৰণে বহু ৰজা মহাৰজাক নিমন্ত্ৰণ কৰা হৈছিল। মই একমাত্ৰ ৰথত আৰোহণ কৰি কাশিৰাজৰ ৰাজধানীত উপস্থিত হলোঁগৈ আৰু সকলোপ্ৰকাৰ অলঙ্কাৰেৰে ভূষিতা হৈ থকা তিনিও গ্ৰৰাকী কন্যাকে বিবাহৰ

কাৰণে উপযুক্তা আৰু অলোক সামান্য ৰূপ সম্পন্না দেখি বলেৰে অপহৰণ কৰি লৈ আহিলোঁ। উপস্থিত ৰাজন্যবৰ্গক অহ্বান কৰি পুনঃ পুনঃ ক'লোঁ - মই - শান্তনু নন্দন ভীষ্মই বলপূৰ্বক এই তিনি কন্যাক অপহৰণ কৰি আনিছোঁ, এতিয়া তোমালোকে শক্তি অনুসাৰে প্ৰাৰিলে মুক্ত কৰি নিয়া।

তেওঁলোকে মোৰ লগত সম্মিলিত ভাৱে যুদ্ধ কৰিলে। ইন্দ্ৰই যেনেকৈ দানৱ বিলাকক পৰাজিত কৰে, সেইদৰে মই অকলে তেওঁলোকক পৰাজিত কৰি হস্তিনাপুৰলৈ ঘূৰি আহিলোঁ আৰু মাতৃ সত্যৱতীক নিবেদন কৰিলোঁ— মাতঃ! এই তিনি গৰাকী কন্যাৰ ৰূপ গুণ আৰু বংশমৰ্য্যাদাকে একমাত্ৰ বিবাহৰ যৌতুক বুলি ধৰি লৈ বিচিত্ৰবীৰ্য্যৰ বিবাহৰ কাৰণে ৰজা বিলাকক পৰাজিত কৰি এওঁলোকক সংগ্ৰহ কৰি আনিছোঁ।

মাতৃ সত্যৱতী আনন্দিতা হৈ মোৰ মূৰৰ আঘ্ৰান লৈ আশীৰ্বাদ কৰিলে আৰু ক'লে তুমি ভাগ্যৰ বলতহে জয়লাভ কৰিছা।

তাৰ পাছত বিবাহৰ নিৰ্দিষ্ট সময় উপস্থিত হোৱাত কাশিৰাজৰ জেষ্ঠা কন্যা অম্বাই লাজতে তলমূৰ কৰি মোক ক'লে - হে ভীষ্ম! আপুনি ধৰ্মপৰায়ণ আৰু সৰ্বশাস্ত্ৰ বিশাৰদ, আপুনি মোৰ কথা শুনি যিটো ধৰ্মমতে উচিত বুলি ভাবে তাকে কৰক। মই পূৰ্বে শাল্বক পতি ৰূপে মনে মনে বৰণ কৰিছোঁ, তেৱোঁ পিতাই নজনাকৈ মোক বৰণ কৰিছে। মই অন্যপতি ইচ্ছা নকৰোঁ। আপুনি কুৰুবংশত জন্ম গ্ৰহণ কৰিছে, আপুনি ধৰ্মমত উলঙ্ঘন কৰি কেনেকৈ মোক আপোনাৰ ঘৰত ৰাখিব! আপুনি আপোনাৰ বুদ্ধিবলেৰে সম্যক ভাৱে যিটো উচিত বিবেচনা কৰে তাকে কৰক। শাল্বৰাজে নিশ্চয় মোৰ প্ৰতীক্ষা কৰি আছে। অতএৱ তেওঁৰ ওচৰলৈ যাবলৈ মোক অনুমতি দিয়ক। আমি শুনিবলৈ পাইছোঁ, আপুনিয়েই পৃথিবীৰ ভিতৰত সৰ্বশ্ৰেষ্ঠ ব্ৰহ্মচাৰী। অতএৱ মোৰ প্ৰতি দয়া কৰক।

তাৰ পাছত মই মাতৃ সত্যৱতী, মন্ত্ৰী আৰু পুৰোহিতৰ অনুমতি ক্ৰমে কাশিৰাজৰ কন্যাক যাবলৈ দিলোঁ। অম্বাৰ লগত এজন বৃদ্ধ ব্ৰাহ্মণ আৰু এজনী ধাত্ৰীক পঠিয়াই দিলোঁ। অম্বাই শাল্বৰাজৰ ৰাজধানী পাই তেওঁক সাক্ষাৎ কৰি ক'লে - মহাৰাজ! মই আপোনাৰ উদ্দেশ্যত ইয়ালৈকে আহিছোঁ। শাল্বই ঈষৎ হাঁহি ক'লে-তুমি পূৰ্বে অন্যৰ দ্বাৰা গৃহীতা হৈছা। এতিয়া মই তোমাক গ্ৰহণ কৰিব নোৱাৰোঁ। তুমি সমস্ত নৰপতিবৰ্গৰ সমুখত ভীষ্মৰ দ্বাৰা গৃহীত হৈছা; তেওঁ ৰাজন্যবৰ্গক পৰাজিত কৰি তোমাক বল কৰি কৰগ্ৰহণ কৰিছে, এইবাবে মই তোমাক গ্ৰহণ কৰিবলৈ ইচ্ছা নকৰোঁ। তুমি সেই সময়ত ভীষ্মৰ প্ৰতি অনুৰক্তা হৈছিলা; এতিয়াও তুমি ভীষ্মৰ ওচৰলৈকে যোৱা। মই শাস্ত্ৰজ্ঞ হিচাবে আনক ধৰ্মৰ উপদেশ দিওঁ, এনে স্থলত একজনৰ বাবে নিৰূপিতা পাত্ৰী বিবাহৰ

বাবে অন্যজনৰ গৃহীতা হোৱাত সেই নাৰীক কেনেকৈ অভিলাষ কৰিব পাৰোঁ? তুমি এতিয়া যোৱা, পলম নকৰিবা।

কাম বান প্ৰপীড়িতা অম্বাই শাল্বক ক'লে - মহাৰাজ! আপুনি তেনেকৈ নকব। সি কেতিয়াও সঙ্গত কথা হব নোৱাৰে। মই ভীষ্মৰ প্ৰতি অনুৰাগিনী নহয় এই বুলি কৈ অনবৰত কান্দি আছিলোঁ; তথাপি তেওঁ অন্য অন্য নৰপতি বিলাকক পৰাজিত কৰি বলপূৰ্বক মোক লৈ যায়। মই আপোনাৰে অনুৰাগিনী, মোৰ কোনো অপৰাধ হোৱা নাই। ধৰ্ম অনুসাৰে নিৰপৰাধিনী অনুৰাগিনীক ত্যাগ কৰা উচিত নহয়। এতিয়া মই ভীষ্মৰ অনুমতি লৈ আপোনাৰ ওচৰলৈ আহিছোঁ। শুনিবলৈ পাইছোঁ যে মহাবাহু ভীষ্মই তেওঁৰ কনিষ্ঠ ভ্ৰাতা বিচিত্ৰবীৰ্য্যৰ বাবে এই কাৰ্য্য কৰিছিল। তেওঁ স্বয়ং মোক বিবাহ কৰিবলৈ ইচ্ছা কৰা নাছিল। বিৱাহৰ নিৰ্দ্দিষ্ট দিনত তেওঁ মোৰ কণিষ্ঠা ভনী দুজনীক অম্বিকা আৰু অম্বালিকাক বিচিত্ৰবীৰ্য্যৰ লগত বিৱাহ দিছে। মই মোৰ মস্তক স্পৰ্শ কৰি শপথ খাই কৈছোঁ, মই আপোনাত বাজে অন্য কোনো বৰক ধ্যান কৰা নাই আৰু নিজৰ দেহত হাত দি সত্য কাঢ়ি কৈছোঁ মই অন্যৰ গৃহীতা পাত্ৰী নহয়। মই স্বয়ং আহি আপোনাৰ ওচৰত আপোনাৰ অনুগ্ৰহ লাভৰ বাবে আহিছোঁ, মোক আপুনি গ্ৰহণ কৰক।

অম্বাই পুনঃ পুনঃ এইদৰে অনুৰোধ আৰু প্ৰাৰ্থনা কৰাতো শাল্বই অম্বাক গ্ৰহণ নকৰিলে। শাল্বৰাজে বিলাপ কৰি থকা অম্বাক এইবুলি কৈ বিদায় দিলে যে মহাবীৰ ভীষ্মই তোমাক গ্ৰহণ কৰিছে - মই তেওঁৰ বলবীৰ্য্যত নিতান্ত ভীত আৰু শঙ্কিত হৈছোঁ। তুমি সোনকালে ইয়াৰ পৰা যোৱা।

অম্বা নিৰুপায় হৈ শাল্বৰাজৰ ৰাজধানী এৰি গুচি আহিল আৰু মনে মনে ভাবিলে যে "মোৰ তুল্যা দঃখিনী নাৰী আন কোনো নাই।" তাৰ পাছত ভাবিলে যে শান্তনুপুত্ৰ ভীষ্মই "মোৰ এই বিপদৰ একমাত্ৰ কাৰণ। যুদ্ধ কৰিয়েই হওক বা তপস্যা কৰিয়েই হওক ভীষ্মক ইয়াৰ প্ৰতিফল দিব লাগিব। এতিয়া কোন ৰজাই তেওঁক যুদ্ধত পৰাজয় কৰিব পাৰে, তাকেই অনুসন্ধান কৰা কৰ্ত্তব্য।"

# অম্বাৰ তপস্যা-ব্যৱস্থা

অম্বাই এইদৰে চিন্তা কৰি নগৰৰ পৰা বাহিৰ হৈ বহু পুণ্যাত্মা তপস্বী থকা আশ্ৰমত উপস্থিত হ'লগৈ। সেই পুণ্যাত্মা তপস্বী সকলৰ আগত নিজৰ দুৰৱস্থাৰ পূৰ্ণ বিৱৰণ আদ্যোপান্ত বিবৰি ক'লে।

সেই আশ্ৰমত বেদ আৰু স্মৃতি বিহিত ক্ৰিয়া জনা, ব্ৰহ্মজ্ঞ, শাস্ত্ৰজ্ঞ আৰু

তপোবৃদ্ধ এক তপস্বীয়ে বাস কৰিছিল। তেওঁ শোকদুঃখত নিমজ্জিতা অম্বাক ঘনে ঘনে দীৰ্ঘ নিশ্বাস ত্যাগ কৰি থকা দেখি ক'লে - বাছা। তোমাৰ তো এতিয়া এই প্ৰকাৰ দুৰ্দ্দশা হৈছে, এতিয়া আশ্ৰমবাসী সকলে তোমাৰ নিমিত্তে কি কৰিব পাৰে?

অম্বাই ক'লে - হে পূজনীয় তপোধন সকল। আপোনালোকে মোৰ প্ৰতি অনুগ্ৰহ কৰক - মই সন্ন্যাস আশ্ৰম গ্ৰহণ কৰি তপস্যা কৰিম। মোৰ বোধ হৈছে যে মই পূৰ্বজন্মত মোহবশতঃ যিবিলাক পাপ কৰ্ম কৰিছিলোঁ - ই তাৰেই ফল। মই শাল্বৰাজৰ দ্বাৰা প্ৰত্যাখ্যাতা হৈ নিৰানন্দ মনে আত্মীয় স্বজনৰ ওচৰলৈ যাবলৈ ইচ্ছা নকৰোঁ। আপোনালোক দেৱতুল্য লোক। এতিয়া মোক তপস্যাৰ বিষয়ে আচৰণ বিধি শিক্ষা দিয়ক। তেতিয়া সেই ব্ৰহ্মজ্ঞ তপস্বীজনে শাস্ত্ৰ, যুক্তি আৰু দৃষ্টান্তেৰে অম্বাক আশ্বাসিত কৰি অন্যান্য তপস্বী ব্ৰাহ্মণৰ লগত পৰামৰ্শ কৰি অম্বাক তপস্যা শিক্ষা দিবৰ বাবে অঙ্গীকাৰ কৰিলে।

# অম্বাৰ মাতামহ হোত্ৰবাহন

ধৰ্ম পৰায়ণ তাপস ব্ৰাহ্মণ বিলাকে অম্বাক তপস্যা শিক্ষা দিয়াৰ পূৰ্বে কি কি ব্যৱস্থা গ্ৰহণ কৰিব লাগিব সেই বিষয়ে নিশ্চয় কৰিবলৈ ধৰিলে। দুই এজনে ক'লে - এওঁক পিতৃৰ গৃহলৈ লৈ যাওঁ ব'লা। কোনো কোনো জনে অম্বাৰ প্ৰতি তিৰস্কাৰ পূৰ্ণ কথা কবলৈ ধৰিলে আৰু কোনো কোনো জনে কৈছে যে শাল্ব ৰাজৰ ওচৰলৈ এওঁক লৈ গৈ তেওঁৰ দ্বাৰা গ্ৰহণ কৰোৱা উচিত হব, আকৌ দুই এজনে কৈছে যে শাল্বৰাজে এবাৰ প্ৰত্যাখ্যান কৰিছে, পুনৰায় তেওঁৰ ওচৰলৈ গ'লে কি হ'ব?

তাৰপাছত তেওঁলোকে সকলোৱে অম্বাক পৰম স্নেহ প্ৰকাশ কৰি ক'লে - বাছা! তোমাৰ এতিয়া সন্ন্যাসধৰ্ম অৱলম্বন কৰিবৰ সময় হোৱা নাই, প্ৰয়োজনো হোৱা নাই। তুমি পুনঃ পিতৃৰ ঘৰলৈ যোৱা। পিতৃয়ে যেনে উপায় বিধান কৰে, তাতেই তোমাৰ সুখ হব। পিতাৰ দৰে আন কোনো আশ্ৰয় স্ত্ৰীলোকৰ নাই। শাস্ত্ৰত কোৱা আছে যে উত্তম অৱস্থাত স্বামী আৰু বিপদ্ কালত একমাত্ৰ পিতাই স্ত্ৰীলোকৰ আশ্ৰয়। সন্ন্যাস আশ্ৰম নিতান্ত কষ্টকৰ, বিশেষতঃ তুমি সুখত লালিতা পালিতা হৈছা, কোমল দেহা আৰু ৰজাৰ কুমাৰী। কোনো ৰূপেই সন্ন্যাসধৰ্মৰ কষ্ট তুমি সহ্য কৰিব নোৱাৰিবা আৰু ইয়াত বিস্তৰ দোষ; অতএব পিতৃগৃহত বাস কৰাই তোমাৰ উচিত হব।

অন্য অন্য তপস্বীয়ে ক'লে - তুমি নিৰ্জ্জন অৰণ্যত অকলে অকলে বাস কৰা দেখিলে তোমাৰ পিতৃয়ে তোমাক লৈ যাবলৈ ইচ্ছা কৰিব।

অম্বাই তেতিয়া ক'লে - পুনৰ্ব্বাৰ পিতৃগৃহলৈ যাবলৈ মোৰ উপায় নাই। সম্বন্ধী লোকসকলে মোৰ প্ৰতি অৱজ্ঞা আৰু ঘৃণা দেখুৱাব - ইয়াত কোনো সন্দেহ নাই। মই বাল্যকালত পৰম সুখে পিতৃগৃহত বাস কৰিছোঁ, এতিয়া তালৈ যোৱাৰ মোৰ অভিৰুচি হোৱা নাই। মই আপোনালোকৰ আশ্ৰয়তে আপোনালোকৰ তত্ত্বাৱধানতে থাকিবলৈ ইচ্ছা কৰোঁ। তেতিয়া হ'লে পৰলোকত মই এনে দুৰ্দ্দশা ভোগ কৰিব নালাগিব।

এনেতে ৰাজৰ্ষি হোত্ৰবাহন সেই আশ্ৰমত আহি উপস্থিত হ'ল। তপস্বী সকলে তেওঁক স্বাগত অভ্যৰ্থনা জনালে। পাদ্য অৰ্ঘ্য দি যথাযোগ্য মান সম্মান আগবঢ়ালে। ৰাজৰ্ষিয়ে উপবেশন কৰি বিশ্ৰাম কৰিবলৈ ধৰিলে। তাৰ পাছত পুনঃ তপস্বী সকলে অম্বাক বুজনি দিবলৈ ধৰিলে আৰু ৰাজৰ্ষিকো অম্বাৰ আদ্যোপান্ত বৃত্তান্ত জানিবলৈ দিলে।

ৰাজৰ্ষি অম্বাৰ বিপদ বৃত্তান্ত শুনি অত্যন্ত উদ্বিগ্ন হ'ল আৰু কঁপি কঁপি বহাৰ পৰা উঠি অম্বাক ধৰি আনি কোলত বহুৱাই ক'লে- অম্বা! মই তোমাৰ মাতামহ। তোমাৰ কি হৈছে কোৱাচোন। অম্বাই তেওঁৰ ওচৰত আদ্যোপান্ত সকলো বিবৰণ দিলে। ৰাজৰ্ষি শোকত আৰু দুঃখত অত্যন্ত কাতৰ হৈ ক'লে— বাছা! তোমাৰ পিতৃগৃহলৈ যোৱাৰ আৱশ্যক নাই। তুমি মোৰ পৰামৰ্শ অনুসাৰে চলা, তোমাৰ দুঃখ মোচন হব। তোমাৰ দুঃখত মোৰ অন্তঃকৰণ নিতান্ত কাতৰ হৈছে। মোৰ কথামতে তুমি তপস্বী জামদগ্ন্যৰ (পৰশুৰাম) ওচৰলৈ যোৱা। ভীষ্মই যদি তোমাৰ সম্মান ৰক্ষা নকৰে, তেনেহলে প্ৰলয়ৰ জুই যেন তেজস্বী পৰশুৰামে ভীষ্মক সংহাৰ কৰি তোমাৰ দুঃখ আৰু শোকৰ শান্তি-বিধান কৰিব।

অম্বাই তাকেই স্বীকাৰ কৰিলে। এনেতে সেই ঠাইলে পৰশুৰামৰ প্ৰিয় অনুচৰ অকৃতব্ৰণ সেই ঠাইত সহসা উপস্থিত হ'লহি। অকৃতব্ৰণে ৰাজৰ্ষি হোত্ৰবাহনক দেখি বৰ খুচি হৈ ক'লে যে মহাত্মা জামদগ্ন্যই সদায় আপোনাৰ নাম আৰু গুণৰ কথা কৈ থাকে। তেওঁ সদায় কয় যে আপুনি তেওঁৰ প্ৰিয়সখা। তেওঁ নিশ্চয় কাইলৈ আহি আপোনাক সাক্ষাৎ কৰিব। এতিয়া আপোনাক সোধোঁ - এই কন্যাটি কোন?

তেতিয়া হোত্ৰবাহনে অম্বাৰ সমস্ত বৃত্তান্ত অকৃতব্ৰণৰ ওচৰত ক'লে। অম্বায়ো ক'লে - হে তপোধন! এখেত মোৰ মাতামহ। তেখেতে যি কৈছে তাত আপুনি কোনো সন্দেহ নকৰিব। মই লাজ আৰু অপমানৰ ভয়ত নিজৰ ঘৰলৈ যাব পৰা নাই। ভগৱান্ পৰশুৰামে মোক যি পৰামৰ্শ দিয়ে মই তাকেই কৰিম।

তেতিয়া অকৃতব্ৰণে ক'লে - হে ভদ্ৰে! তোমাৰ দুটি দুঃখ উপস্থিত হৈছে, এতিয়া সঠিককৈ কোৱা সেই দুটি দুঃখৰ ভিতৰত কোনটিৰ প্ৰতিকাৰ তোমাক লাগে? যদি তুমি শাল্বৰাজৰ পাণি গ্ৰহণ ইচ্ছা কৰা ভগৱান পৰশুৰামে তাকেই সম্পন্ন কৰিব। অথবা যদি ভীষ্মক পৰাজিত হোৱা দেখিবলৈ খোজা, পৰশুৰামে তাকেই কৰিব।

অম্বাই উত্তৰ দিলে - ভগৱন! মই শাল্বৰাজৰ প্ৰতি অনুৰক্তা এই কথা নেজানি ভীষ্মই মোক হৰণ কৰিছিল। আপুনি মনে মনে বিচাৰ কৰি কুৰুশ্ৰেষ্ঠ ভীষ্ম অথবা মহাৰাজ শাল্বৰ প্ৰতি যুক্তি অনুসাৰে যি কৰ্ত্তব্য সেইটোৰে প্ৰতিকাৰৰ ব্যৱস্থা কৰক। তেতিয়া অকৃতব্ৰণে ক'লে - অম্বা! তুমি ন্যাসসঙ্গত কথাকেই কৈছা। এতিয়া মই কি কওঁ সেইটো মন দি শুনা — যদি ভীষ্মই তোমাক হস্তিনাপুৰলৈ লৈ নাযায়, তেতিয়াহ'লে ভগৱান পৰশুৰামৰ নিৰ্দ্দেশত তোমাক গ্ৰহণ কৰিব। ভীষ্মই তোমাক বলপূৰ্বক হৰণ কৰিছিল, সেই কাৰণে তোমাৰ ওপৰত শাল্বৰাজৰ সংশয় উপস্থিত হৈছিল। ভীষ্ম অতিশয় পুৰুষাভিমানী আৰু বিজয়ী। অতএৱ তাকেই ইয়াৰ প্ৰতিফল দিব লাগিব।

অম্বাই ক'লে - ভগৱন্! মই ভীষ্মকেই সমৰত সংহাৰ কৰিম, সৰ্ব্বদাই তাকেই অভিলাষ কৰি আছোঁ। এতিয়া ভীষ্মই হওক বা শাল্বৰাজেই হওক, যাৰ নিমিত্তে মই এই দুঃখ ভোগ কৰিব ধৰিছোঁ আৰু আপুনি যাকে দোষী সাব্যস্ত কৰে তাকেই সমুচিত শাস্তি দিয়ক।

# পৰশুৰামৰ আগমন

পাছদিনা সেই আশ্ৰমলৈ পৰশুৰাম আহিল। হোত্ৰবাহনে অম্বাক পৰিচয় কৰাই দিলে- ভগৱন্! এই অম্বা কাশিৰাজ কন্যা আৰু মোৰ দৌহিত্ৰী। এতিয়া আপুনি এওঁৰ মুখত এওঁৰ দুঃখৰ কথা শুনক।

পৰশুৰামে তেতিয়া ক'লে - হে ৰাজনন্দিনি! তুমি সৃঞ্জয় ৰাজ হোত্ৰবাহনৰ যেনে স্নেহভাজন, মোৰো তেনে স্নেহভাজন। তোমাৰ মনৰ দুঃখ বৰ্ণনা কৰা।

তেতিয়া অম্বাই ক'লে - হে ভগৱন্! মই আপোনাৰ শৰণাপন্ন হৈছোঁ। এতিয়া আপুনি মোক এই শোক সাগৰৰ পৰা উদ্ধাৰ কৰক।

জমদগ্নিপুত্ৰ পৰশুৰামে অম্বাৰ অসামান্য ৰূপ, অভিনৱ যৌৱন আৰু পৰম সুকুমাৰ দেহশ্ৰী দেখি একান্ত চিন্তিত হৈ অম্বাই কি কব দয়াৰ্দ্ৰচিত্তে বহুকাল

বিবেচনা কৰি পুনৰায় ক'লে— বাছা! তুমি এতিয়া তোমাৰ মনৰ অভিলাষ কি তাকে ব্যক্ত কৰা।

তেতিয়া অম্বাই সকলো ঘটনা আনুপূৰ্ব্বিক বৰ্ণনা কৰিলে। পৰশুৰামে মন দি শুনিলে আৰু তাৰ পাছত ক'লে - আইটী! মই ভীষ্মৰ ওচৰলৈ দূত পঠাম। তেওঁ মোৰ কথা শুনি সেইমতে কাৰ্য্য কৰিব। যদি তেওঁ নকৰে, তেন্তে মই তেওঁক অস্ত্ৰৰ সহায়ত যুদ্ধ কৰি তেওঁক সংহাৰ কৰিম। অথবা ভীষ্মৰ প্ৰতি যদি তোমাৰ অভিৰুচি নহয়, তেতিয়া হ'লে শাল্বৰাজকে তোমাৰ পাণি গ্ৰহণৰ উপদেশ দিম।

# ভীষ্মক বিনাশ কৰিবলৈ অম্বাৰ প্ৰাৰ্থনা

তেতিয়া অম্বাই ক'লে - হে ভগৱন! শাল্বৰাজৰ প্ৰতি আগৰ পৰাই মোৰ অনুৰাগ আছে বুলি শুনিয়েই ভীষ্মই তৎক্ষণাৎ মোক পৰিত্যাগ কৰিলে। তাৰ পাছত মই সৌভৰাজ শাল্বৰ ওচৰলৈ গৈ এগৰাকী স্ত্ৰীলোকে যিমান খিনি মনৰ কথ সম্ভ্ৰমেৰে প্ৰকাশ কৰিব পাৰে সিমান খিনি প্ৰকাশ কৰি মোক গ্ৰহণ কৰিবলৈ অনুৰোধ কৰিলোঁ, কিন্তু তেওঁ মোৰ চৰিত্ৰৰ ওপৰত আশঙ্কা কৰি মোক গ্ৰহণ নকৰিলে। আপুনি নিজৰ বুদ্ধিৰে অনুধাৱন কৰি যি কৰ্ত্তব্য সেইটো স্থিৰ কৰক। মহাব্ৰতধাৰী ভীষ্মই সেই সময়ত বলেৰে হৰণ কৰি নি নিজৰ বশৱৰ্ত্তী কৰিছিল; সেইকাৰণে তেৱেঁই মোৰ এই দুৰ্দ্দশাৰ মূল কাৰণ। আপুনি তেওঁকে সংহাৰ কৰক। মই তেওঁৰ নিমিত্তে এনেকুৱা দুঃখত পৰি অপ্ৰিয় কাৰ্য্য কৰিবলৈ প্ৰবৃত্ত হৈছোঁ। তেওঁ যি মুহূৰ্ত্ততে মোৰ এই অপকাৰ কৰে সেই মুহূৰ্ত্ততে মই সংকল্প কৰিছো যে মই তেওঁক সংহাৰ কৰিম। মোৰ এই মনোৰথ সফল কৰক।

# ভীষ্মৰ লগত যুদ্ধৰ বাবে পৰশুৰামৰ যাত্ৰা

আমি আৰম্ভণিতে কৈ আহিছোঁ যে এইবোৰ ঘটনা ভীষ্মই নিজে দুৰ্য্যোধনৰ আগত কবলৈ ধৰিছে।

ভীষ্মই কৈছে - হে দুৰ্য্যোধন! তেতিয়া মহাবীৰ জামদগ্ন্যক ৰোদন কৰি কৰি অম্বাই পুনঃ পুনঃ এইদৰে কোৱাত, তেওঁ সেই কন্যাক ক'লে - আইটী! মোৰ এটা বিশেষ অসুবিধা আছে; মই কোনো- বেদজ্ঞ ব্ৰাহ্মণে আদেশ নিদিলে

কেতিয়াও অস্ত্ৰ ধাৰণ নকৰোঁ। এইটোত বাজে মই আন কিবা প্ৰকাৰে তোমাৰ উপকাৰ কৰিব পাৰোঁ নেকি কোৱা। মহামতি ভীষ্ম আৰু মহাৰাজ শাল্বই যাতে মোৰ বাক্য পালন কৰে, সেই বিষয়ে মই যত্ন কৰিম। অতএৱ তুমি শোকত আকুল নহবা। মোৰ প্ৰতিজ্ঞা আছে যে ব্ৰাহ্মণৰ আদেশ নাপালে কেতিয়াও যুদ্ধ নকৰোঁ।

অম্বাই ক'লে - হে ভগৱন্, ভীষ্মই মোৰ দুঃখৰ মূল। অতএৱ আপুনি ভীষ্মক বিনাশ কৰক।

পৰশুৰামে ক'লে - হে ৰাজকন্যে! ভীষ্ম যদিও সম্মানাৰ্হ ব্যক্তি, তথাপি মই নিৰ্দ্দেশ দিলে তোমাৰ চৰণ দুখনত ধৰি ক্ষমা প্ৰাৰ্থনা কৰিব।

অম্বাই ক'লে - ভগৱন্! আপুনি যদি সচাঁকৈয়ে মোৰ হিত কৰিবলৈ ইচ্ছুক হৈছে, তেন্তে ভীষ্মক বিনাশ কৰক। আপুনি যি অঙ্গীকাৰ কৰিছে, তাক পালন কৰৱ।

তেওঁলোক উভয় এইদৰে কথোপকথন কৰি থাকোঁতে এই সময়ত পৰম ধৰ্মপৰায়ন অকৃতব্ৰণে ক'লে - হে ভৃগুনন্দন। এই কন্যা আপোনাৰ শৰণাগত হৈছে, ওঁক পৰিত্যাগ নকৰিব। যদি ভীষ্মই ৰণলৈ সমাহূত হৈ আহি আপোনাৰ ওচৰত পৰাজয় স্বীকাৰ কৰে, তেতিয়া হ'লে এই কন্যাৰ কাৰ্য্য-সিদ্ধি হব আৰু আপোনাৰ বাক্যও সত্য হব। আপুনি ক্ষত্ৰিয় কুল ধ্বংস কৰি ব্ৰাহ্মণ মণ্ডলীৰ ওচৰত এইদৰে প্ৰতিজ্ঞা কৰিছিল যে 'যদি ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য বা শূদ্ৰ বেদবিদ্বেষী হয়, তেনেহলে মই তাক বিনাশ কৰিম। যদি কোনো লোক ভীত হৈ শৰণাপন্ন হয়, তেতিয়া মই তাক পৰিত্যাগ নকৰোঁ। যদি কোনো লোকে যুদ্ধক্ষেত্ৰত সমাগত ক্ষত্ৰিয়বৰ্গক পৰাজিত কৰি নিজক গৰ্ব্বিত বোধ কৰে, মই তাক বিনাশ কৰিম।" ভীষ্মও সেই ভাৱৰ বিজয়ী, অতএৱ আপুনি যুদ্ধত প্ৰবৃত্ত হওক।

তেতিয়া পৰশুৰামে ক'লে - হে তপোধন। মই মোৰ পূৰ্ব্বৰ প্ৰতিজ্ঞা স্মৰণ কৰি শান্তি ভঙ্গ নোহোবাকৈ এই কাৰ্য্য সম্পন্ন কৰিম। কাশিৰাজ কন্যাৰ মনোভিলাষ অতি গুৰুত্তৰ; অতএৱ মই স্বয়ং এই কন্যাক লৈ ভীষ্মৰ ওচৰলৈ যাম। যদি সেই সমৰেচ্ছুক ভীষ্মই মোৰ বাক্য নাৰাখে, তেতিয়া মই তাক বিনাশ কৰিম, সন্দেহ নাই।

ভীষ্মই কৈছে - হে দুৰ্য্যোধন। মহাব্ৰত জামদগ্নই তৃতীয় দিনা ৰাজধানী লৈ আহি আগধৰি মোলৈ সংবাদ পঠালে যে তেওঁ মোৰ সাক্ষাতৰ কাৰণে আহিছে। মই তেওঁক অভ্যৰ্থনা কৰি আনিবলৈ প্ৰধান পুৰোহিতৰ লগত আন আন পুৰোহিত ব্ৰাহ্মণসকলক আৰু এজনী গাভী আগত লৈ গৈ তেওঁক সাক্ষাৎ কৰিলোঁ। তেওঁ মোক উপস্থিত হোৱা দেখি মোৰ পূজা গ্ৰহণ কৰিলে।

তাৰ পাছত তেওঁ মোক ক'লে - হে ভীষ্ম! কাশিৰাজ নন্দিনী অম্বা তোমাৰ ৰাগিনী নাছিল। তুমি কি বিবেচনা কৰি তেওঁক হৰণ কৰি আনি পুনঃ বিসৰ্জ্জন দিছা? অম্বা তোমাৰ কাৰণে নাৰীধৰ্মৰ পৰা বিচ্যুত হৈছে; বিশেষতঃ তুমি বলপূৰ্বক এওঁক গ্ৰহণ কৰিছিলা। এতিয়া কোনে এওঁৰ পাণিগ্ৰহণ কৰিব? তুমি হৰণ কৰি আনিছিলা বুলি শাল্বৰাজে এওঁক প্ৰত্যাখ্যান কৰিছে। অতএৱ তুমি মোৰ আদেশত এওঁক গ্ৰহণ কৰা, তেতিয়া হ'লে এই ৰাজ কন্যাই ধৰ্ম লাভ কৰিব পাৰিব। হে ভীষ্ম! এওঁক অৱমাননা কৰা তোমাৰ উচিত হোৱা নাই।

তাৰ পাছত মই তেওঁক অতি চঞ্চল চিত্ত যেন হোৱা দেখি ক'লো - হে ভগৱন! মই এই কন্যাক কেতিয়াও বিচিত্ৰবীৰ্য্যৰ কাৰণে গ্ৰহণ নকৰোঁ। পূৰ্বে এই কন্যাই মোৰ আগত কৈছে যে তেওঁ শাল্বৰাজৰ প্ৰতি অনুৰাগিণী। তাৰ পাছত মোৰ অনুমতি লৈ শাল্বৰাজৰ নগৰ অভিমুখে গমন কৰিছে। মোৰ এই এটি ব্ৰত আছে মে মই ভয়, দয়া, অৰ্থলোভ বা আন কোনো অভিলাষৰ বশীভূ ত হৈ কেতিয়াও ক্ষত্ৰিয় ধৰ্ম পৰিত্যাগ নকৰোঁ।

তেতিয়া জামদগ্ন্যই খঙতে উগ্ৰমূৰ্ত্তি হৈ মোক পুনঃ পুনঃ কবলৈ ধৰিলে - হে ভীষ্ম! তুমি যদি মোৰ বাক্য নাৰাখা, তেন্তে মই আজিয়েই অমাত্য বিলাকৰ লগত তোমাক সংহাৰ কৰিম। মই তেতিয়া প্ৰিয় আৰু মিঠা কথাৰে তেওঁক প্ৰশমিত কৰিবৰ বাবে তেওঁৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিলোঁ, কিন্তু তেওঁ ক্ষমা নিদিলে। তেতিয়া মই তেওঁৰ চৰণত পৰি পুনৰ্ব্বাৰ ক'লোঁ "ভগৱন! আপুনি মোৰ লগত কিয় যুদ্ধ কৰিবৰ ইচ্ছা কৰিছে? কাৰণ কি? মই আপোনাৰ শিষ্য। আপুনি মোক চাৰিও প্ৰকাৰ অস্ত্ৰ শিক্ষাত উপদেশ দিছে। তেতিয়া তেওঁ ক্ৰোধান্বিত হৈ মোক ক'লে - হে ভীষ্ম! তুমি মোক গুৰু বুলি মানিছা, অথচ মোৰ সন্তোষৰবাবে কিয় তুমি কাশিৰাজৰ কন্যাক গ্ৰহণ নকৰা? এতিয়া মোৰ বাক্য নাৰাখিলে মই কেতিয়াও ক্ষমা নকৰোঁ। তুমি এই কন্যাক গ্ৰহণ কৰি তোমাৰ কুল ৰক্ষা কৰা। এই ৰাজকন্যাক তুমি পৰিত্যাগ কৰা বাবে নিতান্ত নিৰাশ্ৰয় হৈছে।

মই তেতিয়া কৈছিলোঁ - হে মহৰ্ষি! আপোনাৰ যত্ন আৰু পৰিশ্ৰম নিতান্তই নিষ্ফল হব ধৰিছে। মই কেতিয়াও এই কাৰ্য্য নকৰোঁ। আপুনি মোৰ গুৰু আছিল কাৰণেই মই আপোনাক বিনীত হৈ স্তুতিনতিৰে প্ৰাৰ্থনা কৰি কৈছোঁ যে এই কন্যাক মই পূৰ্বেই পৰিত্যাগ কৰিছোঁ। যি ৰমণী অন্য ব্যক্তিৰ প্ৰণয়িনী, সেই ৰমণীক গ্ৰহণ কৰি সৰ্পক লৈ গৃহবাস কৰাৰ দৰে কোনে বাস কৰিব? এই বিলাক ৰমণীৰ সংসৰ্গত যে কুলক্ষয় হোৱাৰ সম্ভাৱনা। মই ইন্দ্ৰৰ ভয়তো মোৰ ধৰ্ম পৰিত্যাগ নকৰোঁ। এতিয়া আপুনি প্ৰসন্ন হৈ আপোনাৰ নিজৰ কৰ্ত্তব্যত মন দিয়ক। পুৰাণত মহাত্মা মৰুত্তে কৈছে যে যিজন ব্যক্তিৰ কাৰ্য্য আৰু অকাৰ্য্যৰ

জ্ঞান নাই, যিজন নিতান্ত গৰ্ব্বিত ব্যক্তি আৰু যিজন কুপথগামী, সেই ব্যক্তি যদি গুৰুও হয়, তথাপি তেওঁক পৰিত্যাগ কৰিবা।

আপুনি মোৰ গুৰু, সেই কাৰণে অতি সম্ভ্ৰম প্ৰীতিৰে আপোনাক সবিশেষ সম্মান কৰিছিলোঁ; কিন্তু এতিয়া আপুনি গুৰুৰ দৰে ব্যৱহাৰ কৰা নাই। অতএব মই যুদ্ধত প্ৰবৃত্ত হম। গুৰু, ব্ৰাহ্মণ, বিশেষতঃ তপোবৃদ্ধ ব্ৰাহ্মণক বিনাশ নকৰোঁ বুলি ভাবি আপোনাক ক্ষমা কৰিছিলোঁ। কিন্তু ধৰ্মনীতিত এনেকুৱা সত্য নিৰ্ণয় কৰা আছে যে যি ব্যক্তি ক্ষত্ৰিয়ধৰ্মপৰায়ণ হয়, সেই ব্যক্তিয়ে যুদ্ধ কৰিবলৈ ওলোৱা ব্ৰাহ্মণক আৰু ক্ৰোধ প্ৰকাশ আৰু শৰবৰ্ষণ কৰা ব্ৰাহ্মণক দেখি বিনাশ কৰিলে সেই ক্ষত্ৰিয় ব্ৰহ্মহত্যা পাতকত লিপ্ত নহয়। ময়ো ক্ষত্ৰিয়; যি ব্যক্তিয়ে যেনে ব্যৱহাৰ কৰে তাৰ প্ৰতি তেনে ব্যৱহাৰ কৰিলে কেতিয়াও অধৰ্ম বা অমঙ্গল নহয়।(১) কোনো এজন লোক ধৰ্মশাস্ত্ৰ আৰু অৰ্থশাস্ত্ৰ উভয় শাস্ত্ৰতে অভিজ্ঞ আৰু দেশ কালৰ অৱস্থা বিচাৰতো অভিজ্ঞ, সেইজন ব্যক্তি যদি ধৰ্ম আৰু অৰ্থ সম্বন্ধীয় কোনো সংশয়ত উপস্থিত হয়, তেওঁ অৰ্থশাস্ত্ৰৰ কথা নেমানি ধৰ্মশাস্ত্ৰৰ কথা মানিলেহে তাৰ মঙ্গল হয়।(২) কিন্তু আপুনি অৰ্থ শাস্ত্ৰৰ সংশয়িত বিষয়ত ধৰ্মশাস্ত্ৰ নেমানি মোৰ লগত যুদ্ধ কৰিবলৈ প্ৰস্তুত হৈছে— অতএৱ মই যুদ্ধ কৰিম। আপুনি যুদ্ধত মোৰ অলৌকিক বিক্ৰম আৰু অদ্ভুত বাহুবল দেখিবলৈ পাব। আপুনি এতিয়া যুদ্ধৰ বাবে প্ৰস্তুত হওক। ময়ো কুৰুক্ষেত্ৰত উপস্থিত হৈ আপোনাৰ লগত যুদ্ধত প্ৰবৃত্ত হম। আপোনাক শৰ নিক্ষেপ কৰি জৰ্জ্জৰিত আৰু নিহত কৰিম। এতিয়া সমৰ ক্ষেত্ৰ কুৰুক্ষেত্ৰলৈ যাওক। ময়ো সেই স্থানলৈ আহিব ধৰিছোঁ। আপুনি যি ঠাইত আপোনাৰ পিতৃহন্তাৰ ৰক্তেৰে পাৰলৌকিক কাৰ্য্য (শ্ৰাদ্ধ তৰ্পণ আদি) কৰিছিল, ময়ো সেই স্থানত আপোনাক বিনাশ কৰি আপোনাৰ ৰক্তেৰে ক্ষত্ৰিয় কুলৰ শ্ৰাদ্ধ তৰ্পণ কৰিম। আপুনি অনতি পলমে কুৰুক্ষেত্ৰলৈ যাওক। মই আপোনাৰ পূৰ্ব প্ৰতিশ্ৰুত দৰ্প দূৰ কৰিম।

আপুনি অকলে ক্ষত্ৰিয় বিলকক পৰাজিত কৰিছিল বুলি সদা সৰ্ব্বদা অহঙ্কাৰ প্ৰকাশ কৰি থাকে; কিন্তু সেই সময়ত মোৰ দৰে ক্ষত্ৰিয় জন্মা নাছিল। যিজনে আপোনাৰ যুদ্ধ কৰা দৰ্প অপনীত কৰিব পাৰে, এতিয়া সেই শত্ৰুবিজয়ী

---

(১) গুৰুং ন হন্যাৎ সমৰে ব্ৰাহ্মণঞ্চ বিশেষতঃ। বিশেষস্তপোবৃদ্ধমেবং
ক্ষান্তং ময়া তব।।২৭।। উদ্যতেষু মম্মো দৃষ্টা ব্ৰাহ্মণং ক্ষত্ৰবন্ধুবৎ।
যো হন্যাৎ সমৰে ক্ৰুদ্ধং যুধ্যন্তম পলায়িনম্। ব্ৰহ্মহত্যাং নতস্য স্যাদিতি ধৰ্মেষু
নিশ্চয়ঃ।।
ক্ষত্ৰিয়ানাং স্থিতো ধৰ্মে ক্ষত্ৰিয়োহস্মি তপোধন। ২৮।।

(২) অৰ্থে বা যদিবা ধৰ্মে সমৰ্থো দেশ কালবিৎ।
অৰ্থ সংশয়মাপন্নঃ শ্ৰেয়ান্নিঃ সংশয়ো নবঃ।।৩১।। উদ্যোগ - ১৮৮ অধ্যায়।

ভীষ্মই জন্মগ্ৰহণ কৰিছে। সেই বাবে কৈছোঁ যে ৰণৰ স্থলত আপোনাৰ দৰ্প চূৰ্ণ কৰিম।

তেতিয়া জামদগ্ন্যই হাঁহি মুখে কৈছিল - হে ভীষ্ম! ই তোমাৰ ভাগ্য যে তুমি মোৰ লগত যুদ্ধ কৰিববলৈ আভিলাষ কৰিছা। মই এতিয়া যুদ্ধৰ বাবে কুৰুক্ষেত্ৰলৈ যাম। তোমাৰ মাতৃ গঙ্গা দেৱীয়ে দেখিবলৈ পাব যে তোমাৰ মৃতদেহ কাউৰী শকুনিয়ে ভক্ষণ কৰিব ধৰিছে। গঙ্গাদেৱী সদা সৰ্বদা সিদ্ধ মুনি ঋষি সকলৰ পৰা সেৱা পাই আনন্দ লাভ কৰি আহিছে, কেতিয়াও ৰোদন কৰা নাই। এইবাৰ তেওঁ কান্দিব লাগিব। তুমিও ৰথ আদি সমস্ত সামৰিক দ্ৰব্য লৈ কুৰুক্ষেত্ৰলৈ যোৱা।

তেতিয়া মই নমস্কাৰ কৰি ক'লোঁ - মই আপোনাৰ আদেশ মানি প্ৰস্তুত হৈ আহিম।

ভীষ্মই কৈ গৈছে - হে দুৰ্য্যোধন! মই তাৰ পাছত ঘৰলৈ আহি মাতৃ সত্যৱতীক সমস্ত কথা ক'লোঁ আৰু তেওঁৰ অনুমতি গ্ৰহণ কৰিলোঁ। তাৰ পাছত যুদ্ধজয়ৰ বাবে মাঙ্গলিক কাৰ্য্য সমাপন কৰিলোঁ। তাৰ পাছত মূৰত পাগুৰি মাৰি পাণ্ডুৰ বৰ্ণৰ বৰ্ম পিন্ধি লৈ পাণ্ডুৰ বৰ্ণৰ ধনু হাতত লৈ অশ্ব সংযুক্ত ৰূপেৰে খচিত ৰথত উঠি অস্ত্ৰশস্ত্ৰেৰে সজ্জিত হৈ যুদ্ধক্ষেত্ৰলৈ যাত্ৰা কৰিলোঁ। মোৰ যাত্ৰাৰ সময়ত ব্ৰাহ্মণ সকলে বেদ মন্ত্ৰৰে পুণ্যাহ ধ্বনি কৰিব ধৰিলে; মগধ দেশীয় চাৰণ বিলাকে জয় আশীৰ্ব্বাদৰ ধ্বনি কৰিব ধৰিলে। সিহঁতে শুক্লবস্ত্ৰ, শুক্ল উষ্ণীষ আৰু শুক্ল অলঙ্কাৰ পিন্ধি আহিছিল আৰু ধ্বনিৰ লগে লগে মোৰ স্তুতিবাদ কৰিছিল। ভৃত্যবিলাকে মোৰ মূৰৰ ওপৰত শ্বেত ছত্ৰ ধৰিছিল আৰু অন্য অন্য ভৃত্যবিলাকে বগা চোঁৱৰেৰে মোক বীজন কৰি কৰি গৈছিল। তাৰ পাছত কুৰুক্ষেত্ৰৰ উপনীত হৈ ৰামে দেখিবলৈ পায় এনে ঠাইত ৰথ ৰাখি শঙ্খ ধ্বনি কৰিববলৈ ধৰিলোঁ। সেই শঙ্খধ্বনি শুনি বনবাসী তপস্বী, ব্ৰাহ্মণ অৰু ইন্দ্ৰকে আদি কৰি দেৱতা সকল যুদ্ধ চাবলৈ উপস্থিত হ'লহি। তাৰ পাছত চাৰিউফালৰ পৰা দিব্য মাল্যবোৰ পাৰিববলৈ ধৰিলে, স্বস্তি-ঋদ্ধি-পুণ্যাহ এইপ্ৰকাৰ মঙ্গল সূচক মন্ত্ৰ উচ্চাৰিত হববলৈ ধৰিলে আৰু বাদ্য বাজনাত আকাশ মণ্ডল ধ্বনিত হববলৈ ধৰিলে। জামদগ্ন্যৰ নিৰ্দ্দেশ অনুসাৰে ৰণক্ষেত্ৰ বেষ্টন কৰি তাপস সকল যুদ্ধ চাবলৈ থিয় হৈ থাকিল।

# গঙ্গাৰ ভীষ্ম-ভৰ্ৎসনা

এনেতে জননী গঙ্গাই নিজ মূৰ্ত্তি গ্ৰহণ কৰি মোৰ ওচৰলৈ আহি কবলৈ ধৰিলে- বাছা! তুমি কি কাৰ্য্যত প্ৰবৃত্ত হৈছা? ৰবা! মই পৰশুৰামৰ ওচৰলৈ গৈ পুনঃ পুনঃ মিনতি কৰিম যে ভীষ্ম তোমাৰ শিষ্য, তুমি তাৰ লগত যুদ্ধ নকৰিবা। হে ভীষ্ম! তুমি ব্ৰাহ্মণ পৰশুৰামৰ লগত যুদ্ধ নকৰিবা। তুমি মহাদেৱ তুল্য ভীষণ পৰাক্ৰম ক্ষত্ৰিয়ঘাতী পৰশুৰামক চিনি পোৱা নাই। এইবুলি মোক ভৰ্ৎসনা কৰিব ধৰিলে।

তেতিয়া মই মাতৃ গঙ্গাদেৱীক কিয় যুদ্ধ সংঘটিত হৈছে সেই বৃত্তান্ত আনুপুৰ্ব্বিক বৰ্ণনা কৰি ক'লোঁ। তাৰপাছত তেওঁ পৰশুৰামৰ ওচৰলৈ গৈ তেওঁক প্ৰসন্ন কৰিবৰ আশাত ক'লে - হে পৰশুৰাম! তুমি তোমাৰ নিজৰ শিষ্য ভীষ্মৰ লগত যুদ্ধ নকৰিবা। পৰশুৰামে ক'লে - হে দেৱি! তুমি ভীষ্মক নিবৃত্ত কৰা। সি মোৰ মনোভিলাষ পূৰ্ণ নকৰে; সেই কাৰণে মই তাৰ লগত যুদ্ধ কৰিবলৈ ওলাইছোঁ। তেতিয়া গঙ্গাদেৱীয়ে পুনঃ পুনঃ মোৰ ওচৰলৈ আহি পৰশুৰামৰ লগত যুদ্ধ কৰিবলৈ নিষেধ কৰিলে। মই সেই নিষেধ নামানিলোঁ।

পৰশুৰামে মোক যুদ্ধৰ বাবে আহ্বান কৰিলে।

# ভীষ্মৰ পৰশুৰামৰ প্ৰথম দিনৰ যুদ্ধ

ভীষ্মই দুৰ্য্যোধনৰ আগত কৈ গৈছে— হে ৰাজন! তাৰ পাছত মই পৰশুৰামৰ লগত যুদ্ধাভিলাষী হৈ তেওঁক হাঁহিমুখে ক'লোঁ— ভগৱন্! মই ৰথৰ ওপৰত আছোঁ আৰু আপুনি ভূতলত আছে; এতিয়া আপোনাৰ লগত যুদ্ধ কৰিবলৈ মোৰ উৎসাহ হোৱা নাই। আপুনি যদি যুদ্ধৰ অভিলাষী হৈছে, তেন্তে ৰথত আৰোহন কৰক আৰু কবচ ধাৰণ কৰক।

তেতিয়া তেওঁ হাঁহি মুখে ক'লে- হে ভীষ্ম! পৃথিবীয়েই মোৰ ৰথ, বেদ চাৰিখন মোৰ ঘোঁৰা, বায়ু মোৰ সাৰথি আৰু বেদমাতা গায়ত্ৰী মোৰ বৰ্ম; মই এইবিলাকেৰে পৰিবেষ্টিত হৈ যুদ্ধ কৰিম। এই কথা কৈ মহাতেজা জামদগ্নাই শৰজালেৰে চাৰিউ দিক সমাচ্ছন্ন কৰি পেলালে। তাৰ পাছত মই দেখিলোঁ যে এখন অতিবৃহৎ ৰথৰ ওপৰত আৰোহন কৰি তেওঁ আছে। সেই ৰথৰ অশ্ব চাৰিটা দিব্য। তেওঁ ৰথ, অস্ত্ৰ শস্ত্ৰ আৰু কবচেৰে পৰিপূৰ্ণ। ৰথখন সোণৰ অলঙ্কাৰেৰে সজ্জিত আৰু চন্দ্ৰ আৰু সূৰ্য্যৰ চিহ্নেৰে চিহ্নিত। তেওঁৰ প্ৰিয় সখা অকৃতব্ৰণ

তেওঁৰ সাৰথি হৈছে অৰু তেওঁ হাত মোজা পিন্ধি, হাতত ধনু আৰু পিঠিত তূণীৰ লৈ সাৰথ্য কাৰ্য্যত নিযুক্ত হৈছে।

তাৰ পাছত পৰশুৰামে মোক 'আহা' বুলি যুদ্ধৰ বাবে আহ্বান কৰিলে। মই তেওঁক এইদৰে প্ৰস্তুত হোৱা দেখি সন্তুষ্ট হৈ মহাবল-পৰাক্ৰান্ত, ক্ষত্ৰিয়ান্তকাৰী, সূৰ্য্যৰ দৰে তেজস্বী পৰশুৰামৰ ওচৰলৈ অকলে গৈ তিনিটি বাণেৰে তেওঁৰ অশ্বকেইটিক নিপীড়িত কৰি ৰথৰ পৰা নামিলোঁ আৰু ধনুখন এৰি পদব্ৰজে তেওঁক অৰ্চ্চনা কৰিবলৈ আগবাঢ়ি গলোঁ! তেওঁৰ ওচৰত উপস্থিত হৈ তেওঁক যথাবিধি অভিবাদন কৰি ক'লোঁ— ভগৱন্! আপুনি মোৰ সমান বলী বা মোতকৈ বেছি বলশালী হ'লেও মই আপোনাৰ লগত যুদ্ধ কৰিম। এতিয়া আশীৰ্ব্বাদ কৰক যেন মোৰ জয়লাভ হয়।

পৰশুৰামে ক'লে - হে মহাবাহো! যি ব্যক্তিয়ে সম্পত্তিলাভৰ অভিলাষ কৰে, তেওঁলোকে এনে ব্যৱহাৰ কৰা কৰ্ত্তব্য আৰু যিবিলাকে উৎকৃষ্ট লোকৰ লগত সংগ্ৰাম কৰে - তেওঁলোকৰো এয়ে ধৰ্ম। তুমি যদি এইদৰে নাহিলা হেঁতেন মই তোমাক অৱশ্যে শাপ দিলোঁহেতেন। এতিয়া তুমি ধৈৰ্য্য অৱলম্বন কৰি যুদ্ধ কৰা। মই তোমাক পৰাজিত কৰিবলৈকে আহিছোঁ। এতিয়া তুমি ঘূৰি গৈ ধৰ্ম অনুসাৰে যুদ্ধ কৰা। মই তোমাৰ আচৰণত বৰ খুচি হৈছোঁ।

যুদ্ধ আৰম্ভ হ'ল। সেই যুদ্ধৰ ভীষণতা ক্ৰমে ক্ৰমে বাঢ়ি গ'ল। সেই যুদ্ধ চাই থাকিব নোৱাৰি অকৃতব্ৰণ আৰু কাশিৰাজ কন্যা অম্বাই পলায়ণ কৰিলে।

এইদৰে সাত দিন যুদ্ধ হ'ল। অৱশেষত পৰশুৰামে ব্ৰহ্মাস্ত্ৰ নিক্ষেপ কৰিলে আৰু সেই ব্ৰহ্মাস্ত্ৰ নিবাৰণ কৰিবৰ কাৰণে মই আন এবিধ ব্ৰহ্মাস্ত্ৰ নিক্ষেপ কৰিলোঁ। উভয়ৰ ব্ৰহ্মাস্ত্ৰ নভোমণ্ডলত মিলিত হোৱাত এক জ্বলন্ত তেজ উপস্থিত হ'ল। তাকে দেখি সমস্ত লোক ভীত শঙ্কিত হৈ উঠিল; কিন্তু যুদ্ধৰ জয় পৰাজয় নিশ্চিত নোহোৱাত ভীষ্মই প্ৰস্বাপ অস্ত্ৰ নিক্ষেপৰ বাবে ধনুত যোজনা কৰিলে। তেতিয়া সহসা নাৰদ ঋষি উপস্থিত হৈ মোক প্ৰস্বাপ অস্ত্ৰ প্ৰয়োগ কৰিবলৈ নিষেধ কৰিলে। মই সেই অস্ত্ৰ প্ৰত্যাহাৰ কৰি আন এক প্ৰকাৰ ব্ৰহ্মাস্ত্ৰ যোজনা কৰিবলৈ উদ্যত হৈছোঁ। এনেতে পৰশুৰামে মোক প্ৰস্বাপ অস্ত্ৰ প্ৰত্যাহাৰ কৰা দেখি সহসা ৰোষাবিষ্ট হৈ মোক ক'লে - হে ভীষ্ম! মই তোমাৰ ওচৰত পৰাজিত হ'লোঁ।

তেতিয়া পৰশুৰামে প্ৰীতিৰ সৈতে হাঁহি মাৰি মোক ক'লে- হে ভীষ্ম! এই পৃথিবীত তোমাৰ সমান আন কোনো ক্ষত্ৰিয় নাই। তুমি যোৱা, মই তোমাৰ যুদ্ধত অতিশয় সন্তুষ্ট হৈছোঁ।

# অম্বাৰ তপস্যা

অম্বাই নিৰুপায় হৈ কঠোৰ তপস্যা আৰম্ভ কৰিলে; কাৰণ পৰাশুৰামে অম্বাক ক'লে - আইটী! ভীষ্মই মহাঅস্ত্ৰ প্ৰক্ষেপ কৰি মোক পৰাজিত কৰিছে। তুমি ভীষ্মৰ ওচৰলৈ যোৱা। তেতিয়া অম্বাই দেখিলে যে ভীষ্মক পৰাস্ত কৰা ব্যক্তি পৃথিবীত কোনো নাই। ভীষ্মৰ ওচৰলৈ পুনৰ্ব্বাৰ যাবলৈ অম্বাই স্বীকাৰ নকৰি মনে মনে সংকল্প কৰিলে যে তেওঁ নিজেই ভীষ্মক যুদ্ধত নিহত কৰিব।

অম্বাই প্ৰথমতঃ বিভিন্ন স্নান তীৰ্থ সমূহ পৰিভ্ৰমণ কৰি স্নানতীৰ্থ সমাপন কৰিলে আৰু দেবাদিদেৱ মহাদেৱক সন্তুষ্ট কৰিবলৈ তপস্যাত মন নিয়োজিত কৰিলে। সেই তপস্যাত সন্তুষ্ট হৈ শূলপাণি মহাদেৱে অম্বাৰ আগত আবিৰ্ভূত হৈ অম্বাক কি বৰ লাগে সুধিলে - অম্বাই ভীষ্মক যুদ্ধত নিহত কৰিবৰ বাবে সামৰ্থ্য ভিক্ষা কৰিলে। মহাদেৱে সেই বৰ দান কৰিলে।

তেতিয়া অম্বাই দেৱাদিদেৱক সুধিলে - হে দেৱ! মই স্ত্ৰীলোক হৈ কেনেকৈ জয়লাভ কৰিম? স্ত্ৰীসুলভ শান্তৰস মোৰ অন্তঃকৰণত নিৰন্তৰ সঞ্চাৰিত হৈ আছে; কিন্তু আপুনি ভীষ্মৰ বধ সাধনৰ বৰ দান কৰিলে। এতএৱ এইটো কেনেকৈ সত্য হয়, তাৰ উপায় নিৰ্দ্ধাৰণ কৰক, মই যেন যুদ্ধত ভীষ্মক নিধন কৰিব পাৰোঁ।

ৰুদ্ৰই ক'লে - হে ভদ্ৰে! মোৰ বাক্য মিথ্যা হব নোৱাৰে। অৱশ্যেই সত্য হব। তুমি দেহান্তৰত স্ত্ৰী হৈ জন্মিলেও পাছত পুৰষত্ব লাভ কৰিবা আৰু ভীষ্মক নিধন কৰিব পাৰিবা। তোমাৰ এই জন্মৰ বৃত্তান্ত সমস্ত স্মৃতিত থাকিব। দেবাদিদেৱ মহাদেৱ এই বুলি অন্তৰ্হিত হ'ল।

তাৰ পাছত অম্বাই অৰণ্যৰ পৰা কাঠ সংগ্ৰহ কৰি আনি যমুনা নদীৰ মাজত থকা দ্বীপ যেন চৰ এটাত চিতা প্ৰস্তুত কৰি অগ্নিসংযোগ কৰি - ব্ৰাহ্মণ বিলাকৰ সমুখতে খং মনেৰে "মই ভীষ্মবধৰ কাৰণে অগ্নিত প্ৰবেশ কৰিলোঁ" এইবুলি জ্বলন্ত চিতাত প্ৰবেশ কৰিলে।

মৃত্যুৰ সময়ত জীৱৰ যি শেষ ইচ্ছা হয়, সেই ইচ্ছানুসাৰেই জীৱই পৰজন্ম লাভ কৰে।

# শিখণ্ডীৰ জন্ম বৃত্তান্ত

দুৰ্য্যোধনৰ প্ৰশ্নৰ উত্তৰত ভীষ্মই শিখণ্ডীৰ জন্ম বৃত্তান্তও কৈছিল। ভীষ্মই কৈছে - হে ৰাজন্ - দ্ৰুপদৰাজৰ প্ৰিয় মহিষী পুত্ৰবতী নাছিল। দ্ৰুপদ ৰজাই পুত্ৰলাভৰ বাবে কঠোৰ তপস্যা কৰি শিৱক সন্তুষ্ট কৰিলে। শিৱে ৰজাক বৰ দিলে যে তোমাৰ এটি কন্যা সন্তান জন্মিব, - সেই কন্যাই পাছত পুত্ৰত্ব লাভ কৰিব। সেই কন্যাই দ্ৰুপদৰাজৰ পুত্ৰ শিখণ্ডী। মোৰ প্ৰতিজ্ঞা আছে যে স্ত্ৰীলোকক মই বধ নকৰোঁ। সেই কাৰণে মই কৈছোঁ যে শিখণ্ডীক মই বধ কৰিব নোৱাৰিম।

# ভীষ্মৰ ওচৰত দুৰ্য্যোধনৰ যুদ্ধ প্ৰশ্ন

ইয়াৰ পাছত দুৰ্য্যোধনে পিতামহ ভীষ্মৰ ওচৰত যুদ্ধ বিষয়ক প্ৰশ্ন সুধিলে— হে পিতামহ! পাণ্ডৱ পক্ষৰ সৈন্য বাহিনী ধৃষ্টদ্যুম্ন আৰু ভীমাৰ্জ্জুন প্ৰভৃতি মহাবল একো একো জন লোকপাল সদৃশ বীৰে ৰক্ষা কৰি থাকিব। আপুনি এই অদ্ভুত সাগৰ সদৃশ সৈন্য বাহিনীক কিমান দিনত বিনাশ কৰিব পাৰিব?

ভীষ্মই উত্তৰ দিলে - হে দুৰ্য্যোধন! তুমি উত্তম প্ৰশ্ন কৰিছা? মই ৰণস্থলত যি পৰম শক্তি, শাস্ত্ৰবল আৰু বাহুবল প্ৰদৰ্শন কৰিম তাক শুনা। ধৰ্মশাস্ত্ৰত এই ৰূপ নীতি আছে যে অকপট ব্যক্তিৰ লগত অকপট যুদ্ধ কৰিবা আৰু মায়াবী শত্ৰুৰ লগত মায়াযুদ্ধ কৰিবা। মই প্ৰত্যহ পাণ্ডৱ সৈন্যৰ এক হাজাৰ ৰথী অৰু দহহাজাৰ যোদ্ধাক বিনাশ কৰিম। মই এইদৰে এক মাহৰ ভিতৰত সমস্ত পাণ্ডৱ সৈন্য সংহাৰ কৰিব পাৰিম।

তেতিয়া দুৰ্য্যোধনে দ্ৰোণাচাৰ্য্যক এই প্ৰশ্ন সুধিলে। দ্ৰোণাচাৰ্য্যই ক'লে ময়ো ভীষ্মৰ দৰে এমাহত পাণ্ডৱ সৈন্যক সংহাৰ কৰিব পাৰিম। কৃপাচাৰ্য্যক সোধাত তেওঁ ক'লে যে মই দুই মাহত পাণ্ডৱ সৈন্য বিনাশ কৰিবলৈ সমৰ্থ হ'ম আৰু সেইদৰে অশ্বত্থামাই ক'লে যে মই দহ ৰাত্ৰিৰ ভিতৰত পাৰিম।

তেতিয়া দুৰ্য্যোধনে অঙ্গৰাজ কৰ্ণক সুধিলে— কৰ্ণই ক'লে যে - মই পাঁচ ৰাত্ৰিৰ ভিতৰত পাণ্ডৱবিলাকৰ সৈন্য বাহিনী সংহাৰ কৰিবলৈ সমৰ্থ হ্ম।

মহাবীৰ ভীষ্মই কৰ্ণৰ এই কথা শুনি উচ্চস্বৰে হাঁহি মাৰি ক'লে - হে ৰাধেয়! তুমি বাসুদেৱসহায় অৰ্জ্জুনক যেতিয়ালৈকে ৰণস্থলত দেখিবলৈ নোপোৱা তেতিয়ালৈকে এইদৰে বিবেচনা কৰিব পাৰা কিংবা তোমাৰ ইচ্ছা হ'লে ইয়াতকৈও বেছিকৈ কব পাৰা।

# যুদ্ধ আৰম্ভ

উভয়পক্ষৰ সৈন্য সমূহ ব্যূহ স্থিত হোৱাৰ পাছত দুৰ্য্যোধনৰ নিৰ্দ্দেশ অনুসাৰে দুঃশাসনে ভীষ্মক আগত লৈ আৰু ৰক্ষক সৈন্য বিলাকক লগত লৈ যুদ্ধৰ বাবে আগবাঢ়ি গ'ল। ইতিপূৰ্বে ভীষ্মকে কৌৰৱ পক্ষৰ সেনাপতি কৰা হৈছিল; আৰু পাণ্ডৱ পক্ষৰ সেনাপতি ধৃষ্টদ্যুম্নক সেনাপতি কৰা হৈছিল।

যুদ্ধ আৰম্ভ হ'ল। প্ৰথম দিনাৰ যুদ্ধত ভীষ্মৰ ক্ৰোধ আৰু পৰাক্ৰম দেখি ৰজা যুধিষ্ঠিৰে শঙ্কিত হৈ কৃষ্ণক কৈছে - হে বাসুদেৱ! তুমি লক্ষ্য কৰিছা নে জুইয়ে যেনেকৈ তৃণবোৰ দগ্ধ কৰি পেলায়, ভীষ্মই সেইদৰে আমাৰ সৈন্য বিলাকক দগ্ধ কৰি পেলাব ধৰিছে। সৈন্য বিলাকে শান্তনু নন্দন ভীষ্মক দেখি ইতস্ততঃ পলায়ন কৰিব ধৰিছে। ভীষ্মই অকলে তেওঁৰ দিব্য অস্ত্ৰেৰে আমাৰ বহু সহস্ৰ ৰথীক সংহাৰ কৰিব। এতিয়া কি কৰা কৰ্ত্তব্য মোক ঠিককৈ কোৱা।

শ্ৰীকৃষ্ণই যুধিষ্ঠিৰক সান্ত্বনা দিছে- হে ভৰতকুল প্ৰদীপ! আপুনি ভয় নকৰিব। আপোনাৰ পক্ষতো ভীম অৰ্জ্জুন আদি চাৰিভাই আৰু সাত্যকি বিৰাক্ষ দ্ৰুপদ আদি মহা মহাবীৰ সকল আছে। মহাবাহু শিখণ্ডীয়ে নিশ্চয় ভীষ্মক সংহাৰ কৰিব।

দুদিন যুদ্ধ চলিল। দুয়োদিনে উভয় পক্ষৰ বীৰত্ব প্ৰকাশ পাইছে। তৃতীয় দিনৰ যুদ্ধ অতি ভীষণ হৈ উঠিল। ভীমৰ হাতত দুৰ্য্যোধন পৰাস্ত হৈ পলাই সাৰিলে। যুদ্ধৰ পৰা পলায়ন কৰি গৈ ভীষ্মক দুৰ্য্যোধনে কটূক্তি কৰিলে। দুৰ্য্যোধনে ক'লে - হে পিতামহ! আপুনি, গুৰু দ্ৰোণাচাৰ্য্য, অশ্বত্থামা আৰু কৃপাচাৰ্য্যই কৌৰৱ সৈন্য বিলাকক নিহত হৈ থকা দেখিও কিয় উপেক্ষা কৰিব ধৰিছে? ইয়াৰ দ্বাৰা এইটোহে স্পষ্ট হৈ উঠিছে যে পাণ্ডৱ বিলাকক অনুগ্ৰহ কৰাই আপোনাৰ উদ্দেশ্য। এয়ে যদি আপোনাৰ অভিপ্ৰায় আছিল, তেতিয়া হ'লে আপুনি কি কাৰণে মোক সেই কথা আগতে কোৱা নাই? তেতিয়া হ'লে মই কেতিয়াও পাণ্ডৱ বিলাকৰ লগত, সাত্যকি আৰু ধৃষ্টদ্যুম্নৰ লগত যুদ্ধত প্ৰবৃত্ত নহলোঁহেঁতেন। মই আপোনাৰ আৰু দ্ৰোণাচাৰ্য্যৰ নিৰ্ভৰতা পাইহে কৰ্ণৰ পৰামৰ্শ অনুসাৰে যুদ্ধত প্ৰবৃত্ত হৈছোঁ।

ভীষ্মই এইকথাত পুনঃ পুনঃ হাঁহিছে আৰু শেষত খণ্ডেৰে কৈছে - হে ৰাজন্! পাণ্ডৱসকল দেৱতাসকলবো অজেয়; এই হিতকৰ কথা মই তোমাক পূৰ্বে বাৰংবাৰ কৈছোঁ। মই বৃদ্ধ হৈছোঁ; তথাপি মোৰ সাধ্য অনুসাৰে মই আজি পাণ্ডৱ বিলাকক সসৈন্যে প্ৰতিহত কৰিম। এইবুলি ভীষ্মই যেতিয়া ক'লে - তেতিয়া দুৰ্য্যোধনে শঙ্খধ্বনি আৰু ভেৰীবাদ্য কৰিবলৈ আদেশ দিলে।

# পাণ্ডৱক জয় কৰিবলৈ ভীষ্মৰ অভিযান

ভীষ্ম দ্ৰুতবেগে পাণ্ডৱ সৈন্যৰ মাজত প্ৰবেশ কৰিলে আৰু যুধিষ্ঠিৰৰ সৈন্য সংহাৰ কৰিবলৈ আৰম্ভ কৰিলে। বহুসৈন্য নিহত হ'ল আৰু যিবিলাক সৈন্য ভীষ্মৰ শৰত নমৰি নিপীড়িত হৈছিল, সেই সৈন্য বিলাকে প্ৰাণৰ ভয়ত পলায়ন কৰিব ধৰিলে। শ্ৰীকৃষ্ণ আৰু অৰ্জ্জুনক সমুখতে দেখা পায়ো সিহঁতে ইফালে সিফালে পলাই যাব ধৰিলে।

শ্ৰীকৃষ্ণই বেগতিক দেখি অৰ্জ্জুনক উৎসাহ দিবলৈ ধৰিলে। হে ধনঞ্জয়! এয়ে তোমাৰ উপযুক্ত সময়। তুমি পূৰ্বে ৰজা বিলাকৰ আগত কৈছিলা যে "ভীষ্ম দ্ৰোণ কৰ্ণ প্ৰভৃতি যিকেনো বীৰ মোৰ লগত যুদ্ধ কৰিবলৈ আহে তাকে সমূলে মই ধ্বংস কৰিম। ভীষ্মক দেখি তোমাৰ সৈন্য বিলাক পলাব ধৰিছে, এতিয়া এই সময়ত তুমি তোমাৰ প্ৰতিশ্ৰুতি ৰক্ষা কৰা।

ধনঞ্জয়ে শ্ৰীকৃষ্ণৰ কথাৰ জ্বালা সহিব নোৱাৰি, "আজি মই নিশ্চয় ৰণদুৰ্ম্মদ বৃদ্ধ কুৰুকুল পিতামহক সংহাৰ কৰিম" এইবুলি ভীষ্মৰ পালে ধাৱমান হ'ল - শ্ৰীকৃষ্ণই সেই উদ্দেশ্য বুজি ভীষ্মৰ ফালে ৰথ পৰিচালনা কৰিলে। অৰ্জ্জুনে পিতামহৰ লগত যুদ্ধ কৰি সৈন্যক্ষয় নিবাৰণ কৰিলে। পিতামহ ভীষ্মই অৰ্জ্জুনক প্ৰশংসা কৰি ক'লে - ''সাধু পাৰ্থ; সাধু'' তুমি যি কাৰ্য্য কৰিলা ই তুমি হে পাৰা। তোমাৰ প্ৰতি মই সন্তুষ্ট হৈছোঁ। তুমি মোৰ লগত স্বচ্ছন্দে যুদ্ধ কৰা।

এই বুলি কৈ ভীষ্মই পুনৰায় ক্ৰুদ্ধ হৈ সৈন্য সংহাৰ কৰিব ধৰিলে কিন্তু অৰ্জ্জুনে পিতামহৰ গাত তীক্ষ্ণ অস্ত্ৰ নিক্ষেপ নকৰে। ভীষ্মৰ লগত মৃদু যুদ্ধ হে কৰে। সৈন্যৰ মাজত পুনৰায় পলায়ন তৎপৰতাই দেখা দিলে। তাকে দেখি মহাবীৰ সাত্যকি লৰি আহি সৈন্য বিলাকক উৎসাহ দি অৰ্জ্জুনক সহায় কৰিব ধৰিলে। কিন্তু অৰ্জ্জুনে ভীষ্মৰ পৰাক্ৰম অনুসাৰে নিজৰ পৰাক্ৰম নেদেখুৱালে। তাকে দেখি শ্ৰীকৃষ্ণৰ খং উঠিল। অৰ্জ্জুনৰ মৃদুতা, ভীষ্মৰ পৰাক্ৰমৰ আধিক্য আৰু কৌৰৱ বিলাকৰ দৰ্প দেখি শ্ৰীকৃষ্ণই সাত্যকিক কবলৈ ধৰিলে- হে বীৰ সাত্যকি! যিবিলাক সৈন্য পলায়ন কৰিছে, সেইবিলাকৰ কথাই নাই, যিবিলাক সৈন্য এতিয়াও যুদ্ধ ক্ষেত্ৰত আছে, সেই বিলাককো পলাবলৈ কোৱা। মই অকলে আজি ভীষ্ম আৰু দ্ৰোণক তেওঁলোকৰ অনুগামীসকলৰ লগত সংহাৰ কৰিম। আজি মই অকলে মোৰ চক্ৰেৰে প্ৰথমতে ভীষ্মৰ প্ৰাণ বিনাশ কৰিম তাৰ পাছত সসৈন্যে দ্ৰোণক সংহাৰ কৰি ধৃতৰাষ্ট্ৰৰ পুত্ৰ বিলাকক আৰু সেই পক্ষৰ প্ৰধান প্ৰধান ৰজা বিলাকক সংহাৰ কৰি, যুধিষ্ঠিৰক ধৰ্ম ৰাজ্যত প্ৰতিষ্ঠিত কৰিম।

এই বুলি কৈ মহাপ্ৰভাৱ বাসুদেৱে সুদৰ্শন চক্ৰ হাতত লৈ যেন সমগ্ৰ

জীৱলোক ধ্বংস কৰিবলৈ ওলাইছে তেনে মূৰ্ত্তি ধাৰণ কৰি ভীষ্মৰ ফালে ধাৱমান হ'ল।

ভীষ্মই তাকে দেখি ধনুৰ্ব্বাণ হাততে ৰাখি অকণো বিচলিত নহৈ কবলৈ ধৰিলে - হে জগন্নিবাস! হে দেৱেশ! আহা। হে খড়্গধাৰিন্, হে শাৰ্ঙ্গপাণে, হে গদাধৰ! তোমাক নমস্কাৰ। হে ভূতশৰণ্য! হে লোকনাথ! মোক অবিলম্বে ৰথৰ পৰা পাতিত কৰা। হে কৃষ্ণ! তুমি মোক সংহাৰ কৰিলে মোৰ ইহলোক আৰু পৰলোক উভয় লোকৰে মঙ্গল সাধন হব আৰু মোৰ যশ তিনিও ভুৱনতে প্ৰচাৰ হব।

মহাত্মা মধুসূদনে ভীষ্মৰ কথা শুনি মহাবেগে তেওঁৰ সমুখলৈ আহি কবলৈ ধৰিলে- হে ভীষ্ম! তুমিয়েই এই মহাধ্বংসৰ মূল কাৰণ। তোমাৰ কাৰণেই আজি দুৰ্য্যোধন বিনষ্ট হব। হে শান্তনু তনয়! দ্যূতাসক্ত ৰজাক নিবাৰণ কৰাই হৈছে ধৰ্মপথাৱলম্বী মন্ত্ৰীৰ অৱশ্য কৰ্ত্তব্য। যদি উপদেশ দিয়াৰ পাছতো ৰজাই ধৰ্মকথা নুশুনে, সেই ৰজাক পৰিত্যাগ কৰাই উচিত।

তেতিয়া ভীষ্মই শ্ৰীকৃষ্ণক তাৰ উত্তৰ দিছে - হে জনাৰ্দ্দন! দৈৱই বলৱান্। যদুবিলাকে বংশৰ হিতৰ কাৰণে কংসক পৰিত্যাগ কৰিছিল। মই সেই নজীৰ দেখুৱাই ধৃতৰাষ্ট্ৰক পুনঃ পুনঃ সেই উপদেশ দিছিলোঁ; কিন্তু দৈৱ দুৰ্ব্বিপাক বশতঃ ধৃতৰাষ্ট্ৰই মোৰ সেই উপদেশ গ্ৰাহ্য কৰা নাই।

ইতিমধ্যে অৰ্জ্জুনে ৰথৰ পৰা নামি পদব্ৰজে শ্ৰীকৃষ্ণৰ ওচৰ পাইছেহি। অৰ্জ্জুনে প্ৰাণপনে শ্ৰীকষ্ণৰ চৰণ দুখনত ধৰি কৈছে - হে কেশৱ! ক্ৰোধ পৰিত্যাগ কৰা। তুমিয়েই আমাৰ একমাত্ৰ গতি; মই পুত্ৰ আৰু ভ্ৰাতৃসকলৰ নামত শপথ লৈছোঁ- মই মোৰ প্ৰতিজ্ঞা ৰক্ষা কৰিম। তোমাৰ নিৰ্দ্দেশ অনুসাৰে কুৰুকুল সমূলে উন্মূলন কৰিম।

অৰ্জ্জুনৰ প্ৰতিজ্ঞা শুনি শ্ৰীকৃষ্ণ পৰম সন্তুষ্ট হৈ পুনৰায় ঘূৰি আহি ৰথত উঠি অশ্বৰজ্জু ধাৰণ কৰিলে। এইবাৰ অৰ্জ্জুনৰ যুদ্ধৰ উদ্যম বাঢ়িল আৰু কৌৰৱ পক্ষৰ বহুসৈন্য হত আৰু আহত কৰিলে।

সন্ধ্যা সময়ত সিদিনা যুদ্ধৰ বিশ্ৰম ঘটিল।

# ষষ্ঠ দিনৰ যুদ্ধ

তাৰপাছত আৰু দুদিন উভয়পক্ষৰ মাজত তুমুল যুদ্ধ হৈ গৈছে। উভয় পক্ষৰে বহুসৈন্য আৰু বীৰ পুৰুষ হত আৰু আহত হৈছে। ষষ্ঠ দিনৰ যুদ্ধৰ শেষত দুৰ্য্যোধন ৰক্তাক্ত কলেবৰে ভীষ্মৰ ওচৰত উপস্থিত হৈ বিষণ্ণ মনেৰে ক'লে - পিতামহ! পাণ্ডৱ পক্ষৰ ৰথী বিলাকে আজি আমাৰ বিপুল সৈন্য নিহত কৰি আৰু কিছুমান নিগৃহীত নিপীড়িত কৰি জয় কীৰ্ত্তি লাভ কৰিছে। ভীমসেনেও আমাৰ ব্যূহৰ ভিতৰত প্ৰবেশ কৰি মোক যথেষ্ট নিগৃহীত কৰিছে। আপুনি ইয়াৰ প্ৰতিবিধান কৰক।

দুৰ্য্যোধনৰ কথাৰ পৰা ভীষ্মই বুজি পালে যে দুৰ্য্যোধন পূৰ্ব্বৰ বৈৰভাব স্মৰণ কৰি আৰু নিগৃহীত হোৱা দঃখ পাই খং ৰোষত উদ্দীপ্ত হৈছে। পিতামহ ভীষ্মই হাঁহি মুখে সান্ত্বনা দিবৰ বাবে ক'লে - দুৰ্য্যোধন। মই পৰম যত্ন কৰি সেনাৰ মাজত প্ৰৱেশ কৰি তোমাৰ জয় আৰু সুখ আনিবৰ বাবে চেষ্টা কৰোঁ আৰু তোমাৰ কাৰ্য্যসিদ্ধিৰ বাবে অধ্যৱসায় কৰাৰ ত্ৰুটী নকৰোঁ; কিন্তু যিবিলাক মহবল মহাৰথ বীৰ পুৰুষে পাণ্ডৱ বিলাকক সহায় কৰিছে, সেইবিলাক বীৰ পুৰুষৰ তুমি পূৰ্বে শত্ৰুতা কৰিছা। সিহঁতে এতিয়া সুযোগ পাই প্ৰতিশোধ লবৰ চেষ্টা কৰিছে। সিহঁত সমধিক বীৰ্য্যসম্পন্ন - সিহঁতক পৰাজয় কৰিবলৈ কোনো বীৰেই সহসা সমৰ্থ নহব। অতএৱ মই প্ৰাণলৈ ভয় নকৰি সিহঁতৰ লগত সৰ্বপ্ৰকাৰে যুদ্ধ কৰিবলৈ প্ৰবৃত্ত হ'ম। প্ৰাণপণে মই তোমাৰ প্ৰিয় কাৰ্য্য কৰিবলৈ যত্নৱান্ হৈ পাণ্ডৱবিলাকৰ লগত যুদ্ধ কৰিম। হয় পাণ্ডৱ বিলাকক জয় কৰিম, নহয় পাণ্ডৱ বিলাকে মোক জয় কৰিব।

দুৰ্য্যোধনে ভীষ্মৰ কথাত সন্তুষ্ট হৈ নিজৰ শিবিৰলৈ গমন কৰিলে।

# পাণ্ডৱবধৰ কাৰণে কৰ্ণ শকুনিৰ মন্ত্ৰণা

সপ্তম আৰু অষ্টম দিনৰ যুদ্ধত কৌৰৱৰ পৰাজয় সূচনা কৰিছে। ভীষ্মই প্ৰাণপণে যুদ্ধ কৰিও সৈন্যক্ষয় নিবাৰণ কৰিব পৰা নাই। উভয় পক্ষৰ সৈন্য হত আৰু আহত হৈছে যদিও কৌৰৱ পক্ষৰ মনত ভয়ৰ সঞ্চাৰ হৈছে। অষ্টম দিনৰ যুদ্ধ আৰু বেছি সঙ্কুল হৈ উঠিছিল। কৰ্ণই নিজ প্ৰতিজ্ঞা অনুসাৰে ভীষ্মৰ সেনাপতিত্বত যুদ্ধ কৰা নাই; আনকি তেওঁৰ নিজৰ সৈন্য সামন্ত আত্মীয় বিলাককো অস্ত্ৰ ধৰিবলৈ নিষেধ কৰিছে। অষ্টম দিনৰ যুদ্ধৰ শেষত ৰাতি

শিবিৰত মহাৰাজ দুৰ্য্যোধন, শকুনি, দুঃশাসন আৰু কৰ্ণই মন্ত্ৰণা কৰিব ধৰিছে। দুৰ্য্যোধনে কৰ্ণ আৰু শকুনিক সম্বোধন কৰি কৈছে— হে বীৰসকল! ভীষ্ম, দ্ৰোণ, কৃপ, শল্য, ভুৰিশ্ৰৱা আদি বীৰসকলে পাণ্ডৱসকলক নিহত কৰিব পৰা নাই, ইয়াৰ কাৰণ কি বুজিব পৰা নাই। পাণ্ডৱ বিলাক জীৱিত থাকি অনায়াসে আমাৰ সৈন্যবিলাক সংহাৰ কৰিব ধৰিছে। মই বলহীন, শস্ত্ৰবিহীন আৰু পৰাজিত হৈ যাব ধৰিছোঁ। পাণ্ডৱবিলাকক বোধ হয় দেৱতাসকলেও বধ কৰিব নোৱাৰে। আমি সিহঁতক কেনেকৈ পৰাজয় কৰিম- মোৰ এই মহাশংশয় উপস্থিত হৈছে।

কৰ্ণই ক'লে - হে মহাৰাজ! ভীষ্মই পাণ্ডৱ বিলাকক স্নেহ কৰে, তেওঁ পাণ্ডৱ বিলাকক পৰাজয় কৰিব নোৱাৰে। অতএৱ আপুনি শীঘ্ৰে ভীষ্মক অস্ত্ৰ শস্ত্ৰ ত্যাগ কৰিবৰ বাবে সন্মত কৰাওক। তেওঁ যুদ্ধ ত্যাগ কৰিলেই আপোনালোকে দেখিব যে মই পাণ্ডৱবিলাকক সংহাৰ কৰিম।

তেতিয়া দুৰ্য্যোধনে ভীষ্মৰ শিবিৰলৈ গৈ ক'লে- হে পিতামহ! আপুনি কৃপাকৰি পাণ্ডৱবিলকক নিহত কৰক অথবা যদি মোৰ প্ৰতি দ্বেষবশতঃ বা তেওঁলোকৰ প্ৰতি দয়াবশতঃ অথবা মোৰ মন্দভাগ্যৰ কাৰণে আপুনি পাণ্ডৱসকলক নিধন কৰিবলৈ পৰাঙ্মুখ হয়, তেন্তে আপুনি দুৰ্দ্ধৰ্ষ কৰ্ণক আদেশ কৰক, কৰ্ণই পাণ্ডৱ বিলাকক যুদ্ধত পৰাজিত কৰিব।

মহামতি ভীষ্মই দুৰ্য্যোধনৰ কথাত বিষম আঘাত পালে আৰু মন্ত্ৰবলেৰে স্তম্ভিত হোৱা সাপৰ দৰে স্তম্ভিত হৈ নিৰ্ব্বাক হৈ গ'ল। বহুখিনি সময় চকু মুজি থাকি ৰোষাবিষ্ট মনেৰে চিন্তা কৰি থাকি পাছত চকু মেলি দুৰ্য্যোধনৰ ফালে চাই ক'লে— দুৰ্য্যোধন! মই মোৰ প্ৰাণৰ মায়া নেৰাখি যথাশক্তি তোমাৰ পক্ষে যুদ্ধ কৰি তোমাৰ সন্তোষ বিধানৰ চেষ্টা কৰি আছোঁ; তথাপি তুমি এনে নিষ্ঠুৰ বাক্য মোৰ প্ৰতি প্ৰয়োগ কৰিবলৈ কুণ্ঠাবোধ কৰা নাই। পাণ্ডৱসকল অতীব বলশালী। তেওঁলোকে শত্ৰুবিলাকক পৰাস্ত কৰি খাণ্ডৱবন দাহ কৰিছে, তোমাক যেতিয়া গন্ধৰ্ব্ব সকলে বলেৰে ধৰি লৈ গৈছিল, তেতিয়া সুতপুত্ৰ কৰ্ণ আৰু তোমাৰ সহোদৰ ভাইবিলাকে পলায়ন কৰিছিল; তেতিয়া অকল ভীমসেনে গন্ধৰ্ব্ব সকলৰ হাতৰ পৰা তোমাক মুক্ত কৰি আনিলে, বিৰাটনগৰত গোধন অপহৰণৰ সময়ত মহাবীৰ অৰ্জ্জুনে অকলে আমাৰ লগত যুদ্ধ কৰি বিৰাট ৰজাৰ গোধন উদ্ধাৰ কৰিলে আৰু মোৰ আৰু আচাৰ্য্য দ্ৰোণৰ উত্তৰীয় বস্ত্ৰ সংগ্ৰহ কৰি লৈ গ'ল আৰু সেই সময়ত অৰ্জ্জুনে তোমাৰ পুৰুষাভিমানী কৰ্ণক জয় কৰি কৰ্ণৰ বস্ত্ৰ সংগ্ৰহ কৰি নি উত্তৰাক প্ৰদান কৰিলে, দেৱৰাজ ইন্দ্ৰয়ো যি নিবাত কবচ দুৰ্জ্জয় দৈত্যবিলাকক জয় কৰিব নোৱাৰিছিল, সেই দৈত্যবিলাকক অৰ্জ্জুনে পৰাস্ত কৰিছিল - এইবিলাক ঘটনাই প্ৰমাণ কৰে পাণ্ডৱসকল কিমান শক্তিশালী। তদুপৰি যি বাসুদেৱক নাৰদাদি দেৱৰ্ষি সকলেও অনন্তশক্তি স্বয়ং মূৰ্ত্তিমান

ভগৱান্ বুলি পূজা কৰে, সেই বাসুদেৱ তেওঁলোকৰ সহায়। ইয়াৰ পৰাই তুমি বুজি পোৱা নাইনে তেওঁলোক কিমান শক্তিশালী ধনুৰ্দ্ধৰ?

আৰু চোৱা, তুমি নিজেই পাণ্ডৱবিলাকৰ শত্ৰুতা সমুৎপাদন কৰিছা, এতিয়া তুমি তেওঁলোকৰ লগত যুদ্ধ কৰি পৌৰুষ প্ৰদৰ্শন কৰা— আমি চাওঁ। মই দেখিছোঁ কি কথা কোৱা উচিত আৰু কি কথা কোৱা অনুচিত সেই জ্ঞানো তোমাৰ নাই। এতিয়া তুমি যোৱা। মই কাইলৈ মহাযুদ্ধত অৱতীৰ্ণ হ'ম, শিখণ্ডীত বাজে মই পাণ্ডৱপক্ষৰ আন আন বীৰ বিলাকক বিনাশ কৰিম। শিখণ্ডীয়ে পূৰ্বে স্ত্ৰী হৈ জন্মগ্ৰহণ কৰিছিল। তাৰ পাছত বৰৰ প্ৰভাৱত পুৰুষ হৈছে। যিহেতু শিখণ্ডীক বিধাতাই স্ত্ৰী হিচাবে সৃষ্টি কৰিছিল, তেওঁক স্ত্ৰী বুলিহে গণ্য কৰা উচিত।

# নৱম দিনৰ যুদ্ধ

ভীষ্মৰ কথাত দুৰ্য্যোধন পৰম উৎসাহিত হৈ ভীষ্মক যুদ্ধৰ সময়ত অৱৰক্ষণ কৰি থাকিবলৈ নিজ পক্ষৰ বীৰ আৰু সৈন্যসকলক উৎসাহ আৰু আদেশ দান কৰিলে। সেই দিনাৰ যুদ্ধ অতি ভীষণ হৈ উঠিল। ভীষ্ম অতিশয় দুৰ্দ্ধৰ্ষ হৈ উঠিছিল; কিন্তু অৰ্জ্জুনে ভীষ্মৰ লগত নিজৰ পূৰ্ণ শক্তি প্ৰয়োগ কৰি যুদ্ধ কৰা নাছিল। মৃদু যুদ্ধহে কৰিছিল। ভীষ্মৰ আগত পাণ্ডৱ পক্ষ তিষ্ঠি থকা অসম্ভৱ যেন হৈ উঠিছিল। ভীষ্মই পাণ্ডৱ পক্ষৰ প্ৰধান প্ৰধান বীৰ বিলাকক এনেদৰে সংহাৰ কৰিব ধৰিলে আৰু এনে ভীষণ যুদ্ধ আৰম্ভ কৰিলে যেন প্ৰলয়কাল হে উপস্থিত হৈছে। পাণ্ডৱসকলে ভয়বিহ্বল হৈ ভীষ্মৰফালে চাই থাকিছিল।

অৰ্জ্জুনৰ যুদ্ধৰ মৃদুভাৱ সন্দৰ্শন কৰি, অৰ্জ্জুন সাৰথি শ্ৰীকৃষ্ণ অৰ্জ্জুনক ৰথৰ ওপৰতে এৰি থৈ ৰথৰ পৰা নামি নিজে ভীষ্মৰ লগত যুদ্ধ কৰিবলৈ আগবাঢ়ি গ'ল। ভীষ্মই শ্ৰীকৃষ্ণক অহা দেখি শ্ৰীকৃষ্ণৰ লগত যুদ্ধ কৰিলে শ্ৰীকৃষ্ণৰ সম্ভ্ৰম হানি হব পাৰে বুলি চিন্তা কৰি নিজৰ ধনু বিকৰ্ষণ কৰি(১) স্তুতি কৰিব ধৰিলে—

আহা! হে পুণ্ডৰীকাক্ষ! তোমাক নমস্কাৰ। তোমাৰ হাতত মোৰ মৰণ হ'লে মোৰ মুক্তিলাভ হব। মই তোমাৰ দাস। মোক তুমি প্ৰহাৰ কৰা।

ভীষ্মৰ লগত যুদ্ধ কৰি ভীষ্মৰ গাত তীক্ষ্ণ অস্ত্ৰ নিক্ষেপ কৰিবলৈ অৰ্জ্জুনৰ

---

তমাপতন্তং সম্প্ৰেক্ষ্য পুণ্ডৰীকাক্ষমাহৱে।
অসম্ভ্ৰমং ৰণে ভীষ্মো বিচকৰ্ষ মহদ্ধনুঃ।।৬৩।। ভীষ্ম - ১০[illegible] অধ্যায়

হৃদয় দৌৰ্ব্বল্য উপস্থিত হৈছিল। সেয়েহে অৰ্জ্জুনে মৃদুযুদ্ধ কৰিছিল আৰু শ্ৰীকৃষ্ণই অৰ্জ্জুনক যুদ্ধত প্ৰেৰণা যোগাবলৈ বাহ্যতঃ নিজৰ পূৰ্ব প্ৰতিজ্ঞা ৰক্ষা নকৰি অস্ত্ৰধাৰণ কৰি ভীষ্মক নিহত কৰিবলৈ গৈছিল। শ্ৰীকৃষ্ণক ৰথৰ পৰা নামি ভীষ্মৰ ফালে খঙেৰে যোৱা দেখিবলৈ পাই অৰ্জ্জুনেও ৰথৰ পৰা নামি শ্ৰীকৃষ্ণৰ পাছে পাছে লৰি গৈ শ্ৰীকৃষ্ণৰ হাত দুখনত ধৰি কবলৈ ধৰিলে - হে মহাবাহো। নিবৃত্ত হোৱা। তুমি পূৰ্বে এই যুদ্ধত অস্ত্ৰ নধৰোঁ বুলি কৈছিলা। এতিয়া তুমি সেই প্ৰতিজ্ঞা লঙ্ঘন নকৰিবা। সেইটো কৰিলে লোকে তোমাক মিছলীয়া বুলি কব। মোৰ ওপৰতে সকলো ভাৰ আছে। ময়ে পিতামহক বিনাশ কৰিম। মই আজিয়েই দুৰ্জ্জয় মহাৰথ ভীষ্মক নিহত কৰিম। শ্ৰীকৃষ্ণ সেই কথাত ফিৰি আহিল; কিন্তু সিদিনাও অৰ্জ্জুনে ভীষ্মক বধ কৰিব নোৱাৰিলে বা নকৰিলে।

# ভীষ্ম বধৰ মন্ত্ৰণা

নৱম দিনৰ যুদ্ধত ভীষ্মই বহু পাণ্ডৱ সৈন্য বিমৰ্দ্দিত কৰিলে। ইতিমধ্যে সূৰ্য্য অস্ত গ'ল - যুদ্ধ সেইদিনৰ বাবে বন্ধ হ'ল। পাণ্ডৱসৈন্যৰ বিপৰ্যায় দেখি যুধিষ্ঠিৰ বৰ বিষণ্ণ হ'ল।

ৰাতি পাণ্ডৱসকলৰ ভিতৰত থকা মহা মহা বীৰ সকলৰ মাজত মন্ত্ৰণা সভা বহিল। তাত প্ৰত্যেকে নিজ নিজ মত প্ৰকাশ কৰিছে। শ্ৰীকৃষ্ণই একো মত দাঙি ধৰা নাই। বহুক্ষণৰ পাছত যুধিষ্ঠিৰে শ্ৰীকৃষ্ণৰ ফালে চাই ক'লে--- বাসুদেৱ! হাতীয়ে যেনেকৈ নল বন বিমৰ্দ্দিত কৰে, পিতামহ ভীষ্মই সেইদৰে আমাৰ সৈন্য বিমৰ্দ্দিত কৰিব ধৰিছে। তেওঁ যেতিয়া যুদ্ধত অৱতীৰ্ণ হয়, তেতিয়া তেওঁৰ ফালে দৃষ্টি কৰিবলৈকো আমাৰ সামৰ্থ্য নাথাকে। তেওঁৰ যেতিয়া ক্ৰোধ উপস্থিত হয়, তেতিয়া বিষপূৰ্ণ তক্ষক নাগৰ দৰে তেওঁ ভীষণ হৈ উঠে। যদি স্বয়ং যমৰাজ ধনু হাতত লৈ যুদ্ধ কৰিবলৈ আহে, নাইবা স্বয়ং দেৱৰাজ ইন্দ্ৰ বজ্ৰ হাতত লৈ, নাইবা বৰুণ দেৱতা পাশ হাতত লৈ আহে কিংবা কুবেৰ যদি গদা হাতত লৈ আহে তেওঁলোককো আমি যুদ্ধত পৰাজয় কৰিব পাৰোঁ; কিন্তু ভীষ্ম যুদ্ধত ক্ৰুদ্ধ হ'লে তেওঁক জয় কৰিবলৈ আমি সমৰ্থ নহয়। ভীষ্মৰ এই প্ৰকাৰ ভীষণ যুদ্ধ প্ৰত্যক্ষ কৰি আৰু সেই যুদ্ধ কেনেকৈ প্ৰতিৰোধ কৰিব পৰা যায় সেই বুদ্ধি আমাৰ নোহোৱাত আমি শোক সাগৰত নিমগ্ন হৈছোঁ। ভীষ্মই প্ৰতিদিনে আমাৰ সৈন্য নিহত কৰিব ধৰিছে; গতিকে মোৰ আৰু যুদ্ধ চলাই থাকিবৰ ইচ্ছা নাই। মোৰ পক্ষে বনবাসী হোৱাই শ্ৰেয়। হে কৃষ্ণ! তুমি আৰু মোৰ ভ্ৰাতৃসকলে যদি

মোক অনুগ্ৰহৰ যোগ্য ব্যক্তি বুলি ভাবা, তেন্তে স্বধৰ্মৰ উপযোগী উপদেশ দিয়া - মই কি কৰা উচিত।

শ্ৰীকৃষ্ণই ৰজা যুধিষ্ঠিৰৰ এইৰূপ করুণ কথা শুনি সান্ত্বনা বাক্যেৰে ক'লে— হে ধৰ্মৰাজ। বায়ুৰ সমান দুৰ্জ্জয় বলশালী ভীম, অগ্নিৰ সমান তেজস্বী অৰ্জ্জুন আৰু ইন্দ্ৰৰ সমান পৰাক্ৰান্ত নকুল আৰু সহদেৱৰ নিচিনা চাৰিজন ভাই থাকোঁতে ইমান বিষাদ নকৰিব। অৰ্জ্জুনে যদি ভীষ্মক বধ কৰিবলৈ ইচ্ছা নকৰে, মোকেই সেই কাৰ্য্যত নিযুক্ত কৰক আৰু আপোনালোকে চাই লওক, মই ভীষ্মক বধ কৰিব পাৰোঁ নে নোৱাৰোঁ? যদি আপুনি ভাবে যে ভীষ্ম নিহত হ'লেই জয়লাভ হব, তেন্তে আপুনি আদেশ কৰিলে মই একৰথে মহাঅস্ত্ৰ নিক্ষেপ কৰি ভীষ্মক নিহত কৰিম। আপুনি জানিব যে আপোনালোকৰ শত্ৰুয়েই মোৰ শত্ৰু, আপোনালোকৰ প্ৰয়োজনেই মোৰ প্ৰয়োজন। আপোনাৰ ভাই অৰ্জ্জুন মোৰ সখি, সম্বন্ধী আৰু শিষ্য। আমি প্ৰতিজ্ঞাবদ্ধ যে উভয়ে উভয়ৰ কাৰণে প্ৰাণ পৰ্য্যন্ত দান কৰিবলৈ সাজু। পূৰ্ব্বে উপপ্লব্য নগৰত থাকোঁতে এই প্ৰতিজ্ঞা অৰ্জ্জুনে কৰিছিল যে মই ভীষ্মক নিহত কৰিম। এতিয়া তেওঁ সেই প্ৰতিজ্ঞা দূৰলৈ নিক্ষেপ কৰক; ময়েই পাৰ্থৰ প্ৰতিজ্ঞা অনুযায়ী সেই কাৰ্য্য সম্পন্ন কৰিম। নহলে অৰ্জ্জুনেই এই কাৰ্য্য সম্পন্ন কৰক। তেওঁ ইচ্ছা কৰিলে অসাধ্য কাৰ্য্যও সাধন কৰিব পাৰে। ভীষ্মৰ কথা দূৰতে থাকক অৰ্জ্জুনে ইচ্ছা কৰিলে দেৱতা, দৈত্য আৰু দানৱবিলাককো যুদ্ধত নিহত কৰিব পাৰে। মহাবীৰ ভীষ্ম সম্প্ৰতি বুদ্ধিভ্ৰংশ হৈছে, তেওঁৰ সত্ত্বগুণৰ হ্ৰাস ঘটিছে; সেইবাবে তেওঁ অল্প চেতন হৈ কৰ্ত্তব্যবিমূঢ় হৈছে।(১)

যুধিষ্ঠিৰে তেতিয়া উত্তৰ দিছিল - হে মহাবাহো! তুমি ঠিক কথাকেই কৈছা। কৌৰৱ সকলে একত্ৰিত হৈ তোমাৰ লগত যুদ্ধ কৰিলেও তোমাৰ বেগ সহিব নোৱাৰিব; কিন্তু তুমি যুদ্ধত নিৰ্লিপ্ত হৈ থাকিয়েই আমাক সহায় কৰি থাকা। তুমি ৰক্ষা কৰিলে মহাৰথ ভীষ্মৰ কথা দূৰতে থাকক, ইন্দ্ৰদি দেৱতা সকলকো আমি পৰাজয় কৰিব পাৰিম; কিন্তু আমাৰ নিজৰ গৌৰৱ বৃদ্ধিৰ কাৰণে তোমাক মিথ্যাবাদী কৰিবলৈ আমাৰ মনত উৎসাহ নোপজে। পিতামহ ভীষ্মই মোৰ পক্ষে হৈ যুদ্ধ নকৰে কিন্তু মোৰ হিতৰ কাৰণে মন্ত্ৰণা দিব বুলি প্ৰতিজ্ঞা কৰিছিল। তেওঁৰ মন্ত্ৰণা বুদ্ধিতে আমাৰ জয় হব। অতএৱ আহা! আমি সকলোৱে একত্ৰে গৈ তেওঁকেই তেওঁক বধৰ উপায় কি সোধোঁগৈ। এইবুলি কৈ যুধিষ্ঠিৰে অনুশোচনা কৰিব ধৰিলে যে ক্ষত্ৰিয়ৰ জীৱনত ধিক্! বাল্যকালত যাৰ হাতত

---

(১) বিপৰীতো মহাবীৰ্য্যো গতোহল্পচেতনঃ।
ভীষ্মঃ শান্তনবো নূনং কৰ্ত্তব্যং নাববুধ্যতে।।৪০।। ভীষ্ম - ১০৭ অধ্যায়

আমি পৰিবৰ্দ্ধিত হৈছোঁ, এতিয়া সেই পিতামহকে বধ কৰিবলৈ আমি অভিলাষ কৰিছোঁ।

শ্ৰীকৃষ্ণই এই প্ৰস্তাৱত সম্মতি দিলে আৰু ক'লে যে ভীষ্মক হিতোপদেশ সুধিলে তেওঁ নিশ্চয় হিত কথাকে ক'ব। তেওঁৰ মন্ত্ৰণা অনুসাৰে আমি শত্ৰুৰ লগত যুদ্ধ কৰিম।

এইটোকে স্থিৰ কৰি পঞ্চপাণ্ডৱ আৰু শ্ৰীকৃষ্ণ ভীষ্মৰ ওচৰলৈ গ'ল। পিতামহ ভীষ্মই সাদৰে তেওঁলোকৰ প্ৰণাম গ্ৰহণ কৰিলে আৰু সুধিলে - তোমালোকৰ মঙ্গলৰ বাবে মই কি কাৰ্য্য কৰিব লাগিব. তোমালোক কিয় আহিছা - সেই কথা কোৱা।

তেতিয়া যুধিষ্ঠিৰে কৈছে - পিতামহ! আমি আপোনাৰ পৰা এই মন্ত্ৰণা লবলৈ আহিছোঁ যে আমাৰ জয় কেনেকৈ হব পাৰে, কেনেকৈ আমি ৰাজ্য লাভ কৰিব পাৰোঁ আৰু কেনেকৈ প্ৰজাবিলাকে ৰক্ষা পায়। আপেনাক বধ কৰিবৰ উপায় কি? আমি কেনো প্ৰকাৰে আপোনাৰ লগত যুদ্ধ কৰিবলৈ সমৰ্থ নহওঁ। যুদ্ধৰ সময়ত আমি আপোনাক দেখিবলৈ পাওঁ যে আপুনি বৃত্তাকাৰে আপোনাৰ ধনু হাতত লৈ আছে। আপুনি কেতিয়া শৰ হাতত লয়, কেতিয়া শৰ সন্ধান কৰে আৰু কেতিয়া ধনু আকৰ্ষণ কৰে, একোকে দেখিবলৈ পোৱা নাযায়। আপুনি যেতিয়া ৰথত উঠি যুদ্ধ কৰিবলৈ ধৰে, আপুনি যেন দ্বিতীয় সূৰ্য্য হৈ ৰথ, হাতী, ঘোৰা আৰু মনুষ্যৰ সংহাৰ কৰ্ত্তা হিচাবে আবিৰ্ভূত হৈছে এনে বোধ হয়। কোন পুৰুষে আপোনাক জয় কৰিব পাৰে? আপুনি শৰজাল বৰ্ষণ কৰি আমাৰ বিপুল সৈন্য সংহাৰ কৰিব ধৰিছে। অতএৱ যাতে আপোনাক জয় কৰিব পাৰোঁ, যাতে আমি ৰাজ্য লাভ কৰিব পাৰোঁ আৰু আমাৰ সৈন্যসমূহৰ কল্যাণ লাভ হয়, সেই উপদেশ দিয়ক।

যুধিষ্ঠিৰৰ এইৰূপ কাতৰ প্ৰাৰ্থনা শুনি ভীষ্মই কবলৈ ধৰিলে - হে যুধিষ্ঠিৰ তোমালেকে মোক আঘাত কৰিবলৈ ধৰা। তোমালোকে যে মোৰ বীৰত্বৰ পৰিচয় পাইছা, সেয়ে সুকৃতি বুলি বিবেচনা হৈছে। তোমালোকে যদি জয়ৰ আশা কৰা মোৰ প্ৰতি আঘাত হানিব লাগিব। মোৰ নিধন হ'লেই কৌৰৱপক্ষ নিহত হব - এইটো বুজি লোৱা। মোক বধ কৰিবৰ উপায় মই কওঁ শুনা—

মোৰ হাতত যদি ধনু আৰু শৰ থাকে ইন্দ্ৰ প্ৰভৃতি দেৱতা আৰু অসুৰবিলাকেও মোক পৰাস্ত কৰিব নোৱাৰে। মই অস্ত্ৰ ত্যাগ কৰিলে যি কোনো বীৰে মোক বধ কৰিব পাৰিব। মই কেতিয়া অস্ত্ৰ ত্যাগ কৰোঁ শুনা—

যি ব্যক্তিৰ অস্ত্ৰ, কৱচ বা ৰথৰ ধ্বজা নাই, যি ব্যক্তি ভূপতিত, যি ব্যক্তি পলায়মান, যি ব্যক্তি ভীত, যি ব্যক্তি স্ত্ৰীজাতি, যি স্ত্ৰীনামা, যি ব্যক্তি বিকলাঙ্গ, যি ব্যক্তি পিতৃৰ একমাত্ৰ পুত্ৰ, যি ব্যক্তি শৰণাপন্ন হয়, সেই বিলাক ব্যক্তিৰ

লগত মই যুদ্ধ নকৰোঁ। তোমালোকৰ সৈন্য বিলাকৰ ভিতৰত শিখণ্ডী নামে যিজন দ্ৰুপদ পুত্ৰ মহাৰথ আছে, তেওঁ স্ত্ৰীৰূপৰ পৰা পুৰুষ হৈছে সেইটো তোমালোকে জানা। ধনঞ্জয় তেওঁক আগত লৈ কৱচ ধাৰণ কৰি মোৰ প্ৰতি তীক্ষ্ণ তীক্ষ্ণ শৰ নিক্ষেপ কৰক। শিখণ্ডীৰ ধ্বজ অমঙ্গলযুক্ত। মোৰ পূৰ্বৰ প্ৰতিজ্ঞা আছে যে অমঙ্গল লক্ষণ থকা ধ্বজ দেখিলে মই যুদ্ধ নকৰোঁ। সেই মসয়ত মই অস্ত্ৰ ত্যাগ কৰিম আৰু ধনঞ্জয়ে সেই অৱসৰতে তীক্ষ্ণ অস্ত্ৰেৰে মোক প্ৰহাৰ কৰিব। নহলে মই যুদ্ধত ব্যস্ত থাকিলে কৃষ্ণ আৰু ধনঞ্জয়ৰ ব্যতিৰেকে আন কোনেও বধ কৰিব নোৱাৰিব।

এইদৰে মোক নিহত কৰিব পাৰিলে তোমালোকৰ জয় হব। শ্ৰীকৃষ্ণৰ লগত পাণ্ডৱসকল নিজৰ শিবিৰলৈ ঘূৰি আহিল। পাছদিনা পুনঃ যুদ্ধ হব - ভীষ্মবধৰ দায়িত্ব অৰ্জ্জুনৰ গাত পৰিছে। সেইটো স্বয়ং পিতামহ ভীষ্মৰ নিৰ্দ্দেশ।

# ভীষ্মবধত অৰ্জ্জুনৰ অনভিপ্ৰায়

যুধিষ্ঠিৰ আৰু কৃষ্ণৰ মাজত ভীষ্মবধ কেনেকৈ সংঘটিত কৰিব পাৰি সেই আলোচনাত কৃষ্ণই কি ধৰণে নিজে ভীষ্মক বধ কৰিবৰ অনুমতি বিচাৰিছে সেইটো সূক্ষ্মভাৱে অনুধাৱন কৰিলে এইটো স্পষ্ট হৈ উঠে যে কৃষ্ণই অৰ্জ্জুনক ভীষ্ম বধৰ বাবে প্ৰৰোচিতহে কৰিছে। তাৰ কাৰণ ভীষ্মক বধ কৰিব পৰা বীৰ পাণ্ডৱসকলৰ ভিতৰত অকল অৰ্জুন হে আছে। কৃষ্ণয়ো পাৰে কিন্তু কৃষ্ণ যুদ্ধ নিৰপেক্ষ হৈ গুৰিৰ পৰাই আছে। অৰ্জ্জুনে নিজৰ অভিপ্ৰায় ব্যক্ত নকৰি ভীষ্মৰ লগত যুদ্ধ কৰোঁতে ভীষ্মৰ গাত তীক্ষ্ণ অস্ত্ৰ নিক্ষেপ কৰাৰ পৰা বিৰত থাকিছিল। কৃষ্ণই সেইবাবে যুধিষ্ঠিৰক স্পষ্টকৈ কৈছে য়ে অৰ্জ্জুনে ভীষ্মক বধ কৰিব পাৰে কিন্তু তেওঁ বধ নকৰে আৰু ভীষ্মৰ লগত মৃদু যুদ্ধ হে কৰে।

অৰ্জ্জুনে এতিয়া পিতামহ ভীষ্মৰ মুখৰ পৰা ভীষ্মবধৰ উপায় শুনি বুজিব পাৰিলে যে ভীষ্ম প্ৰাণ পৰিত্যাগৰ বাবে সাজু হৈছে। অৰ্জ্জুনে বধ নকৰিলে বধ কৰোঁতা কোনো নাই। শ্ৰীকৃষ্ণক সেই অনুমতি যুধিষ্ঠিৰে নিদিয়ে। অৰ্জ্জুন পিতামহৰ কথা শুনি দুঃখত সন্তপ্ত আৰু লাজত ম্ৰিয়মান হৈ নিজৰ শিবিৰলৈ আহিল আৰু অকলে কৃষ্ণক এইদৰে কবলৈ ধৰিলে— হে মাধব। শিশুকালত উমলি থাকোঁতে ধূলিত বাগৰি লুতুৰি পুতুৰি হৈ যেতিয়া পিতামহ ভীষ্মকো ধূলিৰে ধূসৰিত কৰিছিলোঁ, তেওঁৰ কোলাত উঠি তেওঁক যেতিয়া 'পিতা' বুলি সম্বোধন কৰিছিলোঁ, তেতিয়া তেওঁ কৈছিল- 'মই তোমাৰ পিতা নহয়, মই তোমাৰ

পিতামহ হে। তোমাৰ পিতা মহাত্মা পাণ্ডু। সেই বৃদ্ধ পিতামহৰ লগত মই কেনেকৈ যুদ্ধ কৰিম। কেনেকৈ মই তেওঁক বধ কৰিম? অতএৱ তেওঁ আমাৰ সৈন্য বিলাকক বধ কৰক আৰু মোৰ জয়েই হওক বা নিধনেই হওঁক, মই কেতিয়াও মহাত্মা ভীষ্মৰ লগত যুদ্ধ নকৰোঁ।

তেতিয়া শ্ৰীকৃষ্ণই অৰ্জ্জুনৰ নিজৰ প্ৰতিজ্ঞা ৰক্ষা আৰু স্বধৰ্ম ৰক্ষাৰ কথা অৰ্জ্জুনক সোঁৱৰাই দিলে। শ্ৰীকৃষ্ণই উত্তৰ দিলে - ধনঞ্জয়! তুমি ভীষ্মক বধ কৰিম বুলি প্ৰতিজ্ঞা কৰিছিলা; ক্ষত্ৰিয় হৈ এতিয়া তুমি কেনেকৈ তাৰ অন্যাথা কৰিবা? তোমাত বাজে এই যুদ্ধ দুৰ্ম্মদ ক্ষত্ৰিয় ভীষ্মক কোনেও বধ কৰিব নোৱাৰিব। ভীষ্মক বধ নকৰিলে তোমাৰ জয়লাভ নহব। মহাবুদ্ধি বৃহস্পতিয়ে দেৱৰাজ ইন্দ্ৰক কি কৈছিল শুনা - বৃহস্পতিয়ে ইন্দ্ৰক কৈছিল যে যিজন আততায়ী হয়, তেওঁ বৃদ্ধই হওক বা জ্যেষ্ঠই হওক বা গুণবান্ ব্যক্তিয়েই হওক, তেওঁক সমুখত দেখামাত্ৰকে বধ কৰিবা। হে ধনঞ্জয়! ক্ষত্ৰিয়বিলাকৰ এই সনাতন ধৰ্ম যে— শত্ৰুৰ লগত অসূয়াহীন হৈ যুদ্ধ কৰিবা, আশ্ৰিতক ৰক্ষা কৰিবা আৰু ৰাজসূয় অশ্বমেধাদি যজ্ঞ কৰিবা।(১)

ধনঞ্জয়ে তেতিয়া ক'লে— হে বাসুদেৱ! ভীষ্মই শিখণ্ডীক দেখিলেই যুদ্ধত পৰাঙ্মুখ হব; অতএৱ শিখণ্ডীক আগত লৈ যুদ্ধ কৰি ভীষ্মক নিপাতিত কৰিব পাৰিম। মোৰ মত এইযে মই ধনুশৰ লৈ অন্য অন্য বীৰসকলক নিবাৰণ কৰিম আৰু শিখণ্ডীয়ে অকল যোদ্ধৃপ্ৰধান ভীষ্মৰ লগত যুদ্ধ কৰিব। শিখণ্ডীয়ে যুদ্ধ কৰিলেও ভীষ্মই শিখণ্ডীক দেখি নিশ্চয় যুদ্ধ নকৰে, কাৰণ শিখণ্ডী আগেয়ে নাৰী আছিল, এতিয়া পুৰুষ হৈছে। এই যুক্তি স্থিৰ হ'ল কিন্তু পাছদিনাৰ যুদ্ধত অৰ্জ্জুনে নিজে ভীষ্মৰ গাত তীক্ষ্ণশৰ মাৰিব লগা হ'ল।

---

(১) জহি ভীষ্মং স্থিৰো ভূত্বা শৃণু চেদং বচো মম।
যথোবাচ পুৰা শক্ৰং মহাবুদ্ধিবৃহস্পতি।।১০০
জ্যায়াংসমপি চেদ্‌বৃদ্ধং গুণৈৰপি সমন্বিতম।
আততায়িনমায়ান্তং হন্যাদ্ ঘাতকমাত্মনঃ।। ১০১
শাশ্বতোহয়ং স্থিতো ধৰ্মঃ ক্ষত্ৰিয়ানাং ধনঞ্জয়।
যোদ্ধব্যাং ৰক্ষিতব্যাশ্চ যষ্টব্যাশ্চানসূয়িভিঃ।।১০২ ভীষ্ম—১০৭ অধ্যায়

# দশম দিনৰ যুদ্ধ — ভীষ্মৰ মৰণেচ্ছা

এই দিনৰ যুদ্ধই অতি ভীষণ ৰূপ ধাৰণ কৰিলে। পাণ্ডৱসকলে আজি ভীষ্মক নিধন কৰিব বুলি দৃঢ়সংকল্প হৈ যুদ্ধ ক্ষেত্ৰলৈ আহিছে। তেওঁলোকে শিখণ্ডীক আগকৰি দি কৌৰৱ সৈন্যক নিপীড়ন কৰিব ধৰিলে আৰু বহুসৈন্য সংহাৰ কৰিলে। কৌৰৱসৈন্যই পাণ্ডৱসৈন্যক প্ৰতিহত কৰিবলৈ অসমৰ্থ হৈ কেউফালে পলায়ন কৰিব ধৰিলে। সৈন্যবিলকৰ প্ৰতি পাণ্ডৱসকলৰ এই নিপীড়ন ভীষ্মৰ দৃষ্টিত পৰিল। ইতিমধ্যে কৌৰৱসৈন্য নিহত কৰি কৰি আহি পাণ্ডৱসকল মহাবীৰ মহাৰথ ভীষ্মৰ সন্মুখীন হ'ল। ভীষ্মই যেতিয়া দেখিলে যে বহু কৌৰৱ সৈন্য বিনষ্ট আৰু পলায়মান হৈছে, তেতিয়া তেওঁ বিভিন্ন প্ৰকাৰৰ শক্তিশালী অস্ত্ৰ নিক্ষেপ কৰি পাণ্ডৱপক্ষৰ পাঁচজন প্ৰধান মহাৰথক নিবাৰিত কৰিলে আৰু নানা অস্ত্ৰ বৰ্ষণ কৰি পাণ্ডৱ পক্ষৰ ৰথত থকা ৰথীবিলাকক, ঘোৰাত উঠি অহা অশ্বাৰোহী বিলকক, হাতীৰ ওপৰত থকা গজাৰোহী বিলাকক আৰু ভূমিত থকা পদাতি সৈন্যবিলাকক বিনাশ কৰিবলৈ ধৰিলে যেন আগ্নিয়েহে বন দগ্ধ কৰিব ধৰিছে। এইদৰে ভীষ্মই দশম দিনৰ যুদ্ধত তীক্ষ্ণ অস্ত্ৰবোৰেৰে শৰজাল বিস্তাৰ কৰি শিখণ্ডীৰ ৰথী সৈন্য বিলাককো ধ্বংস কৰিবলৈ ধৰিলে।

তাকে দেখি শিখণ্ডী ভীষ্মৰ লগত যুজিবলৈ আগবাঢ়ি আহিল আৰু ভীষ্মৰ বক্ষঃস্থলত তিনিপাত অতি তীক্ষ্ণ অস্ত্ৰ নিক্ষেপ কৰিলে। সেই অস্ত্ৰৰ আঘাত অনুভৱ কৰি ভীষ্মই শিখণ্ডীৰ ফালে দৃষ্টিপাত কৰিলে আৰু ক্ৰুদ্ধ হৈ যেন অনিচ্ছাৰে হাঁহি মাৰি শিখণ্ডীক ক'লে— হে শিখণ্ডি! তুমি মোৰ প্ৰতি শৰ নিক্ষেপ কৰা বা নকৰা মই তোমাৰ লগত কেতিয়াও যুদ্ধ নকৰোঁ। বিধাতাই তোমাক শিখণ্ডিনী ৰূপে সৃষ্টি কৰিছিল, তুমি সেই শিখণ্ডিনী হৈয়ে আছা।

শিখণ্ডীয়ে ভীষ্মক প্ৰথমে বাক্যবাণেৰে ব্যথিত কৰি পাছত ভীষ্মৰ গাত শৰ নিক্ষেপ কৰিব ধৰিলে। সেই সময়ত মহাৰথ ধনঞ্জয় আহি শিখণ্ডীক উত্তেজিত কৰি কবলৈ ধৰিলে- হে শিখণ্ডী! মই তোমাক সহায় কৰিম, তুমি ভীষণ পৰাক্ৰমেৰে ভীষ্মক আক্ৰমণ কৰা। আজি যদি তুমি ভীষ্মক সংহাৰ নকৰি প্ৰত্যাবৰ্ত্তন কৰা, তেন্তে তুমিতো লোক সমাজত উপহাসৰ পাত্ৰ হ'বাই, লগে লগে ময়ো হ'ম। মই কৌৰৱ পক্ষৰ অশ্বত্থামা, দ্ৰোণ, জয়দ্ৰথ আদি মহাৰথ বীৰ বিলাকক নিবাৰণ কৰি ৰক্ষা কৰিম, তুমি পিতামহক সংহাৰ কৰা।

তাৰ পাছত উভয় পক্ষৰ মাজত ঘোৰতৰ যুদ্ধ হ'ল। অৰ্জ্জুনৰ উত্তেজনা আৰু প্ৰৰোচনা ক্ৰমে শিখণ্ডীয়ে ভীষ্মৰ প্ৰতি অনবৰত বাণ নিক্ষেপ কৰিব ধৰিলে। ভীষ্মই সেইবিলাক বাণৰ প্ৰতি ভ্ৰূক্ষেপ নকৰি কেৱল পাণ্ডৱ সৈন্য বধ

কৰাত ব্যস্ত হৈ থাকিল। পৰম অস্ত্রবিৎ ভীষ্মই এই দশম দিনৰ যুদ্ধত পাণ্ডৱ পক্ষৰ অজ্ঞাত নাম-গোত্র শ'ই শ'ই মহাযোদ্ধাৰ প্ৰাণ সংহাৰ কৰিলে। এইদৰে ধৰ্মাত্মা ভীষ্মই তেওঁৰ সেনাপতিত্বৰ দহদিনৰ ভিতৰত বহু সৈন্য বধ কৰিলে। তাৰপাছত তেওঁৰ নিজৰ জীৱনৰ প্ৰতি নিৰ্ব্বেদ (উদাসীন ভাৱ) উপস্থিত হ'ল. তেওঁৰ মৰণৰ ইচ্ছা মনত উদয় হ'ল। সেয়েহে আৰু বেছি মানুহ বধ নকৰোঁ বুলি ভাবি তেওঁৰ ওচৰতে যুদ্ধ কৰি থকা যুধিষ্ঠিৰক সম্বোধন কৰি ক'লে— হে বৎস! মই ৰণত বহুপ্ৰাণী নিহত কৰি জীৱন ধাৰণত নিস্পৃহ হৈছোঁ। তুমি তোমাৰ পক্ষৰ বীৰ বিলাকক লগত লৈ অৰ্জ্জুনক আগ কৰি দি যুদ্ধ কৰি মোৰ প্ৰাণ সংহাৰত যত্নৱান হোৱা।

সেইদৰে পাণ্ডৱ সৈন্য আগবাঢ়ি আহিল, কিন্তু ভীষ্মক ৰক্ষা কৰি থকা কৌৰৱ সেনাৰ লগত ঘোৰতৰ যুদ্ধ আৰম্ভ হ'ল। ভীষ্মইও কৰ্ত্তব্যৰ অনুৰোধত আৰু দায়িত্বৰ প্ৰেৰণাত জীৱন ধাৰণত অনিচ্ছুক হৈও ঘোৰতৰ যুদ্ধ কৰিব ধৰিলে। মধ্যাহ্নকালৰ সূৰ্য্যৰ প্ৰতি যেনেকৈ দৃষ্টি কৰিব নোৱাৰি, সেইদৰে যুদ্ধৰত ভীষ্মৰ প্ৰতিও দৃষ্টি কৰিব নোৱাৰি। ভীষ্মৰ এইৰূপ ঘোৰতৰ যুদ্ধত পাণ্ডৱপক্ষৰ বহু সৈন্য নিহত হোৱা দেখি শ্ৰীকৃষ্ণই অৰ্জ্জুনক ক'লে - ধনঞ্জয়! চোৱা! ভীষ্ম উভয় সেনাৰ মাজতে আছে। তেওঁক বলপূৰ্বক নিধন কৰাৰ এয়ে উপযুক্ত সময়। শ্ৰীকৃষ্ণৰ কথাত অৰ্জ্জুন আগবাঢ়ি আহিল - লগে লগে শিখণ্ডীও ভীষ্মৰ প্ৰতি ধাৱমান হ'ল।

শিখণ্ডীয়ে ভীষ্মৰ প্ৰতি শৰ নিক্ষেপ কৰিব ধৰিলে কিন্তু ভীষ্মই শিখণ্ডীৰ প্ৰতি একপাত অস্ত্ৰও নিক্ষেপ নকৰি তাৰ স্ত্ৰীৰূপ স্মৰণ কৰি পুনঃ পুনঃ হাঁহিব ধৰিলে আৰু দ্ৰুপদ সৈন্যৰ সাতজন ৰথীৰ প্ৰতি শৰ নিক্ষেপ কৰিব ধৰিলে। ধনঞ্জয়েও শিখণ্ডীক আগত ৰাখি ভীষ্মৰ প্ৰতি শৰ নিক্ষেপ কৰিব ধৰিলে। অৱশেষত অৰ্জ্জুনে বাধ্য হৈ ভীষ্মৰ প্ৰতি তীক্ষ্ণ অস্ত্ৰ প্ৰয়োগ কৰিবলৈ ধৰিলে। এই সময়ত ভীষ্মই ওচৰতে দুঃশাসনক তেওঁক ৰক্ষাৰ বাবে থকা দেখি কবলৈ ধৰিলে - এই বিলাক বাণ ব্ৰহ্মদণ্ডৰ সমতুল্য আৰু বজ্ৰতুল্য দুঃসহ। এইবোৰ নিশ্চয় অৰ্জ্জুনৰ বাণ।

ভীষ্মৰ দেহ ধনঞ্জয়ৰ তীক্ষ্ণ অস্ত্ৰবোৰেৰে এনেদৰে বিদ্ধ হৈছিল যে দুই আঙুলি ঠায়ো তেওঁৰ গাত বাকী নাছিল। এইদৰে ক্ষত বিক্ষত কলেৱৰ হৈ ভীষ্ম সূৰ্য্যাস্ত হোৱাৰ কিছুক্ষণ পূৰ্বে পূবফালে শিতান কৰি ৰথৰ পৰা পৰি গ'ল।

উভয় পক্ষৰ যোদ্ধাবিলাকে ভীষ্মক ঘেৰি ধৰিলে। কৌৰৱ পক্ষৰ বিষাদ উপস্থিত হৈ যুদ্ধত জয়লাভৰ আশাৰ প্ৰধান স্তম্ভ আজি খহি পৰিছে। কৰ্ণ আৰু দুৰ্য্যোধনে মুহুৰ্মুহু নিশ্বাস পেলাব ধৰিছে। সকলোৱে লাজমান মৰ্য্যাদা এৰি হাহাকাৰ কৰিব ধৰিছে।

# ভীষ্মৰ শৰশয্যা

ভীষ্মৰ সমস্ত শৰীৰ শৰবিদ্ধ হোৱা বাবে তেওঁৰ 'দেহ ভূমিত পতন হোৱাত শৰবিলাকেই শয্যাৰ স্বৰূপ হৈছিল। তেওঁৰ দেহ ভূমিস্পৰ্শ কৰা নাছিল। ভীষ্মই শৰশয্যাত শয়ন কৰি থাকি উভয় পক্ষৰ মহাৰথ বীৰ আৰু পৌত্ৰসকলক তেওঁৰ ওচৰলৈ অহা দেখি স্বাগত সম্ভাষণ জানালে আৰু সন্তোষ প্ৰকাশ কৰিলে। শৰৰ ওপৰত দেহ থকাত তেওঁৰ মূৰটো ওলমি পৰিছিল। তেতিয়া তেওঁ ওচৰত থকা বীৰ ভূপতি সকলক ক'লে - মোৰ মূৰটো ওলমি পৰিছে, মোক উপাধান দিয়া। ৰজা সকলে তৎক্ষণাৎ সুকোমল উৎকৃষ্ট আৰু মসৃন উপাধানৰ (গাৰু) ব্যৱস্থা কৰিলে।

ভীষ্মই ক'লে- হে বীৰসকল! এই উপাধান বীৰ শয্যাৰ উপযুক্ত নহয়। তেতিয়া তেওঁ অৰ্জ্জুনৰ ফালে দৃষ্টি নিক্ষেপ কৰি ক'লে - হে ধনঞ্জয়! হে বোপা! মোৰ মূৰটো ওলমি পৰিছে, অতএৱ উপযুক্ত উপাধানৰ ব্যৱস্থা কৰা।

ধনঞ্জয়ে ভীষ্মৰ ওচৰলৈ গাণ্ডীৱ এৰি থৈ আহি সুধিলে - হে পিতামহ! মই আপোনাৰ ভৃত্য - কি কৰিব লাগে আদেশ কৰক।

ভীষ্মই ক'লে - চোৱা মোৰ মূৰটো ওলমি পৰিছে। তুমি ইয়াৰ বিধান কৰিবলৈ সমৰ্থ, তুমি ধনুৰ্দ্ধৰ বিলাকৰ ভিতৰত শ্ৰেষ্ঠ। ক্ষাত্ৰধৰ্মত অভিজ্ঞ আৰু বুদ্ধিমান্ - তুমি মোৰ উপযুক্ত উপাধানৰ ব্যৱস্থা কৰা।

ধনঞ্জয়ে 'সেয়ে হ'ব' বুলি কৈ মহাত্মা ভীষ্মক প্ৰণাম কৰি সুতীক্ষ্ণ তিনিপাত শৰ নিক্ষেপ কৰিলে আৰু সেয়ে মস্তকত লগ্ন হৈ উপাধান স্বৰূপ হ'ল। ভীষ্ম সন্তুষ্ট হৈ ধনঞ্জয়ক প্ৰশংসা কৰিলে আৰু ক'লে - তুমিয়েই শয্যাৰ অনুৰূপ উপাধান সংগ্ৰহ কৰিছা। ক্ষত্ৰিয়ৰ পক্ষে এইৰূপ শয্যাত শয়ন কৰাই ধৰ্মসম্মত!

ভীষ্মই অৰ্জ্জুনক সেইদৰে কৈ ওচৰতে থকা ৰজা আৰু ৰাজপুত বিলাকক ক'লে- হে ৰাজন্যবৰ্গ! চোৱা, অৰ্জ্জুনে মোৰ উপযুক্ত উপাধান সংগ্ৰহ কৰি দিছে। মই এই শয্যাতে উত্তৰায়ন সংক্ৰান্তি নহালৈকে শয়ন কৰি থাকিম।

তাৰ পাছত সকলোৱে ভীষ্মক প্ৰদক্ষিণ কৰি প্ৰণাম নিবেদন কৰাৰ পাছত ৰক্ষীৰ তত্বাৱধানত ভীষ্মক ৰাখি নিজৰ নিজৰ শিবিৰলৈ গমন কৰিলে আৰু ৰাতি পুৱালত পাণ্ডৱ, কৌৰৱ আৰু অন্যান্য ৰজাবিলাকে বীৰ শয্যাত শয়ন কৰি থকা ভীষ্মৰ ওচৰলৈ আহি সকলোৱে প্ৰণাম কৰিলে। অন্যান্য দৰ্শক বিলাকেও আহি ভীষ্মৰ ওপৰত আখৈ, চন্দন গুৰি আৰু ফুলৰ মালা বিকীৰণ কৰি দিলে। বহু নাৰী, বালক আৰু বৃদ্ধলোকো উপস্থিত হৈ ভীষ্মক সন্মান আৰু শ্ৰদ্ধা দেখুৱালেহি। ৰাজ্যৰ সকলে শ্ৰেণীৰ লোক যেনে নৰ্ত্তক, বাদক, গণিকা, বাৰাঙ্গনা

আৰু বিভিন্ন শিল্পী সকলো আহি তাত উপস্থিত হৈছিল। ৰজাবিলাকৰ মাজত ভীষ্ম শোভিত হৈ দৰ্শকবৃন্দক লৈ এক মহৎ ভাৰতী সভা সম্মিলিত হৈছিল আৰু সেই সভাই নাভামণ্ডলত থকা আদিত্য মণ্ডলৰ দৰে শোভা ধাৰণ কৰিছিল। দেৱতা সকলে যেনেকৈ দেৱৰাজ ইন্দ্ৰৰ ওচৰত বহে, সেইদৰে ৰাজন্যবৰ্গ ভীষ্মৰ ওচৰত বহিছিল। ভীষ্মই যদিও অস্ত্ৰবিদ্ধ হোৱাত শৰীৰত বেদনা অনুভৱ কৰিছিল, তথাপি তেওঁ অতি ধৈৰ্য্যসহকাৰে সহ্য কৰি আছিল। কিয়ৎক্ষণৰ পাছত তেওঁ ৰজা বিলাকক পানীয় প্ৰাৰ্থনা কৰিলে। ক্ষত্ৰিয়সকলে চাৰিউফালৰ পৰা নানাবিধ খাদ্য সামগ্ৰী আৰু শীতল পানীৰে ভৰপুৰ কলহ সংগ্ৰহ কৰিলে।

ভীষ্মই যেতিয়া সেই পানীয় দেখা পালে, তেতিয়া তেওঁ ক'লে যে শৰশয্যাত শয়ন কৰি থাকি মনুষ্য লোকৰ পৰা বাহিৰ হৈছোঁ; কেৱল চন্দ্ৰসূৰ্য্যৰ পৰিবৰ্ত্তনৰ কাল পৰ্য্যন্ত জীৱিত আছোঁ।(১) এতিয়া মই মনুষ্যোচিত ভোগ গ্ৰহণ কৰিব নোৱাৰোঁ। হে ৰাজন্যবৰ্গ! মই অৰ্জ্জুনক এবাৰ চাব খোজোঁ।

ভীষ্মই এই কথা কোৱা মাত্ৰে মহাবাহু ধনঞ্জয় ওচৰলৈ আহি ভীষ্মক অভিবাদন কৰি কৃতাঞ্জলি হৈ বিনীত ভাৱে সুধিলে— পিতামহ! কি কৰিব লাগিব?

ভীষ্মই অৰ্জ্জুনক ওচৰতে প্ৰণতভাৱে থিয় দি থকা দেখা পাই ক'লে— অৰ্জ্জুন! তোমাৰ শৰেৰে আবৃত হৈ থকা মোৰ শৰীৰ দগ্ধ হব ধৰিছে। মৰ্ম্ম স্থানবোৰত বেদনা অনুভূত হব ধৰিছে; মোৰ মুখ শুকাই গৈছে আৰু মই নিতান্ত আকুল হৈছোঁ। তুমিয়েই পাৰিবা— মোক পানীয় আনি দিয়া।

অৰ্জ্জুনে 'যি আজ্ঞা' বুলি কৈ ৰথত উঠি গাণ্ডৱত জ্যা সংযুক্ত কৰি গাণ্ডীব ধনু আকৰ্ষন কৰিব ধৰিলে। সমুদয় সৈন্য আৰু ৰাজন্য বৰ্গই বজ্ৰৰ দৰে গাণ্ডীৱৰ নিৰ্ঘোষ শুনি চক্ খাই উঠিল। ধনঞ্জয়ে ভীষ্মক প্ৰদক্ষিণ কৰি এক জলন্ত শৰেৰে পাৰ্জ্জন্য অস্ত্ৰ আমন্ত্ৰণ আৰু সেই অস্ত্ৰ সংযোজন কৰি সমস্ত লোকৰ সমুখতে ভীষ্মৰ সোঁফালে পৃথিবী ফুটাই দিলে। তাৰ পাছত সেই ঠাইৰ পৰা অমৃত তুল্য, দিব্য গন্ধ আৰু আতি স্বাদু অতি সুশীতল বিমল জলধাৰা সমুত্থিত হ'ল। ভীষ্ম তাৰ দ্বাৰা পৰিতৃপ্ত হ'ল। ৰাজন্য বৰ্গই অৰ্জ্জুনক ইন্দ্ৰৰ দৰে এই কৰ্ম কৰা দেখি যাৰপৰনাই বিস্ময় মানিলে। তেওঁলোক বিস্ময়ত ইমান উদ্ভ্ৰান্ত হৈছিল যে তেওঁলোকৰ উত্তৰীয় বস্ত্ৰ খহি পৰিছিল। কৌৰৱ সকলেও জাৰত ঠৰঙা লগা গৰুবোৰৰ দৰে কঁপিব ধৰিছিল।

ভীষ্ম বৰ সন্তুষ্ট হ'ল আৰু সেই ৰাজন্যবৰ্গৰ আগতে অৰ্জ্জুনক প্ৰশংসা কৰি ক'বলৈ ধৰিলে যে এই কাৰ্য্য তোমাৰ কাৰণে একো বিচিত্ৰ নহয়। তুমি

---

(১) চন্দ্ৰৰ কৃষ্ণপক্ষ গতিত্যাগ আৰু সূৰ্য্যৰ দক্ষিণায়ন গতিত্যাগ পৰ্য্যন্ত

সকলো ধনুৰ্দ্ধৰ বীৰ সকলৰ ভিতৰত প্ৰধান। বিপৰীত বুদ্ধি, অজ্ঞান, শাস্ত্ৰ নমনা দুৰ্য্যোধনক কিমান কৈছোঁ আৰু অকল ময়েই নহয় বিদুৰ, দ্ৰোণ, বলদেৱ, বাসুদেৱ আৰু সঞ্জয়েও পুনঃ পুনঃ কৈছে যে অৰ্জ্জুনৰ লগত যুদ্ধত জয়ী হব নোৱাৰিবা। দুৰ্য্যোধনে সেই কথা নুশুনে। এতিয়া শীঘ্ৰেই ভীমসেনৰ হাতত নিহত হৈ পৰিব।

ভীষ্মই এইদৰে অৰ্জ্জুনৰ প্ৰশংসা কৰাত দুৰ্য্যোধন বৰ দুঃখিত হ'ল আৰু সেইটো বুজি ভীষ্মই পুনঃ দুৰ্য্যোধনক সান্ত্বনা বাক্যেৰে দুৰ্য্যোধনক উপদেশ দিব ধৰিলে।

# ভীষ্মৰ উপদেশ

ভীষ্মই কবলৈ ধৰিলে— দুৰ্য্যোধন! তুমি ক্ৰোধ পৰিত্যাগ কৰা। তুমি নিজৰ চকুৰে দেখিলা যে অৰ্জ্জুনে এই শীতল অমৃতৰ গন্ধযুক্ত নিৰ্মল জলধাৰা সমুৎপাদন কৰিলে। এই পৃথিবীত আন কোনো বীৰে এইটো কৰিবলৈ সমৰ্থ নহয়। এই মনুষ্য লোকত অৰ্জ্জুন আৰু কৃষ্ণত বাজে আগ্নেয়, বাৰুন, সৌম্য, বায়ব্য, বৈষ্ণৱ, ইন্দ্ৰ, পাশুপত, পাৰমেষ্ঠ্য, প্ৰাজাপত্য, ধাত্ৰ, ত্বাষ্ট্ৰ, সাৱিত্ৰ আৰু বৈৱস্বত অস্ত্ৰৰ বিষয়ে আন কোনো বীৰে নেজানে। অতএৱ মই তোমাক পুনঃ উপদেশ দিছোঁ যে তুমি এই অলৌকিক কাৰ্য্য সম্পাদন কৰিব পৰা অৰ্জ্জুনৰ লগত সন্ধি কৰা। অৰ্জ্জুনে যিখিনি বীৰত্ব প্ৰকাশ কৰিছে, সেয়ে যথেষ্ট নিদৰ্শন হৈছে। মোৰ নিধনেই যুদ্ধৰ অন্ত ঘটাওক; তুমি পাণ্ডৱবিলাকৰ লগত সন্ধি কৰা। ভীষ্মৰ নিধনৰ পাছত তোমালোকৰ মিত্ৰতা হওক। পাণ্ডৱসকলক অৰ্দ্ধৰাজ্য এৰি দিয়া আৰু যুধিষ্ঠিৰ ইন্দ্ৰপ্ৰস্থলৈ যাওক। তুমি মিত্ৰদ্ৰোহী হীন অপকীৰ্ত্তি ভোগ নকৰিবা। মোৰ মৃত্যুৰ পাছত প্ৰজাবিলাকৰ শান্তি হওক। ৰজাবিলাকো পৰস্পৰ প্ৰীতিৰ বন্ধনত আৱদ্ধ হওক। পিতা পুত্ৰ, মোমাই ভাগিন আৰু ভায়ে ভায়ে পৰস্পৰৰ মাজত স্নেহৰ সম্বন্ধ স্থাপিত হওক। তুমি যদি লোভ-মোহ আৰু নিৰ্ব্বুদ্ধিতা বশতঃ মোৰ এই সময়োচিত উপদেশ গ্ৰহণ নকৰা, মই নিশ্চয়কৈ কৈছোঁ যে পৰিণামত তুমি অনুতাপ ভোগ কৰিব লাগিব আৰু সকলোৱে বিনাশ পাব।

# কৰ্ণৰ প্ৰতি ভীষ্মৰ উপদেশ

ভীষ্মৰ উপদেশৰ প্ৰতি দুৰ্য্যোধনে কৰ্ণপাত নকৰিলে। ভীষ্মৰ কোৱা শেষ হোৱাৰ পাছত ৰজা বিলাক পুনৰায় নিজ নিজৰ শিবিৰলৈ গ'ল।

ভীষ্মৰ মৃত্যুশয্যা দেখা পাই কৰ্ণ কিঞ্চিৎ ভীত হ'ল আৰু ভীষ্মৰ ওচৰলৈ গ'ল। গৈ দেখিলে যে ভীষ্মই চকুমুদি শৰশয্যাত শয়ন কৰি আছে। কৰ্ণই তৎক্ষণাৎ তেওঁৰ চৰণত পতিত হৈ অশ্ৰুপূৰ্ণ কণ্ঠৰে কবলৈ ধৰিলে— হে কুৰুশ্ৰেষ্ঠ! যি ব্যক্তি নিয়ত আপোনাৰ চক্ষুশূল হৈ আছিল আৰু যাৰ ওপৰত আপোনাৰ দ্বেষভাৱ সদায় আছিল, মই সেই ৰাধেয়।

ভীষ্মই এই কথা শুনি লাহে লাহে চকু মেলি চালে আৰু সেই ঠাইত আন কোনো ব্যক্তিক দেখা নাপাই ৰক্ষী বিলাকক আতঁৰলৈ যাবলৈ ইঙ্গিত দিলে আৰু পিতৃয়ে যেনেকৈ পুত্ৰক আলিঙ্গন কৰে সেইদৰে কৰ্ণক এখন হাতেৰে আলিঙ্গন কৰি সস্নেহে এইদৰে কবলৈ ধৰিলে— হে কৰ্ণ! তুমি বিৰুদ্ধ ভাৱ লৈ সদায় মোৰ লগত আচৰণ কৰিছা; কিন্তু এই সময়ত যদি তুমি মোৰ ওচৰলৈ নাহিলা হেঁতেন, তোমাৰ মঙ্গল নহ'লহেতেন। মই নাৰদ আৰু ব্যাসৰ মুখত শুনিছোঁ যে তুমি ৰাধেয় নহয়, তুমি কৌন্তেয় - কুন্তীৰ পুত্ৰ। অধিৰথ তোমাৰ পিতা নহয়। এইটো সত্য কথা - ইয়াত সংশয় নাই। মই সত্য কৰি কৈছোঁ যে মই কেতিয়াও তোমাক দ্বেষ কৰা নাই। তুমি অকাৰণে পাণ্ডৱবিলাকৰ নিন্দা কৰি থকা বাবে তোমাৰ তেজ হ্ৰাস কৰিবৰ কাৰণে মই তোমাৰ প্ৰতি নিষ্ঠুৰ বাক্য প্ৰয়োগ কৰিছিলোঁ। নীচকুলত আশ্ৰয় লোৱা বাবে, তোমাৰ মাৎসৰ্য্য দোষ হৈছিল আৰু তুমি স্বধৰ্মৰ পৰা বিচ্যুত হোৱা বাবে গুণীলোকৰ প্ৰতি তোমাৰ বিদ্বেষ-বুদ্ধি হৈছে। সেই কাৰণে কুৰুসভাত তোমাক ৰুক্ষ কথা পুনঃ পুনঃ শুনাইছিলোঁ। তুমি যে দুৰ্বিষহ বীৰ, ব্ৰহ্মনিষ্ঠ আৰু অনন্যসাধাৰণ দাতা, সেইটো মই জানোঁ। এই পৃথিবীত তোমাৰ সমকক্ষ কোনো নাই। কেৱল আমাৰ কুলত ভেদ উপস্থিত হোৱাৰ ভয়ত তোমাক নিষ্ঠুৰ বাক্য কৈছিলোঁ। তুমি অসাধাৰণ অস্ত্ৰকুশল আৰু তুমি অৰ্জ্জুন আৰু কৃষ্ণৰ সমান বীৰ। তুমি কাশীপুৰলৈ গৈ অকলে সমুদয় ৰাজ্য বিমৰ্দ্দিত কৰিছিলা। তুমি অতুলনীয় বলশালী, সমৰশ্লাঘী আৰু ব্ৰহ্মনিষ্ঠ। বল আৰু তেজত দেৱতুল্য আৰু যুদ্ধত সকলো মনুষ্যতকৈ শ্ৰেষ্ঠ যি জৰাসন্ধ, সেই জৰাসন্ধও তোমাৰ সমান নহয়। মই যে পূৰ্বে তোমাৰ প্ৰতি ক্ৰোধ প্ৰকাশ কৰিছিলোঁ, আজি সেই ক্ৰোধ প্ৰশমিত হ'ল। হে সূৰ্য্যপুত্ৰ! পুৰুষকাৰৰ দ্বাৰা দৈৱক অতিক্ৰম কৰাৰ সাধ্য কাৰো নাই। এতিয়া যদি তুমি তোমাৰ মঙ্গল কামনা কৰা, নিজৰ হিত সাধন কৰিব খোজা, তেন্তে পাণ্ডৱবিলাকৰ লগত মিলিত

হোৱা। মোৰ মৃত্যুৰ পাছত যেন কোনো বৈৰভাৱ নাথাকে। ৰজাবিলাকৰে শান্তি হওক।

## কৰ্ণৰ প্ৰতি ভীষ্মৰ আশীৰ্ব্বাদ ঃ

কৰ্ণই উত্তৰ দিলে - হে মহাবাহো! আপুনি যি কৈছে, তাত কোনো সংশয় নাই। মই যথাৰ্থতে কৌন্তেয়, ৰাধেয় নহওঁ। কিন্তু কুন্তীয়ে মোক পৰিত্যাগ কৰাত সূতৰ হাতত মই পৰিবৰ্দ্ধিত হৈছোঁ আৰু পাছত দুৰ্য্যোধনৰ ঐশ্বৰ্য্য ভোগ কৰিছোঁ। এইটো কেতিয়াও মিছা বুলি কব নোৱাৰিম। যেনেকৈ দৃঢ়ব্ৰত শ্ৰীকৃষ্ণই পাণ্ডৱবিলাকৰ কাৰণে ধন, শৰীৰ, পুত্ৰ, দাৰা আৰু যশ পৰিত্যাগ কৰিছে, ময়ো দুৰ্য্যোধনৰ নিমিত্তে পুত্ৰ দাৰা প্ৰভৃতি সমুদয় উছৰ্গা কৰিছোঁ। ক্ষত্ৰিয়ৰ মৰণ যুদ্ধত হে, ব্যাধিত নহয়। পাণ্ডৱবিলাক দুৰ্য্যোধনৰ প্ৰতি নিতান্ত ক্ৰুদ্ধ হৈছে, এতএৱ এই অৱশ্যম্ভাৱী কাৰ্য্য কোনো ক্ৰমে নিবাৰণ কৰা নেযায়। কোনেও দৈৱক পুৰুষকাৰেৰে নিবাৰণ কৰিব নোৱাৰে। আপুনি পৃথিবীত ধ্বংসলীলাৰ লক্ষণবোৰ উপলব্ধি কৰি সভাৰ মাজতে এই কথা কৈছিল। ময়ো জানোঁ যে, বাসুদেৱ আৰু অৰ্জ্জুনক কোনেও পৰাজয় কৰিব নোৱাৰে; তথাপি মই তেওঁলোকৰ লগত যুদ্ধ কৰিবলৈ উৎসাহিত হৈছোঁ আৰু জয়লাভ কৰিম বুলি কৃত নিশ্চয় হৈছোঁ। এই নিদাৰুণ বৈৰভাৱ কেতিয়াও নিবাৰিত নহব; অতএৱ মই স্বধৰ্মপ্ৰীতিত ধনঞ্জয়ৰ লগত যুদ্ধ কৰিবলৈ স্থিৰ নিশ্চয় হৈছোঁ। আপুনি অনুমতি সূচক আজ্ঞা দিয়ক। আপোনাৰ অনুজ্ঞাত যুদ্ধ কৰিম। মই ক্ৰোধ আৰু চপলতাবশতঃ আপোনাক যি যি মন্দবাক্য আৰু বিৰুদ্ধ বাক্য কৈছিলোঁ, এতিয়া তাৰ বাবে মোক ক্ষমা কৰক।

ভীষ্মই তেতিয়া ক'লে— হে কৰ্ণ! তুমি যদি এই সুদাৰুণ বৈৰভাৱ পৰিত্যাগ কৰিব নোৱাৰা, তেন্তে মই অনুজ্ঞা কৰিছোঁ তুমি স্বৰ্গলাভ কামনা কৰি যুদ্ধ কৰা। ক্ৰোধ আৰু ক্ষোভ পৰিত্যাগ কৰি সদাচাৰ হৈ উৎসাহ আৰু শক্তি অনুসাৰে ৰজা দুৰ্য্যোধনৰ কৰ্ম সম্পাদন কৰা। মই আশীৰ্ব্বাদ দিছোঁ, তুমি যি বাঞ্ছা কৰিছা, সেইটো লাভ কৰা। নিৰহঙ্কাৰ হৈ বল আৰু বীৰত্বক আশ্ৰয় কৰি যুদ্ধ কৰা। ধৰ্ম যুদ্ধ ব্যতিৰেকে ক্ষত্ৰিয়ৰ পক্ষে আন কোনো শুভ কৰ্ম নাই; কিন্তু মই সত্য কৰি কৈছোঁ যে সন্ধি কৰিবৰ বাবে যথেষ্ট যত্ন কৰিছিলোঁ, মোৰ সেই যত্ন সফল নহ'ল।

ভীষ্মই এইদৰে যুদ্ধৰ অনুমতি দি আশীৰ্বাদ কৰিলত কৰ্ণই তেওঁক প্ৰণাম কৰি প্ৰসন্ন কৰিলে আৰু দুৰ্য্যোধনৰ ওচৰলৈকে গমন কৰিলে।

# ভীষ্মৰ মহাপ্ৰয়াণ

ভীষ্ম শৰশয্যা গ্ৰহণ কৰাৰ পাছত আৰু আঠদিন কুৰু পাণ্ডৱৰ যুদ্ধ চলিছিল। তাৰ পাছত যুধিষ্ঠিৰ যুদ্ধত জয়ী হয় আৰু হস্তিনা পুৰত তেওঁ ৰজা হয়।

এই সময়ত মহামতি ভীষ্মই কৃষ্ণৰ নিৰ্দ্দেশ অনুসাৰে যুধিষ্ঠিৰক ৰাজধৰ্ম সমাজধৰ্ম্ম, আশ্ৰমধৰ্ম্ম গাৰ্হস্থ্য ধৰ্ম্ম, লোকাচাৰ ইত্যাদি বিষয়ে শিক্ষা দান কৰে। যুধিষ্ঠিৰ এনেয়ে মহাধাৰ্মিক আৰু মহাবিজ্ঞ লোক আছিল। তথাপি ধৰ্মৰ আৰু সমাজনীতি বিষয়ৰ বহুপ্ৰকাৰ সংশয়পূৰ্ণ প্ৰশ্নৰ উত্থাপন কৰি সেই প্ৰশ্নবোৰৰ সূক্ষ্ম বিচাৰ আৰু উপযুক্ত সমাধান পিতামহ ভীষ্মৰ পৰা জানি লৈছিল। মূল মহাভাৰতত সেইবোৰ কথিত হৈছে। ভাৰতীয় সংস্কৃতিৰ পূৰ্ণ ছবি ইয়াত পোৱা যায়।

ক্ৰমে ক্ৰমে সূৰ্য্যৰ উত্তৰায়ণ কাল উপস্থিত হ'ল। সেই নিৰ্দ্দিষ্ট সময় উপস্থিত হোৱাত ধৰ্মৰাজ যুধিষ্ঠিৰ হস্তিনাপুৰৰ পৰা আত্মীয় স্বজন আৰু ভ্ৰাতৃসকলৰ সৈতে আহি ভীষ্মৰ শৰশয্যাৰ ওচৰত বেষ্টন কৰি বহিল। মহামতি ভীষ্মই বুজিব পাৰি চকুমেলি চাৰিওফালে তেওঁৰ আত্মীয় স্বজনক দেখিবলৈ পালে। তেতিয়া ভীষ্মই ধৰ্মৰাজ যুধিষ্ঠিৰৰ হাতত ধৰি মেঘগম্ভীৰ স্বৰে ক'লে— বোপা! এতিয়া উত্তৰায়ণ সময় উপস্থিত হৈছে। মই আত্মীয় স্বজনক এই সময়ত দেখিবলৈ পাই বৰ প্ৰীতি লাভ কৰিছোঁ। মই আজি আঠাপন্ন দিন এই তীক্ষ্ণ শৰৰ শয্যাত শয়ন কৰি আছোঁ। এই কালছোৱা মোৰ এশ বছৰৰ দৰে বোধ হৈছে। যি নহওক সৌভাগ্যক্ৰমে পবিত্ৰ মাঘ মাহ আৰু শুক্লপক্ষ সমাগত হৈছে।

তাৰপাছত কৃষ্ণক সম্বোধন কৰি ভীষ্মই ক'লে- হে দেৱ দেৱেশ! তোমাক নমস্কাৰ। এতিয়া মই দেহত্যাগ কৰিবলৈ প্ৰস্তুত হৈছোঁ। তুমি মোক অনুমতি দিয়া। তুমি অনুমতি দিলে মই পৰম গতি লাভ কৰিম।

বাসুদেৱে ক'লে— হে ভীষ্ম! মই অনুমতি দিছোঁ - তুমি বসুলোক প্ৰাপ্ত হোৱা। হে মহা জ্যোতিষ্মান পুৰুষ! ইহলোকত তোমাৰ কিঞ্চিৎ মাত্ৰও পাপ নাই। তুমি পিতৃভক্ত আৰু দ্বিতীয় মাৰ্কণ্ডেয়তুল্য; কাৰণ মৃত্যু ভৃত্যৰ দৰে আহি তোমাৰ বশীভূত হৈ আছে। তুমি ইচ্ছামৃত্যু পুৰুষ।

বাসুদেৱৰ আজ্ঞা পাই ভীষ্মদেৱে পাণ্ডৱ বিলাকক আৰু ধৃতৰাষ্ট্ৰ প্ৰভৃতি সুহৃদ বিলাকক ক'লে— মই প্ৰাণ ত্যাগ কৰিবলৈ অভিলাষ কৰিছোঁ— সেই বিষয়ে তোমালোকে অনুমতি কৰা। তোমালোকে সত্যক আশ্ৰয় কৰি থাকিবা, যি হেতুকে সত্যই পৰম বল।

তাৰ পাছত মহাত্মা ভীষ্মই ক্ষণকাল মৌনতা অৱলম্বন কৰি যোগস্থ হৈ যথাক্ৰমে মূলাধাৰ আদি অধিষ্ঠানত মনৰ লগত প্ৰাণবায়ু ধাৰণ কৰিলে। সেই বায়ু নিৰুদ্ধ হৈ উৰ্দ্ধগামী হ'ল। ক্ষণমাত্ৰে ভীষ্মৰ প্ৰাণ ব্ৰহ্মৰন্ধ্ৰ ভেদ কৰি উল্কাৰ দৰে হৈ আকাশ পথত উঠি অন্তৰ্হিত হ'ল।

❑❑❑

# মহামতি বিদুৰ

## বিদুৰৰ জন্ম ঃ

কুৰুবংশৰ ৰজা বিচিত্ৰবীৰ্যৰ দুই ভাৰ্যা আছিল। সেই দুই ভাৰ্যাৰ নাম আছিল— অম্বিকা আৰু অম্বালিকা। বিচিত্ৰবীৰ্য অকালতে মৃত্যুমুখত পৰে। অম্বিকা আৰু অম্বালিকা কোনোগৰাকীয়েই সন্তানৱতী নহ'ল। সেই কাৰণে কুৰুবংশ ৰক্ষা হোৱাৰ সম্ভাৱনা নোহোৱা হ'ল। বিচিত্ৰবীৰ্যৰ মাতৃ সত্যৱতী অতিশয় শোকাকুলা হৈ বংশৰক্ষাৰ দুৰ্ভাৱনাত উদ্বিগ্না হৈ পৰিল। বিচিত্ৰবীৰ্যৰ পিতৃ শান্তনুৰ পূৰ্ব পত্নী আছিল স্বয়ং গঙ্গাদেৱী। তেওঁৰ এক পুত্ৰ আছিল দেৱব্ৰত নামে। ৰজা শান্তনু সত্যৱতীক বিয়া কৰাবৰ বাবে ইচ্ছুক হোৱাত সত্যৱতীৰ পালকপিতৃ দাসৰাজে সত্যৱতীৰ পুত্ৰই ৰাজ্য পোৱাৰ আশা নাই দেখি ৰজা শান্তনুলৈ কন্যা সত্যৱতীক দিবলৈ অমান্তি হ'ল। শান্তনু বৰ দুঃখিত আৰু বিষণ্ণ হৈ পৰিল। পুত্ৰ দেৱব্ৰতে পিতাকক বিষাদগ্ৰস্ত দেখি কাৰণ অনুসন্ধান কৰি জানিব পাৰিলে যে পিতৃয়ে তেওঁৰ বাবেই সত্যৱতীক বিয়া কৰাব পৰা নাই; কাৰণ কুৰুৰাজ্যৰ তেওঁ আছিল ভৱিষ্যৎ উত্তৰাধিকাৰী আৰু তেওঁক যৌৱৰাজ্যত অভিষেক কৰাও হৈছিল। শান্তনুৱে কুমাৰ দেৱব্ৰতক প্ৰাণতকৈও ভাল পাইছিল আৰু তেওঁ আছিল ৰাজ্যৰ উত্তৰাধিকাৰী। সেইবাবে কুমাৰ দেৱব্ৰতে নিজেই দাসৰজাৰ ওচৰলৈ গৈ প্ৰতিশ্ৰুতি দিছিল যে তেওঁ ৰাজ্যও নলয় আৰু তেওঁ বিবাহো নকৰে যাতে তেওঁৰ কোনো পুত্ৰ নাথাকে। সত্যৱতীৰ পুত্ৰই ভৱিষ্যতে ৰজা হ'ব। এই প্ৰতিজ্ঞাৰ বাবে দেৱব্ৰতৰ নাম হৈছিল ভীষ্ম। শান্তনু আৰু সত্যৱতীৰ বিবাহ হৈ গ'ল আৰু তেওঁৰ পুত্ৰ বিচিত্ৰবীৰ্য যথাসময়ত ৰজা হ'ল। কিন্তু তেওঁ অপুত্ৰক হৈ ঢুকাল।

ৰাণী সত্যৱতীয়েও ভীষ্মক বৰ মৰম কৰিছিল; কিন্তু তেওঁ পূৰ্বে চিৰকৌমাৰ্য ব্ৰত গ্ৰহণ কৰা বাবে বিবাহিত হ'ব নোৱাৰে। পূৰ্বে বংশ ৰক্ষাৰ বাবে মৃত ব্যক্তিৰ বিধবা পত্নীয়ে দেৱৰৰ দ্বাৰা সন্তান উৎপাদন কৰি বংশ ৰক্ষা কৰাৰ ব্যৱস্থা আছিল। সেইকাৰণে সত্যৱতীয়ে ভীষ্মক অনুৰোধ কৰিলে যে তেওঁৰ ভ্ৰাতৃৰ মহিষীদ্বয়ৰ ক্ষেত্ৰত ভীষ্মই পুত্ৰ উৎপাদন কৰি বংশ ৰক্ষাৰ ব্যৱস্থা কৰক।

ভীষ্মই প্ৰশ্ন উত্তৰ দিলে যে তেওঁ পূৰ্বেই পুত্ৰোৎপাদন নকৰোঁ বুলি প্ৰতিজ্ঞা কৰিছে আৰু সেইবাবে তেওঁ সেই সত্য আজীৱন পালন কৰিব। তেওঁ দৃঢ়ভাৱে

ক'লে যে মই স্বৰ্গ, মৰ্ত্য আৰু পাতাল এই ত্ৰিভূৱনৰ আধিপত্য বা ইন্দ্ৰৰ ইন্দ্ৰত্বও পৰিত্যাগ কৰিব পাৰো বা তাতকৈও যদি কিবা অভীষ্টতম বস্তু থাকে তাকো পৰিত্যাগ কৰিব পাৰো, কিন্তু কেতিয়াও মোৰ সত্য পৰিত্যাগ কৰিব নোৱাৰোঁ। তাতোকৈ দৃঢ়ভাৱে কৈছো যে যদি পৃথিৱীয়ে গন্ধ পৰিত্যাগ কৰিব পাৰে, পানীয়ে যদি মধুৰ ৰস পৰিত্যাগ কৰিব পাৰে, বায়ুয়ে যদি স্পৰ্শ গুণ পৰিত্যাগ কৰিব পাৰে, জ্যোতিয়ে যদি ৰূপ পৰিত্যাগ কৰিব পাৰে আৰু আকাশে যদি শব্দগুণ পৰিত্যাগ কৰিব পাৰে তথাপি মই মোৰ সত্যক ত্যাগ কৰিব নোৱাৰোঁ।(১)

তাতোকৈ দৃঢ়তাৰে কৈছো যে চন্দ্ৰই যদি শীতল ৰশ্মি পৰিত্যাগ কৰিব পাৰে, ইন্দ্ৰই যদি পৰাক্ৰম পৰিত্যাগ কৰিব পাৰে আৰু ধৰ্মৰাজ যমে যদি ধৰ্মকো পৰিত্যাগ কৰিব পাৰে তথাপি মই সত্য পৰিত্যাগ কৰিব নোৱাৰোঁ।

সত্যৱতীয়ে ক'লে, — বাছা! তুমি যে মোৰ বাবে সেই সত্য গ্ৰহণ কৰিছা তাক মই জানোঁ; কিন্তু তোমাৰ বংশ পৰম্পৰা কেনেকৈ ৰক্ষা হ'ব - তাৰ উপায় তুমিয়েই চিন্তা কৰিব লাগিব।

তেতিয়া ভীষ্মই ক'লে যে জমদগ্নি - পুত্ৰ পৰশুৰাম যেতিয়া একৈশ বাৰ পৃথিৱী নিক্ষত্ৰিয় কৰিছিল তেতিয়া তেৱেঁই বেদজ্ঞ ব্ৰাহ্মণবিলাকৰ দ্বাৰাই মৃত ক্ষত্ৰিয় ৰজাসকলৰ পত্নী বিলাকত (ক্ষেত্ৰত) সন্তান উৎপাদন কৰাই বিনাশোন্মুখ ক্ষত্ৰিয় কুল পুনঃ ৰক্ষা কৰিছিল।

বেদত এনে প্ৰমাণ আছে যে ক্ষেত্ৰজ সন্তান উৎপন্ন হ'লে সেই সন্তান ক্ষেত্ৰস্বামীৰ অৰ্থাৎ বিবাহ কৰা স্বামীৰেই হয়। এই সূত্ৰে সেই সনাতন ধৰ্ম স্মৰণ কৰি ক্ষত্ৰিয় পত্নীসকলে বেদ পাৰগ ব্ৰাহ্মণবিলাকৰ ওচৰত অভিগমন কৰি বংশ ৰক্ষা কৰিছিল।

ভীষ্মই পুনঃ ক'লে — মাতঃ। ভৰত বংশ ৰক্ষাৰ মই আন এটা উপায় নিবেদন কৰোঁ শুনক। আপুনি কোনো বেদজ্ঞ ব্ৰাহ্মণক ধন দান কৰি পৰিতুষ্ট কৰি ঘৰলৈ নিমন্ত্ৰণ কৰি আনক। তেৱেঁই বিচিত্ৰবীৰ্যৰ ক্ষেত্ৰত প্ৰজা উৎপাদন কৰিব।

এই পৰামৰ্শ অনুসাৰে সত্যৱতীয়ে বেদব্যাস দ্বৈপায়নক স্মৰণ কৰিলে। বেদব্যাস বিচিত্ৰবীৰ্যৰ দুয়োগৰাকী পত্নীৰ দেবৰ (ভাসুৰকো বা ভাইশহুৰেকো দেবৰ বোলে) হয়। বেদজ্ঞ ব্ৰাহ্মণৰ আৰু দেবৰৰ উভয় গুণেই দ্বৈপায়ন ঋষিৰ আছে। সেই কাৰণে নিয়োগক্ৰমে ক্ষেত্ৰজ সন্তান উৎপাদন কৰিবৰ অধিকাৰ তেওঁৰ আছে। ম'ভৃ সত্যৱতীৰ আদেশক তেওঁ স্বীকাৰ কৰিলে; কিন্তু তেওঁ

(১) - পৃথিৱীৰ গুণ-গন্ধ, জলৰ গুণ-ৰস, বায়ুৰ গুণ-স্পৰ্শ, তেজঃ বা জ্যোতিৰ গুণ-ৰূপ আৰু আকাশৰ গুণ-শব্দ।

বিচিত্রবীর্যৰ প্রথমা পত্নী অম্বিকাক সাৱধান কৰি দিবলৈ সত্যৱতীক ক'লে যে অম্বিকা যেন পুত্ৰোৎপাদনৰ সময়ত তেওঁৰ ভয়ঙ্কৰ মূৰ্তি দেখি ভীত নহৈ সুস্থিৰে শয়ন কৰি থাকে; কিন্তু যথাসময়ত অম্বিকাই সেই উপদেশ ৰক্ষা কৰিব নোৱাৰিলে। অম্বিকাই দীঘল দাড়ি, কপিলবৰ্ণৰ জটা, শৰীৰৰ কৃষ্ণবৰ্ণ আৰু অতি উজ্জ্বল চকু দুটা দেখি ভীতা আৰু বিস্ময়াবিষ্টা হৈ নিজৰ চকু মুদি পেলালে। দ্বৈপায়নৰ এই সহবাসত অন্ধপুত্ৰ ধৃতৰাষ্ট্ৰৰ জন্ম হৈছিল। এই পুত্ৰ জন্মান্ধ হ'ব বুলি ব্যাসদেৱে সহবাসৰ পাছতে সত্যৱতীৰ আগত কৈছিল। সত্যৱতীয়ে তেতিয়া ক'লে যে অন্ধপুত্ৰতো কুৰু বংশৰ ৰজা হ'ব নোৱাৰে; গতিকে অম্বালিকাৰ ক্ষেত্ৰত পুনঃ এটি পুত্ৰ উৎপাদন কৰিবলৈ ব্যাসদেৱক অনুৰোধ কৰিলে।

অম্বালিকাই ঋতুস্নান কৰাৰ পাছত সত্যৱতীয়ে বেদ ব্যাসক খবৰ দি মতাই অনা ল আৰু পুত্ৰবধূ অম্বালিকাক ভীতা নহ'বলৈ আৰু চকু নুমুদিবলৈ সাৱধান কৰি দিলে। কিন্তু সহবাসৰ সময়ত অম্বালিকাই চকু নুমুদিলেও দ্বৈপায়নৰ সেই পূৰ্বে কোনো দিনে নেদেখা ভীষণমূৰ্তি দেখি ভীতা হৈ বিষণ্না আৰু বিবৰ্ণা হৈছিল।

ব্যাসদেৱে কৈ গ'ল যে এই পুত্ৰ পাণ্ডুবৰ্ণৰ হ'ব আৰু তেওঁৰ নাম হ'ব পাণ্ডু। সেই কথা শুনি সত্যৱতীয়ে পুনঃ আন এটি সৰ্বাঙ্গসুন্দৰ পুত্ৰ প্ৰাৰ্থনা কৰিলে। ব্যাসদেৱ মাতৃআজ্ঞা পালনত স্বীকৃত হ'ল।

তাৰ পাছত জ্যেষ্ঠা পুত্ৰবধূ অম্বিকাৰ পুনৰ্বাৰ ঋতুকাল উপস্থিত হোৱাত সত্যৱতীয়ে দ্বৈপায়নক সংবাদ দি মতাই অনালে আৰু অম্বিকাক ঋষিৰ সহবাসত ভীত নহবলৈ সাৱধান কৰি দিলে। কিন্তু অম্বিকাই ঋষিৰ ভয়ানক মূৰ্তি আৰু উগ্ৰগন্ধ স্মৰণ কৰি স্বয়ং পুত্ৰোৎপাদনৰ কাৰণে শয়ন-গৃহলৈ নগৈ তেওঁৰে এজনী অপ্সৰী তুল্যা ৰূপৱতী দাসীক (বিচিত্ৰবীৰ্যৰ তেওঁ দাসী-স্ত্ৰী আছিল) নিজৰ অলঙ্কাৰ আৰু বস্ত্ৰৰ দ্বাৰা বিভূষিত কৰি ঋষিৰ ওচৰলৈ পঠিয়াই দিলে। সেই দাসীয়ে পৰম ভক্তি সহকাৰে ঋষিৰ শুশ্ৰূষা কৰিলে। ঋষি সেই দাসীৰ সহযোগত পৰম সন্তুষ্ট হৈ দাসীজনীক ক'লে- হে শুভে! তুমি দাসত্ব-শৃংলৰপৰা মুক্ত হ'বা আৰু তোমাৰ গৰ্ভজাত পুত্ৰ অসাধাৰণ বুদ্ধিমান আৰু পৰম ধাৰ্মিক হ'ব। মহৰ্ষি দ্বৈপায়নে অম্বিকাৰ ছলনা আৰু শূদ্ৰাৰ পুত্ৰ জন্ম বৃত্তান্ত সত্যৱতীক নিবেদন কৰি ধৰ্মৰ ওচৰত অঋণী হৈ তৎক্ষণাৎ অন্তৰ্দ্ধান কৰিলে। এই পুত্ৰই মহামতি বিদুৰ।

## বিদুৰৰ পূৰ্বজন্ম ঃ

**মাণ্ডব্য নামেৰে এজন পৰম ধাৰ্মিক ব্ৰাহ্মণ আছিল। তেওঁ আছিল যেনে সত্যবাদী তেনে জিতেন্দ্ৰিয়, তপস্যাপৰায়ণ আৰু মৌন ব্ৰতাৱলম্বী। এই ব্ৰাহ্মণে**

নিজৰ গৃহ প্ৰাঙ্গণতে থকা এজোপা বৃক্ষৰ তলত বহি উৰ্দ্ধবাহু হৈ যোগাভ্যাস কৰিছিল। এইদৰে কিছু দিন যোৱাৰ পাছত এদিনাখন কেইজনমান দস্যুৱে ধন-সোণ চুৰি কৰি লৈ আহি সেই আশ্ৰমত প্ৰবেশ কৰিলে। সেই ধন-সোণবোৰ ৰাজকৰ্মচাৰীসকলৰ ভয়ত ভীত হৈ সেই আশ্ৰমতে লুকাই থৈ সিহঁত নিজেও গুপ্তভাৱে তাত থাকিল। সিহঁতৰ পাছে পাছে খেদি অহা কৰ্মচাৰীবিলাকো তাত আহি উপস্থিত হ'ল। কৰ্মচাৰী বিলাকে ঋষিক সুধিলে - হে দ্বিজোত্তম! ইয়ালৈ অহা চোৰবিলাক কোন পথেদি পলাই গ'ল আপুনি সেইটো আমাক কওঁক— আমি বিচাৰি যাওঁ। ঋষি মৌনব্ৰত ধৰি আছিল। গতিকে প্ৰশ্নৰ উত্তৰ একোকে নিদিলে।

ৰাজকৰ্মচাৰীসকলে আশ্ৰমৰ চাৰিওফালে অন্বেষণ কৰি লুকাই থোৱা সেই অপহৃত ধন-সোণবোৰ পালে। তেতিয়া ঋষিৰ প্ৰতি তেওঁলোকৰ বৰ সন্দেহ হ'ল। তেওঁলোকে সেই ঋষিক আৰু সেই ঋষিৰ আশ্ৰমত গুপ্তভাৱে থকা দস্যুবিলাকক বান্ধি আনি ৰজাৰ ওচৰত উপস্থিত কৰালে। ৰজাই সেই কৰ্মচাৰীসকলৰ পৰা সকলো বৃত্তান্ত শুনি তপস্বী ব্ৰাহ্মণক আৰু দস্যুবিলাকক প্ৰাণদণ্ডৰ আদেশ দিলে। ৰাজকৰ্মচাৰীসকলে আদেশ পাই তপস্বী ব্ৰহ্মণক শূলত দি অপহৃত ধন-সোণ লৈ পুনঃ ৰজাৰ ওচৰলৈ আহিল। তপস্যানিষ্ঠ ঋষিবৰে নিজৰ এই দুৰৱস্থাৰ বিষয়ে একোকে অনুভৱ কৰিব নোৱাৰিলে, কাৰণ তপস্যামগ্ন হৈ থকা বাবে তেওঁৰ বাহ্যিক জ্ঞান ৰহিত হৈ গৈছিল।

তেওঁ শূলবিদ্ধ হৈ নিৰাহাৰে থকা সত্বেও তেওঁৰ তপস্যা ভঙ্গ নহ'ল আৰু বহুদিনলৈকে সেই অৱস্থাতে জীৱন-ধাৰণ কৰি থাকিল। এদিনাখন ৰাত্ৰিকালত কেইজনমান মহৰ্ষি চৰাইৰ ৰূপ লৈ সেই ঠাইত উপস্থিত হ'লহি। তেওঁলোকে মাণ্ডব্য মুনিৰ সেই দুৰৱস্থা দেখি যৎপৰোনাস্তি দুঃখিত হ'ল আৰু তেওঁক সেই বিষয়ে সুধিলে, হে দ্বিজোত্তম! আপুনি এনে কি পাপ কৰ্ম কৰিছে যে শূলবিদ্ধ হ'ল? কওক, সেইকথা জানিবৰ কাৰণে আমাৰ নিতান্ত ইচ্ছা হৈছে।

মুনিবৰে সমাগত ঋষিসকলক ক'লে, "মই কাক দোষাৰোপ কৰিম? মোৰ ওচৰত কোনেও অপৰাধ কৰা নাই।" তাকে শুনি সেই ঋষিসকল গুচি গ'ল। মহামুনি মাণ্ডব্যই সেই অৱস্থাতে কাল যাপন কৰিবলৈ ধৰিলে। এইদৰে বহুকাল অতীত হোৱাত এদিনাখন ৰাজকৰ্মচাৰীবিলাকে মহৰ্ষিক একে অৱস্থাতে থকা দেখি ৰজাৰ ওচৰত সমস্ত বৃত্তান্ত নিবেদন কৰিলে। ৰজাই সকলো কথা শুনি শূলবিদ্ধ হৈ থকা ঋষিক প্ৰসন্ন কৰিবৰ কাৰণে যত্ন কৰিব ধৰিলে। তেওঁ অতি বিনীতভাৱে ক'লে, "হে ব্ৰহ্মণ! মই নেজানি আৰু ভ্ৰমান্ধ হৈ আপোনাৰ ওচৰত গুৰুতৰ দুষ্কৰ্ম কৰিছোঁ; সেইবাবে এতিয়া মোক ক্ষমা কৰক। মোৰ প্ৰতি ক্ৰুদ্ধ নহ'ব - প্ৰসন্ন হওঁক।"

ৰজাৰ বিনয়ত মুনিবৰ প্ৰসন্ন হ'ল। তাৰ পাছত ৰজাই মুনিক শূলৰপৰা নমাই আনি শূল বাহিৰ কৰিবলৈ যত্ন কৰি কিছুতেই সেই শূল উলিয়াব নোৱাৰিলে। শেষত সেই শূলৰ মূল কাটি দিলে। ঋষিয়ে শৰীৰৰ ভিতৰত শূল থকা সত্বেও সৰ্বত্ৰ বিচৰণ কৰি ফুৰিব ধৰিলে আৰু কঠোৰ তপস্যাৰ দ্বাৰা উচ্চশক্তিসম্পন্ন হৈ উঠিল। তেওঁ অনীমাণ্ডব্য নামে বিখ্যাত হৈ উঠিল। অনী— চকাৰ ধুৰাৰ মাজত থকা খিল। এদিন তেওঁ যমৰ ওচৰলৈ গৈ সিংহাসনত বহি থকা ধৰ্মৰাজক ক'লে, "হে ধৰ্ম! মই যে পাপৰ ফল ভোগ কৰিব ধৰিছোঁ— সেইটো কোন দুষ্কৰ্মৰ ফল? তুমি শীঘ্ৰে কোৱা - মই এই মুহূৰ্ত্তে মোৰ তপোবল প্ৰকাশ কৰিম।"

ধৰ্মই ক'লে, "তপোধন! আপুনি বাল্যকালত গাউনি পখিলাৰ কটিত হুল সুমাই দিছিল; সেই দুষ্কৰ্মৰ প্ৰতিফল পাইছে।" ঋষিবৰে আচৰিত হৈ ক'লে, "ধৰ্ম! তুমি লঘুপাপত মোক গুৰু দণ্ড দিছা - এইকাৰণে তুমি শূদ্ৰ হৈ জন্ম গ্ৰহণ কৰিব লাগিব।" এইবুলি শাপ দি তেওঁ ধৰ্মৰাজক পাপ-পুণ্যৰ সীমা নিৰ্দ্ধাৰণ কৰি দিলে। কোনো শিশু চৈধ্য বছৰ বয়সলৈকে পাপ-পুণ্যৰ ভাগী নহয়। পোন্ধৰ বছৰ বয়সৰপৰা পাপ-পুণ্যৰ ফলভোগী হ'ব।'

ধৰ্মৰাজে নিজৰ অপৰাধত মহাত্মা অনীমাণ্ডব্যৰ দ্বাৰা অভিশপ্ত হৈ বিদুৰ ৰূপে শূদ্ৰানিৰ গৰ্ভত জন্ম গ্ৰহণ কৰিলে। তেওঁ নিৰ্লোভ, ধাৰ্মিক, জিতক্ৰোধ, বহুদৰ্শী আৰু ক্ষমাশীল প্ৰকৃতি পাইছিল আৰু কৌৰৱ আৰু পাণ্ডৱবিলাকৰ হিতৈষী আছিল।

আমি পৰৱৰ্তী অধ্যায়বোৰত মহাভাৰতৰ আখ্যানত বিদুৰে কি অংশ গ্ৰহণ কৰিছিল - সেই বিষয়েহে বৰ্ণনা কৰিবলৈ যথাসাধ্য চেষ্টা কৰিম।

# জতুগৃহৰপৰা পাণ্ডৱৰক্ষক বিদুৰ

ৰজা ধৃতৰাষ্ট্ৰ জন্মান্ধ হোৱা বাবে তেওঁৰ পাৰিষদ হিচাপে বিদুৰ সদা-সৰ্বদাই থাকিছিল আৰু ধৃতৰাষ্ট্ৰক সৎপৰামৰ্শ দিছিল; কিন্তু শকুনি আৰু কৰ্ণৰ মন্ত্ৰণাত দুৰ্য্যোধনে ধৃতৰাষ্ট্ৰক সদায় বিদুৰৰ মত উলঙ্ঘন কৰাইছিল।

বিদুৰ কৌৰৱ আৰু পাণ্ডৱ উভয়পক্ষৰ হিতাকাঙ্ক্ষী আছিল কাৰণেই দুৰ্য্যোধনাদিৰ ষড়যন্ত্ৰমূলক বিদ্বেষৰপৰা পাণ্ডৱ-বিলাকক ৰক্ষা কৰিবৰ চেষ্টা কৰিছিল। দুষ্টবুদ্ধি দুৰ্য্যোধনে সেই কাৰণে বিদুৰক পাণ্ডৱৰ ফলীয়া বুলি অনুযোগ

কৰিছিল। বাৰাণৱতত বাস কৰিবৰ সময়ত বিদুৰৰ সহায়তে জতুগৃহদাহৰ বিপদৰপৰা পাণ্ডৱবিলাক সাৰিব পাৰিছিল।

যুধিষ্ঠিৰ সৰ্বজ্যেষ্ঠ— মহাৰাজ পাণ্ডুৰ প্ৰথম পুত্ৰ। ৰজা ধৃতৰাষ্ট্ৰ নহয়— পাণ্ডুহে ৰজা আছিল; সেই কাৰণে ৰাজ্য যুধিষ্ঠিৰেহে পাব লাগে। দুৰ্য্যোধনৰ সেইটো অসহনীয়। যুধিষ্ঠিৰক প্ৰজাবিলাকেও ভাল পায়-মান্য কৰে। দুৰ্য্যোধনৰ সেইটোও এক অসহনীয় চিন্তা। সেই কাৰণে ছলনা কৰি পাণ্ডৱ ভ্ৰাতৃসকলক একেবাৰে নিশ্চিহ্ন কৰি দিবলৈ জতুগৃহত দাহ কৰিবৰ ব্যৱস্থা কৰিলে। বিদুৰে সেই অভিসন্ধিৰ সন্ধান পালে। বিৰলে থাকি বিদুৰে দুৰ্য্যোধনৰ গোপন আলোচনা শুনিলে।

যথা যথা বিৰলে কৰয় আলোচন।
ৰাৱ বুজি বিদুৰে কৰয় অন্বেষণ।। (১৫৩৭-আদি)
দুৰ্যোধনে বোলে সবে আপদ উদ্ধাৰো।
অগনি লগায়া পাণ্ডৱক পুৰি মাৰো।। (১৫৩৮-আদি)

বিদুৰে ইয়াৰ প্ৰতিকাৰৰ উপায় চিন্তা কৰিলে। জতুগৃহৰ ভিতৰত গৰ্ভ খান্দি বাহিৰতো সিন্ধি খান্দি গৰ্ভৰ মুখ তৈয়াৰৰ ব্যৱস্থা কৰিলে যাতে ভিতৰৰপৰা যথাসময়ত পাণ্ডৱবিলাক সেই গৰ্ভেৰে সিন্ধিৰ মুখেৰে পলাই সাৰিব পাৰে। এই কাৰ্য কৰিবলৈ বিদুৰে খনক পঠিয়াই দিলে।

ভীম নামে কুম্ভকাৰ বৃকোদৰ মিতা।
মাতি আনি তাহাত কহিলা সমাহিতা।। (১৫৪২-আদি)
যি থানে শয়ন কৰে ধৰ্ম যুধিষ্ঠিৰে।
তহিতে ৰাখিবি গৰ্ত ভিতৰ মন্দিৰে।। (১৫৪৩)
সিন্ধিৰ মুখত শিলা লগাইবি ঢাকন।
তোত মোত বিনে নজানোক আনজন।। (১৫৪৪)

মানুহে বাহিৰৰপৰা যাতে বুজিব নোৱাৰে তাৰ বাবে সিন্ধিৰ মুখত শিলৰ চটা এটা থৈ ঢাকন দিবলৈ দিহা দিলে। এই বুধি সাজি পাণ্ডৱবিলাকক পূৰ্বতে জনাই দিলে আৰু পাণ্ডৱবিলাকে দুৰ্যোধনে নিযুক্ত পুৰোচনে জতুগৃহত জুই দিয়াৰ পূৰ্বেই জতুগৃহত জুই লগাই দি সিন্ধিৰ মুখেদি শিলচটা গুচাই পলাই সাৰিলে। তাৰ পাছত পাণ্ডৱসকলে ব্ৰাহ্মণৰ ছদ্মবেশ ধৰি দ্ৰৌপদীৰ স্বয়ম্বৰ নোহোৱালৈকে আত্মপৰিচয় গোপন কৰি ভিক্ষা মাগি পেট প্ৰৱৰ্তন কৰি আছিল। মাক কুন্তীও লগত আছিল।

এইদৰে বিদুৰৰ কৌশলতহে তেওঁলোকে জীৱন ৰক্ষা কৰিব পাৰিছিল।

# কৌৰৱ সভাত বিদুৰ মন্ত্ৰী

পাণ্ডৱসকলে স্বয়ম্বৰ সভাত দ্ৰৌপদীক লাভ কৰাত তেওঁলোকৰ পৰিচয় ব্যক্ত হৈ পৰিল। ভীষ্ম, দ্ৰোণ, বিদুৰ প্ৰভৃতি সকলোৱে মন্ত্ৰণা কৰি ধৃতৰাষ্ট্ৰৰ হতুৱাই ৰাজ্য দুভাগ কৰি পাণ্ডৱবিলাকক খাণ্ডৱপ্ৰস্থলৈ (ইন্দ্ৰপ্ৰস্থ নাম পাছত হয়) পঠিয়াই দিলে। পাণ্ডৱসকলে সুকীয়া ৰাজ্য পাই হৰ্ষান্বিত হৈ সুচাৰুৰূপে ৰাজ্য শাসন কৰি প্ৰজাৰঞ্জন কৰিবলৈ সমৰ্থ হ'ল আৰু ভাৰতৰ বিভিন্ন ৰাজন্যবৰ্গৰ মিত্ৰতা আৰু কৰ পাবলৈ ধৰিলে। ইন্দ্ৰপ্ৰস্থৰ সুনাম সুখ্যাতি বৈ বৈ যাবলৈ ধৰিলে আৰু যুধিষ্ঠিৰে শ্ৰীকৃষ্ণৰ পৰামৰ্শ অনুসাৰে ৰাজসূয় যজ্ঞ পাতি সম্ৰাটৰ আধিপত্যৰ সূচনা কৰিলে। তাকে দেখি দুৰ্যোধনৰ ঈৰ্ষা তীব্ৰ হৈ উঠিল। ইমান তীব্ৰ হ'ল যে তেওঁ পাণ্ডৱসকলৰ প্ৰভাৱ, ধন-ঐশ্বৰ্য আৰু প্ৰতিপত্তি দেখি নিজৰ জীৱনত হতাশ হৈ মৃত্যুকে কামনা কৰিলে।

এই নৈৰাশ্যৰ মাজত দুৰ্য্যোধনৰ মনত তেওঁৰ মোমায়েক শকুনিয়ে আশাৰ ৰেঙনি পেলালে। শকুনিয়ে উপায় দিলে যে দুৰ্য্যোধনে ধৃতৰাষ্ট্ৰৰ দ্বাৰা যুধিষ্ঠিৰক পাশা খেলৰ বাবে আহ্বান জনাওঁক। "যুধিষ্ঠিৰ দ্যূতপ্ৰিয়। তেওঁ নিশ্চয় সেই আহ্বানত সহাৰি দিব আৰু পাশা খেলিবলৈ ৰাজী হ'ব। মই কৌশলেৰে তেওঁক পৰাজিত কৰি তেওঁৰ সমস্ত ঐশ্বৰ্য হস্তগত কৰিম।"

দুৰ্য্যোধন সেই অনুসাৰে ধৃতৰাষ্ট্ৰৰ ওচৰ চাপিল আৰু শকুনিৰ কথামতে ধৃতৰাষ্ট্ৰক ক'লে, "পিতা! শকুনি মামা অক্ষক্ৰীড়াত সুদক্ষ। তেওঁ দ্যূতক্ৰীড়াৰ দ্বাৰা পাণ্ডৱৰ ৰাজলক্ষ্মী হৰণ কৰিবলৈ উৎসাহান্বিত হৈছে, অঅপুনি অনুমতি দিয়ক।"

ধৃতৰাষ্ট্ৰই উত্তৰ দিলে, "মহাপ্ৰাজ্ঞ বিদুৰ আমাৰ মন্ত্ৰী— আমি তেওঁৰ উপদেশ মতে চলোঁ। তেওঁৰ লগত পৰামৰ্শ কৰি কি কৰ্তব্য স্থিৰ কৰা হ'ব।"

দুৰ্য্যোধনে ক'লে যে বিদুৰে সন্মতি নিদিব। আপুনি বিদুৰক নোসোধাকৈয়ে যুধিষ্ঠিৰক মতাই আনক। আপুনি এইটো নকৰিলে মই নিশ্চয় প্ৰাণত্যাগ কৰিম।

ধৃতৰাষ্ট্ৰই দুৰ্য্যোধনক সন্তুষ্ট কৰিবৰ কাৰণে দুৰ্য্যোধনৰ কথাত মান্তি হৈ দ্যূতক্ৰীড়াৰ নিমিত্তে ৰমণীয় সভাঘৰ প্ৰস্তুত কৰিবলৈ ক'লে। কিন্তু দ্যূতক্ৰীড়াত বিশেষ দোষ আছে বুলি জানিও বিদুৰক মতাই আনিলে আৰু দ্যূতক্ৰীড়াৰ বাবে বিদুৰকে যুধিষ্ঠিৰক আহ্বান কৰিবলৈ ইন্দ্ৰপ্ৰস্থলৈ যাবলৈ ক'লে। ধৃতৰাষ্ট্ৰই আন সকলো বিষয়তে বিদুৰক সুধিহে সিদ্ধান্ত লয়; কিন্তু এই ক্ষেত্ৰত সেইটো নকৰিলে।

"এই দ্যূতক্ৰীড়াই সৰ্বনাশৰ মূল হ'ব" এইদৰে চিন্তা কৰি বিদুৰে ক'লে,

"হে ৰাজন! আপোনাৰ এই কাৰ্যত মই অনুমোদন কৰিব নোৱাৰোঁ। এই দ্যূতক্ৰীড়াৰ বাবে যাতে পুত্ৰবিলাকৰ মাজত বিৰোধ উপস্থিত নহয় - আপুনি তাকেহে কৰক।"

ধৃতৰাষ্ট্ৰই ক'লে, "হে বিদুৰ! যদি দেৱতাসকলো অপ্ৰসন্ন থাকে তথাপি মোৰ পুত্ৰসকলৰ মাজত কলহ নহয়। সেই ভয় নকৰিবা।" ধৃতৰাষ্ট্ৰই বিদুৰৰ পৰামৰ্শ গ্ৰহণ নকৰিলে। শেষত তেওঁ ক'লে যে শুভই হওঁক বা অশুভই হওঁক, হিতেই হওঁক বা অহিতেই হওঁক বন্ধুভাৱে দ্যূতক্ৰীড়া হওঁক। এইটো নিশ্চয় দৈৱৰে কৰ্ম। তুমি শীঘ্ৰগামী ৰথত উঠি গৈ যুধিষ্ঠিৰক আহ্বান কৰি আনা।

# বিদুৰ আৰু যুধিষ্ঠিৰ

বিদুৰ অনিচ্ছাক্ৰমে অথচ ধৃতৰাষ্ট্ৰৰ আদেশত বিষণ্ন বদনে ইন্দ্ৰপ্ৰস্থত যুধিষ্ঠিৰৰ ওচৰত উপনীত হ'লগৈ। কুশল প্ৰশ্নাদিৰ পাছত বিদুৰে ক'লে, হে ৰাজন! কুৰুৰাজে এটি ৰমণীয় সভাঘৰ সাজিছে। তাত দ্যূতক্ৰীড়াৰ উৎসৱত যোগদান কৰিবলৈ তোমাক আহ্বান কৰিছে। সেই ক্ৰীড়া উপলক্ষে শকুনি, ৰজা বিবিংশতি, চিত্ৰসেন, পুৰুমিত্ৰ প্ৰভৃতি ধূৰ্ত দ্যূতক্ৰীড়ক বিলাকক উপস্থিত কৰাইছে। অতএৱ তাত উপস্থিত হৈ ৰজাৰ আজ্ঞা পালন কৰা।

বিদুৰৰ এই আহ্বানত নিষেধ অৰ্থ নিহিত আছে, স্পষ্ট বুজা যায়। তদুপৰি বিদুৰে যেতিয়া যুধিষ্ঠিৰৰ লগত কথা পাতিবলৈ আৰম্ভ কৰে, তেতিয়া যুধিষ্ঠিৰে প্ৰথম প্ৰশ্ন কৰিছিল যে "হে খুৰাদেৱ। আপোনাৰ মানসিক অপ্ৰসন্নতা প্ৰকাশ পাইছে। আপোনাৰ কুশলতো?" বিদুৰে কেৱল ৰাজ আজ্ঞা বহন কৰিহে আনিছে, নিজৰ তাত সন্মতি নাই সেই কথা পিছ মুহূৰ্ততে স্পষ্টকৈ কৈছে।

যুধিষ্ঠিৰে ক'লে, "হে খুৰাদেৱ! দ্যূতক্ৰীড়াত আমাৰ কেৱল কলহহে উপস্থিত হ'ব—; সুতৰাং কেনেকৈ তাত প্ৰবৃত্ত হ'ম?"

তেতিয়া বিদুৰে কৈছে যে দ্যূতক্ৰীড়া যে অনৰ্থৰ মূল, সেইটো মই বিলক্ষণ জানো আৰু ইয়াক নিবাৰণৰ বাবে বিশেষ যত্ন কৰিছিলো। তথাপি ৰজাই মোক তোমাৰ ওচৰলৈ পঠিয়াই দিছে। অতএৱ হে বিদ্বন! তুমি যি ভাল দেখা তাকে কৰা।

যুধিষ্ঠিৰে ক'লে, "হে শ্ৰদ্ধেয় দেৱ। বিধাতাৰ এই আদেশ দৈৱবশতঃ আহিছে। সচৰাচৰ এই ৰূপেই অনিষ্ট ঘটে। মই অক্ষক্ৰীড়াৰ বাবে ইচ্ছুক নহয়, কিন্তু আহুত হ'লে কেতিয়াও পৰাঙ্মুখ নহওঁ — এয়ে মোৰ চিৰন্তন ব্ৰত।"

# দ্যুতক্ৰীড়াৰ বাবে বিদুৰৰ উদ্বিগ্নতা

যুধিষ্ঠিৰ হস্তিনাপুৰলৈ আহিল। তেওঁৰ লগত ভ্ৰাতৃসকলো আহিল। তেওঁলোকে সভাত প্ৰবেশ কৰি বয়ঃক্ৰম অনুসাৰে যাক যেনে সম্ভাষণ কৰিব লাগে, সেইদৰে সম্ভাষণ কৰি উপবেশন কৰিলে।

দ্যুতক্ৰীড়া আৰম্ভ হ'ল। শকুনিয়ে খেলত কপটতা কৰি ক্ৰমে ক্ৰমে যুধিষ্ঠিৰৰ ৰথ, দাসদাসী, অশ্ব-হস্তী, সৈনিক আৰু আন আন সা-সম্পত্তি প্ৰতাৰণা কৰি পণত জয় কৰি ললে। এইদৰে সৰ্বস্ব অপহৰণ কৰা দ্যুতক্ৰীড়া উত্তৰোত্তৰ বাঢ়ি যোৱা দেখি বিদুৰে সকলো সংশয় ছেদ কৰি ধৃতৰাষ্ট্ৰক ক'বলৈ ধৰিলে, "হে মহাৰাজ! মুমূৰ্ষু ব্যক্তিৰ ঔষধ খাবলৈ যেনেকৈ অনিচ্ছা হয়, সেইদৰে মোৰ উপদেশ আপোনাৰ অভিলষিত নহ'ব; তথাপি মই কওঁ- আপুনি মন দি শুনক।"

পূৰ্বে যিজন পাপাত্মা ভূমিষ্ঠ হোৱা মাত্ৰকে শিয়ালৰ দৰে বিকৃত স্বৰত ৰোদন কৰিছিল সেই কুলান্তক দুৰ্য্যোধন আপোনালোকৰ বিনাশৰ নিদানস্বৰূপ হৈছে - তাত সন্দেহ নাই। মদ্যপায়ী ব্যক্তি যে মদ্যপান কৰি পৰি যায় সি জানো সেইটো জানিব পাৰে? হে মহাৰাজ! যেনেকৈ আকণ্ঠ মদ্যপান কৰিলে মত্ততা হেতুকে হয়তো মাটিত নহয়তো পানীত পৰে, সেইদৰে দুৰাত্মা দুৰ্য্যোধন দ্যুতমদত মত্ত হৈ মহাৰথ পাণ্ডৱবিলাকৰ লগত শত্ৰুতা কৰি অচিৰাৎ যে তাৰ পতন হ'ব সেইকথা সি বুজিব পৰা নাই।

হে প্ৰাজ্ঞ! মোৰ এইটো জনা আছে যে ভোজবংশীয় এজন ৰজাই পুৰবাসীবিলাকৰ হিতৰ কাৰণে নিজৰ দুৰ্জাত পুত্ৰক পৰিত্যাগ কৰিছিল। আপুনিও সেইদৰে অৰ্জ্জুনক নিয়োগ কৰি দুৰ্য্যোধনক নিগ্ৰহ কৰক যাতে বাকী কৌৰৱসকলে পৰম সুখে কাল যাপন কৰিব পাৰে। আপুনি শোক সাগৰত নিমগ্ন নহ'ব।

শাস্ত্ৰত কৈছে যে কুলৰক্ষাৰ কাৰণে একজন ব্যক্তিক পৰিত্যাগ কৰিব, গ্ৰাম ৰক্ষাৰ বাবে কুল পৰিত্যাগ কৰিব, দেশ ৰক্ষাৰ বাবে গ্ৰাম পৰিত্যাগ কৰিব আৰু আত্মৰক্ষাৰ বাবে পৃথিৱী পৰিত্যাগ কৰিব।(১)

হে ভাৰত! মালীয়ে যেনেকৈ উদ্যানত থকা ফুলগছত পানী দি পুষ্পচয়ন কৰে, আপুনিও সেইদৰে পাণ্ডৱবৃক্ষত স্নেহজল সেচন কৰি সুন্দৰ সুন্দৰ পুষ্প চয়ন কৰিব পাৰিব; অতএব এঙাৰ সংগ্ৰহ কৰা ব্যক্তিয়ে গছজোপাকে পুৰি পেলোৱাৰ নিচিনাকৈ সমূলে পুৰি নেপেলাব।

---

(১) ত্যজেৎ কুলাৰ্থে পুৰুষং গ্ৰামস্যাৰ্থে কুলং ত্যজেৎ।
গ্ৰামং জনপদস্যাৰ্থে আত্মাৰ্থে পৃথিবীং ত্যজেৎ ।।১১।। ৬২তম অধ্যায়-সভাপৰ্ব।

পাণ্ডৱসকলৰ লগত বিবাদ কৰিলে অমাত্য-ভৃত্য আৰু পুত্ৰসকল সহকাৰে যমৰ ঘৰলৈ গতি কৰিব লাগিব; কাৰণ পাণ্ডৱবিলাক একত্ৰে সমবেত হ'লে দেৱতাসকলেৰে পৰিবৃত সাক্ষাৎ ইন্দ্ৰয়ো সিহঁতৰ লগত যুদ্ধ কৰিব নোৱাৰিব।

বিদুৰে পুনঃ কবলৈ ধৰিলে- দ্যূতক্ৰীড়া কলহৰ মূল; দ্যূতৰপৰা পৰস্পৰৰ প্ৰণয় ছিন্ন হয় - দ্যূতেই মহৎ ভয়ৰ হেতু। আপোনাৰ পুত্ৰ দুৰ্য্যোধনে ভয়ঙ্কৰ শত্ৰুতা উৎপাদন কৰিব ধৰিছে। দুৰ্য্যোধনৰ অপৰাধত ভীষ্ম প্ৰভৃতি সকলোৱে কষ্ট পাব লাগিব আৰু ভীমসেন আদি পাণ্ডৱসকলেও কষ্ট পাব লাগিব।

দ্যূতক্ৰীড়াৰ পণত দুৰ্য্যোধনৰ জয়লাভ হব ধৰিছে বুলি আপুনি আনন্দ প্ৰকাশ কৰিব ধৰিছে, কিন্তু অতি পৰিহাসেই ভয়ঙ্কৰ প্ৰাণীবধ সংগ্ৰাম উপস্থিত কৰায়। এইৰূপ জয়ৰ পৰাই যুদ্ধ ঘটে আৰু তাতেই বিনাশ হয়। আপুনি যদিও যুধিষ্ঠিৰৰ লগত বিবাদ ইচ্ছা কৰা নাই, তথাপি এই দ্যূতক্ৰীড়া আপোনাৰ অভিমততে হৈছে। শকুনিৰ ছলনা আমি বিলক্ষণ জানোঁ, আপুনি তেওঁক বিদায় দিয়ক। দুৰ্য্যোধনক শাসন কৰক। আপুনি সামান্য ধনত লোভ নকৰি পাণ্ডৱবিলাকক অমূল্য ধন বুলি ভাবি সিহঁতকে লাভ কৰক।

তেতিয়া দুৰ্য্যোধনে মাত দিলে, "হে খুৰা! তুমি সাপৰ নিচিনাকৈ আমাৰ আশ্ৰয়তে থাকি আমাৰেই অনিষ্ট চিন্তা কৰিছা। সুতৰাং তুমি য'লৈকে ইচ্ছা গুচি যোৱা।"

বিদুৰে উত্তৰ দিলে- হে মন্দবুদ্ধি দুৰ্য্যোধন! তুমি নিজকে পণ্ডিত আৰু মোক মূৰ্খ বুলি ভাবিছা; কিন্তু তোমাৰ হিতোপদেশৰ প্ৰতি মোৰ কোনো স্পৃহা নাই। তাৰ পাছত বিদুৰে ৰজা ধৃতৰাষ্ট্ৰক উদ্দেশ্য কৰি ক'লে- হে ৰাজন! এই প্ৰকাৰ অতি সামান্য কাৰণতে যি ব্যক্তিয়ে মানুহক ত্যাগ কৰিব পাৰে (গুচি যাবলৈ কয়), তাৰ লগত কাৰো বন্ধুত্ব চিৰস্থায়ী নহয়। ৰজাবিলাকৰ চিত্ত অতি অল্প বিকৃত হৈ যায়। এওঁলোকে পূৰ্বে ভালপোৱা দেখুৱাই পাছত লোৰ দণ্ডেৰে আঘাত কৰে। এই পৃথিবীত প্ৰিয়ভাষী দুষ্টবুদ্ধিৰ মানুহ বহু পোৱা যায়; কিন্তু অপ্ৰিয় আৰু হিতকৰ বাক্যৰ বক্তা আৰু শ্ৰোতা উভয়ে দুৰ্লভ। যিজন ধাৰ্মিক লোক হয়, তেওঁ প্ৰিয় বা অপ্ৰিয়ৰ প্ৰতি দৃষ্টি নকৰি হিতকৰ অপ্ৰিয় বাক্য নোকোৱাকৈ নাথাকে - তেঁৱেইহে ৰজাৰ যথাৰ্থ সহায়।(১)

পাছত দুৰ্য্যোধনৰ ফালে চাই ক'লে— এতিয়া তোমাৰ যি হয় হওঁক,

---

(১) লভ্যতে খলু পাপীয়ান্ নৰঃ সুপ্ৰিয়বাগিহ।
অপ্ৰিয়স্য হি পথ্যস্য বক্তা শ্ৰোতা চ দুৰ্লভঃ ।।১৬।।
যস্তু ধৰ্মপৰশ্চ স্যাদ্ধিত্বা ভৰ্ত্তুঃ প্ৰিয়াপ্ৰিয়ে।
অপ্ৰিয়ান্যাহ পথ্যানি তেন ৰাজা সহায়বান।। ১৭।। ৬৪তম অধ্যায়-সভা।

তোমাক মই নমস্কাৰ জনাইছোঁ। তোমাৰ আৰু ৰজা ধৃতৰাষ্ট্ৰৰ মঙ্গল কামনা কৰিহে উপদেশ দিছিলোঁ।

বিদুৰে যে নমস্কাৰ জনাইছে তাৰ অৰ্থ হৈছে যে বিবাদৰ সময়ত জ্যেষ্ঠ ব্যক্তিয়ে কনিষ্ঠ ব্যক্তিক নমস্কাৰ কৰাত বিবাদ নিষ্পত্তিৰ আশা থাকে, কাৰণ এইৰূপ নমস্কাৰৰ দ্বাৰা বিবাদীৰ মনত ক্ষোভ হৈ থাকে।

বিদুৰৰ কথা শুনিও ধৃতৰাষ্ট্ৰ নিৰৱ হৈ থাকিল। বিদুৰেও নিজৰ আসনত মনে মনে বহি থাকিল - ৰুষ্ট হৈ সভা ত্যাগ কৰি নগ'ল, কিন্তু পাছত আকৌ বিদুৰে দুৰ্য্যোধনক ভৰ্ৎসনা কৰিছে।

# বিদুৰৰ পুনঃ দুৰ্য্যোধনৰ প্ৰতি ভৰ্ৎসনা

ৰজা যুধিষ্ঠিৰে ভ্ৰাতৃসকলক, নিজক আৰু দ্ৰৌপদীক পণ থৈ ক্ৰমে ক্ৰমে পৰাজিত হ'ল। এইবাৰ দুৰ্য্যোধনে বিদুৰক উপহাস কৰি ক'লে— হে খুৰাদেৱ। তুমিযেই পাণ্ডৱবিলাকৰ প্ৰণয়িনী দ্ৰৌপদীক শীঘ্ৰে লৈ আহাগৈ। পাপীয়সী দ্ৰৌপদী আমাৰ দাসীবিলাকৰ লগত থাকি আমাৰ ঘৰ-চোতাল সাৰা-মছা কৰক।

বিদুৰে আগৰবাৰ অপমানিত হৈ পুনঃ কোনো কথা নক'ব বুলি যদিও মনে মনে ভাবিছিল তথাপি এই উপহাস আৰু দ্ৰৌপদীৰ প্ৰতি অসম্ভ্ৰমজনক বাক্য ব্যৱহাৰ কৰা বাবে প্ৰত্যুত্তৰ নিদিয়াকৈ থাকিব নোৱাৰিলে।

বিদুৰে কৈছে- ওৰে মূৰ্খ! তই যে নিজে জালত পৰি মৃত্যুৰ মুখত পৰিছ তাক বুজিব নোৱাৰিহে এনে দুৰ্বাক্য ক'বলৈ ধৰিছ। তই হৰিণ হৈ বাঘক জোকাব ধৰিছ। শুন! দ্ৰৌপদী কেতিয়াও দাসী হবৰ পাত্ৰী নহয়। ৰজা যুধিষ্ঠিৰে আগে পণত নিজকে পৰাজিত কৰি পাছত তেওঁ পুনঃ দ্ৰৌপদীক পণত থ'ব পাৰে নে নোৱাৰে— সেই প্ৰশ্নৰ উত্তৰ কি? মোৰ মতে ৰজা যুধিষ্ঠিৰে দ্ৰৌপদীক পণত থোৱাৰ অধিকাৰ আগতে হেৰুৱাইছে। তুমি জনা উচিত যে বাঁহ গছ মৰিবৰ কাৰণেহে ফুলে আৰু ফল ধৰে, তুমিও সেইদৰে বিনাশ পাবৰ কাৰণেহে ইমান মদমত্ত হৈছা; সমূলে নিৰ্মূল হ'বৰ দ্যূতক্ৰীড়া আৰম্ভ কৰি মহৎ বৈৰ আৰু মহাভয় সৃষ্টি কৰিব ধৰিছা।

দুৰ্বাক্য লোকৰ মুখৰপৰা বিনিৰ্গত হয়, কিন্তু যাক লক্ষ্য কৰি সেই দুৰ্বাক্য উচ্চাৰিত হয় সি সেই ব্যক্তিৰ হৃদয় বিদাৰক হৈ দিনে-ৰাতিয়ে যন্ত্ৰণা দিয়ে; সেইকাৰণে পণ্ডিতলোকে কেতিয়াও আনক লক্ষ্য কৰি সেইৰূপ বাক্য উচ্চাৰণ নকৰে।

হে দুৰ্য্যোধন! কাপুৰুষেহে শত্ৰুৰ অস্ত্ৰাঘাত সহ্য কৰে - সেই কাৰণে এই নীতিকথাৰ ওপৰত নিৰ্ভৰ কৰি পাণ্ডৱবিলাকৰ প্ৰতি শত্ৰুতা নকৰিবা। যদিহে এই কথা নুশুনা তেন্তে নিশ্চয় তোমালোকৰ মৃত্যুদশা উপস্থিত হৈছে। হে দুৰ্য্যোধন! তুমি যেনে দুৰ্বাক্য প্ৰয়োগ কৰিছা তেনে দুৰ্বাক্য পাণ্ডৱবিলাকে মূৰ্খ বা তপস্বী, গৃহবাসী বা বনবাসী কাৰো প্ৰতি প্ৰয়োগ নকৰে। অতি নীচ লোকেহে তেনে কুবাক্য প্ৰয়োগ কৰে।

তাৰ পাছত বিদুৰে জনান্তিকে কৈছে ধৃতৰাষ্ট্ৰৰ এইপুত্ৰ ঘোৰতৰ নৰকৰ দুৱাৰদলিত উপস্থিত হৈছে তাক সি বুজিব পৰা নাই। দুঃশাসন প্ৰভৃতি আন আন কুৰুবংশীয়বিলাকো তাৰ অনুগামী হৈছে। বৰং লাউ পানীত তল যাব পাৰে, শিলো পানীত ভাহিব পাৰে, নাৱো পানীত বুৰ যাব পাৰে, কিন্তু দুৰ্মতিপৰায়ণ দুৰ্য্যোধনে কেতিয়াও মোৰ সদুপদেশলৈ কাণ নিদিয়ে। কুৰুবংশীয় বিলাকৰ ধ্বংস উপস্থিত হৈছে।

মদমত্ত দুৰ্য্যোধনে - 'ধিক' - এইমাত্ৰ কথা বিদুৰৰ প্ৰতি উচ্চাৰণ কৰি এজন আজ্ঞাবহ দূতক দ্ৰৌপদীক আনিবলৈ আদেশ দিলে।

দ্ৰৌপদীয়ে দূতক কৈ পঠিয়ালে যে তুমি সভালৈ গৈ ৰজা যুধিষ্ঠিৰক এই প্ৰশ্ন কৰাগৈ যে তেওঁ আগে মোক নে নিজক পণ দি দ্যূতত হাৰিছে। তুমি এই প্ৰশ্নৰ উত্তৰ আনি তাৰ পাছত মোক সভাস্থললৈ লৈ যাবাহি।

দূত ঘূৰি আহি সভাৰ মাজতে সেই প্ৰশ্ন যুধিষ্ঠিৰক সুধিলে। যুধিষ্ঠিৰে সেই প্ৰশ্নৰ যথাযথ উত্তৰ দিব নোৱাৰিলে; তেতিয়া দুৰ্য্যোধনে পুনঃ দূতক দ্ৰৌপদীক আনিবলৈ পঠিয়ালে। দ্ৰৌপদীয়ে তেতিয়া দূতক পুনঃ এইবুলি কৈ পঠিয়ালে যে তুমি সভাসদবিলাকক সুধি আহাগৈ- মোৰ এই বিষয়ে কি কৰা কৰ্তব্য।

দূত ঘূৰি আহি সেই প্ৰশ্ন সভাৰ মাজত নিবেদন কৰাত সভাসদবৰ্গ দুৰ্য্যোধনৰ আগ্ৰহ দেখি অধোমুখ হৈ বহি থাকিল; একোকে নক'লে। তেতিয়া যুধিষ্ঠিৰে দুৰ্য্যোধনৰ অভিপ্ৰায় বুজি দ্ৰৌপদীৰ ওচৰলৈ এজন বিশ্বাসী দূতৰ মুখত সংবাদ দিলে যে যদিও পাঞ্চালী ৰজস্বলা আৰু একবস্ত্ৰা হৈ আছে, তথাপি দুঃখিতভাৱেই শহুৰ ধৃতৰাষ্ট্ৰৰ ওচৰলৈ আহক।

পাণ্ডৱসকল যাৰ পৰ নাই দুঃখিত হৈও সত্যপণত আবদ্ধ হৈ থকাই কি কৰিব একোকে স্থিৰ কৰিব নোৱাৰিলে। দুৰ্য্যোধনে পাণ্ডৱবিলাকক বিষণ্ণ হৈ থকা দেখি দুঃশাসনক ক'লে- হে দুঃশাসন! তুমি নিজে গৈ যেনেকৈ পাৰা তেনেকৈ পাঞ্চালীক লৈ আহাগৈ।

দুঃশাসনে গৈ দ্ৰৌপদীৰ কোনো অনুনয়-অনুৰোধ বা তিৰস্কাৰ-ভৰ্ৎসনালৈ ভ্ৰূক্ষেপ নকৰি দ্ৰৌপদীক ৰজস্বলা আৰু একবস্ত্ৰা হৈ থকা সত্ত্বেও চুলিত ধৰি টানি আনি সভাত উপস্থিত কৰালে।

সভাৰ মাজত দ্ৰৌপদীৰ বস্ত্ৰহৰণ, 'দাসী' বুলি অৱমাননা কৰণ, অন্যপতি গ্ৰহণ কৰিবলৈ উপহাসকৰণ আৰু দুৰ্যোধনৰ বাম উৰু প্ৰদৰ্শন ইত্যাদি প্ৰকাৰৰ অপমান দ্ৰৌপদীক আৰু পাণ্ডৱ সকলক কৰা হ'ল। ভীমসেনেও যথাসময়ত যুদ্ধক্ষেত্ৰত দুঃশাসনৰ ৰক্তপান আৰু দুৰ্যোধনৰ উৰু-ভঙ্গকৰণৰ দুৰ্ঘোৰ প্ৰতিজ্ঞা কৰিলে।

ৰজা ধৃতৰাষ্ট্ৰই বিচলিত হৈ দ্ৰৌপদীক বৰদান উপলক্ষ কৰি দ্ৰৌপদীক আৰু পঞ্চপাণ্ডৱক মুক্ত কৰি দিলে। সেইবোৰ ঘটনাৰ পূৰ্ণ বিৱৰণ ইয়াত দিয়াৰ আৱশ্যক নাই। আমি বিদুৰৰ চৰিত্ৰহে অধ্যয়ন কৰিবৰ যত্ন কৰিছোঁ। সেই প্ৰসঙ্গত উল্লেখযোগ্য যে যেতিয়া দুঃশাসনে দ্ৰৌপদীৰ বস্ত্ৰহৰণ কৰিব ধৰিছিল সেই সময়ত সভাস্থ সকলো লোকে ধিক্কাৰ দিব ধৰিছিল, কিন্তু পাণ্ডৱসকলৰ ফালে দৃষ্টি নিক্ষেপ কৰি তেওঁলোকক কোনো প্ৰশ্ন কৰিব পৰা নাছিল।

সেই সময়ত সৰ্বধৰ্মজ্ঞ বিদুৰে দুয়োখন হাত ওপৰলৈ তুলি সভাস্থ সদস্যবৰ্গক সম্বোধন কৰি ক'বলৈ ধৰিলে— হে সদস্যসকল! দ্ৰুপদনন্দিনীয়ে পুনঃ পুনঃ ৰোদন কৰি আপোনালোকক সুধিছে যে পূৰ্বে ৰজা যুধিষ্ঠিৰে নিজক পণ কৰিছিল নে দ্ৰৌপদীক পণ কৰিছিল; আপোনালোকৰ কোনেও সেই প্ৰশ্নৰ উত্তৰ দিয়া নাই। কোনো ব্যক্তি যদি আৰ্ত হৈ প্ৰজ্বলিত অগ্নিৰ দৰে হৈ সভালৈ আহে, সভাৰ সভ্যসকলৰ সত্য আৰু ধৰ্ম হৈছে সেইজন ব্যক্তিক প্ৰশমিত কৰা। দ্ৰৌপদী যে কান্দি কান্দি আপোনালোকৰ ওচৰত বিচাৰপ্ৰাৰ্থিনী হৈছে আপোনালোকে সেই বিচাৰ নকৰি ধৰ্মকেহে পীড়িত কৰিছে। যিবিলাক আৰ্যব্যক্তি - সেইবিলাকে সত্যৰ ওপৰত নিৰ্ভৰ কৰি ধৰ্ম প্ৰশ্নৰ মীমাংসা কৰে। আপোনালোকেও কাম, ক্ৰোধ আৰু আবেগ বিবৰ্জিত হৈ দ্ৰৌপদীয়ে কৰা প্ৰশ্নৰ সমুচিত উত্তৰ প্ৰদান কৰক। ইতিপূৰ্বে দুৰ্যোধনৰ ধৰ্মপ্ৰাণ ভ্ৰাতাই তেওঁৰ সিদ্ধান্ত ব্যক্ত কৰিছে যে ৰজা যুধিষ্ঠিৰে আগে নিজকে পণত হাৰি পাছতহে দ্ৰৌপদীক পণ ধৰিছে। এনে ক্ষেত্ৰত সেই পণ যুধিষ্ঠিৰৰ অধিকাৰ বহিৰ্ভূত হৈছিল। সেইদৰে আপোনালোকেও নিজ নিজ সিদ্ধান্ত ব্যক্ত কৰক।

বিচাৰ সমাজত উপস্থিত থাকি ধৰ্মদৰ্শী সভাই যদি বিচাৰ্য বিষয়ে একোকে নকয় তেন্তে মিছা কথা কোৱাৰ অৰ্দ্ধেক ফল পায়; আৰু যিজনে মিছা সিদ্ধান্ত ব্যক্ত কৰে তেওঁ সম্পূৰ্ণ মিছাৰ ফল ভোগ কৰে। ইয়াত কোনো সন্দেহ নাই। ধৰ্মক যদি অধৰ্মৰ দ্বাৰা বিদ্ধা হয় তেতিয়া ধৰ্মৰ কোনো হানি নহয়, কিন্তু যিবিলাক সভ্যই উপস্থিত থাকিও অধৰ্মৰ প্ৰতিবাদ নকৰে তেওঁলোকক অধৰ্মই স্পৰ্শ কৰে।

বিদুৰৰ এই ধৰণৰ কথাৰ পাছতো সভাস্থ কোনো সদস্যই একো উত্তৰ নিদিলে। এই অৱসৰতে কৰ্ণই দুঃশাসনক সম্বোধন কৰি কৈছিল - হে দুঃশাসন!

এতিয়া এই দাসীক ঘৰলৈ লৈ যোৱা। কৰ্ণৰ আদেশ পোৱা মাত্ৰকে কম্পমানা, সলজ্জা আৰু অনাথা দ্ৰৌপদীক সভাৰ মাজতে দুঃশাসনে টানিবলৈ ধৰিলে।

ৰজা ধৃতৰাষ্ট্ৰই দ্ৰৌপদীক বৰ দি দ্ৰৌপদীক আৰু পঞ্চ পাণ্ডৱক মুক্ত কৰি দিয়াৰ পাছত তেওঁলোক যেতিয়া পুনঃ ইন্দ্ৰপ্ৰস্থলৈ গুচি গ'ল তেতিয়া দুৰ্য্যোধনৰ মনত দুৰ্ঘোৰ ভয়ৰ সঞ্চাৰ হ'ল। কৌৰৱসকলে মুক্ত সভাত দ্ৰৌপদীক যেনেদৰে অপমান কৰিছে সেই অপমান কোনে সহ্য কৰিব পাৰে? দুৰ্য্যোধনে এই কথা স্মৰণ কৰি পুনঃ ভাবিছে যে আমি পাণ্ডৱবিলাকক অপকাৰ কৰিছোঁ, তেওঁলোকে আমাক সেই অপকাৰৰ বাবে কেতিয়াও ক্ষমা নকৰে। এইদৰে ভীত হৈ আৰু এই ভয়ৰ অজুহাতত পুনঃ পাশাখেলৰ বাবে মন্ত্ৰণা কৰি ধৃতৰাষ্ট্ৰৰপৰা অনুমতি গ্ৰহণ কৰিলে।

এই পৰিপ্ৰেক্ষিতত বিচাৰ কৰি চালে আমি বুজিব পাৰোঁ যে নীতি বাক্যই দুৰ্নীতিপৰায়ণ ব্যক্তিৰ স্বভাৱৰ পৰিৱৰ্তন কৰাব নোৱাৰে। ইয়াৰ একমাত্ৰ শাস্ত্ৰীয় যুক্তি এয়ে হ'ব পাৰে যে প্ৰত্যেক জীৱ বা ব্যক্তি দৈৱৰ অধীন। জন্ম জন্মান্তৰৰ কৰ্মফল ভোগ কৰিবৰ উপযোগীকৈহে মানুহৰ স্বভাৱৰ সৃষ্টি হয়। সেই স্বভাৱৰ আলম্বনতে মানুহে কৰ্মফল ভোগ কৰে। কৰ্মফলৰ দুৰ্ভোগ ভোগ কৰিবৰ বাবে পুৰ্বজন্মৰ কৰ্মৰ প্ৰতিক্ৰিয়া স্বৰূপে ব্যক্তিৰ যি স্বভাৱ সৃষ্ট হয় সেই স্বভাৱৰ পৰিবৰ্তন কৰাৰ প্ৰচেষ্টামূলক সুমতি আনৰ উপদেশত নহয়। দৈৱ বা অদৃষ্ট তেতিয়া বলবান হৈ উঠে। শাস্ত্ৰত এই সম্পৰ্কে অৱশ্যে উপযুক্ত নিৰ্দেশ নথকা নহয়। সৎসঙ্গ, সদগ্ৰন্থ পাঠ আৰু ভগৱদ্ভক্তি থকালোকে পূৰ্বজন্মৰ কৰ্মৰ দুৰ্ভোগ কিছু খণ্ডন কৰিব পাৰে বুলি পোৱা যায়; কিন্তু দুৰ্য্যোধনৰ সঙ্গ যেনে সহজাত দুষ্প্ৰবৃত্তিও তেনে। জন্মৰ সময়তে শিয়ালৰ দৰে দুৰ্যোধনৰ শিশু-ক্ৰন্দনে বুজাই দিছিল যে এই শিশু বংশৰ কুলাঙ্গাৰ আৰু ধৃতৰাষ্ট্ৰ জন্মান্ধই নাছিল— পুত্ৰস্নেহত কৰ্মান্ধও হৈ পৰিছিল। এই শিশুক পৰিত্যাগ নকৰি তাৰ প্ৰবৃত্তিৰ খেয়াল পূৰ্ণ কৰি দি থাকি তাৰ সেই দুষ্প্ৰবৃত্তিক পৰিবৰ্দ্ধিত কৰা হৈছিল। সেয়েহে বিদুৰৰ এই ধৰ্মনীতিয়ে কি পিতা কি পুত্ৰ কাৰো মনত সাঁচ বহুৱাব নোৱাৰিছিল।

পুনঃ পাশাখেল হ'ল আৰু খেলত পৰাজিত হৈ সত্যপালনৰ বাবে পঞ্চ পাণ্ডৱ আৰু তেওঁলোকৰ পতিব্ৰতা মহিষী দ্ৰৌপদী সহগামিনী হৈ বাৰ বছৰ বনবাস আৰু এক বছৰ অজ্ঞাত বাসৰ বাবে প্ৰস্তুত হ'ল।

# পাণ্ডৱৰ বনগমনত বিদুৰৰ আশীৰ্ব্বাদ

যুধিষ্ঠিৰে বিদায় সম্ভাষণ জনাবৰ সময়ত ক'লে— আজি মই আমাৰ পূজনীয় ভাৰত— বৃদ্ধ পিতামহ, ৰজা সোমদত্ত, বাহ্লীক, দ্ৰোণ, কৃপ, অশ্বত্থামা, বিদুৰ, ধৃতৰাষ্ট্ৰ, সঞ্জয় আৰু অন্যান্য সভাসদবিলাকৰ পৰা বিদায় লৈ ওলালোঁ, পুনৰ্বাৰ আহি আপোনালোকৰ লগত সাক্ষাৎ কৰিম। তেওঁলোকে লাজতে যুধিষ্ঠিৰক একোকে ক'ব নোৱাৰিলে; কিন্তু মনে মনে তেওঁলোকৰ শুভ কামনা কৰিলে।

বিদুৰে ক'লে - আৰ্য্যা পৃথা ৰাজপুত্ৰী, তেওঁৰ বনলৈ যোৱাটো সমীচীন নহব; বিশেষতঃ তেওঁ বৃদ্ধা, সুকুমাৰী আৰু বহুকাল সুখত দিন কটাইছে। অতএৱ তেওঁ মোৰ ঘৰতে থাকক। হে পাণ্ডৱ সকল! তোমালোকৰ সৰ্বত্ৰ মঙ্গল হওঁক। পাণ্ডৱসকলে সেয়ে হওঁক বুলি কৈ নিবেদন কৰিলে - হে মহাশয়! আপুনি পিতৃতুল্য পিতৃব্য আৰু আমিও আপোনাৰ একান্ত বাধ্য। আপুনি যি উপদেশ দিছে - সেইটো পালন কৰা আমাৰ অৱশ্যে কৰ্তব্য; কাৰণ আপুনি আমাৰ গুৰু। হে প্ৰাজ্ঞবীৰ! যদি আন কিবা আমাৰ কৰ্তব্য থাকে - আদেশ কৰক।

বিদুৰে ক'লে, "বাছা যুধিষ্ঠিৰ! তুমি নিশ্চয়কৈ জানিবা যে অধৰ্ম আচৰণ কৰি কোনেও জয়লাভ কৰিব নোৱাৰে; আকৌ অধৰ্ম পথে দি পৰাজিত হলেও যৎপৰেনাস্তি মনস্তাপ উপস্থিত হয়। তোমালোকৰ ভিতৰত তুমি ধৰ্মজ্ঞ, ধনঞ্জয় যুদ্ধজয়ী। ভীমসেন অৰিহন্তা, নকুল অৰ্থসংগ্ৰাহী, সহদেৱ সংযমী আৰু তোমালোকৰ পুৰোহিত ধৌম্য ব্ৰহ্মজ্ঞ আৰু পত্নী দ্ৰৌপদী ধৰ্মচাৰিণী। তোমালোক প্ৰত্যেকে পৰস্পৰৰ প্ৰিয়, প্ৰত্যেকে প্ৰিয়দৰ্শন আৰু সৰ্বদা সন্তুষ্ট-চিত্ত। শত্ৰুবৰ্গই তোমালোকৰ সৌহাৰ্দ বিচ্ছেদ কৰিব নোৱাৰে। তোমাৰ ধ্যান-বুদ্ধি অতি হিতকাৰিণী। শত্ৰুয়ে ইয়াক উপহাস কৰিব নোৱাৰে। তুমি পূৰ্বে হিমাচলত মেৰুসাবৰ্ণি ঋষিৰ শিষ্যৰ শিষ্যত্ব গ্ৰহণ কৰিছা, বাৰণাৱত নগৰত ঋষি দ্বৈপায়নৰ ওচৰত শিক্ষা লাভ কৰিছা, ভৃগুতুঙ্গত পৰশুৰামৰ ওচৰত উপদেশ লৈছা, দৃষদ্বতীত মহাদেৱৰ ওচৰত জ্ঞান লাভ কৰিছা আৰু কল্মাষী নদীৰ পাৰত আশ্ৰম কৰি থকা মহৰ্ষি ভৃগুৰ শিষ্য হৈছা। দেৱৰ্ষি নাৰদ সকলো বিষয়ে তোমাৰ শুভাকাঙ্ক্ষী হৈ আছে আৰু ধৌম্য তোমাৰ পুৰোহিত হৈ লগতে আছে।

পৰকালৰ বিষয়ে তোমাৰ যি অসামান্য বুদ্ধি বৃত্তি আছে তাক তুমি পৰিত্যাগ নকৰিবা। তুমি বুদ্ধিত পুৰুৰৱাক পৰাজয় কৰিছা, শক্তিত ৰাজন্যবৰ্গক পৰাজিত কৰিছা আৰু ধৰ্মাচৰণতো ঋষিবিলাকক অতিক্ৰম কৰি গৈছা।

তোমালোকৰ সৰ্বত্ৰ মঙ্গল হওঁক।"

পাণ্ডৱসকলে পুনঃ ভীষ্ম আৰু দ্ৰোণক প্ৰণাম কৰি প্ৰস্থান কৰিলে।

# পাণ্ডৱসকলৰ বনযাত্ৰাৰ বিৱৰণ আৰু বিদুৰৰ ব্যাখ্যা

পাণ্ডৱসকল বনলৈ যাবলৈ সত্যবদ্ধ-তেওঁলোকে ধৰ্মপথত থাকি বনলৈ নোযোৱাকৈ থাকিব নোৱাৰে। পাণ্ডৱসকলক ৰাজ্য ভ্ৰষ্ট কৰাটো যে দুৰ্য্যোধনৰ অভিপ্ৰেত তাত কোনো সন্দেহৰ প্ৰশ্ন নাই - কিন্তু ধৃতৰাষ্ট্ৰৰো অনভিপ্ৰেত নহয়।

অন্ধ ধৃতৰাষ্ট্ৰই পাণ্ডৱসকলৰ বনবাস যাত্ৰা স্বচক্ষে চাব পৰা নাই; সেইবাবে বিদুৰক সেইবিষয়ে প্ৰশ্ন কৰিছে যে পাণ্ডৱসকল আৰু দ্ৰৌপদী কেনেভাৱে বনলৈ যাব ধৰিছে? পাণ্ডৱসকল যে ক্ষুব্ধ আৰু দুঃখিত হৈ বনলৈ যাবলৈ ওলাইছে তাত কোনো সংশয় ধৃতৰাষ্ট্ৰৰ নাই; কিন্তু তেওঁলোকৰ ক্ষোভ আৰু দুঃখৰ প্ৰতিক্ৰিয়া এদিন যে উপস্থিত হ'ব সেইবিষয়ে শঙ্কান্বিত হৈহে এই প্ৰশ্ন কৰিছে।

বিদুৰে ক'লে- মহাৰাজ! যুধিষ্ঠিৰে কাপোৰেৰে নিজৰ মুখখন ঢাকি ধৰি যাবলৈ ধৰিছে। ভীমসেনে নিজৰ বাহু দুখন চাই চাই যাবলৈ ধৰিছে। অৰ্জুনে ইফালে-সিফালে বালি ছটিয়াই ছটিয়াই যুধিষ্ঠিৰৰ পাছে পাছে যাবলৈ ধৰিছে। সহদেৱে নিজৰ মুখত মাটি লিপি লৈ যাবলৈ ধৰিছে, নকুলে নিজৰ গাত ধূলি সানি যাবলৈ ধৰিছে আৰু দ্ৰৌপদীয়ে চুলিবোৰ আউলি-জাউলিকৈ মুখখন আঁচলেৰে ঢাকি লৈ কান্দি কান্দি যাবলৈ ধৰিছে।

ধৃতৰাষ্ট্ৰই তেতিয়া বিদুৰক প্ৰশ্ন কৰিছে যে তেওঁলোকে একোজনে একো একোটা বেলেগ ৰূপত যাব ধৰিছে কিয়?

বিদুৰে উত্তৰ দিছে - মহাৰাজ! কুন্তীপুত্ৰ যুধিষ্ঠিৰ আপোনাৰ পুত্ৰবিলাকৰ দ্বাৰা প্ৰতাৰিত হ'লেও তেওঁ ধৰ্মপথৰপৰা বিচলিত হোৱা নাই। তেওঁ হৃতসৰ্বস্ব আৰু হৃতৰাজ্য হ'লেও তেওঁৰ বুদ্ধি ধৰ্মত অবিচলিত হৈ আছে। তেওঁ *কৌৰৱবিলাকৰ প্ৰতি স্বভাৱতে দয়াশীল*; কিন্তু প্ৰতাৰিত হৈ ৰাজ্যভ্ৰষ্ট হোৱা বাবে তেওঁৰ মনত ক্ৰোধ উপস্থিত হৈছে। তেওঁৰ কোপদৃষ্টিত প্ৰজা বিলাকৰ অনিষ্ট ঘটিব পাৰে- সেই আশঙ্কাত কাপোৰেৰে মুখখন ঢাকি লৈ গৈ আছে।

ভীমসেনে সদায় নিজৰ বাহুবলৰ ওপৰতে নিৰ্ভৰ কৰে আৰু বাহুবলৰে দৰ্প কৰি থাকে। ভীমে 'মোৰ সমান বহুবল কাৰো নাই' আৰু 'বাহুবলেৰে শত্ৰু নিধন কৰিম' এই কথা ভাবি ভাবি নিজৰ বাহুযুগল আস্ফালন কৰি কৰি গৈ আছে।

অৰ্জুনে যুদ্ধৰ সময়ত কেনেকৈ বাণ বৰ্ষণ কৰিব তাৰেই নিদৰ্শন স্বৰূপে হাতত বালি লৈ তাক ইফালে-সিফালে ছটিয়াই যাবলৈ ধৰিছে।

কোনেও যেন চিনি পাব নোৱাৰে সেই উদ্দেশ্যে সহদেৱে মুখত মাটি লিপি লৈ যাব ধৰিছে।

'মোৰ এই সুন্দৰ ৰূপত যেন কোনো ৰমণী মুগ্ধ নহয়'- এই কাৰণে নকুলে গাত ধূলি সানি লৈ যাব ধৰিছে।

আৰু একবসনা দ্ৰৌপদী মুক্তকেশী হৈ কান্দি কান্দি কৈ যাব ধৰিছে যে 'মই আজি যাৰ কাৰণে এই দুৰ্দ্দশাত পৰিছোঁ সেইবিলাকৰ পত্নীসকলেও তেৰ বছৰৰ পাছত মৃত প্ৰিয়জনৰ তৰ্পণ কৰি এইদৰে কান্দি কান্দি হস্তিনাপুৰত প্ৰবেশ কৰিব।'

বেদজ্ঞ পুৰোহিত ধৌম্য নৈঋত কোণৰ অভিমুখে কুশ হাতত লৈ সাম আৰু সাম্য গান কৰি কৰি আগে আগে যাবলৈ ধৰিছে। ইয়াৰ অৰ্থ হৈছে যে কৌৰৱকুল ধ্বংস হ'লে তেওঁলোকৰ পুৰোহিতসকলে এইদৰে সামমন্ত্ৰ গান কৰিব।

এইদৰে পাণ্ডৱসকলে বনযাত্ৰা কৰা দেখি প্ৰজাবিলাকে হাহাকাৰ কৰিব ধৰিলে আৰু কৌৰৱসকলক ধিক্কাৰ দিবলৈ ধৰিলে। চাৰিওফালে নানা প্ৰকাৰৰ অমঙ্গলীয়া লক্ষণ দেখা যাবলৈ ধৰিলে। বিনামেঘে বিজুলিৰ চিক্‌মিকনি, ভূঁইকপ আৰু উল্কাপাত ইত্যাদি দুৰ্লক্ষণ দেখা যাবলৈ ধৰিলে।

# বিদুৰৰ কাম্যকবনলৈ আগমন

পাণ্ডৱসকলে কাম্যক বনলৈ আহি বনৰ মাজত এক ৰমণীয় ঠাই নিৰ্বাচন কৰি লৈ তাত এখন আশ্ৰম সাজিলে। তাত ব্ৰাহ্মণবিলাকক লগত লৈ বাস কৰিবলৈ ধৰিলে।

ইফালে ৰজা ধৃতৰাষ্ট্ৰ সমগ্ৰ ৰাজ্য নিজৰ পুত্ৰবিলাকৰ অধীনলৈ অহাত আন্তৰিক সুখী হৈছে; কিন্তু পাণ্ডৱসকলৰপৰা ভৱিষ্যৎ যুদ্ধ আশঙ্কা আছে সেই বিষয়েও শঙ্কিত হৈ আছে। সেই কাৰাণে ধৃতৰাষ্ট্ৰই বিদুৰক এদিন সুধিলে— বিদুৰ! তুমি শুক্ৰাচাৰ্যৰ দৰে বুদ্ধিমান আৰু তুমি ধৰ্মৰ সূক্ষ্মতা ভালদৰে বুজি পোৱা। তুমি কৌৰৱ কুল আৰু পাণ্ডৱকুল উভয় কুলৰে সমান হিতাকাঙ্ক্ষী। যাতে উভয় কুলৰে হিত সম্ভৱ হ'ব পাৰে, তেনে কি পৰামৰ্শ তুমি দিব পাৰা?

বিদুৰেও যথোচিত ধৰ্মসঙ্গত পৰামৰ্শ আগবঢ়ালে। বিদুৰে ক'লে- মহাৰাজ! চাওঁক, ধৰ্ম, অৰ্থ আৰু কাম এই তিনিবৰ্গৰ মূল ৰাজ্য বুলি পণ্ডিতসকলে নিৰ্ণয় কৰিছে। ৰাজ্যত সুখ থাকিলে অৰ্থাৎ প্ৰজাবিলাক সুশাসিত হ'লে ৰজাই এই তিনি বৰ্গ লাভ কৰিব পাৰে। সেই কাৰণে আপুনি ধৰ্মপথ

অৱলম্বন কৰি নিজৰ শক্তিৰ প্ৰভাৱতে নিজৰ পুত্ৰবিলাকক আৰু পাণ্ডুৰ পুত্ৰবিলাকক সমানে শাসন কৰক।

শকুনি প্ৰমুখ পাপমতি সভাসদসকলৰ অধৰ্ম নীতিৰ আশ্ৰয় লৈ দ্যূতক্ৰীড়াৰ মাধ্যমত আপোনাৰ পুত্ৰ দুৰ্য্যোধনে ধৰ্মৰাজ যুধিষ্ঠিৰক মতাই আনি কপট পাশা খেলত পৰা জয় কৰি হৃতসৰ্বস্ব কৰিছে। এই দুষ্কৰ্মৰ প্ৰতিবিধান কৰিবলৈ হ'লে মোৰ বিবেচনাৰে আপুনি পাণ্ডৱসকলক পূৰ্বে ৰাজ্যৰ যি অংশ দান কৰিছিল, সেইখিনি ৰাজ্যাংশ পুনঃ দান কৰক। তেতিয়া হ'লে আপোনাৰ পুত্ৰবিলাক পাপমুক্ত হ'ব আৰু জগতত প্ৰতিষ্ঠা লাভ কৰিব পাৰিব। মই এইটোকে একমাত্ৰ উপায় বুলি বিবেচনা কৰোঁ; কাৰণ পৰৰ ৰাজ্য বা ধনত লোভ নকৰাটোৱেই ৰজাবিলাকৰ পৰম ধৰ্ম।

এতিয়া যাৰ বুদ্ধিত এই সৰ্বনশীয়া পৰিস্থিতিৰ উদ্ভৱ হৈছে, সেই শকুনিক উপযুক্ত শাস্তি দিয়া আৰু পাণ্ডৱসকলক সন্তুষ্ট কৰাই হৈছে আপোনাৰ কতব্য। আপুনি যদি এতিয়া এই কৰ্ম সাধন কৰে আপোনাৰ যশহানি, জ্ঞাতিভেদ আৰু ধৰ্মলোপ নহ'ব। হে মহীপাল! আপুনি যদি নিজপুত্ৰৰ মঙ্গল কামনা কৰে তেন্তে অতি সোনকালে মোৰ কথা শুনি এইটো কৰক— নহলে নিশ্চয় কুৰুকুলৰ বিনাশ হ'ব। ভীমসেন আৰু অৰ্জুনৰ ক্ৰোধত তেওঁলোকৰ সমস্ত শত্ৰু নিহত হ'ব, বাকী নাথাকিব। সৰ্বশ্ৰেষ্ঠ ধনু গাণ্ডীৱ যিবিলাকৰ আছে, যি বিলাকৰ ভিতৰত অস্ত্ৰবিদ্যা বিশাৰদ অৰ্জুন আৰু বাহুবলশালী ভীমৰ দৰে যোদ্ধা আছে— এই ভূমণ্ডলত তেওঁলোকৰ অসাধ্য কি আছে?

আপোনাৰ হিতৰ কাৰণে দুৰ্য্যোধন জন্মা মাত্ৰকে দুৰ্লক্ষণবোৰ দেখি মই তাক পৰিত্যাগ কৰিবলৈ আপোনাক পৰামৰ্শ দিছিলোঁ; আপুনি মোৰ সেই হিতকথা শুনা নাই। আপোনাক পুনৰায় আন এটি হিত পৰামৰ্শ দিলোঁ। আপুনি যদি মোৰ এই কথা নুশুনে তেন্তে পাছত পৰিতাপ কৰিব লাগিব। যদি আপোনাৰ পুত্ৰই সন্তোষমনে পাণ্ডৱবিলাকৰ সহিতে ৰাজ্যভোগ কৰি থাকিবলৈ সন্মত হয়, তেনেহ'লে আপোনাৰ কোনো প্ৰকাৰৰ সন্তাপ নাথাকিব। নতুবা দুৰাত্মা দুৰ্য্যোধনক নিগ্ৰহ কৰি ধৰ্মাত্মা যুধিষ্ঠিৰৰ হাতত ৰাজ্যৰ সম্পূৰ্ণ আধিপত্য দান কৰক। অজাতশত্ৰু যুধিষ্ঠিৰে ৰাগ-দ্বেষশূণ্য হৈ ধৰ্মতঃ ৰাজ্য পালন কৰক। তেতিয়া অন্যান্য ৰজাবিলাক যুধিষ্ঠিৰৰ তলতীয়া হৈ থাকিব।

হে ৰাজন! আপুনি যুধিষ্ঠিৰক সান্ত্বনা কৰি ৰাজ্যত অভিষিক্ত কৰক। দুৰ্য্যোধন, শকুনি আৰু সূতপুত্ৰ কৰ্ণই প্ৰীতমনে পাণ্ডৱসকলৰ শৰণাগত হওঁক আৰু দুঃশাসনে সভাৰ মাজত ভীমসেন আৰু দ্ৰৌপদীৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰক। এয়ে মোৰ উপদেশ আৰু পৰামৰ্শ। এইদৰে কাৰ্য কৰিলে নিঃসন্দেহে সফলতা লাভ কৰিব পাৰিব।

এইবাৰ ধৃতৰাষ্ট্ৰৰ আচল ৰূপ ওলাই পৰিছে। জন্মান্ধ ধৃতৰাষ্ট্ৰ কিমান যে স্নেহান্ধ সেইটো ফটফটীয়াকৈ ওলাই পৰিল। ধৃতৰাষ্ট্ৰৰ উত্তৰত বিদুৰ যে কেৱল পাণ্ডৱৰ হে হিতকাৰী আৰু কৌৰৱৰ অহিতকাৰী সেইটো হে প্ৰকাশ পাইছে। ধৃতৰাষ্ট্ৰই উত্তৰ দিলে— হে বিদুৰ! তুমি পূৰ্বে ৰাজসভাৰ মাজত যেতিয়া এইবোৰ কথা কৈছিলা, সেই সময়ত সেই কথা কেৱল পাণ্ডৱসকলৰ পক্ষ লৈ কোৱা বুলি আমি বুজিব নোৱাৰিছিলোঁ - উভয় পক্ষৰে হিতকৰ বুলিহে বোধ হৈছিল। তোমাৰ আজিৰ কথাত এইটো স্পষ্টকৈ ওলাই পৰিছে যে আমাৰ হিতৰ কাৰণে তোমাৰ অনুমাত্ৰও চেষ্টা নাই। মই পাণ্ডৱবিলাকৰ ভালৰ নিমিত্তে কেনেকৈ নিজৰ পুত্ৰক পৰিত্যাগ কৰিম? পাণ্ডৱসকলো মোৰ পুত্ৰ সঁচা, কিন্তু দুৰ্য্যোধন যে মোৰ দেহৰপৰাই উৎপন্ন হৈছে। হে বিদুৰ! কোন সমদৰ্শী লোকে পৰৰ কাৰণে নিজৰ পুত্ৰক ত্যাগ কৰিবলৈ উপদেশ দিব পাৰে? হে বিদুৰ! মই তোমাক যথেষ্ট সম্ভ্ৰমৰ চকুৰে চাওঁ - কিন্তু এইটো আজি স্পষ্ট বোধ হৈছে যে তুমি মোক অহিতকৰ কপট উপদেশ দিছা। অতএৱ তুমি ইয়াতেই থকা বা আন ঠাইলৈকে যোৱা তাত মোৰ কোনো আপত্তি নাই বা মোৰ কোনো ক্ষতিও নহয়। এতিয়াহে বুজিলোঁ যে কুলটা পত্নীক উত্তমৰূপে সান্ত্বনা দিলেও সেই স্ত্ৰীয়ে স্বামীক পৰিত্যাগ নকৰাকৈ নাথাকে। এইবুলি কৈ তেওঁ সহসা উঠি অন্তঃপুৰলৈ গুচি গ'ল।

বিদুৰে ধৃতৰাষ্ট্ৰৰ এই উত্তৰত মনত বিষম আঘাত পালে আৰু উভয় পক্ষৰ সন্ধি হোৱা অসম্ভৱ যেন ভাবি পাণ্ডৱসকলৰ তালৈ গুচি যোৱাটোকে স্থিৰ কৰিলে।

বিদুৰ যে উভয়পক্ষৰ হিতকাৰী আৰু শুভাকাঙ্ক্ষী সেই কথা বিদুৰৰ ধৃতৰাষ্ট্ৰৰ প্ৰতি দিয়া উপদেশে সংশয় নোহোৱাকৈ প্ৰমাণ কৰে। যিকোনো নিৰপেক্ষ লোকে সেইকথা বুজিব পাৰে; কিন্তু পুত্ৰস্নেহত অন্ধ ধৃতৰাষ্ট্ৰই সেই উপদেশৰ কদৰ্থ কৰিলে।

বিদুৰে অলপ দিনৰ ভিতৰতে পাণ্ডৱবিলাকক লগ ধৰিলে। বিদুৰে খবৰ পাইছিল যে পাণ্ডৱবিলাকক লগ ধৰিলে। বিদুৰে খবৰ পাইছিল যে পাণ্ডৱবিলাক কাম্যক বনত বাস কৰি আছে। সেই সংবাদৰ ওপৰত নিৰ্ভৰ কৰি বিদুৰ পাণ্ডৱসকলক লগ ধৰিবলৈ শীঘ্ৰগামী অশ্বযুক্ত ৰথত উঠি যাত্ৰা কৰিলে। কাম্যক বনত যুধিষ্ঠিৰে দ্ৰৌপদী আৰু ভ্ৰাতৃ চাৰিজনৰ লগত বহি কথা পাতি আছে- এনেতে দেখিলে যে বিদুৰ আহিব ধৰিছে। বিদুৰৰ আগমনৰ ক্ষিপ্ৰতা দেখি যুধিষ্ঠিৰ শঙ্কিত হ'ল, কিজানিবা শকুনিৰ মন্ত্ৰণাত পুনঃ দ্যূতক্ৰীড়াৰ আয়োজন হৈছে। সেইবাবে বিদুৰে যুধিষ্ঠিৰক নিবলৈ আহিছে। তেওঁ ভীমসেনক কলে - খুৰাদেৱ বা কিয় আহিছে? হীনমতি শকুনিয়ে এইবাৰ আমাৰ অস্ত্ৰ-শস্ত্ৰও জয়

কৰি লবৰ মতলব সাজিজে নেকি? কোনোবাই পাশাখেলত আহ্বান কৰিলে মই প্ৰত্যাখ্যান কৰিব নোৱাৰোঁ; কিন্তু গাণ্ডীৱ পৰৰ হস্তগত হ'লে আমাৰ ৰাজ্যলাভ কৰা বৰ দুষ্কৰ হ'ব।

ইতিমধ্যে বিদুৰ ওচৰ চাপি অহা দেখি তেওঁলোক আটাইকেউজনে আগবঢ়াই আনিবলৈ গ'ল। বিদুৰ এইদৰে অভ্যৰ্থিত হৈ পৰম আনন্দমনে তেওঁলোকৰ লগত আসন গ্ৰহণ কৰিলে। মহামতি বিদুৰে কিছুসময় বিশ্ৰাম কৰাৰ পাছত পাণ্ডৱসকলে তেওঁৰ অহাৰ কাৰণ কি সুধিলে। তেতিয়া বিদুৰে ধৃতৰাষ্ট্ৰৰ লগত হোৱা আদ্যোপান্ত সকলো কথা ক'লে আৰু বিদুৰক যে হস্তিনাপুৰৰপৰা যাবলৈ কৈছে সেই কথাও ক'লে।

তাৰ পাছত মহামতি বিদুৰে ক'লে যে ৰজা ধৃতৰাষ্ট্ৰই সদুপদেশৰ মূল্য নবুজি ৰাজ্য-শাসনৰ বাবে মোৰ সাহায্যৰ আৱশ্যক নাই বুলি জানিবলৈ দিছে। ধৃতৰাষ্ট্ৰই মোৰ উপদেশক শ্ৰদ্ধা নকৰিলে আৰু মই যি মঙ্গলজনক পথ দেখুৱাই দিছিলোঁ- সেই পথ অৱলম্বন নকৰিলে। গতিকে কুৰুকুল যে বিনাশপ্ৰাপ্ত হ'ব সেইটো সুনিশ্চিত! হে পাণ্ডুনন্দন! সেই কাৰণে মই তোমাক সদুপদেশ দিবলৈ আহিছোঁ। ইতিপূৰ্বে সভাৰ মাজত যি কথা কৈছিলোঁ- তাকে দোহাৰি কওঁ - তুমি সাৱধানে শুনিবা আৰু মনত ৰাখিবা।

যি বক্তিয়ে শত্ৰুৰপৰা পোৱা তীব্ৰ ক্লেশ সহ্য কৰিও ক্ষমা অৱলম্বন কৰি কালৰ প্ৰতীক্ষা কৰে, সেই ব্যক্তিয়ে অকল ভৱিষ্যতে সমুদয় ৰাজ্য ভোগ কৰে। যি ব্যক্তিয়ে সাহায্যকাৰীসকলৰ লগত সমভাৱে বিষয় ভোগ কৰে, সহায়কসকলো তেওঁৰ দুঃখৰ অংশভাগী হয়। হে যুধিষ্ঠিৰ! সহায় সংগ্ৰহৰ এয়ে একমাত্ৰ উপায়। সহায় প্ৰাপ্তিক ৰাজ্যপ্ৰাপ্তিৰ দৰে জ্ঞান কৰিবা। সহায়কসকলৰ লগত তুল্যভাৱে বিষয় ভোগ কৰা শ্ৰেয়; তাৰ বিপৰীত আচৰণ কৰিলে বিপদৰ হেতু হয়। সহায়কবিলাকৰ আগত কেতিয়াও আত্মপ্ৰশংসা নকৰিবা। যি ৰজাই এনে ব্যৱহাৰ কৰে সেই ৰজাই অৱশ্যে শ্ৰীবৃদ্ধি লাভ কৰে।

যুধিষ্ঠিৰে ক'লে - হে খুৰাদেৱ! আপুনি যি উপদেশ দিলে, মই সাৱধানে নিজৰ সাধ্য অনুসাৰে পালন কৰিম।

---

ততঃ ক্ৰুদ্ধো ধৃতৰাষ্ট্ৰোঽব্ৰবীন্মাং যস্মিন শ্ৰদ্ধা ভাৰত তত্ৰ যাহি।
নাহং ভূয়ঃ কাময় ত্বাং সহায়ং মহীমিমাং পালয়িতুং পুৰং বা ।।১৭।।

—বনপৰ্ব - পঞ্চম অধ্যায়

# অনুতপ্ত ধৃতৰাষ্ট্ৰ

বিদুৰ পাণ্ডৱবিলাকৰ আশ্ৰমলৈ গুচি যোৱাৰ পাছত ধৃতৰাষ্ট্ৰৰ আন একপ্ৰকাৰ চিন্তাত উদ্বিগ্নতা আৰম্ভ হ'ল। চিন্তাৰ কাৰণ হ'ল বিদুৰৰ যুদ্ধ আৰু সন্ধি বিষয়ক কথাত বুদ্ধি আৰু ব্যক্তিগত প্ৰভাৱ যথেষ্ট আছিল; সেই কাৰণে বিদুৰ গৈ পাণ্ডৱসকলৰ লগত যোগ দিয়াত পাণ্ডৱবিলাকৰ বিশেষ লাভ হৈছে আৰু বিদুৰ পাণ্ডৱৰ এজন প্ৰধান সহায়ক হৈছে। সেই চিন্তাত মনে মনে ইমান পৰিতাপ পাবলৈ ধৰিলে যে ধৃতৰাষ্ট্ৰ সভাগৃহলৈ আহিবৰ সময়ত ৰাজন্যবৰ্গৰ সমুখতে সভাগৃহৰ দুৱাৰমুখত মূৰ্চ্ছিত হৈ পৰিল। কিছুসময় অচেতন হৈ থকাৰ পাছত পুনঃ সংজ্ঞা পালে। তেতিয়া থিয় দি উঠিয়েই সঞ্জয়ক ক'লে হে সঞ্জয়! মোৰ ভাই বিদুৰ পৰম ধাৰ্মিক আৰু মোৰ প্ৰতি তেওঁৰ অতি পবিত্ৰ স্নেহ আৰু মিত্ৰতা আছিল। আজি তেওঁৰ কথা মনত পৰাত মোৰ হৃদয় যেন বিদীৰ্ণ হৈছে তেনে বোধ হৈছে। তুমি শীঘ্ৰে গৈ তেওঁক লৈ আহা। সঞ্জয় ধৃতৰাষ্ট্ৰৰ আন এজন মন্ত্ৰী আছিল।

ৰজা ধৃতৰাষ্ট্ৰই এইবুলি কৈ কৰুণস্বৰে বিলাপ আৰু অনুতাপ কৰিবলৈ ধৰিলে। তাৰ পাছত পুনঃ ক'লে যে মই বৰ পাপাত্মা, ৰোষ কৰি মই মোৰ সেই প্ৰিয়তম ভ্ৰাতাক বিদায় দিছোঁ। বিদুৰে কেতিয়াও মোৰ ওচৰত কোনো অপৰাধ কৰা নাই। মই বিনা অপৰাধে তেওঁক অপমান কৰিছোঁ। তুমি শীঘ্ৰে তেওঁক লৈ আহাগৈ; নহলে মই প্ৰাণত্যাগ কৰিম।

সঞ্জয়ে ধৃতৰাষ্ট্ৰৰ এই প্ৰকাৰ আদেশ পাই অতি সত্বৰ কাম্যক বনলৈ প্ৰস্থান কৰিলে। বিদুৰে সঞ্জয়ৰ মুখত ধৃতৰাষ্ট্ৰৰ মিনতিসূচক আদেশৰ কথা জানিব পাৰি যুধিষ্ঠিৰৰ অনুমতি লৈ সঞ্জয়ৰ লগতে হস্তিনাপুৰলৈ ঘূৰি আহিল।

ধৃতৰাষ্ট্ৰই সন্তুষ্ট হৈ বিদুৰক ক'লে যে হে ভ্ৰাতঃ। মোৰ পৰম ভাগ্য যে তুমি পুনঃ মোৰ ওচৰলৈ আহিছা। তুমি মোৰ অপৰাধ ক্ষমা কৰা।

বিদুৰে উত্তৰ দিলে— হে ৰাজন! মই ক্ষান্ত হৈছোঁ। আপুনি মোৰ গুৰু। মই আপোনাক চাবলৈ ত্বৰান্বিতে গুচি আহিছোঁ। মোৰ ওচৰত পাণ্ডৱ আৰু কৌৰৱ উভয়েই সমান; কিন্তু আজি পাণ্ডুৰ পুত্ৰবিলাকৰ অতিশয় দীন অৱস্থা দেখি স্বাভাৱিকতে মই সিহঁতৰ প্ৰতি আকৃষ্ট হৈছোঁ।

ধৃতৰাষ্ট্ৰ আৰু বিদুৰ উভয়ৰে প্ৰীতিভাৱ পুনঃ স্থাপিত হ'ল; কিন্তু বিদুৰৰ পুনৰাগমনত দুৰ্য্যোধন দুঃখিত আৰু দুশ্চিন্তাগ্ৰস্ত হ'ল। দুৰ্য্যোধনৰ দুশ্চিন্তাৰ কাৰণ দুৰ্য্যোধনে নিজে শকুনি, কৰ্ণ আৰু দুঃশাসনক মাতি আনি যি কৈছে, সেই

কথাই দুৰ্য্যোধনৰ অতি নীচভাৱৰ পৰিচয় দিয়ে আৰু দুয্যোধন যে ৰাজ্যলাভৰ বাবে মোহান্ধ সেইটো বুজা যায়।

দুৰ্য্যোধনে তেওঁৰ মন্ত্ৰণাকাৰী কেইজনক বিদুৰক আঙুলিয়াই ক'লে—সৌৱা চোৱা! ৰজা ধৃতৰাষ্ট্ৰৰ মন্ত্ৰী বিদ্বান বিদুৰ আহি পাইছে। তেওঁ পাণ্ডুপুত্ৰবিলাকৰ পৰম সুহৃৎ আৰু একান্ত হিতৈষী। এতিয়া আমাৰ এনে মন্ত্ৰণা কৰা যাতে পিতা ধৃতৰাষ্ট্ৰই পাণ্ডৱবিলাকক পুনৰ ইয়ালৈ নানে। যদিহে পাণ্ডৱবিলাক পুনঃ হস্তিনপুৰলৈ ঘূৰি আহে, মই নিতান্ত সন্তপ্ত হৈ নিশ্চয় হয় বিষপান কৰি নহয় কোনো অস্ত্ৰৰ দ্বাৰা বা অগ্নিত প্ৰবেশ কৰি প্ৰাণত্যাগ কৰিম।

তেতিয়া শকুনি, দুঃশাসন আৰু কৰ্ণই দুৰ্য্যোধনক সান্ত্বনা দি ক'লে যে দুৰ্যোধনে যেন তেনে আশঙ্কা নকৰে; কাৰণ পাণ্ডুপুত্ৰবিলাকে নিজৰ পণ ৰক্ষা নকৰাকৈ ঘূৰি নাহে; যদিহে আহে তেন্তে পুনঃ আমি পাশা খেলৰ দ্বাৰা তেওঁলোকক পৰাস্ত কৰিম।

দেখা যায় যুধিষ্ঠিৰৰ পাশাখেলৰ আহ্বান পালে তাক প্ৰত্যাখ্যান নকৰাটো ক্ষত্ৰিয়ৰ ধৰ্ম বুলি মানি লোৱাটোৱে সকলো অনিষ্টৰ মূল আৰু সেয়ে শত্ৰুপক্ষৰ প্ৰধান অৱলম্বন। ই ধৰ্ম নে মানসিক দুৰ্বলতা?

যি নহওঁক দুৰ্য্যোধনে সান্ত্বনা পালে আৰু বিদুৰ পুনঃ ধৃতৰাষ্ট্ৰৰ মন্ত্ৰী হৈ থাকিল।

# ধৃতৰাষ্ট্ৰৰ উদ্বেগ আৰু বিদুৰৰ নীতি বাখ্যা

পাণ্ডৱসকলে বাৰ বছৰ বনবাস আৰু এবছৰ অজ্ঞাত বাস খাটি পূৰ্বৰ ৰাজ্য ঘূৰাই পাবলৈ দাবী জনাই দ্ৰুপদৰজাৰ পুৰোহিত এজন সৎব্ৰাহ্মণক দূতস্বৰূপে কৌৰৱ সভালৈ পঠিয়াই দিলে। সেই প্ৰস্তাৱ কৰ্ণৰ সগৰ্ব উক্তিৰে আৰু অন্যায় যুক্তিৰে নাকচ হ'ল। ভীষ্মই সেই কথাৰ প্ৰতিবাদ কৰি ধৃতৰাষ্ট্ৰক সৎ উপদেশ দিলে আৰু ধৃতৰাষ্ট্ৰই ভীষ্মৰ তিৰস্কাৰ আৰু সেই সদুপদেশ শুনি নিজৰ প্ৰকৃতিৰ পুনঃ পৰিচয় দিলে। ধৃতৰাষ্ট্ৰই সঞ্জয়ক পাণ্ডৱবিলাকৰ ওচৰলৈ কৌৰৱ পক্ষৰপৰা সন্ধিৰ প্ৰস্তাৱ পঠাবলৈ স্থিৰ কৰিলে। সেই প্ৰস্তাৱৰ মূল কথা আছিল পাণ্ডৱবিলাকে যুদ্ধ কৰিব নালাগে। তেওঁলোকে ৰাজ্যৰ দাবী ত্যাগ কৰক। যুদ্ধ কৰি উভয়পক্ষৰ অহিত আচৰণ কৰিব নালাগে।

সঞ্জয় সেই সন্ধিৰ প্ৰস্তাৱ লৈ গ'ল আৰু সেই প্ৰস্তাৱৰ উত্তৰত যুধিষ্ঠিৰে

পূৰ্বৰ অৰ্দ্ধৰাজ্যৰ দাবী সুযুক্তিৰে আৰু যথোচিত সম্ভ্ৰমেৰে সঞ্জয়ৰ ওচৰত প্ৰকাশ কৰিলে। সঞ্জয় ঘূৰি আহিল।

সঞ্জয়ে ঘূৰি আহি ধৃতৰাষ্ট্ৰক সন্ধ্যা সময়ত সাক্ষাৎ কৰি ক'লে যে মই কাইলৈ সভাবিদ্যমানে সকলো কথ জনাম— এতিয়া আপুনি বিশ্ৰাম কৰক। সঞ্জয়ে অকল ধৃতৰাষ্ট্ৰৰ আগত তেওঁৰ সন্ধি-প্ৰস্তাৱৰ ফলাফল কবলৈ ইচ্ছা নকৰিলে। সঞ্জয় গুচি গ'ল।

ধৃতৰাষ্ট্ৰ বৰ উদ্বিগ্ন হৈ আছিল, আৰু বেছি উদ্বিগ্ন হৈ বিদুৰক মাতি পঠালে। বিদুৰ আহিল। ধৃতৰাষ্ট্ৰই বিদুৰক ক'লে- আজি সঞ্জয় ঘূৰি আহিছে। তেওঁ মোৰ আগত সন্ধি প্ৰস্তাৱৰ ফলাফল কি হ'ল সেই বিষয়ে কাইলৈ সভাত প্ৰকাশ কৰিব বুলি ক'লে আৰু তাৰ পূৰ্বে ধৰ্ম আৰু নীতি সোৱঁৰাই দি যথেষ্ট তিৰস্কাৰ কৰি গ'ল। সেই কাৰণে মই অপাৰ চিন্তাসাগৰত পৰিছোঁ— সেইবাবেহে তোমাক মাতি পঠাইছোঁ। আমাৰ যাতে মঙ্গল হয় তেনে ধৰ্মসঙ্গত উপদেশ দি মোৰ উদ্বিগ্নতা শান্ত কৰা। আমি কি কৰা উচিত হ'ব সেই বিষয়েও পৰামৰ্শ দিয়া। ধৃতৰাষ্ট্ৰৰ দুৰ্বল আৰু অস্থিৰ চিত্ততাৰ পূৰ্ণ প্ৰকাশ ইয়াতেও হৈছে। বিদুৰ-চৰিত্ৰ অধ্যয়নৰ বাবে ধৃতৰাষ্ট্ৰ চৰিত্ৰ অধ্যয়নো আৱশ্যক; নহলে বিদুৰ-চৰিত্ৰ পূৰ্ণভাৱে প্ৰস্ফুটিত হৈ নুঠে।

# বিদুৰৰ নীতিগত উপদেশ

মহাৰাজ! মানুহে যাতে প্ৰসংশা কৰে তেনে কৰ্মহে কৰিব লাগে, মানুহে নিন্দা কৰা কৰ্ম কৰিব নালাগে। নাস্তিক মনোভাব ত্যাগ কৰি বেদত আৰু ঈশ্বৰত শ্ৰদ্ধা বিশ্বাস ৰাখিব লাগে।

ধন লাভ কৰিবলৈ হলে খং-ৰোষ, দৰ্প-অহঙ্কাৰ কৰিব নালাগে। ধনেই মূল নহয়। শাস্ত্ৰ-নিৰ্দিষ্ট পথ পৰিত্যাগ কৰি স্বীয় দৰ্প-অভিমান আৰু অবিনয় প্ৰকাশ কৰি ধনত লোভ কৰিবলৈ কোনো পণ্ডিতে উপদেশ নিদিয়ে। পণ্ডিতসকলে নিজৰ শক্তি অনুসাৰেহে কামত আগবাঢ়ে। পণ্ডিতসকলে অপ্ৰাপ্য বিষয়-সম্পত্তি আকাঙ্ক্ষা নকৰে।

হে মহাৰাজ! দুৰ্বাক্য অতি ভয়ঙ্ক মনোবিকাৰ। বাণ যদি হৃদয়ত বিদ্ধ হয়, তাক বাহিৰ কৰা যায় আৰু সেই ঘাও শুকাই যায়; কিন্তু বাক্যবাণ যদি এবাৰ হৃদয়ত একেবাৰে বদ্ধমূল হৈ যায় তাক উৎপাটন কৰিব নোৱাৰি। সেই কাৰণে পণ্ডিতসকলে শত্ৰুৰ প্ৰতিও বাক্যবাণ প্ৰয়োগ নকৰে।

হে মহাৰাজ! আপুনি ভূমিৰ লোভত পুত্ৰ বিলাকৰ সম্পত্তি লাভত মিথ্যা আচৰণ নকৰিব। দেৱতাবিলাকে গৰখীয়া ল'ৰাৰ দৰে লৰু হাতত লৈ কাকো ৰক্ষা নকৰে। ৰক্ষা কৰে সৎবুদ্ধি দান কৰি। সেই কাৰণে পণ্ডিতলোকে বুদ্ধিপূৰ্বক সকলো কাৰ্য কৰি দেৱ-অনুগ্ৰহ লাভ কৰে।

পাণ্ডৱসকলে আপোনাক পিতাৰ ন্যায় ব্যৱহাৰ কৰে, অতএৱ আপুনিও তেওঁলোকক পুত্ৰৰ দৰে ব্যৱহাৰ কৰক।

হে মহাৰাজ! দ্বেষ একৰকম বিষ-সেই বিষ অতিশয় ক্লেশদায়ক। আপুনি দ্বেষ পৰিত্যাগ কৰি প্ৰশান্ত হওঁক। আপুনি পাণ্ডৱসকলৰ লগত সন্ধি কৰক। পাণ্ডৱসকল সত্য পথত আছে, আপুনিও দুৰ্য্যোধনক সত্যপথলৈ আনক। নিজে সৎভাৱে চিন্তা কৰি চাওঁক, কাৰো কথা নুশুনিব; কাৰণ প্ৰিয় কথা কোৱা মানুহ সহজে পোৱা যায়, অপ্ৰিয় অথচ হিতকথা কোৱা বা শুনা মানুহ পোৱা নাযায়। বিশ্বাসৰ অযোগ্য ব্যক্তিক বিশ্বাস নকৰিব আৰু বিশ্বাসযোগ্য ব্যক্তিকো অতিশয় বিশ্বাস নকৰিব; কাৰণ বিশ্বাসৰ পৰা ভয় উৎপন্ন হয় আৰু যি বিষয়ত বিশ্বাস কৰা যায় ভয়ে সেই বিশ্বাসৰ বিষয়ৰ মূল পৰ্যন্ত উচ্ছেদ কৰিব পাৰে।

কুলৰ এজনক পৰিত্যাগ কৰিও কুলৰক্ষা কৰা যুগুত। গ্ৰাম ৰক্ষাৰ বাবে কুল পৰিত্যাগ কৰা উচিত আৰু আত্মৰক্ষাৰ বাবে পৃথিবী পৰ্যন্ত পৰিত্যাগ কৰা কৰ্তব্য।

আপদৰপৰা উদ্ধাৰ পাবৰ আশাত ধন ৰক্ষা কৰিব লাগে, ধনৰ দ্বাৰা দাৰাক ৰক্ষা কৰিব লাগে কিন্তু ধন আৰু দাৰা উভয়ৰ দ্বাৰা আত্মৰক্ষা কৰিব লাগে।

হে মহাৰাজ! ঐশ্বৰ্যত অভিলাষ কৰি জ্ঞাতি বৰ্গৰ লগত বিবাদ কৰা উচিত নহয়। যাৱতীয় সুখ ঐশ্বৰ্য জ্ঞাতিবিলাকৰ লগত ভোগ কৰাহে বিধেয়। তেওঁলোকৰ লগত বিৰোধ কৰা বিধেয় নহয়।

যি ক্ষয়-ক্ষতি শ্ৰীবৃদ্ধিৰ কাৰণ হয়, সেই ক্ষয়ক ক্ষয় নোবোলে; কিন্তু যি লাভ কৰিলে বহুপ্ৰকাৰ শ্ৰীবৃদ্ধিৰ ক্ষতি হয়, সেই ক্ষতিকেই ক্ষয় বোলে।

ধৰ্মই নিত্য, সুখ-দুখ অনিত্য। যত্ন-সহকাৰে ক্ৰমে ক্ৰমে ধৰ্মসঞ্চয় কৰাহে জীৱৰ কৰ্তব্য।

মহাৰাজ। চাওক, ক্ষত্ৰিয়ৰ ধৰ্ম বেদ-অধ্যয়ন, যজ্ঞ-যজন, প্ৰজাপালন আৰু গো-ব্ৰাহ্মণ ৰক্ষাৰ্থে যুদ্ধ কৰা। যুধিষ্ঠিৰ ৰাজ্যহীন হৈ ক্ষত্ৰিয় ধৰ্মৰপৰা বিচ্যুত হৈছে, আপুনি তেওঁক ৰাজধৰ্মত নিয়োজিত কৰক।

বিদুৰৰ এইবোৰ উপদেশৰ ফল নধৰিল।

# সন্ধি প্ৰস্তাৱৰ ব্যৰ্থতাৰ আশঙ্কাত বিদুৰ

সঞ্জয় পাণ্ডৱসকলৰ ওচৰলৈ যি প্ৰস্তাৱ লৈ গৈছিল - সি সন্ধিৰ প্ৰস্তাৱৰ নামত আছিল একপ্ৰকাৰ ভুৱা। সেই প্ৰস্তাৱত পাণ্ডৱসকল যে ৰাজ্যৰ অধিকাৰী আছিল তাৰ কোনো নাম গন্ধই নাছিল— উভয় পক্ষই সন্ধিসূত্ৰত আৱদ্ধ হৈ সুখে-শান্তিৰে ৰাজ্য-ভোগ কৰা দূৰৈৰ কথা। সঞ্জয়ৰ প্ৰস্তাৱক সন্ধি-প্ৰস্তাৱ বুলিবই নোৱাৰি। সেই প্ৰস্তাৱ যে সঞ্জয়ৰে সমৰ্থযোগ্য নাছিল-সঞ্জয়ৰ মুখেৰে সেই কথা প্ৰকাশ পাইছে। তেওঁ ধৃতৰাষ্ট্ৰৰ প্ৰস্তাৱৰ বাহক হৈহে সেই প্ৰস্তাৱ লৈ গৈছিল আৰু যথাযথভাৱে পাণ্ডৱসকলৰ আগত প্ৰকাশ কৰিছিল। তাৰপৰা ঘূৰি আহি সঞ্জয়ে ধৃতৰাষ্ট্ৰক যথেষ্ট তিৰস্কাৰ কৰিছে আৰু পাছদিনা সভাত পাণ্ডৱসকলে কি উত্তৰ দিছে তাক বিবৰি কৈছে।

সঞ্জয়ে ধৃতৰাষ্ট্ৰক কৈছে - হে মহাৰাজ! যুধিষ্ঠিৰে আপোনাক কৈছে যে আপুনি ইন্দ্ৰপ্ৰস্থসহ ৰাজ্যৰ যি অংশ পাছৰবাৰ দ্যূতক্ৰীড়াৰ পূৰ্বে দান কৰিছিল- সেইখিনি দিলেই হ'ব। সেই সময়ত অৰ্থাৎ প্ৰথমবাৰ দ্যূতক্ৰীড়াৰ সময়ত ধৃতৰাষ্ট্ৰই দ্ৰৌপদীক বৰ দি পাঁচখন গ্ৰাম দান কৰিছিল- সেই পাঁচখন গ্ৰাম পালেই তেওঁলোক খুচি হ'ব বুলি কৈছে। আগদিনা সঞ্জয়ে ধৃতৰাষ্ট্ৰক কৈছে যে যুধিষ্ঠিৰ নিৰ্দোষ, তেওঁ ধৰ্মৰ অৰ্থ ভালদৰে বুজি পায়, উদাৰ প্ৰকৃতি, শাস্ত্ৰজ্ঞ আৰু সুশীল। দয়াই তেওঁৰ প্ৰধান ধৰ্ম, ধনতকৈ ধৰ্মই তেওঁৰ প্ৰিয়। সঞ্জয়ে আৰু কৈছে যে আনফালে আপুনি যিটোৱেই ধৰ্মবিৰুদ্ধ, অৰ্থবিৰুদ্ধ আৰু আৰ্য-ব্যৱহাৰ-বিৰুদ্ধ সেই কৰ্মকেহে কৰে। অতএৱ আপুনি যেনেকৈ ইহলোকত নিন্দাভাজন হৈছে, সেইদৰে পৰলোকতো নৰকগামী হ'ব। যিবোৰ বিষয় আৰু সম্পত্তি পাণ্ডৱত বাদে আনে লাভ কৰিব নোৱাৰে আপুনি পুত্ৰৰ বশীভূত হৈ সেইবোৰ বিষয়-সম্পত্তি আত্মসাৎ কৰিবলৈ কল্পনা কৰিবলৈ ধৰিছে— এইটো আপোনাৰ উপযুক্ত কৰ্ম হোৱা নাই। আপুনি পাণ্ডৱসকলৰ চিৰশত্ৰু আৰু আপুনি মিথ্যাৰ আশ্ৰয় গ্ৰহণ কৰি আন আন ভাল গুণৰ পৰা বঞ্চিত হৈছে। নহলে ভীষ্ম আদি বিজ্ঞ আৰু মন্ত্ৰণা-কুশল মহান ব্যক্তি সকলে নিষেধ কৰা সত্ত্বেও আপোনাত বাদে আন কোন ব্যক্তিয়ে পাণ্ডৱবিলাকক নিৰ্বাসন ৰূপ নৃশংস কাৰ্য কৰিব পাৰে? কৰ্ণ প্ৰভৃতি মন্ত্ৰণাদাতা লোকবিলাকৰ অসৎ পৰামৰ্শৰ বাবে আপুনি 'পাণ্ডৱবিলাকক ৰাজ্য প্ৰদান নকৰা' বুদ্ধিকেহে স্থিৰ কৰিছে। ইয়াৰপৰা আপোনালোকৰ কুল ক্ষয় হৈ যাব। এইদৰে বহুপ্ৰকাৰ তিৰস্কাৰপূৰ্ণ কথা সঞ্জয়ে কৈছে।

সঞ্জয়ৰ এইবোৰ কথাৰপৰা বুজা যায় যে সঞ্জয়ে যি প্ৰস্তাৱ লৈ গৈছিল সেই প্ৰস্তাৱত তেওঁৰ সমৰ্থন নাছিল, কেৱল দৌত্যকাৰ্য্যহে তেওঁ কৰিছিল। আনফালে

সঞ্জয়ৰ তিৰস্কাৰৰ মাধ্যমত ধৃতৰাষ্ট্ৰৰ চৰিত্ৰ আৰু মনোগত ভাব স্পষ্ট হৈ উঠিছে।

সঞ্জয়ে যেতিয়া সন্ধিৰ উপযুক্ত প্ৰস্তাৱ দিব নোৱাৰিলে আৰু সঞ্জয় সন্ধিৰ বাবেহে আহিছিল- এই সূত্ৰতে পাণ্ডৱ পক্ষই পুনঃ নিজৰ ফালৰপৰা সন্ধিৰ প্ৰস্তাৱ দিয়া উচিত বিবেচনা কৰি শ্ৰীকৃষ্ণক দূতস্বৰূপে কৌৰৱ-সভালৈ পঠালে। শ্ৰীকষ্ণ আহি হস্তিনাপুৰ পোৱাত দুৰ্য্যোধনে তেওঁক আতিথ্য গ্ৰহণ কৰিবলৈ অনুৰোধ কৰিলে।

শ্ৰীকৃষ্ণই সেই আমন্ত্ৰণ গ্ৰহণ নকৰিলে। দুৰ্য্যোধনে তাৰ কাৰণ জানিবলৈ বিচাৰি ক'লে- হে মধুসূদন! আমালোকৰ প্ৰতি এইৰূপ ভিন্নভাৱৰ ব্যৱহাৰ কৰা আপোনাৰ উচিত নহয়। আপুনি সন্ধি স্থাপনত কৃতকাৰ্য হওঁক বা নহওক, তাত কোনো কথা নাই। কিন্তু আপোনাৰ লগত আমাৰ মিতিৰ-কুটুমৰ সম্বন্ধ আছে— আপুনি মোৰ আতিথ্য স্বীকাৰ নকৰাটো অন্যায় হ'ব।

ঈষৎ হাঁহি শ্ৰীকৃষ্ণই উত্তৰ দিলে- হে ৰাজন! মই কোনো কাৰণতে ধৰ্ম ত্যাগ কৰিব নোৱাৰোঁ। চাওক, যাৰ প্ৰতি কোনো ব্যক্তিৰ প্ৰীতি জন্মে, সেই ব্যক্তিয়ে সেই ঘৰত অন্ন ভোজন কৰে নাইবা যি ব্যক্তি আপদগ্ৰস্ত হয়, সেই ব্যক্তিয়ে আনে দিয়া পান ভোজন কৰে; কিন্তু আপুনি মোৰ কোনো সম্প্ৰীতিৰ কাম কৰা নাই আৰু মই বিপদগ্ৰস্তও হোৱা নাই; সুতৰাং কি যুক্তিত মই আপোনাৰ আতিথ্য স্বীকাৰ কৰিব পাৰোঁ? তদুপৰি আপুনি কাম-ক্ৰোধৰ বশৱৰ্তী হৈ গুণশালী ব্যক্তিৰ লগত বিৰোধ কৰিবলৈ আৰু দ্বেষ কৰিবলৈ ইচ্ছা কৰে। আপুনি বিনা কাৰণে সততে ধৰ্মানুৱৰ্তী পাণ্ডৱবিলাকক দ্বেষ কৰে। এইবোৰ কথা বিবেচনা কৰি চাই আপোনাৰ দুষ্টবুদ্ধি সম্পন্ন অশুভ অন্ন মোৰ ভক্ষনীয় নহয়। মই একমাত্ৰ বিদুৰৰ অন্নহে ভোজন কৰিম - এয়ে মোৰ নিশ্চিত কথা। শ্ৰীকৃষ্ণই দাম্ভিক দুৰ্য্যোধনক এইদৰে কৈ বিদুৰৰ ভৱনলৈ প্ৰস্থান কৰিলে আৰু তাত ৰাতি থাকিল।

ৰাতি শ্ৰীকৃষ্ণৰ ভোজনৰ পাছত বিদুৰে তেওঁক ক'বলৈ আৰম্ভ কৰিলে- হে মধুসূদন! আপোনাৰ কৌৰৱ-ৰাজ্যলৈ অহা উচিত হোৱা নাই। দুৰ্যোধন অতি মন্দমতি, অত্যন্ত ক্ৰোধী আৰু নিজৰ মান বঢ়াবৰ কামনা কৰি সি অনায়াসে মান্য ব্যক্তিক অপমান কৰিব পাৰে। বিনাযুদ্ধে দুৰ্য্যোধনে শান্তি লাভ নকৰিব। আপোনাৰ সন্ধি-প্ৰস্তাৱ নিৰৰ্থক হ'ব- সন্দেহ নাই।

হে কৃষ্ণ! বহুসংখ্যক বলিষ্ঠ আৰু দুষ্টমতি লোক সভাত থাকিব; তেনেস্থলত সেই সভালৈ আপোনাৰ যোৱা উচিত বুলি নোভাবোঁ; কাৰণ তাত আপুনি গৈ সিহঁতৰ আগত প্ৰতিকূল ভাবৰ কথাৰ অৱতাৰণা কৰিব লাগিব। সেই কাৰণেহে মই শঙ্কিত বোধ কৰিছোঁ। আপোনাৰ শক্তি-বুদ্ধি-সামৰ্থ আৰু

পৌৰুষৰ প্ৰভাৱ মোৰ নজনা নহয়; তথাপি আপোনাৰ প্ৰতি থকা মান-সন্মান, প্ৰেম-প্ৰীতিৰ কাৰণেহে এইকথা কৈছোঁ।

শ্ৰীকৃষ্ণই কৈছে— বিদুৰ! আপুনি মোক পিতা-মাতাৰ দৰে যথাৰ্থ উপদেশ দিছে। তথাপি মোৰ অহাৰ কাৰণ শুনক।

হে বিদুৰ! মই দুৰ্য্যোধনৰ দৌৰাত্ম্য আৰু সমবেত ক্ষত্ৰিয়বৰ্গৰ শত্ৰুভাৱ জানিও ইয়াত উপস্থিত হৈছোঁহি।

চাওক! মানুহে যদি নিজৰ শক্তি অনুসাৰে কোনো ধৰ্মকাৰ্য সম্পাদন কৰিবলৈ যত্ন কৰি সফল নহয়, তেতিয়াও তাৰ পুণ্যফল সেই মানুহজনে পায়। আকৌ মনে মনে কোনো পাপ কৰ্মৰ চিন্তা কৰি সেই কৰ্ম নকৰিলেও তাৰ ফল ভোগ কৰে।

আৰু আন এটি কাৰণ এই যে কোনো মূঢ় লোকেও যেন ক'ব নোৱাৰে যে কৃষ্ণৰ সামৰ্থ থকা সত্ত্বেও কোপ কৰি কুৰু-পাণ্ডৱক যুদ্ধ কৰিবলৈ নিবাৰণ কৰা নাই। সুতৰাং মই সন্ধি বিষয়ে সফল নহ'লেও কোনো মানুহে মোক নিন্দা নকৰিব। কৌৰৱবিলাকক মই ভয় কৰিবৰ কোনো কাৰণ নাই; কাৰণ মই ক্ৰুদ্ধ হ'লে সিহঁত মোৰ ওচৰত থিয় দিবই নোৱাৰিব।

# কুন্তীৰ ওচৰত বিদুৰৰ সন্ধি-ভঙ্গ সংবাদ দান

শ্ৰীকৃষ্ণৰ দৌত্য কাৰ্যত সফলতা নাহিল। সন্ধিৰ প্ৰস্তাব কৌৰৱ পক্ষই গ্ৰহণ নকৰিলে। শ্ৰীকৃষ্ণ পাণ্ডৱবিলাকৰ ওচৰলৈ ঘূৰি গ'ল। মহামতি বিদুৰে বিষণ্ণমনে সেই সংবাদ কুন্তীক দিলেগৈ— হে বীৰজননি! কৃষ্ণ যেতিয়া সন্ধি স্থাপনত অপাৰগ হৈ গুচি গ'ল, তেতিয়া যুদ্ধ নিশ্চয় হ'ব। কৌৰৱপক্ষৰ অন্যায় কৰ্মৰ ফলতে বীৰসকলৰ ধ্বংস হ'ব। এইবোৰ কথা চিন্তা কৰি কি দিন কি ৰাতি মই কোনো সময়তে নিদ্ৰা যাব নোৱাৰোঁ।

মই অনুক্ষণ দুৰ্যোধনক সন্ধি কৰিবলৈ অনুৰোধ কৰি আছোঁ— সেই দুৰাত্মাই কোনো মতে স্বীকাৰ নকৰে। শুনিবলৈকো ইচ্ছা নকৰে। যুধিষ্ঠিৰে উপপ্লব্য নগৰত থাকি নিজে সবল হৈও যুদ্ধ যাতে নহয় তাৰ বাবে যত্ন কৰিছে। যুধিষ্ঠিৰৰ লগত সহায়কাৰী আছে তেওঁৰ চাৰিভাই, চেদিৰজা, পাঞ্চালৰজা, কৃষ্ণ আৰু আন আন বহুতো মহাপ্ৰভাৱশালী বীৰ আৰু যোদ্ধাসকল। তথাপি যুধিষ্ঠিৰে জ্ঞাতিবধ যাতে নহয়, উভয় পক্ষৰ সৌহাৰ্দ যাতে থাকে আৰু ধৰ্মও যাতে ৰক্ষা হয় তাৰ বাবে তেওঁ সবল হৈও দুৰ্বলৰ নিচিনাকৈ সন্ধি স্থাপনৰ বাবে যত্ন

কৰিছে। ধাৰ্মিকৰ প্ৰতি অধৰ্ম আচৰণৰ ফল কৌৰৱপক্ষই হাতে হাতে পাব। বিদুৰৰ কথাত কুন্তীয়ে বৰ দুঃখিতা হৈ দীৰ্ঘনিশ্বাস পেলাবলৈ ধৰিলে।

# বিদুৰৰ ধৃতৰাষ্ট্ৰৰ প্ৰতি সান্ত্বনা

কুৰুক্ষেত্ৰৰ মহাসমৰ শেষ হৈ গ'ল। ধৃতৰাষ্ট্ৰৰ এশ পুত্ৰৰ নিধন হ'ল। পাণ্ডৱসকল জয়ী হ'ল। সমস্ত হস্তিনাপুৰ ৰাজ্য পাণ্ডৱৰ কৰতলগত হ'ল। সঞ্জয় আৰু বিদুৰ অনবৰত ধৃতৰাষ্ট্ৰৰ সঙ্গী, মন্ত্ৰী আৰু উপদেষ্টা হৈ আছিল। বিদুৰ যুদ্ধ সংঘটিত হোৱাত নিতান্ত বিষন্ন হৈ আছিল। দৈৱৰ বিধান অখণ্ডনীয় বুলি ভাবি সেই বিষয়ে পুনঃ কোনো প্ৰকাৰ আলোচনাত যোগ দিয়া নাছিল - কেৱল কুন্তীৰ সেৱাত নিযুক্ত আছিল। সঞ্জয়ে ব্যাসদেৱৰ কৃপাত দূৰৈত থাকিও দিব্যচক্ষুৰে যুদ্ধৰ সকলো ঘটনা নিৰীক্ষণ কৰি ধৃতৰাষ্ট্ৰক সকলো সংবাদ দিছিল আৰু ধৃতৰাষ্ট্ৰক যথোপযুক্ত সান্ত্বনা দি আছিল।

যুদ্ধৰ অন্তত ধৃতৰাষ্ট্ৰ অতিমাত্ৰা বিচলিত আৰু শোকাৰ্ত হোৱা দেখি সঞ্জয়ে ধৃতৰাষ্ট্ৰক শোক নকৰিবলৈ বুজনি দিছে। ধৃতৰাষ্ট্ৰই পূৰ্বে নিজৰ কৰ্তব্য পালনত ত্ৰুটী কৰিছে। উভয় পক্ষৰ মধ্যস্থ ব্যক্তি হৈও পুত্ৰসকলৰ প্ৰতি পক্ষপাতী আৰু পাণ্ডুপুত্ৰসকলৰ প্ৰতি সমদৃষ্টি নকৰাত এই অসহনীয় পৰিস্থিতিৰ উদ্ভৱ হৈছে। প্ৰত্যেক ব্যক্তিয়ে কৃতকৰ্মৰ ফল ভোগ কৰিব লাগিব— এয়ে দৈৱৰ বিধান। তাৰ বাবে শোকাৰ্ত হ'লে বেছিহে দুঃখ হয়। সঞ্জয়ে কৈছে— যে আত্মীয় ব্যক্তিৰ বাবে কৰা শোকত যি অশ্ৰু বহিৰ্গত হয়, সেই অশ্ৰু অগ্নিতুল্য হৈ মৃতব্যক্তি বিলাককো মৃত্যুৰ পাছতো দগ্ধ কৰে; অতএৱ ধৃতৰাষ্ট্ৰই যেন ধৈৰ্য অৱলম্বন কৰে।

সঞ্জয়ে ধৃতৰাষ্ট্ৰক সান্ত্বনা দিয়াৰ পাছত বিদুৰে ক'বলৈ ধৰিলে - হে মহাৰাজ! আপুনি এই অসময়ত কিয় শুই আছে? উঠক আৰু ধৈৰ্য ধৰক। জগতত একোৱেই চিৰস্থায়ী নহয়। ক্ষয় আৰম্ভ হ'লে শিল-মাটিৰ পাহাৰো শেষ হৈ যায়। পতনেই উন্নতিৰ শেষ। বিয়োগেই সংযোগৰ অন্ত আৰু মৃত্যুৱেই জীৱনৰ শেষ। (১)

যমে বীৰ আৰু ভীৰু উভয়কে আকৰ্ষণ কৰে। অতএৱ ক্ষত্ৰিয়বিলাকে কি

(১) সৰ্ব্বে ক্ষয়ান্তা নিচয়াঃ পতনান্তাঃ সমুচ্ছ্ৰয়াঃ।
সংযোগো বিয়োগান্তা মৰণান্তঞ্চ জীৱিতম্ ।। ৩।।

বুলি ক্ষত্ৰিয় ধৰ্ম অনুসাৰে সংগ্ৰামত প্ৰবৃত্ত নহ'ব। (যুদ্ধ কৰা ক্ষত্ৰিয়ৰ স্বধৰ্ম)? চাওক, যুদ্ধ নকৰিও মানুহ মৰে, যুদ্ধ কৰিও জীৱিত থাকে।(২)

ফলতঃ কাল উপস্থিত হ'লে কোনেও কালৰ হাতৰপৰা সাৰিব নোৱাৰে।(৩) সেইকাৰণে মৃত ব্যক্তিৰ বাবে শোক কৰিব নালাগে। কালৰ ওচৰত কোনো ব্যক্তি প্ৰিয় বা কোনো ব্যক্তি অপ্ৰিয় নহয়।(৪)

হে মহাৰাজ! আপোনাৰ যদি শাস্ত্ৰীয় যুক্তি গ্ৰহণীয় হয়, তেন্তে সংগ্ৰামত নিহত হোৱা বীৰসকলৰ কাৰণে শোক নকৰিব। শোক-চিন্তা কৰিলে শোক নিবৃত্ত নহয়; বৰং পৰিবৰ্দ্ধিত হয়। দুঃখ চিন্তা নকৰাটোৱেই দুঃখ নাশৰ প্ৰকৃত ঔষধ।

হে মহাৰাজ! আপুনি বুদ্ধিমান আৰু জ্ঞানবান। আপুনি অজ্ঞানী লোকৰ দৰে শোকত অধীৰ নহ'ব।

ধৃতৰাষ্ট্ৰই তেতিয়া বিদুৰক কৈছিল- হে মহাত্মান! তোমাৰ পৰম উপাদেয় কথা শুনি মোৰ সান্ত্বনা লাভ হৈছে; কিন্তু মানুহে আত্মীয়-স্বজনৰ বিয়োগজনিত মানসিক দুঃখৰপৰা কেনেকৈ মুক্ত হয় সেই কথা মোক কোৱা।

বিদুৰে পুনঃ ক'লে - আমি যি চিন্তা কৰোঁ- সেই সকলোবোৰ অনিত্য। যিসকল পণ্ডিত লোক তেওঁলোকে এই দেহটোক গৃহস্বৰূপ বুলি কয়। কালক্ৰমত সেই দেহ ধ্বংস হৈ যায়; কিন্তু জীৱৰ আত্মাৰ কোনো কালেই মৰণ বা বিনাশ নাই। মানুহে যেনেকৈ জীৰ্ণ বস্ত্ৰ পৰিত্যাগ কৰি নতুন বস্ত্ৰ পৰিধান কৰে, জীৱাত্মায়ো তেনেকৈ এক দেহ পৰিত্যাগ কৰি অন্য দেহ আশ্ৰয় কৰি থাকে। সকলো প্ৰাণীয়ে নিজ-নিজ কৰ্মৰ ফলস্বৰূপে সুখ দুঃখ ভোগ কৰি থাকে। জন্মগ্ৰহণ কৰিলেই দেহত্যাগ কৰিব লাগিব। ভূতবৰ্গই জন্মান্তৰীণ কাৰ্যৰ ফলত ইহজগতত জন্মগ্ৰহণ কৰে বা মুক্তি লাভ কৰে।

হে মহাৰাজ! সংসাৰখনৰে যেতিয়া এই ৰূপ গতি তেতিয়া আপুনি কি নিমিত্তে অনুতাপ কৰিব ধৰিছে?

বিদুৰে এইদৰে বহু জ্ঞান-গৰ্ভ নীতিবাক্য কৈ ধৃতৰাষ্ট্ৰক সান্ত্বনা দান কৰিলে।

---

(২) যদা শূৰঞ্চ ভীৰুঞ্চ যমঃ কৰ্ষতি ভাৰত।
তদা কিং ন যোৎস্যন্তি তে ক্ষত্ৰিয়াঃ ক্ষত্ৰিয়ৰ্ষভঃ ।। ৪।।

(৩) অযুধ্যমানো ম্ৰিয়তে যুধ্যমানশ্চ জীৱতি।
কালং প্ৰাপ্য মহাৰাজ ন কশ্চিদতিবৰ্ততে ।। ৫।।

(৪) ন কালস্চ প্ৰিয়ঃ কশ্চিন্ন দ্বেষ্যঃ কুৰুসত্তম।। ৮।। —স্ত্ৰীপৰ্ব - ২য় অধ্যায়

# বিদুৰৰ মহাপ্ৰয়াণ

মহাৰাজ ধৃতৰাষ্ট্ৰই ব্যাসদেৱৰ অনুমতিক্ৰমে বানপ্ৰস্থী হ'বলৈ ইচ্ছা প্ৰকাশ কৰিলে আৰু তাৰ পূৰ্বে যথেচ্ছ দান-ধৰ্ম কৰিবৰ কাৰণে যুধিষ্ঠিৰক ধৃতৰাষ্ট্ৰৰ ইচ্ছামতে ধন দিবলৈ যাচঞা কৰিলে। যুধিষ্ঠিৰে সেইৰূপে ধন-দানৰ ব্যৱস্থা কৰিলে।

ধৃতৰাষ্ট্ৰই দান-যজ্ঞ সমাপন কৰি কুৰুক্ষেত্ৰৰ ৰাজৰ্ষি শতযূপৰ আশ্ৰমত শতযূপৰ লগত লগ লাগিল। শতযূপ পূৰ্বে কেকয় ৰাজ্যৰ ৰজা আছিল; পাছত পুত্ৰৰ হাতত ৰাজ্যভাৰ দি অৰণ্যত প্ৰবেশ কৰে। ধৃতৰাষ্ট্ৰৰ লগত আছিল কুন্তী, গান্ধাৰী, বিদুৰ আৰু সঞ্জয়।

ইফালে ৰজা যুধিষ্ঠিৰে ইন্দ্ৰপ্ৰস্থৰপৰা কামিনীবিলাকৰ সমভিব্যাহাৰে হস্তিনাপুৰলৈ আহি দেখে যে ৰজা ধৃতৰাষ্ট্ৰ, গান্ধাৰী, কুন্তী সকলো বনবাসী হৈছে। তেওঁলোকে জননী কুন্তী, গান্ধাৰী আৰু মহাত্মা বিদুৰৰ শোকত অধিক কাতৰ হৈ পৰিল।

তাৰে কিছুদিন পাছত পাণ্ডৱসকলে অন্ধৰাজক দৰ্শন কৰিবৰ কাৰণে দ্ৰৌপদীকো লগত লৈ যাত্ৰা কৰিলে। তালৈ গৈ যুধিষ্ঠিৰে বিদুৰক নেদেখিলে। তেতিয়া তেওঁ ধৃতৰাষ্ট্ৰক সুধিলে- "জ্যেষ্ঠতাত! বিদুৰ ক'ত?

অন্ধৰাজে উত্তৰ দিলে- বোপা! তোমাৰ পিতৃব্য অগাধবুদ্ধি বিদুৰ অনাহাৰে অস্থিচৰ্ম মাত্ৰ অৱশিষ্ট হৈ ঘোৰতৰ তপস্যা কৰিব ধৰিছে। ব্ৰাহ্মণসকলে মাজে-মাজে তেওঁক অৰণ্যৰ মাজত নিৰ্জন ঠাইত দেখা পায়।

অন্ধৰাজে যুধিষ্ঠিৰক এইকথা ক'বলৈ ধৰিছে— এনেতে ধুলি-ভস্ম শৰীৰ, জটাধাৰী আৰু দিগম্বৰ মহাত্মা বিদুৰক আশ্ৰমৰপৰা অলপ দূৰতে দেখিবলৈ পোৱা গ'ল। তেওঁ সেই আশ্ৰম দৰ্শন কৰিয়েই সহসা গুচি গ'ল। ধৰ্মপৰায়ণ যুধিষ্ঠিৰে দেখা পাই অকলে তেওঁৰ পাছে পাছে বেগেৰে যাবলৈ ধৰিলে। তেতিয়া বিদুৰে গভীৰ অৰণ্যত প্ৰবেশ কৰিলে।

যুধিষ্ঠিৰে তাকে দেখি চিঞৰি ক'লে- "হে মহাত্মন! মই আপোনাৰ প্ৰিয় যুধিষ্ঠিৰ। আপোনাৰ লগত সাক্ষাৎ কৰিবৰ কাৰণে আহিছোঁ।" এইবুলি কৈ মহাবেগে বিদুৰৰ পাছে পাছে যাবলৈ ধৰিলে।

তাৰ পাছত মহাত্মা বিদুৰে সেই বিজন অৰণ্যত এজোপা গছক আশ্ৰয় কৰি থিয় দিলে। তেতিয়া ধৰ্মৰাজ যুধিষ্ঠিৰ অস্থি-চৰ্ম সাৰ হোৱা মহাত্মা বিদুৰৰ ওচৰত উপস্থিত হ'লহি।

মহাত্মা বিদুৰে ধৰ্মৰাজ যুধিষ্ঠিৰক নিৰ্জন ঠাইত থিয় হৈ থকা দেখি

যোগবলৰ দ্বাৰা ধৰ্মৰাজৰ দৃষ্টিত নিজৰ দৃষ্টি, শৰীৰত নিজৰ শৰীৰ, প্ৰাণত প্ৰাণ আৰু ইন্দ্ৰিয়বোৰত ইন্দ্ৰিয়বোৰ সংযোজিত কৰি তেওঁৰ দেহত প্ৰবেশ কৰিলে। তেতিয়া তেওঁৰ শৰীৰ স্থিৰ নেত্ৰ আৰু বিচেতন হৈ সেই বৃক্ষক আশ্ৰয় কৰি থাকিল।

সেই সময়ত ধৰ্মৰাজ যুধিষ্ঠিৰে নিজক আগতকৈ বলশালী হোৱা যেন বোধ কৰিলে। তেতিয়া তেওঁ পূৰ্বে জ্ঞাত থকা যোগ ধৰ্মৰ কথা স্মৰণ কৰিলে।

তাৰ পাছত যুধিষ্ঠিৰে তেওঁৰ দেহ দগ্ধ কৰিবৰ বাবে আয়োজন কৰোঁতে এক দৈৱবাণী তেওঁ শুনিবলৈ পালে— "মহাৰাজ! মহাত্মা বিদুৰে যতি ধৰ্ম লাভ কৰিছে। তেওঁৰ দেহ দাহন নকৰিব আৰু তেওঁৰ কাৰণে শোক কৰাও উচিত নহয়।"

যুধিষ্ঠিৰ অৰণ্যৰপৰা ধৃতৰাষ্ট্ৰৰ আশ্ৰমলৈ ঘূৰি গ'ল আৰু বিদুৰৰ বিৱৰণ সকলোকে জানিবলৈ দিলে। ভীমসেন অন্যান্য পাণ্ডৱসকলে আৰু আন আন লোকবিলাকেও পৰম আশ্চৰ্যজনক এই কথা শুনি বিস্ময়াভিভূত হ'ল।

এই সময়ত এদিন পাণ্ডৱসকল সেই আশ্ৰমত বাস কৰি থাকোঁতে ব্যাসদেৱে আগমন কৰিলে। ব্যাসদেৱৰ ওচৰত বিদুৰৰ সেই ৰূপ আশ্চৰ্যজনক মহাপ্ৰয়াণৰ কথা উত্থাপিত কৰাত ব্যাসদেৱে উত্তৰ দিলে যে বিদুৰ আছিল স্বয়ং ধৰ্ম। মাণ্ডব্য মুনিৰ অভিশাপত ব্ৰহ্মাৰ আদেশ অনুসাৰে নিজ তেজোবলেৰে বৈশ্যাগৰ্ভত বিদুৰৰূপে জন্ম লাভ কৰিছিল। যি জনেই ধৰ্ম, তেৱেঁই বিদুৰ; আকৌ তেৱেঁই পাণ্ডুপুত্ৰ যুধিষ্ঠিৰ। মহাত্মা বিদুৰে মহাত্মা যুধিষ্ঠিৰক দেখা পাই মহা যোগবলে তেওঁত প্ৰবেশ কৰিলে।

হে মহীপাল যুধিষ্ঠিৰ! ইয়াৰ ফলত তোমাৰ অশেষ মঙ্গল সাধন হ'ব— এই কথা কৈ তোমাৰ সংশয় ছিন্ন কৰি দিবৰ বাবে মই এই সময়ত ইয়ালৈ আহিছোঁ জানিবা।

# উৎসৰ্গ

যিগৰাকী মহিলা শোকতো বিচলিতা নহয়, দুঃখ দাৰিদ্ৰ্যৰ মাজতো সহনশীলতাৰ মহিমাৰে মহিমান্বিতা, পুত্ৰ পৌত্ৰ জী বোৱাৰী আৰু সকলো বিলাক জামাতৃৰ প্ৰতি সমদৰ্শিনী হৈ সকলোৰে শ্ৰদ্ধা ভক্তি আৰু সহানুভূতি পাই আহিছে সেই গৰাকী বিশিষ্টা মহিলা আমাৰ শ্বশ্ৰা ঠাকুৰাণী শ্ৰীযুতা দ্ৰৌপদী দেবীৰ শ্ৰীচৰণত তেওঁৰ মৰমৰ জ্যেষ্ঠ জামাতাৰ অৰ্ঘ্য প্ৰদান।

শ্ৰীদেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্য

# আগকথা

বৈচিত্ৰপূৰ্ণ কৰ্ণৰ জীৱনী। কুৰুক্ষেত্ৰ যুদ্ধৰ কৌৰৱ পক্ষীয় মহাবীৰ কৰ্ণৰ বীৰত্ব আৰু শৌৰ্য্যৰ তুলনা নাই, যি বীৰত্ব আৰু শৌৰ্য্যৰ মহিমা প্ৰস্ফুটিত হৈ উঠিছিল নিজৰ প্ৰতিজ্ঞা ৰক্ষাত আৰু কৃতজ্ঞ হৃদয়ৰ চৰম আৰু পৰম নিষ্ঠাপালনত।

এই চৰিত্ৰ কল্পনাৰ চৰিত্ৰ নহয় - ই এক ঐতিহাসিক চৰিত্ৰ, ভাৰতীয় সংস্কৃতিৰ এক আদৰ্শ চৰিত্ৰ আৰু সৰ্ব্বশ্ৰেষ্ঠ দান-বীৰৰ চৰিত্ৰ।

লিখক

# সূচীপত্ৰ

# কুন্তীপুত্ৰ কৰ্ণ

সুতো ৰা সুতপুত্ৰোবা যো বা কো বা ভবাম্যহম।
দৈবায়ত্তং কুলে জন্ম মময়েত্তং হি পৌৰুষম্।।

## কৰ্ণৰ জন্ম

যদুবংশত শূৰসেন নামে এক ৰজা আছিল। তেওঁ আছিল শ্ৰীকৃষ্ণৰ পিতামহ। শূৰসেন ৰজাৰ পেহীয়েকৰ পুতেক আছিল কুন্তি ভোজ। কুন্তি ভোজৰ কোনো সতি সন্ততি নাছিল আৰু সেইবাবে তেওঁ বৰ দুঃখিত আছিল। ৰজা শূৰসেনে কুন্তি ভোজক কৈছিল যে মোৰ সন্তান হ'লে মোৰ প্ৰাথম সন্তানটিকে তোমাক দান কৰিম। সেই কথা আৰু প্ৰতিশ্ৰুতি অনুসাৰে তেওঁ তেওঁৰ প্ৰথম সন্তান কন্যাৰত্নটিৰ মমতা ত্যাগ কৰি কুন্তি ভোজক দান কৰিছিল। এই কন্যাটিৰ পিতৃদত্ত নাম আছিল পৃথা। ৰজা কুন্তিভোজে পৃথাক নিজৰ ঔৰসত হোৱা সন্তানৰ দৰে লালন পালন কৰিছিল। পৃথা যেন দ্বিতীয় চন্দ্ৰকলা — সেইদৰে দিনে বাঢ়িব ধৰিলে। পৃথা কুন্তিভোজৰ পালিতা কন্যা বুলি সকলোৱে তেওঁক কুন্তী বুলি মাতিছিল।

পূৰ্বে ভাৰতবৰ্ষত দান ধৰ্ম আৰু অতিথি সেৱাক পৰম ধৰ্ম বুলি সকলোৱে জ্ঞান কৰিছিল। আজি কালিও সেই পৰম ধৰ্মৰ প্ৰভাৱ কিঞ্চিৎ পৰিমাণে হ'লেও বৰ্ত্তি আছে।

ৰজা কুন্তি ভোজৰ ঘৰলৈ যি বিলাক ব্ৰাহ্মণ সজ্জন অতিথি আহিছিল সেই সকল লোকৰ সেৱা পৰিচৰ্য্যাৰ বাবে তেওঁ কুন্তীক নিয়োগ কৰিছিল। কুন্তীয়েও তেওঁলোকক সেৱা পৰিচৰ্য্যাৰ ক্ৰুটী নকৰি পৰিতুষ্ট কৰিছিল।

এদিনাখন মহাধৰ্মিক মহা তেজস্বী আৰু জিতেন্দ্ৰিয় মহৰ্ষি দুৰ্বাসাই কুন্তি ভোজৰ ঘৰত আতিথ্য গ্ৰহণ কৰিলে।

কুন্তীয়ে পৰম সমাদৰে, আৰু অতি ভক্তি সহকাৰে মহৰ্ষিক সেৱা যত্ন কৰিলে। মহৰ্ষি অতিশয় সন্তুষ্ট হ'ল। দুৰ্বাসা ঋষিক ক্ৰটিহীন ভাবে সেৱা শুশ্ৰুষা কৰা সহজ কথা নাছিল। দুৰ্বাসা ঋষিক সেইবাবে সকলোৱে যেনে ভয় কৰিছিল তেনে ভক্তি কৰিও চলিছিল; কিন্তু কুন্তীয়ে সৰ্ব্বতোভাৱে তেওক সন্তুষ্ট কৰিব পাৰিছিল।

মহৰ্ষিয়ে সন্তুষ্ট হৈ কুন্তীক এটি মহামন্ত্ৰ দান কৰিলে আৰু ক'লে মই

তোমাৰ সেৱাত সন্তুষ্ট হৈ এই মহামন্ত্ৰটি দান কৰিলোঁ; "তুমি এই মন্ত্ৰটো পাঠ কৰি যি দেৱতাকে আহ্বান কৰিবা, সেই দেৱতাই আৱিৰ্ভূত হৈ তোমাৰ গৰ্ভত এটি পুত্ৰ সন্তান উৎপন্ন কৰিব"। মহৰ্ষিয়ে বৰদান কৰি প্ৰস্থান কৰিলে।

মন্ত্ৰ-শক্তিৰ পৰিচয় আজিকালিও পোৱা যায়। একান্ত মনে মন্ত্ৰ জপ কৰিলে, যি দেৱতাৰ মন্ত্ৰ জপ কৰা যায়, সেই দেৱতা মূৰ্ত্তিমান্ হৈ সাধকক দৰ্শন দিয়ে। সাধকে দেৱতাৰ ৰূপ কল্পনা কৰি মন্ত্ৰ জপ কৰিব লাগে।

কিছুদিনৰ পাছত এদিনাখন কুন্তীয়ে ঋষিয়ে দান কৰা মন্ত্ৰৰ প্ৰতি সন্দিহান হৈ পৰীক্ষা কৰিবৰ মন কৰিলে। এই বিষয়ে চিন্তা কৰাৰ লগে লগে সহসা নিজৰ ঋতুলক্ষণ দেখি কুন্তী কন্যা-অৱস্থাতে ৰজঃ স্বলা হৈছে বুলি বৰ লজ্জিতা হ'ল।

তাৰ পাছত প্ৰাসাদৰ ভিতৰত মাটিত এখনি ৰমণীয় শয্যা ৰচনা কৰি তাতে বহি নৱোদিত সূৰ্য্যৰ ফালে চাই থাকোঁতে কুন্তীয়ে দিব্যদৃষ্টি লাভ কৰিলে আৰু কৱচ আৰু কুণ্ডল পৰিহিত মূৰ্ত্তিমান্ সূৰ্য্যৰ দিব্য মূৰ্ত্তি দেখি বিমোহিত হ'ল আৰু অন্তঃকৰণত মহৰ্ষিয়ে দান কৰা মন্ত্ৰৰ বলাবল পৰীক্ষাৰ কৌতূহল অনুভৱ কৰিলে। তাৰ পাছতে যথাৰীতি আচমন কৰি সূৰ্য্যদেৱক আহ্বান কৰিলে।

তেতিয়া মধুসদৃশ পিঙ্গলবৰ্ণ কম্বুগ্ৰীৱ মহাবাহু সূৰ্য্যদেৱে যোগবলেৰে নিজৰ আত্মাক দুই ভাগ কৰি দুটি মূৰ্ত্তি তৎক্ষণাৎ পৰিগ্ৰহ কৰিলে। তাৰে এটি মূৰ্ত্তিয়ে ভূমণ্ডলত তাপ বিকীৰণ কৰিয়েই থাকিল আৰু মুকুট পৰিহিত আনটি মূৰ্ত্তিয়ে সমস্ত দিক্ প্ৰজ্জ্বলিত কৰি পৃথাৰ সমুখত উপস্থিত হ'ল আৰু কুন্তীক সম্বোধন কৰি ক'লে— কল্যাণি! মই মন্ত্ৰৰ প্ৰভাৱত তোমাৰ প্ৰতি নিতান্ত অনুৰক্ত আৰু বশীভূত হৈছোঁ। মই তোমাৰ কি কাৰ্য্য সাধন কৰিব লাগে, কোৱা।

কুন্তীয়ে ক'লে— "ভগৱন! মই কৌতূহলৰ বশবৰ্ত্তিনী হৈ হে আপোনাক আহ্বান কৰিছিলোঁ; মোৰ প্ৰতি প্ৰসন্ন হৈ - আপুনি দয়া কৰি যি স্থানৰ পৰা আহিছে সেই স্থানলৈ গমন কৰক।

সূৰ্য্যই উত্তৰ দিলে— সুন্দৰি! তুমি যেনেদৰে আদেশ দিছা, মই নিশ্চয় তাকে কৰিম; কিন্তু দেৱতাক আহ্বান কৰি ঘূৰাই পঠোৱা অন্যায়। হে গজগামিনি! মই বুজিব পাৰিছোঁ যে তুমি অসিত শৌৰ্য্যশালী আৰু কৱচ কুণ্ডলধাৰী এটি পুত্ৰ সন্তান মনে মনে কামনা কৰিছা। মই তোমাৰ অভিলাষ পূৰ্ণ কৰি গুচি যাম। যদিহে তুমি মোৰ প্ৰতি অপ্ৰিয় আচৰণ কৰা, তেনেহলে তোমাক, তোমাৰ পিতাক আৰু তোমাক মন্ত্ৰদান কৰা ব্ৰাহ্মণক অভিশাপ দি গুচি যাম আৰু সেই অভিশাপত সকলোটি ভস্মীভূত হৈ যাব। অভিশাপ এই কাৰণে দিম যে তোমাৰ পিতৃয়ে তোমাৰ দুৰ্নীতি দোষ অৱলক্ষন কৰা নাই আৰু সেই মন্ত্ৰদাতা ব্ৰাহ্মণে তোমাৰ স্বভাব চৰিত্ৰ পৰীক্ষা নকৰাকৈ মন্ত্ৰদান কৰিছে। এই তোমাক মই দিব্য দৃষ্টি দান কৰিলো। তাৰে তুমি চোৱা দেৱতা সকলে বিস্ময়মনে অন্তৰীক্ষত থাকি

তোমাৰ প্ৰতাৰণা পৰ্য্যবেক্ষণ কঁৰিব ধৰিছে। মোৰ এই অপমানৰ বাবে সকলোকে দণ্ডবিধান কৰিম।

ৰাজকন্যা কুন্তীয়ে ভাস্কৰৰ দৰে ভাস্বৰ-মূৰ্ত্তি দেৱতা সকলক অন্তৰীক্ষত দেখা পাই অতিশয় লজ্জিতা আৰু ভীতা হৈ তপন দেৱতাক ক'লে— ভগৱন্! আপুনি বিমানত উঠক; মই বালিকাসুলভ অপৰাধত আপোনাক দুঃখ দিছোঁ। মই মোৰ দেহৰ অধিকাৰী নিজে নহয়। পিতামাতা প্ৰভৃতি গুৰুজন সকলেহে মোৰ দেহদানৰ অধিকাৰী। অতএৱ মই তাৰ অন্যথা কৰি ধৰ্মলোপ কৰিবলৈ অসমৰ্থ। লোকসমাজত স্ত্ৰীলোকৰ দেহৰক্ষাৰূপ ধৰ্মই আদৰণীয়। হে দেৱ! মই বালিকা, কেৱল মন্ত্ৰৰ বল পৰীক্ষাৰ কাৰণে আপোনাক আহ্বান কৰিছোঁ — অতএৱ মোৰ এই অপৰাধ ক্ষমা কৰক।

উত্তৰত সূৰ্য্যদেৱে ক'লে— হে কুন্তি! তুমি বালিকা কাৰণেহে তোমাক অনুনয় কৰিছোঁ - নহলে আন কোনো ৰমণী মোৰ অনুনয় লাভৰ সমৰ্থ নহয়; সুতৰাং তুমি আত্ম-প্ৰদান কৰা, তোমাৰ শান্তি লাভ হ'ব। মই মন্ত্ৰৰ দ্বাৰা আহূত হৈ আহিছোঁ। অসম্পূৰ্ণ মানসে প্ৰত্যাৱৰ্ত্তন মোৰ পক্ষে কেতিয়াও উচিত নহয়; সেইটো হ'লে মই লোকসমাজত উপহসাস্পদ আৰু দেৱ সমাজত নিন্দনীয় হ'ম। হে সৰ্বাঙ্গ সুন্দৰি! তুমি মোৰ ঔৰসত মোৰ দৰে পুত্ৰ লাভ কৰা। লোকসমাজত তুমি "বিশিষ্টা" বুলি প্ৰতিপন্ন হবা— তাত কোনো সন্দেহ নাই। সূৰ্য্যদেৱে এইদৰে নানাপ্ৰকাৰে বুজালেও কন্যাৱস্থা আৰু লাজ আৰু ভয়ৰ কাৰণে কোনোমতে স্বীকাৰ নকৰিলে। তেতিয়া সূৰ্য্যদেৱে পুনৰায় ক'লে - হে কন্যে! তোমাৰ কোনো শঙ্কা নাই। মোৰ অনুগ্ৰহত তোমাৰ কোনো দোষ নঘটে।

কন্যা কুন্তীয়ে বহুপ্ৰকাৰ মধুৰ-বাক্য আৰু অনুনয়ৰ দ্বাৰাও সূৰ্য্যদেৱক সান্ত্বনা কৰিব নোৱাৰিলে। কুন্তীয়ে যেতিয়া দেখিলে যে ভাস্কৰক প্ৰত্যাখ্যান কৰা নিতান্ত অসাধ্য, তেতিয়া তেওঁ পাপগ্ৰস্তা হোৱাৰ ভয়ত নিতান্ত ভীত হৈ মনে মনে চিন্তা কৰিব ধৰিলে - "এতিয়া কি কৰোঁ, কি উপায়েৰে নিৰপৰাধ পিতাক আৰু মন্ত্ৰদাতা ব্ৰাহ্মণক সূৰ্য্যৰ শাপৰ পৰা ৰক্ষা কৰোঁ। মোৰ কাৰাণেই তেওঁলোক শাপগ্ৰস্ত হ'ব। শাস্ত্ৰত আছে বালক যদিও বা নিষ্পাপ আৰু সদ্ ব্যৱহাৰ সম্পন্ন হয় তথাপি আগ পাছ নুগুণি কেতিয়াও তেজস্বী বা তপস্বী ব্যক্তিৰ ওচৰ নাচাপিব- ই অতি সত্য নীতি। সি যি নহওক মই এতিয়া স্বয়ং কেনেকৈ দেহ দান  কৰোঁ? মই নিতান্ত ভীত হৈছোঁ।"

এইদৰে অভিশাপৰ ভয়ত কুন্তীয়ে মনে মনে চিন্তা কৰি অতি লজ্জা নম্ৰ মুখে বিনয় বচনেৰে সূৰ্য্যদেৱক ক'বলৈ ধৰিলে— "হে দেৱ! চাওক। পিতৃমাতৃ আৰু বন্ধুবান্ধৱ সকল বৰ্ত্তমান থাকোঁতে এই ৰূপ বিধি বিৰুদ্ধ কাৰ্য্য কৰা নিতান্ত অকৰ্ত্তব্য। আপোনাৰ লগত যদি মোৰ অবৈধ সঙ্গম হয়, তেন্তে লোকসমাজত

আমাৰ কুলৰ কীৰ্তি নাশ হব; কিন্তু সমস্ত জীৱ-জগতৰ ধৰ্ম, যশ, কীৰ্ত্তি আৰু আয়ু আপোনাতে প্ৰতিষ্ঠিত হৈ আছে, এতএৱ আপুনি যদি এই কাৰ্য্যক ধৰ্মসঙ্গত বুলি কয়, তেনেহলে মই বন্ধুবৰ্গৰ অপেক্ষা নাৰাখি স্বয়ং আপোনাক আত্মাদান কৰিব পাৰোঁ।"

তপন দেৱে তেতিয়া কুন্তীক সান্ত্বনা দি ক'লে- তোমাৰ শঙ্কাৰ কোনো কাৰণ নাই, তুমি মোৰ লগত সঙ্গত হ'লে, মোৰ সহযোগত তোমাৰ গৰ্ভত এক মহাযশ পুত্ৰ সমুৎপন্ন হব আৰু তুমি পুনৰায় কন্যাকাৱস্থা প্ৰাপ্ত হবা - ইয়াত কোনো সন্দেহ নাই।

তেতিয়া কুন্তীয়ে ক'লে— "হে দেৱ! আপুনি যদি নিতান্তই পুত্ৰ সন্তান দিবলৈ ইচ্ছুক আৰু আপোনাৰ এই আগমন যদি নিতান্তই ব্যৰ্থ কৰিবলৈ অনিচ্ছুক, তেন্তে মোক এনে এটি পুত্ৰ প্ৰদান কৰক যাৰ কাণত সহজাত দুইটি কুণ্ডল আৰু শৰীৰত অভেদ্য এক দিব্য কৱচ থাকে।

এইবুলি কুন্তীয়ে নিৰুপায় হৈ সূৰ্য্যদেৱক আত্মদানৰ সম্মতি দিলে।

সূৰ্য্যদেৱে কুন্তীৰ কথা স্বীকাৰ কৰিলৈ ক'লে যে মই সত্যকৈয়ে কৈছোঁ যে মই যদি পুত্ৰোৎপাদনত প্ৰবৃত্ত হওঁ, তোমাৰ সেই পুত্ৰ সকলো প্ৰকাৰ অস্ত্ৰ শস্ত্ৰ কুশল হব আৰু তুমিও পুনৰায় স্বীয় কন্যাকাৱস্থা প্ৰাপ্ত হবা।

কুন্তী সূৰ্য্যদেৱক নিজৰ অভীষ্ট সাধনত তৎপৰ দেখি সলজ্জভাৱে আৰু পৱিত্ৰভাৱে দেহদান কৰিলে। ভগৱান সূৰ্য্যই নিজৰ তেজঃপ্ৰভাৱত কুন্তীক মোহিত কৰি যোগবলে কুন্তীত গৰ্ভাধান কৰিলে, কিন্তু কুন্তীৰ কন্যাকাৱস্থা দূষিত নকৰিলে।

কুন্তী দেৱীয়ে গৰ্ভধাৰণ কৰিলে আৰু যথাসময়ত সূৰ্য্যদেৱৰ অনুগ্ৰহত কন্যাকস্থাতে স্বৰ্ণোজ্জ্বল কুণ্ডল আৰু বৰ্মধাৰী সিংহলোচন আৰু বৃষস্কন্ধ এটি পুত্ৰ প্ৰসৱ কৰিলে আৰু সেই পুত্ৰ ইমান তেজস্বী আছিল যে সূৰ্য্যৰ ফালে দৃষ্টি কৰিলে যেনেকৈ সূৰ্য্যৰশ্মিৰ উজ্জ্বলতাই চকুত ছাত্ মাৰি ধৰে, এই শিশুৰ অৱয়বৰ সৌন্দৰ্য্যও তেনে উজ্জ্বল আছিল।

কুন্তীৰ গৰ্ভধাৰণ আৰু সন্তান সম্ভৱা হোৱা কথা কাৰো দৃষ্টিত পৰা নাছিল কাৰণ তেওঁ কন্যাকাৱস্থা হেৰোৱা নাছিল। এতিয়া নৱজাত শিশুক লৈহে তেওঁৰ সমস্যা উপস্থিত হ'ল। তেওঁ বিষণ্ণ মনে ভাবিবলৈ ধৰিলে — 'এতিয়া মই কি কৰোঁ? এই বিষয়টো গোপনে ৰাখিম নে প্ৰকাশ কৰিম? অৱশেষত বন্ধুবৰ্গ আৰু জ্ঞাতিবৰ্গৰ ভয়ত আত্মদোষ গোপন কৰিবলৈ ধাত্ৰীৰ লগত মন্ত্ৰণা কৰি সদ্যঃ— প্ৰসূত কুমাৰক সযত্নে নদীৰ স্ৰোতত ভহাই দিয়াটোকে স্থিৰ কৰিলে।

# ৰাধেয় কৰ্ণ

তাৰ পাছত কুন্তীয়ে ধাত্ৰীৰ লগত পৰামৰ্শ কৰি মোমৰে ঢকা এটি পেটৰা (মঞ্জুষা) সংগ্ৰহ কৰিলে। তাত সেই পুত্ৰক সংস্থাপন কৰি কান্দি কান্দি সেই পেটৰাটো অশ্বনদীত নিক্ষেপ কৰিলে। নদীত নিক্ষেপ কৰিবৰ সময়ত কন্যাকালত গৰ্ভধাৰণ অতি গৰ্হিত কৰ্ম বুলি জানিও পুত্ৰ স্নেহত নিতান্ত কাতৰ হৈ একান্ত বিহ্বল ভাৱে আৰু কৰুণ স্বৰে বিলাপ আৰু পৰিতাপ কৰিব ধৰিলে। তাৰ পাছত মঞ্জুষা-নিহিত পুত্ৰক সম্বোধন কৰি ক'লে - হে বৎস! স্বৰ্গৰপৰা দেৱতা সকলে, পৃথিবীত আৰু অন্তৰীক্ষত থকা মনুষ্যাদি সমস্ত স্থলচল আৰু জলচল প্ৰাণী সকলে তোমাৰ মঙ্গল বিধান কৰক। বাটত আন কোনেও তোমাৰ বিদ্ৰোহাচৰণ নকৰে - তুমি নিৰ্ব্বিঘ্নে গৈ থাকা। জলাধিপতি বৰুণে আৰু গগনচাৰী বায়ুৱে তোমাক ৰক্ষা কৰিব। যিজনা দেৱতাই দিব্য বিধানমতে মোৰ গৰ্ভত তোমাক উৎপাদন কৰিছে, সেই সূৰ্য্য দেৱে তোমাক ৰক্ষা কৰক। তোমাৰ সহজাত কবচৰ দ্বাৰা মই তোমাক বিদেশতো চিনি পাম। তোমাৰ পিতা সূৰ্য্য দেৱ ধন্য; তেওঁ দিব্য চক্ষুৰ প্ৰভাৱত তোমাক মঞ্জুষাৰ ভিতৰতো দেখা পাইছে। আৰু সেই নাৰী ধন্য হব যিজনীয়ে তোমাক পুত্ৰত্বত পৰিগ্ৰহ কৰি তোমাৰ মুখত নিজৰ স্তন দি সেই স্তন্য দুধ পান কৰাব। তুমি যেতিয়া ধূলি ধূসৰিত হৈ আঠুকাঢ়ি গৈ গৈ আধা ফুটা মধুৰ মাত মাতিবা আৰু তুমি যেতিয়া হিমাচলত ওপজা সিংহ শিশুৰ দৰে বাঢ়ি যুৱক হৈ উঠিবা, নাজানো সেই ৰমণীৰ অন্তঃকৰণত তেতিয়া কিমান আনন্দৰ সঞ্চাৰ হব।

কুন্তীয়ে এইদৰে বহুপ্ৰকাৰ বিলাপ কৰি আৰু বৰ পৰিতাপেৰে কান্দি কান্দি সেই মঞ্জুষা অশ্বনদীৰ পানীত পৰিত্যাগ কৰিলে।

তাৰ পাছত সেই মঞ্জুষা অশ্বনদীৰ প্ৰৱাহত ভাহি ভাহি গৈ চৰ্ম্মন্বতী নদীত পৰিলগৈ, চৰ্ম্মন্বতীৰ সোঁতত গৈ গৈ যমুনা নদীত পাৰিলগৈ। যমুনাৰ পৰা ভাগীৰথীত পৰিলগৈ। ভাগীৰথীৰ সোঁতত গৈ গৈ ভাগীৰথীৰ পাৰত থকা চম্পানগৰীত উপস্থিত হ'ল গৈ।

এই চম্পানগৰীত অধিৰথ নামে এজন সূত আছিল। অধিৰথ আছিল ধৃতৰাষ্ট্ৰৰ সখী। তেওঁ এদিন তেওঁৰ পত্নী ৰাধাৰ সৈতে ভাগীৰথীৰ পাৰলৈ গৈছিল। ৰাধাৰ ৰূপ আলোকসামান্য আছিল; কিন্তু বহু ব্ৰত উপবাস কৰিও পুত্ৰ লাভ কৰিব পৰা নাছিল। তেওঁ দেখিলে যে এটা পেটৰা(মঞ্জুষা) আপোনা আপুনি নদীৰ পানীত ভাহি ভাহি তেওঁৰ ফালে আহিব ধৰিছে। সেই মঞ্জুষা দূৰ্ব্বা, কুঙ্কুম প্ৰভৃতি ৰক্ষা দ্ৰব্যেৰে বিভূষিত আছিল। ৰাধাই সেইটো দেখি স্বামীৰ মনোযোগ আকৰ্ষণ কৰিলে। অধিৰথে পত্নীৰ কৌতূহলত সেই পেটৰাটো আনি তাৰ

ঢাকনিখন খুলি পেলালে; দেখিলে তাৰ ভিতৰত প্ৰভাত সূৰ্য্যৰ দৰে ৰঙচুৱা সোণৰ বৰ্ম্ম পিন্ধি থকা আৰু কুণ্ডল বিভূষিত হৈ থকা এটি সদ্যোজাত শিশু শুই আছে। অধিৰথ বিস্ময়ত উৎফুল্ল হৈ শিশুটিক কোলাত তুলি ল'লে আৰু পত্নীক ক'লে প্ৰিয়ে! মই এনে অদ্ভুত ৰূপ কেতিয়াও দেখা নাই, এই শিশুটি নিশ্চয় দেৱকুমাৰ। দেৱতা সকলে মোক অপুত্ৰক দেখি অনুগ্ৰহ কৰি এই পুত্ৰ দান কৰিছে।

ৰাধাই পদুম ফুলৰ গৰ্ভসন্নিভ সেই শিশুটিক লৈ ঘৰলৈ আহি বিধিমতে ভৰণ পোষণ কৰিব ধৰিলে— শিশুও ক্ৰমে ক্ৰমে চন্দ্ৰকলাৰ দৰে পৰিবৰ্দ্ধিত হবলৈ ধৰিলে। কিছুদিন পাছত ব্ৰাহ্মণ সকলক নিমন্ত্ৰণ কৰি আনি নামকৰণৰ ব্যৱস্থা কৰিলে। ব্ৰাহ্মণসকলে কৱচ আৰু কুণ্ডল সমৱেত শিশুটিৰ নাম বসুসেন ৰাখিলে। সেই বালক সূত পুত্ৰ বসুসেন নামে বিখ্যাত হ'ল। তেওঁৰ আন এটি নাম হ'ল - বৃষ। বসুসেন অঙ্গদেশত দিনে দিনে পৰিবৰ্দ্ধমান হবলৈ ধৰিলে আৰু মহাবল-পৰাক্ৰান্ত হবলৈ ধৰিলে। কুন্তীয়ে চৰৰ মুখত নিজ পুত্ৰৰ সমুদয় বৃত্তান্ত শুনি মনে মনে বৰ আনন্দ পালে।

# শিক্ষাৰ্থী কৰ্ণ

ক্ৰমে ক্ৰমে অধিৰথ পুত্ৰ বসুসেনৰ বয়স হৈ আহিল আৰু শিক্ষাদানৰ সময় উপস্থিত হ'ল দেখি অধিৰথে পুত্ৰক হস্তিনাপুৰলৈ অস্ত্ৰ শিক্ষাৰ বাবে পঠাই দিলে। হস্তিনাপুৰত কুৰুপাণ্ডৱৰ অস্ত্ৰ গুৰু দ্ৰোণাচাৰ্য্যৰ ওচৰত ধনুৰ্ব্বেদ শিক্ষা কৰিবলৈ ধৰিলে।

এই সময়ত কৰ্ণই ভীমসেন আৰু অৰ্জ্জুনৰ পৰাক্ৰম, যুধিষ্ঠিৰৰ বুদ্ধি, নকুল আৰু সহদেৱৰ বিনয়, অৰ্জ্জুনৰ লগত শ্ৰীকৃষ্ণৰ সখ্যভাৱ আৰু প্ৰজাবিলাকৰ পাণ্ডৱসকলৰ প্ৰতি অনুৰাগ থকা দেখি অন্তৰত ঈৰ্ষা অনুভৱ কৰিবলৈ ধৰিলে আৰু এই কাৰণেই বাল্যকালতে ৰজা দুৰ্য্যোধনৰ লগত তেওঁৰ বন্ধুত্ব গঢ়ি উঠিছিল। পাণ্ডৱ সকলেও স্বভাৱতঃ কৰ্ণৰ প্ৰতি এটি বিদ্বেষ ভাৱ পোষণ কৰিছিল।

কৰ্ণই অস্ত্ৰবিদ্যাত নিপুণ হৈ উঠিলেও ধনুৰ্ব্বেদত অৰ্জ্জুনতকৈ অপেক্ষাকৃত ন্যুন যেন অনুভৱ কৰি এদিন গুৰু দ্ৰোণাচাৰ্য্যৰ ওচৰ চাপি নিবেদন কৰিলে— "গুৰো! আপুনি মোক মন্ত্ৰৰে সৈতে ব্ৰহ্মাস্ত্ৰ প্ৰদান কৰক। মোৰ অৰ্জ্জুনৰ সমান যোদ্ধা হবলৈ বৰ অভিলাষ হৈছে। কি পুত্ৰ, কি শিষ্য সকলোৰে প্ৰতি আপোনাৰ সমান স্নেহ আছে; অতএৱ অনুগ্ৰহ কৰি মোৰ এই অভিলাষ পূৰ্ণ কৰক। দ্ৰোণাচাৰ্য্য তেওঁৰ প্ৰিয় শিষ্য অৰ্জ্জুনৰ প্ৰতি বিশেষ অনুৰক্ত আছিল আৰু তেওঁ

কৰ্ণৰ এই কথা শুনি সহজে বুজিব পাৰিলে যে অৰ্জ্জুনৰ ওপৰত অত্যাচাৰ কৰা বাসনা কৰ্ণৰ অন্তৰত আছে। সেই কাৰণে তেওঁ ক'লে যে "কৰ্ণ! নিত্যব্ৰতচাৰী ব্ৰাহ্মণ বা তপস্বী ক্ষত্ৰিয়ই হে মাথোন ব্ৰহ্মাস্ত্ৰ প্ৰয়োগৰ বিষয়ে জানিব পাৰে, অন্য কোনো ব্যক্তিৰ ইয়াত অধিকাৰ নাই।"

মহাবীৰ কৰ্ণ প্ৰত্যাখ্যাত হ'ল। দ্ৰোণাচাৰ্য্যৰ পৰা পৰা ব্ৰহ্মাস্ত্ৰ লাভ কৰিব নোৱাৰি, তেওঁ গুৰুৰ ওচৰত সনম্ৰ প্ৰণাম জনাই— হস্তিনাপুৰ ত্যাগ কৰিলে আৰু মহেন্দ্ৰ পৰ্বতত বাস কৰি থকা পৰশুৰামৰ ওচৰলৈ গ'ল। কৰ্ণই পৰশুৰামৰ ওচৰত উপস্থিত হৈ তেওঁক প্ৰণাম জনাই নিজৰ প্ৰকৃত পৰিচয় গোপন ৰাখি নিজকে ভৃগুবংশৰ সন্তান বুলি পৰিচয় দিলে। পৰশুৰামে স্বাগত প্ৰশ্ন আৰু নাম সুধি শিষ্যত্বত গ্ৰহণ কৰিলে। মহাবীৰ কৰ্ণই পৰশুৰামৰ অনুগ্ৰহ লাভ কৰি স্বৰ্গতুল্য মহেন্দ্ৰ পৰ্ব্বতত বাস কৰি তেওঁৰ পৰা বিবিধ অস্ত্ৰ শস্ত্ৰ শিক্ষা কৰিবলৈ ধৰিলে। সেই পৰ্বতলৈ সদায়ে গন্ধৰ্ব, ৰাক্ষস, যক্ষ আৰু দেৱতা সকলৰ সমাগম হৈ থাকে আৰু কৰ্ণ তেওঁলোকৰ মাজতো অতি প্ৰিয় হৈ উঠিল।

# অভিশপ্ত কৰ্ণ

এদিনাখন সুতপুত্ৰ কৰ্ণ ধনু আৰু খড়্গ হাতত লৈ আশ্ৰমৰ সমীপতে যদৃচ্ছা— ক্ৰমে শৰ নিক্ষেপ কৰি পৰিভ্ৰমণ কৰি আছিল। দৈৱাৎ তেওঁৰ শৰত এক ব্ৰহ্মবাদী অগ্নিহোত্ৰী ব্ৰাহ্মণৰ হোমধেনু বিনষ্ট হ'ল। কৰ্ণ তাকে দেখি বৰ ভীত আৰু বিষণ্ণ হ'ল। তেওঁ সেই ব্ৰাহ্মণৰ ওচৰলৈ গৈ সবিনয়ে ক'লে - "ভগৱন! মই অজ্ঞাততে ভুলক্ৰমে আপোনাৰ হোমধেনু বিনষ্ট কৰিছোঁ; আপুনি প্ৰসন্ন হৈ মোৰ অপৰাধ মাৰ্জ্জনা কৰক।" দ্বিজবৰে কৰ্ণৰ কথা শুনি নিতান্ত কোপাবিষ্ট হ'ল আৰু তেওঁক ভৰ্ৎসনা কৰি ক'লে— "দুৰাচাৰ! তুমি মোৰ বধাৰ্হ। তুমি নিশ্চয় তোমাৰ দুষ্কৰ্মৰ ফল ভোগ কৰিব লাগিব। তুমি যাৰ লগত মনে মনে স্পৰ্দ্ধা ভাৱ ৰাখি আছা আৰু যাক পৰাজয় কৰিবলৈ সবিশেষ চেষ্টা কৰি আছা, তেওঁৰ লগত যুদ্ধ কৰিবৰ সময়ত পৃথিৱীয়ে তোমাৰ ৰথচক্ৰ গ্ৰাস কৰিব। চক্ৰ ভূগৰ্ভত প্ৰবিষ্ট হ'লে বিপক্ষই তোমাৰ মস্তক ছেদন কৰিব। তুমি যেনে প্ৰমত্ত অৱস্থাত মোৰ হোম ধেনু নিহত কৰিছা, তেনে প্ৰমত্ত অৱস্থাতে শত্ৰুৱে তোমাৰ মস্তক ছেদন কৰিব। ব্ৰাহ্মণে এইদৰে শাপ দিয়াৰ পাছত কৰ্ণই বিবিধ ৰত্ন আৰু বহু গৰু দান কৰি তেওঁক পৰিতুষ্ট কৰিবলৈ চেষ্টা কৰিলে কিন্তু দ্বিজবৰক কোনোপধ্যে প্ৰশান্ত কৰিব নোৱাৰিলে।

তেওঁ ক'লে — "কৰ্ণ! মোৰ বাক্য কেতিয়াও অন্যথা নহয়। তুমি ইয়াৰ পৰা যোৱা।"

কৰ্ণই শঙ্কিত মনে শাপৰ বিষয়ে চিন্তা কৰি কৰি পৰশুৰামৰ আশ্ৰমলৈ ঘূৰি আহিল।

ইফালে মহাবীৰ পৰশুৰামে কৰ্ণৰ বাহুবল, বিনীত ভাৱ, সংযম আৰু শুশ্ৰূষাত একান্ত পৰিতুষ্ট হৈ তেওঁক বিধিপূৰ্ব্বক প্ৰয়োগ আৰু সংহাৰ মন্ত্ৰৰে সৈতে সকলোবোৰ ব্ৰহ্মাস্ত্ৰৰ শিক্ষা দান কৰিলে। মহাবীৰ কৰ্ণই ব্ৰহ্মাস্ত্ৰ পাই যত্ন— পূৰ্ব্বক ধনুৰ্বেদ আলোচনা কৰি পৰম সুখে বাস কৰিব ধৰিলে।

এদিনাখন উপবাসকাতৰ পৰশুৰামে কৰ্ণৰ লগত ভ্ৰমণ কৰি কৰি নিতান্ত পৰিশ্ৰান্ত হৈ কৰ্ণৰ কোলত মূৰটো থৈ বিশ্বস্তমনে টোপনি গ'ল। ৰক্ত আৰু শ্লেষ্ম ভোজন কৰা আৰু মেদ মাংসলোভী এটি বিষাক্ত পোক কৰ্ণৰ ওচৰলৈ আহি তেওঁৰ উৰুস্থান শুহিবলৈ ধৰিলে। পাছে গুৰুদেৱৰ নিদ্ৰভঙ্গ হয় এই ভয়তে কৰ্ণই সেই পোকটোক মাৰিবও পৰা নাছিল আৰু আঁতৰত পেলাই দিবও পৰা নাছিল। ধৈৰ্য্যেৰে সৈতে সেই কীটৰ কামোৰ আৰু ৰক্ত শোষণৰ পৰা হোৱা বেদনা সহ্য কৰি কঁপি থকা দেহেৰে গুৰুৰ মস্তক ধাৰণ কৰি থাকিল। কিছুসময়ৰ পাছত কৰ্ণৰ উৰতৰ পৰা তেজ ওলাই পৰশুৰামৰ গাত লাগিল আৰু পৰশুৰামৰ টোপনি ভাঙি গ'ল।

তেতিয়া জমদগ্নি পুত্ৰ পৰশুৰামে বৰ ব্যস্তসমস্ত হৈ কৰ্ণক সুধিলে— "আঃ মই যে অশুচি হ'লোঁ, তুমি নো কি কৰিছা? নিৰ্ভয়ে মোৰ আগত সকলো কথা কোৱা।"

তেতিয়া কৰ্ণই গুৰুৰ ওচৰত কীট দংশনৰ বৃত্তান্ত নিবেদন কৰিলে। পৰশুৰামে কৰ্ণৰ কথা শুনি সেই আঠখন ঠেং থকা কীটটোৰ ফালে দৃষ্টি কৰিলে। সেই কীটটো পগলা কুকুৰ জাতীয় (অলৰ্কজাতীয়) আছিল। তাৰ দেহটো গাহৰিৰ দৰে অছিল আৰু দাঁতবোৰ তীক্ষ্ণ আৰু গোটেই শৰীৰটো বেজিৰ দৰে লোমৰ জালেৰে আবৃত আছিল। পৰশুৰামে দৃষ্টিপাত কৰা মাত্ৰকে কীটটোৱে সেই তেজতে প্ৰাণ ত্যাগ কৰিলে।

জমদগ্নি তনয় পৰশুৰামে ক্ৰোধাবিষ্ট চিত্তে কৰ্ণক ক'লে— হে মূৰ্খ! তুমি কীটদংশনত যি কষ্ট সহ্য কৰিছা, সেই কষ্ট কোনো ব্ৰাহ্মণে কেতিয়াও সহ্য কৰিব নোৱাৰে। তোমাৰ সহিষ্ণুতা ক্ষত্ৰিয়ৰ দৰে বোধ হৈছে; অতএৱ তুমি তোমাৰ সত্য পৰিচয় দিয়া।

তেতিয়া কৰ্ণ ভীত হৈ গুৰুক প্ৰসন্ন কৰিবৰ বাবে ক'লে— ব্ৰহ্মাণ! মই সূত পুত্ৰ, সূত নন্দিনী ৰাধা মোৰ মাতা, মোৰ নাম কৰ্ণ। মই অস্ত্ৰলোভত আপোনাৰ শিষ্য হৈছোঁ, আপুনি মোৰ প্ৰতি প্ৰসন্ন হওক। বিদ্যাশিক্ষা দিয়া গুৰু পিতৃতুল্য; সেই কাৰণে মই আপোনাৰ ওচৰত ভৃগুবংশজাত বুলি নিজৰ পৰিচয় দিছিলোঁ। এই বুলি কৈ কৰ্ণই কৃতাঞ্জলি পুষ্ট আৰু কম্পিত শৰীৰে ভূতলত নিপতিত হ'ল।

পৰশুৰামে কৰ্ণক তেনে অৱস্থাত দেখি খঙেৰে ঈষৎ হাঁহি মাৰি ক'লে - "সূতপুত্ৰ! তুমি অস্ত্ৰলোভত মোৰ ওচৰত মিছা কথা কৈছা, অতএৱ এই ব্ৰহ্মাস্ত্ৰই তোমাৰ মৰণকালত বা সঙ্কট সময়ত কোনো ফল নধৰিব— ব্যৰ্থ হ'ব। আৰু এই ঠাই মিছলীয়াৰ বাবে নহয়, গতিকে তুমি এই ঠাইৰ পৰা য'লৈকে ইচ্ছা গুচি যোৱা। যি নহওক, ইয়াৰ পাছত কোনো ক্ষত্ৰিয়ই তোমাৰ সমান যুদ্ধ কৰিব নোৱাৰিব।"

পৰশুৰামে এইদৰে কোৱাত মহাবীৰ কৰ্ণই তাৰ পৰা ঘূৰি আহি দুৰ্য্যোধনৰ ওচৰত ক'লে - "মহাৰাজ! মই সমুদয় অস্ত্ৰ শস্ত্ৰত পাৰদৰ্শিতা লাভ কৰিছোঁ।

ই দুৰ্য্যোধনৰ ওচৰত এটা অতি সুখবৰ বুলি পৰিগণিত হৈছিল আৰু উভয় বন্ধুৱে পৰম আনন্দত কাল যাপন কৰিব ধৰিলে।

# মহাৰাজ কৰ্ণ

গুৰু দ্ৰোণাচাৰ্য্যই ধৃতৰাষ্ট্ৰ পুত্ৰ আৰু পাণ্ডুপুত্ৰ বিলাকক অস্ত্ৰ বিদ্যা শিক্ষা দি সেই ৰাজকুমাৰ বিলাকক অস্ত্ৰশিক্ষাৰ পৰীক্ষাৰ বাবে ৰঙ্গমঞ্চ বা ৰণাঙ্গন নিৰ্ম্মান কৰালে। সেই ৰণাঙ্গণত যুধিষ্ঠিৰাদি পঞ্চপাণ্ডৱৰ আৰু দুৰ্য্যোধনাদি এশ কৌৰৱৰ পৰীক্ষা একে একে গ্ৰহণ কৰিলে। সেই ৰঙ্গমঞ্চত কুমাৰ সকলৰ অস্ত্ৰবিদ্যাৰ কৌশল আৰু বীৰত্ব প্ৰদৰ্শনী হ'ল আৰু তাত অৰ্জ্জুনেই সৰ্বশ্ৰেষ্ঠ বীৰ বুলি প্ৰমাণিত হ'ল। ৰাজকুমাৰ বিলাকে প্ৰত্যেকে অস্ত্ৰ বিদ্যাত পাৰদৰ্শী হৈ উঠিছে, তাৰ প্ৰমাণ পাই ভীষ্ম পিতামহকে আৰম্ভ কৰি ধৃতৰাষ্ট্ৰ আদি সকলোৱে আনন্দ প্ৰকাশ কৰিলে; কিন্তু ভীম আৰু অৰ্জ্জুনৰ পাৰদৰ্শিতা আৰু লোকমুখে তেওঁলোকৰ প্ৰশংসা শুনি দুৰ্য্যোধন বৰ বিষন্ন হ'ল। ৰঙ্গভূমিৰ অনুষ্ঠানৰ সামৰণি মাৰিবৰ সময় উপস্থিত হৈছে, এনেতে সেই ৰণাঙ্গনত আহি কৰ্ণ উপস্থিত হ'ল। তেওঁৰ আছিল যোদ্ধৃবেশ। কাণত কুণ্ডল আৰু শৰীৰত তেওঁৰ আছিল সহজাত কৱচ। তেওঁৰ জন্ম হৈছিল সূৰ্য্যৰ ঔৰসত আৰু কুন্তীৰ গৰ্ভত, সেইবাবে তেওঁৰ দীপ্তি, কান্তি আৰু দ্যুতি আছিল চন্দ্ৰ, সূৰ্য্য আৰু অগ্নিৰ নিচিনা। তেওঁ আছিল উন্নতকায় আৰু সৰ্বাঙ্গসুন্দৰ। সভাস্থ সকলোৱে তেওঁ দৃষ্টি আকৰ্ষণ কৰিছিল

তেওঁ ৰঙ্গস্থলত প্ৰৱেশ কৰি প্ৰথমতে কৃপাচাৰ্য্য আৰু দ্ৰোণাচাৰ্য্যক অসীম ভক্তি সহকাৰে প্ৰণাম কৰিলে; কাৰণ এই দুয়োজনাই ৰাজকুমাসকলৰ আৰু কৰ্ণৰ অস্ত্ৰগুৰু আছিল। সভাস্থ সকলোৱে 'এওঁ কোন' বুলি সবিশেষ জানিবৰ বাবে কৌতূহলাক্ৰান্ত হ'ল।

এনেতে কৰ্ণই অৰ্জ্জুনক সম্বোধন কৰি ক'লে— হে পাৰ্থ! তুমি বীৰত্বৰ যি যি কৌশল প্ৰদৰ্শন কৰিছা, ময়ো বীৰত্বৰ সেই সেই কৌশল প্ৰদৰ্শন কৰিম - তুমি বিস্ময় নামানিবা। কৰ্ণৰ কথা শেষ হবলৈ নৌপাওঁতে চাৰিউফালৰ পৰা দৰ্শক মণ্ডলী থিয় হৈ ঔৎসুক্য আৰু কৌতূহল দেখুৱাব ধৰিলে। কৰ্ণই অৰ্জ্জুনক আক্ৰমণ কৰি কোৱা বাবে দুৰ্য্যোধনৰ আনন্দ আৰু অৰ্জ্জুনৰ লাজ আৰু ক্ৰোধৰ উদ্ৰেক হ'ল।

তাৰ পাছত দ্ৰোণৰ নিৰ্দ্দেশ অনুসাৰে অৰ্জ্জুনে যি যি কৌশল আৰু বীৰত্ব প্ৰদৰ্শন কৰিছিল, কৰ্ণয়ো একেপ্ৰকাৰ কৌশল আৰু বীৰত্ব প্ৰদৰ্শন কৰিলে। তাকে দেখি দুৰ্য্যোধনৰ মনত বৰ আনন্দ হ'ল আৰু ততালিকে উঠি কৰ্ণক সাৱটি ধৰি অতি সাদৰেৰে কবলৈ ধৰিলে - "হে মহাবাহো! আমাৰেই সৌভাগ্যক্ৰমে তুমি আজি ইয়াত আহি উপস্থিত হৈছা। তুমি স্বেচ্ছানুক্ৰমে কুৰুৰাজ্যত থাকি আনন্দ উপভোগ কৰি থাকা।" কৰ্ণই দুৰ্য্যোধনৰ তেনে সাদৰ সম্ভাষণ পাই ক'লে - হে প্ৰভো! মোৰ যাৱতীয় শিক্ষা সমাপন কৰিছোঁ, এতিয়া তোমাৰ লগত বন্ধুত্ব কৰিবলৈ আৰু অৰ্জ্জুনৰ লগত দ্বন্দ্ব যুদ্ধ কৰিবলৈ ইচ্ছা কৰোঁ। দুৰ্য্যোধনে ক'লে — "ভালকথা। মোৰ লগত বন্ধুত্ব সূত্ৰত আবদ্ধ হৈ বিষয় ভোগৰ বাসনা চৰিতাৰ্থ কৰা আৰু পৰম সুখত কাল অতিপাত কৰা।"

দুৰ্য্যোধনৰ এই ৰূপ ঔদ্ধত্যপূৰ্ণ বাক্যত অৰ্জ্জুনে উত্তেজিত আৰু ক্ষিপ্ত হৈ কৰ্ণক ক'লে — হে কৰ্ণ! যি বিলাক লোকে অনাহূত হৈ উপদেশ দিয়ে আৰু যিবিলাকে অনাহূত হৈ কথা কয়, সেই বিলাক লোক যি স্থানলৈ গতি কৰে, আজি মই তোৰ প্ৰাণ সংহাৰ কৰি সেই ঠাইলৈ তোক প্ৰেৰণ কৰিম।"

অৰ্জ্জুণৰ কথাৰ প্ৰত্যুত্তৰ কৰি কৰ্ণই কবলৈ ধৰিলে— "হে অৰ্জ্জুন! চোৱা, এই ৰণাঙ্গন সৰ্বসাধাৰণ লোকৰ অধিকাৰত আছে, গতিকে ইয়াত তোমাৰ বিশেষ কোনো প্ৰভুত্ব নাই। ধৰ্ম আৰু পৰাক্ৰমৰ বলত আজি এই গুৰুজন বিলাকৰ সমুখতে মই তোমাৰ শিৰশ্ছেদন কৰিম।"

ইয়াৰ পাছত অৰ্জ্জুনে গুৰু দ্ৰোণৰ অনুমতি লৈ যুদ্ধৰ বাবে সাজু হৈ কৰ্ণৰ ওচৰত উপস্থিত হ'ল। কৰ্ণয়ো দুৰ্য্যোধন আৰু তেওঁৰ ভ্ৰাতৃসকলক আলিঙ্গন কৰি ধনুৰ্ব্বাণ ধাৰণ কৰি সমৰাঙ্গনত অৱতীৰ্ণ হ'ল। এনেতে আকাশ মেঘে ঢাকি পোলালে, বিজুলি চমকাবলৈ ধৰিলে আৰু মেঘগৰ্জ্জন হবলৈ ধৰিলে। কিছুক্ষণ পাছতে সূৰ্য্যৰ প্ৰখৰ ৰৌদ্ৰত সেই মেঘ আঁতৰি গ'ল। দৰ্শকবৃন্দৰ ভিতৰতো দুই পক্ষত বিভক্ত হৈ অৱস্থান কৰিব ধৰিলে। অৰ্জ্জুনৰ পক্ষত ভীষ্ম, দ্ৰোণ কৃপ প্ৰভৃতি অৱস্থান কৰিলে আৰু কৰ্ণৰ পক্ষত দুৰ্য্যোধন আৰু তেওঁৰ ভ্ৰাতৃবৰ্গ অৱস্থান কৰিলে। মহিলাসকলৰ ভিতৰতো এই দৰে দুই পক্ষ হ'ল।

এই সংবাদ গৈ কুন্তীৰ কাণত পৰিল আৰু তেওঁ মূৰ্চ্ছিতা হৈ পৰিল।

বিদুৰৰ নিৰ্দ্দেশত পৰিচাৰিকা বিলাকে সুশীতল পানী মূৰত ঢালি পৰিচৰ্য্যা কৰি কুন্তীক আশ্বস্ত কৰিলে; কিন্তু দুয়ো পুত্ৰকে কুন্তীয়ে ৰণাঙ্গনত যুদ্ধাৰ্থে প্ৰস্তুত হোৱা দেখি কিংকৰ্ত্তব্যবিমূঢ়া আৰু অত্যন্ত সন্ত্ৰস্তা হৈ পৰিল।

এনেতে দ্বন্দ্ব যুদ্ধ কুশলী কৃপাচাৰ্য্যই উভয়কে ধনুৰ্দ্ধাৰী হৈ থকা দেখি কৰ্ণক সম্বোধন কৰি ক'লে — কৰ্ণ! কুন্তীগৰ্ভত জন্ম লোৱা মহাৰাজ পাণ্ডুৰ তৃতীয় পুত্ৰ অৰ্জ্জুনে তোমাৰ লগত দ্বন্দ্ব যুদ্ধ কৰিব, এতিয়া তুমি তোমাৰ মাতাৰ আৰু পিতাৰ নাম কোৱা আৰু তুমি কোন্ কুলত কোন ৰাজবংশত জন্ম লৈছা সেইটো কোৱা। তোমাৰ পৰিচয় পালেহে অৰ্জ্জুন প্ৰতিদ্বন্দ্বী হব পাৰিব, নহলে তোমাৰ লগত যুদ্ধ কৰিব নোৱাৰে; কাৰণ ৰাজপুত্ৰ সকলে অজ্ঞাত কুলশীল ব্যক্তিৰ লগত সংগ্ৰামত প্ৰবৃত্ত নহয়।

কৃপাচাৰ্য্যই যেতিয়া কৰ্ণক এইদৰে ক'লে তেতিয়া কৰ্ণ লাজতে অধোমুখ হৈ থাকিল। তাকে দেখি দুৰ্য্যোধনে দ্ৰোণক সম্বোধন কৰি ক'লে - "হে আচাৰ্য্য! শাস্ত্ৰত পোৱা যায় যিজনা বীৰ বুলি পৰিচিত হয়, সেই বীৰব্যক্তিৰ লগত যুদ্ধ কৰিব পৰা যায়; তথাপি অৰ্জ্জুনে যদি ৰজা ব্যতিৰেকে আনৰ লগত যুদ্ধ নকৰে, তেন্তে মই এই মুহূৰ্ত্ততে কৰ্ণক অঙ্গৰাজ্যত অভিষিক্ত কৰোঁ।"

এই বুলি অবিলম্বে ৰজা দুৰ্য্যোধনে কৰ্ণক অঙ্গৰাজ্যত অভিষিক্ত কৰিবলৈ সমস্ত আয়োজন কৰাই কৰ্ণক সেই ৰাজ্যৰ ৰজা পাতিলে।

তেতিয়া অঙ্গৰাজ কৰ্ণই সাদৰ সম্ভাষণ কৰি দুৰ্য্যোধনক ক'লে — "হে মহাৰাজ! তোমাক ৰাজ্যদানৰ পৰিবৰ্ত্তে কৃতজ্ঞতা জ্ঞাপন স্বৰূপে এতিয়া কি দিম কোৱা; কাৰণ এতিয়া মোৰ প্ৰত্যুপকাৰ কৰিবৰ ক্ষমতা হৈছে।

দুৰ্য্যোধনে কৰ্ণৰ এইৰূপ মধুৰ কথা শুনি কাণে কাণে ক'লে - হে কৰ্ণ! এতিয়া মই তোমাৰ লগত সখ্য স্থাপনৰ হে ইচ্ছা কৰোঁ।

কৰ্ণই 'তথাস্তু' বুলি সেই বাক্য স্বীকাৰ কৰিলে আৰু হৰ্ষোৎফুল্ল লোচনে পৰাস্পৰ আলিঙ্গন কৰি উভয়ে অতিশয় সন্তুষ্ট হ'ল।

কৰ্ণ ৰজা হোৱা খবৰ পাই অধিৰথ সূত ঘামি জামি স্খলিত উত্তৰীয় হৈ কম্পিত দেহে সহসা ৰঙ্গ ক্ষেত্ৰত প্ৰবেশ কৰিলে।

মহাবীৰ কৰ্ণই পিতৃ আগমন হোৱা দেখি হাতৰ ধনু নমাই থৈ তেওঁৰ গৌৰৱ ৰক্ষাৰ বাবে ৰাজ্যাভিষেক জলস্নাত মস্তকেৰে তেওঁক প্ৰণাম কৰিলে।

পুত্ৰ বৎসল সাৰথিয়ে সসম্ভ্ৰমে কাপোৰেৰে নিজৰ চৰণ দুখনি আচ্ছাদন কৰি কৰ্ণক 'পুত্ৰ' বুলি সম্বোধন আৰু আলিঙ্গন কৰি কৰ্ণৰ অভিষেক-জলেৰে সিক্ত মস্তক পুনৰ্ব্বাৰ আনন্দাশ্ৰুৰে অভিষিক্ত কৰিলে। সূতৰাজ অধিৰথে নিজৰ চৰণ দুখনি আচ্ছাদন কৰাৰ অৰ্থ এয়ে যে কৰ্ণ নিজৰ ঔৰসজাত পুত্ৰ নহয় আৰু

কৰ্ণ কোনো উচ্চ জাতিৰ সন্তান বুলি তেওঁৰ মনত দৃঢ় ধাৰণা আছিল; সেই বাবে কৰ্ণই যেন তেওঁৰ চৰণ স্পৰ্শ নকৰে।

এই দৃশ্য দেখি পাণ্ডৱ পক্ষৰ ভীমে বহুকটূক্তিৰে কৰ্ণক উপহাস কৰিলে। কৰ্ণই নিৰৱে সেই উপহাস সহ্য কৰিলে আৰু সূৰ্য্যৰ ফালে চাই থাকিল। সূৰ্য্যৰ ফালে চোৱাৰ অৰ্থ এয়ে যে সূৰ্য্য সকলোৰে প্ৰত্যক্ষ দেৱতা আৰু কৰ্ণৰ আছিল উপাস্য দেৱতা।

# দাতা-কৰ্ণ

বসুসেন বা কৰ্ণই দ্ৰোণ, কৃপ আৰু পৰশুৰামৰ ওচৰত চতুৰ্ব্বিধ অস্ত্ৰ শিক্ষা কৰি লোক সমাজত মহাধনুৰ্দ্ধৰ বুলি বিখ্যাত হৈছিল। তেওঁ দুৰ্য্যোধনৰ লগত মিলি পাণ্ডৱ বিলাকৰ আহিত কাৰ্য্যৰ চেষ্টা কৰিবলৈ ধৰিলে। বিশেষকৈ অৰ্জ্জুনৰ লগত যুদ্ধ কৰিবলৈ তেওঁৰ বৰ অভিলাষ হৈছিল। তেওঁলোক দুয়োজনে পৰস্পৰ বলবীৰ্য্য আৰু অস্ত্ৰ বিদ্যা বিষয়ে সততে স্পৰ্দ্ধা কৰিছিল।

কৰ্ণ যে কুন্তীৰ পুত্ৰ আৰু সূৰ্য্যৰ ঔৰসত জন্ম গ্ৰহণ কৰিছিল আৰু সূতকুলত প্ৰতিপালিত হৈছিল এই কথা লোক সমাজত প্ৰকাশ পোৱা নাছিল; তথাপি ৰজা যুধিষ্ঠিৰে সূতকুলত থকা কৰ্ণক সহজাত কবচ আৰু কুণ্ডল ধাৰী দেখি সমৰত অবধ্য বিবেচনা কৰি পৰিতপ্ত হৈ থাকিছিল।

স্বৰ্গৰ দেৱতা সকলৰ ভিতৰতো মানুহৰ দৰে পক্ষপাতিত্ব দোষ বা পৰস্পৰৰ মাজত প্ৰাধান্য লাভৰ অভিলাষ নথকা নহয়। স্বৰ্গত অৰ্জ্জুনৰ জন্মদাতা ইন্দ্ৰদেৱতাৰ কৰ্ণৰ সহজাত কবচ আৰু কুণ্ডলৰ কাৰণে অৰ্জ্জুনৰ কৰ্ণৰ পৰা জীৱন নাশ হব পাৰে এই আশঙ্কাত ভীত হৈ আছিল।

মহাবীৰ কৰ্ণ স্বভাৱতঃ অত্যন্ত দানশীল আছিল। তেওঁ মধ্যাহ্ন সময়ত নদীত অৱগাহন স্নান কৰি পাৰত উঠি সদায় সূৰ্য্যস্তৱ পাঠ কৰিছিল। সেই সময়ত ব্ৰাহ্মণ সকলে ধন লাভৰ বাবে তেওঁৰ ওচৰলৈ আহিছিল আৰু কৰ্ণই যেয়ে যি যাজ্ঞা কৰে তাকে ব্ৰাহ্মণ সকলক দান কৰিছিল। ফলতঃ ব্ৰাহ্মণক কোনো বস্তুৱেই তেওঁৰ অদেয় নাছিল।

দেৱৰাজ ইন্দ্ৰই এই কথা জানিব পাৰি এদিনাখন ব্ৰাহ্মণৰ বেশ ধাৰণ কৰি কৰ্ণৰ ওচৰত আহি ভিক্ষা প্ৰাৰ্থনা কৰিলে। কৰ্ণই তেওঁক স্বাগত সম্ভাষণ জনালে আৰু সুধিলে তেওঁক কি দান লাগে? তেওঁক স্বৰ্ণালঙ্কাৰে অলঙ্কৃতা ৰমণী লাগে নে গোসমূহপূৰ্ণ গ্ৰাম লাগে? এই দুইবিধৰ ভিতৰত কি লাগে?

ব্ৰাহ্মণে উত্তৰ দিলে— মোক এই দুই বিধৰ ভিতৰত কোনো এটাই

নালাগে। সুৱৰ্ণালঙ্কৃতা কন্যা বা আন কোনো বিলাসৰ বস্তু যি বিলাকে প্ৰাৰ্থনা কৰে, আপুনি তেওঁবিলাকক তেনে বস্তু দান কৰিব। যদি আপুনি প্ৰকৃততে সত্যব্ৰত হয়, তেন্তে আপোনাৰ সহজাত বৰ্ম আৰু কুণ্ডল দুটি খুলি মোক দান কৰক; তেতিয়া হ'লে মই পৰম আনন্দ পাম।

কৰ্ণই বুজি পাইছে যে ইন্দ্ৰই ব্ৰাহ্মণ বেশত আহি অৰ্জ্জুনৰ হিত সাধন কৰিবলৈ কৱচ কুণ্ডল প্ৰাৰ্থনা কৰিবলৈ আহিছে। সেই বিষয়ে পূৰ্ব-বৃত্তান্ত এনেকুৱা—

পাণ্ডৱসকলে বাৰ বছৰ বনবাস কৰাৰ পাছত এদিন দেৱৰাজ ইন্দ্ৰই পাণ্ডৱ সকলৰ হিত সাধনৰ উদ্দেশ্যে কৰ্ণৰ ওচৰত ভিক্ষাৰ কাৰণে যাবলৈ ইচ্ছুক হ'ল। কৰ্ণৰ জনক ভগৱান সূৰ্য্য দেৱে এই কথা জানিব পাৰি অপত্য স্নেহবশতঃ কৰুণাৰ্দ্ৰ হৈ ৰাত্ৰিকালত কৰ্ণৰ ওচৰত উপস্থিত হ'ল। সত্যপৰায়ণ মহাবীৰ কৰ্ণ সেই সময়ত গভীৰ নিদ্ৰাত নিদ্ৰিত হৈ আছিল। সূৰ্য্যই স্বপ্নযোগে ব্ৰাহ্মণৰ বেশ ধৰি কৰ্ণক সান্ত্বনা দি ক'লে— বাছা! মই তোমাৰ হিতৰ কাৰণে একাষাৰ কথা কওঁ শুনা। দেৱৰাজ ইন্দ্ৰ পাণ্ডৱবিলাকৰ হিত সাধনৰ বাবে ব্ৰাহ্মণৰ বেশত তোমাৰ ওচৰলৈ কৱচ কুণ্ডল অপহৰণৰ কাৰণে আহিব। তেওঁ তোমাৰ প্ৰকৃতি ভালদৰে জানে যে তুমি কাৰো ওচৰত একো প্ৰাৰ্থনা নকৰা আৰু এই কথা সমস্ত জগতে জানে যে সাধুব্যক্তি বিশেষতঃ ব্ৰাহ্মণ যদি আহি তোমাৰ ওচৰত কিবা প্ৰাৰ্থনা কৰে তুমি সাধ্য অনুসৰি সেই বস্তু দান নকৰা কৈ নেথাকা - এই কথা সমস্ত জগতত প্ৰচাৰিত হৈ আছে। ইন্দ্ৰ যেতিয়া ভিক্ষাৰ্থে আহি তোমাৰ কৱচ কুণ্ডল প্ৰাৰ্থনা কৰে, তুমি সাধ্যমতে তেওঁক অনুনয় বিনয় কৰিবা কিন্তু কৱচ কুণ্ডল নিদিবা। এয়ে তোমাৰ কাৰণে মঙ্গলজনক হব। তেওঁ বহু প্ৰকাৰে তোমাক সম্মত কৰিবলৈ চেষ্টা কৰিব; তুমি তেওঁক ৰত্ন, স্ত্ৰী, গো প্ৰভৃতি অন্যান্য নানা ধন দি নিবাৰিত কৰিবা। যদি তুমি তাকে নকৰি সহজাত কৱচ-কুণ্ডল দান কৰা, তুমি অৱশ্যে গতায়ুঃ হৈ অতি সোনকালে মৃত্যুৰ গ্ৰাসত পৰিবা। তুমি কৱচ কুণ্ডলসম্পন্ন হোৱা বাবে সমৰত শত্ৰুবিলাকৰ অবধ্য হৈ আছা। মই তোমাৰ হিতৰ কাৰণে তোমাক সাৱধান কৰি দিবলৈ আহিছোঁ।

কৰ্ণই তেতিয়া তেওঁক সুধিলে "আপুনি কোন"? সূৰ্য্যই উত্তৰ দিলে - বাছা! মই সূৰ্য্য। মোৰ কথা ৰক্ষা কৰিলে নিশ্চয় তোমাৰ মঙ্গল হ'ব।

ইয়াৰ উত্তৰত কৰ্ণই যিখিনি কথা ক'লে তাৰ দ্বাৰা কৰ্ণৰ সত্য পৰায়ণতা আৰু দাতৃগুণৰ চৰম নিদৰ্শন প্ৰস্ফুটিত হৈ উঠিছে। কৰ্ণই উত্তৰ দিছে - হে ভগৱন্! স্বয়ং দিবাকৰ হৈ আপুনি যেতিয়া মোৰ হিতান্বেষী হৈ মোক উপদেশ দিছে, তেতিয়া মোৰ নিশ্চয় শ্ৰেয়ো লাভ হব; কিন্তু হে দেৱ! মই প্ৰণাম কৰি আপোনাক কৈছোঁ, যদি আপুনি মোৰ হিতাকাঙ্ক্ষী হৈছে আৰু মই আপোনাৰ

প্ৰীতিভাজন হৈছোঁ, তেন্তে মোক মোৰ ব্ৰত উদ্‌যাপনৰ পৰা পৰাঙ্মুখ নকৰিব। লোক সমাজত এইটো প্ৰচাৰিত হৈছে যে মোৰ ব্ৰত হৈছে মই ব্ৰাহ্মণ সকলক মোৰ প্ৰাণ পৰ্যন্ত দিবলৈ প্ৰস্তুত হৈ আছোঁ; অতএৱ যদি দেৱৰাজে পাণ্ডৱসকলৰ হিত কামনাত ব্ৰাহ্মণবেশে আহি মোৰ ওচৰত বৰ্ম আৰু কুণ্ডল ভিক্ষা কৰে, মই অৱশ্যে তেওঁক তাক দান কৰিম। মই মোৰ এই ত্ৰিভূৱন সঞ্চাৰিণী কীৰ্ত্তি বিনষ্ট কৰিবলৈ নিতান্তই পৰাঙ্মুখ। মই প্ৰাণ দান কৰিও কীৰ্ত্তি লাভ কৰিবলৈ ইচ্ছা কৰোঁ। তাৰ পাছতো সূৰ্য্যই কৰ্ণক বিবিধ প্ৰকাৰে উপদেশ দিলে। প্ৰাণৰ বিনিময়ত কীৰ্ত্তিলোলুপতা থকা উচিত নহয়, মানুহে জীৱিতাৱস্থাতেই মহীয়সী কীৰ্ত্তি লাভ কৰি সন্তোষ পায়, আৰু মৃত ব্যক্তিৰ কীৰ্ত্তিকলাপ নিতান্ত অকিঞ্চিৎকৰ — ইত্যাদি ক্ৰমে বহু যুক্তি আৰু উপদেশ দিলে; কিন্তু কৰ্ণই উত্তৰ দিলে— ভগৱন্, মই আপোনাৰ পৰম ভক্ত, মোৰ অন্য কোনো উপাস্য দেৱতা নাই, তথাপি মই আপোনাক প্ৰণিপাত কৰি প্ৰাৰ্থনা কৰিছোঁ, আপুনি মোক এই বিষয়ে ক্ষমা কৰক।

ৰাত্ৰি শেষ হ'ল, সূৰ্য্যোদয় হ'ল। কৰ্ণ নিদ্ৰাৰ পৰা জাগৰিত হৈ সূৰ্য্য স্তৱ কৰি - সূৰ্য্যৰ পিনে চাই সূৰ্য্যক প্ৰশ্ন কৰিলে - হে দেৱ! মই আজি সপোনত যিবোৰ কথোপকথন আপোনাৰ লগত কৰিছোঁ, সেইবোৰ সত্য নে অলীক স্বপ্ন? সূৰ্য্য আবিৰ্ভূত হৈ স্বপ্নৰ সকলো কথা সত্য বুলি স্বীকাৰ কৰিলে।

এই কাৰণতে ইন্দ্ৰই যেতিয়া কৱচ কুণ্ডল প্ৰাৰ্থনা কৰিলে তেতিয়া কৰ্ণই কৈছে - "হে বিপ্ৰ! মই ৰাজ্য, প্ৰমদা, ধেনু আৰু যাবজ্জীৱন বৃত্তিস্বৰূপ ধন-ধান্য দান কৰিব পাৰোঁ, কিন্তু কুণ্ডল আৰু বৰ্ম দান কৰিবলৈ অসমৰ্থ।" এইদৰে কৈ কৰ্ণই সেই ব্ৰাহ্মণক যথাবিধি পূজা আৰু অশেষ প্ৰকাৰে সান্ত্বনা দি, গো, সুৱৰ্ণ আৰু ৰাজ্য প্ৰভৃতি মহামূল্য দ্ৰব্যাদিৰ দ্বাৰা তেওঁক সন্তুষ্ট কৰিবলৈ নানা প্ৰকাৰ যত্ন কৰিলে; তথাপি সেই বিপ্ৰৰূপী ইন্দ্ৰই কৱচ আৰু কুণ্ডল ভিন্ন আন একো প্ৰাৰ্থনা নকৰিলে।

তেতিয়া কৰ্ণই সহাস্যবদনে ইন্দ্ৰক ক'লে - হে! দেৱ দেবেশ! মই আপোনক পূৰ্বেই চিনি পাইছোঁ; এতিয়া আপোনাক ছলনাময় বৰ প্ৰদান কৰা নিতান্ত অনুচিত। আপুনি সাক্ষাৎ দেৱৰাজ, সৰ্বভূতৰ ঈশ্বৰ; অতএৱ আপুনিয়েই মোক বৰ প্ৰদান কৰক। মই যদি আপোনাক কৱচ কুণ্ডল দান কৰোঁ, মই লোকৰ বধ্য হম আৰু আপুনিও সকলোৰে উপহাসৰ পাত্ৰ হব; অতএৱ কৱচ আৰু কুণ্ডলৰ বিনিময়ত আপুনি মোক আন কিবা অভিলষিত বস্তু প্ৰদান কৰিব লাগিব, নহলে মই আপোনাক কৱচ আৰু কুণ্ডল দান নকৰোঁ।

ইন্দ্ৰই তেতিয়া ক'লে— কৰ্ণ! মই তোমাৰ ওচৰলৈ আহিম এই কথা

জানিব পাৰি সূৰ্য্যদেৱে পূৰ্বেই সপোনত তোমাক যি পৰামৰ্শ দিছে, তুমি সেই অনুসাৰে এইবোৰ কথা কৈছা তাত সন্দেহ নাই। যি নহওক, তুমি বজ্ৰত বাজে আন যিহকে প্ৰাৰ্থনা কৰিবা, মই তাকেই দিম।

তেতিয়া কৰ্ণই হৃষ্টমনেৰে বাসৱক ক'লে - হে দেৱৰাজ! আপুনি বৰ্ম আৰু কুণ্ডলৰ বিনিময়ত আপোনাৰ শত্ৰুবিনাশিনী শক্তি অস্ত্ৰ প্ৰদান কৰক।

ইন্দ্ৰই কৰ্ণৰ প্ৰাৰ্থনা শুনি কিয়ৎকাল চিন্তা কৰি ক'লে— হে কৰ্ণ! তুমি তোমাৰ সহজাত কৱচ আৰু কুণ্ডল প্ৰদান কৰি শক্তি (অস্ত্ৰ) গ্ৰহণ কৰা তাত ক্ষতি নাই, কিন্তু সেই অস্ত্ৰ এই নিয়মত গ্ৰহণ কৰিব লাগিব যে এই অমোঘ শক্তি মই যেতিয়া দানৱ সংহাৰৰ কাৰণে নিক্ষেপ কৰোঁ, তেতিয়া এই শক্তিয়ে শত শত শত্ৰু বিনষ্ট কৰি পুনঃ মোৰ ওচৰলৈ ঘূৰি আহে, কিন্তু তোমাৰ ক্ষেত্ৰত এই শক্তিয়ে তোমাৰ দ্বাৰা নিক্ষিপ্ত হৈ কেৱল একজন মাত্ৰ মহাবলাক্ৰান্ত শত্ৰু সংহাৰ কৰি অৱশেষত পুনঃ মোৰ ওচৰত উপস্থিত হব।

কৰ্ণই ক'লে - হে দেৱৰাজ! যাকে দেখি মোৰ অন্তৰত ভয়ৰ সঞ্চাৰ হব, মই সেই শত্ৰুক সংহাৰ কৰিম।

ইন্দ্ৰই ক'লে - হে কৰ্ণ! তুমি মহাবলাক্ৰান্ত একজন মাত্ৰ শত্ৰুক নিশ্চয় সংহাৰ কৰিব পাৰিবা কিন্তু যিজন শত্ৰুক তুমি সংহাৰ কৰিবলৈ মনে মনে স্থিৰ কৰিছা, তেওঁক স্বয়ং শ্ৰীকৃষ্ণই ৰক্ষা কৰি আছে।

কৰ্ণই ক'লে - কৃষ্ণই ৰক্ষা কৰিলেও তাত কোনো কথা নাই। এতিয়া আপুনি একপুৰুষঘাতিনী শক্তি অস্ত্ৰ প্ৰদান কৰক, তেতিয়া হ'লে মই মহা প্ৰতাপশালী শত্ৰু নিধন কৰিবলৈ সমৰ্থ হ'ম। মই এতিয়া মোৰ শৰীৰৰ পৰা কৱচ আৰু কুণ্ডল উন্মোচন কৰি আপোনাক দিওঁ - তাত মোৰ চৰ্ম ছেদন হ'লেও অন্তঃকৰণত কোনো বীভৎস ৰসৰ উদ্ৰেক নহব।

ইন্দ্ৰই ক'লে - কৰ্ণ। তুমি সত্যপালন কৰিবলৈ উদ্যত হৈছা, অতএৱ তোমাৰ মনত কেতিয়াও বীভৎস ৰসৰ সঞ্চাৰ নহয় আৰু শৰীৰতো ব্ৰণ উৎপন্ন নহয়। তোমাৰ পিতা সূৰ্য্যদেৱৰ যেনে বৰ্ণ আৰু তেজ তুমিও সেই বৰ্ণ আৰু তেজ প্ৰাপ্ত হবা; কিন্তু যি স্থলত অন্য শস্ত্ৰেৰে তোমাৰ কাৰ্য্যসিদ্ধি হব পাৰে, তেনেস্থলত যদি তুমি প্ৰমত্ত হৈ এই শক্তি নিক্ষেপ কৰা, তেতিয়া হ'লে এই শক্তি তোমাৰ গাতেই নিপতিত হব, তাত কোনো সন্দেহ নাই।

কৰ্ণই ক'লে - আপুনি যিদৰে কৈছে, তাৰ কেতিয়াও অন্যথা নহব। মই নিশ্চয়কৈ কৈছোঁ প্ৰাণ সংশয়ৰ ক্ষেত্ৰতহে মই এই শক্তি প্ৰয়োগ কৰিম।

তাৰ পাছত কৰ্ণই ইন্দ্ৰৰ পৰা প্ৰজ্জ্বলিত শক্তি অস্ত্ৰ গ্ৰহণ কৰিলে আৰু এক শাণিত অস্ত্ৰেৰে নিজৰ চৰ্ম ছেদন কৰি কৱচ আৰু কুণ্ডল উন্মোচন কৰি ৰক্তাক্ত হৈ থাকোঁতে থাকোঁতে ইন্দ্ৰৰ হাতত অৰ্পন কৰিলে; কিন্তু সেই সময়ত তেওঁৰ মুখৰ বৰ্ণ তিলমাত্ৰ বিবৰ্ণ নহ'ল বৰঞ্চ হাঁহি হাঁহি থাকিল।

এইদৰে ইন্দ্ৰই কৰ্ণক প্ৰতাৰণা কৰিলে আৰু পক্ষান্তৰে দাতা কৰ্ণক যশস্বী কৰি থৈ প্ৰস্থান কৰিলে।

এই সংবাদ পাই পাণ্ডৱ সকল হৰ্ষান্বিত হ'ল আৰু কৌৰৱসকল বিষণ্ণ হ'ল।

কৰ্ণ ব্ৰাহ্মণৰ প্ৰতি ভক্তিমান আছিল আৰু ব্ৰাহ্মতেজক ভয় আৰু সম্ভ্ৰম কৰি চলিছিল তাৰ নিদৰ্শন পোৱা যায় দ্ৰৌপদীৰ স্বয়ম্বৰত যেতিয়া অৰ্জ্জুনে ব্ৰাহ্মণ বেশে স্বয়ম্বৰৰ লক্ষ্য ভেদ কৰিছিল আৰু ৰাজন্য বৰ্গই অৰ্জ্জুনৰ বিৰুদ্ধে যুদ্ধত অৱতীৰ্ণ হৈছিল, সেই সময়ত অৰ্জ্জুন আৰু কৰ্ণৰ ভিতৰত পৰস্পৰ যুদ্ধ হৈছিল আৰু কৰ্ণই অৰ্জ্জুনক কৈছিল হে বিপ্ৰবৰ! তোমাৰ ভুজবীৰ্য্য, অস্ত্ৰশিক্ষা আৰু অক্লেশ দেখি মই পৰম প্ৰীতি পাইছোঁ। যে দ্বিজসত্তম। মোৰ বোধ হৈছে যে তুমি মূৰ্ত্তিমান ধনুৰ্ব্বেদ অথবা পৰশুৰাম, সূৰ্য্য বা সাক্ষাৎ ভগৱান বিষ্ণু। নিজে প্ৰচ্ছন্ন হৈ থাকিবৰ উদ্দেশ্যে তুমি ব্ৰাহ্মণ বেশ ধাৰণ কৰিছা। মই ক্ৰুদ্ধ হ'লে সাক্ষাৎ ইন্দ্ৰ বা পাণ্ডুপুত্ৰ অৰ্জ্জুনৰ ব্যতিৰেকে আন কোনোৱে মোৰ লগত যুদ্ধ কৰিবলৈ সমৰ্থ নহয়।

অৰ্জ্জুনে তাৰ প্ৰত্যুত্তৰত কৈছিল হে কৰ্ণ! মই মহাপ্ৰতাপ পৰশুৰামো নহয় বা মুৰ্ত্তিমান ধনুৰ্ব্বেদো নহয়। মই এজন ব্ৰাহ্মন মাত্ৰ, গুৰুৰ উপদেশত ব্ৰাহ্ম আৰু ঐন্দ্ৰ অস্ত্ৰত সুশিক্ষিত হৈছোঁ। আজি তোমাক পৰাজয় কৰিবৰ বাবে তোমাৰ লগত যুদ্ধত প্ৰবৃত্ত হৈছোঁ।

ৰাধেয় কৰ্ণই এই কথা শুনি আৰু ছদ্মবেশী অৰ্জ্জুনৰ দুৰ্জ্জয় ব্ৰাহ্মতেজ স্বীকাৰ কৰি তৎক্ষণাৎ যুদ্ধত পৰাঙ্মুখ হ'ল। অৰ্জ্জুনক ব্ৰাহ্মণ বুলি ভাবি হে যুদ্ধৰ পৰা ক্ষান্ত হ'ল — ক্ষত্ৰিয় বুলি জানিলে বা প্ৰকৃত অৰ্জ্জুন বুলি জানিলে কেতিয়াও ক্ষান্ত নহ'ল হেতেন।

# দুৰ্য্যোধনৰ অকৃত্ৰিম বন্ধু সখা কৰ্ণ

কৰ্ণ চৰিত্ৰ বহু মহিমাপূৰ্ণ। শাস্ত্ৰত আছে যে মিত্ৰদ্ৰোহীৰ ইহকালো নষ্ট হয়, পৰকালো নষ্ট হয়। মিত্ৰদ্ৰোহিতা এক মহাপাপ। কৰ্ণই দুৰ্য্যোধনৰ লগত মিত্ৰতা সূত্ৰত আবদ্ধ হৈছে, সেইবাবে কৰ্ণই দুৰ্য্যোধনৰ যেনে অভিলাষ হৈছে, তাকেই সমৰ্থন কৰিছে আৰু অহোপুৰুষাৰ্থ কৰি দুৰ্য্যোধনৰ অভ্যুদয়ৰ বাবে যত্ন কৰিছে। এইবাবে কৰ্ণচৰিত্ৰত বহুপ্ৰকাৰ কলঙ্কও ঘটিছে। দুৰ্য্যোধনৰ সহায়ত ৰাধেয় কৰ্ণ মহাৰাজ কৰ্ণ হৈছে। এইকাৰণে দুৰ্য্যোধনৰ ওচৰত কৰ্ণ কৃতজ্ঞ। অকল ৰাজত্ব

পোৱাই নহয়, নিজৰ শৌৰ্য্য-বীৰ্য্য প্ৰকাশৰ প্ৰধান অৱলম্বন বা আশ্ৰয় স্থল হৈছে - দুৰ্য্যোধন। তদুপৰি সূতপুত্ৰ বুলি পৰিচিত হৈ থকাত সামাজিক মৰ্য্যাদাৰ ফালৰ পৰাও সদায় হীনমন্যতা ভোগ কৰিব লাগে। ৰজা হোবাত আৰু দুৰ্য্যোধনাদিৰ সঙ্গ লাভত সেই মনোভাৱৰ যথেষ্ট পৰিমানে হ্ৰাস ঘটিছে। কৰ্ণ সূতপুত্ৰ হিচাবে নিজে লজ্জিত হ'লেও, পালক পিতা অধিৰথ আৰু পালয়িত্ৰী মাতৃ ৰাধাৰ ওচৰত বা সূতকুলৰ প্ৰতি তেওঁৰ শ্ৰদ্ধা ভক্তিৰ ন্যূনতা মুঠেও নাছিল;। কিন্তু প্ৰত্যেক মানুহকেই ৰুচি অনুযায়ী সমাজ লাগে-ব্যক্তিগুণ বিকাশৰ বাবে অনুকূল পৰিবেশ লাগে। বীৰত্ব প্ৰকাশ কৰিবৰ বাবেও অনুৰূপ ক্ষেত্ৰ লাগে।

যি নহওক মিত্ৰদ্ৰোহিতা পাপত যাতে লিপ্ত হব নালাগে, কৰ্ণক যেন কোনেও অকৃতজ্ঞ বা কৃতঘ্ন বুলি কব নোৱাৰে, এই বিষয়ে কৰ্ণ সদায় সজাগ আছিল। তাৰ বাবে যি কোনো ত্যাগ স্বীকাৰ কৰিবলৈ সাজু আছিল। দুৰ্য্যোধনৰ পাপ কৰ্মবোৰৰ সমৰ্থক আৰু ক্ষেত্ৰ বিশেষ প্ৰৰোচক হোৱাৰো এয়ে প্ৰধান কাৰণ। মানুহে পাপী বোলক, দুৰাচাৰ বোলক, হীন ষড়যন্ত্ৰকাৰী বোলক তালৈ ভ্ৰূক্ষেপ নকৰি, উপকাৰীৰ প্ৰত্যুপকাৰ কৰাটোকেই ধৰ্ম বুলি মানি লৈ দুৰ্য্যোধনৰ অকৃত্ৰিম সখা হৈ থাকি জীৱন পাত কৰিলে। তাৰ নিদৰ্শন আমি কৰ্ণৰ পৰৱৰ্ত্তী জীৱনত পাওঁ।

# মহাবীৰ কৰ্ণ

আগে দ্ৰোণাচাৰ্য্যৰ ওচৰত আৰু পাছত পৰশুৰামৰ ওচৰত অস্ত্ৰ বিদ্যা শিক্ষা কৰি কৰ্ন এজন মহাবীৰ হৈ উঠিছিল।

এসময়ত কলিঙ্গ দেশৰ ৰজা চিত্ৰাঙ্গদৰ কন্যাৰ স্বয়ম্বৰ সভাৰ পৰা দুৰ্য্যোধনে সেই কন্যাক বলেৰে হৰণ কৰি ৰথত তুলি লৈ আহিবলৈ ধৰিলে। এই কন্যাহৰণত ভীষ্ম আৰু দ্ৰোণৰ অনুমোদন আৰু সাহায্যও আছিল; কিন্তু সয়ম্বৰ সভাত উপস্থিত থকা ৰজা বিলাকে অপমানিত বোধ কৰি দুৰ্য্যোধনক আক্ৰমণ কৰিলে। সেই ৰজা বিলাকৰ ভিতৰত শিশুপাল, জৰাসন্ধ আদি বহু বীৰ আছিল। দুৰ্য্যোধনে কন্যাক ৰথত তুলি যাবৰ সময়ত দুৰ্য্যোধনৰ সাহায্যাৰ্থে কৰ্ণ সেই ৰথৰ পাছে পাছে গৈ আছিল। যেতিয়া ৰজা বিলাকে যুদ্ধ আৰম্ভ কৰিলে তেতিয়া অকল কৰ্ণই একো একোপাত শৰেৰে সেই ৰজা বিলাকৰ প্ৰত্যেককে ভূশায়ী কৰি পৰাজিত কৰিলে আৰু ৰজা দুৰ্য্যোধন কৰ্ণৰ বাহুবলৰ দ্বাৰা ৰক্ষিত হৈ মহানন্দে কন্যাক লৈ হস্তিনাপুৰ পালেহি।

কিন্তু মগধ দেশৰ অধিপতি জৰাসন্ধই সূতপুত্ৰ কৰ্ণৰ বলবীৰ্য্যৰ পৰিচয় পাই অৰু লোকমুখে কৰ্ণৰ বহুল প্ৰশংসা শুনি ৰথাৰোহন কৰি আহি কৰ্ণক যুদ্ধৰ বাবে আহ্বান জনালে। উভয়ৰ যুদ্ধ আৰম্ভ হ'ল। দুয়োজনেই অস্ত্ৰবিদ্যা বিশাৰদ আৰু উভয়ৰ মাজত ঘোৰতৰ যুদ্ধ হ'ল। অৱশেষত উভয়ৰ শৰ, শৰাসন আৰু খড়্গ শেষ হৈ গ'ল। তেতিয়া উভয়ে বাহুযুদ্ধত অৱতীৰ্ণ হ'ল। কৰ্ণই জৰাসন্ধৰ জৰা ৰাক্ষসী সংযোজিত দেহৰ জোৰা মুষ্টি-আঘাতৰ দ্বাৰা সোলোকা কৰি পেলালে। জৰাসন্ধই শৰীৰৰ বিকাৰ নিৰীক্ষণ কৰি বৈৰভাৱ পৰিত্যাগ কৰিলে আৰু কৰ্ণৰ প্ৰতি প্ৰীতি ভাৱ দেখুৱাই কৰ্ণক প্ৰফুল্লমনে নিজ ৰাজ্যৰ একাংশ (মালিনী নগৰ) প্ৰদান কৰিলে।

এনে হেন মহাবীৰ কৰ্ণক কিন্তু ভীষ্ম পিতামহে ৰথী বা অতিৰথ বুলি গণ্য নকৰিলে। কিয়? ভীষ্মই দুৰ্য্যোধনক সম্বোধন কৰি কৈছে— "হে কুৰুশ্ৰেষ্ঠ! যিজন বীৰে পাণ্ডৱবিলাকৰ লগত সততে যুদ্ধ কৰিবলৈ প্ৰৰোচনা দি আহিছে, যিজন তোমাৰ প্ৰিয় সখা, মন্ত্ৰী আৰু নেতা, সেই কৰ্ণ আত্মপ্ৰশংসাপৰায়ণ, পৰনিন্দক, নীচ প্ৰকৃতি, হীন জাতি, অভিমানী, সহজাত কৱচ আৰু কুণ্ডলদ্বয়ৰ পৰা বঞ্চিত আৰু নিজকে ব্ৰাহ্মণ বুলি পৰিচয় দি পৰশুৰামৰ দ্বাৰা অভিশপ্ত; এই কাৰণে তেওঁক ৰথী বা অতিৰথ বুলি নিৰ্দ্দিষ্ট কৰিব নোৱাৰি। মোৰ মতে তেওঁক অৰ্দ্ধৰথ(১) বুলি বিবেচনা কৰা উচিত।" ভীষ্মৰ এই উক্তি দ্ৰোণাচাৰ্য্যইও সমৰ্থন কৰিলে। দ্ৰোণাচাৰ্য্যই ক'লে - কৰ্ণ অতিশয় অভিমানী, অসাৱধান আৰু প্ৰত্যেক ৰণতেই পৰাঙ্মুখ হয়। মোৰ মতেও এওঁক অৰ্দ্ধৰথ বুলি নিৰ্দ্দেশ কৰিব পৰা যায়।

ভীষ্ম পিতামহ আৰু গুৰু দ্ৰোণাচাৰ্য্যৰ কৰ্ণৰ চৰিত্ৰ সম্পৰ্কে কৰা এই মন্তব্য অতি সত্য; কাৰণ কৰ্ণৰ আত্ম-অহঙ্কাৰ সকলো ক্ষেত্ৰতে ফুটি ওলায়। কৰ্ণই ভীষ্ম পিতামহ আৰু গুৰু দ্ৰোণাচাৰ্য্যক নিজতকৈ উচ্চস্থান দিবলৈ যেন অনিচ্ছুক সেইটো তেওঁৰ বাক্য আৰু ব্যৱহাৰতে স্পষ্ট হৈ পৰে।

ভীষ্ম পিতামহৰ মন্তব্য শুনি কৰ্ণ ক্ৰোধান্ধ হৈ তেওঁৰ প্ৰতি যথেষ্ট দুৰ্বাক্য প্ৰয়োগ কৰিলে, পক্ষপাতী আৰু দুৰ্য্যোধনাদিৰ অহিতকাৰী বুলি দোষাৰোপ কৰিলে আৰু পৰশ্ৰীকাতৰ, মোহান্ধ আৰু স্বাৰ্থদ্বেশপৰায়ণ বুলি গালি গালাজ কৰিলে; আনকি দুৰ্য্যোধনক উদ্দেশ্য কৰি ভীষ্মক পৰিত্যাগ কৰিবলৈকো উপদেশ দি ক'লে- এই অতিবৃদ্ধলোক সকলৰ কথা কেতিয়াও শুনিব নালাগে আৰু কৰ্ণই নিজে অকলে সমস্ত পাণ্ডৱ সৈন্য সংহাৰ কৰিব পাৰিব বুলি দম্ভ প্ৰকাশ কৰিলে। ইতিমধ্যে কুৰুক্ষেত্ৰৰ যুদ্ধৰ বাবে ভীষ্মক ৰজা দুৰ্য্যোধনে

---

অৰ্দ্ধৰথ - নিকৃষ্ট যোদ্ধা -প্ৰায় পদাতিতুল্য

সেনাপতি পদত অধিষ্ঠিত কৰিছে। তাকে উল্লেখ কৰি কৰ্ণই পুনঃ কৈছে যে "হে কুৰুৰাজ! আপুনি ভীষ্মক সেনাপতি পদত প্ৰতিষ্ঠিত কৰিছে; সুতৰাং আপোনাৰ এই যুদ্ধত ভীষ্মৰেই যশোলাভ হব; কাৰণ যুদ্ধত সেনাপতিৰেই যশোলাভ হৈ থাকে - সেনাবিলাক সেই বিষয়ে বঞ্চিত হয়। এইদৰে ঈৰ্ষা পৰবশ হৈ কৰ্ণই প্ৰতিজ্ঞা কৰিলে যে ভীষ্ম জীৱিত থাকোঁতে তেওঁ কেতিয়াও যুদ্ধত প্ৰবৃত্ত নহব; তেওঁ দেহ ত্যাগ কৰাৰ পাছত হে অন্যান্য মহাৰথ বিলাকক লগত লৈ যুদ্ধ কৰিব। এই প্ৰতিজ্ঞা অনুসাৰে কৰ্ণই ভীষ্মৰ দহদিনীয়া সেনাপতিত্বৰ কালত যুদ্ধ কৰা নাছিল।

তথাপি কৰ্ণ মহাবীৰ - কৰ্ণৰ বীৰত্বত ভীষ্ম বা দ্ৰোণাচাৰ্য্য সন্দিহান নহয় কিন্তু বীৰ পুৰুষৰ যি উদাৰ নীতি, বহল হৃদয়, প্ৰতাৰণাহীন ঈৰ্ষা দ্বেষ শূন্য প্ৰকৃতি আৰু সদাসাৱধান স্বভাৱৰ আৱশ্যক আছে তাকে লক্ষ্য কৰিহে তেওঁলোকে মহাৰথ সকলৰ শাৰীত কৰ্ণক স্থান দিয়া নাছিল। আনফালে কৰ্ণ যে যুদ্ধ পৰাঙ্মুখ তাকো তেওঁলোকে লক্ষ্য কৰিছিল। ঘোষযাত্ৰাৰ সময়ত কৰ্ণই দুৰ্য্যোধনাদিক চিত্ৰসেন গন্ধৰ্বৰ হাতৰ পৰা ৰক্ষা কৰিব পৰা নাছিল আৰু যুদ্ধত হাৰি পলায়ন কৰিছিল। অৰ্জ্জুনেহে ৰক্ষা কৰিছিল। বিৰাট ৰজাৰ গো-ধন চুৰি কৰিবৰ সময়ত অৰ্জ্জুনৰ হাতত পৰাস্ত হৈ সেই গো-ধন ৰক্ষা কৰিব পৰা নাছিল। পাছতো দ্ৰোণ পৰ্ব আৰু কৰ্ণ পৰ্বৰ যুদ্ধৰ বিবৰণীত পোৱা যায় কৰ্ণ ভীমৰ হাতত কেইবাবাৰো পৰাজিত হৈছে। সেইবুলি যে কৰ্ণ মহাবীৰ নাছিল সেইটো নহয়; কিন্তু কৰ্ণৰ বীৰত্ব দোষযুক্ত আৰু অভিশাপগ্ৰস্ত হোৱা বাবে ভীষ্ম দ্ৰোণ অৰ্জ্জুন সাত্যকি শল্য ৰাজ বা ভীমৰ বা কোনো মহাৰথৰ সমকক্ষ বুলি ভীষ্ম দ্ৰোণে বিবেচনা কৰা নাছিল।

কৌৰৱ সকলে বিৰাট ৰজাৰ গোধন অপহৰণ কৰি নিয়াত সেই গো-ধন উদ্ধাৰ কৰিবলৈ অৰ্জ্জুন বিৰাট পুত্ৰ উত্তৰক সাৰথি কৰি লৈ যুদ্ধৰ বাবে সাজু হৈ আহিল আৰু কৌৰৱ পক্ষৰ শিবিৰৰ পৰা অৰ্জ্জুনৰ শঙ্খধ্বনি, ৰথৰ নিৰ্ঘোষ আৰু গাণ্ডীৱৰ টঙ্কাৰ ধ্বনি শুনিবলৈ পোৱা গ'ল। কৌৰৱ সকলৰ সৈন্য বিকম্পিত হৈ উঠিল, ধৰাতল কঁপিবলৈ ধৰিলে।

দ্ৰোণাচাৰ্য্যই দুৰ্য্যোধনাদি কৌৰৱ সকলক সাৱধান বাক্যেৰে নিৰ্দ্দেশ দিলে যে এই শঙ্খধ্বনি অৰ্জ্জুনৰ, তোমালোকে সাৱধান হৈ ব্যূহ ৰচনা কৰা আৰু গো-ধন সমূহক হস্তিনালৈ প্ৰেৰণ কৰা। তেতিয়া দুৰ্য্যোধনে ক'লে - মই আৰু কৰ্ণই পুনঃ পুনঃ কৈছোঁ যে আজি পৰ্য্যন্ত পাণ্ডৱবিলাকৰ তেৰ বছৰ বনবাস সম্পূৰ্ণ হোৱা নাই; তথাপি অৰ্জ্জুনে যদি আত্মপ্ৰকাশ কৰে তেন্তে পুনৰায় বাৰ বছৰ বনবাস আৰু এবছৰ অজ্ঞাত বাস কৰিব লাগিব। আমাৰ যদি ভুল হৈছে পিতামহে বিবেচনা কৰক।

দুৰ্য্যোধনক এৰিও কৰ্ণৰ অবিবেচনাৰ কথা ইয়াত প্ৰকাশ পায় আৰু কৰ্ণ যে বহুক্ষেত্ৰতে অসাৱধান সেইটো প্ৰমাণিত হয়; কাৰণ পিতামহ ভীষ্মই গণনা কৰি ক'লে যে পাণ্ডৱবিলাকৰ বনবাস তেৰ বছৰ উকলি পাঁচ মাহ বাৰ ৰাত্ৰি অধিক হৈ গৈছে। কৰ্ণতকৈ অৰ্জ্জুনৰ শ্ৰেষ্ঠত্ব ইয়াতে প্ৰমাণ হয়।

ইতিমধ্যে কৰ্ণৰ ঔদ্ধত্যও প্ৰকাশ পাইছে আৰু দম্ভও আনৰ সহিব নোৱাৰা স্তৰ পাইছে গৈ। কৰ্ণই কৈছে কি আশ্চৰ্য্য! সেই ব্যক্তি যদি অৰ্জ্জুন হয় বা স্বয়ং মৎস্যৰাজেই (বিৰাটৰজাই) হয় তাত ভয়ৰ বিষয় কি আছে? অৰ্জ্জুনতকৈ মই কোনো গুণেই হীন নহওঁ। সেই ব্যক্তি যদি অৰ্জ্জুন হয়, তেন্তে আজি মই তাক সংহাৰ কৰি ৰজা দুৰ্য্যোধনৰ ওচৰত কৰা মোৰ প্ৰতিশ্ৰুতি পালন কৰিম।

এই কথা শুনি কৃপাচাৰ্য্যৰ বিশেষকৈ অসহনীয় হৈ উঠিল। তেওঁ ক'লে হে কৰ্ণ! তোমাৰ মনত ক্ৰূৰ বুদ্ধি থকা কাৰণে সদায় তোমাৰ যুদ্ধ বিষয়েহে প্ৰবৃত্তি ওপজে। অযোগ্য দেশত বা অকালত যুদ্ধ কৰিলে একো ফল লাভ নহয়। মোৰ বিবেচনাত এই স্থানত এই সময়ত অৰ্জ্জুনৰ লগত যুদ্ধ কৰা সমীচীন নহয়। যি হওক যুদ্ধ যদি নিতান্তই কৰিব লাগে আমি সকলোৱে একত্ৰে যুদ্ধ কৰিম। তুমি অকলে যুদ্ধ কৰি অৰ্জ্জুনক পৰাজিত কৰিবা এনে দৰ্প নকৰিবা।

ঘোৰতৰ যুদ্ধ আৰম্ভ হ'ল; কিন্তু দ্ৰোণাচাৰ্য্য, কৃপাচাৰ্য্য বা অশ্বত্থামা কোনেও অৰ্জ্জুনক পৰাস্ত কৰিব নোৱাৰিলে। কৰ্ণৰ লগত অৰ্জ্জুনৰ মুখামুখি ভাৱে ভীষণ যুদ্ধ হ'ল। কৰ্ণই যুদ্ধৰ বেগ সহিব নোৱাৰি পলায়ন কৰিলে। কৰ্ণৰ দম্ভ পৰাজিত হ'ল।

ইয়াৰ পাছত সেইদিনাৰ যুদ্ধত ব্যূহ ৰচনাকাৰী স্বয়ং ভীষ্মও পৰাজিত হ'ল - আৰু দুৰ্য্যোধনেও পৰাজিত হৈ পলায়নৰ উদ্যম কৰিলে কিন্তু তাৰ পূৰ্বে অৰ্জ্জুনে আস্ফালন কৰি ক'লে - হে দুৰ্য্যোধন! তুমি পলায়ন কৰি কলঙ্কৰ ভাগী হবলৈ ইচ্ছা কৰিছা? তোমাৰ দুৰ্য্যোধন নাম বৃথা। অৰ্জ্জুনৰ তিৰস্কাৰ সহ্য কৰিব নোৱাৰি অহঙ্কাৰী দুৰ্য্যোধনে পুনঃ যুদ্ধৰ সম্মুখীন হ'ল। তাকে দেখি কৌৰৱ পক্ষৰ সকলোবোৰ সৈন্য আৰু বীৰসকল দুৰ্য্যোধনক সহায় কৰিবলৈ আগবাঢ়ি আহিল।

এই সময়ত অৰ্জ্জুনৰ বুদ্ধিৰ নিৰ্মলতা আৰু বিচক্ষণতাৰ প্ৰমাণ পোৱা যায়। তেওঁ বিৰাট ৰজাৰ গো-ধন উদ্ধাৰ কৰিবলৈ আহি নিজৰ আত্মীয় স্বজনক হত্যা কৰা উচিত নহয় বুলি চিন্তা কৰি সম্মোহন অস্ত্ৰেৰে সকলো বীৰকে সম্মোহিত কৰি ধৰাতলত শয়ন কৰাইছিল। ভীষ্মই সম্মোহন অস্ত্ৰৰ প্ৰতিৰোধ কৌশল জানে কাৰণে তেওঁক আঁতৰত্তে ৰাখি উত্তৰৰ হতুৱাই তেওঁৰ ভনী উত্তৰাৰ কাৰণে দ্ৰোণাচাৰ্য্যৰ আৰু কৃপাচাৰ্য্যৰ দুয়োৰে দুখন শুক্লবস্ত্ৰ, কৰ্ণৰ

পীতবস্ত্ৰ এখন আৰু অশ্বত্থামা আৰু দুৰ্যোধনৰ দুয়োৰো দুখন পীতবস্ত্ৰ সংগ্ৰহ কৰাই গোধন উদ্ধাৰ কৰি গুচি গ'ল।

কৰ্ণতকৈ অৰ্জ্জুনৰ বিচক্ষণতাৰ প্ৰমাণ ইয়াতে পোৱা যায়। কৰ্ণই অৰ্জ্জুনক যুদ্ধ কৰি সংহাৰ কৰিম বুলি দম্ভ কৰিছিল; কিন্তু তেওঁ ইন্দ্ৰদত্ত একাঘ্নী অস্ত্ৰও প্ৰয়োগ নকৰিলে আৰু অৰ্জ্জুনক অন্য অস্ত্ৰৰেও মাৰিব নোৱাৰিলে। একাঘ্নী অস্ত্ৰও ব্ৰহ্মাস্ত্ৰ। যথা সময়ত ব্ৰহ্মাস্ত্ৰৰ কথা তেওঁৰ মনত নপৰে, কাৰণ পৰশুৰামৰ অভিশাপ আছে। এই সময়ত একাঘ্নী অস্ত্ৰ প্ৰয়োগ কৰিলে অৰ্জ্জুনৰ মৃত্যু অনিবাৰ্য্য আছিল - কিন্তু অভিশপ্ত কৰ্ণৰ পক্ষে ই সম্ভৱ নহ'ল।

পাণ্ডৱসকলে অজ্ঞাত বাসৰ পৰা আত্ম প্ৰকাশ কৰিছে আৰু ৰাজ্যৰ নিজ অংশ দাবী কৰিছে। দুৰ্য্যোধনে সূচ্যগ্ৰভূমিও বিনাযুদ্ধে নিদিওঁ বুলি সেই দাবী প্ৰত্যাখ্যান কৰিছে। ইয়াৰ অন্তৰালত আছে কৰ্ণৰ মন্ত্ৰণা আৰু যুদ্ধৰ বাবে অদম্য উৎসাহ। যুদ্ধ হ'লেহে অৰ্জ্জুনৰ লগত কৰ্ণ যুদ্ধত অৱতীৰ্ণ হব পাৰিব।

# কৰ্ণ চৰিত্ৰ

কৰ্ণৰ গুণ যিমান মনোহৰ, দোষবোৰো আছিল তেনে ঘৃনণীয়। জতুগৃহ দাহৰ মন্ত্ৰণাকাৰী হিচাবে কৰ্ণক প্ৰশংসা কৰিবৰ স্থান নাই। সেইদৰে শ্ৰীকৃষ্ণই উভয় পক্ষৰ মাজত সন্ধি স্থাপন কৰিবলৈ কৰা যত্নক কৰ্ণই সমৰ্থন নকৰাটোতো কৰ্ণক প্ৰশংসা কৰিবৰ স্থান নাই; কিন্তু সন্ধি প্ৰস্তাৱ প্ৰত্যাখ্যাত হোৱাৰ পাছত জননী কুন্তীৰ লগত অৰু সন্ধি প্ৰস্তাৱকাৰী শ্ৰীকৃষ্ণৰ লগত বেলেগে বেলেগে হোৱা সাক্ষাৎ প্ৰসঙ্গত কৰ্ণৰ যিবোৰ গুণ প্ৰকাশ পাইছে, সি অতি প্ৰশংশনীয়। সেই কাৰণে কৰ্ণ চৰিত্ৰ অতি মহিমাময় বুলি আমি স্বীকাৰ কৰিছোঁ।

সন্ধি প্ৰস্তাৱ প্ৰত্যাখ্যাত হোৱাত শ্ৰীকৃষ্ণ ঘূৰি যোৱাৰ বাবে প্ৰস্তুত হৈছে আৰু ৰাজপুত্ৰ কৌৰৱসকলে আৰু অমাত্যসকলে শ্ৰীকৃষ্ণক বিদায় দিবৰ সময়ত শ্ৰীকৃষ্ণক ঘেৰি ধৰিছে। সেই সময়ত শ্ৰীকৃষ্ণই কৰ্ণক লগত লৈ নিজৰ ৰথত আৰোহণ কৰি প্ৰত্যাবৰ্ত্তনৰ পথত যাত্ৰা কৰিলে।

তেতিয়া চলন্ত ৰথৰ ওপৰতে বহি শ্ৰীকৃষ্ণই কৰ্ণক সম্বোধন কৰি ক'লে - হে কৰ্ণ। তুমি বহুকাল বেদপাৰগ ব্ৰাহ্মণ সকলৰ সেৱা কৰি বেদৰ তত্ত্বাৰ্থ নিৰসূয় হৈ সুধি বুজি লৈছা। তুমি জানা যে কন্যকা অৱস্থাত যি পুত্ৰ জন্মগ্ৰহণ কৰে তাক 'কানীন' পুত্ৰ বোলে আৰু সেই কন্যাৰ স্বামীৰ পৰা পাছত হোৱা পুত্ৰ বিলাকক 'সহোঢ়' পুত্ৰ বোলে অৰ্থাৎ কানীন পুত্ৰ জন্ম হোৱাৰ পাছত সেই কন্যাৰ যি জন ব্যক্তিৰ লগত পাছত বিবাহ হয় তেওঁৰ পৰা যিবিলাক পুত্ৰ জন্মে সেই বিলাকক 'সহোঢ় পুত্ৰ বোলে। তুমিও তোমাৰ জননীৰ কন্যাকাবস্থাত জন্ম লৈছা। সেই

কাৰণে তুমি ধৰ্মতঃ পাণ্ডুৰ পুত্ৰ। সেই কাৰণে তুমি মোৰ লগ লাগা, শাস্ত্ৰ বিৰুদ্ধ হ'লেও তুমিয়েই ভাৰতৰ সম্ৰাট্ হবা। পাণ্ডৱবিলাক তোমাৰ পিতৃকুলজাত আৰু বৃষ্ণি বিলাক তোমাৰ মাতৃকুল জাত। তুমি এই উভয় কুলৰ পৰিচয় জানি লৈ মোৰ সৈতে লগ লাগা। পাণ্ডৱ বিলাকেও পৰিচয় পাওক যে তুমি কৌন্তেয় আৰু যুধিষ্ঠিৰৰ অগ্ৰজ। পাণ্ডৱৰ পুত্ৰ সকলে, পাণ্ডৱসকলৰ মিতিৰ কুটুম সকলে আৰু বৃষ্ণি বংশীয়, পাঞ্চাল বংশীয়, চেদি বংশীয় বীৰ সকলে উপস্থিত থাকি চতুৰ্বেদী ব্ৰাহ্মণ সকলৰ দ্বাৰা তোমাক প্ৰথম পাণ্ডৱ বুলি যজ্ঞীয় অনুষ্ঠানেৰে গ্ৰহণ কৰিব আৰু অভিষিক্ত কৰিব। ধৰ্মাত্মা যুধিষ্ঠিৰে যুৱৰাজ হৈ তোমাৰ অনুগামী হব আৰু সিংহাসনত বহুৱাই তোমাক শ্বেত চামৰেৰে ব্যজন কৰিব। মহাবীৰ ভীমে তোমাৰ মূৰৰ ওপৰত বিশাল শ্বেতচ্ছত্ৰ ধাৰণ কৰিব। তুমি নক্ষত্ৰ পৰিবেষ্টিত চন্দ্ৰৰ দৰে পাণ্ডৱসকলৰ দ্বাৰা বেষ্টিত হৈ ৰাজ্য শাসন কৰা আৰু কুন্তী দেৱীৰ আনন্দ বৰ্দ্ধন কৰা। ইয়াৰ দ্বাৰা বন্ধু আৰু মিত্ৰসকল আনন্দিত হওক, শত্ৰুবিলাক ব্যথিত হওক আৰু পাণ্ডৱ সকলৰ লগত তোমাৰ ভ্ৰাতৃত্ব সমুৎপন্ন হওক।

# কৰ্ণৰ নিজ-অধিকাৰ ত্যাগৰ মাহাত্ম্য

কৰ্ণই উত্তৰ দিলে - হে কৃষ্ণ! তুমি সৌহাৰ্দ্দ্য, প্ৰণয়, সখ্য বা হিতৈষিতা বশতঃ ধৰ্মশাস্ত্ৰৰ অনুমোদিত নহলেও যজ্ঞানুষ্ঠানেৰে যে কানীন পুত্ৰক অধিকাৰ দানৰ প্ৰস্তাৱ কৰিছা সেইটো মই নিশ্চয়কৈ বুজি পালোঁ আৰু ধৰ্ম অনুসাৰে মই যে ৰজা পাণ্ডুৰ পুত্ৰ সেইটোও বুজিলোঁ। মোৰ জননীয়ে কন্যাকাৱস্থাতে দিবাকৰৰ ঔৰসত মোক গৰ্ভত ধাৰণ কৰিছিল আৰু তেওঁৰেই বাক্য অনুসাৰে (আদিত্য বচনাচ্চ) বিসৰ্জ্জন দিছিল। মই যেতিয়া এইদৰে জন্মগ্ৰহণ কৰিছোঁ, তেতিয়া মই যে পাণ্ডুপুত্ৰ সেইটো ধৰ্ম শাস্ত্ৰানুসাৰে সঁচা— মহাৰাজ পাণ্ডু মোৰ পিতা তাত কোনো সন্দেহ নাই; কিন্তু মাতৃকুন্তীয়ে মোক পৰিত্যাগ কৰিছিল - সেইটো ভাল হোৱা নাই।

তাৰ পাছত সাৰথি অধিৰথে মোক দেখিয়েই ঘৰলৈ পৰম স্নেহ আৰু যত্নেৰে আনি তেওঁৰ পত্নী ৰাধাৰ হাতত সমৰ্পন কৰে। মোৰ প্ৰতি স্নেহবশতঃ তৎক্ষণাৎ ৰাধাৰ স্তনত দুধৰ সঞ্চাৰ হ'ল। তেওঁ মোৰ মলমূত্ৰ পৰিস্কাৰ কৰিবলৈ ধৰিলে। অতএৱ মোৰ নিচিনা ধৰ্মজ্ঞ আৰু ধৰ্মশাস্ত্ৰ শ্ৰৱণপৰায়ন ব্যক্তিয়ে কেনেকৈ তেওঁৰ পিণ্ড লোপ কৰিব? তদুপৰি অধিৰথে মোক পুত্ৰ বুলি জানে আৰু ময়ো সৌহাৰ্দ্দবশতঃ তেওঁকে পিতা বুলি জানোঁ। তেওঁ শাস্ত্ৰ অনুগত বিধিমতে মোৰ জাত কৰ্মাদি সম্পন্ন কৰি মোৰ নাম বসুসেন ৰাখিছে। তাৰ

পাছত মই যৌৱন অৱস্থা প্ৰাপ্ত হোৱাত দাৰ পৰিগ্ৰহ কৰোঁ, তাৰ পৰা মোৰ পুত্ৰ পৌত্ৰাদি জন্ম গ্ৰহণ কৰিছে আৰু মই মোৰ একাধিক ভাৰ্য্যাত দৃঢ়বদ্ধ হৈ আছোঁ। অখণ্ড ভূমণ্ডল বা ৰাশীকৃত সুবৰ্ণৰ বিনিময়ত বা হৰ্ষ কিম্বা ভয়তো ইয়াৰ অন্যথা কৰিবৰ মোৰ সামৰ্থ্য নাই। সূত জাতিৰ লগত মোৰ বিৱাহাদি ক্ৰিয়া কৰ্ম নিৰ্বাহ ক'ৰা হৈছে। ৰজা দুৰ্য্যোধনে মোক ৰাজ্য দান কৰিছে আৰু মোৰ সাহতে তেওঁ পাণ্ডৱ বিলাকৰ লগত যুদ্ধ কৰিবলৈ প্ৰস্তুত হৈছে আৰু ময়ো অৰ্জ্জুনৰ প্ৰতিযোদ্ধা ৰূপে পৰিকল্পিত হৈছোঁ। বধ, বন্ধন, ভয় বা লোভ বশতঃ মই দুৰ্য্যোধনৰ লগত মিথ্যা ব্যৱহাৰ কৰিব নোৱাৰিম। যদি মই অৰ্জ্জুনৰ লগত যুদ্ধ নকৰোঁ মোৰ আৰু অৰ্জ্জুনৰ উভয়ৰে অপকীৰ্ত্তি হ'ব। তুমি যে মোৰ হিতৰ কাৰণে এই অনুৰোধ কৰিছা আৰু তোমাৰ বশীভূত পাণ্ডৱ সকলে যে তুমি যেনেদৰে কৈছা তেনেদৰে কাৰ্য্য কৰিব তাতো মোৰ অকণো সন্দেহ নাই। তুমি যে মোৰ জন্মবৃত্তান্ত যুধিষ্ঠিৰৰ আগত প্ৰকাশ কৰা নাই এইটোও হিতৰ কাৰণে বুলি মই স্বীকাৰ কৰিছোঁ; কাৰণ জিতেন্দ্ৰিয় ধৰ্মাত্মা যুধিষ্ঠিৰে মোক কুন্তীৰ গৰ্ভজাত প্ৰথম পুত্ৰ বুলি জানিব পাৰিলে ৰাজ্য গ্ৰহণ নকৰে। আকৌ ময়ো যদি এই সুবিস্তীৰ্ণ ৰাজ্য পাওঁ, তেন্তে মই দুৰ্য্যোধনকে হে সেই ৰাজ্য দিম, গতিকে যুদ্ধত জয়লাভ কৰি যুধিষ্ঠিৰেই ৰাজ্যেশ্বৰ হওক। স্বয়ং শ্ৰীকৃষ্ণ যাৰ নেতা আৰু ধনঞ্জয় ভীমসেন প্ৰমুখ্যে সাত্যকি, যুধামন্যু ইত্যাদি বীৰ বিলাক যাৰ অনুগামী, তেওঁৰ পক্ষে যুদ্ধ জয় আৰু ৰাজ্যলাভ অৱশ্যম্ভাৱী। তাৰ পাছত কৰ্ণই যুধিষ্ঠিৰৰ পক্ষৰ বীৰসকলৰ নাম কৈ কৈ ভূয়সী প্ৰশংসা কৰিলে আৰু যুদ্ধ যজ্ঞৰ আগন্তুক ঘটনাৱলীৰ ভৱিষ্যদ্ বাণী কৰি পাণ্ডৱৰ জয়লাভ সুনিশ্চিত হৈ আছে বুলি স্বীকাৰ কৰিলে।

তাৰ পাছত কৰ্ণই অনুতাপ কৰি ক'লে - হে কৃষ্ণ! মই দুৰ্য্যোধনক খুচি কৰিবৰ কাৰণে পাণ্ডৱসকলক বহু প্ৰকাৰ কটুবাক্য কৈছোঁ - সেই অপকৰ্মবোৰৰ হেতুকে মোৰ অনুতাপ হ'ব ধৰিছে।

শ্ৰীকৃষ্ণই তেতিয়া উত্তৰ দিলে - হে কৰ্ণ! এই যুদ্ধ হ'ব ন্যায় যুদ্ধ। এই যুদ্ধৰ সমুখ সমৰত যিবিলাক ক্ষত্ৰিয় নিহত হয়, সেই বিলাকৰ পৰমা গতি লাভ হ'ব আৰু পাণ্ডৱ সকল জয়ী হ'ব ই অনিবাৰ্য্য।

কৰ্ণই কৃষ্ণৰ হিতকথা শুনি কৃষ্ণক পূজা নিবেদন কৰি ক'লে যে পৃথিবীৰ প্ৰলয়দশা উপস্থিত হৈছে আৰু কৌৰৱ বিলাকৰ মৰণ দশা আহিছে; সেই কাৰণে এই সময়ত বহুপ্ৰকাৰ নৈসৰ্গিক দুৰ্লক্ষণ দেখা যাব ধৰিছে। কৌৰৱ সকলে গুৰু ব্ৰাহ্মণ আৰু ভক্তিমান ভৃত্য বিলাকক দ্বেষ কৰিব ধৰিছে - এইবোৰ তেওঁলোকৰ পৰাভৱৰ লক্ষণ।

কৃষ্ণই তেতিয়া উত্তৰ দিলে, হে কৰ্ণ! তুমি যেতিয়া মোৰ কথা হৃদয়ঙ্গম নকৰিলা, তেতিয়া নিশ্চয় এই বসুন্ধৰাৰ সংহাৰ দশা উপস্থিত হৈছে। জীৱৰ

যেতিয়া মৃত্যুকাল উপস্থিত হয়, তেতিয়া অন্যায়জনক কথাবোৰেই ন্যায্য যেন প্ৰতীয়মান হয় আৰু সেই অন্যায় মত নিজ নিজ হৃদয়ৰ পৰা কেতিয়াও দূৰীভূত নহয়।

কৰ্ণই তেতিয়া শ্ৰীকৃষ্ণক শেষ কথা এয়ে ক'লে যে হে কৃষ্ণ! হয় আমি এই ক্ষত্ৰান্তক মহাসমৰ উত্তীৰ্ণ হৈ তোমাৰ লগত সাক্ষাৎ কৰিম, নহয় স্বৰ্গলৈ গৈ তোমাৰ লগত সম্মিলিত হ'ম। সম্প্ৰতি আমি সমৰ ক্ষেত্ৰত পুনৰায় তোমাৰ লগত মিলিত হ'ম।

কৰ্ণই যে অন্যায়ভাৱে দুৰ্য্যোধনক সমৰ্থন কৰি আছে আৰু পাণ্ডৱসকলৰ বিৰুদ্ধে কটু বাক্য প্ৰয়োগ কৰি আছে সেই বিষয়ে মনে মনে অনুতপ্ত হৈ আছে। দুৰ্য্যোধনৰ মতি গতি শুভভাৱলৈ যে অহাৰ কোনো সম্ভাৱনা নাই তাকো উপলব্ধি কৰিব পাৰিছে; সেইবাবে আগন্তুক যুদ্ধত কৌৰৱ পক্ষ পৰাজিত হব সেইটোও বুজি পাইছে, তথাপি দুৰ্য্যোধনক বিশ্বাসঘাতকতা নকৰি মিত্ৰতা ৰক্ষা কৰি আহিছে। পাণ্ডৱ সকলৰ বিৰুদ্ধে কথা ক'লে দুৰ্য্যোধনে ভাল পায়, সেই কথা স্পষ্টকৈ কৈছে। কৃষ্ণৰ লগত কথোপকথনৰ মাধ্যমত এইটো স্পষ্টকৈ বুজা যায় যে কৰ্ণৰ বুদ্ধি নিৰ্ম্মল কিন্তু কাৰ্য্যবোৰ অসৎবুদ্ধি প্ৰণোদিত; কাৰণ দুৰ্য্যোধনৰ ওচৰত কৰ্ণ কৃতজ্ঞতাপাশত আবদ্ধ। কৰ্ণই মিত্ৰঘ্নতাদোষত লিপ্ত হবলৈ ইচ্ছা নকৰে। আনটো কাৰণ হৈছে যে কৰ্ণ মহাবীৰ। অৰ্জ্জুনৰ লগত যুদ্ধ কৰি নিজ বীৰত্ব প্ৰকাশৰ সুযোগ কৰ্ণক লাগে। ই বীৰৰ এক প্ৰধান লক্ষণ। আত্মবুদ্ধিত প্ৰতিষ্ঠিত কৰ্ণ কোনো অৱস্থাতে বিচলিত হোৱা দেখা নাযায়।

পুনঃ কৰ্ণ অতি মহাত্মা। দুৰাত্মা নহয়। তাৰ প্ৰমাণো এই কথোপকথনৰ অন্তৰালত নিহিত আছে। আন এটি প্ৰমাণ পোৱা যায় কুন্তী-কৰ্ণ সংবাদৰ মাধ্যমত।

শ্ৰীকৃষ্ণই লৈ অহা সন্ধিৰ প্ৰস্তাৱ গৃহীত নহ'ল। এই সংবাদ মহামতি বিদুৰে কুন্তীক জনালে। কুন্তী বিচলিতা হ'ল। বিদুৰৰ ঘৰতে কুন্তী থাকে। বিদুৰো অত্যন্ত বিচলিত হৈছে। কুন্তীৰ ওচৰত বিদুৰে যিদৰে সংবাদটো পৰিবেশন কৰিছে তাৰ দ্বাৰা সেইটো বুজা যায়। বিদুৰ আছিল বিচিত্ৰবীৰ্য্যৰ প্ৰথমা মহিষী অম্বিকাৰ এক দাসী পুত্ৰ। মাণ্ডব্য মুনিৰ অভিশাপত স্বয়ং ধৰ্মই আহি বিদুৰ হৈ জন্ম গ্ৰহণ কৰিছিল। সত্যৱতীৰ আদেশত ঋষিবৰ দ্বৈপায়ন যেতিয়া দ্বিতীয় বাৰ নিয়োগ ক্ৰমে অম্বিকাৰ গৰ্ভত সন্তান উৎপাদনৰ কাৰণে আহিছিল, তেতিয়া অম্বিকাই ছলনা কৰি তেওঁৰ পৰিবৰ্ত্তে এজনী দাসীক বেদব্যাসৰ ওচৰলৈ পঠাই দিছিল। এই কাৰণে বিদুৰ ধৃতৰাষ্ট্ৰৰ ভ্ৰাতৃ আছিল। বিদুৰ আছিল আতি ধাৰ্মিক আৰু বিচক্ষণ বুদ্ধিৰ লোক। পূৰ্বে বংশৰক্ষাৰ বাবে দেৱৰ বা কোনো সৎ ব্ৰাহ্মণক মৃত স্বামীৰ পৰিবৰ্ত্তে সন্তান উৎপাদনৰ বাবে নিয়োগ কৰা বিধি আছিল।

বিদুৰৰ মাতৃ বিচিত্ৰবীৰ্য্যৰ দাসী স্ত্ৰী আছিল। সেইবাবে বিদুৰ ধৃতৰাষ্ট্ৰ আৰু পাণ্ডুৰ ভ্ৰাতৃ আছিল।

বিদুৰে কৈছে - "কুন্তি! যুদ্ধৰ সম্পৰ্কে মোৰ বিলক্ষণ অসম্মতি আছে, এই বিষয়ে তুমি নজনা নহয়। মই অনবৰত দুৰ্য্যোধনক সন্ধিপ্ৰস্তাৱত সম্মতি দিবলৈ অনুৰোধ কৰি আছোঁ, কিন্তু সেই দুৰাত্মাই কোনোমতে মোৰ কথাত কাণ নিদিয়ে। মহাৰাজ যুধিষ্ঠিৰে উপপ্লব্য নগৰত বাস কৰি আছে আৰু তেওঁৰ লগত আছে চেদি, পাঞ্চাল আৰু কৈকয় বংশীয় বীৰ সকল আৰু ভীম, অৰ্জ্জুন, নকুল, সহদেৱ আৰু কৃষ্ণ প্ৰভৃতি মহাপ্ৰভাৱসম্পন্ন বীৰবৰ্গ তেওঁৰ সহায়; তথাপি তেওঁ জ্ঞাতিৰক্ষা, সৌহাৰ্দ্দ ৰক্ষা আৰু ধৰ্মৰক্ষাৰ বাবে বলৱান হৈও দুৰ্বলৰ দৰে সন্ধি স্থাপনৰ চেষ্টা কৰিছে। স্পষ্টকৈয়ে বোধ হৈছে যে জয়দ্ৰথ, কৰ্ণ, দুঃশাসন আৰু শকুনিৰ দুৰ্ব্বুদ্ধিৰ প্ৰভাৱত অচিৰাৎ পৰস্পৰ কলহ উপস্থিত হব। যি বিলাক ধাৰ্মিক লোক তেওঁলোকৰ প্ৰতি অধৰ্ম ব্যৱহাৰ কৰি বৈৰিতা জ্বলাই তুলিলে, যি কোনো ব্যক্তিয়ে সেই পাপ কৰ্মৰ ফল পায়। কৌৰৱ বিলাকে বলপূৰ্বক ধৰ্ম নষ্ট কৰিলে সকলোৰে মন বিক্ষুব্ধ হয়। চোৱা, কৃষ্ণ যেতিয়া সন্ধি স্থাপনত অকৃতকাৰ্য্য হৈ প্ৰতিনিবৃত্ত হৈ গৈছে, তেতিয়া পাণ্ডৱ সকল অৱশ্যে সংগ্ৰামত প্ৰবৃত্ত হব। সেইটো হ'লেই কৌৰৱ সকলৰ অসংখ্য বীৰ পুৰুষ অকালে মৃত্যুমুখত পতিত হব। হে ভদ্ৰে! মই এই চিন্তাতে আকুল হৈ নিদ্ৰাসুখৰ পৰা বঞ্চিত হৈছোঁ।"

কৰ্ণ যে সৎবুদ্ধি আৰু মহৎ পুৰুষ হৈও দুৰ্বুদ্ধিৰ আশ্ৰয় লৈছে বিদুৰৰ এই কথাতো বুজিব পাৰি। আৰু ভালকৈ বুজিব পাৰি কুন্তীৰ চিন্তা আৰু কৰ্ণ-কুন্তীৰ সংবাদৰ মাধ্যমত।

বিদুৰে যেতিয়া এইদৰে ক'লে কুন্তী নিতান্ত দুঃখিতা হৈ দীৰ্ঘ নিঃশ্বাস পৰিত্যাগ কৰি মনে মনে এইদৰে চিন্তা কৰিবলৈ ধৰিলে— হায়! অৰ্থই অনৰ্থৰ মূল। এই অৰ্থৰ কাৰণেই এই যুদ্ধত জ্ঞাতি বধ আৰু সুহৃদ বৰ্গৰ পৰাভৱ হব। পাণ্ডৱসকল, চেদিবংশীয় সকল আৰু যদুবংশীয় সকল একত্ৰ হৈ কৌৰৱ সকলৰ লগত সংগ্ৰাম কৰিব। ইয়াতকৈ দুঃখৰ বিষয় আৰু কি আছে? জ্ঞাতি ক্ষয় কৰি জয়লাভ কৰা কেতিয়াও উচিত নহয়। হায়! এইবোৰ চিন্তাত মোৰ হৃদয় দুঃখানলত দগ্ধ হব ধৰিছে। শান্তনু নন্দন ভীষ্ম, যোদ্ধ শ্ৰেষ্ঠ দ্ৰোণাচাৰ্য্য আৰু কৰ্ণ দুৰ্য্যোধনৰ পক্ষ হৈ মোৰ ভয় বৃদ্ধি কৰিছে; কিন্তু বোধহয় শিষ্য প্ৰিয় আচাৰ্য্যই কেতিয়াও ইচ্ছা পূৰ্বক শিষ্য বিলাকৰ লগত যুদ্ধ নকৰিব আৰু পিতামহ ভীষ্মই বা পাণ্ডৱবিলাকৰ প্ৰতি কিয় স্নেহ প্ৰকাশ নকৰিব?

মিথ্যাদৰ্শী কেৱল কৰ্ণই যাৱতীয় অনিষ্টৰ মূল। কৰ্ণৰ দুশ্চৰিত্ৰই মোৰ অন্তৰ্দ্দাহৰ প্ৰধান কাৰণ। অতএৱ, আজি মই কৰ্ণৰ ওচৰলৈ গৈ তাৰ জন্মৰ নিগূঢ়

তথ্য সমূহ বৰ্ণনা কৰিম আৰু যাতে পাণ্ডৱ বিলাকৰ প্ৰতি তাৰ চিত্ত প্ৰসন্ন হয় তাৰে চেষ্টা কৰিম। কুন্তীয়ে এইদৰে ভাবি গুনি কৰ্ণৰ উদ্দেশ্যে ভাগীৰথীৰ পাৰলৈ যাত্ৰা কৰিলে।

# সত্যনিষ্ঠ কৰ্ণ

কুন্তীয়ে যথাস্থানত উপস্থিত হৈ গৈ দেখিলে যে পৰম দয়ালু সত্যব্ৰত মহাবীৰ কৰ্ণই উৰ্দ্ধবাহু হৈ সূৰ্য্যৰ জপ কৰিব ধৰিছে। কুন্তীয়ে কৰ্ণৰ জপ শেষ হোৱালৈকে বাট চাই থাকিল। এই সময়ছোৱাত পাণ্ডুপত্নী কুন্তীয়ে ৰ'দত নিতান্ত কষ্ট পাবলৈ ধৰিলে। মহানুভৱ কৰ্ণই আবেলি পৰলৈকে পূৱমুখে জপ কৰি থাকি শেষত পশ্চিম মুখ হোৱা মাত্ৰকে কুন্তীক দেখিবলৈ পালে। তেতিয়া তেওঁ বিস্মিত হৈ কৃতাঞ্জলি পুটে তেওঁক প্ৰণাম জনাই ক'লে যে মই ৰাধা আৰু অধিৰথৰ পুত্ৰ কৰ্ণ। আপুনি কি বাবে ইয়ালৈ আহিছে সেইটো কওক। মই আপোনাৰ বাবে কি কৰিব লাগিব সেই আজ্ঞা কৰক।

কুন্তীয়ে ক'লে তুমি ৰাধাৰ গৰ্ভত জন্ম গ্ৰহণ কৰা নাই আৰু অধিৰথো তোমাৰ পিতা নহয়। সূতকুলতো তোমাৰ জন্ম হোৱা নাই। তুমি মোৰেই কানীন পুত্ৰ। মই কন্যকা অৱস্থাত কুন্তী ৰাজভৱনত তোমাক প্ৰসৱ কৰিছোঁ। ভুৱন প্ৰকাশক ভগৱান সূৰ্য্যদেৱে মোৰ গৰ্ভত তোমাৰ জন্ম দিছে। তুমি সহজাত কৱচ কুণ্ডলধাৰী হৈ মোৰ প্ৰাৰ্থনাতে দেৱকুমাৰ সদৃশ আৰু দুৰ্দ্ধৰ্ষ হৈ জন্মিছো। তুমি নেজানি মোৰ পুত্ৰ হৈ দুৰ্য্যোধনৰ লগত যোগদি তোমাৰ ভ্ৰাতৃসকলৰ লগত বিৰোধ কৰি দুৰ্য্যোধনৰ সেৱা কৰিব ধৰিছা। এইটো সমুচিত কাৰ্য্য হোৱা নাই। নিজ ভ্ৰাতৃসকলৰ লগত তোমাৰ পৰিচয় নথকা কাৰণে এনে ভুল হৈছে।

হে পুত্ৰ! পিতৃপুৰুষ আৰু জননীৰ সন্তোষ বিধান কৰাই পুত্ৰৰ কৰ্ত্তব্য বুলি শাস্ত্ৰকাৰ সকলে কৈছে। অতএৱ গৰ্ভধাৰিণীক সন্তুষ্ট কৰাটো তোমাৰ কৰ্ত্তব্য। কৌৰৱ সকলে আজি কৰ্ণাৰ্জ্জুনৰ সমাগম দেখক। ধনঞ্জয়ে যিবোৰ ধন সম্পত্তি যুধিষ্ঠিৰৰ কাৰণে আৰ্জন কৰিছে তুমি পাণ্ডৱসকলৰ ভিতৰত প্ৰধান হৈ তাক ভোগ কৰা। কৰ্ণ আৰু অৰ্জ্জুন উভয় ভ্ৰাতাৰ সম্মিলন হ'লে ইহলোকত তোমালোকৰ অপ্ৰাপ্য একো নাথাকিব। তুমি পঞ্চভ্ৰাতাৰ দ্বাৰা পৰিবেষ্টিত অপূৰ্ব শোভা ধাৰণ কৰা। তুমি সৰ্ব্বগুণসম্পন্ন সৰ্বশ্ৰেষ্ঠ ভ্ৰাতৃসকলৰ অগ্ৰজ আৰু মই পৃথাৰে পুত্ৰ; অতএৱ তোমাৰ সূতপুত্ৰ নাম তিৰোহিত হব লাগে।

সেই সময়ত কৰ্ণই সূৰ্য্যমণ্ডলৰ পৰা অহা এটি স্নেহময়ী আকাশ-বাণী শুনিবলৈ পালে — "হে কৰ্ণ! কুন্তীয়ে সতা কথাকে কৈছে. তমি তেওঁৰ বাক্য পালন কৰা। তোমাৰ মঙ্গল হব।"

কিন্তু জননী কুন্তী আৰু জনক সূৰ্য্যদেৱে এইদৰে কোৱাতো সত্যনিষ্ঠ বীৰ কৰ্ণৰ মন কিছুমাত্ৰ বিচলিত নহ'ল। কৰ্ণই তেতিয়া কুন্তীক সম্বোধন কৰি ক'লে— ‘‘ক্ষত্ৰিয়ে! আপোনাৰ আজ্ঞাপালন কৰা যে মোৰ ধৰ্ম সেইটো মই মানিব নোৱাৰোঁ। চাওক, আপোনাৰ কাৰণেই মোৰ জাতিভ্ৰংশ হৈছে। আপুনি জন্মিবৰ মাত্ৰেই মোক বিসৰ্জ্জন দি মোৰ প্ৰাণ হানিকৰ যি ঘোৰতৰ অনিষ্টাচৰণ কৰিছিল তাৰ দ্বাৰা মোৰ যশ কীৰ্ত্তি সকলো বিলুপ্ত হৈ গৈছে। মই ক্ষত্ৰিয়কুলত জন্ম গ্ৰহণ কৰিছিলোঁ কিন্তু আপোনাৰ বাবেই ক্ষত্ৰিয়ৰ দৰে সংস্কাৰ পোৱা নাই; অতএৱ আপোনাতকৈ আন কোন্ শত্ৰুয়ে মোৰ অধিক অপকাৰ কৰিব পাৰে? মই যেতিয়া ক্ষত্ৰিয়ৰ সংস্কাৰ পাব লাগিছিল, সেই সময়ত আপুনি নিৰ্দ্দয়ভাৱে মোক বিসৰ্জ্জন দি সেই সংস্কাৰৰ পৰা মোক বঞ্চিত কৰিছে; এতিয়া আপুনি আপোনাৰ কাৰ্য্যসাধনৰ বাবে মোক অনুৰোধ কৰিছে। আপুনি পূৰ্বে মাতৃৰ দৰে মোৰ হিত চেষ্টা নকৰি এতিয়া নিজ হিতসাধনৰ উদ্দেশ্য লৈ মোক পুত্ৰ বুলি সম্বোধন কৰিছে। চাওক, কৃষ্ণৰ লগত অৰ্জ্জুনক দেখি কোন ব্যক্তি ভীত নহয়? অতএৱ মই যদি আজি পাণ্ডৱবিলাকৰ ওচৰলৈ গৈ তেওঁলোকৰ পক্ষ লওঁ সকলোৱে মই ভীত হোৱা বুলি জ্ঞান কৰিব। আজিলৈকে কোনেও নাজানে যে মই পাণ্ডৱসকলৰ ভাই। এনে ক্ষেত্ৰত মই যদি এই যুদ্ধৰ সময়ত তেওঁলোকৰ পক্ষে যাওঁ, তেতিয়া হ'লে ক্ষত্ৰিয় বিলাকে মোক কি বুলিব? আকৌ ধৃতৰাষ্ট্ৰৰ পুত্ৰ সকলে মোক সৰ্বপ্ৰকাৰ ভোগ্য দান কৰি সুখোচিত সৎকাৰ আৰু বন্ধুত্ব দান কৰি আহিছে, মই কেনেকৈ সেই দানৰ মৰ্য্যাদা বিফল কৰিম? তেওঁলোকে মোৰ বাহুবলৰ ওপৰতে নিৰ্ভৰ কৰি শত্ৰুবিলাকৰ প্ৰতি বৈৰভাৱ অৱলম্বন কৰি আছে আৰু ময়ে সেই শত্ৰু বিলাকক পৰাজয় কৰিব পাৰিম এই আশাতে মোক সততে নমস্কাৰ জনাই আছে। তেওঁলোকৰ সেই আশালতা মই কেনেকৈ ছেদন কৰিম? যি বিলাকে মোকেই আশ্ৰয় কৰি অপাৰ সমৰ-সমুদ্ৰ উত্তীৰ্ণ হবলৈ বাসনা পুহি ৰাখিছে, সেই বিলাক লোকক মই কেনেকৈ এৰি যাম? যিবিলাক লোকে ধৃতৰাষ্ট্ৰৰ পুত্ৰৰ ওচৰতে থাকি তেওঁলোকৰ ওপৰতে জীৱিকা নিৰ্বাহ কৰি আছে, তেওঁলোকৰ পক্ষেও কৃতজ্ঞতা প্ৰকাশৰ এই উপযুক্ত সময় উপস্থিত হৈছে - এই সময়তে ময়ো তেওঁলোকৰ ঋণ পৰিশোধ কৰিব লাগিব। যি বিলাকে প্ৰভুৰ অনুগ্ৰহতে জীৱনৰ কৃতকাৰ্য্যতা লাভ কৰিছে, কাৰ্য্যকাল উপস্থিত হোৱাত সেই প্ৰভুক উপেক্ষা কৰি প্ৰভুৰ অন্নভোজী অথচ অকৃতজ্ঞ সেই বিলাক লোকতকৈ আৰু কোন পাতকী লোক সংসাৰত আছে? সেইবিলাক লোকৰ ইহকালতো সুখ নহয়; পৰাকালতো সদ্গতি নহয়।

অতএৱ, হে আৰ্য্যে! মই শপথ কৰি কৈছোঁ যে ধৃতৰাষ্ট্ৰৰ পুত্ৰবিলাকৰ লগতে থাকি মই আপোনাৰ পুত্ৰ সকলৰ বিৰুদ্ধে যুদ্ধ কৰিম।

হে দেৱি! আপুনি যেতিয়া এই সময়ত আহি মোক অনুৰোধ কৰিছে, মই সেই অনুৰোধ সম্পূৰ্ণভাৱে নিষ্ফল নকৰোঁ। পাণ্ডৱ বিলাকৰ প্ৰতি মোৰ যি ক্ৰোধ আছে তাক মই কেতিয়াও বিফল নকৰোঁ; কিন্তু আপোনাৰ অনুৰোধৰ সম্মান ৰক্ষা কৰি মই যুধিষ্ঠিৰ, ভীম, নকুল আৰু সহদেৱৰ ভিতৰত কোনো এজনকো সংগ্ৰামত সংহাৰ নকৰো। যুধিষ্ঠিৰৰ সৈন্যৰ ভিতৰত অৰ্জ্জুনৰ লগত মোৰ সংগ্ৰাম হ্ব; অতএৱ মোৰ প্ৰভুৰ উপকাৰৰ কাৰণে অৰ্জ্জুনক সংগ্ৰামত নিহত কৰিম; নহলে অৰ্জ্জুনৰ হাততে প্ৰাণ পৰিত্যাগ কৰি মোৰ কীৰ্ত্তি অৰ্জ্জন কৰিম।

হে পুত্ৰবৎসলে! আপোনাৰ পাঁচপুত্ৰৰ কেতিয়াও যুদ্ধত মৰণ নহয়; কাৰণ অৰ্জ্জুন নিহত হ'লে মই জীৱিত থাকিম আৰু মই নিহত হ'লে অৰ্জ্জুন জীৱিত থাকিব। এইদৰে আপুনি পাঁচপুত্ৰৰ মাতৃ হৈ থাকিব।

যশস্বিনী কুন্তীয়ে অতি ধীৰ মহাবীৰ কৰ্ণৰ কথা শুনি দুঃখতে কঁপি কঁপি কৰ্ণক দুয়োহাতে আকোৱালি ধৰি ক'বলৈ ধৰিলে - "বৎস! তুমি যেনেদৰে কৈছা তাৰ পৰা বুজা যায় যে কৌৰৱবিলাক নিশ্চয় বিনষ্ট হ্ব; কি কৰিম, দৈৱই বলৱান্; কিন্তু তুমি যে অৰ্জ্জুন ভিন্ন যুধিষ্ঠিৰাদি চাৰি ভাইক অভয় দিলা, এই কথা যেন তোমাৰ মনত থাকে।" কুন্তী আৰু কৰ্ণই এইদৰে কথোপকথন কৰি উভয়ে আৰ্শীবাদ আৰু কুশল বাক্য বিনিময় কৰি নিজ নিজ স্থানলৈ প্ৰস্থান কৰিলে।

ইয়াত কুন্তীৰ চৰিত্ৰৰ এটি দুৰপণেয় কলঙ্কৰ পক্ষে এটি গ্ৰহণযোগ্য প্ৰমাণ আছে। শ্ৰীকৃষ্ণৰ লগত কৰ্ণই যেতিয়া নিজৰ জন্ম বৃত্তান্তৰ কথা কয় তেতিয়া কৰ্ণই কৈছে যে "আদিত্য বচনাচ্চ" অৰ্থাৎ সূৰ্য্যদেৱৰ পৰামৰ্শ মতে কুন্তীয়ে কৰ্ণক বিসৰ্জ্জন দিছে।

কৰ্ণই শ্ৰীকৃষ্ণ আৰু কুন্তীৰ লগত নিজৰ জন্ম বৃত্তান্তৰ বিষয়ে যি আলোচনা কৰিছে তাৰ পৰা কৰ্ণ চৰিত্ৰ সম্পূৰ্ণ প্ৰস্ফুটিত হৈ উঠিছে। এইটোৱেই কৰ্ণৰ প্ৰকৃত চৰিত্ৰ। কৰ্ণ মিত্ৰঘ্ন আৰু অকৃতজ্ঞ নহয়। স্বাৰ্থৰ বাবে দলত্যাগী নহয়। নিজৰ পৌৰুষেৰে সূতকুলত জন্ম স্বীকাৰ কৰিও সূতপুত্ৰ আখ্যা অতি সমাদৰে গ্ৰহণ কৰিও সম্মিলিত ৰাজন্যবৰ্গ আৰু মহা মহা ক্ষত্ৰিয় বীৰ সকলৰ সমুখতে অধিৰথক পিতৃ বুলি স্বীকাৰ কৰিবলৈ সঙ্কোচ বোধ নকৰিও ক্ষত্ৰিয়ত্বৰ পৰিচয় দিবলৈ কৰ্ণৰ দৃঢ় প্ৰতিজ্ঞাৰ পৰিচয় পোৱা যায়। কৰ্ণই নিজ মুখে কৈছিল—

সূতো ৰা সূতপুত্ৰো বা যো ৰা কো ৰা ভৱাম্যহং।
দৈৱায়ত্তং কুলে জন্ম মমায়ত্তং হি পৌৰুষম্।।

"মই সূতেই হওঁ বা মোৰ সূতকুলতেই জন্ম হওক বা মই যি কুলৰেই ব্যক্তি নহওঁ কিয় কুলত জন্ম হোৱাটো দৈৱৰ কথা, কিন্তু পৌৰুষ মোৰ নিজৰ আয়ত্বাধীন - তাত কোনো সন্দেহ নাই"। ই বীৰ পুৰুষৰ উক্তি, হীনচেতা লোকে

এনে উক্তি কৰিব নোৱাৰে। দাম্ভিক কৰ্ণৰ মুখতেই এনে কথাই শোভা পায়। দম্ভৰ লগত মহত্ত্বৰ সম্মিলন ঘটিছে কৰ্ণৰ চৰিত্ৰত; সেইবাবে কৰ্ণ চৰিত্ৰ মহিমাময় হৈ উঠিছে।

কৰ্ণ মহৎ আৰু কৰ্ত্তব্যনিষ্ঠ আছিল তাৰ আৰু এটি নিদৰ্শন আছে। কৰ্ণৰ বীৰত্ব কৰ্ণৰ দিগ্বিজয় যাত্ৰাত পূৰ্বেই প্ৰমাণিত হৈছে। কৰ্ণ দুৰ্য্যোধনৰ সৈন্য মণ্ডলী লৈ দুৰ্য্যোধনৰ আদেশত দিগ্বিজয় কৰিবলৈ বহিৰ্গত হ'ল আৰু প্ৰথমতে দ্ৰুপদ নগৰী অৱৰোধ কৰিলে। দ্ৰুপদ ৰজাক যুদ্ধ কৰি পৰাস্ত কৰিলে। তাৰ পাচত দ্ৰুপদ ৰজাৰ পৰা কৰ স্বৰূপে বহু পৰিমাণৰ ৰূপ আৰু বিবিধ ৰত্ন আৰু ৰত্নজাত সামগ্ৰী গ্ৰহণ কৰি দ্ৰুপদ ৰজাক বশংবদ আৰু কৰপ্ৰদ কৰি উত্তৰমুখে যাত্ৰা কৰিলে। উত্তৰফালৰ দেশবোৰ জয় কৰি ৰজা সকলক পৰাজিত কৰি বশীভূত কৰিলে আৰু মহাৰাজ ভগদত্তকো পৰাস্ত কৰিলে। তাৰপাছত হিমালয়ত আৰোহণ কৰি পাৰ্বত্য ৰজাবিলাকক পৰাস্ত কৰি তেওঁলোকক কৰপ্ৰদ কৰি অৱতৰণ কৰিলে। তাৰ পূবফালে গৈ অঙ্গ, বঙ্গ, কলিঙ্গ, স্তণ্ডিক, মিথিলা, মগধ, কৰ্কখণ্ড, আৱশীৰ, যোধ্য আৰু অহিচ্ছত্ৰ এই কেইটি প্ৰদেশ নিজৰাজ্যৰ অন্তৰ্গত কৰিলে। পাছত বৎস ভূমি অধিকাৰ কৰি কেবলী, মৃত্তিকাৱতী, মোহন, পত্তন, ত্ৰিপুৰা আৰু কোশলাবাসী ৰজাবিলাকৰ লগত যুদ্ধ কৰি জয়লাভ কৰি কৰ আদায় কৰিলে। তাৰ পাছত দক্ষিণ অভিমুখে যাত্ৰা কৰি তাৰ ৰজা বিলাকক পৰাজিত কৰি মহাৰাজ ৰুক্মীৰ লগত সংগ্ৰামত প্ৰবৃত্ত হ'ল।

মহাবলাক্ৰান্ত ৰুক্মীয়ে কৰ্ণৰ লগত তুমুল যুদ্ধ কৰি ক'লে— "হে ৰাজন! আপোনাৰ বল বিক্ৰমত পৰম প্ৰীত আৰু প্ৰসন্ন হৈছোঁ। অতএব আপোনাৰ দিগ্বিজয় যাত্ৰাত আন কোনো বিঘিনি নঘটাওঁ। মই অতি প্ৰীতিৰে এই প্ৰতিজ্ঞা কৰি কৈছোঁ আৰু আপোনাৰ ইচ্ছানুসাৰে সুৱৰ্ণ দান কৰো, আপুনি গ্ৰহণ কৰক।"

তেতিয়া মহাবীৰ কৰ্ণই কৰ গ্ৰহণ কৰি ৰুক্মীক লগত লৈ পাণ্ড্য আৰু শৈল বিলাকৰ ফালে ধাবিত হ'ল। তাৰ পাছত মহীপতি কেবল নীল, বেনুদাৰিতনয় আৰু দাক্ষিণাত্যৰ অন্যান্য ৰজা বিলাকক পৰাজিত কৰি কৰপ্ৰদ কৰিলে।

তাৰ পাছত মহীপাল শিশুপালৰ ৰাজ্যলৈ গৈ যুদ্ধ কৰি শিশুপালক পৰাজিত কৰিলে। তাৰ পাছত কাষে পাজৰে থকা ৰজাবিলাকক পৰাজিত কৰিলে। তাৰপাছত অৱন্তী দেশীয় ৰজাক সন্ধিসূত্ৰে বশীভূত কৰিলে আৰু বৃষ্ণি বংশীয় বিলাকক লগত লৈ পশ্চিম অভিমুখে যাত্ৰা কৰি যৱন, বৰ্ব্বৰ প্ৰভৃতি পশ্চিম ফালৰ ৰজাবিলাকক বশীভূত কৰি কৰ গ্ৰহণ কৰিলে। তাৰ পাছত ম্লেচ্ছ, ভদ্ৰ, ৰোহিতক, আগ্নেয়, মালৱ, শশক, নগ্নজিৎ প্ৰভৃতি অৰণ্য দেশবাসী আৰু পৰ্ব্বতবাসী বিলাকক অৱলীলা ক্ৰমে পৰাজয় কৰি বিশাল ভূখণ্ড, জলমগ্ন আৰু দ্বীপ সম্পন্ন দেশবোৰ অধিকাৰ কৰিলে।

এই অলপ দিনৰ ভিতৰতে বহু ৰজা মহাৰজাক পৰাজয় কৰি প্ৰভূত ধন আৰু বহুমূল্য সামগ্ৰী লৈ হস্তিনাপুৰত উপস্থিত হ'লহি। ৰজা দুৰ্য্যোধনে ভ্ৰাতৃবৰ্গ আৰু বন্ধুবৰ্গৰে সৈতে কৰ্ণক আগবঢ়াই আনি মহা সমাৰোহেৰে প্ৰত্যুদগমন অনুষ্ঠান সমাপন কৰি কৰ্ণৰ দিগ্বিজয় বাৰ্ত্তা ঘোষণা কৰি দিলে। তাৰ পাচত ৰজা দুৰ্য্যোধনে প্ৰীতমনে কৰ্ণক সম্বোধন কৰি ক'লে - হে কৰ্ণ! তোমাৰ মঙ্গল হওক। যি কাৰ্য্য বাহ্লিক, ভীষ্ম, দ্ৰোণ আৰু কৃপাচাৰ্য্যৰ দ্বাৰা সম্পাদন কৰাব পৰা নাই, আজি তুমিয়েই সেই কাৰ্য্য সম্পূৰ্ণ কৰিছা। আনকি তুমি আছা বুলিয়েই মই 'সনাথ' হৈছোঁ (সনাথো স্মি মহাবাহো ত্বয়া নাথেন সত্তম)। পাণ্ডৱ সকল বা অন্য উন্নতিশালী ৰাজন্যবৰ্গ তোমাৰ যোল কলাৰ এক কলাৰ সমানো নহয়।"

ইয়াৰ পাছত হস্তিনাপুৰত মহা কোলাহল আৰু হাহাকাৰৰ শব্দ উঠিল। হাহাকাৰ শব্দ এইবাবে উঠিল যে জনসাধাৰণে বুজি পালে যে কৌৰৱ আৰু পাণ্ডৱৰ বৈৰভাৱ বদ্ধমূল হোৱাৰ সম্ভাৱনাই দেখা দিছে। কোনো কোনোৱে কৰ্ণক প্ৰশংসা কৰিছে আৰু কোনো কোনোৱে নিন্দা কৰিছে। কোনো কোনো ৰজা সভাত নিৰৱ হৈ আছে। শকুনিয়ে মনে মনে স্থিৰ কৰিছিল যে কৰ্ণই পাণ্ডৱবিলাকক পৰাজয় কৰি থৈছে। ৰজা ধৃতৰাষ্ট্ৰই বৰ আনন্দিত হৈ কৰ্ণক আলিঙ্গন কৰিছিল।

এই ছোৱা সময়ত শকুনিৰ পাশাখেলত হাৰি পাণ্ডৱ বিলাক বনবাসী হৈ আছিল।

কৰ্ণ যে মহাবীৰ আৰু ৰাজনীতিজ্ঞ পুৰুষ আছিল এই দিগ্বিজয়ে তাক সুপ্ৰমানিত কৰিছিল আৰু নিজৰ পৌৰুষেৰে ক্ষত্ৰিয় কুলোচিত ধৰ্মৰ আৰু গুণৰো পৰিচয় দিছিল - সেইটোও বুজাইছে। কৰ্ণই দুৰ্য্যোধনক কৈছিল - দুৰ্য্যোধন! এই ভূমণ্ডলৰ ভিতৰত তোমাৰ আৰু কোনো শত্ৰু নাই। এতিয়া তুমি ইন্দ্ৰৰ দৰে নিৰ্ব্বিঘ্নে এই সসাগৰা পৃথিবী পালন কৰা। পাছলৈ কৰ্ণ মহাবীৰ হ'লেও যুদ্ধক্ষেত্ৰত ভীম আৰু অৰ্জ্জুনৰ হাতত কেইবা বেলিও পৰাজয় বৰণ কৰিব লগা হৈছে। দ্ৰোণাচাৰ্য্যৰ সেনাপতিত্বৰ সেই পাঁচ দিনৰ ভিতৰত কৰ্ণ কোনো কোনো সময়ত অতি শোচনীয় ভাৱে ভীমৰ হাতত পৰাজিত হৈছিল। কৰ্ণই অৱশ্যে মাতৃবাক্য স্মৰণ কৰি অৰ্জ্জুন ভিন্ন আন কোনো জন পাণ্ডৱকে প্ৰাণে মাৰিবৰ ইচ্ছা কৰা নাই। ভীমেও কৰ্ণক মাৰিব পৰা সুযোগ পাইছিল কিন্তু অৰ্জ্জুনৰ কৰ্ণবধৰ প্ৰতিজ্ঞা সুঁৱৰি কৰ্ণক বধ কৰাৰ পৰা বিৰত থাকিছিল।

কৰ্ণই এদিনাখন ৰজা যুধিষ্ঠিৰক সমৰ ক্ষেত্ৰত বহু লঘু লাঞ্চনা কৰিছে; কিন্তু বধ কৰা নাই। মাতৃ কুন্তীৰ ওচৰত কৰা প্ৰতিশ্ৰুতি ৰক্ষা কৰিছে। সেইদৰে অৰ্জ্জুন ভিন্ন বাকী কেওজন পাণ্ডৱ-ভ্ৰাতৃক বধ কৰিবৰ সুযোগ পায়ো বধ কৰা নাই।

# কৰ্ণ বধ

কৰ্ণ মহাবীৰ হ'লেও আৰু কোনো গুণেই অৰ্জ্জুনতকৈ হীন নহ'লেও কৰ্ণ অৰ্জ্জুনৰ হাততে নিহত হ'ল। তাৰ কাৰণ হৈছে গুণত অৰ্জ্জুনতকৈ হীন নহলেও কৰ্ণ চৰিত্ৰত অৰ্জ্জুনতকৈ বেছি বিগুণ বা দোষ আছিল। কৰ্ণ চৰিত্ৰই আমাৰ আগত এইটো উদাহৰণকে দাঙি ধৰিছে যে গুণৱান লোকৰ সৰ্ব্বোত্তম গুণৰ শক্তিকো দম্ভ, ছলনা মিথ্যা প্ৰতাৰণা আদি দোষে হ্ৰাস কৰাই দিয়ে আৰু কাৰ্য্য ক্ষেত্ৰত বুদ্ধি ভ্ৰংশ কৰাই দিয়ে। যিবিলাক দোষ সৰ্বজন স্বীকৃত দোষ, সেইবোৰ দোষ কৰিলে সৰ্বজনৰ নৈতিক সমৰ্থন দোষী ব্যক্তি জনে হেৰুৱায় আৰু সেই দোষী ব্যক্তিজন যদি প্ৰকৃত গুণী ব্যক্তি হয়, তেওঁ নিজৰ ওচৰতে নিজে হেয়তা বোধ কৰে। সৰ্বজনৰ প্ৰশংসাত যেনেকৈ মানুহৰ উত্তৰোত্তৰ অভ্যুদয়ৰ মাত্ৰা বৃদ্ধি পায়, সৰ্বজনৰ নৈতিক সমৰ্থন নাথাকিলেও সেইদৰে অধঃপতনৰ স্তৰ ক্ৰমাৎ নিম্নতৰ হৈ যায়।

ভীষ্ম, দ্ৰোণাচাৰ্য্য, কৃপাচাৰ্য্য আৰু অশ্বত্থামা - বিশেষকৈ এই চাৰিজন মহাৰথী বীৰে কৰ্ণ আৰু দুৰ্য্যোধনৰ অসৎ কাৰ্য্য বোৰৰ সমৰ্থনকাৰী নাছিল আৰু কৰ্ণ দুৰ্য্যোধনৰ কুক্ৰিয়া বোৰৰ কাৰণেই আৰু পাণ্ডৱবিলাক সৎ, ধাৰ্মিক আৰু সত্যপৰায়ণ হোৱা বাবেই তেওঁলোকৰ প্ৰতি নৈতিক সমৰ্থন আছিল। যি হেতুকে তেওঁলোক দুৰ্য্যোধনৰ অন্নেৰে প্ৰতিপালিত হৈ আছিল, সেই কাৰণে তেওঁলোকে দুৰ্য্যোধনৰ পক্ষত যুদ্ধ কৰিছিল আৰু যুদ্ধক্ষেত্ৰত যুদ্ধব্যস্ত হৈ থকা সময়ত কেতিয়াও বীৰত্বৰ অৱমাননা কৰি দুৰ্য্যোধনৰ অহিত কাৰ্য্যও কৰা নাছিল আৰু পাণ্ডৱ পক্ষৰো পক্ষপাতিত্ব কৰা নাছিল।

কৰ্ণই যে দুৰ্যোধনৰ দল ত্যাগ কৰিব নোৱাৰে আৰু পাণ্ডৱ পক্ষত যাব নোৱাৰে সেই কথা কৰ্ণই নিজ মুখে কুন্তী আৰু শ্ৰীকৃষ্ণৰ আগত ব্যাখ্যা কৰিছে। কুন্তী বা শ্ৰীকৃষ্ণই তাৰ সমীচীন উত্তৰ বা প্ৰতিবাদ কৰিব পৰা নাই; কাৰণ কৰ্ণৰ সেইবোৰ কথাত সত্য যুক্তি আছে আৰু যথেষ্ট মহত্বও আছে। কুন্তী যি হেতুকে জন্মদাত্ৰী মাতৃ সেই হেতুকে তেওঁ কুন্তীক অৰ্জ্জুনত বাজে আন চাৰিপুত্ৰৰ শোকৰ কাৰণ নহয় বুলি প্ৰতিশ্ৰুতি দিছে আৰু তাক অক্ষৰে অক্ষৰে ৰক্ষা কৰিছে।

কিন্তু কৰ্ণ যিদিনা নিহত হয়, নিহত হোৱাৰ পূৰ্বে যেতিয়া কৰ্ণই অৰ্জ্জুনক ক্ষন্তেক যুদ্ধ বিৰতি কৰিবলৈ অনুৰোধ জনাইছিল, তেতিয়া শ্ৰীকৃষ্ণই যিবোৰ কথা কৈছিল, সেই কথাৰ উত্তৰ দিব পৰা নাছিল। কৰ্ণৰ নিজৰে হৃদয় দৌৰ্ব্বল্য ঘটিছিল শ্ৰীকৃষ্ণৰ কথাত।

কৰ্ণই কৈছিল - হে পাৰ্থ! তুমি মুহূৰ্ত্তকাল যুদ্ধৰ পৰা নিবৃত্ত হোৱা। মোৰ

ৰথচক্ৰ পৃথিবীত সোমাই গৈছে- মই মোৰ ৰথচক্ৰ উদ্ধাৰ কৰি লওঁ। দৈৱবশতঃ মোৰ ৰথৰ সোঁ ফালৰ চক্ৰ এটি পৃথিবীত দাবি গৈছে। এই সময়ত তুমি কাপুৰুষৰ দৰে ব্যৱহাৰ নকৰিবা। তোমাৰ যেন কোনো প্ৰকাৰ দুৰভিসন্ধি নহয়। তুমি ৰণ-পণ্ডিত বুলি তোমাৰ খ্যাতি আছে। এতিয়া অভদ্ৰৰ দৰে কাৰ্য্য কৰা তোমাৰ উচিত নহব। হে অৰ্জ্জুন, যিবিলাক যোদ্ধাই যুদ্ধৰ উত্তম নিয়মবোৰ পালন কৰে সেই বিলাক বীৰে মুক্তকেশ, বিমুখ, বদ্ধাঞ্জলি, শৰণাগত, প্ৰাৰ্থনা-কাৰী, অস্ত্ৰত্যাগী, বাণ বিহীন, কৱচহীন আৰু ভগ্নাস্ত্ৰ ব্যক্তিৰ প্ৰতি আৰু ব্ৰাহ্মণৰ প্ৰতি শৰ নিক্ষেপ নকৰে। এই জগতত তুমি এজন উত্তম বীৰ, ধাৰ্মিক, যুদ্ধধৰ্মত অভিজ্ঞলোক, উত্তম অস্ত্ৰবিৎ, মহাত্মা বেদ পাৰগ আৰু কাৰ্ত্তবীৰ্য্যৰ দৰে পৰাক্ৰান্ত আৰু খ্যাতিমন্ত। সম্প্ৰতি মই ৰথহীন হৈ মাটিত থিয় দিছোঁ আৰু তুমি ৰথৰ ওপৰত আছা। মোৰ দেহও শ্ৰান্ত, যেতিয়ালৈকে মই ৰথৰ চক্ৰ উদ্ধাৰ কৰিব নোৱাৰোঁ, তেতিয়ালৈকে মোক বিনাশ কৰা তোমাৰ কৰ্ত্তব্য নহয়। মই বাসুদেৱক বা তোমাক ভয় কৰা নাই। তুমি ক্ষত্ৰিয় বিলাকৰ ভিতৰত মহৎকুলত জন্মলাভ কৰিছা বুলিয়েই তোমাক অনুৰোধ কৰিছোঁ— তুমি ক্ষন্তেক কালৰ বাবে মোক ক্ষমা কৰা। কৰ্ণই ৰথচক্ৰ পৃথিবীয়ে গ্ৰাস কৰা কাৰণে ক্ৰোধত অশ্ৰু ত্যাগ কৰি কোপান্বিত হৈ থকা অৰ্জ্জুনক এইদৰে অনুৰোধ কৰিছিল।

সেই সময়ত কৰ্ণৰ কথা শুনি শ্ৰীকৃষ্ণই উত্তৰ দিছিল— কৰ্ণ! তুমি ভাগ্যক্ৰমে এতিয়া ধৰ্মক স্মৰণ কৰিছা। যিবিলাক লোক নীচাশয়, সেইবিলাকে দুঃখত পৰিলে ভাগ্যক নিন্দা কৰে। নিজৰ দুষ্কৰ্মৰ প্ৰতি দৃষ্টি নকৰে। চোৱা! দুৰ্য্যোধন, দুঃশাসন আৰু শকুনিয়ে তোমাৰ মত অনুসাৰে যেতিয়া একবস্ত্ৰা দ্ৰৌপদীক সভালৈ আনিছিল. তেতিয়া তোমাৰ ধৰ্ম ক'ত আছিল? যেতিয়া শকুনিয়ে দুৰভিসন্ধি কৰি তোমাৰ অনুমোদনত পাশাখেল খেলিছিল, তেতিয়া তোমাৰ ধৰ্ম ক'ত আছিল? যেতিয়া ৰজা দুৰ্য্যোধনে ভীমসেনক বিষমিশ্ৰিত অন্ন খুৱাইছিল, তেতিয়া তেওঁৰ ধৰ্ম ক'ত আছিল? যেতিয়া তুমি বাৰণাৱত নগৰত জতুগৃহৰ ভিতৰত শুই থকা পাণ্ডৱ বিলাকক পুৰি মাৰিবৰ কাৰণে জুই দিছিলা, তেতিয়া তোমাৰ ধৰ্ম ক'ত আছিল? যেতিয়া তুমি সভাৰ মাজত দুঃশাসনে বলেৰে ধৰি থকা ৰজস্বলা দ্ৰৌপদীক "হে দ্ৰৌপদী! পাণ্ডৱবিলাক বিনষ্ট হৈ অনন্ত নৰকলৈ গমন কৰিছে - এতিয়া তুমি অন্য পতি গ্ৰহণ কৰা" এই কথা কৈ উপহাস কৰিছিলা, তেতিয়া তোমাৰ ধৰ্ম ক'ত আছিল? যেতিয়া অভদ্ৰ ব্যক্তিবিলাকে বিনাদোষে দ্ৰৌপদীক ক্লেশ দিছিল, তেতিয়া তুমি কিয় সেইটো উপেক্ষা কৰিছিলা? যেতিয়া তুমি ৰাজ্যলোভত শকুনিক আশ্ৰয় কৰি পাণ্ডৱ বিলাকক দ্যূত ক্ৰীড়া কৰিবলৈ মাতি অনাইছিলা, তেতিয়া তোমাৰ ধৰ্ম ক'ত আছিল? যেতিয়া তুমি মহাৰথ বিলাকৰ লগত সমবেত হৈ বালক অভিমন্যুক

ঘেৰি ধৰি বিনাশ কৰিছিলা, তেতিয়া তোমাৰ ধৰ্ম ক'ত আছিল? হে কৰ্ণ! তুমি যেতিয়া সেই সেই সময়ত অধৰ্ম কৰিছিলা, তেতিয়া এই সময়ত ধৰ্ম ধৰ্ম বুলি চিঞৰি তালু শুকালেও আজি তোমাৰ নিস্তাৰ নাই।

মহাবীৰ সূতপুত্ৰ কৰ্ণই বাসুদেৱৰ দ্বাৰা এইদৰে তিৰস্কৃত হোৱাত লাজতে তলমূৰ কৰিলে। সেই সময়ত তেওঁৰ কোনো বাক্যস্ফূৰ্তি নহ'ল। তাৰ পাছত খঙতে কম্পিত ওঠেৰে ধনু হাতত লৈ অৰ্জ্জুনৰ লগত যুদ্ধ আৰম্ভ কৰিলে।

কৰ্ণ যদি মহৎ ব্যক্তি নহৈ, এইদৰে তিৰস্কৃত হ'লহেঁতেন তেন্তে কৰ্ণৰ মুখৰ পৰা সমানে দুৰ্বাক্য ওলাল হেঁতেন। দুষ্ট লোকে নিজৰ দোষ কেতিয়াও স্বীকাৰ নকৰে। কৰ্ণ এইবোৰ দোষত দোষী সেই বিষয়ে নিজে সচেতন আৰু অনুতপ্ত হৈ আছিল। এইবোৰ অভিযোগত অনুতপ্ত কোনো সৎলোকে উত্তৰ নিদিয়ে। এইবোৰ পাপ কৰ্মৰ ভাগী হোৱা বাবেই কৰ্ণৰ মৃত্যু অৰ্জ্জুনৰ হাতত হবলৈ পালে।

অৰ্জ্জুনৰ লগত কৰ্ণৰ যুদ্ধ আৰম্ভ হোৱাৰ পূৰ্বে - কৰ্ণই যুদ্ধক্ষেত্ৰত অৰ্জ্জুনক নেদেখি পাণ্ডৱ পক্ষীয় সৈন্য বিলাকক একাদিক্ৰমে সুধি যাবলৈ ধৰিলে - হে বীৰ সকল! অৰ্জ্জুন ক'ত আছে? তোমালোকৰ ভিতৰত যিজনে অৰ্জ্জুনক দেখুৱাই দিব পাৰিবা মই সেইজন ব্যক্তিক মোৰ ওচৰত যিহকে প্ৰাৰ্থনা কৰে তাক দিম। যদি তেওঁ তাক পায়ে সন্তুষ্ট নহয়, তেন্তে মই তেওঁক এখন গাড়ী পূৰ্ণ কৰি ৰত্ন দিম। এইদৰে উচ্চৰ পৰা উচ্চতৰ মূল্যৰ পুৰস্কাৰ দিম বুলি ঘোষণা কৰিলে। এক শত সুৱৰ্ণ ৰথ, সুৱৰ্ণ যুক্ত চাৰি শ গাই দামুৰী, সুৱৰ্ণ যুক্ত ওঠৰ প্ৰকাৰ জাতৰ অশ্ব ইত্যাদি ক্ৰমে পুৰস্কাৰৰ মূল্য বৃদ্ধি কৰি কৰি নিজৰ পুত্ৰ কলত্ৰ বিহাৰ সামগ্ৰী সহ ৰাজ্যৰ একাংশ চৈধ্যখন গাওঁ পৰ্য্যন্ত দিম বুলি ঘোষণা কৰিলে। তাৰ পাছত আৰু বিশেষ ঘোষণা দিলে যে কৃষ্ণ আৰু অৰ্জ্জুনক বিনাশ কৰি তেওঁলোকৰ যিমান ধন-সোণ আৰু অৰ্থ আছে সেইবোৰো প্ৰদান কৰিব।

মদ্ৰৰাজ শল্য আছিল এজন মহাৰথ। ৰজা দুৰ্য্যোধনে দ্ৰোণাচাৰ্য্যৰ পতন হোৱাৰ পাছত যেতিয়া কৰ্ণক যুদ্ধৰ সেনাপতি পাতিলে, তেতিয়া কৰ্ণই শল্যক কৰ্ণৰ ৰথৰ সাৰথি কৰিবলৈ ইচ্ছা কৰিলে। কৰ্ণ অৰ্দ্ধৰথ গতিকে মহাৰথ শল্যই তাত অপমান বোধ কৰি প্ৰথমতঃ মান্তি নহৈ কৰ্ণক যথেষ্ট গালি গালাজ কৰিলে; পাছত দুৰ্য্যোধনৰ অনুনয় অনুৰোধ পেলাব নোৱাৰি সাৰথিত্ব স্বীকাৰ কৰিলে। শল্যক সাৰথি পাই উৎসাহিত হৈ কৰ্ণই অৰ্জ্জুনক বিচাৰি এইদৰে উভয়পক্ষৰ সৈন্য বিলাকৰ মাজত পুৰস্কাৰ ঘোষণা কৰিলে। সেই ঘোষণা বাণীৰ আতিশয্য দেখি শল্য ক্ৰুদ্ধ আৰু বিৰক্ত হৈ কৰ্ণক তিৰস্কাৰ কৰিব ধৰিলে — হে সূত পুত্ৰ! তুমি ছয়টা হাতী সংযোজন কৰা সুৱৰ্ণময় ৰথ প্ৰভৃতি একোকে দান কৰিবৰ আৱশ্যক নাই। আজি তুমি অনায়াসে ধনঞ্জয়ক লগ পাবা। তুমি ল'ৰালি কৰি

কুবেৰৰ দৰে ধনদানত প্ৰবৃত্ত হৈছা। তুমি অতি অজ্ঞান আৰু সেইবাবে প্ৰভূত ধনদানৰ ঘোষণা দিব ধৰিছা; কিন্তু তুমি জনা নাই যে অপাত্ৰত দান কৰিলে দাতা দোষৰ ভাগী হয়। তুমি যে সমস্ত ধন ব্যয় কৰিবলৈ উদ্যত হৈছা, তাৰ দ্বাৰা বিবিধ যজ্ঞ সম্পন্ন কৰিব পাৰি। তুমি অজ্ঞানতাবশতঃ কৃষ্ণ আৰু অৰ্জ্জুনক বিনাশ কৰিব খুজিছা - ই নিতান্ত অসম্ভৱ - ই তোমাৰ বাতুলতা মাত্ৰ। শিয়ালে কেতিয়াবা দুটা সিংহক নিপাতিত কৰিছে এনে কথা আমি কেতিয়াও শুনা নাই। তোমাৰ দৰে ক্ষুদ্ৰ ব্যক্তি এজনে যিটো অভিলাষ কৰা উচিত নহয়, তুমি তাকেই অভিলাষ কৰিছা। তোমাৰ নো বাৰু এনে কোনো বন্ধু নাই নে যে এই সময়ত অগ্নিত প্ৰবেশ কৰি পতনোন্মুখ হোৱাৰ পৰা তোমাক নিবাৰণ কৰিব পাৰে? তুমি কাৰ্য্য অকাৰ্য্য বিবেচনা কৰিব নোৱাৰা হৈছা। অতএৱ এইটো নিশ্চিত বোধ হৈছে যে তোমাৰ কাল পূৰ্ণ হৈছে; নহলে যিজনে দীৰ্ঘদিন বাচিবৰ আশা কৰে তেনে কোন ব্যক্তিয়ে এনে অৰ্থহীন যুক্তিবিহীন কথা কব পাৰে? তুমি যি বাসনা কৰিছা, সেইটো হৈছে গলত শিলবান্ধি হাত দুখনেৰে সমুদ্ৰত সন্তৰণ কৰা নাইবা গিৰিশৃঙ্গৰ পৰা পতন হোৱাৰ দৰে অনৰ্থকৰ কথা। এতিয়া তুমি যদি মঙ্গল কামনা কৰা তেনেহলে ব্যূহ ৰচনা কৰি যোদ্ধা আৰু সৈন্য বিলাকৰ দ্বাৰা পৰিবেষ্টিত হৈ অৰ্জ্জুনৰ লগত যুদ্ধত প্ৰবৃত্ত হোৱা। মই তোমাৰ প্ৰতি দ্বেষবশতঃ এই কথা কোৱা নাই, কৈছোঁ তোমাৰ আৰু দুৰ্য্যোধনৰ মঙ্গলৰ কাৰণে। তুমি যদি জীয়াই থাকিবলৈ ইচ্ছা কৰিছা তেন্তে মোৰ কথাত আস্থা ৰাখা।

কৰ্ণই এইকথাৰ উত্তৰ দিছিল - হে শল্য! মই নিজৰ বাহুবলেৰে অৰ্জ্জুনৰ লগত সংগ্ৰাম কৰিবলৈ বাসনা কৰিছোঁ। তুমি মিত্ৰভাৱে শত্ৰুতাচৰণ কৰি মোক ভীত আৰু নিৰুৎসাহ কৰিবলৈ ইচ্ছা কৰিছা। যি নহওক এতিয়া মানুহৰ কথা দূৰৈত থাকক, আজি স্বয়ং ইন্দ্ৰয়ো মোক এই অভিপ্ৰায়ৰ পৰা নিবাৰণ কৰিব নোৱাৰিব।

তাৰ পাছত মহাবীৰ মদ্ৰৰাজ শল্যই কৰ্ণৰ উত্তৰ শুনি কৰ্ণক পুনৰ্ব্বাৰ প্ৰকোপিত কৰিবৰ উদ্দেশ্যে কৈছিল — হে সূতপুত্ৰ! যেতিয়া অৰ্জ্জুনৰ ধনুৰ তীক্ষ্ণমুখ শৰজালে তোমাক পাছে পাছে খেদি লৈ ফুৰিব, যেতিয়া সব্যসাচী ধনঞ্জয়ে দিব্য শৰাসন হাতত লৈ কৌৰৱ সেনাক ধ্বস্ত বিধ্বস্ত কৰিব, সেই সময়ত তুমি অনুতাপ কৰিব লাগিব। শিশুৱে যেনেকৈ মাকৰ কোলাত থাকি আকাশত থকা চন্দ্ৰ ধৰিবলৈ ইচ্ছা কৰে, তেনেকৈ তুমিও আজি মোহান্ধ হৈ অতিশয় উদ্দীপ্ত হৈ থকা ৰথস্থ অৰ্জ্জুনক জয় কৰিবলৈ ইচ্ছা কৰিছা। হে মূঢ়! তোমাৰ এই অভিলাষ তীক্ষ্ণধাৰ ত্ৰিশূল সদৃশ। সেই ত্ৰিশূলে তোমাৰ সৰ্বাঙ্গ ঘৰ্ষণ কৰিব ধৰিছে। ক্ষীণজীৱী ক্ষুদ্ৰ মৃগ শাৱকে যেনেকৈ ৰোষাবিষ্ট হৈ বৃহৎ সিংহক যুদ্ধৰ বাবে প্ৰত্যাহ্বান দিয়ে তুমিও সেইদৰে অৰ্জ্জুনক যুদ্ধলৈ আহ্বান কৰিছা।

অৰণ্যত মাংস খাবলৈ পাই তৃপ্ত হোৱা শিয়ালে যেনেকৈ সিংহৰ লগত যুদ্ধ কৰি বিনষ্ট হয়, সেইদৰে তুমিও মহাবলাক্রান্ত ৰাজপুত্র ধনঞ্জয়ক আহ্বান কৰি নিজে বিনষ্ট নহবা। হে কৰ্ণ! তুমি শহা হৈ মদমত্ত বিশালদন্তসম্পন্ন মহাগজ স্বৰূপ ধনঞ্জয়ক যুদ্ধলৈ আহ্বান কৰিছা। অৰ্জ্জুনৰ লগত যুদ্ধ কামনা কৰাত তোমাৰ হাতৰ লাঠিৰে গাঁতত থকা মহাবিষ ক্রুদ্ধ কৃষ্ণসৰ্পক বিদ্ধ কৰা হৈছে। শিয়ালে যেনেকৈ ক্রুদ্ধ সিংহক আৰু সাপে যেনেকৈ নিজৰ বিনাশৰ বাবে বলৱান গৰুড়পক্ষীক আহ্বান কৰে, তুমিও সেইদৰে ধনঞ্জয়ক আহ্বান কৰিছা। তোমাৰ আশ্রয় নৌকা নথকাকৈ চন্দ্ৰৰ উদয়ত পৰিবৰ্দ্ধমান অসংখ্য জলজন্তু সমাকীৰ্ণ ভীষণ সমুদ্ৰ পাৰ হবলৈ উদ্যত হৈছা। গো-বৎসই যেনেকৈ সুতীক্ষ্ণ শিং থকা প্ৰহাৰসমৰ্থ বৃষক যুদ্ধৰ বাবে আহ্বান কৰে, ভেকুলিয়ে যেনেকৈ বৰ্ষণোন্মুখ নিবিড় মহামেঘৰ উদ্দেশ্যে আৰু ঘৰত থকা কুকুৰে যেনেকৈ অৰণ্যচাৰী বাঘৰ উদ্দেশ্যে ঘোৰতৰ গৰ্জ্জন কৰে, সেইদৰে তুমিও নৰশ্ৰেষ্ঠ অৰ্জ্জুনৰ উদ্দেশ্যে গৰ্জ্জন কৰিছা আৰু যুদ্ধৰ বাবে আহ্বান কৰিছা।

হে কৰ্ণ! হাবিৰ মাজত শহাপৰিবেষ্টিত শিয়ালে যেতিয়ালৈকে সিংহক দেখিবলৈ নাপায়, তেতিয়ালৈকে নিজকে সিংহ যেন বোধ কৰি থাকে, তুমিও সেইদৰে শত্ৰুসূদন নৰসিংহ অৰ্জ্জুনক নেদেখাকৈয়ে নিজকে সিংহ যেন বোধ কৰিছা। যি পৰ্য্যন্ত সূৰ্য্য আৰু চন্দ্ৰৰ দৰে প্ৰভাসম্পন্ন একেখন ৰথত অধিষ্ঠিত কৃষ্ণ আৰু অৰ্জ্জুক দেখিবলৈ নোপোৱা, তেতিয়ালৈকে নিজক বাঘ যেন বুলি বোধ কৰি থাকিবা। যি পৰ্য্যন্ত ঘোৰ সংগ্ৰামত গাণ্ডীৱ ধনুৰ নিৰ্ঘোষ তোমাৰ কাণত নপৰে সেই পৰ্য্যন্ত তুমি যি ইচ্ছা তাকে কৈ থাকিব পাৰিবা; কিন্তু অৰ্জ্জুনৰ ৰথ আৰু ধনুৰ গভীৰ নিঃস্বনেৰে দশোদিক প্ৰতিধ্বনিত হৈ উঠিলে, তুমি গৰ্জ্জন নকৰি বাঘ দেখা পোৱাৰ দৰে বিমূঢ় হৈ যাবা। হে মূঢ়! মহাবীৰ ধনঞ্জয় সিংহৰ দৰে প্ৰভাৱসম্পন্ন; আৰু তুমি সেই বীৰজনক বিদ্বেষ কৰি শিয়ালৰ দৰে লক্ষিত হৈছা। হে সূতপুত্ৰ! নিগনি আৰু মেকুৰী, শহা আৰু হাতী, শিয়াল আৰু সিংহৰ, মিথ্যা আৰু সত্যৰ আৰু বিষ আৰু অমৃতৰ যি প্ৰভেদ তোমাৰ আৰু ধনঞ্জয়ৰ মাজতো সেই ৰূপ বিভিন্নতা আছে সন্দেহ নাই।

কৰ্ণ শল্যৰ এনেধৰণৰ নিৰুৎসাহ আৰু অপমানসূচক তিৰস্কাৰ পাই খঙতে জ্বলি উঠিল। প্ৰত্যুত্তৰত কবলৈ ধৰিলে হে মদ্ৰৰাজ! গুণগ্ৰাহী ব্যক্তিত বাজে আন ব্যক্তিয়ে গুণীৰ গুণ অৱধাৰণ কৰিবলৈ সমৰ্থ নহয়। তুমি গুণবিহীন; সেই কাৰণে মোৰ গুণাগুণ বুজিবলৈ তুমি সমৰ্থ নোহোৱা। হে দুৰ্ব্বুদ্ধে তই ভীত হৈ প্ৰলাপ বকিব ধৰিছ, অথবা কিবা গোপন কাৰণত কৃষ্ণ আৰু অৰ্জ্জুনৰ স্তৱ কৰিব ধৰিছ।

হে নৰাধম! তোৰ ব্যৱহাৰত স্পষ্ট বোধ হৈছে যে পাণ্ডৱ সকলে ভেদ

উৎপাদন কৰিবলৈকে হে তোক ইয়ালৈ পঠাইছে। মই মিত্ৰৰ কাৰ্য্য সংসাধন, দুৰ্য্যোধনৰ অনুৰোধ আৰু এতিয়া নিজৰ পক্ষত যাতে ভেদা ভেদৰ সৃষ্টি নহয় সেই তিতিক্ষাৰ বাবে হে তোক ইমান পৰে সংহাৰ কৰা নাই আৰু তই সেইবাবে হে এই মূহুৰ্ত্তত পৰিত্ৰাণ পাইছ; কিন্তু পুনঃ যদি মোৰ নিন্দা কৰ, তেন্তে গদাৰ আঘাতত তোৰ মস্তক চূৰ্ণ কৰি দিম। এতিয়া শীঘ্ৰে অৰ্জ্জুনৰ ওচৰলৈ ৰথ পৰিচালনা কৰি লৈ যা।

মদ্ৰৰাজ শল্যই তেতিয়াও কৰ্ণৰ নিন্দা কৰি ক'লে— তোমাক বাতুল যেন দেখা গৈছে। তোমাৰ চিকিৎসাৰ প্ৰয়োজন হৈছে। তুমি বিৰাট নগৰত আৰু দ্বৈতবনত কিয় অৰ্জ্জুনক বধ নকৰি পলায়ন কৰিছিলা? কৃষ্ণাৰ্জ্জুনক একেখন ৰথত দেখিলেই তোমাৰ দৰ্প চূৰ্ণ হব। মদ্ৰৰাজ শল্যই পুনঃ অতি কঠোৰ আৰু নিষ্ঠুৰ বাক্যেৰে কৰ্ণক তিৰস্কাৰ কৰিলে।

তেতিয়া কৰ্ণই কিঞ্চিৎ বিনয়ৰ সৈতে শল্যক কবলৈ ধৰিলে — হে মদ্ৰৰাজ! মই কৃষ্ণ আৰু অৰ্জ্জুনৰ বীৰত্বত সন্দিহানো হোৱা নাই আৰু সেই বীৰত্বৰ বাবে ভীতও হোৱা নাই। কিন্তু পৰশুৰামৰ শাপ আৰু ব্ৰাহ্মণৰ শাপৰ বাবে হে ভীত হৈছোঁ। মোৰ অস্ত্ৰ শিক্ষাদাতা গুৰুয়ে ব্ৰাহ্মণ বুলি মই তেওঁৰ পৰা ব্ৰহ্মাস্ত্ৰৰ শিক্ষা গ্ৰহণ কৰাত আৰু পাছত মই সূত পুত্ৰ বুলি স্বীকাৰ কৰাত শাপ দিছিল যে যথাসময়ত তুমি ব্ৰহ্মাস্ত্ৰ প্ৰয়োগ কৰিবলৈ পাহৰি যাবা আৰু যিজন ব্ৰাহ্মণৰ হোম ধেনু মই ভুলক্ৰমে বধ কৰিছিলোঁ, তেওঁ মোক অভিশাপ দিছিল যে তুমি যিজন বীৰক পৰাজয় কৰি বধ কৰিবৰ কথা চিন্তা কৰি থাকি ভুলক্ৰমে মোৰ হোম ধেনু বধ কৰিছা সেইজন বীৰেই তোমাক যুদ্ধত পৰাজিত কৰি তোমাৰ মস্তক ছেদন কৰিব। তেওঁৰ শাপ মোচনৰ বাবে তেওঁৰ ওচৰত কাতৰ প্ৰাৰ্থনা জনাই শ্বেতবৰ্ণ বৎস থকা চৈধ্য হাজাৰ ক'লা ধেনু প্ৰদান কৰিছিলোঁ, তেওঁ তাক গ্ৰহণ নকৰি ক'লে - হে সূত! মই যি কৈছোঁ তাৰ অন্যথা নহব। মিছা অভিশাপ দিলে মই নিজেই পাপগ্ৰস্ত হব লাগিব। তোমাৰ গোবধৰ বাবে যি পাপ হৈছে, মোৰ এই অভিশাপ সেই পাপৰ প্ৰায়শ্চিত্ত স্বৰূপ হব। অথএৱ তুমি মোৰ অভিশাপৰ ফল ভোগ কৰা।

হে শল্য! মই তোমাৰ তিৰস্কাৰ পৰা মুঠেও বিচলিত হোৱা নাই, কিন্তু ব্ৰহ্মশাপৰ বাবে হে উদ্বিগ্ন আৰু চিন্তিত হৈছোঁ।

# কৰ্ণ নিহত হোৱাৰ কাৰণ সমূহ

কৰ্ণ, শৌৰ্য্য বীৰ্য্য আৰু খ্যাতি-প্ৰতিপত্তিত কোনো ফালেই দি অৰ্জ্জুনতকৈ ন্যূন নাছিল। সূতকুল পৰিধি পৰিসীমা চেৰাই অথচ সূতকুলৰ মৰ্য্যাদা হানি

নকৰি বৰঞ্চ তাক মহিমান্বিত কৰি হে কৰ্ণ ক্ষত্ৰিয়োচিত শৌৰ্য্য-বীৰ্য্য লাভ কৰি সৰ্ব্বত্ৰ প্ৰখ্যাত হৈছিল। কৰ্ণ অৰ্জ্জুনৰ হাত কেতিয়াও পৰাস্ত নহলহেঁতেন যদিহে দেৱৰাজ ইন্দ্ৰই যুধিষ্ঠিৰ আদি পাঁচ ভায়েকৰ বিশেষকৈ অৰ্জ্জুনৰ হিতৰ কাৰণে কৰ্ণৰ ওচৰত তেওঁৰ সহজাত কৱচ আৰু কুণ্ডল প্ৰাৰ্থনা নকৰিলেহেঁতেন আৰু ইন্দ্ৰৰ মায়াত বিমোহিত হৈ কৰ্ণই তাক দান নকৰিলেহেঁতেন।

অৰ্জ্জুনে ৰুদ্ৰ, ইন্দ্ৰ, যম, বৰুণ, কুবেৰ, দ্ৰোণ আৰু কৃপাচাৰ্য্যৰ অনুগ্ৰহত দিব্য অস্ত্ৰ সমূহ লাভ কৰিছিল, কৰ্ণই সেই অস্ত্ৰবোৰ লাভ কৰিব পৰা নাছিল।

কৰ্ণই ব্ৰহ্মাস্ত্ৰ লাভ কৰিলেও সেই ব্ৰহ্মাস্ত্ৰ গুৰু পৰশুৰামৰ অভিশাপত কৰ্ণৰ একমাত্ৰ প্ৰতিদ্বন্দ্বী অৰ্জ্জুনৰ লগত যুদ্ধৰ সময়ত কাৰ্য্যকৰী হোৱা নাছিল; কাৰণ যথাসময়ত কৰ্ণই ব্ৰহ্মাস্ত্ৰ প্ৰয়োগৰ মন্ত্ৰ আৰু কৌশল পাহৰি গৈছিল।

ব্ৰাহ্মণৰ হোমধেনু ভুলবশতঃ হ'লেও বধকৰা বাবে ব্ৰাহ্মণৰ শাপত অৰ্জ্জুনৰ হাতত কৰ্ণৰ নিধন সুনিশ্চিত হৈ আছিল।

যিদিনা ঘটোৎকচ সমৰত দুৰ্দ্ধৰ্ষ আৰু অপৰাজেয় হৈ উঠিছিল, সেইদিনালৈকে শ্ৰীকৃষ্ণই অৰ্জ্জুনক কৰ্ণৰ লগত যথাসাধ্য মুখামুখি যুদ্ধ কৰাৰ পৰা কৌশলেৰে আঁতৰাই ৰাখিছিল। ঘটোৎকচ যেতিয়া অতি দুৰ্দ্ধৰ্ষ হৈ উঠিছিল আৰু কোনোপধ্যে যেতিয়া কৌৰৱ পক্ষৰ কোনো বীৰে তেওঁক পৰাজয় কৰিবলৈ সমৰ্থ হোৱা নাছিল, আনকি কৰ্ণয়ো যেতিয়া একাঘ্নী অস্ত্ৰ ব্যতিৰেকে ঘটোৎকচক নিবাৰিত কৰিবৰ কোনো উপায় পোৱা নাছিল, তেতিয়া দুৰ্য্যোধন আৰু কৌৰৱ পক্ষৰ আন আন মহাবীৰ সকলৰ অনুৰোধত কৰ্ণই ঘটোৎকচ বধৰ কাৰণে অৰ্জ্জুন বধৰ কাৰণে সাঁচি থোৱা একাঘ্নী অস্ত্ৰ প্ৰায়োগ কৰিব লগা হৈছিল। ইন্দ্ৰই সেই শক্তি অস্ত্ৰ দানৰ সময়ত ইন্দ্ৰৰ এনে প্ৰকাৰ চৰ্ত্তত দূৰদৰ্শিতামূলক কৌশল নিহিত আছিল; আৰু ইফালে শ্ৰীকৃষ্ণয়ো নিজৰ ইচ্ছা শক্তিৰ বলেৰে সিদিনাৰ যুদ্ধত ঘটোৎকচক বেছি শক্তিশালী আৰু দুৰ্দ্ধৰ্ষ কৰি তুলিছিল। ইন্দ্ৰৰ আৰু শ্ৰীকৃষ্ণৰ এনে কৌশলকে মহাভাৰতত দেৱমায়া বুলি বৰ্ণনা কৰিছে। কৰ্ণৰ পৰাজয়ৰ ইও এক প্ৰধান কাৰণ।

মহামতি ভীষ্মই কৰ্ণক মহাৰথ নুবুলি অৰ্দ্ধৰথ বুলি নিৰ্দ্দিশ কৰিছিল। ভীষ্মই কৰ্ণক কিয় অৰ্দ্ধৰথ বুলিছিল তাৰ কাৰণ ভীষ্মই নিজেই কৰ্ণৰ ওচৰত প্ৰকাশ কৰিছিল, যেতিয়া পুৰুষ শ্ৰেষ্ঠ কৰ্ণই ভীষ্মই মৃত্যুক অপেক্ষা কৰি শৰশয্যাত শয়ন কৰি আছিল অবিলম্বে ভীষ্মৰ ওচৰলৈ গৈ তেওঁৰ পদত পৰি কৈছিল— হে কুৰুশ্ৰেষ্ঠ! যিজন সদায় আপোনাৰ দৃষ্টিপথৰ অতিথি আছিল আৰু যাক সদায় দ্বেষ-দৃষ্টিৰে চাইছিল, ময়েই সেই ৰাধেয়।

ভীষ্ম চকু মুদি আছিল। তেওঁ লাহে চকু মেলি কৰ্ণৰ ফালে দৃষ্টি কৰি

ৰক্ষীবিলাকক অপসৰণ কৰিলে আৰু পিতৃয়ে যেনেকৈ পুত্ৰক সাৱটি ধৰে, তেনেকৈ কৰ্ণক সাৱটি ধৰি কৈছিল — হে কৰ্ণ! তুমি সদায় মোৰ বিৰোধ কৰি আছা। এই সময়ত তুমি মোৰ ওচৰলৈ আহি ভাল কৰিছা।

মই নাৰদ আৰু ব্যাসদেৱৰ মুখত শুনিছোঁ - তুমি ৰাধেয় নহয়। তুমি কুন্তী পুত্ৰ। অধিৰথ তোমাৰ পিতৃ নহয়। ই সত্য কথা - ইয়াত সংশয় নাই।

মই সচাঁ কথা কৈছোঁ - মই তোমাক দ্বেষ কৰা নাই। তুমি অকাৰণে পাণ্ডৱ বিলাকক নিন্দা কৰা কাৰণে তোমাৰ শক্তি হ্ৰাস কৰিবৰ কাৰণে তোমাৰ প্ৰতি নিষ্ঠুৰ বাক্য প্ৰয়োগ কৰিছিলোঁ। তুমি যে গুণীজনক দ্বেষ কৰা বুদ্ধি পাইছিলা তাৰ কাৰণ হৈছে তোমাৰ আশ্ৰয় হীনস্থান হৈছিল। তুমি বৰ মাৎসৰ্য্যপৰায়ণ হৈ মানৱতাৰ ধৰ্মক লোপ কৰিবলৈ যত্ন কৰিছিলা। সেই কাৰণে কুৰুসভাত পুনঃ পুনঃ ৰুক্ষবাক্য কৈ তোমাক নিৰুৎসাহ কৰিছিঁলো। তুমি যে এক মহাবীৰ, ব্ৰহ্মনিষ্ঠ আৰু দান শক্তিত অনন্য সাধাৰণ সেই কথা মই জানোঁ। তুমি অকলে কাশিৰাজৰ কন্যাক দুৰ্য্যোধনে অপহৰণ কৰাত ৰজাবিলাকৰ বিৰুদ্ধে যুদ্ধ কৰি দুৰ্য্যোধনক সেই কন্যা আনি দিছা। জৰাসন্ধ অতুলনীয় বলশালী, ব্ৰহ্মনিষ্ঠ, বল আৰু তেজত দেৱতুল্য, যুদ্ধত সকলো মনুষ্যতকৈ শ্ৰেষ্ঠ, সেই জৰাসন্ধও তোমাৰ সমান বীৰ নহয়। হে সূৰ্য্য পুত্ৰ! তোমাৰ প্ৰতি পূৰ্ব্বে হোৱা ক্ৰোধ আজি মোৰ মনৰ পৰা আঁতৰি গ'ল। তুমি মই ভাল পোৱা কাম এটা কৰা। তুমি পাণ্ডৱ বিলাকৰ লগত মিলিত হোৱা। যুদ্ধৰ অৱসান হওক — ৰজা বিলাক ৰক্ষা পৰক।

কৰ্ণই পূৰ্ব্বৰ দৰে উত্তৰ দিলে - মই কৌন্তেয়! মই ৰাধেয় নহয়; কিন্তু পালক পিতা অধিৰথৰ অকৃতজ্ঞ হব নোৱাৰোঁ আৰু সূতকুল পৰিত্যাগ কৰিব নোৱাৰোঁ। দুৰ্য্যোধনৰ ওচৰতো মিত্ৰঘ্ন হব নোৱাৰোঁ। পিতামহ! মোক ক্ষমা কৰক।

ভীষ্মই তেতিয়া কৰ্ণক আশীৰ্ব্বাদ কৰিলে - তুমি স্বৰ্গকাম হৈ যুদ্ধ কৰা। ক্ৰোধ পৰিত্যাগ কৰি সদাচাৰ হৈ উৎসাহ আৰু শক্তি অনুসাৰে যুদ্ধ কৰা। নিৰহঙ্কাৰ হৈ বল আৰু বীৰত্ব অৱলম্বন কৰি ধৰ্ম যুদ্ধ কৰি দুৰ্য্যোধনৰ কৰ্ম সম্পাদন কৰা। ধৰ্মযুদ্ধ ব্যতীত ক্ষত্ৰিয়ৰ পক্ষে শুভ কৰ্ম একো নাই।

কৰ্ণই নিজে তেওঁৰ দুষ্কৰ্ম্মবোৰৰ কাৰণে মনে মনে অনুতাপ ভোগ কৰি আছিল আৰু নিজৰ বলবীৰ্য্য শক্তি ক্ষমতা মহাৰথসকলৰ সমানে বা তাতকৈও বেছি থকা সত্ত্বেও মহাৰথৰ শ্ৰেণীত উন্নীত হ'ব পৰা নাই কাৰণেও নিজৰ নীচাত্মিকা মনোভাৱৰ দ্বাৰাও পীড়িত হৈ আছিল; অৱশেষত যিদিনা অৰ্জ্জুনক বধ কৰিম বুলি ভাবি লৈ সাৰথি মদ্ৰৰাজ শল্যক ৰথ পৰিচালনা কৰিবৰ আদেশ

দিবৰ সময়ত শল্যাৰাজৰ লগত যি বাদ প্ৰতিবাদ হৈছিল, তাৰ দ্বাৰা কৰ্ণৰ মন তিক্ত আৰু ভীত হৈ পৰিছিল। বীৰোচিত যুদ্ধোৎসাহৰো হ্ৰাস ঘটিছিল।

কুৰুক্ষেত্ৰৰ যুদ্ধ আৰম্ভ হোৱাৰ পূৰ্ব্ব মুহূৰ্ত্তত যেতিয়া ৰজা যুধিষ্ঠিৰে ভীষ্ম, দ্ৰোণ, কৃপাচাৰ্য্য আৰু শল্যক প্ৰণাম জনাবলৈ গৈছিল, তেতিয়াই শল্যাই (শল্য যুধিষ্ঠিৰাদিৰ মোমায়েক আছিল) কি বৰ লাগে বুলি যুধিষ্ঠিৰক সুধিছিল। যুধিষ্ঠিৰে শল্যক কৈছিল — হে মহাৰাজ! আপুনি আমাৰ হিতাৰ্থী হৈ মন্ত্ৰণা দি কৌৰৱপক্ষৰ হৈ যুদ্ধ হৈ কৰিব।

শল্যাই কৈছিল - হে ভাগিন্! কৌৰৱ বিলাকে মোক অৰ্থৰ দ্বাৰা বান্ধি থৈছে; সুতৰাং সিহঁতৰ হৈ যথাসাধ্য যুদ্ধ কৰিম। সেই সংগ্ৰামৰ সময়ত কি হিত সাধিম, কোৱা?

তেতিয়া যুধিষ্ঠিৰে কৈছিল - হে মোমা! মোৰ এই প্ৰাৰ্থনা যে আপুনি সংগ্ৰামৰ সময়ত সূতপুত্ৰ কৰ্ণৰ তেজ হ্ৰাস কৰিব। তেতিয়া শল্যাই কৈছিল - হে কৌন্তেয়! তোমাৰ অভিলাষ পূৰণ হব। এতিয়া তুমি স্বচ্ছন্দে গৈ সংগ্ৰামত প্ৰবৃত্ত হোৱা গৈ। মই কৈছোঁ তোমাৰ জয়লাভ হব।

কৰ্ণ বধৰ সৰ্ব্ব প্ৰধান কাৰণটো হৈছে যে যুদ্ধৰ সময়ত কৰ্ণৰ ৰথৰ চক্ৰ এটি পৃথিৱীত দাবি গ'ল আৰু কৰ্ণই ভূতলত থিয় হৈয়েই অৰ্জ্জুনৰ লগত যুদ্ধ কৰিব লগা হৈছিল। সেই সময়তেই কৰ্ণই যেতিয়া অৰ্জ্জুনক ক্ষন্তেক যুদ্ধ বিৰতিৰ কাৰণে অনুৰোধ কৰিছিল, তেতিয়া কৃষ্ণই কৰ্ণক তেওঁৰ পূৰ্ব্বকৃত দুষ্কৰ্ম বোৰৰ কথা সোঁৱৰাই দিছিল। তেতিয়া কৰ্ণই লাজতে তলমূৰ কৰিছিল আৰু তেওঁ মুখত কোনো বাক্য স্ফুৰ্ত্তি হোৱা নাছিল। কৰ্ণ সঙ্কট মুহূৰ্ত্তত নিস্তেজ আৰু নিৰুৎসাহ হৈ পৰিছিল।

কৰ্ণ বধৰ এইবোৰেই মহৎ কাৰণ।

কৰ্ণচৰিত্ৰত পৰস্পৰ বিৰোধী গুণ আৰু দোষৰ সমাবেশ হোৱা দেখা যায়। গুণৰ মাহাত্ম্যই কৰ্ণক মহিমান্বিত কৰি তুলিছিল। সেই কাৰণে কৰ্ণ মহৎচৰিত্ৰৰ এজন বীৰ বুলি পৰিগণিত হৈছিল।

❑❑❑

# "ভীমকৰ্ম্মা বৃকোদৰ"

(মূল মহাভাৰতৰ পৰা)

শ্ৰীদেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্য

# উছৰ্গা

চিৰজীৱন শিক্ষা দান কাৰ্য্যত ৰত থাকি দুঃখ দাৰিদ্ৰ্যৰ প্ৰৱল ধুমুহাত আত্মৰক্ষা কৰি বৃদ্ধত্ব প্ৰাপ্ত হৈ এতিয়াও আমাৰ পৰিয়ালৰ প্ৰধান ব্যক্তি হৈ আছে, সেই শিক্ষাব্ৰতী আমাৰ অগ্ৰজ পূজনীয় শ্ৰীযুত সুৰেন্দ্ৰ নাথ ভট্টাচাৰ্য্য বি.এ দেৱৰ কৰ কমলত —

শ্ৰীদেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্য
২৩।০১।৭৫

# আগকথা

প্ৰত্যেক মানুহৰ জীৱন যুদ্ধত মহাভাৰতৰ কাহিনীৰ লেখীয়া কাহিনী কম বেছি পৰিমাণে ঘটে আৰু ভীমসেনৰ নিচিনা চৰিত্ৰৰ ভ্ৰাতৃ আজিৰ যুগতো বিৰল নহয়। মহাভাৰতৰ চৰিত্ৰবোৰৰ পৰা যি জ্ঞান আৰু উপদেশ পোৱা যায়, সি প্ৰত্যেক মানুহৰ জীৱন যাত্ৰাৰ সমল স্বৰূপ হয়। সেয়েহে মহাভাৰতৰ মূল্য সমগ্ৰ জগততে আজিও বৰ্ত্তমান। প্ৰত্যেক ভাৰতবাসীয়ে মহাভাৰত অধ্যয়ন কৰি শিক্ষা লাভ কৰা উচিত। স্কুল কলেজতো মহাভাৰতৰ কথা শিকোৱা উচিত।

এই পুথিত উদ্ধৃত কৰা পদবোৰ অসমীয়া মহাভাৰতৰ পৰা গ্ৰহণ কৰা হৈছে।

এই পুথিৰ সঙ্কলন মূল মহাভাৰতৰ পৰা কৰা হৈছে আৰু ৺ কালীপ্ৰসন্ন সিংহৰ অনুবাদৰ সহায় লোৱা হৈছে। মহাভাৰতৰ অধ্যয়ন— অধ্যাপনা দেশত আদৰণীয় হওক - এয়ে লিখকৰ কামনা

লিখক

২৩।০১।৭৫

# ভীমকৰ্মা বৃকোদৰ

## পাণ্ডৱসকলৰ জন্মবৃত্তান্ত

পাণ্ডু ৰজাৰ দুইগৰাকী মহিষী - কুন্তী আৰু মাদ্ৰী। মহিষী কুন্তীৰ গৰ্ভত তিনিজন বীৰ পুৰুষৰ আৰু মহিষী মাদ্ৰীৰ গৰ্ভত দুজন বীৰ পুৰুষৰ জন্ম হৈছিল। সেই কাহিনী অস্বাভাৱিক ধৰণৰ আছিল যদিও সেই কালত ধৰ্ম সঙ্গত আছিল।

এসময়ত ৰজা পাণ্ডুৱে মহিষী দুগৰাকীক লৈ বনবিহাৰৰ বাসনা কৰি বনলৈ প্ৰস্থান কৰিলে। তাত সৰ্বদায় মৃগয়া কৰি প্ৰিয়তমা দুগৰাকীৰ লগত পৰম সুখে কাল যাপন কৰিব ধৰিলে। কেতিয়াবা হিমালয়ৰ দক্ষিণ ফালৰ উপত্যকাত ভ্ৰমণ কৰি ফুৰিছিল আৰু কেতিয়াবা পৰ্ব্বতৰ ওপৰত সুখ-ভ্ৰমণ কৰি ভাল পাইছিল আৰু কেতিয়াবা বা শালবনতে বাস কৰি থাকিছিল। গজৰাজ ঐৰাৱতে যেনেকৈ দুইটি হস্তিনীৰ মাজত থাকি শোভিত হয়, পত্নীদ্বয় লগত থকাত বনচৰ নৃপবৰ পাণ্ডুও সেইদৰে শোভিত হৈছিল। ৰজা পাণ্ডুৱে সদায় ধনুৰ্ব্বাণ ধাৰণ কৰি আৰু এখন খড়্গ হাতত লৈ থাকিছিল। তেওঁ অস্ত্ৰবিদ্যাত নিপুণ আছিল আৰু বিচিত্ৰ কৱচ পৰিধান কৰিছিল। বনবাসী লোক সকলে ৰজা পাণ্ডুক দেৱতা যেন দেখিছিল। তেওঁৰ যেতিয়াই যি অৱশ্যক হৈছিল, ধৃতৰাষ্ট্ৰই ভৃত্যবিলাকৰ হতুৱাই তাৰ যোগান ধৰিছিল। এইদৰে দুই প্ৰণয়িনীৰ লগত ৰজা পাণ্ডুৱে পৰম সুখেৰে বনত বাস কৰিব ধৰিলে।

**পাণ্ডুৰ প্ৰতি মৃগৰূপী মুনিৰ শাপ ঃ**

এদিনা ৰজা পাণ্ডুৱে হিংস্ৰজন্তু পৰিপূৰ্ণ গভীৰ হাবিৰ মাজত ভ্ৰমণ কৰি আছিল। এনে সময়ত দেখিবলৈ পালে যে এটা পৰম সুন্দৰ মৃগই মৃগীৰ লগত মৈথুন ক্ৰীড়াত ব্যাপৃত হৈ আছে। ৰজাই মৃগ আৰু মৃগীক উভয়কে ঘোৰ প্ৰমত্ত হৈ থকা দেখি একে সময়তে উপৰ্য্যুপৰি পাঁচবান নিক্ষেপ কৰিলে; কিন্তু দুঃখৰ বিষয় সেই মৃগ প্ৰকৃত মৃগ নাছিল, সেই মৃগ আছিল এক মহাতেজা ঋষিপুত্ৰ। ঋষিপুত্ৰই মৃগৰূপ ধৰি নিজৰ ভাৰ্য্যাৰ লগত পৰম সুখে ৰতিক্ৰীড়া কৰি আছিল। পাণ্ডুৰ বজ্ৰসম শৰাঘাতত ব্যাকুলেন্দ্ৰিয় হৈ মৃগ আৰু মৃগী উভয়ে তৎক্ষণাৎ ধৰাতলত পতিত হ'ল আৰু আৰ্তনাদ কৰি নানা বিলাপ কৰি পাণ্ডুক কবলৈ ধৰিলে - মহাৰাজ! যিবিলাক লোক অতিশয় কাম আৰু ক্ৰোধ পৰতন্ত্ৰ, অত্যন্ত নিৰ্ব্বোধ আৰু একান্ত পাপাসক্ত, সেইবিলাক লোকেও এনে নৃশংশ আৰু বিষম আচৰণ নকৰে। তুমি পৰম ধাৰ্মিক আৰু অকলঙ্ক কুলত জন্ম গ্ৰহণ কৰি কিয় এনে

দুষ্কৰ্ম কৰিলা? তোমাৰ নিচিনা জ্ঞানী মানুহে এনে কাৰ্য্য কৰা উচিত নাছিল।

তেতিয়া ৰজাই উত্তৰ দিছে — ৰজা সকলে যেনেকৈ শত্ৰু নিধন কৰা কৰ্ত্তব্য বুলি ভাবে, মৃগবধ কৰাকো কৰ্ত্তব্য বুলি জ্ঞান কৰে; সেই মৃগ প্ৰচ্ছন্নই হওক বা প্ৰকাশ্যই হওক, মৃগ বুলি জানিলেই বধ কৰে। চোৱা, মহৰ্ষি অগস্ত্যই যজ্ঞৰ বাবেই মৃগয়া কৰিছিল। মৃগৰ মেদ আৰু চৰ্ব্বীৰে তেওঁ হোম কৰিছিল; গতিকে মিছাকৈ মোক তিৰস্কাৰ নকৰিবা।

মৃগৰূপী সেই ঋষিয়ে ক'লে - ৰাজন! আপুনি যি কৈছে সেইটো সঁচা হয়, কিন্তু কোনো জ্ঞানী মানুহে ৰতিক্ৰীড়াত আসক্ত থকা শত্ৰুকো বধ নকৰে। ন্যায় যুদ্ধত হে শত্ৰুক বধ কৰিবৰ বিধি নিৰ্দ্দেশ কৰা আছে।

ৰজাই ক'লে— মত্ত, ভীত আৰু পলায়মান শত্ৰুকো বধ কৰা উচিত নহয় কিন্তু তোমাৰ দৰে মৃগক বধ কৰা অবিধেয় নহয়।

মৃগই ক'লে - মহাৰাজ! তুমি যে মোক মৃগ বুলি ভাবি বধ কৰিছা তাৰ বাবে মই তোমাক দোষ দিব নোৱাৰোঁ কিন্তু মোৰ বিহাৰ-বিৰতি কাল পৰ্য্যন্ত তোমাৰ অপেক্ষা কৰা নিতান্তই উচিত আছিল। অসময়ত ইন্দ্ৰিয়াসক্ত মৃগক কোন ভদ্ৰলোকে কেতিয়া বধ কৰিছে? হে ৰাজন্! মই পুত্ৰ কামনা কৰি মোৰ মৃগৰূপিনী পত্নীত মৃগৰূপে আসক্ত হৈছিলোঁ। আমি এই ব্ৰাহ্মণ ব্ৰাহ্মণী উভয়কে সেই বিষয়ে নিতান্ত নিৰাশ আৰু একান্ত বঞ্চিত কৰিলা। মহাৰাজ! তুমি নিৰ্মল পুৰুবংশত জন্ম লাভ কৰি এনে নৃশংস, লোক বিগৰ্হিত, অস্বৰ্গ্য, অযশঙ্কৰ আৰু অধৰ্মিষ্ঠ কাৰ্য্য কৰাটো উচিত হোৱা নাই। তুমি শাস্ত্ৰজ্ঞ, ধৰ্ম আৰু অৰ্থ তত্ত্বত অভিজ্ঞ আৰু কাম-কলা নিপুণ; তোমাৰ এনে দুষ্কৰ্ম কৰা অবিধেয় হৈছে। হে ৰাজন! নৃশংস আচৰণকাৰী, পাপ পৰায়ণ আৰু ধৰ্ম অৰ্থকামৰ তত্ত্বানভিজ্ঞ দুৰাচাৰ বিলাকৰ দণ্ডবিধান কৰা তোমাৰ কৰ্ত্তব্য, সেই অসৎ কৰ্মত প্ৰবৃত্ত হৈ নিজেই দণ্ডাৰ্হ হ'লা। হে নৰেন্দ্ৰ! মই ফলমূলাহাৰী অৰণ্যবাসী নিৰপৰাধ এজন মুনি। মৃগ বেশ লৈ বিহাৰ কৰি আছিলোঁ, মোক মাৰি তুমি কি দুষ্কৰ্ম কৰিলা! হে ৰাজন! তুমি যেনেকৈ মোক ভাৰ্য্যাৰ লগত অপৱিত্ৰ সময়ত বধ কৰিলা, মই অভিশাপ দিছোঁ যে তুমিও এনে অপবিত্ৰ সময়ত মৃত্যু মুখত পৰিবা। মই তপস্বী মুনি। মোৰ নাম কিন্দম, মই লোক লজ্জাভয়ত মৃগৰূপ লৈ এই গহন অৰণ্যলৈ আহি পত্নীৰ লগত বিহাৰ কৰি আছিলোঁ। তুমি ব্ৰাহ্মণ বুলি মোক জানিব পৰা নাই সেইবাবে তোমাৰ ব্ৰহ্মবধ পাপ নহয় কিন্তু সঙ্গমসময়ত মোক বধ কৰাত তোমাৰ যি পাপ হৈছে, তাৰ ফল অৱশ্যে তুমি ভোগ কৰিব লাগিব। তুমি যেতিয়া স্ত্ৰীসংসৰ্গ কৰিবা, সেই সময়ত তোমাৰ মৃত্যু হব। তুমি যি পত্নীৰ লগত সংসৰ্গ কৰি কালগ্ৰস্ত হবা, সেই পত্নী ভক্তিভাৱে তোমাৰ সহগামিনী হব। হে ৰাজন্! তুমি যেনেকৈ মোৰ সুখৰ সময়ত মোক দুঃখ দিলা, সেইদৰে তুমিও সুখৰ সময়ত এইৰূপ দুঃখত পৰিবা।

মৃগৰূপধাৰী মুনিয়ে পাণ্ডুক এই প্ৰকাৰ শাপ দি প্ৰাণ ত্যাগ কৰিলে। নৰপতি পাণ্ডু দুঃখিত হ'ল আৰু দুঃখিত চিত্তে ভাৰ্য্যাৰ লগত নানা প্ৰকাৰ বিলাপ আৰু পৰিতাপ কৰিব ধৰিলে। তাৰ পাছতে ৰজা পাণ্ডুৰ মনত সংসাৰৰ প্ৰতি বিতৃষ্ণা আৰু বৈৰাগ্যৰ উদয় হ'ল। তেওঁ মনে মনে ভাবিলে যে সংসাৰ বন্ধনতকৈ দুঃখদায়ক একো নাই। মই আজিৰ পৰা কঠোৰ তপস্যাত মনোনিবেশ কৰিম। মোৰ মনৰ পৰা ইষ্ট অনিষ্টৰ ভাব পৰিত্যাগ কৰিম। ধূলি ধূসৰিত কলৱৰেৰে শূন্য গৃহত বা বৃক্ষৰ তলত শয়ন কৰিম। কি শোক, কি হৰ্ষ একোতেই মই বিচলিত নহওঁ। নিন্দা আৰু প্ৰশংসাক সমান জ্ঞান কৰিম। কাৰো আশীৰ্বাদ বা নমস্কাৰ গ্ৰহণৰ ইচ্ছা নকৰোঁ। সৰ্বদাই প্ৰসন্ন বদন আৰু সৰ্বভূতৰে হিত কাৰ্য্যত তৎপৰ থাকিম। কি স্থাৱৰ, কি জঙ্গম কাকো হিংসা নকৰোঁ। সকলো প্ৰাণীকে মোৰ সন্তানৰ দৰে দেখিম। ভিক্ষাত পোৱা অন্নেৰে জীৱন ধাৰণ কৰিম নাইবা ফলমূলাহাৰী হৈ থাকিম।

পাণ্ডুৱে অতিশয় দুঃখিত চিত্তে এইদৰে বিলাপ কৰি কুন্তী আৰু মাদ্ৰীৰ ফালে চাই ক'লে - তোমালোকে হস্তিনাপুৰলৈ যোৱা আৰু তাত গৈ সকলোকে কবা যে পাণ্ডুৱে ৰাজ্যাশ্ৰম পৰিত্যাগ কৰি সন্ন্যাস ধৰ্ম গ্ৰহণ কৰিছে।

স্বামীৰ সন্ন্যাস ধৰ্ম গ্ৰহণৰ সংকল্পৰ কথা শুনি কুন্তী আৰু মাদ্ৰীয়ে বিনয় বচনেৰে ক'লে যে সন্ন্যাস আশ্ৰম ব্যতিৰেকে আৰু অন্যান্য আশ্ৰম আছে - য'ত সস্ত্ৰীক ধৰ্ম আচৰণ কৰিব পাৰি। আপুনি তেনে কোনো আশ্ৰম আশ্ৰয় কৰি আমাক লগত লৈয়ে তপস্যা কৰক। আৰু যদি আপুনি তাকে নকৰি নিতান্তই আমক পৰিত্যাগ কৰে তেন্তে আমি আজিয়েই প্ৰাণত্যাগ কৰিম - তাত সন্দেহ নাই।

পাণ্ডুৱে ক'লে যে যদি তোমালোকৰ মোৰ লগত থাকি তপস্যা কৰিবৰ নিতান্ত বাসনা থাকে, তেন্তে আজিৰ পৰা গাৰ্হস্থ্যসুখ পৰিত্যাগ কৰিব লাগিব। গছৰ বাকলি, জীৰ্ণবস্ত্ৰ বা মৃগচৰ্ম ব্যাঘ্ৰচৰ্ম ধাৰণ কৰিব লাগিব। ফলমূল ভক্ষণ, উভয় সন্ধ্যাত হোম আৰু স্নান, পৰিমিত আহাৰ, জটাধাৰণ, জাৰ জহ ৰ'দৰ ক্লেশ সহন, ক্ষুধা আৰু পিপাসাত অনৱধান, ইন্দ্ৰিয় সংযমন আৰ বন্য ফল, জল আৰু মন্ত্ৰৰ দ্বাৰা দেৱতা আৰু পিতৃসকলৰ তৰ্পণ - ইত্যাদি ধৰণৰ ব্ৰত গ্ৰহণ কৰিব লাগিব। কি বানপ্ৰস্থী, কি আত্মীয় স্বজন, কি বন্ধুবান্ধৱ বা কি অন্যান্য গ্ৰামবাসী - কাৰো লগত সাক্ষাৎকাৰ বা কাৰো প্ৰতি কোনো অপ্ৰিয় আচৰণ কৰিব নোবাৰিবা। এইদৰে কঠোৰ আৰণ্যক শাস্ত্ৰৰ বিধান অৱলম্বন কৰি যাবজ্জীৱন কালযাপন কৰিব লাগিব।

ৰজাই যেনেদৰে ক'লে তেওঁৰ উভয় মহিষীয়ে তাতেই সম্মত হ'ল। ৰজা পাণ্ডুৱে তেতিয়া নিজৰ ৰাজমুকুটৰ অন্যান্য ৰত্নসমূহ, বসনভূষণ আৰু উভয় স্ত্ৰীৰ মহামূল্য অলঙ্কাৰ পাতি সকলোবোৰ বিপ্ৰবিলাকক দান কৰি ক'লে আপোনালোকে আমাৰ এই সংবাদ হস্তিনাপুৰলৈ গৈ যথাযথভাৱে জনাই দিব।

বিপ্ৰসকলে সেই কথা ধৃতৰাষ্ট্ৰ ৰজাক জনাই দিলে আৰু পাণ্ডুৰ লগত থকা অনুচৰ আৰু পৰিচাৰক বৰ্গও গৈ আনুপূৰ্ব্বিক সমস্ত বৃত্তান্ত বৰ্ণনা কৰিলে। হস্তিনাপুৰত পাণ্ডুৰ বনবাস বৃত্তান্ত শুনি সকলো শোকান্বিত হ'ল।

ইফালে পাণ্ডু সপত্নীক হিমালয় অতিক্ৰম কৰি একে একে গন্ধমাদন, আৰু ইন্দ্ৰদ্যুম্ন সৰোবৰ লৈ গ'ল। তাৰ পৰা শতশৃঙ্গ নামক পৰ্বতলৈ গৈ ঘোৰ তপস্যাত প্ৰবৃত্ত হ'ল। মহাত্মা পাণ্ডু তপস্যাৰ দ্বাৰা নিষ্পাপ ব্ৰহ্মৰ্ষিতুল্য হৈ উঠিল কিন্তু অপত্যবিহীন লোকৰ স্বৰ্গত অধিকাৰ নাই চিন্তা কৰি সদায় বিষণ্ণ হৈ থাকিছিল।

এদিনাখন পাণ্ডুৱে মহৰ্ষিসকলক সম্বোধন কৰি ক'লে - হে মহাভাগ সকল! অপুত্ৰক লোকৰ স্বৰ্গত অধিকাৰ নাই। মই অনপত্য, মই পিতৃলোকৰ ঋণৰ পৰা মুক্ত হব পৰা নাই; সেই কাৰণে মোৰ মন সদায় দুঃখানলত দগ্ধ হৈ থাকে; মোৰ জীৱন বিড়ম্বনা মাত্ৰ। মই যজ্ঞৰ দ্বাৰা দেৱঋন, বেদধ্যয়ন আৰু তপস্যাৰ দ্বাৰা ঋষিঋণ আৰু অনৃশংস আচৰণেৰে মনুষ্যঋণ পৰিশোধ কৰিছোঁ; কিন্তু অপুত্ৰক হোৱা কাৰণে পিতৃঋণৰ পৰা মুক্ত হব পৰা নাই। অতএৱ মই আপোনাসকলৰ পৰা পৰামৰ্শ বিচাৰিছোঁ, মহৰ্ষি দ্বৈপায়নে যেনেকৈ আমাৰ পিতৃৰ ক্ষেত্ৰত আমাক উৎপাদন কৰিছিল, সেইদৰে মোৰ ক্ষেত্ৰতো পুত্ৰ উৎপাদনৰ কোনো উপায় আছে নে? তপস্বী ঋষিসকলে উত্তৰ দিলে যে 'হে ধৰ্মাত্মন! আমি দিব্য চক্ষুৰে দেখিবলৈ পাইছোঁ যে তোমাৰ দেৱতুল্য পৰমসুন্দৰ পুত্ৰ হব। তুমি পুত্ৰলাভৰ বাবে প্ৰযত্ন কৰা। - অৱশ্যে তোমাৰ ক্ষেত্ৰত অশেষ গুণ সম্পন্ন পুত্ৰ জন্মিব।

তাৰ পাছত পাণ্ডুৱে নিৰ্জ্জনে কুন্তীক ক'লে, হে কুন্তি! নিঃসন্তান ব্যক্তিৰ দান, তপ, বিনয় একোৱে সফল নহয়। মই সন্তানবিহীন, সুতৰাং মোৰ শুভলোক প্ৰাপ্তিৰ কোনো সম্ভাৱনা নাই। মৃগশাপৰ কাৰাণে মই স্বয়ং পুত্ৰ উৎপাদনত অসমৰ্থ; এনে অৱস্থাত আপৎ কালত মোৰ নিয়োগ অনুসাৰে ব্ৰাহ্মণৰ দ্বাৰা তুমি অপত্য লাভৰ যত্ন কৰা।

পতিপ্ৰাণা কুন্তী পাণ্ডুৰ এই উপদেশত অত্যন্ত দুঃখিত হৈ ক'লে হে ধৰ্মাত্মন! মই আপোনাৰ ধৰ্মপত্নী, আপোনাতেই অনুৰক্তা। মোৰ প্ৰতি আপোনাৰ এইৰূপ আদেশ অতি অসঙ্গত হৈছে।

পাণ্ডুৱে কুন্তীক বুজালে যে কল্মাষপাদ ৰজাৰ পত্নী দময়ন্তীয়ে স্বামীৰ নিৰ্দ্দেশত বশিষ্ঠদেৱৰ ওচৰলৈ গৈ পতিৰ মঙ্গল কামনাত তেওঁৰ ঔৰসত অশ্মক নামা পুত্ৰ উৎপাদন কৰিছিল। আৰু চোৱা, মহৰ্ষি বেদব্যাস কুৰুবংশ ৰক্ষাৰ কাৰণে আমাৰ পিতাৰ ক্ষেত্ৰত আমালোকক জন্ম দিছিল। হে অনিন্দিতে! তুমি এইবোৰ কথা বিবেচনা কৰি মোৰ বাক্য পালন কৰা। মই পুত্ৰ সুখ দৰ্শনৰ বাবে নিতান্ত উৎসুক হৈছোঁ। এইবাবে মই কৃতাঞ্জলি হৈ তোমাক অনুৰোধ কৰিছোঁ, তুমি তপস্যা

আৰু স্বাধ্যায়-সম্পন্ন কোনো ব্ৰাহ্মণৰ দ্বাৰা গুণৱান পুত্ৰৰ মাতৃ হোৱা। তেতিয়া হ'লে মই পুত্ৰৱান লোকৰ যি উৎকৃষ্ট গতি তাক লাভ কৰিব পাৰিম।

পাণ্ডুয়ে এইদৰে বুজোৱাত পতিপ্ৰাণা কুন্তীয়ে ক'লে যে মই পিতৃগৃহত থাকোঁতে বাল্যকালত অতিথি সৎকাৰত নিযুক্ত আছিলোঁ। সেই সময়ত দৈৱ যোগে কোনো একদিন পৰম ধাৰ্মিক জিতেন্দ্ৰিয় মহৰ্ষি দুৰ্বাসা তালৈ আহি আতিথ্য স্বীকাৰ কৰে। মই পৰম যত্ন আৰু সমাদৰেৰে তেওঁৰ পৰিচৰ্য্যা কৰিলোঁ। মহৰ্ষিয়ে মোৰ ভক্তি আৰু যত্নত পৰিতুষ্ট হৈ ক'লে "বাছা! মই তোমাৰ পৰিচৰ্য্যাত পৰম তুষ্ট হৈছোঁ, এতিয়া তোমাক এটি মহামন্ত্ৰ দান কৰিম - তুমি তাক গ্ৰহণ কৰা। তুমি এই মন্ত্ৰ উচ্চাৰণ কৰি যি দেৱতাকে আহ্বান কৰিবা, সেই দেৱতাই তৎক্ষণাৎ তোমাৰ ওচৰলৈ আহি তোমাক পুত্ৰৱতী কৰিব। ব্ৰাহ্মণৰ বাক্য অব্যৰ্থ। চাওক, এতিয়া সেই মন্ত্ৰ প্ৰয়োগৰ সময় উপস্থিত হৈছে। আপুনি আজ্ঞা কৰক মই কোন্ দেৱতাক আহ্বান কৰিম। আপোনাৰ আদেশ পালেই আপোনাৰ অভিলাষিত সন্তান উৎপাদন কৰিম।

ৰাজৰ্ষি পাণ্ডু কুন্তীবাক্য শুনি অতিশয় আহ্লাদিত হৈ ক'লে - সুন্দৰি! দেৱতাসকলৰ ভিতৰত ধৰ্মই সৰ্বাপেক্ষা শ্ৰেষ্ঠ; তেৱোঁই প্ৰকৃত পুণ্যভাজন, তেওঁকে আহ্বান কৰা।

কুন্তীয়ে স্বামীৰ আদেশ অনুসাৰে বিবিধ উপাচাৰেৰে ধৰ্মৰ উদ্দেশ্যে পূজা সমাপন কৰি দুৰ্বাসাই দান কৰা মন্ত্ৰ জপ কৰিবলৈ ধৰিলে।

মন্ত্ৰৰ প্ৰভাৱত ধৰ্মদেৱ তেজোময় বিমানত উঠি উপস্থিত হলহি আৰু কুন্তীৰ অভিপ্ৰায় জানি যোগমূৰ্ত্তি ধাৰণ কৰি কুন্তীৰ গৰ্ভত গৰ্ভধান কৰিলে। যথাকালত কাতিমাহৰ শুক্লপক্ষৰ পঞ্চমী তিথিত জ্যেষ্ঠা নক্ষত্ৰত অভিজিৎ মুহূৰ্ত্তত কুন্তীৰ এক পুত্ৰ ভূমিষ্ঠ হ'ল।

সেই সময়ত দৈৱবাণী হ'ল "পাণ্ডুৰ এই প্ৰথম পুত্ৰ যুধিষ্ঠিৰ নামে খ্যাত হব। এওঁ পৰম ধাৰ্মিক বিক্ৰমশালী যশস্বী তেজস্বী আৰু ব্ৰতচাৰী নৰপতি হব।"

ৰাজৰ্ষি পাণ্ডুৱে সেই পৰম ধৰ্মিক পুত্ৰ লাভ কৰি এটি অমিত বলশালী পুত্ৰ লাভৰ কাৰণে কুন্তীক অনুনয় কৰিলে। কুন্তীয়ে স্বামীৰ আজ্ঞা পালন কৰিবৰ কাৰণে মহৰ্ষি প্ৰদত্ত মন্ত্ৰ পাঠ কৰি বায়ু দেৱতাক আহ্বান কৰিলে। বায়ু তৎক্ষণাৎ এটি মৃগৰ পিঠিত উঠি কুন্তীৰ ওচৰত উপস্থিত হৈ কুন্তীক সুধিলে — কুন্তি! কি নিমিত্তে তুমি মোক আহ্বান কৰিলা? তোমাক কি অভীষ্ট বৰ দিব লাগিব?

লজ্জানম্ৰমুখী কুন্তীয়ে ঈষৎ হাঁহিৰে ক'লে, হে সুৰশ্ৰেষ্ঠ! আপুনি অনুগ্ৰহ কৰি মোক এটি মহাবলাক্ৰান্ত, মহাকায়, দৰ্পবিনাশকাৰী পুত্ৰ সন্তান দান কৰক।

বায়ুয়ে কুন্তীৰ প্ৰাৰ্থনা অনুসাৰে তেওঁৰ গৰ্ভত সেই প্ৰকাৰ পুত্ৰ উৎপাদন কৰিলে।

স্বামীৰ সম্মতি পায়া অনুমতি
বায়ুক দিলা আহ্বান।।
পৱনৰ সুত পৰম যুগুত
ৰূপৱন্ত গুৰুতৰ।
গুণৰ সাগৰ যেন শশধৰ
উদয় যেন ভাস্কৰ।। ১০৪৭ (মহাঃ আদিঃ)

এই পুত্ৰৰ নাম হ'ল ভীম। এদিনাখন কুন্তীৰ কোলাৰ পৰা শিশু ভীম শিলৰ ওপৰত পৰি গ'ল। তাতে শিল চূৰ্ণ হৈ গ'ল কিন্তু ভীমে একো আঘাত নাপালে। তাকে দেখি সকলো বিস্মিত হৈ গৈছিল। এই ভীমৰে আন এটি নাম বৃকোদৰ হৈছিল। ইফালে যি দিনাই ভীমৰ জন্ম হৈছিল, সিদিনাই হস্তিনাপুৰত ধৃতৰাষ্ট্ৰৰ প্ৰথম পুত্ৰ দুৰ্য্যোধনৰ জন্ম হৈছিল।

ভীমৰ জন্মৰ পাছত পাণ্ডুৱে চিন্তা কৰিব ধৰিলে কেনেকৈ মোৰ সৰ্বলোক শ্ৰেষ্ঠ এক পুত্ৰ জন্মিব? ইন্দ্ৰই দেৱতা সকলৰ ৰজা আৰু অপৰিমেয় বলবীৰ্য্য সম্পন্ন। মই তপস্যাৰ দ্বাৰা তেওঁক সন্তুষ্ট কৰি এক বলশালী পুত্ৰ প্ৰাৰ্থনা কৰিম।

পাণ্ডুৱে সৰ্বলোক শ্ৰেষ্ঠ পুত্ৰ লাভৰ বাবে তপস্যা কৰি ইন্দ্ৰক সন্তুষ্ট কৰিলে আৰু পুনৰায় কুন্তীক অনুনয় কৰি ইন্দ্ৰৰ পৰা তৃতীয় পুত্ৰ লাভ কৰিলে। এই পুত্ৰৰ নাম হ'ল অৰ্জ্জুন।

ৰজা পাণ্ডুৰ অনুৰোধত কুন্তীয়ে সেই মন্ত্ৰ উচ্চাৰণ কৰি মাদ্ৰীক কোনো এজন দেৱতাক স্মৰণ কৰিবলৈ ক'লে। মাদ্ৰীয়ে যুগল দেৱতা অশ্বিনী কুমাৰ দ্বয়ক আহ্বান কৰি নকুল আৰু সহদেৱে এই যমজ পুত্ৰদ্বয় লাভ কৰিলে।

## পাণ্ডুৰজাৰ মৃত্যু ঃ

ইফালে হস্তিনাপুৰতো ধৃতৰাষ্ট্ৰৰো গান্ধাৰীৰ গৰ্ভত এশ পুত্ৰৰ জন্ম হ'ল। ধৃতৰাষ্ট্ৰৰ পুত্ৰ বিলাকৰ ভিতৰত দুৰ্য্যোধন আৰু দুঃশাসন সমধিক বিখ্যাত। ধৃতৰাষ্ট্ৰৰ এটি কন্যাও হৈছিল - নাম আছিল দুঃশলা। যথাকালত সিন্ধুৰাজ জয়দ্ৰথৰ লগত এওঁৰ বিবাহ হৈছিল।

মহাপতি পাণ্ডুৱে দেৱতুল্য পঞ্চপুত্ৰ লাভ কৰি পৰমসুখে কিছুদিন অতিবাহিত কৰিলে। বসন্ত কালত কোনো এদিনা খন বনৰ মাজত ৰজা পাণ্ডু মাদ্ৰীৰ লগত ভ্ৰমণ কৰি কৰি বনৰ শোভা আৰু মাদ্ৰীৰ ৰূপ লাৱণ্য নিৰীক্ষণ কৰি মোহিত হয় আৰু চঞ্চলাচিত্ত হৈ বলপূৰ্বক পত্নীক আলিঙ্গন কৰিলে; মাদ্ৰীয়ে পুনঃ পুনঃ নিষেধ কৰা সত্বেও নিবৃত্ত নহ'ল। দৈৱ নিৰ্বন্ধ অখণ্ডনীয়, ৰজাই মৃগশাপ পাহৰি গ'ল। মাদ্ৰীক আলিঙ্গন কৰা মাত্ৰকে ৰজাৰ প্ৰাণবিয়োগ হ'ল। তেতিয়া

মাদ্ৰীয়ে উচ্চৈঃস্বৰে কান্দিব ধৰিলে। কুন্তীয়ে অকলে ওচৰলৈ গৈ দেখিলে যে ৰজা পাণ্ডুৰ মৃতদেহ আলিঙ্গন কৰি আছে আৰু মাদ্ৰীয়ে কান্দিব ধৰিছে।

মাদ্ৰীয়ে সকাতৰে কুন্তীক ক'লে - দেবি! মোৰ অপৰাধ নাই, মই বাৰম্বাৰ নিষেধ কৰিলেও দুৰ্দ্দৈবশতঃ ৰজাই মৃগশাপ পাহৰি নিজক সংযত কৰিব পৰা নাই। দৈৱ অলঙ্ঘনীয়, সেইবাবে ৰাজৰ্ষিৰ মতিভ্ৰম ঘটিল।

তেতিয়া কুন্তীয়ে কান্দি কান্দি ক'লে - ভদ্ৰে! যি হবৰ হৈ গৈছে। মই জ্যোষ্ঠা পত্নী, শ্ৰেষ্ঠ কৰ্মফল মোৰেই প্ৰাপ্য। মই পতিৰ সহগমন কৰিম। তুমি বালক বিলাকক প্ৰতিপালন কৰিবা।

মাদ্ৰীয়ে ক'লে - বাইদেও! এওঁ মোৰ কাৰণেই প্ৰাণ ত্যাগ কৰিছে। যমৰ ঘৰলৈও সেই কাৰণে ময়ে তেওঁক সহগমন কৰিম। মোক বাধা নিদিবা - মই এইটো ভিক্ষা কৰিছোঁ যেন মহাৰাজৰ দেহৰ লগত মোৰ দেহও দগ্ধ কৰা হয়। মোৰ পুত্ৰ দুটিক যেন প্ৰতিপালন কৰা।

মাদ্ৰীয়ে এই বুলি কৈ পাণ্ডুৰ মৃত দেহটোক আলিঙ্গন কৰি প্ৰাণ ত্যাগ কৰিলে।

ইয়াৰ পাছত শতশৃঙ্গ নিবাসী মহৰ্ষিসকলে পাণ্ডুৰ আৰু মাদ্ৰীৰ মৃতহেদ হস্তিনাপুৰ নগৰলৈ লৈ আহিল। লগে লগে পাণ্ডুৰ পাঁচপুত্ৰ আৰু কুন্তী দেবীও আহিল।

পাণ্ডু আৰু মাদ্ৰীৰ প্ৰেত কাৰ্য্য সুসম্পন্ন হৈ গ'ল। তাৰপাছত পাণ্ডুৰ পুত্ৰ আৰু ধৃতৰাষ্ট্ৰৰ পুত্ৰসকলে আনন্দেৰে মিলি জুলি বাল্যক্ৰীড়া কৰি থাকিবলৈ ধৰিলে।

# ভীম আৰু দুৰ্য্যোধন

ভীম আছিল অতি বলৱান; সেই কাৰণে ভীমে কেতিয়াবা কেতিয়াবা বলেৰে দুৰ্য্যোধন আদিক টানি নি পৰস্পৰৰ মূৰ ঠোকা ঠুকি কৰি ঘঁহি দিছিল, কেতিযাবা বা কোনো কোনো জনক মাটিত পেলাই লৈ চোঁচোৰাই নিছিল আৰু কেতিয়াবা জলক্ৰীড়াৰ সময়ত একেলগে দহজনক ধৰি পানীত ডুবাই দিছিল আৰু উশাহ নিশাহ বন্ধ হৈ অচেতন হোৱাৰ উপক্ৰম হোৱা যেন দেখিলে এৰি দিছিল। দুৰ্য্যোধন আৰু তেওঁৰ ভ্ৰাতৃ সকলে গছত উঠিলে ভীমে গছ জোপা জোকাৰি দি সিহঁতক মাটিত পেলাই দি আহত কৰিছিল। ভীমে ৰঙৰ ছলতে এইবোৰ কৰিছিল কিন্তু দুৰ্য্যোধনাদিৰ মনত ইয়াৰ পৰাই পাণ্ডৱ সকলৰ বিৰুদ্ধে বিদ্বেষৰ বীজ অঙ্কুৰিত হ'ল; বিশেষকৈ দুৰ্য্যোধনে ভীমৰ লগত বলেৰে সমকক্ষ নোহোৱাত কৌশলেৰে ভীমৰ প্ৰাণহানিৰ চেষ্টা কৰিবলৈ ধৰিলে।

ধৃতৰাষ্ট্ৰৰ পুত্ৰবিলাকৰ ভিতৰত দুৰ্য্যোধনেই আছিল সৰ্বজ্যেষ্ঠ আৰু আছিল অধিকতৰ ক্ৰূৰ, দুৰ্ম্মতি, পাপিষ্ঠ আৰু ঐশ্বৰ্য্য লোভী। সেই দুৰাত্মাই ভীমসেনৰ অপৰিসীম পৰাক্ৰম দেখি আতিশয় উদ্বিগ্ন হৈ মনে মনে চিন্তা কৰিবলৈ ধৰিলে— কুন্তীৰ মধ্যম পুত্ৰ ভীমসেন বৰ বলী আৰু বিক্ৰমশালী। সি অকলে আমাৰ এশ ভাইক হেলাৰঙে জয় কৰিব পাৰে। অতএৱ ভীমে যেতিয়া ফুলৰ বাগিচাত টোপনি যাই থাকিব তেতিয়া তাক ধৰি নি গঙ্গাত পেলাই দিম; তেতিয়া হে অৰ্জ্জুনক আৰু জ্যেষ্ঠ ভ্ৰাতা যুধিষ্ঠিৰক বন্দী কৰি ৰাখি অনায়াসে সসাগৰা পৃথিবী শাসন কৰিব পাৰিম। পাপাত্মা দুৰ্য্যোধনে মনে মনে এই ৰূপ দুষ্ট অভিসন্ধি কৰি মহাত্মা ভীমসেনৰ অনিষ্ট সাধনৰ সুযোগ বিচাৰিবলৈ ধৰিলে।

ভীমসেনে যে এইবোৰ খেলা ৰঙৰ ছলেৰে কৰিছিল তাক কৌৰৱ সকলে বা দুৰ্য্যোধনে নুবুজা কৈ থকা নাছিল; কিন্তু দুৰ্য্যোধনৰ মনত পাণ্ডৱ সকলৰ আগমনত সেই বাল্য কালৰ পৰাই ভয় সোমাইছিল; কাৰণ ৰজা প্ৰকৃততে পাণ্ডু হে আছিল, ধৃতৰাষ্ট্ৰ অন্ধ হোৱা বাবে ৰজাৰ মান সম্মান পালেও আচল ৰাজপাট পোৱা নাছিল আৰু সেইবাবে হস্তিনাপুৰৰ ৰাজসিংহাসন যুধিষ্ঠিৰৰ হে প্ৰাপ্য হৈ উঠিছিল। ৰজাৰ পুত্ৰ হে ৰজা হয়। দুৰ্য্যোধনৰ চিন্তালৈ এই কথা আহিছিল. সেইবাবে দুৰ্য্যোধনে মনে মনে বিচাৰ কৰিছিল - যে কিবা প্ৰকাৰে ভীমৰ প্ৰাণহানি কৰিব পাৰিলে অৰ্জ্জুন আৰু যুধিষ্ঠিৰক বান্ধি থৈ সাসাগৰা পৃথিবী ভোগ কৰিব পাৰিব।(১) ভীমৰ এইপ্ৰকাৰ নিৰ্দ্দোষ ক্ৰীড়া কৌতুক আৰু দুৰ্য্যোধনৰ সম্পত্তিৰ বা

---

তং তু সুপ্তং পুৰোদ্যানে গঙ্গায়াং প্ৰক্ষিপামহে। অথ তস্মাদ[illegible]জং শ্ৰেষ্ঠ স্নৈব যুধিষ্ঠিৰম্। প্ৰসহ্য বন্ধনে বদ্ধা প্ৰশাসিষ্যে বসুন্ধাৰাম্। আদি পৰ্ব ১২৮ অধ্যায় - ২৯।৩০।। প্ৰসহ্য - বলাৎ কাৰেণ

ৰাজ্যৰ লালসাই এইদৰে কুৰু পাণ্ডৱৰ মাজত ভৱিষ্যতত বিৰোধ আৰু যুদ্ধৰ কাৰণ হৈছিল।

সি যি নহওক, দুৰ্মতি দুৰ্য্যোধনে নিজৰ দুষ্ট অভিসন্ধি সফল কৰিবৰ সময়ত জলক্ৰীড়া উৎসৱ পাতিবৰ মনস্থ কৰি গঙ্গাৰ পাশত বস্ত্ৰ আৰু কম্বলাদিৰ দ্বাৰা বিচিত্ৰ কুটিৰ বোৰ নিৰ্মাণ কৰিলে আৰু নানা প্ৰকাৰে সুসজ্জিত কৰি তুলিলে। বালক বিলাকৰ কাৰণে নানাবিধ সুমিষ্ট খাদ্যৰ আয়োজন কৰিলে। দুৰ্য্যোধনে আগৰে পৰা কিছুমান খাদ্য বস্তুত বিষ মিহলি কৰি থৈছিল আৰু ভীমেও লোভত পৰি সেই বিষসনা খাদ্য প্ৰচুৰ পৰিমানে ভক্ষন কৰিলে। ক্ৰীড়াৰ উৎসৱ শেষ হোৱাত সকলো বিলাক বালক শিবিৰত বিশ্ৰাম কৰিবলৈ গ'ল আৰু ভীম বিষক্ৰিয়াৰ প্ৰভাৱত অচেতন হৈ নদীৰ পাৰতে পৰি থাকিল। সেই সময়ত দুৰ্য্যোধনে ভীমক লতাৰে বান্ধি পানীত পেলাই দিলে।

পানীৰ তলত আছিল কিছুমান সাপ। ভীমৰ দেহ সেই সাপ বা নাগবিলাকৰ ওপৰত পৰাত সিহঁত আহত হ'ল আৰু ভীমক দংশন কৰিলে। সেই নাগবিলাকৰ দংশনত ভীমৰ উদৰত থকা বিষ নষ্ট হৈ গ'ল। সেই সংবাদ পাই নাগৰাজ বাসুকি তৎক্ষণাৎ সেই স্থানত উপস্থিত হ'ল। ভীমৰ মাতামহ কুন্তিভোজ নাগৰাজৰ দৌহিত্ৰ। নাগৰাজে ভীমৰ পৰিচয় জানিব পাৰি নাগলোকলৈ আনি অমৃতকুণ্ডৰ ৰস পান কৰিবলৈ দিলে। ভীমে ক্ৰমে আঠোটা কুণ্ডৰ ৰস পান কৰি অযুত নাগৰ সমান বল লাভ কৰিলে। তাৰ পাছত তেওঁ নাগদত্ত দিব্য শয্যাত নিদ্ৰিত হৈ পৰিল।

ইফালে কুমাৰ বিলাকে ভীমক নেদেখি ভীম পূৰ্বেই ৰাজধানীলৈ গৈছে বুলি ভাবি সকলোৱে হস্তিনাপুৰলৈ আহিল। দুৰ্য্যোধনত বাজে কোনেও ভীমৰ অন্তৰ্দ্ধানৰ কাৰণ জানিব নোৱাৰিলে।

ৰাজধানীলৈ আহি যুধিষ্ঠিৰে ভীমক নেদেখি মাতৃ কুন্তীক সুধিলে - মাতঃ বৃকোদৰ যে ঘৰলৈ আহিছে, তাকতো দেখিবলৈ পোৱা নাই। তেন্তে সি ক'লৈ গ'ল? আমি তাক বন উদ্যানত তন্ন তন্নকৈ বিচাৰি চাইছোঁ। বিচাৰি নাপাই আমি ভাবিলোঁ যে সি নিশ্চয় আগতে ঘৰলৈ আহিছে। ইয়াতো তাক দেখিবলৈ নাপাই মন বৰ ব্যাকুল হৈছে। সি ইয়ালৈ আহি আন কোনো ঠাইলৈ যোৱা নাইতো নাইবা আপুনি তাক কোনো ঠাইলৈ পঠোৱা নাইতো?

কুন্তীয়ে উত্তৰ দিলে ভীমতো ঘৰলৈ অহা নাই। হায়! কি বা অঘটন ঘটিল। তুমি বাকী তিনিজন ভাইক লগত লৈ অন্বেষণ কৰা। তেওঁলোকে বিচাৰি চাই ভীমক ক'তো লগ নাপালে আৰু কোনেও ভীমৰ একো সন্ধান দিব নোৱাৰিলে।

কেহো জনে আৰ কহন্ত নহৈলা
ভীম গৈলা কোন ভিতি।

নগৰে বজাৰে সঘনে বিচাৰে
ধনঞ্জয় মহামতি।। ১৩৯৮
সহদেৱে চাই ফুৰে ঠাই ঠাই
নকুলে বিচাৰে বনে।
লোকত পুছয় কহিয়ো নিশ্চয়
ভীমক দেখিলা কোনে।।
ধৰ্মে বিচাৰয় কহিয়ো নিশ্চয়
কহন্তা নাইলা কেৱ। ১৩৯৯

চঞ্চল চিত্তা হৈ কুন্তীয়ে বিদুৰৰ ওচৰলৈ আহি কবলৈ ধৰিলে— হে বিদুৰ! আজি কুমাৰ বিলাক একত্ৰ হৈ উদ্যান বিহাৰ কৰিবলৈ গৈছিল, সকলোৱে ঘূৰি আহিছে, কিন্তু ভীম এতিয়ালৈকে অহা নাই। সি ক'ত আছে কোনেও একো কব নোৱাৰে। দুৰ্ম্মতি দুৰ্য্যোধনে তাক দেখিব নোৱাৰে। সেই দুৰাত্মা অতি ক্ৰূৰ, একান্ত নীচাশয়, ৰাজ্যলুব্ধ আৰু অতিশয় নিৰ্লজ্জ। হয়তো সেই পাপাত্মাই ভীমক বিনাশ কৰিছে।

বিদুৰে ক'লে - হে কল্যাণি! দুৰ্য্যোধন সম্বন্ধে এনে মনোভাৱ কেতিয়াও প্ৰকাশ নকৰিবা, সেই দুৰাত্মা ক্ৰুদ্ধ হ'লে আৰু বেছি অনিষ্ট কৰিব পাৰে। মহামুনি বেদব্যাসে কৈছে পাণ্ডৱ বিলাক দীৰ্ঘায়ু হ'ব - ভীম নিশ্চয় ঘূৰি আহিব। ব্যাসদেৱৰ কথা কেতিয়াও মিছা নহয়।

অষ্টম দিনৰ দিনা ভীম ঘূৰি আহিল আৰু মাতৃ আৰু ভ্ৰাতৃসকলৰ আগত উপস্থিত হ'ল। ভীমৰ পৰা সকলো বৃত্তান্ত জানি যুধিষ্ঠিৰে ভীমক আৰু আন ভ্ৰাতৃকেইজনক ক'লে তোমালোকে এই কথা কেতিয়াও প্ৰকাশ নকৰিবা। তেতিয়াৰ পৰা পাণ্ডৱসকল সবিশেষ সাৱধানে থাকিল।

দুৰ্য্যোধনে পুনৰায় এদিন গোপনে ভীমৰ খাদ্যদ্ৰব্যত তীক্ষ্ণ বিষ মিহলাই থৈছিল কিন্তু বৈশ্যাপুত্ৰ যুযুৎসুই সেইটো জানি ভীমক সাৱধান কৰি দিছিল; তথাপি ভীমে সেই খাদ্য খাই জীৰ্ণ কৰি পেলাইছিল।

কিছুদিন পাছত কৌৰৱ আৰু পাণ্ডৱসকলৰ অস্ত্ৰশিক্ষাৰ বাবে দ্ৰোণাচাৰ্য্যও গুৰু নিযুক্ত হ'ল। ইতিপূৰ্বে কেৱল কৃপাচাৰ্য্যৰ ওচৰত কুমাৰ সকলে অস্ত্ৰ শিক্ষা কৰিছিল। কৃপাচাৰ্য্যৰ ভনীয়েকক দ্ৰোণাচাৰ্য্যই বিবাহ কৰিছিল। গুৰু দ্ৰোণাচাৰ্য্যৰ ওচৰত অস্ত্ৰবিদ্যা শিক্ষা কৰিবলৈ সূতৰাজ অধিৰথে তেওঁৰ পালিত পুত্ৰ কৰ্ণকো পঠালে। কৰ্ণ দুৰ্য্যোধনাদিৰ লগত বিশেষভাৱে বন্ধুত্ব সূত্ৰত আবদ্ধ হ'ল আৰু পাণ্ডৱসকলৰ প্ৰতি বিদ্বেষভাবাপন্ন হবলৈ ধৰিলে। বিদ্বেষৰ কাৰণ হৈছে— ভীম আৰু অৰ্জ্জুন অতিশয় বলৱান্, অৰ্জ্জুন সৰ্বশ্ৰেষ্ঠ বীৰ হৈছে বুলি সকলোৱে স্বীকাৰ

কৰে আৰু যুধিষ্ঠিৰৰ সততা আৰু ধৰ্মভাৱৰ বাবে সৰ্বসাধাৰণ প্ৰজাই পাণ্ডৱ সকলক বেছি ভাল পায়।

তদুপৰি যুধিষ্ঠিৰেই ৰাজ্যৰ প্ৰকৃত উত্তৰাধিকাৰী। প্ৰজাবিলাকেও কি সভামণ্ডলত, কি চাৰি পাঁচজন একত্ৰে বহা বৈঠকত নগৰে বজাৰে সৰ্ব্বত্ৰ ক'বলৈ ধৰিলে যে পাণ্ডুৰ জ্যেষ্ঠ পুত্ৰ যুধিষ্ঠিৰেই ৰাজ্য পাবৰ উপযুক্ত। প্ৰজ্ঞাচক্ষু ৰজা ধৃতৰাষ্ট্ৰ জন্মান্ধ বুলি পূৰ্বে ৰাজ্য পোৱা নাই। সত্যপ্ৰতিজ্ঞ মহাব্ৰত শান্তনু নন্দন ভীষ্মই ৰাজ্য গ্ৰহণ নকৰে বুলি পূৰ্বেই প্ৰতিজ্ঞা কৰিছে; অতএৱ আমি যুদ্ধ বিশাৰদ তৰুণবয়স্ক ধৰ্মাত্মা পাণ্ডৱ বিলাকৰ জ্যেষ্ঠ যুধিষ্ঠিৰকে ৰাজ্যত অভিষিক্ত কৰিম। তেওঁ ধৰ্মাত্মা, সত্যশীল, কাৰুণ্যসম্পন্ন আৰু বেদবিৎ। তেওঁ নিশ্চয় ভীষ্মক আৰু ধৃতৰাষ্ট্ৰক যথোচিত ভক্তি সন্মান কৰিব।

এইবোৰ কথা প্ৰজাৰ মুখৰ পৰা শুনিবলৈ পাই দুৰ্য্যোধনে পিতৃ ধৃতৰাষ্ট্ৰক কৈছে— পিতা! চাওক! পূৰ্বে মহাৰাজ পাণ্ডু গুণৱান বুলি পিতৃৰাজ্য পাইছিল আৰু আপুনি জন্মান্ধ বুলি জ্যেষ্ঠ হৈও ৰাজ্য নাপালে। এতিয়া যদি পাণ্ডুপুত্ৰ যুধিষ্ঠিৰে ৰাজ্য পায় তেন্তে পুত্ৰ পৌত্ৰাদিক্ৰমে ৰাজ্য পাণ্ডুবংশীয় বিলাকেই পাই থাকিব। আমি ৰাজবংশত থাকিও পুত্ৰ পৌত্ৰাদি ক্ৰমে জনগনৰ ওচৰত হীন অৱজ্ঞাৰ পাত্ৰ হৈ থাকিম।

## জতুগৃহ দাহ ঃ

প্ৰজ্ঞাচক্ষু ৰজা ধৃতৰাষ্ট্ৰই দুৰ্য্যোধনৰ কথা শুনি বিচলিত হ'ল আৰু মনত যথেষ্ট দুঃখ পালে। তেতিয়া দুৰ্য্যোধনৰ কথা শুনি বিচলিত হ'ল আৰু মনত যথেষ্ট দুঃখ পালে। তেতিয়া দুৰ্য্যোধন, কৰ্ণ, শকুনি আৰু দুঃশাসন এই কেইজনে একেলগে বহি মন্ত্ৰণা কৰিলে যে পাণ্ডৱ বিলাকক কৌশলেৰে বাৰাণৱতলৈ পঠিয়াই দিয়া হওক আৰু তাত তেওঁলোকক এনে এটা ঘৰ সাজি থাকিব দিয়া হওক, যিটো ঘৰত জুই লগাই দিলে তৎক্ষণাৎ পুৰি ভষ্মসাৎ হব আৰু পাণ্ডৱ বিলাকো তাতে পুৰি মৰিব। এই মন্ত্ৰণাই স্থিৰ হ'ল আৰু ৰজা ধৃতৰাষ্ট্ৰয়ো তাক অনুমোদন কৰিলে আৰু কৌশল কৰি যুধিষ্ঠিৰক সুমিষ্ট বাক্যেৰে মাতৃসহ বাৰাণৱত নগৰত কিছু দিন থাকি পুনঃ ঘূৰি আহিবলৈ বুলি আদেশ কৰিলে। ধৰ্মভীৰু যুধিষ্ঠিৰে মনে মনে যদিও ইয়াত কিবা দুৰভিসন্ধি আছে বুলি সন্দেহ কৰিছিল তথাপি জ্যেষ্ঠ পিতৃব্যৰ আদেশৰ সন্মান ৰক্ষা কৰি মাকক লগত লৈ তালৈ যাবলৈ মান্তি হ'ল। বিদুৰে এই কথাৰ সম্ভেদ পাই গোপনে যুধিষ্ঠিৰক সকলো খবৰ দিলে আৰু সাৱধানে থাকিবলৈ ক'লে।

বিদুৰো কৌৰৱ পাণ্ডৱৰ পিতৃব্য স্বৰূপ। মাতা সত্যৱতীৰ নিয়োগ ক্ৰমে

বিচিত্ৰবীৰ্য্যৰ প্ৰথমা মহিষীত ধৃতৰাষ্ট্ৰক উৎপাদন কৰিছিল। ঋষিবৰৰ পিঙ্গল বৰ্ণ জটা, কৃষ্ণ বৰ্ণ, উজ্জ্বল নয়ন-যুগল আৰু বিশাল শ্মশ্ৰু প্ৰভৃতি দেখি সহবাসৰ সময়ত অম্বিকাই চকু মুদিছিল - সেই বাবে ধৃতৰাষ্ট্ৰ জন্মান্ধ হৈছিল। জন্মান্ধ পুত্ৰ ৰাজ্যাধিকাৰী হ'ব নোৱাৰে কাৰণে সত্যৱতীয়ে পুত্ৰ ব্যাসদেৱক পুনঃ অম্বালিকাত পুত্ৰোৎপাদন কৰিবলৈ নিয়োগ কৰিলে আৰু অম্বালিকাক চকু নুমুদিবলৈ সাৱধান কৰি দিছিল। অম্বালিকা চকু নুমুদিলেও ঋষিবৰক দেখি ভয়তে বিষণ্ণা আৰু পাণ্ডুবৰ্ণা হৈছিল। সেইবাবে সেই পুত্ৰও পাণ্ডুবৰ্ণৰ হৈছিল আৰু তেওঁৰ নাম হৈছিল - পাণ্ডু। দুয়োবাৰে ব্যাসদেৱে পুত্ৰোৎপাদন কাৰ্য্য সম্পন্ন কৰি যাবৰ সময়ত ধৃতৰাষ্ট্ৰ জন্মান্ধ হ'ব আৰু অম্বালিকাৰ পুত্ৰ পাণ্ডুবৰ্ণ হ'ব বুলি কৈ গৈছিল। সেই কাৰণে সত্যৱতীয়ে ধৃতৰাষ্ট্ৰৰ মাতৃ অম্বিকাৰ পুনৰ্ব্বাৰ ঋতুকাল উপস্থিত হোৱাত দ্বৈপায়নৰ লগত সহযোগ কৰিবলৈ পুনঃ পুত্ৰবধূক আদেশ দিলে; কিন্তু অম্বিকাই ঋষিৰ মূৰ্ত্তি আৰু উগ্ৰগন্ধ চিন্তা কৰি শাহুয়েকৰ আদেশ নামানি এজনী সুন্দৰী দাসীক অলঙ্কৃতা কৰি ঋষিৰ ওচৰলৈ পঠাই দিলে। সেই দাসীয়ে ঋষিৰ ওচৰলৈ গৈ তেওঁক প্ৰণাম জনাই পৰম ভক্তি সহকাৰে তেওঁৰ শুশ্ৰূষা কৰিলে। ঋষিয়ে সহবাস সম্পন্ন কৰি সেই দাসীক ক'লে যে "হে শুভে! তোমাৰ গৰ্ভজাত পুত্ৰ অসাধাৰণ বুদ্ধিমান্ আৰু পৰম ধাৰ্মিক হ'ব। তেওঁৰ পৰাই তুমি দাসত্ব শৃঙ্খলৰ পৰা মুক্তি পাবা।" সেই পুত্ৰই বিদুৰ নামে বিখ্যাত হয়। কোনো এক সময়ত মাণ্ডব্য মুনিয়ে ধৰ্মৰাজক শাপ দিছিল। সেই শাপৰ ফলস্বৰূপে ধৰ্মৰাজে বিদুৰৰূপী হৈ শূদ্ৰানিৰ গৰ্ভত জন্ম লৈছিল। এইদৰে কুৰুবংশ ৰক্ষাৰ বাবে সত্যৱতীৰ নিয়োগত দ্বৈপায়নাৰ ঔৰসত বিচিত্ৰবীৰ্য্যৰ ক্ষেত্ৰত ধৃতৰাষ্ট্ৰ, পাণ্ডু আৰু বিদুৰৰ জন্ম হয়।

এই বিদুৰৰ পৰামৰ্শ আৰু যথাযোগ্য গোপন সাহায্যৰ কাৰণে পাণ্ডৱ সকলে কৌৰৱ পক্ষৰ লোকে জতুগৃহত অগ্নি সংযোগ কৰিবৰ সময় উপস্থিত নৌহওঁতেই নিজেই সেই গৃহত জুই লগাই দি মাকক লৈ পলায়ন কৰিলে।

একেতো গৃহদাহৰ ভয় তাতে আকৌ ৰাত্ৰিজাগৰণ। এই কাৰণে ভীম ব্যতীত বাকী কেইজনে দ্ৰুতবেগে পলায়ন কৰিবলৈ অসমৰ্থ হৈছিল। সেই কাৰণে মহাবলী ভীমে মাকক কান্ধত, নকুল আৰু সহদেৱক বোকোচাত আৰু যুধিষ্ঠিৰ অৰ্জ্জুনক দুয়োহাতে ধৰি বায়ুবেগে যাবলৈ ধৰিলে। ভীমৰ বুকুৰ আঘাতত গছতৰু ভাঙি গৈছিল আৰু ভৰিৰ খোজত ধৰাতল বিদীৰ্ণ হৈ গৈছিল।

যাইবে নুৰাৰয় গাৱ নচলয়
দেখি বীৰ বৃকোদৰ।
কাহাকো কাষত কাহাকো হাতত
কাহাকো কান্ধ উপৰে।।

মহাবেগে চলে শৰীৰৰ বলে
বৃক্ষশিলা চূৰ কৰি। ১৫৭৮/১৫৭৯ আদিঃ

## হিড়িম্ব বধ ঃ

পাছদিনা সন্ধ্যাসময়ত তেওঁলোকে এক নিবিড় অৰণ্যত প্ৰবেশ কৰিলে। পাণ্ডৱ বিলাক পৰিশ্ৰান্ত আৰু নিদ্ৰাতুৰ হৈ এজোপা বটগছৰ তলত শুই পৰিল, কুন্তীয়ে তৃষ্ণাতুৰা হৈ আৰ্ত্তনাদ কৰিব ধৰিলে। ভীমে এক সৰোবৰৰ পৰা পানী আনি দেখিবলৈ পালে যে মাতা আৰু ভাতৃবিলাক নিদ্ৰিত হৈছে। ভীমে তেতিয়া স্বয়ং জাগি থাকিল।

সেই ঠাইৰ ওচৰতে হিড়িম্ব নামে এক নৰমাংসাশী ৰাক্ষস আছিল। সি পাণ্ডৱ বিলাকক দেখি সিহঁতক বধ কৰি আনিবৰ বাবে তেওঁৰ ভগ্নী হিড়িম্বাক আদেশ কৰিলে।

হিড়িম্বা ৰাক্ষসী মহাবাহু কমল লোচন সুৰূপ যুৱা ভীমক দেখি মোহিত হৈ গ'ল আৰু এক কমিনীৰ ৰূপ ধাৰণ কৰি ভীমক ক'লে - মোৰ ভাই হিড়িম্ব ৰাক্ষসে তোমালোকক বধ কৰিবলৈ মোক পঠিয়াইছে। কিন্তু মই তোমাৰ ৰূপত মুগ্ধ হৈছোঁ, তুমি মোক বিয়া কৰা। মই সহায় হৈ তোমালোকক ৰক্ষা কৰিম।

হিড়িম্বা ৰাক্ষসী গৈ যি সময়ত পাণ্ডৱ বিলাকৰ ওচৰ পাইছিল সেই সময়ত ভীমসেনৰ মন মাতৃ আৰু ভ্ৰাতৃসকলৰ দুঃখত অত্যন্ত ক্ষোভিত হৈছিল। বৃহৎকায় অতিবলশালী ভীমকৰ্মা ভীমসেনৰ হৃদয় কিমান স্নেহপ্ৰৱণ, চিন্তাধাৰা কিমান মসৃণ আৰু নিৰাবৰণ সাহস কিমান দুৰ্জ্জেয় তাৰ পৰিচয় এই স্বগতঃ উক্তিত যেনেকৈ ফুটি ওলাইছে, সেইদৰে ফুটি উঠিছে এই পলায়ন যাত্ৰাত অসীম ধৈৰ্য্য আৰু অক্লান্ত পৰিশ্ৰমৰ শক্তিৰ পৰিচয়।

ভীমসেনৰ মাতৃ আৰু ভ্ৰাতৃসকলৰ অৱস্থা দেখি শোকৰ পৰিসীমা নোহোৱা হৈ গৈছে।

তেওঁ বিলাপ কৰি কবলৈ ধৰিলে - হায়; কি কষ্ট! কি মোৰ অদৃষ্ট। আজি ভ্ৰাতৃসকলক সুদা মাটিৰ ওপৰত শুই থকা দেখিবলৈ পাইছোঁ। বাৰণাৱত নগৰত দুগ্ধ-ফেন সন্নিভ শয্যাত শয়ন কৰিও যি বিলাকৰ টোপনি নাহিছিল, এতিয়া সেই বিলাকেই ভূমি শয্যাত শয়ন হৈ অনায়াসে প্ৰসুপ্ত হৈ আছে। হায়, কি পৰিতাপৰ বিষয়! আমৰ মাতৃ শত্ৰুঘাতী বাসুদেৱৰ ভনী, কুন্তিৰজাৰ পুত্ৰী, মহাৰাজ বিচিত্ৰবীৰ্য্যৰ বোৱাৰী আৰু পাণ্ডুৰজাৰ পত্নী যাৰ শ্বেত পদ্মৰ নিচিনা প্ৰভা, যি গৰাকী মাতৃয়ে ধৰ্ম, ইন্দ্ৰ আৰু বায়ুৰ পৰা আমাৰ নিচিনা সন্তান প্ৰসৱ কৰিছে, আজি মই সুকুমাৰ দেহিনী, মহামূল্য শয্যাত শয়নৰ যোগ্যা সেই কুন্তী দেৱীক ভূতলশায়িনী হৈ শুই থকা দেখিবলৈ পাইছোঁ; ইয়াতকৈ আৰু দুঃখৰ বিষয় কি

আছে? যি ধৰ্ম পৰায়ন যুধিষ্ঠিৰে ত্ৰিভূৱনৰ আধিপত্য পাবৰ যোগ্য, তেওঁ আজি পৰিশ্ৰান্ত হৈ ভূতলত শয়ন কৰি আছে। নবজলধৰৰ দৰে অলোকসামান্য কান্তি আৰু বৰ্ণ যাৰ, সেই অৰ্জ্জুনে আজি সাধাৰণ দৰিদ্ৰ লোকৰ দৰে ভূমি শয্যাত শয়ন কৰি আছে। ই কি সামান্য দুঃখৰ কথা! অশ্বিনী তনয় মাদ্ৰীনন্দন ৰূপৱান্ মোৰ এই দুই ভাই আজি সাধাৰণ লোকৰ দৰে মাটিত শুই আছে। ইয়াতকৈ দুঃখৰ কথা আন কি আছে? আমাৰ এনে হে দুৰদৃষ্ট যে আমাৰ পৰমাত্মীয় ধৃতৰাষ্ট্ৰই পুত্ৰৰ পৰামৰ্শ অনুসাৰে আমাক পুৰি মাৰিবৰ কাৰণে দেশৰ পৰা নিৰ্বাসিত কৰিছে। কেৱল দৈৱ অনুকূল থকা বাবেহে আমি ইমান দিন জীৱিত আছোঁ। দাৰুণ অগ্নিভয়ৰ পৰা পৰিত্ৰাণ পাইছোঁ সচাঁ, কিন্তু এতিয়াও এই নিবিড় অৰণ্যত প্ৰৱেশ কৰি কোন পথেদি কোন ফালে যাম বা কি কৰিম একোকে বুজিব পৰা নাই। হে কুৰুকুলকলঙ্ক দুৰাত্মন্ দুৰ্য্যোধন! তই ইমান দিনে কৃতাৰ্থ হৈছ। নিশ্চয় জানিলোঁ যে তোৰ ভাগ্যই সুপ্ৰসন্ন; কাৰণ পাণ্ডুৰ শ্ৰেষ্ঠ ধৰ্মাত্মা যুধিষ্ঠিৰে কুপিত হৈ মোক আদেশ দিয়া নাই, নহলে তেওঁৰ আদেশ পালে একবাৰ ইঙ্গিতেৰে অনুজ্ঞা দিলেও মই আজিয়েই তোক অমাত্য সহোদৰ কৰ্ণ আৰু শকুনি সহ যমৰ ঘৰলৈ পঠালোঁহেঁতেন।

আৰ প্ৰতিকাৰ কৌৰৱ সৱৰ<br>
এখনে কৰিতে পাৰো।<br>
ধৰ্মৰ মনত কোপ নুপজয়<br>
আতেসে কেৱলে হাৰো।। ১৫৮৩ আদি

মহাবল-পৰাক্ৰান্ত ভীমসেনে এইদৰে কৈ কৈ খণ্ডত উদ্দীপ্ত হৈ কম্পিত কলেবৰে হাতে হাত মুচৰিব ধৰিলে। পাছত তেওঁ ক্ষন্তেক কালৰ পাছতে নুমাই যাব ধৰা জুইৰ দৰে ক্ৰোধশূন্য হৈ সেই ঠাইতে বহি ইতৰ মানুহৰ দৰে শুই থকা মাতৃ আৰু ভ্ৰাতৃ কেইজনৰ ফালে চাই চাই কবলৈ ধৰিলে - বোধহয় এই বনৰ অলপ দূৰতে লোকালয় আছে। এতিয়া এওঁলোকে জাগি থাকিব লাগিছিল: কিন্তু এওঁলোক স্বচ্ছন্দে নিদ্ৰা গৈ আছে। এতিয়া কি কৰা যায়! ময়েই জাগি থাকোঁ, এওঁলোকে নিদ্ৰাৰ পাছত উঠি জল পান কৰিব। এইদৰে ভাবি ভীমসেনে স্বয়ং জাগি থাকিল।

ভীমসেনৰ চৰিত্ৰত মাতৃভক্তি, ভ্ৰাতৃস্নেহ আৰু জ্যেষ্ঠভ্ৰাতৃৰ প্ৰতি ভক্তি আৰু বাধ্যতা কিমান গভীৰ তাৰ পূৰ্ণ পৰিচয় ইয়াতেই পোৱা যায়।

এনেদৰে মনে মনে চিন্তা আৰু বিলাপ কৰি থাকোঁতে হিড়িম্বা ৰাক্ষসী ভীমৰ ৰূপত মুগ্ধা হৈ ভীমক বিবাহৰ কাৰণে অনুৰোধ জনালে। ভীমে তেতিয়া ক'লে - হে ৰাক্ষসি! মই তোমাৰ প্ৰস্তাৱ স্বীকাৰ নকৰোঁ।

ইতিমধ্যে ভগ্নীৰ বিলম্ব দেখি স্বয়ং হিড়িম্ব ৰাক্ষস আহি উপস্থিত হ'ল। প্ৰথমতে হিড়িম্ব ৰাক্ষসে ভগিনীৰ মানুহৰ ৰূপ দেখি তাইকে বধ কৰিবলৈ ওলাল।

তেতিয়া ভীমে ক'লে - ওৰে ৰাক্ষস! মই তাইক ৰক্ষা কৰিম, মোৰ লগত যুদ্ধ কৰ।

হিড়িম্বই ভীষণ বেগেৰে ভীমক আক্ৰমণ কৰিলে। ভীমে মাতা আৰু ভ্ৰাতৃসকলৰ নিদ্ৰাভঙ্গৰ ভয়ত ৰাক্ষসক বলেৰে আঁতৰলৈ লৈ গৈ তাৰ লগত যুদ্ধ আৰম্ভ কৰিলে। হিড়িম্বই মহাগৰ্জ্জন কৰিবলৈ ধৰিলে। তাতে কুন্তী আৰু পাণ্ডৱবিলাক জাগৰিত হ'ল।

হিড়িম্বাৰ পৰা সকলো বৃত্তান্ত শুনি যুধিষ্ঠিৰ অৰ্জ্জুন নকুল সহদেৱ সত্বৰে যুদ্ধস্থলত উপস্থিত হ'ল। অৰ্জ্জুনে ভীমৰ সহায়ৰ বাবে আগবাঢ়ি যোৱাত ভীমে তেওঁক নিষেধ কৰিলে আৰু ক'লে - ৰবা! ময়েই ইয়াক নিপাত কৰিম।

ভীমসেনে সেই ৰাক্ষসক উপৰলৈ তুলি মহাবেগেৰে ঘূৰাই ঘূৰাই মাটিত পেলাই দি বধ কৰিলে।

তাৰ পাছত কুন্তী আৰু পাণ্ডৱ সকল সেই ঠাইৰ পৰা প্ৰস্থান কৰিবলৈ ধৰিলে, হিড়িম্বাও তেওঁলেকৰ লগে লগে আহিব ধৰা দেখি ভীমে নিষেধ কৰিলে।

হিড়িম্বাই কুন্তীক প্ৰণাম কৰি ক'লে, হে মাতৃ! মই আপোনাৰ পুত্ৰক পতিত্বত বৰণ কৰিছোঁ। তেওঁ প্ৰত্যাখ্যান কৰিলে মই প্ৰাণত্যাগ কৰিম। আপুনি কৃপা কৰি ভীমসেনক মোৰ পাণি গ্ৰহণ কৰিবলৈ আদেশ দিয়ক।

ধৰ্মাত্মা যুধিষ্ঠিৰে মাতৃৰ অভিপ্ৰায় বুজি হিড়িম্বাক ক'লে- ভদ্ৰে! তোমাৰ অভিলাষ পূৰ্ণ হওক। তুমি দিনৰ ভাগত ভীমসেনক লৈ যথা ইচ্ছা গমন কৰিবা কিন্তু ৰাত্ৰিকালত তেওঁক আমাৰ ওচৰত আনি দিবা।

তেতিয়া ভীমে ক'লে - হে ৰাক্ষসি! মই মোৰ জ্যেষ্ঠ ভ্ৰাতাৰ অনুমতি ক্ৰমে তোমাৰ পাণি গ্ৰহণ কৰিম কিন্তু যিমান দিন পৰ্য্যন্ত তোমাৰ সন্তান নজন্মিব, সিমান দিনলৈকে হে মই তোমাৰ লগত বাস কৰিম।

হিড়িম্বাই তাকে স্বীকাৰ কৰিলে আৰু ভীমক লৈ কেতিয়াবা বা শৈলশৃঙ্গত, কেতিয়াবা বনদুৰ্গত, কেতিয়াবা সৰোবৰত, কেতিয়াবা তপস্বীৰ আশ্ৰমত ভ্ৰমণ আৰু বিহাৰ কৰি ফুৰিব ধৰিলে।

কিছুদিন পাছত হিড়িম্বাৰ এক মহাভুজ মহাধনুৰ্দ্ধৰ অমানুষ পুত্ৰ জন্মিল। তাৰ নাম ঘটোৎকচ ৰখা হ'ল। ঘট শব্দৰ অৰ্থ হাতীৰ মস্তক আৰু উৎকচ শব্দৰ অৰ্থ কেশ শূন্য; সেই পুত্ৰৰ মস্তক হাতীৰ মস্তকৰ নিচিনা কেশশূন্য আছিল। ৰাক্ষসী বিলাকে গৰ্ভধাৰণ মাত্ৰেই প্ৰসৱ কৰে। সেই পুত্ৰ মাতৃগৰ্ভৰ পৰা নিৰ্গত হোৱাৰ লগে লগে যৌৱন প্ৰাপ্ত আৰু শাস্ত্ৰ বিশাৰদ হৈছিল। পাণ্ডৱসকলে তাৰ প্ৰতি যাৰপৰ নাই স্নেহযুক্ত হ'ল।

তাৰ পাছত ৰাক্ষসীয়ে স্বামী সহবাসৰ সময় অতীত হৈছে বুলি বুজি কুন্তী আৰু যুধিষ্ঠিৰক প্ৰণাম কৰি বিদায় ললে।

ঘটোৎকচেও "এই ভৃত্য আপোনালোকৰ কাৰ্য্যকালত উপস্থিত হব" এই বুলি কৈ সকলোকে প্ৰণাম জনাই বিদায় ল'লে।

## এক চক্ৰাপুৰ গমন আৰু বকাসুৰ বধ ঃ

পাণ্ডৱ সকলে তপস্বীৰ বেশত বিভিন্ন দেশ ভ্ৰমণ কৰিলে। ক্ৰমে তেওঁলোকে মৎস্য, ত্ৰিগৰ্ত্ত, পাঞ্চাল, কীচক প্ৰভৃতি নানা দেশ অতিক্ৰম কৰিলে।

তাৰ পাছত এদিনাখন ব্যাসদেৱে তেওঁলোকৰ সহিত সাক্ষাৎ কৰি ক'লে - হে বাছা! দুৰ্য্যোধনে অধৰ্ম আচৰণ কৰি তোমালোকৰ এই দুৰ্দ্দশা ঘটাইছে। তোমালোক বিষণ্ণ নহবা— পৰিণামত পৰম সুখী হবা। তোমালোকে এতিয়া একচক্ৰা নগৰলৈ মোৰ লগতে আহা। পাণ্ডৱ সকল ব্যাসদেৱৰ লগত গ'ল আৰু ঋষিবৰৰ উপদেশত একচক্ৰা নগৰৰ কোনো এক ব্ৰাহ্মণৰ ঘৰত থাকিবলৈ ধৰিলে। "যথা সময়ত মই আকৌ আহিম" এই বুলি কৈ ব্যাসদেৱ গুচি গ'ল।

পাণ্ডৱ-সকলে ব্ৰাহ্মণ বেশে এক ব্ৰাহ্মণৰ ঘৰত একচক্ৰা নগৰত অতি সাৱধানে বাস কৰিব ধৰিলে। তেওঁলোকে দিবা ভাগত ভিক্ষা কৰি সন্ধ্যাৰ সময়ত মাকৰ ওচৰলৈ আহি ভিক্ষাত পোৱা বস্তু খিনি সমৰ্পন কৰিছিল। সেই ভিক্ষালব্ধ দ্ৰব্যৰ আধাখিনি ভীমে ভোজন কৰিছিল আৰু বাকী আধা আন কেইজনে ভগাই খাইছিল।

এদিনাখন ভীম মাকৰ ওচৰতে থাকিল আৰু অন্য ভ্ৰাতৃ অকল ভিক্ষাৰ বাবে ওলাই গ'ল। এনেতে যিঘৰ ব্ৰাহ্মণৰ ঘৰত তেওঁলোক থাকিছিল, সেই ঘৰৰ অন্তঃপুৰৰ পৰা ক্ৰন্দনৰ ৰোল শুনিবলৈ পালে। সেই ব্ৰাহ্মণৰ ঘৰত আছিল তেওঁ, তেওঁৰ পত্নী আৰু তেওঁৰ এক শিশুপুত্ৰ আৰু এক কন্যা। তিনিও জনে কান্দিব ধৰিছে যেন শুনা গ'ল।

কুন্তীয়ে গৈ ব্ৰাহ্মণীক সুধিলত বাহ্মণীয়ে উত্তৰ দিলে— হে দেবি! এই নগৰখনত বক নামে এক ৰাক্ষস আছে। তাৰ লগত আমাৰ এই নিয়ম বন্ধা আছে যে প্ৰতিদিন একজন লোক খাদ্যদ্ৰব্য লৈ সেই ৰাক্ষসৰ ওচৰলৈ যাব। সেই ৰাক্ষসে সেই খাদ্য দ্ৰব্য আৰু লোকজনক ভক্ষণ কৰিব। কাইলৈ আমাৰ পাল পৰিছে - আমাৰ ভিতৰত এজন যাব লাগিব। মোৰ শিশুপুত্ৰৰ আৰু কন্যাক থৈ মই যাব খেজোঁ, কিন্তু ব্ৰাহ্মণে নিজে যাব খোজে আৰু কন্যাও যাব খোজে।

তেতিয়া কুন্তী দেৱীয়ে ব্ৰাহ্মণক ক'লে - হে ব্ৰাহ্মণ! সেই ৰাক্ষসৰ ভয়ত আপুনি কোনো দুঃখ নকৰিব। আপুনি যাতে সেই দুৰাত্মাৰ হাতৰ পৰা ৰক্ষা পৰে, তাৰ উপায় মই স্থিৰ কৰিছোঁ। আপোনাৰ এটি মাত্ৰ পুত্ৰ সন্তান, সিও শিশুমাত্ৰ। কন্যাও মাত্ৰ এটি। কন্যাটি অতি সুশীলা। অতএৱ আপুনি কিম্বা আপোনাৰ পত্নী

নাইবা সিহঁত দুটিৰ কোনো এটিয়ে যোৱা উচিত নহ্বব। মোৰ পাঁচটি পুত্ৰ, তাৰে ভিতৰত এজনক আপোনাৰ হিতৰ কাৰণে ৰাক্ষসৰ খাদ্য দ্ৰব্যৰ সম্ভাৰ দি পঠাই দিম।

ব্ৰাহ্মণে ক'লে - হে শুভে! একে তো অপোনালোক ব্ৰাহ্মণ, তাতে আকৌ আমাৰ অতিথি। অতি অভদ্ৰ আৰু অধাৰ্মিক লোক বিলাকেও স্বীয় প্ৰাণৰক্ষাৰ বাবে অতিথি ব্ৰাহ্মণৰ প্ৰান নাশ নকৰে।

কুন্তীয়ে তেতিয়া উত্তৰ দিলে - হে ব্ৰহ্মাণ. আপুনি সত্য কথাকে কৈছে - আপোনাৰ মতৰ লগত মোৰ মত মিলে, বিশেষতঃ কোনো মাতৃৰ এশ পুত্ৰ থাকিলেও পুত্ৰৰ প্ৰতি মাতা পিতাৰ বিৰক্তি নজন্মে, কিন্তু মই যে মোৰ পুত্ৰক ৰাক্ষসৰ ওচৰলৈ পঠাবলৈ ওলাইছোঁ তাৰ কাৰণ মই বিশেষ ৰূপে জানোঁ। ৰাক্ষসে মোৰ সেই পুত্ৰক কেতিয়াও বিনাশ কৰিব নোৱাৰিব। মোৰ পুত্ৰ অতিশয় বলৱান্ তেজস্বী আৰু মন্ত্ৰসিদ্ধ। সি ৰাক্ষসৰ ওচৰলৈ তাৰ ভোজ্যদ্ৰব্যবোৰ লৈ যাব আৰু তাৰ হাতৰ পৰা আত্মৰক্ষা কৰি ঘূৰি আহিব তাত কোনো সন্দেহ নাই। মই নিজে স্বচক্ষে দেখিছোঁ বহুতো মহাকায় মহাবলাক্ৰান্ত ৰাক্ষস মোৰ সেই পুত্ৰৰ লগত সংগ্ৰাম কৰি সমৰশায়ী হৈছে। হে ব্ৰাহ্মাণ্! আপুনি এই কথা কাৰো আগত প্ৰকাশ নকৰিব, কাৰণ প্ৰকাশ হ'লে কৌতূহলাক্ৰান্ত হৈ বিদ্যাৰ্থীসকলে আহি মোৰ পুত্ৰবিলাকক বিৰক্ত কৰিব। কুন্তীৰ এই প্ৰকাৰ অমৃতোপম আশ্বাসবানী শুনি ব্ৰাহ্মণ নিজৰ ভাৰ্য্যাৰ সহিতে কুন্তী দেবীক পূজা কৰিবলৈ ধৰিলে। তাৰ পাছত কুন্তী আৰু ব্ৰাহ্মণ উভয়ে ভীমৰ ওচৰলৈ আহি ৰাক্ষস বধৰ বাবে ভীমক গমন কৰিবলৈ অনুৰোধ জনালে। ভীমে তেওঁলোকৰ অনুৰোধ ৰক্ষা কৰিবলৈ ততালিকে স্বীকাৰ কৰিলে।

সন্ধ্যা সময়ত যুধিষ্ঠিৰাদি চাৰি ভাই ভিক্ষা কৰি ঘূৰি আহিল। যুধিষ্ঠিৰে মাতৃকুন্তী, ব্ৰাহ্মণ আৰু ভীমসেনৰ আকাৰ প্ৰকাৰৰ পৰা সকলো বৃত্তান্ত বুজিব পাৰিলে। যুধিষ্ঠিৰে মাকক সুধিলে - মাতঃ! ভীমসেনে কি অসম সাহসিক কাৰ্য্য কৰিবলৈ উদ্যত হৈছে। সেই দুষ্কৰ কাৰ্য্য কৰিবলৈ ভীম নিজে প্ৰবৃত্ত হৈছে নে আপুনি তাক এই বিষয়ে অনুমতি দিছে? কুন্তী দেবীয়ে উত্তৰ দিলে - বাছা! ভীমসেনে মোৰ আজ্ঞাতে ব্ৰাহ্মণৰ উপকাৰৰ কাৰণে আৰু নগৰখনৰ হিত সাধনৰ কাৰণে এই কৰ্মত প্ৰবৃত্ত হৈছে।

যুধিষ্ঠিৰে তেতিয়া মাকক ক'লে — মা! আপুনি এই বিষয়ে ভীমক অনুমতি দি নিন্দনীয় আৰু নিজৰ অতিমাত্ৰ সাহসৰ কাৰ্য্য কৰিছে। আপুনি কি বাবে পৰৰ পুত্ৰক ৰক্ষা কৰিবলৈ গৈ নিজপুত্ৰৰ বিনাশৰ কাৰণ হৈ লোকবিৰুদ্ধ আৰু বেদ-বিৰুদ্ধ কাৰ্য্য কৰিবলৈ উদ্যত হৈছে? চাওক, যাৰ বাহুবল মাত্ৰ আশ্ৰয় কৰি দুৰ্জ্জনে গ্ৰাস কৰা ৰাজ্য পুনৰুদ্ধাৰৰ বাবে নিঃসন্দেহ হৈ আছো, যাৰ পৰাক্ৰমৰ কথা চিন্তা কৰি

দুৰাত্মা দুৰ্য্যোধন আৰু শকুনি ৰাতি নিদ্ৰাসুখৰ পৰা বঞ্চিত হৈ আছে, যাৰ বীৰ্য্য প্ৰভাৱত আমি জতুগৃহ আৰু অন্যান্য বিপদৰ পৰা ৰক্ষা পাইছোঁ, আমি যি মহাবীৰৰ পৰাক্ৰম মাত্ৰ অৱলম্বন কৰি এই সম্পদশালী ৰাজ্য হস্তগত কৰিবৰ বাসনা কৰি আছোঁ সেই মহাবল-পৰাক্ৰান্ত বৃকোদৰক আপুনি পৰিত্যাগ কৰিবলৈ প্ৰবৃত্ত হৈছে। বোধহয়, দুৰৱস্থাত পৰি আপেনাৰ বুদ্ধি বিবেচনা বিলুপ্ত হৈছে।

ধৰ্মপুত্ৰ যুধিষ্ঠিৰৰ এই মাতৃভৰ্ৎসনাই যুধিষ্ঠিৰৰ বিপদাপন্ন মানসিক অৱস্থাৰ চিত্ৰ আৰু আতঙ্ক ভালদৰে ফুটাই তুলিছে। বিপদগ্ৰস্ত লোকে পদে পদে আতঙ্কিত হৈ উঠে - মনৰ স্থৈৰ্য্য হেৰুৱাই পেলায়। আনফালে যুধিষ্ঠিৰতকৈ তেওঁৰ মাতৃয়েহে ভীমসেনৰ বলাবল সম্পৰ্কে বেছি স্থিৰ নিশ্চিত বুজা যায়। মাতৃ হৈ তেওঁ ভীমক ৰাক্ষসৰ সন্মুখীন হবলৈ আগবঢ়াই দিও শঙ্কিত হোৱা নাই। মাতৃবিলাকেহে পুত্ৰবিলাকক ভালদৰে চিনি পায়। কুন্তীয়ে যুধিষ্ঠিৰক কৈছে - বাছা যুধিষ্ঠিৰ! মই যে বুদ্ধি দৌৰ্ব্বল্যৰ দোষত এই কাৰ্য্য কৰিছোঁ সেইটো সন্দেহ নকৰিবা। যা৺ ঘৰত থাকি আমি নিৰাপত্তা পাইছোঁ সেই ব্ৰাহ্মণৰ প্ৰতি আমাৰ কৰ্ত্তব্য আছে- তেওঁক বিপদৰ পৰা মুক্ত কৰা আৰু তেওঁৰ উপকাৰৰ প্ৰত্যুপকাৰ কৰা আমাৰ নিতান্ত উচিত বুলি ভাবিয়েই মই কাৰ্য্যত প্ৰবৃত্ত হৈছোঁ। ভীম পৰাক্ৰম ভীমসেনৰ গাত অযুত হাতীৰ সমান বল আছে। ভীমসেন জন্মিবা মাত্ৰে মোৰ কোলাৰ পৰা গিৰিপৃষ্ঠত পৰি গৈছিল, পৰ্ব্বত তাৰ দেহৰ ভৰত চূৰ্ণ হৈ গৈছিল। অতএৱ তুমি উদ্বিগ্ন নহবা। এই কাৰ্য্যৰ দ্বাৰা আশ্ৰয় দাতা ব্ৰাহ্মণৰ উপকাৰ হব আৰু আমাৰ ধৰ্ম ৰক্ষা হব।

তাৰ পাছত যুধিষ্ঠিৰে মাকক কৈছিল - মাতঃ, আপুনি ব্ৰাহ্মণৰ উপকাৰৰ অৰ্থে ভাল কামকে কৰিছে। আপোনাৰ পুণ্যৰ বলতেই ভীমসেনে সেই নৰমাংস লোলুপ ৰাক্ষসক বধ কৰিব পাৰিব।

ৰাতি পুৱালত ভীমসেনে অন্ন লৈ গৈ ৰাক্ষসৰ ঘৰত উপস্থিত হৈ ৰাক্ষসৰ নাম উচ্চাৰণ কৰি তাক আহ্বান কৰি নিজেই সেই অন্ন ভোজন কৰিব ধৰিলে। তাকে দেখি ৰাক্ষসৰ ক্ৰোধ জ্বলি উঠিল আৰু ভোজন ৰত ভীমৰ পিঠিত চৰ ভুকু লাথি মাৰিব ধৰিলে। ভীমে সমস্ত অন্ন ভোজন শেষ নকৰালৈকে ৰাক্ষসৰ প্ৰতি দৃষ্টিমাত্ৰও কৰা নাছিল। ভোজন শেষ কৰি ৰাক্ষসৰ লগত যুদ্ধ কৰি ৰাক্ষসক নিহত কৰিলে।

ভীমৰ গাত অন্য বীৰতকৈ বেছি বলশক্তি আছিল, ইয়াৰ পৰাই সেইটো বুজিব পাৰি।

# জৰাসন্ধ বধ ঃ

পাণ্ডৱ সকল এই ব্ৰাহ্মণৰ ঘৰত থাকোঁতেই দ্ৰৌপদীৰ স্বয়ম্বৰ হয়। অৰ্জ্জুনে লক্ষ্যভেদ কৰিছিল ছদ্মবেশী ব্ৰাহ্মণৰ পৰিচয়তে। ক্ষত্ৰিয় ৰজা বিলাকে অপমানিত বোধ কৰি অৰ্জ্জুনৰ লগত যুদ্ধ আৰম্ভ কৰে। সেই সময়ত মহাবল-পৰাক্ৰান্ত ভীমসেনে হাতেৰে এজোপা ডাঙৰ গছ উঘালি লৈ তাৰ পাতবোৰ পেলাই দি লোকান্তক যমে যেনেকৈ ভীষণ দণ্ড গ্ৰহণ কৰে, সেইদৰে সেই বৃক্ষক দণ্ড ৰূপে লৈ অৰ্জ্জুনৰ কাষত থিয় দিলে। সেই স্বয়ম্বৰ সভাত কৃষ্ণ আৰু বলৰামো উপস্থিত আছিল। তেওঁলোকে ভীমৰ এই অদ্ভুত কাৰ্য্য দেখি তেওঁক ভীম বুলি চিনি পালে আৰু ধনু হাতত লৈ লক্ষ্যভেদী অৰ্জ্জুনক অৰ্জ্জুন বুলি চিনি পাই পাইছিল। বলদেৱে শ্ৰীকৃষ্ণক কৈছিল যে জতুগৃহ দাহৰ পৰা আমৰ পেহী পৃথা আৰু পাণ্ডৱবিলাক বিপদমুক্ত হৈছে সন্দেহ নাই। তাৰ পাছত তেওঁলোকে আঁতৰৰ পৰা যুধিষ্ঠিৰ আৰু নকুল সহদেৱকো চিনাক্ত কৰিব পাৰিছিল। সি যি নহওক কৃষ্ণৰ মধ্যস্থতাত সেই যুদ্ধ নিবাৰিত হৈছিল।

তাৰ পাছত দ্ৰৌপদীৰ লগত পঞ্চপাণ্ডৱৰ বিবাহ হৈ যায়। এই বিৱাহৰ সময়ত পাণ্ডৱবিলাক পুনঃ সকলোৰে পৰিচিত হৈ পৰিল। তেতিয়া কৌৰৱ বিলাকে পাণ্ডৱ সকলক বিনাযুদ্ধে ৰাজ্য এৰি নিদি যুদ্ধৰ মন্ত্ৰণা কৰিলে; কিন্তু ধৃতৰাষ্ট্ৰই পৰামৰ্শ দিলে যে ভীষ্ম দ্ৰোণ বিদুৰ কৰ্ণ আৰু দুৰ্য্যোধন এই পাঁচজনে সমবেত হৈ আলোচনা কৰি যিটো শ্ৰেয়কৰ হয় তাকে কৰিব লাগে। এই পাঁচজনৰ পৰামৰ্শ সভা বহিল আৰু ভীষ্মই ক'লে — পাণ্ডৱ বিলাকৰ লগত সংগ্ৰাম কৰা উচিত নহব; বৰং অৰ্দ্ধৰাজ্য দান কৰি তেওঁলোকৰ লগত সন্ধি কৰা উচিত হব, কাৰণ এই ৰাজ্য পাণ্ডৱ বিলাকৰ পৈতৃক ৰাজ্য। দুৰ্য্যোধনক ক'লে — "দুৰ্য্যোধন! তুমি ভাবিছা যে এই ৰাজ্য তোমাৰ পৈতৃক ৰাজ্য, সেইদৰে পাণ্ডৱ বিলাকেও ভাবিছে যে এই ৰাজ্য আমাৰ পৈতৃক ৰাজ্য। পাণ্ডৱ বিলাকে যদি ৰাজ্য নাপায়, তুমি কোন শাস্ত্ৰৰ বলত ৰাজ্য পাবা? অতএব বিবাদৰ প্ৰয়োজন নাই।" মহাত্মা বিদুৰেও ৰজা ধৃতৰাষ্ট্ৰক এইদৰে বুজনি দিলে।

পাণ্ডৱ সকলে অৰ্দ্ধৰাজ্য পালে আৰু খাণ্ডৱ প্ৰস্থত তেওঁলোকে ৰাজধানী পাতিলে। কিছুদিন পাছত যুধিষ্ঠিৰে শ্ৰীকৃষ্ণৰ ওচৰত ৰাজসূয় যজ্ঞ পাতিবৰ সংকল্প প্ৰকাশ কৰিলে।

শ্ৰীকৃষ্ণই ক'লে - হে ভৰতসত্তম! আপুনি সম্ৰাটৰ দৰে গুণশালী, অতএব আপুনি সম্ৰাট হোৱা নিতান্ত আৱশ্যক; কিন্তু মোৰ বোধ হৈছে যে জৰাসন্ধ জীৱিত থাকোঁতে আপুনি কেতিয়াও ৰাজসূয় যজ্ঞত কৃতকাৰ্য্য নহব; কাৰণ জৰাসন্ধ নিজ

বাহুবলে ছিয়াশীজন ৰজাক পৰাজয় কৰি তেওঁলোকক গিৰিদুৰ্গত বন্দী কৰি ৰাখিছে; আনকি আমিও জৰাসন্ধৰ ভয়ত ভীত হৈ মথুৰা পৰিত্যাগ কৰি দ্বাৰৱতী নগৰলৈ পলায়ন কৰিছোঁ। হে মহাৰাজ! আপোনাৰ যদি ৰাজসূয় যজ্ঞ কৰিবৰ মানস আছে, তেন্তে আগে জৰাসন্ধই আৱদ্ধ কৰি ৰখা ৰজাসকলক মুক্ত কৰিব লাগিব। অতএৱ প্ৰথমতে জৰাসন্ধৰ বধৰ নিমিত্তে যত্ন কৰিব লাগিব।

যুধিষ্ঠিৰে ক'লে, হে কৃষ্ণ! তুমিয়েই যদি জৰাসন্ধক ভয় কৰা, তেন্তে মই বা কেনেকৈ নিজক বলৱান্ বুলি জ্ঞান কৰিব পাৰোঁ? তুমি, বলভদ্ৰ, ভীমসেন আৰু অৰ্জ্জুন এই চাৰিজনৰ ভিতৰত কোনজন ব্যক্তিয়ে জৰাসন্ধক বধ কৰিব পাৰিব সেইটো তুমি নিশ্চয়কৈ কোৱা - মই চিন্তা কৰি একো স্থিৰ কৰিব পৰা নাই।

যুধিষ্ঠিৰৰ কথা শুনি ভীমসেনে ক'লে - চাওক, কৃষ্ণৰ নীতিজ্ঞান আছে, মোৰ শৰীৰত বল আছে আৰু অৰ্জ্জুনৰ জয় নিশ্চিত হৈ আছে, অতএৱ যেনেকৈ ত্ৰেতাগ্নিয়ে (গাৰ্হস্পত্য, আহৱনীয় আৰু দক্ষিণাগ্নি) যজ্ঞসাধন কৰে, সেইদৰে আমি তিনিওজনে মিলি জৰাসন্ধৰ বধ সাধন কৰিম।(১)

ভীমৰ এই পৰামৰ্শই গৃহীত হ'ল। ভীমৰ গাতহে যে মাত্ৰ বল আছে সেইটো নহয়, ভীমৰ পৰামৰ্শৰ ক্ষেত্ৰতো সূক্ষ্মবুদ্ধি আৰু শাস্ত্ৰজ্ঞানৰো পৰিচয় পোৱা যায়।

জৰাসন্ধৰ নিচিনা মহাবলৱান্ এজন বীৰৰ বিৰুদ্ধে ভীম আৰু অৰ্জ্জুনক যুদ্ধ কৰিবলৈ পঠাবলৈ ৰজা যুধিষ্ঠিৰ শঙ্কিত হৈছিল। কৃষ্ণই সাহস আৰু উৎসাহ দিয়াত ৰজা যুধিষ্ঠিৰ সন্মত হ'ল।

ভীম কৃষ্ণ আৰু অৰ্জ্জুনে ব্ৰহ্মচাৰী ব্ৰাহ্মণৰ বেশ ধৰি জৰাসন্ধৰ পুৰীত প্ৰৱেশ কৰিলে। মহাৰাজ জৰাসন্ধই তেওঁলোকক আহিবলৈ ধৰা দেখি আগবাঢ়ি গৈ যথাসম্ভ্ৰমেৰে স্বাগত অভ্যৰ্থনা জনালে আৰু কুশল প্ৰশ্নাদি সুধিলে। ভীম আৰু অৰ্জ্জুনে তেতিয়া মৌনব্ৰত অৱলম্বন কৰিলে আৰু কৃষ্ণই ক'লে - হে ৰাজেন্দ্ৰ! এওঁ দুয়োজনে মৌন ব্ৰত অৱলম্বন কৰি আছে - এই সময়ত কোনো কথা নকব। ৰাত্ৰিৰ প্ৰথম ভাগ পাৰ হৈ গ'লে আপোনাৰ লগত আলাপ কৰিব। জৰাসন্ধই তেওঁলোকক যজ্ঞগৃহত থাকিবৰ ব্যৱস্থা কৰি দি নিজভৱনলৈ গুচি গ'ল।

মাজনিশা জৰাসন্ধই পুনৰায় তেওঁলোকক দৰ্শন দিলে। মহাৰাজ জৰাসন্ধৰ এনে এটি ব্ৰত আছিল যে কোনো স্নাতক ব্ৰাহ্মণে যদি মাজনিশাও উপস্থিত হয়, তেওঁ তৎক্ষণাৎ গৈ তেওঁক সাদৰ অভ্যৰ্থনা জনাই পৰিতুষ্ট কৰে। এই সময়ত জৰাসন্ধই বুজি পালে যে এওঁলোক তিনিজনে ছদ্মবেশ ধৰি আহিছে। তেওঁলোকেও নিজ নিজ পৰিচয় দি তেওঁলোক যে শত্ৰুভাৱে আহিছে সেই পৰিচয়

---

কৃষ্ণে নয়ো ময়িবলং জয়ঃ পাৰ্থে ধনঞ্জয়ে।
মাগধং সাধয়িষ্যাম ইষ্টিং এয় ইবাগ্নয়ঃ।। ১৩ - সভাপৰ্ব ১৫ শ অধ্যায়

দি একক যুদ্ধৰ বাবে আহ্বান জনালে। জৰাসন্ধই তেতিয়া সেই তিনিজনৰ ভিতৰত ভীমকে বেছি বলৱান বলি নিৰ্ণয় কৰি ভীমৰ লগত যুদ্ধ কৰিলে। এই যুদ্ধ অনাহাৰে অবিশ্ৰান্ত ভাৱে দিবা ৰাত্ৰি তেৰ দিন চলিল আৰু অৱশেষত চতুৰ্দ্দশ দিবসৰ দিনা মল্লযুদ্ধ কৰি ভীমে জৰাসন্ধক নিহত কৰিলে।

তাৰ পাছত বন্দী ৰজা বিলাকক মুক্ত কৰি দি তেওঁলোক ইন্দ্ৰপ্ৰস্থলৈ (খাণ্ডৱ প্ৰস্থকে ইন্দ্ৰপ্ৰস্থ বুলি নামকৰণ কৰা হৈছিল) ঘূৰি আহিল। এই ঘটনাই যুধিষ্ঠিৰৰ যশ বিস্তাৰ কৰিলে আৰু ৰাজসূয় যজ্ঞসাধন কৰা সুগম কৰি তুলিলে। ভীম যে ভীম কৰ্মা আৰু অতিশয় বলৱান সেইটোও পুণঃ প্ৰমাণিত হ'ল।

তাৰ পাছত ভীম দিগ্বিজয়ত বাহিৰ হ'ল। এই দিগ্বিজয়ৰ সময়ত ভীমে কৰ্ণকো পৰাজয় কৰিছিল। দিগ্বিজয় কৰি আহিবৰ সময়ত বহুতো ধন সম্পত্তি উপঢৌকন স্বৰূপে লৈ আহিছিল আৰু যুধিষ্ঠিৰৰ ৰাজ্য সমৃদ্ধ কৰিছিল। বাকী কেইজন ভ্ৰাতৃয়েও দিগ্বিজয় কৰি যুধিষ্ঠিৰৰ ৰাজ্য সমৃদ্ধ কৰিছিল আৰু ৰাজন্য-বৰ্গৰ ওপৰত প্ৰভুত্ব বিস্তাৰ কৰিছিল।

ইয়াৰ পাছত ৰজা যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞ মহাসমাৰোহেৰে সম্পন্ন হয়। তাকে দেখি দুৰ্য্যোধনে ঈৰ্ষান্বিত হৈ পুনঃ যুধিষ্ঠিৰক ৰাজ্যচ্যুত কৰিবলৈ মন্ত্ৰণা কৰিলে।

## দ্ৰৌপদীৰ বস্ত্ৰ হৰণ ঃ

ৰাজসূয় যজ্ঞৰ অনুপম শোভা দেখি আৰু পাণ্ডৱ সকলৰ মহান্ মহিমা, মহানুভৱতা, তেওঁ লোকৰ প্ৰতি ৰাজন্যবৰ্গৰ বশবৰ্ত্তিতা আৰু আবাল বৃদ্ধ বনিতাই পাণ্ডৱ সকলৰ প্ৰতি হিতাকাৰিতা প্ৰদৰ্শন কৰা দেখি দুৰ্য্যোধন বিৱৰ্ণ হৈ পৰিছিল আৰু ঈৰ্ষাত দুৰ্ম্মতি-গ্ৰস্ত হৈ চিন্তাত ইমান নিমগ্ন হৈ গৈ আছিল যে মাতুল শকুনিয়ে যেতিয়া তেওঁক পুনঃ পুনঃ সম্ভাষণ কৰিছিল, তেতিয়া দুৰ্য্যোধনে শকুনিৰ লগত কোনো কথাকে নাপাতিছিল।

তেতিয়া শকুনিয়ে দুৰ্য্যোধনক অতি অস্থিৰ চিত্ত হোৱা দেখি ক'লে - দুৰ্য্যোধন! তুমি কি বাবে ইমান বিষণ্ণ চিত্তেৰে যাব ধৰিছা? তেতিয়া দুৰ্য্যোধনে উত্তৰ দিছিল যে যুধিষ্ঠিৰৰ এই মহান্ প্ৰতিষ্ঠা, ৰাজত্বৰ এই গৌৰৱ, ধন ঐশ্বৰ্য্য আৰু এই বিৰাট ৰাজসূয় যজ্ঞৰ অপূৰ্ব্ব শোভা আৰু প্ৰজা বিলাকৰ আনন্দ ধ্বনিয়ে মোৰ অন্তৰ দহি পেলাইছে। সিহঁতৰ এই ৰাজা লক্ষ্মী অপহৰণ কৰিবলৈ মোৰ সামৰ্থ্য নাই আৰু তাৰবাবে মোক সহায় কৰোঁতাও কোনো নাই, সেইবাবে মই নিজৰে মৃত্যু চিন্তা কৰিছোঁ।

শকুনিয়ে তেতিয়া মন্ত্ৰণা দিলে - দুৰ্য্যোধন! যি উপায়েৰে যুধিষ্ঠিৰক জয়

কৰিব পাৰি, সেই উপায় মই জানোঁ। তুমি মোৰ কথা শুনা আৰু সেই উপায় অৱলম্বন কৰা। ৰজা যুধিষ্ঠিৰ দ্যূতপ্ৰিয় কিন্তু তাত তেওঁৰ নৈপুন্য নাই; অতএব পাশাখেলৰ বাবে তেওক আহ্বান কৰা। মই অক্ষকৌশলৰ দ্বাৰা তেওঁৰ সেই ৰাজ্যলক্ষ্মী অপহৰণ কৰিম। তুমি পিতাৰাৰ অনুমতি লৈ যুধিষ্ঠিৰক দ্যূতক্ৰীড়াৰ বাবে আহ্বান কৰা।

সেয়ে হ'ল। যুধিষ্ঠিৰ পাশা খেলিবলৈ আহিল। যুধিষ্ঠিৰৰ খেলত পৰাজয় হ'ল। খেলত একে একে সমস্ত ঐশ্বৰ্য্য পণত দুৰ্য্যোধনৰ আয়ত্তলৈ আহিল। তাৰ পাছত একে একে পাচোঁ ভাই দাসত্ব পণত পৰাভূত হ'ল। তাৰ পাছত যুধিষ্ঠিৰে দ্ৰৌপদীকো পণ কৰি পণত হাৰিলে। কৌৰৱ সকলে দ্ৰৌপদীক দাসী কৰিবলৈ মনস্থ কৰি সভাস্থললৈ আনিলে। দুঃশাসনে গৈ দ্ৰৌপদীক চুলিত ধৰি টানি আনিলে। দ্ৰৌপদী সেই সময়ত ৰজঃস্বলা অৱস্থাত আছিল। সভালৈ আনি দুঃশাসনে দ্ৰৌপদীক 'দাসী' 'দাসী' বুলি অপমান কৰিলে - এই অপমান কৰাত কৰ্ণৰো সমৰ্থন আছিল।

বৃকোদৰে বিস্ৰস্তবসনা ৰজস্বলা দ্ৰৌপদীৰ অপমান সহ্য কৰিব নোৱাৰি যুধিষ্ঠিৰৰ প্ৰতি ক্ৰুদ্ধ হৈ উঠিল আৰু তেওঁৰ প্ৰতি কৰ্কশ বাক্য প্ৰয়োগ কৰিব ধৰিলে। ভীমসেনে কবলৈ ধৰিলে - "হে যুধিষ্ঠিৰ! যিবিলাক লোকে দ্যূত ক্ৰীড়াত মত্ত হৈ থাকে, সেই বিলাক লোকেও নিজৰ ঘৰতে ৰক্ষিতা বেশ্যা বিলাককো পণত আবদ্ধ নকৰে - সিহঁতে সিহঁতৰ প্ৰতিও কিঞ্চিৎ দয়া প্ৰকাশ কৰে। চাওক! আমাৰ সমস্ত ধন, ৰত্ন, বাহন আৰু ৰাজ্য, আনকি আপোনাক আৰু আমালোককো শত্ৰুবিলাকে শঠতা কৰি জয় কৰিছে, তাতো মই কোপ কৰা নাই, কিন্তু আপুনি যে দ্ৰৌপদীকো পণ কৰিছিলো - এইটো মোৰ সহ্য হোৱা নাই। এই ৰাজদুহিতা কেৱল আপোনাৰ বাবেই নিষ্ঠুৰ কৌৰৱ বিলাকৰ দ্বাৰা লাঞ্চিতা হব ধৰিছে। ইয়াৰ বাবেই মোৰ আপোনাৰ ওপৰত বিষম খং উঠিছে আৰু মই আপোনাৰ দুয়োখন বাহু পুৰি পেলাম।" সহদেৱক সম্বোধন কৰি ভীমসেনে ক'লে - সহদেৱ! জুই ধৰা।

তেতিয়া অৰ্জ্জুনে ভীমসেনক ক'লে - হে ভীমসেন! আপুনিতো ইয়াৰ আগেয়ে কোনোদিন এনে কথা কোৱা নাই, আজি শত্ৰুবিলাকে আপোনাৰ ধৰ্ম-গৌৰৱ নষ্ট কৰি দিছে। আপুনি ধৰ্মসঙ্গত আচৰণ কৰক - সিহঁতৰ মনস্কামনা পূৰ্ণ নকৰিব। ধৰ্মনিষ্ঠ জ্যেষ্ঠ ভ্ৰাতাৰ অবাধ্য হোৱা উচিত নহয়। চাওক, ধৰ্মাত্মা যুধিষ্ঠিৰে ক্ষত্ৰিয়ৰ ধৰ্ম অনুসাৰে শত্ৰুবিলাকৰ অভিলাষ অনুসাৰে হে ক্ৰীড়া কৰিছে - ই তো আমাৰ অকীৰ্ত্তিৰ বিষয় নহয়।"(১)

---

(১) আহূতো হি পৰৈ ৰাজা ক্ষাত্ৰং ব্ৰতমনুস্মৰন্।
দীব্যতে পৰকামেন তন্নঃ কীৰ্ত্তিকৰং মহৎ।।৯।। সভাপৰ্ব- ৬৮তম অধ্যায়

ভীমসেনে ক'লে - হে ধনঞ্জয়! ধৰ্মাত্মা যুধিষ্ঠিৰে ক্ষত্ৰিয়ৰ ধৰ্ম অনুসাৰে কাৰ্য্য কৰিছে বুলিয়েই তো ইমান সময় তেওঁৰ হাত দুখন মই দগ্ধ কৰি পেলোৱা নাই।

ভীমসেনৰ এই ভৰ্ৎসনাৰ দ্বাৰা যুধিষ্ঠিৰক অপমান কৰা হৈছে সচাঁ; কিন্তু ধনঞ্জয় আৰু ভীমসেনৰ এই প্ৰকাৰ তৰ্ক বিতৰ্কৰ মাজতো ভীমসেন যুধিষ্ঠিৰৰ সম্পূৰ্ণ অবাধ্য হোৱাৰ কথা নাই আৰু যুধিষ্ঠিৰে ক্ষাত্ৰ ধৰ্মকো অতিক্ৰম কৰা নাই বুলি ভীমসেনে স্বীকাৰ কৰিছে। এনে হেন পৰিস্থিতিতো ভ্ৰাতৃ বিচ্ছেদৰো সম্ভাৱনা হোৱা নাই। ধনঞ্জয়ৰ সতৰ্কবাণীত শত্ৰু বিলাকৰ ভ্ৰাতৃবিচ্ছেদ ঘটোৱাৰ উদ্দেশ্য থকাৰ উমান পোৱা যায়। ভীমসেনৰ দৰে ক্ৰোধী ক্ষত্ৰিয়বীৰে যে এনে হেন পৰিস্থিতিতো সংযম ৰক্ষা কৰিছে সেইটো বুজা যায়। ইয়াৰ পাছতো ভীমসেনে ধৈৰ্য্য ৰক্ষা কৰিছে।

## ভীমৰ দুঃশাসনৰ ৰক্তপানৰ প্ৰতিজ্ঞা ঃ

দুঃশাসনে ৰজস্বলা দ্ৰৌপদীৰ বস্ত্ৰহৰণ কৰিব ধৰিছে, পাণ্ডৱ ভ্ৰাতৃসকলে আৰু সভাস্থ সভাসদ্ বৰ্গ তলমূৰকৈ সভাত বহি আছে। ভীষ্ম দ্ৰোণ আদি বয়োবৃদ্ধ জ্ঞান বৃদ্ধ লোক সকলেও ইয়াৰ প্ৰতিবাদ কৰা নাই।

সেই সময়ত বৃকোদৰে হাতত হাত মুচৰি কম্পিত অধৰেৰে ঘোৰতৰ নিনাদ কৰি কবলৈ ধৰিলে - হে ভুবনবাসী ক্ষত্ৰিয় সকল! শুনক - মই যি কথা কবলৈ ওলাইছোঁ এনে কথা পূৰ্বে কোনেও কোৱা নাই আৰু পাছতো কোনেও কব নোৱাৰিব।(২)

যদি মই যুদ্ধত বলপূৰ্বক এই ভাৰতাধম পাপাত্মা দুঃশাসনৰ বুকুফালি তাৰ তেজ পান নকৰোঁ, তেনেহলে মই যেন মোৰ পিতৃ পুৰুষ সকলৰ গতি লাভ নকৰোঁ।

ভীমৰ এই ভীষণ প্ৰতিজ্ঞা শুনি সভ্যসকলে দুঃশাসনৰ নিন্দা আৰু ভীমৰ প্ৰশংসা কৰিলে।

ইয়াতে মন কৰিব লগা কথা এইযে কোনো দিন নোহোৱা নুশুনা এই দুৰ্ঘোৰ উৎকট প্ৰতিজ্ঞা শুনি ভীমক কোনেও নিন্দা নকৰিলে বৰঞ্চ প্ৰশংসা হে কৰিলে আৰু আনফালে কোনেও দুঃশাসনৰ প্ৰতি কোনো সহানুভূতি নেদেখুৱাই দুঃশাসনক নিন্দাহে কৰিব ধৰিলে। দুঃশাসনৰ কৰ্ম যেনে অস্বাভাৱিক, ভীম সেনৰ প্ৰতিজ্ঞাও তেনে উৎকট আৰু ভীষণ।

---

(২) "নোক্তং পূৰ্বং নৰৈৰন্যৈৰ্ন চান্যো যদ্বদিষ্যতি।" ৫১ সভাপৰ্ব- ৬৮তম অধ্যায়

## ভীমৰ দুৰ্য্যোধনৰ উৰুভঙ্গ প্ৰতিজ্ঞা ঃ

সেই সময়ত দ্ৰৌপদীয়ে সভাস্থ সকলোকে সম্বোধন কৰি ক'লে - হে কৌৰৱসকল! ধৰ্মপুত্ৰই পূৰ্বে পণত নিজক হাৰ মানিছে পাছত মোৰ পণ কৰিছে। এনে ক্ষেত্ৰত মই দাসী নে অদাসী সেই প্ৰশ্নৰ বিচাৰ কৰি মোক কওক। মই সেই কথাকে মানি লম।

তেতিয়া ভীষ্মই কৈছে - হে সুভগে! অস্বাধীন ব্যক্তিয়ে পৰৰ ধনত পণ ৰাখিব নোৱাৰে অথচ পত্নীৰ ওপৰতো ভৰ্ত্তাৰ প্ৰভুত্ব আছে - এইটোকে পৰ্য্যালোচনা কৰি মই ধৰ্মৰ সূক্ষ্মতা হেতুকে তোমাৰ প্ৰশ্নৰ উত্তৰ দিব পৰা নাই। ধৰ্মৰ পৰমা গতি মহাত্মা বিজ্ঞ লোকসকলেও জানিব নোৱাৰে। তোমাৰ প্ৰশ্ন অতি সূক্ষ্ম আৰু দুৰূহ, মই নিশ্চয়কৈ বিবেচনা কৰিব নোৱাৰোঁ। ফলতঃ কৌৰৱসকলে লোভ আৰু মোহ— পৰতন্ত্ৰ হৈছে যেতিয়া অল্প কালৰ ভিতৰতে এই কুলৰ ধ্বংস হ'ব সন্দেহ নাই।

ভীষ্মৰ উত্তৰ শুনি দুৰ্য্যোধনে দ্ৰৌপদীক ক'লে - যাজ্ঞসেনি! তোমাৰ স্বামী সকলেই এই প্ৰশ্নৰ উত্তৰ দিয়ক। তোমাৰ কাৰণে যুধিষ্ঠিৰে মিছা কথা কওক তেতিয়াই তুমি দাসিত্বৰ পৰা মুক্তি পাবা। ধাৰ্মিক বুলি খ্যাতি লাভ কৰা যুধিষ্ঠিৰেই কওক, তেওঁ তোমাৰ স্বামী নে অস্বামী। তেতিয়া সকলোৱে পাণ্ডৱ সকলে কি উত্তৰ দিয়ে তালৈ বাট চাই থাকিল।

তাৰ পাছত ভীমসেনে হাত দুখন উপৰলৈ তুলি ক'লে— আমালোকৰ গুৰু এই মহামনা ধৰ্মৰাজ যদি আমাৰ প্ৰভু নহ'ল হেতেন, তেতিয়া আমি কৌৰৱ বিলাকক ক্ষমা নকৰিলোহেঁতেন। তেৱেঁই আমৰ পুণ্য আৰু তপস্যাৰ ঈশ্বৰ, আনকি প্ৰাণৰো অধীশ্বৰ। কি কৰিম! ধৰ্মপাশত আবদ্ধ হৈ জ্যেষ্ঠ গৌৰৱত নিৰুদ্ধ হৈ আছোঁ, নহলে ধৰ্মৰাজে অনুমতি দিলে মই এই পাপাত্মা দুঃশাসনক চৰ ভুকু কিলেৰে নিষ্পেষিত কৰি পেলালোঁহেঁতেন।

তাৰ পাছত কৰ্ণৰ মুখত অসহনীয় কথা শুনিবলৈ পালে। কৰ্ণই দ্ৰৌপদীক কৈছে শাস্ত্ৰত আছে দাস, পুত্ৰ আৰু নাৰী এই তিনিজনাৰ নিজৰ ওপৰত কোনো প্ৰভুত্ব নাই, তুমিও সেই প্ৰভুত্বহীনা দাসী মাত্ৰ।

ভীমে তেতিয়া যুধিষ্ঠিৰক কৈছে - ৰাজন্! মই সূতপুত্ৰৰ কথাত কুপিত হ'ব নোৱাৰোঁ, কাৰণ সচাঁকৈয়ে আমি দাসত্ব পাইছোঁ। হে নৰেন্দ্ৰ! আপুনি যদি কৃষ্ণাক পণ ৰাখি ক্ৰীড়া নকৰিলেহেঁতেন, শত্ৰুবিলাকে এনে উক্তি কৰিব নোৱাৰিলেহেঁতেন।

তেতিয়া দুৰ্য্যোধনে মৌন হৈ থকা অচেতন প্ৰায় যুধিষ্ঠিৰক ক'লে - এতিয়া তুমিয়েই এই প্ৰশ্নৰ উত্তৰ দিয়া, কৃষ্ণা পৰাজিতা কিংবা অপৰাজিতা?

এইদৰে কৈ দুৰ্য্যোধনে নিজৰ পিন্ধা কাপোৰ উজুৱাই লৈ কৃষ্ণাক বাম উৰু দেখুৱালে।

ভীমসেনে তেতিয়া যেন চকুৰ ঝলকতে সভাস্থ সকলোকে দগ্ধ কৰি পেলাই গৰ্জ্জন কৰি কবলৈ ধৰিলে - ওৰে দুৰ্য্যোধন! মহা সমৰত গদাৰে যদি মই তোৰ উৰু ভঙ্গ নকৰোঁ তেন্তে যেন মই পিতৃলোকৰ গতি নাপাওঁ।

যিটো উৰু দ্ৰৌপদীক দৰশাস তই।
গদাৰ কোবত তাক ভাঙ্গিবোহো মই।।
ইটো যেবে প্ৰতিজ্ঞা বচন মোৰ লৰে।
উপৰি পুৰুষ সৱে নৰকত পৰে। ১০১৪

ভীমৰ ইন্দ্ৰিয়বোৰৰ পৰা যেন অগ্নিজ্বালা নিৰ্গত হবলৈ ধৰিলে আৰু ক্ৰোধত তেওঁৰ সৰ্বশৰীৰ কঁপিব ধৰিলে।

ইয়াৰ পাছত ধৃতৰাষ্ট্ৰই দুৰ্য্যোধনক সম্বোধন কৰি ক'লে ওৰে দুৰ্ব্বিনীত দুৰ্য্যোধন! তই একেবাৰে উচ্ছন্ন হলি— যি হেতুকে তই কুৰুকুল কামিনী পাণ্ডৱবিলাকৰ ধৰ্মপত্নী দ্ৰৌপদীক সভাৰ মাজতে কটূক্তি কৰিছ। তাৰ পাছত ৰজা ধৃতৰাষ্ট্ৰই দ্ৰৌপদীক সান্ত্বনা দিবৰ কাৰণে ক'লে 'হে পাঞ্চালি! তুমিয়েই আমাৰ প্ৰধান বোৱাৰী। তুমি ধৰ্মপৰায়ণা আৰু সাধ্বী; অতএৱ তোমাৰ যেনে ইচ্ছা তেনে বৰ মোৰ পৰা গ্ৰহণ কৰা।'

দ্ৰৌপদীয়ে যুধিষ্ঠিৰ দাসত্বৰ পৰা মুক্ত হওক এই বৰ খুজিলে। তাৰ পাছত ধৃতৰাষ্ট্ৰই আৰু বৰ দিব খোজাত দ্বিতীয় বৰত দ্ৰৌপদীয়ে ৰথ আৰু অস্ত্ৰ শস্ত্ৰ সহ ভীম, অৰ্জ্জুন আৰু নকুল সহদেৱৰ মুক্তিৰ বৰ প্ৰাৰ্থনা কৰিলে। যথানুৰূপ বৰ দ্ৰৌপদীয়ে লাভ কৰাত কৰ্ণই ইতিকিং কৰি ক'লে যে পাণ্ডৱ বিলাকক অগাধ বিপদ সাগৰৰ পৰা ভেলা যেন হৈ পত্নীয়ে উদ্ধাৰ কৰিলে।

এই কথাত ভীমসেন অতি ক্ৰুদ্ধ হৈ যুধিষ্ঠিৰক ক'লে- হে ৰাজেন্দ্ৰ! আদেশ দিয়ক আমাৰ এই শত্ৰুবিলাকৰ এতিয়াই ইয়াতে নিপাত কৰিম নে ইয়াৰ পৰা ওলাই গলে সংহাৰ কৰিম? আন কোনো বিচাৰৰ আৱশ্যক নাই ইয়াতেই ইহঁতক শেষ কৰি দিওঁ আৰু আপুনি তাৰ পাছত সসাগৰা সাম্ৰাজ্য শাসন কৰক— এইবুলি কৈ মূৰ্ত্তিমান কৃতান্তৰ দৰে গৰ্জ্জন কৰিব ধৰিলে। যুধিষ্ঠিৰে বাহুৰে আগুৰি ক্ৰুদ্ধ ভীমক নিবাৰণ কৰি ক'লে যে - "এইৰূপ উদ্ধত নহবা - মনে মনে থাকা।"

ভীমৰ চৰিত্ৰৰ মূল ভিত্তি হৈছে ভীমৰ শাৰীৰিক বল, স্বভাৱৰ নিৰ্ম্মলতা আৰু জ্যেষ্ঠ ভ্ৰাতৃৰ প্ৰতি থকা আনুগত্য। ভীমে নিজৰ বলশক্তি অন্যায় কাৰণত ব্যৱহাৰ নকৰে। অন্যায় সহিবও নোৱাৰে। অন্যায় আচৰণ দেখিলে ক্ৰুদ্ধ হয় আৰু তেতিয়া যি কোনো অন্যায়কাৰী লোকক ভৰ্ৎসনা কৰে। যাক ঈশ্বৰ বুলি মানে তেনে জ্যেষ্ঠ ভ্ৰাতৃকো অন্যায় কাৰ্য্যৰ বাবে যথেষ্ট ভৰ্ৎসনা কৰিছে। দুঃশাসনৰ ৰক্তপান আৰু

দুৰ্য্যোধনৰ উৰুভঙ্গৰ প্ৰতিজ্ঞাৰ পটভূমিত কৌৰৱ পক্ষৰ ব্যৱহাৰ আৰু আচৰণত ভীমৰ চৰিত্ৰত যি প্ৰতিক্ৰিয়া পৰিলক্ষিত হৈছে, তাৰ দ্বাৰা এইটো স্পষ্টই প্ৰতীয়মান হৈছে যে ভীমে যিমানেই কৰ্কশ বাক্য যুধিষ্ঠিৰক নকওক, তাৰ অন্তৰালত জ্যেষ্ঠভ্ৰাতৃক নমনাৰ ভাৱ দেখা নাযায় আৰু যুধিষ্ঠিৰেও ভীমৰ ককৰ্থনা বাক্যৰ দ্বাৰা অপমানিত বোধ কৰা নাই। যি পাশাখেলৰ কাৰণে পঞ্চপাণ্ডৱে আৰু দ্ৰৌপদীয়ে ইমান লাঞ্চনা আৰু অৱমাননা ভোগ কৰিলে, সেই পাশাখেলৰ বাবে যেতিয়া শকুনিৰ কুমন্ত্ৰণাত পুনঃ দুৰ্য্যোধনে আহ্বান জনালে আৰু ধৃতৰাষ্ট্ৰয়ো তাক অনুমোদন কৰিলে, সেই আহ্বানো যুধিষ্ঠিৰে প্ৰত্যাখ্যান নকৰিলে আৰু ভ্ৰাতৃসকলেও তাক ক্ষাত্ৰধৰ্ম বুলি গ্ৰহণ কৰিলে। যুধিষ্ঠিৰ পুনঃ হস্তিনা পুৰলৈ আহি পাশাখেল খেলিলে আৰু খেলত হাৰি দ্বাদশ বছৰ বনবাস আৰু একবছৰৰ অজ্ঞাত বাস স্বীকাৰ কৰি ল'লে।

## পুনঃ পাশাখেল ঃ

পাণ্ডৱৰ যত যত অপকাৰ
কৰিলো আমি সাক্ষাত।
তাক সহিবাক প্ৰতি হেন নৰ
নেদেখো তিনি লোকত।। ১০৩৪-সভা

ধৃতৰাষ্ট্ৰই দ্ৰৌপদীক বৰ দান কৰি পাণ্ডৱসকলক মুক্ত কৰি দিয়াত দুৰ্য্যোধন, শকুনি আৰু কৰ্ণৰ কুমন্ত্ৰণাত পাণ্ডৱসকলৰ ৰাজ্য অপহৰণৰ প্ৰচেষ্টা যেতিয়া বিফল হ'ল তেতিয়া তেওঁলোকে ভাবি লৈছে যে পাণ্ডৱ সকলে এই অপমান নিৰৱে সহ্য নকৰিব। মিত্ৰতা কৰিবৰ পথো ৰুদ্ধ হৈছে। ভীমসেনৰ দুৰ্ঘোৰ প্ৰতিজ্ঞাৰ কথা কৌৰৱসকলে কেতিয়াও পাহৰিব নোৱাৰে আৰু সেই প্ৰতিজ্ঞাৰ কথা তেওঁলোকৰ অন্তৰত দুঃস্বপ্নৰ নিচিনা জাগি থকাটোৱেই স্বাভাৱিক। সেই কাৰণে তেওঁলোকে পুনঃ মন্ত্ৰণা কৰিবলৈ লাগিল। মন্ত্ৰণা কৰি ৰজা দুৰ্য্যোধন পুনঃ পিতৃ ধৃতৰাষ্ট্ৰৰ ওচৰলৈ গৈ পুনঃ পাণ্ডৱৰ লগত পাশা খেলৰ প্ৰস্তাৱ দাঙি ধৰিলে।

দ্ৰৌপদীক যত নিকাৰ কৰিলোঁ
আছিল সাক্ষাতে চাই।
পৃথিৱী মধ্যত নাহি হেন নৰ
তাক থাকিবো সই।।
অৱশ্যে আমাক ভীম ধনঞ্জয়
কৰিবেক সৰ্বনাশ।
হেন জানি পিতৃ দিয়ো অনুমতি
পুনৰপি পাতো পাশ।। ১০৩৬ - সভা

আমি তেওঁলোকক এবাৰ অপকাৰ কৰিছোঁ, আৰু তেওঁলোকে আমাক কেতিয়াও ক্ষমা নকৰিব। দ্ৰৌপদীৰ লাঞ্ছনাৰ কথা কোনে সহ্য কৰিব? সেই কাৰণে দুৰ্য্যোধনে পিতৃক সম্বোধন কৰি কৈছে - হে মহাৰাজ! আমি বনবাস পণ কৰি পুনঃ পাণ্ডৱৰ লগত পাশা খেলা খেলিম। পৰাজিত পক্ষই এক বছৰ অজ্ঞাত বাস আৰু বাৰ বছৰ জ্ঞাত বাস এই তেৰ বছৰ অৰণ্যত বাস কৰিব লাগিব।

ধৃতৰাষ্ট্ৰই অনুমতি দিলে আৰু গান্ধাৰী ভীষ্ম, দ্ৰোণ, বিকৰ্ণ, বিদুৰ অশ্বত্থামা যুযুৎসু বাহ্লীক সোমদত্ত ভূৰিশ্ৰবা প্ৰভৃতিৰ নিষেধ সত্বেও পাশাখেল পুনৰায় হ'ল আৰু যুধিষ্ঠিৰ পৰাজিত হৈ বনবাস কৰিবলৈ বাধ্য হ'ল।

শকুনি বোলন্ত কাজ শুনিয়োক ধৰ্মৰাজ
গৃহৰ এৰিয়ো আৰ আশ।
দিব্য অলঙ্কাৰ থৈয়া বাকলি বসন লৈয়া
এতিক্ষণে চলা বনবাস।। ১০৬০ - সভা

পাণ্ডৱ সকল বনবাসলৈ যাবৰ বাবে কৃতসঙ্কল্প হ'ল আৰু যথাসময়ে অজিন উত্তৰীয় গ্ৰহণ কৰিলে।

## পাণ্ডৱ প্ৰতিজ্ঞা ঃ

এই সময়ত দুঃশাসনে পৰম আনন্দমনে যুধিষ্ঠিৰ ৰজাৰ ওচৰলৈ গৈ তেওঁৰ গাৰ পৰা দিব্য বস্ত্ৰ অলঙ্কাৰ আৰু হাৰ কিৰীটি কুণ্ডল কাঢ়ি ললে আৰু গছৰ ছাল আৰু অজিন উত্তৰীয় পিন্ধিবলৈ দিলে। তাৰ পাছত পাণ্ডৱ বিলাকৰ প্ৰতি কটু বাক্য নিক্ষেপ কৰিবলৈ ধৰিলে। দুঃশাসনে ক'লে আজি পাণ্ডৱবিলাক একান্ত দুৰবস্থাপন্ন হৈছে, অনন্ত নৰকত পতিত হৈছে, সুখ ভোগৰ পৰা বঞ্চিত হৈছে আৰু ৰাজ্যভ্ৰষ্ট হৈছে। আজি পাণ্ডৱসকলে ক্লীবত্ব পাইছে।

দ্ৰৌপদীক উদ্দেশ্য কৰি ক'লে - হে দ্ৰৌপদী! তুমি এই নিৰ্ধন, মৰ্য্যাদাহীন, বনবাসী, বল্কলধাৰী পাণ্ডৱ বিলাকৰ লগত থাকি কি সুখ পাবা? ইয়াত উপস্থিত থকা যিকোনো ঐশ্বৰ্য্য সম্পন্ন কৌৰৱ এজনক পতিত্বত বৰণ কৰা।

ভীমসেনে নৃশংস দুঃশাসনৰ এই ধৰণৰ অশেষ নিষ্ঠুৰ বাক্য শুনি ক্ৰোধত অধীৰ হৈ পৰিল। বনবাসত সত্যবদ্ধ হৈছে, প্ৰতিশোধ লোৱাৰ সময় এইটো নহয়। সেই কাৰণে ভীমসেনে ক'লে - ওৰে দুঃশাসন! আজি তোৰ কথাবোৰে ছুৰিৰ নিচিনা যেনেকৈ আমাৰ মৰ্ম্মভেদ কৰিছে, যুদ্ধত ময়ো সেইদৰে ছুৰিৰে তোৰ চৰ্ম্ম ছেদ কৰিম। এই কথা শুনি নিৰ্লজ্জ দুঃশাসনে ভীমসেনক 'গৰু' 'গৰু' বুলি মাতিবলৈ ধৰিলে আৰু চাৰিউফালে নাচি ফুৰিবলৈ ধৰিলে। তেতিয়া ভীমসেনে উত্তৰ দিছে— ওৰে দুঃশাসন! শঠতা কৰি ধন সম্পত্তি অপহৰণ কৰি নিষ্ঠুৰ বাক্য

কৈ আত্মশ্লাঘা কৰিছ। যদি সংগ্ৰামত তোৰ বুকুফালি ৰক্তপান নকৰোঁ তেন্তে কুন্তীপুত্ৰ বৃকোদৰে যেন পুণ্য লোকলৈ গমন নকৰে। ভীমসেনে পুনঃ পূৰ্ব্বৰ প্ৰতিজ্ঞা দোহাৰি এইদৰে প্ৰতিজ্ঞা কৰিলে—

যিটো উৰু দ্ৰৌপদীক দেখাই আছে দুৰ্য্যোধনে
তাহাকো ভাঙ্গিবো গদা হানি।
দুঃশাসন ভাইৰ মই বুকুত কুঠাৰ হানি
তেজ পান কৰিবো আপুনি।। ১০৬৫ - সভা

অকল সেয়ে নহয় ভীমসেনে এইবাৰ পূৰ্বৰ প্ৰতিজ্ঞাৰ লগতে যোগ দিলে যে গদাৰে দুৰ্য্যোধনক নিপাতিত কৰি তাৰ মস্তকত পদাঘাত কৰিব।

তাৰ পাছত অৰ্জ্জুনে ক'লে - হে ভীমসেন, মই প্ৰতিজ্ঞা কৰিছোঁ যে কৰ্ণক আৰু কৰ্ণৰ অনুগত লোক বিলাকক সংগ্ৰামত সংহাৰ কৰিম। মাদ্ৰীপুত্ৰ সহদেৱে ক'লে - ওৰে শকুনি! তোৰ পাশা নহয়, ই শানিত শৰ মাথোন। তই সেই শৰকে ৰণস্থললৈ আহ্বান কৰিছ। মই তোক আৰু তোৰ বন্ধু বান্ধৱ বিলাকক শৰেৰে নিহত কৰিম - এই প্ৰতিজ্ঞা মই কৰিলোঁ।

তাৰ পাছত নকুলে প্ৰতিজ্ঞা কৰি ক'লে যে ধৃতাৰষ্ট্ৰৰ যিবিলাক পুত্ৰই দ্ৰৌপদীক কটুবাক্য কৈছে, ধৰ্মাৰাজৰ নিৰ্দ্দেশক্ৰমে মই নিশ্চয় যুদ্ধত সিহঁতক সংহাৰ কৰিম। তাৰ পাছত—

হেন অঙ্গীকাৰ কৰি উঠিলন্ত চাৰিবীৰে
সভাহন্তে আসি তাৱক্ষনে।
ধৃতৰাষ্ট্ৰ নৃপতিৰ চৰণ বন্দিয়া শিৰে
থাকিয়োক পিতৃ যাওঁ বনে।। ১০৬৭ - সভা
ভীষ্ম দ্ৰোণ আদি কৰি চৰণ বন্দিয়া শিৰে
বিদুৰক কৰিয়া সেৱলি।
অনুকূল বৃদ্ধযত বাসি আছে সমাজত
সবাৰে পাৱৰ লৈলা ধূলি।।
থাকিয়োক বৃদ্ধগণ আমি চালি যাওঁ বন
কৌৰৱে ভুঞ্জোক ৰাজ্য ভাৰ।
আপুনাৰ কৰ্মফলে আপুনি ভুঞ্জিবো আমি
কিন্তু দায়া থাকোক তোমাৰ।। ১০৬৮ - সভা
এহিবুলি পাঞ্চো ভাই তৈৰ পৰা লৰিলন্ত
নিজ ৰাজ্যভাৰ পৰিহৰি।
হেন দেখি নৰনাৰী কান্দে আৰ্ত্তৰাৱ কৰি
নৃপতিক চতুৰ্ভিতি বেঢ়ি।। -১০৬৯ - সভা

# ভীমৰ ক্ষোভ

যুদ্ধাৰ্থী ভীমৰ বনবাসৰ তেৰ বছৰলৈ বাট চাবলৈ যেন ধৈৰ্য্য নথকা হৈছে। সেই কাৰণে ক্ষত্ৰিয়ৰ ধৰ্মৰ কৰ্ত্তব্যতা দেখুৱাই ভীমসেনে অতি সত্বৰ হস্তিনাপুৰ আক্ৰমণ কৰিব লাগে বুলি যুধিষ্ঠিৰৰ ওচৰত ক্ৰোধ আৰু আক্ষেপ কৰি কৈছে - মহাৰাজ! দুৰ্য্যোধনে অধৰ্মৰ দ্বাৰা আমাৰ ৰাজ্য হৰণ কৰিছে। আমি বৈৰ নিৰ্য্যাতন আৰু স্বধৰ্মৰ বাবেও যুদ্ধত প্ৰবৃত্ত হোৱা উচিত। কাপুৰুষ বিলাকে হে স্বীয় সম্পত্তি আহৰণ কৰিবলৈ অশক্ত হৈ আপোনাৰ দৰে বৈৰাগ্য অৱলম্বন কৰে।

আপুনি সাহস কৰক, সাহসেই অৰ্থৰ মূল, সাহসত বাজে আন সকলো মিছা। মহাবলশালী ব্যক্তিয়ে সাহসৰ দ্বাৰাই যুদ্ধ কৰে আৰু যুদ্ধই ক্ষত্ৰিয়ৰ বিহিত ধৰ্ম। যুদ্ধত জয়েই হওক বা পৰাজয়েই হওক যুদ্ধৰ দ্বাৰা অন্তিমত যি গতি লাভ কৰিব পৰা যায় তপস্যাৰ দ্বাৰা সেই গতি লাভ কৰিব নোৱাৰি। ৰজাই ভূমিলাভ কৰিবৰ সময়ত যি পাপ কৰে তাৰপৰা পাছত যজ্ঞ আৰু দান কৰি মুক্ত হয়। আপোনাৰ কাৰণেই আমি এই দুৰ্দ্দশাত পৰিছোঁ। অতএৱ আপুনি আজিয়েই ভ্ৰাতৃবিলাকক লগত লৈ হস্তিনাপুৰলৈ যাত্ৰা কৰক আৰু ধৃতৰাষ্টৰ পুত্ৰ বিলাকক মৰ্দ্দন কৰি ৰাজ্য লাভ কৰক।

দ্ৰৌপদীও অনুৰূপ অভিযোগ ভীমৰ সাক্ষাততে যুধিষ্ঠিৰৰ ওচৰত কৰিছিল। আৰু যুধিষ্ঠিৰৰ উত্তৰত ভীমে সন্তুষ্ট নহৈ ক্ষোভ প্ৰকাশ কৰিছে। দ্ৰৌপদীৰ আক্ষেপৰ উত্তৰত যুধিষ্ঠিৰে কৈছিল - ৰাজপুত্ৰি! মই ফল কামনা কৰি কোনো কৰ্ম নকৰোঁ। কৰ্ত্তব্যবোধত হে দান বা যজ্ঞ কৰি থাকো। হে কৃষ্ণে! তুমি ধৰ্মৰ প্ৰতি কোনো প্ৰকাৰ সন্দেহ নকৰিবা। তুমি প্ৰত্যক্ষ দেখিছা যে ব্যাস, মৈত্ৰেয়, নাৰদ প্ৰভৃতি ঋষিসকলে ধৰ্মৰ দ্বাৰাই দেৱতাসকলতকৈও শ্ৰেষ্ঠ হৈছে আৰু অনুগ্ৰহকৰণ বা অভিশাপ দানতো সক্ষম হৈছে।

ভীমে যুধিষ্ঠিৰৰ এনেবোৰ উত্তৰতে ক্ষোভিত আৰু ক্ৰুদ্ধ হৈ স্বয়ং যুধিষ্ঠিৰক সাহসৰ ওপৰত নিৰ্ভৰ কৰিবলৈ কৈছে আৰু যুধিষ্ঠিৰে তাৰ উত্তৰত কৈছিল — হে বৃকোদৰ! মোৰ অনীতিৰ দ্বাৰাই তোমালোকৰ দুৰ্দশা হৈছে এইটো সঁচা। মই শকুনিৰ কপটতা বুজিও যে ক্ৰোধ বা অভিমানবশতঃ দ্যূতক্ৰীড়াৰ পৰা নিবৃত্ত হোৱা নাই, তাতেই এই বিপদ উপস্থিত হৈছে। একবাৰ দ্ৰৌপদীয়ে আমালোকক দাসত্বৰ পৰা ৰক্ষা কৰিছিল, মই পুনঃ দ্যূতক্ৰীড়াত আহুত হৈ বনবাস আৰু অজ্ঞাতবাস পণ স্বীকাৰ কৰি ঐহিক ৰাজ্যাৰ বাবে কেনেকৈ তাক লঙ্ঘন কৰিম?

হে ভীম! কেৱল সাহসৰ ওপৰত নিৰ্ভৰ কৰি যিবোৰ কৰ্ম আৰম্ভ কৰা হয়, সেইবোৰ কৰ্ম পীড়াদায়ক হয় আৰু যিবোৰ কৰ্ম সুমন্ত্ৰণা, সুবিচাৰ আৰু

সুবিক্ৰমেৰে কৰা হয়, সেই কৰ্মৰেই ফলসিদ্ধি হয় আৰু তেতিয়া দৈৱও অনকূল হয়।(১)

বৃকোদৰ! তুমি বলদৰ্পে গৰ্ব্বিত হৈছা, কিন্তু বিবেচনা কৰি চোৱা ভীষ্ম, দ্ৰোণ, কৰ্ণ, অশ্বত্থামা আৰু ধৃতৰাষ্ট্ৰৰ পুত্ৰবিলাক সকলোৱে অস্ত্ৰবিশাৰদ, দুৰ্দ্ধৰ্ষ আৰু নিয়ত আততায়ী। ইয়াত বাজেও আমি পূৰ্বে যিবিলাক ৰজাক পৰাজিত কৰিছোঁ, সেই বিলাক ৰজা দুৰ্য্যোধনৰ সহায় হব। দুৰ্য্যোধনে ধন আৰু সম্মান দি সৈনিক বিলাককো সন্তুষ্ট কৰি ৰাখিছে।

অতএৱ তুমি অসহায় হৈ কেনেকৈ দুৰ্য্যোধনক বিনাশ কৰিবা? ফলতঃ কৰ্ণৰ বলবীৰ্য্যৰ কথা চিন্তা কৰি মই নিদ্ৰা যাব নোৱাৰোঁ।

ভীমসেনে জ্যেষ্ঠৰ এই ৰূপ বচন শুনি ত্ৰস্ত আৰু বিমনা হৈ নিৰৱ হৈ থাকিল।

এই আলোচনাৰ পৰা বুজা যায় যে ভীমসেনে কেৱল নিজৰ বল বীৰ্য্য আৰু সাহসৰ ওপৰত নিৰ্ভৰ কৰিহে হঠকাৰিতাৰ কৰ্ম কৰিবলৈ আগবাঢ়ে। সুস্থিৰ বিবেচনা আৰু স্থান কাল পাত্ৰ ভেদ কৌশল গ্ৰহণ কৰিবলৈ ধৈৰ্য্য গ্ৰহণ কৰিব নোখোজে। ভীম শক্তিত সৰ্বশ্ৰেষ্ঠ সন্দেহ নাই কিন্তু সুকৌশলী নহয়।

(১) মহাপাপানি কৰ্ম্মানি যানি কেৱল সাহসাৎ। আৰভ্যন্তে ভীমসেন ব্যথন্তে তানি ভাৰত।।৬।।
সুমন্ত্ৰিতে সুবিক্ৰান্তে সুকৃতে সুবিচাৰিতে। সিদ্ধ্যন্ত্যৰ্থা মহাবাহো দৈৱঞ্চাত্ৰ প্ৰদক্ষিণম্ ।।৭।।
বনপৰ্ব্ব ৩৬ তম অধ্যায়।।

# ভীমৰ হনুমানৰ লগত সাক্ষাৎ

যুধিষ্ঠিৰ আদি পাণ্ডৱসকল যেতিয়া কাম্যক বনত বাস কৰি আছিল তেতিয়া এদিনাখন নাৰদমুনি আহি যুধিষ্ঠিৰক তীৰ্থ ভ্ৰমণৰ উপদেশ দিলে।

সেই উপদেশ অনুসাৰে আন এদিনাখন যুধিষ্ঠিৰে তীৰ্থযাত্ৰা সম্পৰ্কে পুৰোহিত ধোম্যৰ লগত আলোচনা কৰি আছে এনেতে মহাতেজা লোমশ মুনি আহি উপস্থিত হ'ল। আলোচনা আৰু আন আন কথাবতৰা হোৱাৰ পাছত স্থিৰ হ'ল যে লোমশ মুনি আহি উপস্থিত হ'ল। আলোচনা আৰু আন আন কথাবতৰা হোৱাৰ পাছত স্থিৰ হ'ল যে লোমশ মুনি, পুৰোহিত ধৌম্য অল্পসংখ্যক কষ্ট সহিষ্ণু ব্ৰাহ্মণ আৰু ৰথ আৰু ইন্দ্ৰসেন প্ৰভৃতি পোন্ধৰ জন পৰিচাৰক সহ আঘোন মাহৰ পূৰ্ণিমা তিথিৰ দিনা তীৰ্থ ভ্ৰমণত বাহিৰ হ'ব। সেইদৰে তেওঁলোকে বিভিন্ন তীৰ্থ ভ্ৰমণ কৰি বদৰিকাশ্ৰম পালেহি। তাত তেওঁলোকে ছয় ৰাত্ৰি বাস কৰিছিল।

সেই আশ্ৰমত ভ্ৰমণ কৰি থাকোঁতে এদিনাখন পূব-উত্তৰ কোণৰ পৰা এটা সুগন্ধি প্ৰভাত সূৰ্য্যৰ ৰঙৰ নিচিনা সহস্ৰদল পদ্ম ফুল বায়ুত উৰি আহি দ্ৰৌপদীৰ ওচৰতে পৰিল। দ্ৰৌপদী অতিশয় আনন্দিতা হৈ ক'লে - হে ভীমসেন। এই ফুলটো দেখি মোৰ বৰ আনন্দ হৈছে - এইটো ধৰ্মৰাজক দিম আৰু যদি এনে ফুল যদি বেছিকৈ পোৱা যায়, তেন্তে কাম্যক বনলৈকো লৈ যাব পাৰোঁ। তুমি যদি মোক সঁচাকৈয়ে ভালপোৱা, তেন্তে বেছিসংখ্যক এনে পদুমফুল মোক আনি দিয়া।

ভীমে ধনুশৰ হাতত লৈ পদুমফুল আহৰণৰ বাবে যাত্ৰা কৰিলে। ভীমে সেই পদুমটো যি ফালৰ পৰা আহিছিল, সেইফালে যাবলৈ ধৰিলে আৰু গৈ গৈ এটি সৰোবৰ পালে। সেই সৰোবৰটি আছিল এক কদলী বনৰ মাজত আৰু বায়ুপুত্ৰ হনুমান্ সেই কদলী বনতে আছিল।

ভীমে দূৰৈৰ পৰা সেই সৰোবৰত ৰঙা, বগা আৰু নীলা পদুম ফুলবোৰ দেখিবলৈ পালে। ভীমে আনন্দতে শঙ্খনাদ কৰিবলৈ ধৰিলে। হনুমানে শঙ্খধ্বনি শুনিবলৈ পাই বুজিলে যে ই ভীমৰ শঙ্খৰ ধ্বনি। হনুমনো আছিল বায়ুপুত্ৰ; গতিকে ভীম হনুমানৰ ভাই হয়।

হনুমানৰ মনতে শঙ্কা হ'ল যে ভীমে যদি আৰু আগুৱাই আহে তেন্তে যক্ষ আৰু গন্ধৰ্ব বিলাকৰ লগত ভীমৰ বিবাদ হব। সেই কাৰণে হনুমানে বাট বন্ধ কৰি যাতায়াতৰ পথতে শুই থাকি টোপনিৰ ভাও জুৰি পৰি থাকিল। বাটটোও আছিল সঙ্কীৰ্ণ। স্বৰ্গলৈ যোৱা পথ।

ভীমে আহি দেখিলে যে পিঙ্গল বৰণৰ এক মহাকায় বানৰ বাটতে শুই আছে। ভীমে সিংহনাদ কৰিলে যাতে বানৰটোৱে সাৰি পায় আৰু ভীত হয়।

হনুমানে আধা চকু মেলি ভীমৰ ফালে চাই ক'লে যে মোৰ নৰীয়া হৈছে আৰু মই সুখেৰে টোপনি গৈ আছিলোঁ; তুমি কোন? কিয় মোক জগালা? দেখা যায় তোমাৰ মনত কোনো দয়াভাৱ নাই। যি নহওঁক, তুমি ক'লৈ যাবা? এইটো পথ দেৱতা বিলাকৰ হে? এই পথেদি কোনো মানুহ যাব নোৱাৰে। ই দেৱলোকৰ পথ। তুমি ঘূৰি যোৱা।

ভীমে উত্তৰ দিলে মই পাণ্ডুপুত্ৰ ভীমসেন, মই সৌগন্ধিক পুষ্প আনিবলৈ যাওঁ। এতিয়া তুমি কোৱা, তুমি কোন?

হনুমানে হাঁহি মাৰি ক'লে - মই বানৰ, তুমি ভালে ভালে ফিৰি যোৱা - মৃত্যুমুখত নপৰিবা।

ভীমে ক'লে - হে বানৰ! মই যামেই, মোৰ মৰণেই হওক বা যিয়েই নহওক। তুমি বাট এৰি দিয়া। অনৰ্থক মোৰ হাতত দুখ ভোগ নকৰিবা।

হনুমানে ক'লে - মই ৰুগ্ন - উঠিবৰ শক্তি নাই। তুমি যদি অৱশ্যেই যাবা, মোক চেৰাই যোৱা।

ভীমে ক'লে— সেইটো কেনেকৈ হব? তোমাৰ ভিতৰতো পৰমাত্মা বাস কৰি আছে - এই কথা জানিও মই কেনেকৈ তোমাৰ ওপৰেদি ডেও দি যাম? নহলে হনুমানে যেনেকৈ সাগৰ লঙ্ঘন কৰিছিল, তেনেকৈ তোমাক কিয়, মই এই পৰ্বতখনকো লঙ্ঘন কৰি যাব পাৰোঁ।

হনুমানে ক'লে— হে মহাশয়! হনুমাননো কোন?

ভীমে ক'লে তেওঁ মোৰ জ্যেষ্ঠভ্ৰাতা - বানৰ বিলাকৰ প্ৰধান, বুদ্ধি বল আৰু সকলো বিষয়ে গুণবান্। ৰামায়ণত তেওঁৰ কীৰ্ত্তি বৰ্ণনা কৰা আছে। তুমি বাট এৰি দিয়া, নতুবা তোমাক যমৰ ঘৰলৈ পঠিয়াই দিম।

হনুমানে ক'লে হে বীৰ! মোৰ উঠিবৰ শক্তি নাই, অতএৱ দয়া কৰি মোৰ নেজডাল অলপ আতঁৰ কৰি তুমি পথ উলিয়াই যোৱা।

ভীমে তেতিয়া অৱজ্ঞাৰে সেই মহান্ বানৰৰ নেজডাল বাওঁহেতেৰে ধৰিলে কিন্তু তাক অকণমান লৰাবও নোৱাৰিলে। তাৰ পাছত দুয়ো হাতেৰে চেষ্টা কৰিও লৰাব নোৱাৰিলে। পুনঃ পুনঃ সমস্ত শক্তি প্ৰয়োগ কৰিও কিঞ্চিৎ মাত্ৰও তুলিব নোৱাৰি লাজতে অধোবদন হৈ থাকিল আৰু সেই কপিবৰক প্ৰণাম কৰি ক'লে - হে কপিবৰ! আপুনি প্ৰসন্ন হওক, মই যি দুৰ্ব্বাক্য কৈছোঁ, তাক আপুনি ক্ষমা কৰক। আপুনি কোন্ সেইটো প্ৰকাশ কৰক।

হনুমানে তেতিয়া ক'লে — মই পৱনপুত্ৰ হনুমান। ময়েই সমুদ্ৰ লঙ্ঘন কৰি সীতাৰ সন্ধান আনিছিলোঁ আৰু বীৰ ৰামচন্দ্ৰক সসৈন্যে যুদ্ধ কৰি ৰাৱণ বধত সহায় কৰিছিলোঁ আৰু বীৰ ৰামচন্দ্ৰই ৰাৱণক বধ কৰি সীতাক উদ্ধাৰ কৰিছিল।

ভক্তবৎসল ৰামৰ বৰত যিমান দিন পৃথিৱীত ৰাম নাম প্ৰচাৰিত হৈ থাকিব,

সিমান দিন মই জীৱিত থাকিম। ইয়াত সীতা দেৱীৰ অনুগ্ৰহত মই সৰ্বদাই দিব্য ভোগ-সামগ্ৰী পাই থাকোঁ আৰু গন্ধৰ্ব্ব আৰু অপ্সৰা সকলে ৰাম চৰিত গীত গাই থাকি মোক পৰিতৃপ্ত কৰে।

হে বীৰ ভীমসেন! এই পথেদি দেৱতা সকলেহে অহা যোৱা কৰে. মানুহে যাতায়াত কৰিব নোৱাৰে। কোনেও যাতে তোমাক প্ৰহাৰ কৰিব নোৱাৰে নাইবা শাপ দিব নোৱাৰে, সেই বাবেহে মই পথ ৰোধ কৰি আছোঁ।

ভীমসেন আৰু হনুমান্ উভয়ৰে পৰস্পৰ সাক্ষাৎ হোৱাত উভয়ে পৰম আনন্দিত হৈছিল।

ইয়াৰ পাছত ভীমে কৌতূহলবশতঃ হনুমানৰ ত্ৰেতাযুগীয় স্বৰূপ আৰু কলেবৰ চাবৰ ইচ্ছা প্ৰকাশ কৰিলে। হনুমানে সেই অনুৰোধ অনুসাৰে নিজৰ শৰীৰ বৰ্দ্ধিত কৰিলে। তাকে দেখি ভীমসেন ভীত আৰু ৰোমাঞ্চিত হৈ বৰ্দ্ধিত কলেবৰ সঙ্কুচিত কৰিবলৈ অনুৰোধ কৰিলে।

এই খিনিতে এটা কথা মন কৰিবলগীয়া আছে। সত্যযুগৰ পৰা আৰম্ভ কৰি কলিযুগলৈ সকলো জীৱ জন্তুৰে শৰীৰ ক্ৰমান্বয়ে হ্ৰস্বতা পাই আহিছে বুলি আমাৰ শাস্ত্ৰত পোৱা যায় আৰু আধুনিক বিজ্ঞনেও প্ৰকাশ কৰিছে যে সমগ্ৰ পৃথিবীখন ক্ৰমে ক্ৰমে অণু অণুকৈ সৰু হৈ আহিব ধৰিছে। সত্যযুগত মানুহ এবৈশ হাত ওখ আছিল - এইকথা তেন্তে মিছা নহয়!

আকৌ অনিমা লঘিমা আদি সিদ্ধিৰ বলত মানুহে ইচ্ছাক্ৰমে নিজৰ শৰীৰ সৰু বৰ কৰিব পাৰিছিল আৰু আজি কালিও পাৰে। হনুমান আছিল মন্ত্ৰসিদ্ধ পুৰুষ। মন্ত্ৰৰ শক্তিত বিশ্বাস নকৰি যে নোৱাৰি এইকথা আমি প্ৰত্যক্ষ দেখিছোঁ। আমাৰ ধৰ্মশাস্ত্ৰবোৰ আৰু ঈশ্বৰ সাধনাৰ পদ্ধতিবোৰ মন্ত্ৰশক্তিযুক্ত। প্ৰণৱ বা ওঙ্কাৰেই হৈছে মন্ত্ৰসমূহৰ ৰজা।

সিদ্ধপুৰুষ সকলৰ বৰদান আৰু অভিশাপ দান যে সফল হয় তাতো আমাৰ অবিশ্বাস কৰিব লগা কোনো কথা নাই। ঋষিসকল যে মন্ত্ৰসিদ্ধ আৰু তপস্যাসিদ্ধ হৈ ধৰ্মৰ বলতে দেৱতা সকলতকৈও শ্ৰেষ্ঠ স্থান লাভ কৰিছিল এইকথা যুধিষ্ঠিৰে ভীমৰ ক্ষোভ শান্ত কৰিবলৈ উদাহৰণ স্বৰূপে কৈছিল তাক এই গ্ৰন্থতে উল্লেখ কৰা হৈছে।

সিদ্ধিলাভ কৰিবৰ আন আন উপায় হৈছে তপস্যা আৰু ঈশ্বৰ ভক্তি। ৰামভক্ত হনুমানৰ প্ৰধান উপায় হৈছে - ঈশ্বৰ ভক্তি। হনুমানৰ কাৰণে বিৰাট আকাৰ ধাৰণ কৰা নাইবা মাখিতকৈয়ো সৰু হব পৰা একো বিচিত্ৰ কথা নহয়। এইদৰে আমাৰ শাস্ত্ৰবৰ্ণিত তথাকথিত অলৌকিক ঘটনাবোৰৰ একোটি আধ্যাত্মিক বিজ্ঞানৰ সূত্ৰ পাব পাৰোঁ।

তাৰ পাছত হনুমানে কুবেৰৰ উদ্যানলৈ যোৱা পথ দেখুৱাই দি ক'লে যে

তাত হে তুমি সৌগন্ধিৰ পদ্ম পুষ্প পাবা। তাৰ পাছত হনুমানে ভীমসেনক স্নেহভৰে আলিঙ্গন কৰিলে আৰু তাৰ ফলতে ভীমৰ সকলো ক্লান্তি দূৰ হ'ল, শৰীৰত বলবৃদ্ধি আৰু মনত আনন্দ বৃদ্ধি হ'ল।

এইখিনিতেও আমাৰ মন কৰিব লগা কথা আছে। কোনো এটুকুৰা উচ্চ শক্তি সম্পন্ন চুম্বক খণ্ডৰ ওচৰত যদি কোমল এক খণ্ড লো থাকে তেতিয়া চুম্বক খণ্ডৰ পৰা সেই লৌহকখণ্ডলৈ চুম্বক শক্তি প্ৰসাৰিত হৈ যায় যেনেকৈ ওখ ঠাইৰ পৰা নিম্ন ঠাইলৈ পানী বৈ যায়। ই জড় বিজ্ঞানৰ কথা। এইদৰে উচ্চ শক্তি সম্পন্ন কোনো ব্যক্তিৰ গাত স্পৰ্শ কৰিলে, নিম্ন শক্তিৰ মানুহৰ শৰীৰলৈ তেওঁৰ পৰা উচ্চ শক্তি প্ৰসাৰিত হয়। সেই কাৰণে বহুতো তপস্যাপৰায়ণ লোকে যিকোনো লোকক স্পৰ্শ দিবলৈ ইচ্ছা নকৰে, প্ৰণাম কৰিলেও পাদস্পৰ্শ কৰিবলৈ নিদিয়ে।

ভীমেই হে যে বল আৰু উৎসাহ পালে তেনে নহয়; হনুমানেও ভীমক স্পৰ্শ কৰি ক'লে - হে ভীমসেন! তোমাৰ মনুষ্য শৰীৰ স্পৰ্শ কৰাত আজি জগৎ মনোৰঞ্জক ৰামৰূপী বিষ্ণু মোৰ স্মৃতি পথলৈ আহিল। এতিয়া তুমি কি বৰ অভিলাষ কৰা মোক কোৱা। এতিয়া মই আজিয়েই হস্তিনাপুৰলৈ গৈ ক্ষুদ্ৰ ধৃতৰাষ্ট্ৰৰ পুত্ৰ বিলাকক মৰ্দ্দিত কৰি দুৰ্য্যোধনক বন্ধন কৰি আনি দিব পাৰিম।

এই কথাতে বুজা যায় যে ৰামৰূপী বিষ্ণু তেওঁৰ স্মৰণ পথত আবিৰ্ভূত হোৱাত তেওঁ পূৰ্বৰ তেজ আৰু শক্তিৰ আবিৰ্ভাৱ নিজৰ শৰীৰতে অনুভৱ কৰিছিল।

ভীমসেনে অৱশ্যে তেনে বৰ প্ৰাৰ্থনা নকৰিলে। ভীমসেনে প্ৰাৰ্থনা কৰিলে - হে মহাবাহো! আপুনি মোৰ প্ৰতি প্ৰসন্ন থাকক। আপোনাৰ আশীৰ্বাদত যথাকালত আমি শত্ৰুজয় কৰিম। অনাথ পাণ্ডৱ সকল আজি সনাথ হ'ল। আপোনাৰ তেজৰ প্ৰভাৱতে আমি জয়ী হ'ম।

হনুমানে উত্তৰ দিলে - "বোপা! তুমি যেতিয়া যুদ্ধস্থলত সিংহনাদ কৰিবা, তেতিয়া মই তোমাৰ সেই উচ্চস্বৰৰ লগত গৰ্জ্জন কৰি উঠিম আৰু অৰ্জ্জুনৰ ৰথধ্বজত থাকি দাৰুণ চিৎকাৰ কৰিম আৰু তেতিয়া তোমালোকে অৱলীলা ক্ৰমে শত্ৰু সংহাৰ কৰিব পাৰিবা।" ইয়াৰ দ্বাৰা হনুমানে বিপক্ষৰ সৈন্য বিলাকক নিৰুৎসাহ কৰিব বুলি ক'লে। হনুমানে দেৱতা আৰু গন্ধৰ্ব্ব সকলৰ পত্নীসকলৰ আহিবৰ সময় হৈছে বুলি ভীমক তাৰ পৰা সোনকালে গুচি যাবলৈ কৈ নিজেও অন্তৰ্হিত হ'ল।

# ভীমৰ সৌগন্ধিক পদ্মপুষ্প চয়ন

ভীমসেনে হনুমানে দেখুৱাই দিয়া পথেদি অনেক পুষ্প থকা বন আৰু সৰোবৰ অতিক্ৰম কৰি সূৰ্য্য অস্ত যোৱাৰ সময়ত সৌগন্ধিক পদ্ম পুষ্প থকা সৰোবৰত উপনীত হ'ল। সেই সৰোবৰৰ পানীত তৰুণ সূৰ্য্যৰ ৰঙচুৱা অতি প্ৰীতিজনক সৌগন্ধিক পুষ্পবন শোভিত হৈ আছে। তাকে দেখি ভীম পূৰ্ণ মনোৰথ হৈ বনবাসক্লিষ্টা প্ৰিয়তমা পত্নী দ্ৰৌপদীক অনবৰত স্মৰণ কৰিবলৈ ধৰিলে। তাৰ পাছত ভীমসেনে সেই সৰোবৰৰ জল পান কৰি প্ৰফুল্লমনে সৌগন্ধিক বনৰ ফালে দৃষ্টি কৰিলে। সেই পুষ্পবোৰ অতি মনোহৰ, পাতবোৰ কাঞ্চনময়, গন্ধ অতি ৰমনীয় আৰু নীল বৈদুৰ্য্য মণিৰে নিৰ্মিত। সেই সৰোবৰ মহাৰাজ কুবেৰৰ। শত সহস্ৰ ৰাক্ষসে সেই সৰোবৰ সংৰক্ষণ কৰি আছে। ভীমসেনৰ অজিনাদি পৰিহিত মুনিৰ বেশ, অথচ খড়্গ আদি লৈ থকা বীৰৰ পৰিচ্ছদ। তেওঁ নিৰ্ভয়ে গৈ আছিল। সংৰক্ষক ৰাক্ষস সকলে তেওঁৰ বিৰুদ্ধ বেশ দেখি পৰস্পৰে কোৱাকুৱি কৰিব ধৰিলে - এওঁ অজিন পৰিধান কৰিছে অথচ আয়ুধধাৰী হৈ এই ঠাইলৈ কি বাবে আহিছে? এওঁক সোধা উচিত হব। তাৰ পাছত সিহঁতে সদৰ্পে সুধিলে— হে পুৰুষ! তুমি কোন? তোমাৰ মুনিবেশ আৰু যোদ্ধৃবেশ দুয়োপ্ৰকাৰ পৰিচ্ছদ আছে। তুমি কিয় ইয়ালৈ আহিছা?

ভীমসেনে উত্তৰ দিলে - হে ৰাক্ষস সকল! মহাৰাজ পাণ্ডুৰ পুত্ৰ ভীমসেন মই, যুধিষ্ঠিৰৰ অনুজ। মই ভ্ৰাতৃসকলৰ লগত বদৰী তীৰ্থলৈ আহিছোঁ। এদিনাখন আমাৰ প্ৰিয়তমা পত্নীয়ে সেই আশ্ৰমত এটি সৌগন্ধিক পুষ্প পাইছিল। বায়ুৰ বেগত সেইটো উৰি গৈ তাত পৰিছিল। তেতিয়াৰ পৰা অধিক সংখ্যক পুষ্প পাবৰ কাৰণে তেওঁ সমুৎসুক হৈছে। মই তেওঁৰ ইচ্ছা পূৰণ কৰিবৰ কাৰণে তেওঁৰ অভিলষিত পুষ্প চয়নৰ বাবে ইয়ালৈ আহিছোঁ।

সংৰক্ষক ৰাক্ষস বিলাকে ক'লে - তুমি যক্ষৰাজ কুবেৰৰ অনুমতি নোলোৱাকৈ - পুষ্প চয়ন কৰিব নোৱাৰিবা।

ভীমে ক'লে - যক্ষৰাজ ইয়াত নাই, মই কাক সুধিম? তদুপৰি মই প্ৰাৰ্থনা কৰিব নোৱাৰিম।

তেতিয়া ভীম আৰু কুবেৰৰ অনুচৰ বিলাকৰ মাজত যুদ্ধ হ'ল। ৰাক্ষস বিলাকে সমৰত পৰাজিত হৈ পলায়ন কৰিলে আৰু কুবেৰৰ ওচৰত সংবাদ দিলে।

যক্ষৰাজ কুবেৰে উত্তৰ দিলে যে ভীম যে পুষ্পচয়নৰ বাবে আহিছে সেই কথা মই পূৰ্বেই জানিব পাৰিছোঁ। তেওঁ ইচ্ছামত পুষ্প লৈ যাওক - মোৰ আপত্তি নাই।

ৰাক্ষস বিলাকে পুনঃ ভীমৰ ওচৰলৈ গৈ দেখে ভীমে সৰোবৰত নামি সন্তৰণ কৰিব ধৰিছে।

এই আখ্যানৰ সত্যতা সম্পৰ্কে সন্দেহ উপস্থিত হোৱাৰ সম্পূৰ্ণ সম্ভাবনা। দেৱতাসকল যে প্ৰত্যক্ষভাবে মৰ্ত্তলৈ আহি মানুহৰ লগত সম্পৰ্ক স্থাপন কৰিছিল আৰু মৰ্ত্ত্যৰ মানুহো যে স্বৰ্গলৈ গৈ দেৱতাসকলৰ লগত সম্পৰ্ক স্থাপন কৰিছিল সেইটো কথাও আধুনিক যুগত বিশ্বাসযোগ্য নহয়। দেবতা সকল যে আজিকালিও মৰ্ত্ত্যলৈ আহে আৰু অদৃশ্য ভাৱে বিচৰণ কৰে সেই কথানো বাৰু আমি কেনেকৈ বিশ্বাস কৰিব পাৰোঁ? এইদৰে বহু অলৌকিক ঘটনা বিশ্বাসৰ অযোগ্য হৈ উঠাত আমাৰ শাস্ত্ৰৰ বাস্তৱ ঐতিহাসিক ঘটনাবোৰো কাল্পনিক আখ্যান বুলি ভাবোঁ। আকৌ আধুনিক জড বিজ্ঞানে এনেকুৱা কিছুমান আবিস্কাৰ কৰিছে যাৰ দ্বাৰা কিছুকাল পূৰ্ব্বে মিথ্যা আৰু কাল্পনিক বুলি ভবা আখ্যানবোৰ সত্যবুলি বিশ্বাসযোগ্য হৈছে। আমাৰ ধৰ্মশাস্ত্ৰ বোৰত থকা বিমানৰ কথা বা আকাশ পথেদি বিনা যান বাহনে ভ্ৰমন কৰা কথা কিছুদিন আগতে কোনেও বিশ্বাস কৰা নাছিল। এতিয়া আকাশী বিমান অহা যোৱা কৰা কথা অবিশ্বাসযোগ্য নহৈ প্ৰত্যক্ষভাৱে বিশ্বাসযোগ্য হৈ পৰিছে। সিদ্ধ পুৰুষ সকলে আধুনিক যুগতো আকাশ পথেদি গমনাগমন কৰা কথাবোৰ আমি তেওঁলোকৰ জীৱনী গ্ৰন্থত পঢ়িবলৈ পাওঁ, সেইবোৰ যে অষ্ট সিদ্ধিৰ বলত সম্ভৱ হয়, সেইটোও সম্ভৱ বুলি ভবা লোকৰ সংখ্যা বাঢ়িব ধৰিছে। সূৰ্য্যৰশ্মিৰ কোনো কোনো ৰশ্মিৰ সাহায্যত লো সোণ কৰিব পৰা কথা বা কয়লা খণ্ডক হীৰা কৰিব পৰা কথাও বিশ্বাসযোগ্য হৈ পৰিছে। কোনো কোনো ৰশ্মিৰ সাহায্যত মানুহ অদৃশ্য হৈ থাকিব পৰাও কথাও বিশ্বাসযোগ্য হৈছে। ৰেডিয়ামৰ ক্ৰিয়া প্ৰক্ৰিয়াবোৰে এনে বহুপ্ৰকাৰ অবিশ্বাস্য কথা বিশ্বাস যোগ্য কৰি তুলিছে। সেইদৰে আণবিক শক্তিৰ সহায়ত মাৰণ অস্ত্ৰবোৰ ওলোৱাতো পূৰ্বৰ ব্ৰহ্মাস্ত্ৰবোৰক সন্দেহমুক্ত কৰি তুলিব ধৰিছে। কিন্তু দুঃখৰ কথা যে আমাৰ ধৰ্মশাস্ত্ৰবোৰত উল্লেখিত কথাবোৰৰ প্ৰতি এতিয়াও আমি শ্ৰদ্ধা কৰিবলৈ ইচ্ছুক হৈ উঠা নাই।

কুবেৰৰ সৰোবৰত যে কাঞ্চনময় সৌগন্ধিক পদুমফুল থাকিব পাৰে আৰু ভীমৰ লগত যে কুবেৰৰ অনুচৰ বিলাকৰ যুদ্ধ হব পাৰে তাক বিশ্বাস কৰিবলৈ এতিয়াও টান পাওঁ।

# জটাসুৰ বধ

পাণ্ডৱসকল বদৰিকাশ্ৰমতে থকা কালত জটাসুৰ নামে একৰাক্ষসে ভীম নথকাত নিজকে সৰ্বশাস্ত্ৰ বিশাৰদ আৰু মন্ত্ৰ কুশল ব্ৰাহ্মণ বুলি পৰিচয় দি পাণ্ডৱ সকলৰ লগতে থাকিবলৈ ধৰিলে, কিন্তু তাৰ অন্তৰত অসৎ অভিপ্ৰায় আছিল। ভীমে যদিও তাক আগৰে পৰা জানে তথাপি অতিথি হিচাবে থকা বাবে ধৰ্মবিৰুদ্ধ হব বুলি ভয় কৰি তাক একোকে নকৈ তেওঁলোকৰ লগত থকাত একো আপত্তি নকৰিলে।

এদিনাখন ভীম মৃগয়াৰ কাৰণে বনলৈ যোৱাত আৰু পাণ্ডৱসকলৰ লগত থকা লোমশ প্ৰভৃতি ঋষিসকল কোনোবা গাধুবলৈ, কোনোবা বা ফুল তুলিবলৈ যোৱাৰ পাছত এই সুযোগতে জটাসুৰে বিকটাকাৰ পৰিগ্ৰহ কৰি সমস্ত অস্ত্ৰ শস্ত্ৰ লৈ যুধিষ্ঠিৰ, নকুল, সহদেৱ আৰু দ্ৰৌপদীক হৰণ কৰি প্ৰস্থান কৰিলে। অৰ্জ্জুন সেই সময়ত অস্ত্ৰ শিক্ষা আৰু অস্ত্ৰ লাভৰ বাবে স্বৰ্গলৈ গৈছিল। সহদেৱ কোনো প্ৰকাৰে মুক্ত হৈ ভীমসেনক উচ্চৈঃস্বৰে মাতিবলৈ ধৰিলে। যুধিষ্ঠিৰ ৰাক্ষসৰ পক্ষে অতিশয় গধূৰ হৈ তাৰ গতি হ্ৰাস কৰিলে। ইতিমধ্যে ভীম আহি উপস্থিত হ'ল আৰু হাতৰ মুঠিৰে মাৰি মাৰি তাক নিহত কৰি পেলালে।

এই সময়ত যুধিষ্ঠিৰে আৰু ভীমে জটাসুৰক কোৱা কথা খিনি প্ৰধিানযোগ্য। সেইখিনি সংক্ষেপতঃ এই ৰূপ — যুধিষ্ঠিৰে ইচ্ছা কৰি নিজৰ স্বাভাৱিক ওজনতকৈ বেছি গধুৰ হ'ল। নিশ্চয় ই একপ্ৰকাৰ বিদ্যা, যি বিদ্যা যুধিষ্ঠিৰে জানিছিল। তাতকৈও মূল্যবান কথা এয়ে যে যুধিষ্ঠিৰে ৰাক্ষসক কৈছে যে ৰাক্ষস বিলাকে ধৰ্মৰ মূল কথাবোৰ জানে আৰু মানে। ইয়াৰ পৰা বুজা যায় যে ৰাক্ষস বিলাকৰ উচ্চ এক সংস্কৃতি আছিল। প্ৰকৃততে ৰাৱণ বিভীষণ আদি ৰাক্ষস বিলাক বেদ শাস্ত্ৰোক্ত ৰাজনীতি আৰু অৰ্থনীতি ভালদৰে জানিছিল। যুধিষ্ঠিৰে কৈছে— ওৰে ৰাক্ষস! মিত্ৰ আৰু বিশ্বস্ত ব্যক্তিৰ প্ৰতি কেতিয়াও অনিষ্ট আচৰণ কৰিব নাপায় আৰু যাৰ ঘৰত আশ্ৰয় লোৱা যায় আৰু যাৰ অন্ন ভোজন কৰা যায় তেনে মানুহৰ অপকাৰ কৰা নিতান্ত গৰ্হিত আৰু দোষাবহ। তুমি আমাৰ ঘৰত পৰম সুখে আৰু সমাদৰে বাস কৰি থাকি আমাৰ দ্বাৰাই প্ৰতিপালিত হৈছা; এতিয়া কি নিমিত্তে আমাক হৰণ কৰি নিবলৈ ইচ্ছা কৰিছা? তুমি অতি দুৰাচাৰ আৰু দুৰ্ম্মতি। তোমাৰ জীৱনত কিছুমাত্ৰ প্ৰয়োজন নাই; আজি তোমাৰ মৃত্যু সন্নিকট। তোমাৰ যদি নিতান্তই মন্দ বুদ্ধি হৈছে, তেন্তে এতিয়াই আমাৰ অস্ত্ৰ শস্ত্ৰ আমাক ঘূৰাই দি আমাৰ লগত যুদ্ধ কৰি আমাক পৰাজিত কৰি দ্ৰৌপদীক হৰণ কৰি লৈ যোৱা। আজি তুমি দ্ৰৌপদীক স্পৰ্শ কৰি কলহত থকা কালকূট বিষ আলোড়ন কৰি পান কৰিছা।

ইতিমধ্যে সহদেৱে ৰাক্ষসৰ লগত যুদ্ধ কৰিবলৈ উদ্যত হৈছে এনেতে ভীমসেন গদা হাতত লৈ ওলাইছেহি। ভীমসেনে জটাসুৰক বধ কৰাৰ পূৰ্বে যিখিনি তিৰস্কাৰৰ কথা কৈছে সিও বৰ মূল্যৱান কথা। ভীমে কৈছে — মই পূৰ্বেই শস্ত্ৰ পৰীক্ষা কৰিবৰ সময়তে তোৰ বলবীৰ্য্য কিমান তাৰ সম্যক পৰিচয় পাইছিলো আৰু তোৰ অসৎ অভিপ্ৰায়ৰ কথা গম পাইছিলো আৰু মই ইচ্ছা কৰিলে কেতিয়াবাই তোৰ প্ৰাণ সংহাৰ কৰিব পাৰিলোঁহেঁতেন। মই সেই সময়ত তোৰ প্ৰাণ বিনষ্ট কৰা নাই এইবুলি যে তই আমাৰ বিশেষ একো অনিষ্ট কৰিব নোৱাৰিবি আৰু তই ব্ৰাহ্মণ বেশে প্ৰচ্ছন্ন ভাৱে থাকি আমাৰ অপ্ৰিয় আচৰণ কৰা নাই বৰং সাধ্য অনুসাৰে আমাৰ প্ৰিয়কাৰ্য্য সাধন কৰিছ। সেই সময়ত তই অতিথি বুলি পৰিচয় দিছিলি; গতিকে সেই সময়ত বিনা অপৰাধে কেনেকৈ তোক সংহাৰ কৰোঁ? তেতিয়া সেই অৱস্থাত তোক ৰাক্ষস ভাবিও যদি কোনো লোকে বিনাশ কৰে তাৰ নৰক গতি হয়। এতিয়া তই যি অপৰাধ কৰিছ তাৰ দ্বাৰা তোক বিনাশ কৰাত মোৰ কোনো পাপ নহয় - তই বক আৰু হিড়িম্বৰ পথেদি গমন কৰিব লাগিব।

ভীম কৰ্মা ভীমৰ ধৰ্মজ্ঞানৰ ই এক অতি মূল্যৱান নিদৰ্শন। তাৰ পাছত ভীমসেনে জটাসুৰক যুদ্ধ কৰি বধ কৰিলে।

## ভীমৰ কুবেৰৰ অনুচৰ বিলাকৰ লগত আকৌ এবাৰ যুদ্ধ ঃ

পাণ্ডৱসকলে আৰ্ষ্টিষেণ মুনিৰ অনুৰোধত অৰ্জ্জুনৰ স্বৰ্গৰ পৰা ঘূৰি অহা সময়লৈকে তেওঁৰ আশ্ৰমত থাকি অপেক্ষা কৰি আছিল। পাণ্ডৱসকল আশ্ৰমত থকা খবৰ পাই বহুজন বিশুদ্ধ স্বভাৱ আৰু সংযত মুনি আহি তেওঁলোকৰ লগত ধৰ্মকথা আলোচনা কৰিছিলহি। এইদৰে কিছুদিন যোৱাৰ পাছত এদিন পক্ষীৰাজ গৰুড় মহাহ্ৰদত থকা এক মহানাগক গ্ৰাস কৰি সহসা সেই ঠাইত উপস্থিত হ'লহি। গৰুড় পক্ষীৰ পদৰ ভৰত বৃক্ষবোৰ ইফালে সিফালে হালি জালি পৰিব ধৰিলে। তাৰ পাছত বতাহৰ কোবত পৰ্ব্বতৰ ওপৰৰ পৰা শুভলক্ষণ সৌগন্ধশালী এধাৰি মালা পাণ্ডৱবিলাকৰ সমুখত সহসা পতিত হ'ল। সেই মালাধাৰি যিবোৰ পুষ্পেৰে গঁথা হৈছিল সেই পুষ্পবোৰ অতিশয় দিব্য আৰু পাঁচ প্ৰকাৰ ৰং থকা আছিল। তাকে দেখি পাণ্ডৱসকল বৰ চমৎকৃত হ'ল।

তাৰ পাছত দ্ৰৌপদীয়ে সুযোগ বুজি ভীমসেনক সম্বোধন কৰি ক'লে— হে ভৰতকুল তিলক! গৰুড়ৰ পক্ষৰ আঘাতত পৰ্বতৰ ওপৰৰ পৰা যিবোৰ পুষ্প সৰি পৰিছিল, সেই পুষ্পবোৰ পাঁচ বৰ্ণৰ। বোধহয় যি ঠাইৰ পৰা এই পুষ্পবোৰ সৰি পৰিছে সেই ঠাই অতি বিস্ময়কৰ আৰু পৰম ৰমণীয়। সেই ঠাই চাবলৈ মোৰ বৰ অভিলাষ হৈছে।

দ্ৰৌপদীৰ কথাত উত্তেজিত হৈ ভীমসেনে হাতত ধনুশৰ আৰু পিঠিত তূণীৰ বান্ধি অকুতো ভয়ে সিংহৰ দৰে দ্ৰুত পদ সঞ্চাৰে পৰ্বতাভিমুখে গমন কৰিলে। ভীমসেনে ভয় মোহ পৰিত্যাগ কৰি পৰ্বতৰ ওপৰত উপনীত হোৱা দেখি দ্ৰৌপদীৰ আহ্লাদৰ সীমা নোহোৱা হ'ল। ভীমসেন এক অতি সংকীৰ্ণ পথেদি অতি উন্নত গিৰিশিখৰত উঠি যক্ষৰাজ কুবেৰৰ আবাস স্থান দেখিবলৈ পালে। সেই বাসভূমি কাঞ্চন আৰু স্ফটিকময় গৃহ সমূহেৰে সুশোভিত, তাৰ চাৰিওফাল সুবৰ্ণ নিৰ্ম্মিত প্ৰাচীৰৰ দ্বাৰা পৰিবেষ্টিত। কোনো কোনো ঠাই মনোহৰ উদ্যানেৰে পৰম-ৰমণীয়। সেই ঠাইৰ অট্টালিকা বোৰৰ চূড়া বিলাকে আশ্চৰ্য্য শোভা বিস্তাৰ কৰিছে। দ্বাৰ আৰু তোৰণ সমূহত বায়ু সঞ্চালিত পতাকাৰে বিভূষিত। ভীমসেনে বাহুৰে ধনুৰ মূৰ অৱলম্বন কৰি ধনাধিপতি কুবেৰৰ পুৰশোভা সন্দৰ্শন কৰি থাকি স্বীয় পূৰ্ব সম্পত্তি স্মৰণ কৰি নিতান্ত দুঃখিত হ'ল।

তাৰ পাছত ভীমসেনে ৰত্ন-জালেৰে সমবৃত বিচিত্ৰ মাল্য বিভূষিত ৰাক্ষসাধিপতিৰ আবাস স্থান অৱলোকন কৰি গদা, খড়্গ, আৰু শৰাসন লৈ পৰ্ব্বতৰ দৰে অচল আৰু নিশ্চেষ্ট হৈ থিয় দি থাকিল। তাৰ পাছত লোম হৰ্ষণ শঙ্খ ধ্বনি, জ্যাঘোষ আৰু তৰবাৰিৰ শব্দেৰে প্ৰানীবিলাকক মোহিত কৰিলে। সেই ধ্বনি শুনি যক্ষ ৰাক্ষস আৰু গন্ধৰ্ব বিলাক পুলকিত দেহে অস্ত্ৰ শস্ত্ৰ গ্ৰহণ কৰি সেই শব্দ লক্ষ্য কৰি মধ্যম পাণ্ডৱ ভীমসেনৰ ওচৰত উপস্থিত হ'লহি।

তাৰ পাছত ভীমৰ লগত সিহঁতৰ যুদ্ধ হ'ল। যুদ্ধত যক্ষবিলাক বিকৃত কলেবৰ হৈ অতিশয় আৰ্ত্তনাদ কৰি অস্ত্ৰ শস্ত্ৰ পৰিত্যাগ কৰি দক্ষিণমুখে প্ৰস্থান কৰিলে। সেই যুদ্ধত কুবেৰৰ সখীয়েক মণিমান ৰাক্ষসৰ লগত ঘোৰতৰ যুদ্ধ হ'ল। মণিমান নিহত হ'ল। অৱশিষ্ট ৰাক্ষস বিলাক পলাই গ'ল।

ইফালে যুদ্ধৰ কোলাহল শুনি যুধিষ্ঠিৰে দ্ৰৌপদীক আৰ্ষ্টিষৈণৰ ওচৰত থৈ নকুল আৰু সহদেবৰ লগত ভীমৰ সন্ধানত সেই কোলাহল লক্ষ্য কৰি শৈলশৃঙ্গত উপনীত হ'ল।

যুদ্ধৰ সংবাদ পাই ধনাধিপতি কুবেৰো ক্ৰোধেৰে ৰথত আৰোহণ কৰি সেই স্থান পালেহি; কুবেৰক অহা দেখি ধৰ্মৰাজ যুধিষ্ঠিৰ, নকুল আৰু সহদেৱে কুবেৰক প্ৰণাম কৰি অপৰাধীৰ দৰে তেওঁক বেষ্টন কৰি থিয় হৈ থাকিল আৰু সমুদয় যক্ষ ৰক্ষ আৰু গন্ধৰ্ব্ব বিলাক নিৰ্ব্বিকাৰ চিত্ত হৈ থাকিল; কাৰণ কুবেৰৰ মনোভাৱ পাণ্ডৱ বিলাকৰ প্ৰতি প্ৰসন্ন আছিল। ভীমসেনে কিঞ্চিৎ দূৰৈ পৰা ধনাধিপতিক নিৰীক্ষণ কৰি আছিল। কুবেৰে যুধিষ্ঠিৰক কোনো প্ৰকাৰ অসম্মান নকৰি যিমান দিন ইচ্ছা সিমান দিন তাত বাস কৰিবলৈ অনুমতি হে দিলে। তেতিয়া ভীমসেনো কুবেৰৰ ওচৰ চাপি আহিলত ধনাধিপতি কুবেৰে ক'লে তুমি যে কৃষ্ণাৰ নিমিত্তে

মোক অনাদৰ কৰি এই সাহসৰ কৰ্ম কৰিছা, তাত মই সন্তুষ্ট হে হৈছোঁ। তেতিয়া ভীমে অৱনত মস্তকেৰে কুবেৰক প্ৰণাম কৰিলে।

কুবেৰৰ আদেশত কুবেৰৰ অনুচৰ বৰ্গ পাণ্ডৱ বিলাকৰ সেৱা শুশ্ৰূষাত নিযুক্ত হৈ থাকিল।

# ভীম আৰু অজগৰৰ কথা

বীৰ পাণ্ডৱ সকলে কুবেৰৰ অনুগ্ৰহত কুবেৰৰ বাসস্থান সেই শৈলশৃঙ্গত চাৰিবছৰ বাস কৰিলে। তাৰ পূৰ্ব্বে ছয়বছৰ বনবাস হৈ গৈছে। এতিয়া পুৰা দহবছৰ বনবাস হৈ গ'ল। ইয়াৰ পাছত তেওঁলোকে শৈলশৃঙ্গৰ পৰা নামি আহিল আৰু বৃষপৰ্ব্বাৰ আশ্ৰমলৈ আহিল। ইতিমধ্যে অৰ্জ্জুন স্বৰ্গ ৰাজ্যৰ পৰা অস্ত্ৰবিদ্যা শিক্ষা কৰি আৰু অস্ত্ৰ লাভ কৰি ঘূৰি আহিল। কুবেৰৰ শৈলশৃঙ্গত তেওঁলোক থাকোঁতেই অৰ্জ্জুন ঘূৰি আহিছিল। তাত যি চাৰি বছৰ পাণ্ডৱসকল আছিল, সেই চাৰি বছৰ পৰম সুখে কালাতিপাত কৰিছিল। অজ্ঞাত বাসৰ এক বছৰৰ ভিতৰত কৌৰৱসকলে যাতে তেওঁলোকক বিচাৰি উলিয়াব নোৱাৰে সেই উদ্দেশ্যে তেওঁলোকে ক্ৰমে দূৰৈৰ পৰা দূৰন্তৰলৈ গৈ দহবছৰ কটাই দিলে। এতিয়া বনবাসৰ সময় ক্ৰমে শেষ হৈ আহিব ধৰাত তেওঁলোকৰ মন প্ৰফুল্লিত হৈ আহিব ধৰিছে আৰু দুৰ্য্যোধনক যুদ্ধত পৰাজিত কৰি ৰাজ্য পুনৰুদ্ধাৰৰ সপোন দেখিব ধৰিছে। তেওঁলোকে বৃষপৰ্বাৰ আশ্ৰমত অলপ দিন থাকিয়েই দ্বৈতবনলৈ আহিল।

এই দ্বৈতবনত যি ভীম অযুত হস্তীৰ সমান বলশালী, সেই ভীম এদিনাখন এক অজগৰ সৰ্পৰ কবলত পৰি বলহীন হৈ পৰিছিল। মহাপৰাক্ৰমী ভীমসেন এদিন মৃগ অন্বেষণ কৰি নিবিড় অৰণ্যত প্ৰৱেশ কৰিলে। কিছুদূৰ গৈ গিৰিদুৰ্গৰ মাজত বৈ থকা এক মহাকায় ভুজঙ্গম দেখিবলৈ পালে। সেই সৰ্পটিক দেখিলে গাৰ লোম শিহৰি উঠে। সেই সৰ্পৰ বিপুল কলেবৰ পৰ্বতাকাৰ আছিল, আৰু গোটেই শৰীৰটো চিত্ৰ-বিচিত্ৰ আছিল। ৰং আছিল হালধীয়া। দাঁতবোৰ আছিল অতি ভীষণ, মুখগহ্বৰ আছিল গুহাৰ দৰে আৰু চকুদুটি আছিল অতি উজ্জ্বল আৰু ৰক্তবৰ্ণ, আকৃতি আছিল কালান্তক যমৰ দৰে। দেখিলেই ভয়ত আতঙ্কিত হব লাগে। সেই ভুজঙ্গই মুহুৰ্মুহু দীৰ্ঘ নিশ্বাস পেলাই ঘনে ঘনে জিভাৰে মুখ চেলেকি আছিল যেন আন জীৱজন্তুক তিৰস্কাৰ কৰি দৰ্প প্ৰকাশ কৰিব ধৰিছে।

সেই ঘোৰ দৰ্শন অজগৰে সহসা ক্ৰোধান্বিত চিত্তে ভীমসেনৰ সমীপস্থ হৈ বলেৰে তেওঁৰ হাতদুখন আক্ৰমণ কৰিলে। ভীমসেনৰ বলশক্তি সেই বিষধৰৰ স্পৰ্শত একেবাৰে নাইকিয়া হৈ গ'ল। নিজক মুক্ত কৰিবলৈ অসমৰ্থ হ'ল। এই বিষধৰ আছিল শাপগ্ৰস্ত নহুষ নৃপতি। পাণ্ডুবংশৰে পূৰ্ব পুৰুষ। তেওঁ ব্ৰাহ্মণ বিলাকক অবমাননা কৰা বাবে অগস্ত্য ঋষিৰ শাপত এই দুৰৱস্থাগ্ৰস্ত হৈছে। ৰজা নহুষৰ কাতৰ উক্তিত অগস্ত্য ঋষিয়ে শাপান্ত কৰিছিল যে "কিছুদিন পাছত তুমি এই শাপৰ পৰা মুক্তি পাবা, তোমাৰ বুদ্ধি বৃত্তি আৰু স্মৃতি লোপ নহয় আৰু যিজন লোকে তোমাৰ প্ৰশ্নৰ উত্তৰ দিব পাৰিব তেৱেঁই তোমাক এই শাপৰ পৰা মুক্ত

কৰিব।'' তেতিয়া অন্যান্য ব্ৰাহ্মণ সকলে সদয় হৈ কৈছিল ''হে ৰাজন্। তুমি অতি বলবান জন্তুক বা লোকক অক্ৰমণ কৰিলেও সেই জন্তু বা লোক তৎক্ষণাৎ নিশকতীয়া হৈ যাব।'' সেইবাবেহে ভীম নিশকতীয়া হৈছিল। সেই অজগৰ সৰ্পই ভীমৰ সৰ্বাঙ্গ কুণ্ডলীগ্ৰস্ত কৰি পেলালে - কেৱল হাত দুখন হে বাহিৰত ওলাই থাকিল।

ইফালে ধৰ্মপুত্ৰ যুধিষ্ঠিৰে নানাবিধ অনিষ্টজনক উৎপাত আৰু দুৰ্লক্ষণ দেখিবলৈ পাই মন মৰা হৈ পৰিল। তেওঁ তেওঁলোকৰ মাজত সেই সময়ত ভীমক নেদেখি দ্ৰৌপদীক সুধিলে - পাঞ্চালি! ভীমসেন ক'ত? দ্ৰৌপদীয়ে উত্তৰ দিলে - বহু সময় হ'ল, তেওঁ ক'লৈ গৈছে একোকে নাজানোঁ।

তেতিয়া যুধিষ্ঠিৰে দ্ৰৌপদীক অৰ্জ্জুনৰ ৰক্ষণাবেক্ষণত ৰাখি নকুল সহদেৱকো লগত নিনি ধৌম্য পুৰোহিতক লগত লৈ ভীমক অন্বেষণ কৰিবলৈ ওলাই গ'ল। মহাৰাজ যুধিষ্ঠিৰে যি পথেদি ভীম গৈছিল, সেই পথত ভীমে ভাঙি থৈ যোৱা গছগছনিবোৰ দেখি, সেই পথ অনসৰণ কৰি গৈ সুদুৰ্গম গিৰি গুহাৰ ভিতৰত অজগৰ সৰ্পৰ কৱলত পৰা ভীমক দেখিবলৈ পালে।

যুধিষ্ঠিৰে ভীমসেনক দেখি সুধিলে - ভ্ৰাতঃ, কিয় তোমাৰ এই বিপত্তি হ'ল?

ভীমসেনে অগ্ৰজৰ এই প্ৰশ্নৰ উত্তৰত ক'লে - আৰ্য্য! এই যে যি বিষধৰ সৰ্পই মোক ভক্ষণ কৰিবৰ বাবে মেৰিয়াই ধৰিছে, এওঁ পূৰ্বে মহাসত্ত্ব ৰাজৰ্ষি নহুষ আছিল, এতিয়া ভুজঙ্গৰ দৰে হৈ ইয়াত আছে। এইবুলি কৈ সকলো বৃত্তান্ত বৰ্ণনা কৰিলে।

তেতিয়া যুধিষ্ঠিৰে সৰ্পক ক'লে - হে আয়ুষ্মন্! তুমি মোৰ এই অমিত বলশালী সহোদৰক পৰিত্যাগ কৰা। আমি তোমাক তোমৰা ক্ষুধা নিবাৰণৰ উপযোগী অন্য খাদ্য দ্ৰব্য দিম।

সৰ্পই ক'লে তুমি যদি মোৰ প্ৰশ্নৰ উত্তৰ দিব পাৰা তেতিয়া হ'লেহে মই তোমাৰ ভ্ৰাতৃক এৰি দিব পাৰিম।

তেতিয়া যুধিষ্ঠিৰে ক'লে — হে বিষধৰ! আপুনি যেনে ইচ্ছা তেনে প্ৰশ্ন কৰক। মই আপোনাৰ প্ৰশ্নৰ উত্তৰ দি সন্তুষ্ট কৰিম; কিন্তু আপুনি ব্ৰহ্মজ্ঞানীৰ জ্ঞাতব্য নিৰ্ব্বিশেষ পুৰুষক জানিব পাৰিছে নে নাই সেই বিষয়ে নাজানিলে আপোনাৰ প্ৰশ্নৰ উত্তৰ নিদিওঁ।

তেতিয়া সৰ্পই ক'লে হে যুধিষ্ঠিৰ। তোমাৰ কথাত বুজা গৈছে যে তুমি অতি বুদ্ধিমান্; গতিকে তুমি প্ৰথমতে কোৱাছোন — ব্ৰহ্মণ কোন্ আৰু বেদ্য (জ্ঞাতব্য) কি?

যুধিষ্ঠিৰে কৈছে - যি ব্যক্তিত সত্য, দান, ক্ষমা, শীল, অনৃশংসতা, তপস্যা

আৰু ঘৃণা লক্ষিত হয় তেৰেঁই ব্ৰাহ্মণ। (ঘৃণা - কৃপা)।[১] আৰু যাক পালে শোক দুঃখ নাথাকে শোকদুঃখ বৰ্জিত নিৰ্ব্বিশেষ ব্ৰহ্মাই বেদ্য।

হে যুধিষ্ঠিৰ! অভ্ৰান্ত বেদ চতুৰ্ব্বৰ্ণৰে ধৰ্মসংস্থাপক; সুতৰাং বেদমূলক এই যে সত্য, দান, ক্ষমা, অনৃশংসতা, অহিংসা আৰু কৰুণা শূদ্ৰব্যক্তিতো লক্ষিত হব ধৰিছে; যদি শূদ্ৰতো সত্যাদি ব্ৰাহ্মণ ধৰ্ম লক্ষিত হ'ল, তেন্তে শূদ্ৰও ব্ৰাহ্মণ হব পাৰে আৰু তুমি যাক বেদ্য বুলি নিৰ্দ্দেশ কৰিলা, সুখদুঃখ বৰ্জ্জিত তেনে বস্তু কতো নাই।[২]

যুধিষ্ঠিৰে ক'লে - অনেক শূদ্ৰলোকৰ স্বভাৱত ব্ৰাহ্মণৰ লক্ষণ আৰু অনেক দ্বিজাতিৰ স্বভাৱত শূদ্ৰৰ লক্ষণ দেখা যায়; অতএৱ শূদ্ৰবংশীয় হ'লেই যে শূদ্ৰ হয় আৰু ব্ৰাহ্মণ বংশীয় হ'লেই যে ব্ৰাহ্মণ হয়, এইৰূপ নহয়; কিন্তু যিসকল ব্যক্তিত বৈদিক ব্যৱহাৰ লক্ষিত হয়, তেওঁলোকেই ব্ৰাহ্মণ আৰু যি সকল ব্যক্তিত সেইটো দেখা নাযায়, তেওঁলোকেই শূদ্ৰ।[১] তুমি কৈছা যে "সুখ দুঃখ বিহীন কোনো বস্তু নাই, অতএৱ তোমাৰ কোৱা বেদ্য লক্ষণ অসঙ্গত হৈছে"। সেইটো সঁচা, কিয়নো অনিত্য বস্তু মাত্ৰতে হয় সুখ নহয় দুঃখ অনুভৱ কৰা যায় কিন্তু মোৰ মতে কেৱল এক মাত্ৰতে হয় সুখ নহয় দুঃখ অনুভৱ কৰা যায় কিন্তু মোৰ মতে কেৱল এক নিত্য পৰমেশ্বৰেই সুখ দুঃখ বিহীন; অতএৱ তেৰঁই বেদ্য। এই বিষয়ে তোমাৰ কিমত কোৱা।

সৰ্পই কৈছে - হে আয়ুস্মান্! যদি বৈদিক ব্যৱহাৰেই ব্ৰাহ্মণত্বৰ কাৰণ বুলি স্বীকাৰ কৰা যায়, তেনেহলে যি পৰ্য্যন্ত বেদবিহিত কাৰ্য্যত সামৰ্থ্য নজন্মে, সেই পৰ্য্যন্ত জাতি কোনো কাৰ্য্যৰ লায়েক নহয় নে কি?

যুধিষ্ঠিৰে উত্তৰ দিছে - বাক্য, মৈথুন, জন্ম আৰু মৰণ মানৱ জাতিৰ সাধাৰণ ধৰ্ম। পুৰুষবিলাকে এই ধৰ্মৰ বশৱৰ্ত্তী হৈ জাতি বিচাৰত বিমূঢ় হৈ (জাতি বিচাৰ নকৰি)— যিকোনো ৰমণীতে সন্তান উৎপাদন কৰে। মনুষ্য জাতিৰ ভিতৰত সমুদয় বৰ্ণৰে এই সাঙ্কৰ্য্য দোষ হোৱা কাৰণে ব্ৰাহ্মণত্বাদি জাতি বিচাৰ কৰা নিতান্ত

---

(১) সত্যং দানং ক্ষমা শীলমানৃশংস্যং তপো ঘৃণা।
দৃশ্যন্তে যত্ৰ নাগেন্দ্ৰ স ব্ৰাহ্মণঃ ইতস্মৃতঃ।। ২১

(২) শূদ্ৰেষ্বাপি চ সত্যঞ্চ দানমক্ৰোধ এব চ।
আনৃশংস্যমহিংসা চ ঘৃণা চৈব যুধিষ্ঠিৰ।।২৩।।
বেদ্যং যচ্চাত্ৰ নিদুঃ খমসুখৰ্হত নৰাধিপ।
তাভ্যাং হীনং পদং চাণ্যন্ন তদস্তীতিলক্ষয়ে ।।২৪।। ১৮০ অধ্যায়-বনপৰ্ব্ব।

(১) শূদ্ৰে তু যম্ভবেল্লক্ষ্ম দ্বিজে তচ্চ ন বিদ্যতে।
ন বৈ শূদ্ৰো ভবেৎছূদ্ৰো ব্ৰাহ্মণো ন চ ব্ৰাহ্মণঃ।। ২৫
যত্ৰৈতল্লক্ষ্যতে সৰ্প বৃত্তং স ব্ৰাহ্মণঃ স্মৃতঃ।
যত্ৰৈতন্ন ভবেৎ সৰ্প তং শূদ্ৰমিতি নিৰ্দ্দিশেৎ।।

দুৰ্জ্ঞেয়; কিন্তু তত্ত্বদৰ্শী সকলে তাৰে ভিতৰত "যিবিলাক লোক যাগশীল, সেই বিলাক লোকেই ব্ৰাহ্মণ" বুলি এই আৰ্য্য প্ৰমাণ অনুসাৰে বৈদিক ব্যৱহাৰৰ ওপৰতে প্ৰাধান্য দিছে। জাত কৰ্মাদি সংস্কাৰ অন্নপ্ৰাশন, চূড়াকৰণ আৰু উপনয়ন আদি সংস্কাৰেই বৈদিক ব্যৱহাৰৰ পৰিচয়।

সৰ্পই যুধিষ্ঠিৰৰ উত্তৰত সন্তুষ্ট হৈ ভীমক ভক্ষণ নকৰি এৰি দিলে।

## ঘোষ যাত্ৰা - গোধন পৰিদৰ্শন ঃ

পাণ্ডৱ সকল দ্বৈতবনলৈ আহিছে। এই খবৰ কৌৰৱ সকলে পাই, দুৰ্য্যোধনাদিৰ শকুনি আৰু কৰ্ণৰ পৰামৰ্শত নিজৰ সম্পদ্ আৰু প্ৰতিপত্তি পাণ্ডৱসকলক দেখুৱাবৰ অহঙ্কাৰ ভাৱ মনত উদয় হৈছে। পাণ্ডৱসকলে দুঃখ কষ্টৰ মাজত কালযাপন কৰিব ধৰিছে। তেওঁলোকে কৌৰৱসকলৰ শ্ৰীসমৃদ্ধি আৰু গৌৰৱ দেখিলে আৰু বেছি মনোকষ্ট পাব, বল্কল আৰু অজিন পৰিহিতা দ্ৰৌপদীয়ে কৌৰব বধূসকলৰ বসন ভূষণ আৰু অলঙ্কাৰ দেখি পৰিতাপ বোধ কৰিব। সুতৰাং মহিল সকলক লগত লৈ দুৰ্য্যোধন দ্বৈতবনলৈ যোৱা উচিত। - এই মন্ত্ৰণা কৰি ৰজা ধৃতৰাষ্ট্ৰৰ অনুমতি বিচাৰি গৈ শকুনিয়ে ক'লে - মহাৰাজ! দ্বৈতবনত আমাৰ গুৱাল বিলাকৰ বসতি আছে; তাত অমাৰ গৰু বিলাক আছে। গাই গৰুবিলাকৰ দামুৰি বিলাকৰ সংখ্যা, বয়স আৰু কোন বৰ্ণৰ কিমান দামুৰি আছে হিচাব লবৰ এইটোৱে উপযুক্ত সময় আৰু এই ঘোষপল্লী অতি ৰমণীয় ঠাইত অৱস্থিত; আৰু মৃগয়া কৰিবৰো বিশেষ সুবিধা আছে। সেই কাৰণে আমি মহিলা সকলকো লগত লৈ যাম। আপুনি অনুমতি দিয়ক।

ৰজা ধৃতৰাষ্ট্ৰই জানে যে সেই ঠাইতে পাণ্ডৱসকলে বাহৰ পাতি আছে। কেনেবাকৈ কন্দল হয় বুলি ভাবি তেওঁ পোনতে অনুমতি দিব খোজা নাছিল; কিন্তু দুৰ্য্যোধনে যেতিয়া যি মৎলব কৰে তাক সিদ্ধ কৰিহে এৰে। আদৰুৱা পুত্ৰ দুৰ্য্যোধনৰ আক্ৰান্তিত তেওঁ অনুমতি দিবলৈ বাধ্য হ'ল। অনিচ্ছাসত্বেও ধৃতৰাষ্ট্ৰই অনুমতি দিলে।

দুৰ্য্যোধনে কৰ্ণ শকুনি আৰু দুৰ্য্যোধনৰ অন্যান্য ভ্ৰাতৃসকলৰ পৰিবাৰ বৰ্গক লগত লৈ দ্বৈতবনলৈ মৃগয়া কৰিবৰ বাবে যাত্ৰা কৰিলে। দুৰ্য্যোধনে গুৱাল পটিত গৰুৰ সংখ্যা নিৰূপণ কৰি বনৰ মাজত মৃগয়া আৰম্ভ কৰিলে। শিবিৰৰ স্থল নিৰূপিত হৈছিল যি সৰোবৰৰ ওচৰত পাণ্ডৱ বিলাকৰ আবাস আছিল তাৰপৰা দুই ক্ৰোশ দূৰৈত; কিন্তু পাণ্ডৱ বিলাকৰ সমীপত থকা সৰোবৰৰ পাৰতে ক্ৰীড়াগৃহ সমূহ নিৰ্মান কৰিবলৈ আৰম্ভ কৰিলে।

সেই সময়ত সৰোবৰত গন্ধৰ্ব্বৰাজ চিত্ৰসেন আৰু দেবকুমাৰ সকলে অপ্সৰা

সকলৰ লগত মিলিত হৈ জলক্ৰীড়া কৰি আছিল। তেওঁ দুৰ্য্যোধনৰ ভৃত্য বিলাকক তিৰস্কাৰ কৰি খেদি দিলে। তেতিয়া দুৰ্য্যোধন ক্ৰুদ্ধ হৈ চিত্ৰসেন গন্ধৰ্বৰাজৰ লগত যুদ্ধ আৰম্ভ কৰি দিলে।

সেই যুদ্ধত কৰ্ণৰ পৰাজয় হ'ল আৰু কৰ্ণই পলায়ন কৰিলে। দুৰ্য্যোধন আৰু তেওঁৰ ভ্ৰাতৃসকল চিত্ৰসেনৰ হাতত বন্দী হ'ল। গন্ধৰ্ব্ব সকলে ৰজাঘৰৰ পত্নীবৃন্দকো হৰণ কৰি লৈ গ'ল।

তেতিয়া দুৰ্য্যোধনৰ অমাত্য বৰ্গই আৰু সৈনিকবিলাকে যুধিষ্ঠিৰৰ ওচৰত করুণভাৱে সহায় প্ৰাৰ্থনা কৰিলে।

এতিয়া ভীমসেনৰ ন্যায়সঙ্গত ক্ৰোধৰ ক্ষণিক উত্তেজনাত কৌৰৱসকলৰ প্ৰতি অন্তৰত থকা আক্ৰোশৰ উদ্ৰেক হ'ল।

ভীমসেন কৌৰৱ বিলাকৰ পূৰ্বকৃত অপৰাধৰ জ্বালাত জ্বলি আছিল। সেইবাবে একো নভবা নিচিন্তাকৈ বিদ্ৰূপ কৰি ক'লে যে "ভালেই হৈছে- আমাৰ কাৰ্য্য গন্ধৰ্ব্ব বিলাকেই সাধন কৰিছে। দুৰ্য্যোধনে ভাল শিক্ষা পাওক।" এইদৰে বহু কথা ক'লে।

যুধিষ্ঠিৰে তেতিয়া ভীমক ভৰ্ৎসনা কৰি ক'লে - ভীমসেন! তুমি এইবোৰ কি কৈছা? কৌৰৱ সকলে ভয়াৰ্ত্ত আৰু দুৰৱস্থাগ্ৰস্ত হৈ আমাৰ আশ্ৰয় লৈছে। এনে সময়ত তুমি এনে ধৰণে কথা কোৱা উচিত হোৱা নাই। জ্ঞাতি বিবাদ আৰু জ্ঞাতি বৈৰিতা সদায় ঘটি থাকে; তথাপি কুলধৰ্ম কেতিয়াও নিৰ্ম্মূল হব নোৱাৰে। যদি অপৰ কোনো ব্যক্তিয়ে বংশৰ অনিষ্ট চেষ্টা কৰে, তেতিয়া কুলত ওপজা সৎপুৰুষ বিলাকৰ কৰ্ত্তব্য হৈছে সকলোৱে একমতাৱলম্বী হৈ পৰে কৰা দৌৰাত্ম্যৰ প্ৰতিকাৰ কৰা। বৃকোদৰ! মই যদি আজি যজ্ঞ আৰম্ভ নকৰিলোঁহেঁতেন ময়ে নিঃসংশয়ে স্বয়ং দুৰ্য্যোধনক মুক্ত কৰিবলৈ লৰি গলোঁহেতেন। এতিয়া তোমালোক চাৰিও ভাই যোৱা।

অৰ্জ্জুনে ৰজা যুধিষ্ঠিৰৰ কথা শুনি ততালিকে যুদ্ধৰ বাবে সাজু হৈ ক'লে- যদি গন্ধৰ্বৰাজে সন্ধিৰ দ্বাৰা দুৰ্য্যোধনক মুক্ত নকৰে, আজি পৃথিবীয়ে তেওঁৰ শোণিত পান কৰিব। যুধিষ্ঠিৰৰ আদেশত ভীম অৰ্জ্জুন নকুল সহদেৱ চাৰিউ ভাই যুদ্ধৰ সাজত সজ্জিত হৈ দুৰ্য্যোধনৰ মুক্তিৰ বাবে যাত্ৰা কৰিলে।

ভীম চৰিত্ৰৰ এইটোৱে বিশেষত্ব যে ধৰ্মীয় যুক্তিৰ ওচৰত তেওঁৰ বলবীৰ্য্য আৰু শক্তি তৎক্ষণাৎ সেও মানে আৰু জ্যেষ্ঠ ভ্ৰাতৃৰ আদেশৰ বিৰুদ্ধে কোনো মাত নামাতে। আলোচনা স্থলত কঠিন বাক্যও জ্যেষ্ঠ ভ্ৰাতৃক কবলৈ শঙ্কা বা সঙ্কোচ নকৰে; কিন্তু সৰ্বসিদ্ধান্ত নিৰ্ভৰ কৰে যুধিষ্ঠিৰৰ ওপৰত। ভীমৰ স্বাধীন মত ব্যক্ত কৰা স্বভাৱ আছে কিন্তু জ্যোষ্ঠ ভ্ৰাতৃৰ যিকোনো আদেশ অমান্য কৰা স্বভাৱ নাই।

কৌৰৱ সৈন্যৰ উৎসাহৰ কোলাহল ধ্বনি উঠিল। গন্ধৰ্ব্ব বিলাকে মিঠা

কথাত বা মৃদুযুদ্ধৰ দ্বাৰা বিনীত নহ'ল। তেতিয়া পাণ্ডৱ সকলৰ লগত কঠিন যুদ্ধই আৰম্ভ হ'ল। গন্ধৰ্ব্বসকলে দুৰ্য্যোধন প্ৰভৃতিক লৈ আকাশত উঠিল দেখি অৰ্জ্জ্জনে শৰৰ জালেৰে সেই পথ ৰুদ্ধ কৰি দিলে।

তেতিয়া চিত্ৰসেনে অৰ্জ্জুনক ক'লে হে সখি ধনঞ্জয়! দুৰাত্মা দুৰ্য্যোধন আপোনালোকক আৰু যশস্বিনী দ্ৰৌপদীক উপহাস কৰিবৰ অভিপ্ৰায় ইয়ালৈ আহিছিল, মই অলক্ষ্যে থাকি সকলো কথা শুনিবলৈ পাইছোঁ। দেৱৰাজ ইন্দ্ৰয়ো সেই কথা জানি সিহঁতক বন্ধন কৰিবলৈ মোক আদেশ দিছিল। এতিয়া ব'ল'ক মহাৰাজ যুধিষ্ঠিৰে যি কয় তাকে কৰিম।

যুধিষ্ঠিৰৰ ওচৰলৈ অহাত তেওঁ সকলোকে মুক্ত কৰিবলৈ ক'লে। চিত্ৰসেনে সকলোকে মুক্তি দিলে।

তাৰ পাছত গন্ধৰ্ব্ব বিলাকক মান সম্মান দেখুৱাই বিদায় দিলে।

মহাৰাজ যুধিষ্ঠিৰে দুৰ্য্যোধনক সস্নেহেৰে ক'লে— বোপা! তুমি আগলৈ এনে দুঃসাহসিক কৰ্ম নকৰিবা। এতিয়া ভাৰ্য্যাবিলাকক লৈ সকলো ভ্ৰাতৃ স্বস্থানলৈ যোৱা গৈ। ইয়াৰ বাবে মন বেয়া নকৰিবা।

দুৰ্য্যোধনে যুধিষ্ঠিৰক অভিবাদন কৰি বিদীৰ্ণ হৃদয়ে আৰু লজ্জান্বিত হৈ বিদায় ল'লে।

# জয়দ্ৰথৰ দ্ৰৌপদী হৰণ

এদিনাখন দ্ৰৌপদীক আশ্ৰমত থৈ পাণ্ডৱসকল একেসময়তে নিজৰ নিজৰ ৰথ লৈ মৃগয়াৰ উদ্দেশ্যে গৈছিল। সেই সময়ত সিন্ধু দেশৰ ৰজা জয়দ্ৰথ বিবাহ কৰিবৰ ইচ্ছা কৰি বহু ৰাজপুত্ৰক লগত লৈ কাম্যক বনৰ মাজেদি শাল্ব দেশলৈ যাব ধৰিছিল। তেতিয়া পাণ্ডৱ বিলাক কাম্যকবনত আছিল আৰু ধৌম্য পুৰোহিত লগতে আছিল।

জয়দ্ৰথে দূৰৈৰ পৰা অসামান্যা ৰূপৱতী দ্ৰৌপদীক দেখি মোহিত হ'ল। তেওঁ অনুসন্ধান কৰি জানিলে যে তেৱেঁই পাণ্ডৱ মহিষী দ্ৰৌপদী। সেইটো জানিও বলেৰে দ্ৰৌপদীক ৰথত তুলি লৈ যাবলৈ ধৰিলে।

পুৰোহিত ধৌম্যই দেখি লৰালৰিকৈ আহি জয়দ্ৰথক ভৰ্ৎসনা কৰিবলৈ ধৰিলে। জয়দ্ৰথে সেই ভৰ্ৎসনাক অমান্য কৰি বেগেৰে ৰথ পৰিচালনা কৰিলে। ধৌম্য ৰথৰ পাছে পাছে লৰি যাব ধৰিলে।

কিছুসময়ৰ পাছত পাণ্ডৱবিলাক ঘূৰি আহি আশ্ৰমত থকা দাসীজনীৰ পৰা সকলো বৃত্তান্ত শুনি জয়দ্ৰথ যোৱা পথেদি ৰথ লৈ ধাবিত হ'ল। আতি সোনকালে তেওঁলোকে জয়দ্ৰথৰ সৈন্য বিলাকৰ মাজত উপস্থিত হব পাৰিলে আৰু বহুত সৈন্য নিহত কৰিলে।

জয়দ্ৰথে তেতিয়া প্ৰাণৰ ভয়ত ভীত হৈ দ্ৰৌপদীক নিজৰ ৰথৰ পৰা নমাই দি মহাবেগেৰে ৰথ লৈ পলায়ন কৰিলে। সহদেৱে দ্ৰৌপদীক নিজৰ ৰথত তুলি ল'লে।

ভীমে যুধিষ্ঠিৰক ক'লে - মহাৰাজ! আপুনি দ্ৰৌপদীক লৈ নকুল আৰু সহদেৱৰ লগত ইয়াৰ পৰা গুচি যাওক - মই জয়দ্ৰথক বধ কৰিহে ফিৰি আহিম। দুৰাত্মা জয়দ্ৰথে যদি পাতাললৈ পলায়ন কৰে আৰু দেৱৰাজ ইন্দ্ৰয়ো যদি তাৰ সাৰথি হয়, তথাপি মই নৰাধমক নিহত কৰিমেই - তাত কোনো সন্দেহ নাই।

যুধিষ্ঠিৰে ক'লে - হে মহাবীৰ! নৰাধম জয়দ্ৰথে নিতান্ত দুষ্কৰ্ম কৰিছে সন্দেহ নাই; কিন্তু ভগিনী দুঃশলাক আৰু জ্যেষ্ঠতাতৰ পত্নী গান্ধাৰী দেৱীৰ মুখলৈ চাই তাক সংহাৰ নকৰাই ভাল।

লজ্জানম্ৰা দ্ৰৌপদীয়ে ক'লে হে বীৰবৰ! যদিহে মোৰ প্ৰিয় কাৰ্য্য কৰিব খোজা তেন্তে নিশ্চয় এই দুৰাত্মাক বধ কৰিবা। যিজনে ভাৰ্য্যা বা ৰাজ্য অপহৰণ কৰে সেই ব্যক্তিক সংগ্ৰামত শৰণাগত হ'লেও বধ কৰা কৰ্ত্তব্য।

দ্ৰৌপদীৰ কথা শুনি ভীম আৰু অৰ্জ্জুন উভয়ে জয়দ্ৰথক লক্ষ্য কৰি ধাৱমান হ'ল। মহাৰাজ যুধিষ্ঠিৰে নকুল সহদেৱ আৰু ধৌম্যক লগত লৈ দ্ৰৌপদীক আশ্ৰমলৈ লৈ আহিল।

জয়দ্ৰথে ইতিমধ্যে একক্ৰোশ পথ পলায়ন কৰিছে। ভীম আৰু অৰ্জ্জুনে তাৰ পাছে পাছে খেদি গৈ এক ক্ৰোশ দূৰৈৰ পৰাই শৰ নিক্ষেপ কৰিলে আৰু জয়দ্ৰথৰ ৰথৰ ঘোৰা কেইটি নিহত কৰিলে।

তাৰ পাছত অশ্বহীন, ভীত আৰু ব্যাকুলচিত্ত জয়দ্ৰথক পলায়নপৰায়ণ দেখি মহাবীৰ ধনঞ্জয়ে পাছে পাছে খেদি যাবৰ সময়ত ক'লে - হে ৰাজপুত্ৰ! তুমি এই সাহস লৈ পৰৰ স্ত্ৰীক হৰণ কৰিবলৈ কামনা কৰিছিলা? ৰ'বা ৰ'বা, তুমি তোমাৰ অনুচৰ বিলাকক শত্ৰুৰ মাজত এৰি থৈ কিয় পলাব ধৰিছা? তথাপি জয়দ্ৰথ পলায়নৰ পৰা নিবৃত্ত নহ'ল।

তাৰ পাছত ভীমে আহি জয়দ্ৰথৰ চুলিকোচাত ধৰি মাটিত পেলাই দিলে আৰু অনবৰত প্ৰহাৰ কৰিব ধৰিলে। চৰ, ভুকু, লাথি আৰু কিলাকুটিৰে খুন্দা দিব ধৰিলে।

অৰ্জ্জুনে তেতিয়া ভীম সেনক ক'লে - হে ভীম! ৰজা যুধিষ্ঠিৰে দুঃশলাৰ বিষয়ে উল্লেখ কৰি যি কথা কৈছিল, সেইটো মনত পেলোৱা।

ভীমে উত্তৰ দিছে এই পাপিষ্ঠই দ্ৰৌপদীক কষ্ট আৰু অপমান দিছে, সেই কাৰণে ইয়াক মই নিশ্চয় বধ কৰিলোঁহেঁতেন কিন্তু ধৰ্মৰাজে একান্ত দয়া পৰবশ হৈ নিষেধ কৰিছে আৰু তুমিও দুৰ্ব্বুদ্ধিবশতঃ পুনঃ পুনঃ নিষেধ কৰিব ধৰিছা যেতিয়া বধ নকৰোঁ; এই বুলি ভীম সেনে অৰ্দ্ধচন্দ্ৰ বাণেৰে তাৰ মূৰটোত পাঁচ ঠাইত ক্ষুৰাই দি অপমানৰ চিন্ স্বৰূপে বিকৃতাকাৰ কৰি চুলিবোৰ কাটি দিলে।

তাৰ পাছত ভীমে জয়দ্ৰথক ক'লে - ওৰে জয়দ্ৰথ! তই যদি জীয়াই থাকিবলৈ ইচ্ছা কৰ তেন্তে সকলোৰে আগত 'মই দাস হলোঁ' এই বুলি স্বীকাৰ কৰ - তই এই কথা কবই লাগিব। যুদ্ধস্থলৰ এয়ে নীতি। জয়দ্ৰথে তাকে স্বীকাৰ কৰিলে।

তাৰ পাছত ভীম আৰু অৰ্জ্জুনে জয়দ্ৰথক বান্ধি আনি যুধিষ্ঠিৰৰ আগত উপস্থিত কৰিলে। জয়দ্ৰথে ক'লে — "মই আপোনাৰ দাস"।

যুধিষ্ঠিৰে হাঁহি হাঁহি ক'লে — ইয়াক মুক্ত কৰি দিয়া। দ্ৰৌপদীও ভীমক ক'লে - এই ব্যক্তি ৰজাৰ দাস হৈছে আৰু আপুনিও তাৰ চুলি পাচঁ ঠাইত খুৰাই দিছে - এতিয়া তাক এৰি দিয়ক।

তাৰ পাছত জয়দ্ৰথৰ বন্ধন খুলি দিয়াত জয়দ্ৰথে উপস্থিত বিপ্ৰসকলক আৰু যুধিষ্ঠিৰক প্ৰণাম কৰিলে।

যুধিষ্ঠিৰে কলে - জয়দ্ৰথ! তুমি দাসত্বৰ পৰা মুক্তি পালা - পুনঃ কেতিয়াও এনে কাম নকৰিবা।

জয়দ্ৰথে লজ্জান্বিত আৰু দুঃখাৰ্ত্ত হৈ প্ৰস্থান কৰিলে।

# পাণ্ডৱৰ অজ্ঞাত বাস

পাণ্ডৱসকলৰ বাৰ বছৰ বনবাসৰ অন্ত পৰিল। এতিয়া এবছৰ অজ্ঞাত বাস কৰিব লাগে। তেওঁলোকে মন্ত্ৰণা কৰি এইটো স্থিৰ কৰিলে যে তেওঁলোকে দ্ৰৌপদীৰ সহিত মৎস্য দেশৰ বদানৎ বিৰাট নৃপতিৰ কৰ্ম্মচাৰী হিচাবে ছদ্মবেশত সংবৎসৰ কাল বাস কৰিব।

ৰজা যুধিষ্ঠিৰে স্থিৰ কৰিলে যে তেওঁ ব্ৰাহ্মণবেশত কঙ্ক নাম লৈ বিৰাট ৰজাৰ সভাসদ হব। তেওঁ অক্ষতত্ত্ব বিশাৰদ বুলি পৰিচয় দিব। ভীম যেন বল্লৱ নাম লৈ সূপকাৰ (ৰান্ধনি) হৈ ছদ্মবেশত থাকিব। অৰ্জ্জুনে পূৰ্বে উৰ্ব্বশীৰ পৰা এবছৰ ক্লীৱ হৈ থাকিব লাগিব বুলি শাপগ্ৰস্ত হৈছিল। সেই ক্লীৱত্ব অজ্ঞাত বাসৰ সময়ত হব বুলি উৰ্ব্বশীয়ে শাপান্ত কৰিছিল। সেইটোৰে সুবিধা লৈ ক্লীৱবেশে বৃহন্নলা নাম লৈ বেনী ধাৰণ কৰি নৃত্যগীতৰ শিক্ষক হিচাবে থাকিব। নকুল অশ্বপালক আৰু সহদেৱ গোপালক ৰূপে থাকিব; আৰু দ্ৰৌপদীয়ে বিৰাট ৰজাৰ অন্তঃপুৰত সৈৰিন্ধ্ৰী নামেৰে পৰিচিতা হৈ পৰিচাৰিকা হৈ থাকিব। ধৌম্য পুৰোহিতে পাণ্ডৱসকলে সস্ত্ৰীক এইদৰে অজ্ঞাতবাস কৰাটো সমৰ্থন কৰিলে। ছদ্মবেশ ধৰি থকাৰ সময়ত তেওঁলোকে পৰস্পৰৰ কাৰণে যথাক্ৰমে জয়, জয়ন্ত, বিজয়, জয়ৎসেন আৰু জয়দ্বল এই পাঁচটি গোপনীয় নাম স্থিৰ কৰিলে। তেওঁলোক বিৰাট ৰজাৰ ৰাজভৱনত নিযুক্ত হ'ল। দ্ৰৌপদী ৰানী সুদেষ্ণাৰ পৰিচাৰিকা ৰূপে থাকিল।

# ভীমৰ মল্লক্ৰীড়া

অজ্ঞাতবাসৰ তিনিমাহ অতীত হৈছে। চতুৰ্থ মাহত ব্ৰহ্মাৰ মহোৎসৱ উপলক্ষে বিৰাট ৰজাৰ ৰঙ্গসমাজত নানা দেশৰ পৰা মল্লবিলাক ক্ৰীড়া কৰিবলৈ আহি সমবেত হ'ল। মল্লক্ৰীড়া আৰম্ভ হ'ল আৰু ৰঙ্গস্থলত মল্লবিলাকে নিজ নিজ ক্ষমতাৰ পৰিচয় দিলে।

অৱশেষত জীমূত নামৰ এক প্ৰধান মল্লই মহা আস্ফালন কৰি সকলোকে যুদ্ধৰ বাবে আহ্বান কৰিলে; কিন্তু কোনেও সাহস কৰি আগবাঢ়ি নাহিল।

তেতিয়া মৎস্যৰাজে সূপকাৰ বল্লৱক সেই মল্লৰ লগত যুদ্ধ কৰিবলৈ আদেশ দিলে। যুদ্ধপ্ৰিয় ভীমে আত্মপ্ৰকাশ আশঙ্কা কৰি সঙ্কুচিত হ'ল কিন্তু ৰজাৰ আজ্ঞা লঙ্ঘন কৰা উচিত নহব বুলি বিবেচনা কৰি মল্লবেশে জীমূতৰ লগত যুদ্ধ আৰম্ভ

কৰিলে। বিভিন্ন মল্লক্ৰীড়াৰ কৌশল প্ৰদৰ্শন কৰি পৰস্পৰে পৰস্পৰক বাহুৰে জপটা মাৰি ধৰিলে। অৱশেষত মহাবাহু ভীমসেনে প্ৰতিদ্বন্দ্বী মল্লজনক ধৰি প্ৰবল বেগে ঘূৰাই ঘূৰাই মাটিত পেলাই দি বধ কৰিলে।

বিৰাট ৰজাই সন্তুষ্ট হৈ মুক্তহস্তে অৰ্থদান কৰি বল্লৱক যথোচিত পুৰস্কাৰ দিলে।

বৃকোদৰ মাজে মাজে এইদৰে মহাবল মল্লবিলাকক দমন কৰি বিৰাট ৰজাৰ প্ৰীতি ভাজন হৈছিল। কেতিয়াবা কেতিয়াবা তেওঁ সিংহ ব্যাঘ্ৰ আৰু হাতীবিলাকৰ লগতো যুদ্ধ কৰিছিল। কেতিয়াবা কেতিয়াবা ৰজাৰ আদেশত অন্তঃপুৰলৈ গৈ ৰমণীসমাজৰ সমুখতো সেইদৰে সিংহাদিৰ লগত যুদ্ধ কৰি ৰমণী সকলৰ কৌতুক জন্মাইছিল।

## কীচক বধ ঃ

এইদৰে ক্ৰমে পাণ্ডৱসকলৰ অজ্ঞাত বাস প্ৰায় শেষ হৈ আহিছে। এনেতে এদিন বিৰাট ৰজাৰ খুলশালিয়েক অৰু সেনাপতি কীচকে দৈৱাৎ দ্ৰৌপদীক দেখিবলৈ পালে।

সুদেষ্ণাৰ সেৱকিনী দেৱৰ কুমাৰী যেনি
ৰূপে গুনে নাহিক সমানে।
তাঙ্ক দেখি সেনাপতি স্বভাৱতে পাপমতি
আকো পীৰিলেক কাম বাণে।। (বিৰাট - ২১৭)

কীচক দ্ৰৌপদীক দেখি কামমুগ্ধ হৈ পৰিল আৰু ততালিকে ভনীয়েক সুদেষ্ণাৰ ওচৰলৈ গৈ দ্ৰৌপদীৰ পৰিচয় সুধিলে। কীচকৰ অনুৰোধত ৰাণী সুদেষ্ণাই দ্ৰৌপদীক তেওঁৰ পৰিচাৰিকা বুলি পৰিচয় দিলে আৰু কীচকৰ অনুনয় বিনয় এৰাব নোৱাৰি দ্ৰৌপদীৰ লগত সাক্ষাতৰ সুযোগ দিলে।

কীচকে দ্ৰুপদ নন্দিনীৰ ওচৰ চাপি কবলৈ ধৰিলে - হে কল্যাণি! তোমাৰ অলৌকিক ৰূপ যৌৱন দেখি মোৰ মনৰ বিকাৰ ঘটিছে আৰু তোমাক পত্নীৰূপে পাবলৈ বিহ্বল হৈ পৰিছোঁ। তুমি মোৰ হোৱা আৰু মোৰ পূৰ্বৰ পত্নীবিলাক তোমাৰ দাসী হব।

নৱ সুৰাগন্ধে যেন শ্ৰুতিবুদ্ধি হৰুৱাৱে,
মোকো তেনে কৰিলে বিবুদ্ধি।
ৰূপ দেখি কামবাণে চিত্ত ভেদিলেক টানে,
এহে বিনে নাহিবা ঔষধি।

এহেন্তে আবৃত্তি(১) তোৰ এৰিবাক নুযুৱাই
মোক দেখুৱাই মোৰ নাৰী।
ৰত্ন সিংহাসনে বসি থাকিবে সেবিবে দাসী
মোহোৰো হুইবেক অধিকাৰী।। বিৰাট - ২১৮

দ্ৰৌপদীয়ে ক'লে - হে সেনাপতি! মই হীন জাতীয়া কেশবিন্যাসকাৰিণী সৈৰিন্ধ্ৰী মাত্ৰ - তোমাৰ প্ৰাৰ্থনাৰ যোগ্যা মই নহয়। বিশেষতঃ মই পৰাস্ত্ৰী। মোৰ স্বামী আছে, পৰাদাৰত অভিলাষ কৰিলে তোমাৰ মঙ্গল নহব।

কীচকে সেই কথাত কাণ নিদি পুনঃ পুনঃ দ্ৰৌপদীক প্ৰাৰ্থনা কৰিব ধৰিলে। তেতিয়া দ্ৰৌপদীয়ে কীচকক যথা ইচ্ছা নিন্দা কৰি ক'লে - হে সূত পুত্ৰ! তই জানি থ, মোৰ পাচোঁজন গন্ধৰ্ব্ব স্বামী আছে, তেওঁলোকে সদায় মোক ৰক্ষা কৰি থাকে, তেওঁলোক কুপিত হ'লে নিশ্চয় তোৰ প্ৰাণনাশ কৰিব। তই কিয় অনৰ্থক তোৰ মৃত্যু টানি আনিব খুজিছ?

কীচকে এইদৰে দ্ৰৌপদীৰ দ্বাৰা প্ৰত্যাখ্যাত হৈ সুদেষ্ণা ভনীৰ ওচৰলৈ গৈ ক'লে— সৈৰিন্ধ্ৰী যাতে মোৰ বশবৰ্ত্তিনী হয়, তুমি তাৰ বিধান কৰা; নহলে মোৰ প্ৰাণ বিয়োগ হব।

সুদেষ্ণাৰ এক সমস্যা হ'ল। একফালে ভ্ৰাতৃক লৈ নিজৰ স্বাৰ্থ। কীচক ৰজাৰ সোঁহাত, ৰাজকাৰ্য্য আৰু ৰাজ্যৰক্ষাত বিশেষ সহায়কাৰী। আনফালে সৈৰিন্ধ্ৰীৰ বাবে উদ্বেগ। বহুপৰ চিন্তা কৰি থাকি সুদেষ্ণাই কীচকক ক'লে - কোনো পৰ্বক উপলক্ষ কৰি তোমাৰ ঘৰত ভোজ্য দ্ৰব্য আৰু পানীয় মধু সংগ্ৰহ কৰি ৰাখিবা। মই ছল কৰি তোমাৰ ঘৰৰ পৰা মধু আনিবলৈ সৈৰিন্ধ্ৰীক পঠাম। তুমি নিৰ্জ্জন স্থলত যদি সৈৰিন্ধ্ৰীৰ মন তোমাৰ প্ৰতি আকৃষ্ট কৰিব পাৰা সান্ত্বনাপূৰ্ণ বাক্যেৰে সেইটো চেষ্টা কৰিবা।

সেই অনুসাৰে কোনো এটি নিৰ্দ্দিষ্ট দিনত ৰাণীয়ে কীচকৰ ঘৰৰ পৰা সৈৰিন্ধ্ৰীক মধু আনিবলৈ আদেশ দিলে। সৈৰিন্ধ্ৰীয়ে নানা প্ৰকাৰ আপত্তি কৰি যাবলৈ অনিচ্ছুক হ'ল। দ্ৰৌপদীয়ে কৈছিল - হে ৰাজমহিষি! মই কীচকৰ ঘৰলৈ কেতিয়াও যাব নোৱাৰিম। সি কেনে নিৰ্লজ্জ আপুনি তাক জানে। মই আপোনাৰ ঘৰত স্বৈৰিনীৰ দৰে বাস কৰিব নোৱাৰিম। সেই কামোন্মত্ত কীচকে মোক দেখা মাত্ৰকে অৱমাননা কৰিব। আপোনাৰ আন বহুতো পৰিচাৰিকা আছে, আপুনি সিহঁতৰ ভিতৰত যিকোনো এজনীক পঠাওক।

সুদেষ্ণাই ক'লে "হে সৈৰিন্ধ্ৰি! মইহে তোমাক পঠাইছোঁ, কীচকে কেতিয়াও তোমাক অৱমাননা কৰিব নোৱাৰিব। এই বুলি কৈ ৰাজ মহিষীয়ে সৈৰিন্ধ্ৰীৰ হাতত

(১) ৰূপ লাৱণ্য

ঢাকনি থকা এটি সোণৰ পাত্ৰ তুলি দিলে। দ্ৰৌপদী অগত্যা যাব লগা হোৱাত তেওঁৰ চকুত পানী আহিল আৰু তেওঁ ভয় ভয় কৰি দৈৱৰ উপৰতে নিৰ্ভৰ কৰি সুধা আনিবলৈ গ'ল। যাবৰ সময়ত মনে মনে কৈ গ'ল - মই কেতিয়াও স্বামী সকলত বাজে আন কোনো পুৰুষৰ মুখৰ ফালে চোৱা নাই। সেই পূণ্যৰ বলত যেন কীচকে মোক বশীভূত কৰিব নোৱাৰে।

দ্ৰৌপদীয়ে এই সময়ত অতিশয় ভীতা হোৱাৰ বাবেই মুহূৰ্ত্তকাল মনে মনে সূৰ্য্যদেৱক আৰাধনা কৰিলে। সূৰ্য্যদেৱে দ্ৰৌপদীৰ মনোভাৱ অৱগত হৈ এক ৰাক্ষসক প্ৰচ্ছন্ন ভাৱে তেওঁক ৰক্ষা কৰিবলৈ আদেশ দিলে। ৰাক্ষস তাত উপস্থিত হৈ তেওঁক ৰক্ষা কৰি থাকিল।

দেৱতাসকলৰ লগত মানুহৰ দৃশ্য আৰু অদৃশ্য ভাৱে সম্বন্ধ স্থাপিত হয়। দেৱতা সকলো মানুহৰ দৰে একপ্ৰকাৰ সৃষ্ট জীৱ; কিন্তু মানুহতকৈ উচ্চ শক্তি সম্পন্ন। ঐকান্তিক চিন্তা আৰু নিষ্ঠাৰ দ্বাৰা এই সম্বন্ধ স্থাপিত হয়। আধুনিক যুগতো আমি বিশ্বাস আৰু ভক্তিৰে আৰাধনা কৰিব পাৰিলে আগৰ দৰে দেৱতা দৰ্শন হব পাৰে। এই যুগৰ সিদ্ধ সাধক সকলেও তাৰ প্ৰত্যক্ষ প্ৰমাণ পায়। সি যি নহওক - তাৰ পাছত পতিপৰায়ণা দ্ৰুপদ তনয়া চক খোৱা মাইকী হৰিণাৰ দৰে ত্ৰস্তমানা হৈ ক্ৰমে ক্ৰমে কীচক ভৱনৰ ওচৰ পালেহি।

দ্ৰৌপদীক অহা দেখি কীচক অতিশয় আনন্দিত হৈ আগবাঢ়ি আহি কবলৈ ধৰিলে - হে সুকেশি! আজি মোৰ সুপ্ৰভাত - যি হেতুকে তোমাক গৃহস্বামিনী ৰূপে পাইছোঁ। আহা, মোৰ এই শয্যাত বহা। মই অন্য দাসীৰ দ্বাৰা সুদেষ্ণাৰ পানীয় সুধা পঠাই দিম। তুমি মোৰ হোৱা। এই বুলি কৈ কীচকে দ্ৰৌপদীৰ হাতত ধৰিলে।

দ্ৰৌপদীয়ে তেতিয়া ক'লে - পাপাত্মা! মোৰ হাত এৰিদে; নহলে তই তাৰ প্ৰতিফল পাবি।

কীচকে তেতিয়া বলেৰে তেওঁক গ্ৰহণ কৰিবৰ মনেৰে সহসা দ্ৰৌপদীৰ গাত লোৱা চাদৰখনত ধৰিলে।

দ্ৰৌপদী অতিশয় অসহিষ্ণু আৰু ক্ৰোধত কম্পিত কলেবৰা হৈ কীচকক বলেৰে মাটিত পেলাই দি গোচৰিয়ানী হৈ ৰজসভাৰ ফালে ধাৱমানা হ'ল। কীচকেও তৎক্ষণাৎ মাটিৰ পৰা উঠি দ্ৰৌপদীৰ পাছে পাছে লৰি গৈ সভাৰ সমুখতে দ্ৰৌপদীৰ চুলিত ধৰি তেওঁক পদাঘাত কৰিলে। দ্ৰৌপদী মাটিত পৰি গ'ল। সেই সময়ত সূৰ্য্যই পঠিয়াই দিয়া ৰাক্ষসে কীচকক আঘাত কৰিলে। দুৰাত্মা কীচক ৰাক্ষসৰ আঘাতত নিতান্ত ব্যথিত হৈ গুৰি কটা গছৰ দৰে তৎক্ষণাৎ নিশ্চেষ্ট আৰু ঘূৰাপাক খাই মাটিত পৰি গ'ল।

ধৰ্মৰাজ যুধিষ্ঠিৰ আৰু ভীম প্ৰিয়তমা পত্নীৰ কীচকৰ হাতত এই অপমান পোৱা দেখি নিতান্তই সন্তপ্ত হ'ল। ভীমসেনে ৰোষাবিষ্ট হৈ কীচকৰ ফালে দৃষ্টি কৰি

দাঁতেৰে দাঁত কৰচিবলৈ ধৰিলে। ভীমসেনৰ চকুদুটা ৰঙা হৈ উঠিছে। কীচকক মাৰোঁ বুলি উঠো উঠো কৰা যেন দেখি যুধিষ্ঠিৰ শঙ্কিত হৈ উঠিল।

কীচকৰ বধ চিন্তিলা ভীমসেন।
ক্ৰোধে কম্পমান বহ্নিকুণ্ড জ্বলে যেন।।
ভ্ৰুকুটি কুটিল মুখ পিষৈ হাতে হাত।
ওঠ চেলেকন্ত ক্ৰোধে ঝঙ্কাৰন্ত মাথ।। (বিৰাট - ২৮৫)
উলটি পালটি কৰি চোবাৱন্ত দান্ত।
কীচকক মাৰোঁ বুলি উঠিবাক চান্ত।। (বিৰাট -২৮৫)

ধৰ্মৰাজ শশব্যস্ত হৈ আত্মপ্ৰকাশৰ ভয়ত হাতৰ বুঢ়া আঙুলিৰে ভৰিৰ বঢ়া আঙুলি ঘঁহি ঘঁহি ভীমক নিষেধ কৰিলে।

ভীমৰ হৃদয় যুধিষ্ঠিৰে জানিলন্ত।
অঙ্গুষ্ঠতে টিপিয়া সঙ্কেতে ৰাখিলন্ত ।।(১) (বিৰাট- ২৮৬)

তাৰ পাছত ভীমক নিবাৰণ কৰিবৰ উদ্দেশ্যে ক'লে- হে বল্লৱ! তুমি খৰিৰ গছৰ সন্ধান কৰিছা নেকি, যদি আৱশ্যক বাহিৰত থকা বৃক্ষবোৰৰ পৰা যি লাগে কাটি লোৱা।

ভীমসেনৰ বিৰ্ঘূনিত চক্ষু আৰু চঞ্চলতা দেখি প্ৰকাৰন্তৰে ভীমক সভাৰ পৰা উঠি যাবলৈ যুধিষ্ঠিৰে আদেশ দিলে।

ৰাজাৰ নিষেধ আৰু চিনিবাক ডৰে।
সিগুণে পাপীক নামাৰিলা বৃকোদৰে।। (বিৰাট - ২৮৬)

মহাসতী দ্ৰৌপদীও ৰোষত জ্বলি অথচ প্ৰকাশৰ ভয়ত ভীতা হৈ নিজৰ আচল পৰিচয় গোপন কৰি মৎস্যৰাজক কবলৈ ধৰিলে— যিবিলাক বীৰ পুৰুষ তেওঁলোক অনিৰ্দ্দেশ্য স্থানত থাকিলেও তেওঁলোকৰ শত্ৰু বিলাকৰ সুখ নিদ্ৰা নহয়, সেই বীৰ সকলৰ মানিনী ভাৰ্য্যাক সূতপুত্ৰই পদাঘাত কৰিলে। দ্ৰৌপদীয়ে কিদৰে আক্ষেপ কৰিছে আমাৰ অসমীয়া মহাভাৰতত তাৰ হুবহু চিত্ৰ যথাযথ অঙ্কন কৰিছে—

ধূলি মাটি ঝঙ্কাৰি উঠিলা বৰনাৰী।
সভাৰ দ্বাৰক গৈলা পাঞ্চাল কুমাৰী।।
দেখিলন্ত স্বামী সব মৃতক সমান।
আকাৰ ৰাখয় যেন নিচিনয় আন।। (বিৰাট - ২৮৭)

---

(১) অথাবমৃদ্নাদঙ্গুষ্ঠমঙ্গুষ্ঠেন যুধিষ্ঠিৰঃ।
প্ৰবোধন ভয়াদ্ৰাজা ভীমং তং প্ৰত্যষেধয়েৎ।। ১৭ বিৰাট পৰ্ব - ২৬ শ অধ্যায়
নীলকণ্ঠী টীকা - অঙ্গুষ্ঠম্ পাদাঙ্গুষ্ঠম্ অঙ্গুষ্ঠেন হস্তাঙ্গুষ্ঠেন আচাৰাদেৱং জ্ঞেয়ম্।

নয়নৰ জল বহি যায় সৰসৰি।
কান্দি কান্দি ৰজাক বুলিলা নিন্দা কৰি।।
দাৰুণ কটাক্ষে বহ্নিযেন সভা দহে।
প্ৰতিজ্ঞাক ৰাখিয়া স্বামীত হেন কহে।। (২৮৮)
যাৰ বৈৰী থাকে পাঞ্চ হাজাৰ অন্তৰে।
নিদ্ৰা নযায় ৰাত্ৰি সুখে শয্যাৰ উপৰে।।
তাসম্বাৰ ভাৰ্য্যা আমি স্বভাৱে মানিনী।
কীচকে কিসক মোৰ মাৰে লাঠি হানি।। (২৮৯)
সৰ্বকালে দান দেই নমাগে পৰত।
ব্ৰাহ্মণত ভক্ত সত্য বোলে অবিৰত।।
তাসম্বাৰ ভাৰ্য্যা আমি স্বভাৱে মানিনী।
কিমতে কীচকে মোৰ মাৰে লাঠি হানি। (২৯০)

এইদৰে পতিসকলৰ গুণ কীৰ্ত্তন কৰি পতিসকলকো উত্তেজিত কৰি বহু বিলাপ কৰি মৎস্য ৰাজকো সুবিচাৰ নকৰা বাবে অভিযুক্ত কৰিছে।

ছলৰূপে ফুৰন্ত নিচিনৈ যাক আনে।
সিতো মহাৰথী আজি গৈল কোনথানে।। (২৯৩)
পতিপ্ৰতা ভৰ্য্যাকো পাপিষ্ঠে লাঠি মাৰে।
কমন পুৰুষ তাক সহিবাক পাৰে।।
অগ্নিসম বলবীৰ্য্য তেজ হৈল ক্ষয়।
জানিলো সকলে স্বামী নপুংসক প্ৰায়।। (২৯৪)
একো অপৰাধী নোহো আৰো তিৰী জাতি।
চুলিত ধৰি পেলাই মাৰে এক লাঠি।।
আগতে মাৰয় মোক ৰাজা আছে চাই।
যেন বনমাজে মাৰৈ দেখা শুনা নাই।। (২৯৫)
কিঞ্চিতকো ৰাজধৰ্ম নাহিকে ৰাজাৰ।
মোক মাৰন্তেও নকৰিলে প্ৰতিকাৰ।। (২৯৬)

দ্ৰৌপদীৰ এই অভিযোগত বিৰাট ৰজাই কৈছে - তোমালোকে উভয়ে পৰোক্ষ কেনে বিবাদ কৰিছা তাক নেজানি মই কেনেকৈ বিচাৰ কৰিব পাৰো?

সভাসদ্‌সকলে কীচকৰ নিন্দা আৰু দ্ৰৌপদীৰ প্ৰশংসা কৰিব ধৰিলে।

যুধিষ্ঠিৰৰো ক্ৰোধ উপস্থিত হৈছে। তেওঁৰ কপালত ঘামৰ বিন্দুবোৰ দেখা গৈছে। তেওঁ ধৈৰ্য্য ধাৰণ কৰি প্ৰিয়তমা মহিষীক কৈছে - সৈৰিন্ধ্ৰি! অন্তঃপুৰলৈ যোৱা। যিবিলাক ৰমণী বীৰপত্নী হয়, তেওঁলোকে পতিৰ অনুৰোধত দুঃসহ দুঃখও

সহ্য কৰে। তোমাৰ তেজস্বী গন্ধৰ্ব্ব স্বামী সকলে এতিয়া ক্ৰোধ প্ৰকাশৰ সময় নহয় বুলি বিবেচনা কৰি নিৰস্ত আছে।

হে সৈৰিন্ধ্ৰি ! তোমাৰ স্থান কালৰ জ্ঞান নাই; সেই কাৰণে নিৰ্লজ্জাৰ দৰে অনৰ্থক ক্ৰন্দন কৰিব ধৰিছা। ইয়াত সভাসদ্ সকলৰ ক্ৰীড়াৰ ব্যাঘাত হৈছে। তুমি এতিয়া যোৱা, সময়ত তোমাৰ গন্ধৰ্ব্ব স্বামী সকলে নিশ্চয় তোমাৰ দুঃখ মোচন কৰিব।

সৈৰন্ধ্ৰীয়ে ক'লে— মই যি বিলাকৰ সহধৰ্মিনী, তেওঁলোক বোধহয় অতিশয় দয়াশীল। তেওঁলোকৰ জ্যেষ্ঠ যেতিয়া নিৰন্তৰ পাশাখেলত আসক্ত, তেতিয়া তেওঁলোক সকলোৰে বধ্য হব পাৰে— এই বুলি দ্ৰৌপদী সত্বৰে সুদেষ্ণাৰ ওচৰলৈ গমন কৰিলে।

যাতো মোৰ স্বামী ভৈল বৰহি দায়াল।<br>
তানে বৰ ভাই ভৈল বৰহি পাশাল।। (৩৬৩)<br>
এহি বুলি দ্ৰৌপদীয়ো কৰিলা গমন।<br>
মুক্তকেশ তাৰ ভৈল ৰকত নয়ন।। (৩০৭)

ৰাজ্ঞীয়ে সকলো কথা শুনি ক'লে — কীচকৰ অপৰাধৰ কাৰণে তোমাৰ যদি ইচ্ছা হয় মই তাক বধ কৰাম।

কিন্তু কীচকক শাস্তি দিবলৈ ৰজা বা ৰাজ্ঞীয়ে যে সাহ নকৰে দ্ৰৌপদীয়ে সেইটো বুজিলে।

# ভীমৰ ওচৰত দ্ৰৌপদী

তাৰ পাছত দ্ৰৌপদীয়ে নিজৰ থকা ঠাইলৈ আহি চিন্তা কৰি স্থিৰ কৰিলে যে আজি ভীমসেনত বাজে আন কোনেও প্ৰতিশোধ লব নোৱাৰিব। অতএব তেওঁৰ ওচৰলৈ যোৱাই কৰ্ত্তব্য। এই বিবেচনা কৰি গভীৰ নিশাৰ সময়ত দ্ৰৌপদী গোপনে দ্ৰুতবেগে ভীমসেনৰ ভৱনত উপস্থিত হ'ল।

উভয়ৰে ভিতৰত মন্ত্ৰণা হ'ল। ভীমসেনে কীচকক বধ কৰিবলৈ মান্তি হ'ল আৰু দ্ৰৌপদীক ছলনাৰ সহায় লবলৈ উপদেশ দিলে।

পাছদিনা কীচকে আহি দ্ৰৌপদীক ক'লে - হে সুন্দৰি! কালি ৰজাৰ সমুখতে তোমাক পদাঘাত কৰিলোঁ কিন্তু কোনেও নিবাৰণ কৰিব নোৱাৰিলে; কাৰণ মই বলৱান আৰু এই ৰাজ্যৰ যথাৰ্থ ৰজা। বিৰাট নামে মাত্ৰ ৰজা। তুমি মোক প্ৰণয় দান কৰা।

দ্ৰৌপদীয়ে ক'লে মই মোৰ গন্ধৰ্ব্ব পতি সকলৰ পৰা ভীতা হৈ থাকোঁ। তুমি আজি ৰাতি অন্ধকাৰৰ সময়ত শূন্য নাট্যশালালৈ যাবা। তাত মোৰ সাক্ষাৎ পাবা।

তাৰ পাছত অৱসৰৰ সময়ত দ্ৰৌপদীয়ে এই কথা ভীমক জনাই দি ক'লে - হে বীৰ! মোৰ কাৰণে যেন আপোনালোক সত্যভ্ৰষ্ট নহয়; সুতৰাং গোপন ভাৱেই কীচকক সংহাৰ কৰিব।

## কীচক বধ ঃ

পাছত ৰাত্ৰিকালত প্ৰথমতঃ ভীমসেন নাট্যশালালৈ গৈ প্ৰচ্ছন্নভাৱে কীচকৰ প্ৰতীক্ষা কৰিব ধৰিলে। কিছুসময়ৰ পাছত কীচকো বেশভূষাত সজ্জিত হৈ সৈৰিন্ধ্ৰীৰ সাক্ষাৎ প্ৰত্যাশা কৰি সেই ঠাইত উপস্থিত হ'ল।

কীচকে অন্ধকাৰপূৰ্ণ কক্ষত সৈৰিন্ধ্ৰীক উদ্দেশ্য কৰি ক'লে - সুন্দৰি! আজি মই তোমাৰ কাৰণে বহুধন ৰত্ন পঠিয়াই দিছোঁ। মোক কামিনীসকলে ৰূপৱান্ বুলিও প্ৰশংসা কৰে। মই দাসী বিলাকৰ দ্বাৰা পৰিবৃত ৰূপলাৱণ্যসম্পন্না আন আন যুৱতীবিলাকক এৰি তোমাৰ ওচৰলৈ আহিছোঁ। তুমি ক'ত আছা? মোৰ ওচৰলৈ আহা। মোৰ ওচৰলৈ আহা।

ভীমে হাঁহি ক'লে - হে সুৰসিক পুৰুষপ্ৰৱৰ! এবাৰ মোৰ শৰীৰটো ছুই চোৱা - এই শৰীৰ কিমান কোমল অনুভৱ কৰি চোৱা। তাৰ পাছত মুহূৰ্তে ভীমসেন সহসা থিয় দি কবলৈ ধৰিলে— "ওৰে পাপিষ্ঠ! তোৰ দুৰ্ম্মতিৰ ফল ভোগ কৰ" এইবুলি কীচকৰ চুলিত ধৰিলে। বলিষ্ঠ কীচকেও ভীমৰ বাহুযুগলত ধৰিলে।

তাৰ পাছত উভয়ৰ মাজত ভীষণ বাহুযুদ্ধ আৰম্ভ হ'ল। ভীমে কীচকক মাটিত পেলাই লৈ চৰ ভুকু লাথিৰে তাক হতচেতন কৰি পেলালে। তাৰ পাাছত তাৰ কণ্ঠৰোধ কৰি বধ কৰিলে। তাৰ সমস্ত অঙ্গপ্ৰত্যঙ্গ ভাঙি মুচৰি মাংসপিণ্ডৰ আকৃতি দান কৰি দ্ৰৌপদীক কীচকৰ সেই হাস্যকৰ আকৃতি দেখুৱাই সন্তুষ্ট কৰি গোপনে প্ৰস্থান কৰিলে।

দ্ৰৌপদীৰ সন্তাপ দূৰীভূত হ'ল আৰু তেওঁ নাট্যশালাৰ ৰক্ষী বিলাকক কৈ গ'ল - চোৱাগৈ। মোৰ গন্ধৰ্ব্ব পতিসকলে কীচকক নিহত কৰি কি দুৰ্গতি কৰিছে।

ৰক্ষীসকলে তৎক্ষণাৎ গৈ কীচকৰ মাংসপিণ্ড হৈ থকা মৃতদেহ দেখি ভাবিলে যে এই কৰ্ম মানুহৰ দ্বাৰা সম্ভৱ নহয়, নিশ্চয় এওঁক গন্ধৰ্ব্ব বিলাকে নিহত কৰিছে।

## উপকীচক বধ ঃ

কীচকৰ বান্ধৱ উপকীচক বিলাকে নাট্যশালত সমৱেত হৈ কীচকৰ সেই কূৰ্মাকৃতি মৃতদেহ দেখি ভীত আৰু শোকাৰ্ত্ত হ'ল। তাৰ পাছত কীচকৰ মৃতদেহ

সৎকাৰ কৰিবলৈ নিবৰ সময়ত সিহঁতে এটি স্তম্ভৰ ওচৰত সৈৰিন্ধ্ৰীক দেখিবলৈ পালে। তেতিয়া সিহঁতৰ ভিতৰত কোনো কোনোৱে ক'লে যে এই পাপীয়সীৰ কাৰণেই কীচক নিহত হৈছে, সুতৰাং তাইকো তাইৰ প্ৰণয়ী কীচকৰ লগত দাহ কৰা যাওক। কীচকৰ বিক্ৰমশালী ভ্ৰাতৃসকলে সৈৰিন্ধ্ৰীকো বান্ধি লৈ গৈ কীচকৰ মৃতদেহৰ ওপৰত স্থাপন কৰি শ্মশানৰ ঠাইলৈ লৈ যাব ধৰিলে। ৰজা বিৰাটে নিষেধ কৰিবলৈ সাহস কৰিব নোৱাৰিলে।

দ্ৰৌপদীয়ে উচ্চৈঃস্বৰে ৰোদন কৰি কবলৈ ধৰিলে — হে জয়, হে জয়ন্ত, হে বিজয় হে জয়ৎসেন হে জয়দ্বল - হে মহাবীৰ গন্ধৰ্ব্ব সকল! এই চাওক আপোনালোকৰ ভাৰ্য্যাক সূতপুত্ৰবিলাকে শ্মশানলৈ লৈ যাব ধৰিছে।

ভীমসেনে সেই আৰ্ত্তনাদ শুনি ক্ৰোধত ফুলি উঠিল আৰু অতি সত্বৰে বেশ সলাই লাফদি প্ৰাচীৰ পাৰ হৈ শ্মশানৰ ফালে ধাৱমান হ'ল।

শ্মশানত উপস্থিত হৈ ভীমসেনে এজোপা গছ উঘালি উপকীচক বিলাকক লক্ষ্য কৰি যাবলৈ ধৰিলে। তাকে দেখি সূতপুত্ৰ বিলাকে প্ৰাণৰ ভয়ত ব্যাকুল হৈ দ্ৰৌপদীক এৰি পলাব ধৰিলে। সেই সময়ত ভীমে গছৰ আঘাতেৰে সিহঁতৰ এশ পাঁচজনক নিহত কৰিলে।

তাৰ পাছত দ্ৰৌপদীক সান্ত্বনা দি ক'লে — হে প্ৰিয়ে। তোমাৰ আৰু কোনো ভয় নাই, তুমি সোনকালে নগৰলৈ যোৱা। মই অন্য পথেদি পাকশালাত প্ৰৱেশ কৰিম।

## সুশৰ্মাৰ লগত বিৰাটৰ যুদ্ধ ঃ

পাণ্ডৱসকলে ছদ্মবেশত মৎস্যদেশত বাস কৰি অজ্ঞাত বাসৰ প্ৰতিজ্ঞাবদ্ধ সময় সম্যকৰূপে অতিবাহিত কৰিছে। বিৰাট ৰজাই সৈৰিন্ধ্ৰীৰ কাৰণে নিজৰ ৰাজ্যত গন্ধৰ্ব্ব বিলাকৰ উৎপাত আৰম্ভ হৈছে বুলি ভীত হৈ সৈৰিন্ধ্ৰীক সুদেষ্ণাৰ হতুৱাই মৎস্যৰাজ্য এৰি যাবলৈ কোৱালে। সৈৰিন্ধ্ৰীয়ে উত্তৰত ক'লে - দেৱি! আৰু তেৰ দিন মাত্ৰ অপেক্ষা কৰক। এই কেইদিন মোক ক্ষমা কৰক। গন্ধৰ্ব্ব বীৰসকলে মোক ইয়াৰ ভিতৰতে লৈ যাব।

ইফালে কীচকৰ বধবাৰ্ত্তা কুৰুসকলে পাই মৎস্যৰাজ্য সেনাপতিহীন হৈ আত্মৰক্ষাৰ বাবে দুৰ্বল হৈছে বুলি ভাবি মন্ত্ৰণা কৰি মৎস্যৰাজৰ বিপুল গো-ধন অপহৰণৰ বাবে ত্ৰিগৰ্ত্তৰ ৰজা সুশৰ্মাক সসৈন্যে মৎস্য ৰাজ্য আক্ৰমণ কৰিবলৈ পঠালে।

সেই সময়ত বিৰাটৰ সৈন্য আৰু সুশৰ্মাৰ সৈন্যৰ লগত তুমুল যুদ্ধ আৰম্ভ হ'ল। সেই যুদ্ধত সুশৰ্মাই বিৰাটক বন্দী কৰি লৈ নিজৰ নগৰ অভিমুখে দ্ৰুতবেগে ৰাওনা হ'ল। যুধিষ্ঠিৰে তেতিয়া ভীমক ক'লে - শীঘ্ৰে বিৰাট ৰজাক উদ্ধাৰ কৰা;

কিন্তু কোনো অলৌকিক বলৰ পৰিচয় নিদিবা। কোনেও যেন তোমাৰ পৰিচয় জানিব নোৱাৰে। নকুল আৰু সহদেৱক লগত লৈ সাধাৰণ অস্ত্ৰেৰে সুশৰ্মাক নিবাৰণ কৰিবা।

ভীমে সুশৰ্মাৰ পশ্চাদ্ধাৱন কৰি তেওঁৰ লগত যুদ্ধ আৰম্ভ কৰিলে। ভীমৰ গদাৰ আঘাতত সুশৰ্মাৰ সাৰথি নিহত হ'ল। সুশৰ্মাই ভূতলত থিয় হৈয়ে যুদ্ধ কৰিব ধৰিলে। সেই সময়তে বিৰাট ৰাজ মুক্ত হৈ সুশৰ্মাক আঘাত কৰিলে আৰু সুশৰ্মা অচেতন হৈ মাটিত পৰি গ'ল। ত্ৰিগৰ্ত্তৰাজৰ সৈন্য বিলাক পলায়ন কৰিলে।

ভীমে সুশৰ্মাক বন্দী কৰিলে আৰু তেওঁ চেতনা লাভ কৰাৰ পাছত যুধিষ্ঠিৰে ভৰ্ৎসনা কৰি মুক্ত কৰাই দিলে। বিজয়ী বিৰাট ৰজাই কঙ্ক আৰু বল্লৱক অভিনন্দন জনালে।

ভীম কৰ্মা ভীম সেনৰ এইবোৰ কৰ্ম আন বীৰৰ পক্ষে উজু নহয় - একপ্ৰকাৰ অসম্ভৱ।

# ভীমৰ অভাৱনীয় শান্তি কামনা

পাণ্ডৱ সকলৰ অজ্ঞাতবাস পূৰ্ণ হৈছে। এতিয়া তেওঁলোকাৰ পূৰ্বৰ ৰাজ্য ঘূৰাই পাব লাগে। কৌৰৱ সকলৰ লগত উপযুক্ত দূত পঠাই যোগাযোগ কৰি তেওঁলোকে বুজিব পাৰিলে যে বিনা যুদ্ধে তেওঁলোকে ৰাজ্য ঘূৰাই নাপায়। প্ৰকৃততে সমগ্ৰ ৰাজ্যখন যুধিষ্ঠিৰে হে পাব লাগে। যুধিষ্ঠিৰে সেইটো দাবী কৰাই নাই। যুধিষ্ঠিৰৰ মতত পাণ্ডৱসকলৰ ভিতৰত কোনো ভ্ৰাতৃয়ে অমত হোৱা নাই। যুধিষ্ঠিৰে শেষত অৰ্দ্ধৰাজ্যৰ দাবীও এৰি দি মাত্ৰ পাঁচখন গাওঁ দাবী কৰিলে। তাৰ উত্তৰত শকুনি আৰু কৰ্ণৰ মন্ত্ৰণা অনসাৰে বিনাযুদ্ধে পাণ্ডৱসকলৰ ৰাজ্যৰ কোনো অংশৰ ভাগ নিদিওঁ বুলি দুৰ্য্যোধনে দূতৰ আগত কৈ পঠালে। তদুপৰি দম্ভ কৰি দুৰ্য্যোধনে কৈ পঠালে যে বিনাযুদ্ধে সূচ্যগ্ৰভূমিৰ অৰ্থাৎ বেজীৰ আগেৰে আগুৰিব পৰা ভূমিৰ অৰ্দ্ধও নিদিয়ে।

তেতিয়া যুদ্ধ নকৰি পুনঃ সন্ধি স্থাপনৰ চেষ্টাকে কৰিবৰ কাৰণে শ্ৰীকৃষ্ণক দূত স্বৰূপে পঠাবৰ কাৰণে পাণ্ডৱ সকলে স্থিৰ কৰিলে।

শ্ৰীকৃষ্ণই সন্ধি প্ৰস্তাৱ লৈ যোৱাৰ পূৰ্বে পাণ্ডৱ ভ্ৰাতৃসকলৰ লগত যেতিয়া পৰামৰ্শ কৰে সেই সময়ত ভীমে কি কৈছিল সেইটো বিবেচনা কৰিবলগীয়া কথা। ভীমৰ চৰিত্ৰ তাত প্ৰস্ফুটিত হৈ পৰিছে। অযুত হস্তী বলসম্পন্ন যুদ্ধোৎসাহী ভীম কৰ্মা ভীমসেনে কি পৰামৰ্শ দি শ্ৰীকৃষ্ণক সন্ধিৰ প্ৰস্তাব দি পঠাইছিল?

ভীমসেনে দ্ৰৌপদীৰ বস্ত্ৰহৰণত আৰু কৌৰৱ সভাৰ আগত প্ৰকাশ্যে দ্ৰৌপদীক অপমান কৰাত প্ৰতিজ্ঞাবদ্ধ হৈছিল যে যি দুঃশাসনে চুলিত ধৰি একবস্ত্ৰা ৰজঃস্বলা দ্ৰৌপদীক টানি আনি "দাসী দাসী" বুলি অপমান কৰিছিল, যুদ্ধত সেই দুঃশাসনৰ বুকু ফালি ৰক্তপান কৰিম বুলি আৰু যি দুৰ্য্যোধনে পণত পৰাজিতা দ্ৰৌপদীক নিজৰ বাওঁ উৰুত বহুৱাবলৈ উৰু উদঙাই দিছিল যুদ্ধত সেই দুৰ্য্যোধনৰ বাম উৰু ভগ্ন কৰিম বুলি।

এতিয়া সেই ভীমসেনে সন্ধিৰ প্ৰস্তাৱ সমৰ্থন কৰিছে আৰু যুদ্ধ যাতে নহয় তাৰ বাবে শ্ৰীকৃষ্ণই কেনেদৰে যত্ন কৰিব লাগে তাক ভীমসেনে কেনেদৰে কৈছে সেই কথা মন কৰিবলগীয়া। সেই কথা যুদ্ধোন্মাদ ভীমসেনৰ নহয় নাইবা যুদ্ধভীতু ভীমসেনৰো নহয়। সেইকথা হৈছে শান্তিকামী ভ্ৰাতৃস্নেহী ভীমসেনৰ। বংশৰ গৌৰৱ ৰক্ষাকাৰী জ্ঞাতিবধ বিৰোধী ভীমসেনৰ, জ্ঞাতিবধভীতু ভীমসেনৰ।

ভীমসেনে কৈছে—

হে কৃষ্ণ। তুমি কুৰুসভালৈ গৈ যাতে আমাৰ উভয় পক্ষৰ শান্তি লাভ হয়, তেনেদৰে হে প্ৰস্তাৱ দিয়া। যুদ্ধৰ কথা উত্থাপন কৰি কেতিয়াও কৌৰৱ বিলাকক ভয় নেদেখুৱাবা। দুৰ্য্যোধনৰ প্ৰতি কটূক্তি নকৰিবা। সান্ত্বনা বাক্যৰ দ্বাৰা তাক সন্তুষ্ট কৰিবা। সি অতিশয় ক্ৰুদ্ধ স্বভাৱ, ঈৰ্ষা পৰায়ণ, পাপমতি, দস্যুচিত্ত, ঐশ্বৰ্য্য মদমত্ত, অদূৰদৰ্শী, নিষ্ঠুৰ, ক্ৰূৰকৰ্মা, পাপাত্মা আৰু শঠ। সি প্ৰাণ পৰ্য্যন্ত পৰিত্যাগ কৰিব, তথাপি কাৰো ওচৰত নতি স্বীকাৰ নকৰে আৰু নিজৰ মতো পৰিত্যাগ নকৰে। তাত বাজেও সি আমাৰ শত্ৰুতা কৰিছে। এই দুৰাত্মাই সুহৃদ জনৰ মতৰ বিপৰীত কাৰ্য্য কৰে, ধৰ্ম পৰিত্যাগ কৰিছে, মিথ্যা ব্যৱহাৰক অতিশয় প্ৰিয় বুলি জ্ঞান কৰে আৰু সুহৃদবৰ্গৰ বাক্যত অৱজ্ঞা প্ৰদৰ্শন কৰি তেওঁলোকৰ মনত কষ্ট দিয়ে আৰু ক্ৰোধবশতঃ দুষ্ট স্বভাৱ অৱলম্বন কৰি অধৰ্ম আচৰণ কৰে। এনে লোকৰ লগত সন্ধি স্থাপন কৰা নিতান্ত দুষ্কৰ।

দুৰ্য্যোধনৰ এই দোষতে, তাৰ ক্ৰোধানলতে ভৰতবংশ ধ্বংস হব। মোৰ এনে বোধহয় যে কুলাঙ্গাৰ দুৰ্য্যোধনে কুৰুকুল সংহাৰৰ বাবে জন্ম পাইছে। সি কুলৰ কলঙ্ক স্বৰূপ।

অতএৱ তাৰ লগত মৃদু ব্যৱহাৰ আৰু তাৰ স্বাৰ্থৰ অনুকূল বাক্য প্ৰয়োগ কৰাই কৰ্ত্তব্য। কটুবাক্য কেতিয়াও বক্তব্য নহয়। বৰং যাতে কৌৰৱবিলাকৰ লগত আমৰ কোনো সম্পৰ্ক নাথাকে, তুমি তেনে কাৰ্য্য কৰিবা; কিন্তু যি কাৰ্য্যৰ দ্বাৰা কৌৰৱ বিলাক কুলক্ষয়ৰ বাবে দাৰুণ দোষত দূষিত নহয়, তেনে চেষ্টা হে কৰিবা।

তুমি আমাৰ পিতামহ ভীষ্ম আৰু অন্যান্য সভাসদ্‌বিলাকক কবা যে যাতে আমাৰ ভিতৰত পৰস্পৰ সৌভ্ৰাত্ৰ জন্মে আৰু দুৰ্য্যোধন প্ৰশান্ত হয় তেওঁলোকে

এনে কোনো উপায় নির্দ্ধাৰিত কৰক। হে মধুসূদন! মোৰ এইমত। ধৰ্মৰাজেও ইয়াত সমৰ্থন দিছে আৰু অৰ্জ্জুনৰো যুদ্ধৰ অভিলাষ নাই।

এয়ে ভীমৰ প্ৰকৃত চৰিত্ৰ। এই ভাষণত আন্তৰিকতা আছে। ইয়াত কুটিল বুদ্ধি নাই। এই ভাষণৰ দ্বাৰা দুৰ্য্যোধনৰ যি চৰিত্ৰ ফুটি উঠিছে, সেয়ে প্ৰমাণ কৰিছে যে ভীমৰ চৰিত্ৰ তাৰ সম্পূৰ্ণ বিপৰীত। ভীম উচ্চমনা— ঐশ্বৰ্য্য লোভী নহয়। কুলগৌৰৱত গৌৰৱান্বিত - সেই কুলৰ মৰ্য্যাদা ৰক্ষা কৰিবলৈ একান্ত ইচ্ছুক। নিজৰ ভাই অসৎ বা দুষ্ট প্ৰকৃতিৰ হ'লেও তাৰ লগত মিলিজুলি থাকিবলৈহে আগ্ৰহশীল - হাই কাজিয়া কৰিবৰ ইচ্ছা নকৰে।

একে থানে জন্ম সবে কুৰু পাণ্ডৱৰ।
শুনি চাবা কৃষ্ণ আমি কেদূৰ অন্তৰ।। ৫২ মহাঃ উদ্যোগ পৰ্ব

ক্ৰোধী হ'লেও ভীম সংযত বুদ্ধি। সেয়েহে শ্ৰীকৃষ্ণই এই ভাষণত আশ্চৰ্য্যান্বিত হৈ কৈছে যে "শিলা যেন পানী ভৈল অগনি শীতল।" শ্ৰীকৃষ্ণই পৰ্বতৰ লঘুত্বৰ দৰে আৰু অগ্নিৰ শীতলত্বৰ দৰে ভীমসেনৰ মুখত অভূতপূৰ্ব বাক্য শুনি ভীমক উত্তেজিত কৰিবলৈ কবলৈ ধৰিলে— হে ভীমসেন! আপুনি শয়নে সপোনে কৌৰৱ বিলাকৰ সংহাৰ কৰিবৰ বাবে সদায় যুদ্ধৰ প্ৰশংসা কৰি আহিছে। চাওক। সূৰ্য্য পুব ফালে উদিত হয়, পশ্চিমফালে অস্ত যাই পুনঃ মেৰু প্ৰদক্ষিণ কৰে - কেতিয়াও ইয়াৰ ব্যতিক্ৰম নহয়, সেইদৰে আপুনি "গদাঘাতেৰে দুৰ্য্যোধনক সংহাৰ কৰিম, কেতিয়াও অন্যথা নহয়" ভ্ৰাতৃসকলৰ মাজত এই বুলি গদাস্পৰ্শ কৰি সত্য কৰিছে। কি আশ্চৰ্য্য! এতিয়া আপোনাৰ মতি শান্তি পথৰ অনুবৰ্ত্তী হৈছে! আজি আপোনাৰ মনত ভয়ৰ উদয় হৈছে। এতিয়া নিশ্চয়কৈ বুজিলোঁ যে যুদ্ধৰ কাল সমুপস্থিত হ'লে যুদ্ধাভিলাষী ব্যক্তিৰ চিত্তবৃত্তিৰ বৈপৰীত্য জন্মে। কি আশ্চৰ্য্য! আপুনি ক্লীৱৰ দৰে নিজকে পুৰুষত্ববিহীন বুলি অনুভৱ কৰিব ধৰিছে।

হে ভীমসেন! আপোনাৰ মন যুদ্ধৰ নামত বিষণ্ণ আৰু বিকৃত হৈ উঠিছে আৰু সেইবাবে বুকু কঁপি উঠিছে; সেই কাৰণে আপুনি শান্তিকামী হৈছে। আপোনাৰ নিচিনা শৌৰ্য্যশালী ব্যক্তিৰ এনেদৰে গ্লানি যুক্ত হোৱা উচিত নহয়। নিজৰ তেজ আৰু বলৰ প্ৰভাৱত যি লাভ নহয় তেনে লাভৰ দ্ৰব্য কোনো ক্ষত্ৰিয়ই ভোগ নকৰে। (যদোজসা ন লভতে ক্ষত্ৰিয়ো না তদশ্নুতে)। আপোনাৰ মুখত এনে অসদৃশ বাক্যই শোভা নাপায়।

শ্ৰীকৃষ্ণৰ এইৰূপ উত্তেজনা মূলক কথা শুনি ভীমসেন তৎক্ষণাৎ উত্তেজিত হৈ উত্তৰ দিলে - হে অচ্যুত! তুমি নো বাৰু এতিয়াও মোৰ বল বিক্ৰমৰ কথা জানিব পৰা নাইনে; কি অশ্চৰ্য্য সকলো কথা জানিও তুমি মোক পৰিহাস কৰিব ধৰিছা।

চোৱা, নিজৰ মুখত নিজৰ প্ৰশংসা শোভা নাপায় সি বৰ গৰ্হিত; তথাপি কওঁ যে এই বাহুযুগলেৰে স্বৰ্গ আৰু মৰ্ত্ত্য একেলগে মই নিগৃহীত কৰিব পাৰোঁ। মই শত্ৰুবিলাককো অনায়াসে পদ দলিত কৰিব পাৰোঁ।

হে মধুসূদন। মোৰ দেহও অৱসন্ন হোৱা নাই, চিত্তও কম্পিত হোৱা নাই; কিন্তু আমাৰ ভৰতবংশ যেন ধ্বংস নহয়। সেই ইচ্ছাতেই কৰুণা কৰি সৌহৃদা প্ৰকাশ কৰিছোঁ।

হে কৃষ্ণ! যদি সমস্ত লোক মোৰ বিৰুদ্ধে ক্ৰুদ্ধ হৈ উঠে তথাপি মোৰ মনত ভয় নোপজে। মই নিজবংশ যাতে উচ্ছন্ন নহয়, তাৰ বাবে হে কষ্ট হ'লেও শান্তিৰ কামনা কৰিছোঁ। তুমি যেনে কটূক্তি কৰিলা ভীম সেনৰ প্ৰতি তেনে বিসদৃশ বাক্য উচ্চাৰণ কৰাৰ সাধ্য আন কাৰো নাই।

কৃষ্ণই তেতিয়া ক'লে — হে বীৰ! আপোনাক উদ্দীপিত কৰিবৰ কাৰণেই আৰু আপোনালোকক ভাল পাওঁ বুলিয়েই এনে বাক্য ব্যৱহাৰ কৰিছোঁ। পৰিহাস বা ভৰ্ৎসনাৰ ইচ্ছাত তেনেদৰে কথা কোৱা নাই।

যি নহওক, মই শান্তিৰ বাবেই চেষ্টা কৰিম। দুৰ্য্যোধনে মোৰ হিতকথা নুশুনিলে নিশ্চয় যুদ্ধ হব।

# ভীমৰ অসম সাহসিকতা

শ্ৰীকৃষ্ণই সন্ধি স্থাপন কৰিবলৈ অসমৰ্থ হ'ল। কুৰুপাণ্ডৱৰ যুদ্ধ নিশ্চিত হৈ উঠিল। ভীষ্মই কুৰুপক্ষত দহ দিন সেনাপতিত্ব কৰি শৰশয্যাত শয়ন কৰিছে। ভীষ্মৰ সেনাপতিত্বৰ সময়ত ভীমে কেইবা বেলিও অসম সাহসিকতাৰ পৰিচয় দি নিজৰ বীৰত্ব প্ৰদৰ্শন কৰিছে। ভীষ্মৰ পাছত গুৰু দ্ৰোণাচাৰ্য্যই পাঁচদিনৰ বাবে সেনাপতিৰ ভাৰ গ্ৰহণ কৰিছে। এই পাঁচ দিনৰ ভিতৰতো ভীমৰ অসম সাহসিকতা আৰু বীৰত্বৰ পৰিচয় যথেষ্ট আছে।

**দ্ৰোণ বধ ঃ**

দ্ৰোণৰ সেনাপতিত্বৰ শেষ দিনা যিদিনা দ্ৰোণ বধ হৈছিল সেই দিনা কুৰুপাণ্ডৱৰ মাজত তুমূল যুদ্ধ হৈছিল। এই তুমুল যুদ্ধ উপস্থিত হোৱাত ৰজা যুধিষ্ঠিৰে দ্ৰুপদ ৰজাক অৰু মৎস্যৰাজৰ সৈন্য বিলাকক অসতৰ্ক হৈ থকা যেন দেখি সতৰ্ক কৰি দি ক'লে যে এই তুমুল যুদ্ধৰ সময়ত এইদৰে মৃদুযুদ্ধ কৰিলে নহব। প্ৰাণপণে যুদ্ধ কৰিব লাগিব। জয় পৰাজয়ৰ চিন্তা নকৰি যুদ্ধ কৰিব লাগে কাৰণ যুদ্ধক্ষেত্ৰত জয়ী হ'লে সুনাম আৰু পৰাজিত হৈ মৃত্যুবৰণ কৰিলেও ক্ষাত্ৰ ধৰ্মমতে স্বৰ্গ লাভ। তোমালোক এই নীতি অৱলম্বন কৰি অগ্ৰসৰ হোৱা। তেতিয়া দ্ৰুপদ সৈন্য বিলাকে দ্ৰোণৰ অভিমুখে ধাবমান হ'ল। ভীমসেন প্ৰভৃতি বীৰ বিলাকেও আন ফালৰ পৰা দ্ৰোণক আক্ৰমণ কৰিলে। ভীমৰ নিৰ্দ্দেশত অৰ্জ্জুনেও কৌৰৱ সৈন্য বিলাকক আক্ৰমণ কৰিলে। কিন্তু দ্ৰোণাচাৰ্য্য এই পঞ্চম দিৱসৰ দিনা অতি দুৰ্দ্ধৰ্ষ হৈ উঠিছিল। তেওঁ ধৃষ্টদ্যুম্ন প্ৰভৃতি দ্ৰুপদ সৈন্য বিলাকক মৰ্দ্দিত কৰিব ধৰিলে। সিদিনা আশী বছৰীয়া বৃদ্ধ দ্ৰোণে যোলবছৰীয়া তৰুণযুৱকৰ দৰে যুদ্ধ কৰিছে। শ্ৰীকৃষ্ণই যুদ্ধৰ পৰিণাম পাণ্ডৱ পক্ষে শোচনীয় হব বুলি ভয় কৰি অৰ্জ্জুনক সাৱধান বানী শুনালে আৰু পৰামৰ্শ দিলে যে দ্ৰোণাচাৰ্য্যৰ হাতত অস্ত্ৰ থাকোঁতে কোনো বীৰে আনকি ইন্দ্ৰাদি দেৱতা সকলেও তেওঁক পৰাস্ত কৰিব নোৱাৰে। কিবা কৌশলেৰে তেওঁক অস্ত্ৰ পৰিত্যাগ কৰাব পাৰিলে পৰাজিত কৰিব পৰা যাব। সেই সুযোগ মিলিল। দ্ৰোণাচাৰ্য্যই দুৰ্দ্ধৰ্ষ হৈ উঠি যেনে তেনে অস্ত্ৰ পৰিচালনা কৰিব ধৰিলে। তেওঁ সাধাৰণ সৈন্য বিলাকক মাৰিবলৈকে ব্ৰহ্মাস্ত্ৰ নিক্ষেপ কৰি যুদ্ধনীতি আৰু অস্ত্ৰ প্ৰয়োগনীতি ভঙ্গ কৰিলে। তেতিয়া যুদ্ধৰ ৰেহৰূপ চাই থকা ঋষিসকল আহি দ্ৰোণাচাৰ্য্যক ভৰ্ৎসনা কৰি সিদিনাই প্ৰাণত্যাগ কৰিবলৈ দাবী জনালে। সেই ঋষিসকলৰ ভিতৰত বিশ্বামিত্ৰ, জমদগ্নি, ভৰদ্বাজ, গৌতম, বশিষ্ঠ, অত্ৰি, ভৃগু আদি ঋষি সকল আছিল। তেওঁলোকে ক'লে - হে দ্ৰোণ! তুমি

বেদ-বেদাঙ্গবেত্তা হৈ অধৰ্ম যুদ্ধ কৰিছা। তুমি অস্ত্ৰ পৰিত্যাগ কৰি শাশ্বত পথৰ যাত্ৰী হোৱা। তুমি অস্ত্ৰানভিজ্ঞ ব্যক্তি বিলাকক বিনাশ কৰিবলৈ ব্ৰাহ্মাস্ত্ৰ ত্যাগ কৰিছা - তুমি অসৎ কাৰ্য্য কৰিছা।

দ্ৰোণাচাৰ্য্য ঋষিসকলৰ আদেশ পাই নিজৰ ভুল বুজি অনুতপ্ত হ'ল আৰু অস্ত্ৰ ত্যাগ কৰি ৰথৰ ওপৰতে যোগাসনত বহি প্ৰাণ ত্যাগ কৰিলে। পাছত ধৃষ্টদ্যুম্নই আহি তেওঁৰ মস্তক ছেদন কৰিলে।(১)

"অশ্বত্থামা হত ইতি গজ" এই আখ্যান আমি প্ৰক্ষিপ্ত বিবেচনা কৰি ভীমসেন যে গুৰুবধ দোষৰ ভাগী সেইটো বিশ্বাস কৰা নাই; কাৰণ ভীমসেনৰ নিচিনা বীৰ পুৰুষে তেনে হীন কৌশল গ্ৰহণ কৰা স্বাভাৱিক যেন নেলাগে। তাৰ প্ৰমাণ পাছৰ ঘটনাতে প্ৰমাণিত হয়।

## অশ্বত্থামাৰ নাৰায়ণ অস্ত্ৰ ঃ

দ্ৰোণাচাৰ্য্য বধ হোৱাৰ পাছত কৌৰৱ সৈন্যৰ মাজত ভয় আৰু নৈৰাশ্যই দেখা দিলে। সৈন্য বিলাকৰ মাজত পলায়নৰ সোঁত ববলৈ ধৰিলে। সৈনা বিলাক এইদৰে ধাৱমান হোৱাত দ্ৰোণ পুত্ৰ অশ্বত্থামা সেই স্ৰোতৰ প্ৰতিকূলে পাণ্ডৱ সৈন্যৰ বিৰুদ্ধে আক্ৰমণ চলাবলৈ ধাৱমান হ'ল। তেতিয়া শিখণ্ডী প্ৰমুখ্যে পাণ্ডৱ পক্ষীয় বহুবীৰে অশ্বত্থামাক আক্ৰমন কৰিলে। ঘোৰতৰ যুদ্ধ পুনঃ আৰম্ভ হ'ল আৰু অশ্বত্থামাই বহু পাণ্ডৱসৈন্য নিহত কৰিলে। তাৰ পাছত কৌৰৱ সৈন্যক তেতিয়াও পলায়মান হোৱা দেখি অশ্বত্থামাই দুৰ্য্যোধনৰ ওচৰলৈ গৈ ক'লে - হে মহাৰাজ! সৈন্য কিয় পলায়? কৰ্ণ প্ৰভৃতি মহাৰথ সকল কিয় যুদ্ধক্ষেত্ৰত নাই?

ৰজা দুৰ্য্যোধনে দ্ৰোণাচৰ্য্যৰ মৃত্যু সংবাদ নিজে নিদি কৃপাচাৰ্য্যৰ দ্বাৰা দিয়ালে। তেতিয়া ধৃষ্টদ্যুম্ন যেনেকৈ দ্ৰোণৰ মৃত্যুস্বৰূপ, অশ্বত্থামাও সেইৰূপ ধৃষ্টদ্যুম্নৰ অন্তক স্বৰূপ হৈ যুদ্ধক্ষেত্ৰত সক্ৰোধে বিচৰণ কৰিব ধৰিলে। অশ্বত্থামাই ৰজা দুৰ্য্যোধনক সাহস দি ক'লে - মহাৰাজ! মোৰ ওচৰত নিক্ষেপ আৰু উপসংহাৰ মন্ত্ৰ সহ যি অস্ত্ৰ আছে সেই অস্ত্ৰ কি অৰ্জ্জুন, কি ভীম, কি ৰজা যুধিষ্ঠিৰ, কি নকুল সহদেৱ আনকি কৃষ্ণৰ ওচৰতো সেই অস্ত্ৰ নাই। আজি পাণ্ডৱ সকলে মোৰ বিক্ৰমৰ পৰিচয় পাব।

এইবুলি অশ্বত্থামাই নাৰায়ণ অস্ত্ৰ প্ৰয়োগ কৰিলে। পাণ্ডৱপক্ষীয় বীৰসকল সন্ত্ৰস্ত্ৰ হৈ উঠিল। বহু সৈন্য সেই অনল সদৃশ নাৰায়ণ অস্ত্ৰৰ মুখত পৰি নিহত হ'ল। শ্ৰীকৃষ্ণই সেই অস্ত্ৰৰ মহিমা বুজিব পাৰি প্ৰত্যেককে নিজৰ নিজৰ অস্ত্ৰ পৰিত্যাগ কৰি মাটিৰ ওপৰত বহি যাবলৈ উপদেশ দিলে।

(১) আমাৰ "ঐতিহাসিক শ্ৰীকৃষ্ণ" পুস্তক দ্ৰষ্টব্য।

কিন্তু ভীমসেনে যোদ্ধা বিলাকক অস্ত্ৰ ত্যাগ কৰা দেখি উৎসাহিত কৰিবলৈ ধৰিলে - হে যোদ্ধসকল! অস্ত্ৰত্যাগ নকৰিবা আৰু নিজেও অস্ত্ৰ ত্যাগ নকৰিলে। অৰ্জ্জুনক ক'লে - হে অৰ্জ্জুন তুমিও গাণ্ডীৱ ধনু পৰিত্যাগ নকৰিবা। অৰ্জ্জুনে উত্তৰ দিলে - 'হে মহাবীৰ! নাৰায়ণ-অস্ত্ৰ, গো আৰু ব্ৰাহ্মণৰ বিপক্ষে মই গাণ্ডীৱ ধাৰণ নকৰোঁ। তেতিয়া ভীমসেন ব্যতিৰেকে পাণ্ডৱ পক্ষৰ সকলো বীৰ আৰু সৈন্যই অস্ত্ৰ ত্যাগ কৰিছে। সেই কাৰণে নাৰায়ণ অস্ত্ৰই ভীমসেনৰ প্ৰতি ধাৱমান হ'ল। ভীমৰ নিৰাপত্তাৰ কাৰাণে পাণ্ডৱপক্ষ সন্ত্ৰস্ত হৈ পৰিল।

তেতিয়া শ্ৰীকৃষ্ণই বলেৰে ভীমক ৰথৰ পৰা নমাই মাটিত বহুৱাই দি ভীমৰ হাতৰ পৰা অস্ত্ৰ কাঢ়ি ল'লে। ভীম ৰক্ষা পৰিল। এনে হেন মহাবীৰ ভীমসেনে কেতিয়াও গুৰুবধৰ কাৰণে মিছা কথাৰ আশ্ৰয় লোৱা নাছিল - এয়ে হে সত্য। প্ৰক্ষিপ্ত ৰচনাত এনে এটি অবিশ্বাস্য আখ্যান প্ৰবিষ্ট হোৱাৰ সম্ভাৱনা।(১)

(১) এইবিষয়ে বহুল সমালোচনা আমাৰ "ঐতিহাসিক শ্ৰীকৃষ্ণ" নামৰ পুথিত আছে।

# দুঃশাসনৰ ৰক্তপান

কৰ্ণ দ্ৰোণাচাৰ্য্যৰ পাছত সেনাপতিত নিযুক্ত হ'ল। দ্ৰোণাচৰ্য্যৰ সেনাপতিত্বৰ সময়ত কৰ্ণ আৰু ভীমৰ কেইবা বেলিও মুখা মুখী যুদ্ধ হৈছে আৰু কৰ্ণ পৰাজিত হৈছে। যদিও কৰ্ণই কুন্তীক প্ৰতিশ্ৰুতি দিছিল যে অৰ্জ্জুন ব্যতীত আন কোনো জন পাণ্ডৱকে কৰ্ণই বধ নকৰে, তথাপি সম্ভৱস্থলত ভীমক পৰাজিত কৰাত কৰ্ণৰ প্ৰতিশ্ৰুতি ভঙ্গৰ কোনো শঙ্কা নাছিল। কৰ্ণ মহাবীৰ আছিল আৰু স্বয়ং ভীষ্মই কৰ্ণক জৰাসন্ধতকৈ বেছি বলবান্ বীৰ বুলি কৰ্ণৰ আগতে শৰশয্যাৰ সময়ত স্বীকাৰ কৰিছিল। ভীমেই জৰাসন্ধক বধ কৰিছিল আৰু ভীমেই কৰ্ণক পৰাজিত কৰিছিল আৰু কৰ্ণই পলায়ন কৰিছিল। ভীমেই কৰ্ণকো হয়তো বধ কৰিব পাৰিলেহেতেঁন কিন্তু অৰ্জ্জুনৰ প্ৰতিজ্ঞা অনুসাৰে কৰ্ণ অৰ্জ্জুনৰ বধ্য আছিল, সেই কাৰণে ভীমে কৰ্ণক বধ কৰা নাই বুলি কেইবা বেলিও কোৱাৰ নিদৰ্শন আছে। কৰ্ণৰ সেনাপতিত্বৰ সময়তো কৰ্ণ ভীমৰ হাতত পৰাজিত হোৱাৰ বিৱৰণ আছে। কৰ্ণয়ো ভীমক এবাৰ পৰাজিত কৰি লাঞ্ছিত কৰা বিবৰণো আছে।

সি যি নহওক কুৰুক্ষেত্ৰৰ যুদ্ধ শেষ হবলৈ ধৰিছে। বাকী আছে মাত্ৰ তিনি দিন। কৰ্ণৰ সেনাপতিত্বৰ দুই দিন আৰু শল্যৰ সেনাপতিত্বৰ এক দিন।

ভীমসেনৰ প্ৰথম প্ৰতিজ্ঞা দুঃশাসনৰ ৰক্তপান এতিয়াও পূৰণ হোৱা নাই: তাৰ পাছত দুৰ্য্যোধনৰ গদাৰ আঘাতত উৰুভঙ্গৰ প্ৰতিজ্ঞাও পূৰণ হোৱা নাই।

কৰ্ণৰ সেনাপতিত্বৰ ভিতৰতে এদিন ভীম দুঃশাসনক বধ কৰিবলৈ কৃত সংকল্প হ'ল। দুঃশাসনক বধ কৰিবৰ পূৰ্বে ভীমসেনে ঋতুমতী দ্ৰৌপদীৰ কেশাকৰ্ষন, বস্ত্ৰ অপহৰণ আৰু অন্যান্য নিপীড়ন অত্যাচাৰ মনত পেলাই ক্ৰোধত অগ্নিমূৰ্ত্তি হৈ কৰ্ণ, দুৰ্য্যোধন, কৃপাচাৰ্য্য, অশ্বত্থামা আৰু কৃতবৰ্মাক সম্বোধন কৰি ক'লে - হে যোদ্ধ্ৰসকল! আজি মই পাপাত্মা দুঃশাসনক বধ কৰিম, কাৰ সাধ্য আছে তাক ৰক্ষা কৰক।

ভীম আৰু দুশাসনৰ ঘোৰতৰ যুদ্ধ হৈছিল। সেই যুদ্ধত ভীমে দুঃশাসনক সম্পূৰ্ণ পৰাভূত কৰি ওপৰোক্ত প্ৰকাৰে উক্তি কৰিছিল আৰু সিংহই যেনেকৈ মত্ত মাতঙ্গক আক্ৰমন কৰে তেনেকৈ ভীমে ৰথৰ পৰা নামি ক্ষণকাল উৎসুক নয়নে দুঃশাসনৰ ফালে চাই থাকি নিজৰ প্ৰতিজ্ঞা পূৰণৰ বাবে তীক্ষ্ণধাৰ অসিৰে কম্পিত কলেবৰ হৈ দুঃশাসনক ভৰিৰে গচকি লৈ তাৰ বক্ষঃস্থল বিদীৰ্ণ কৰি তাৰ ৰক্তপান কৰিলে। সি এক বীভৎস দৃশ্য। এই দৃশ্য দেখি অনেক সৈন্যই "এই ব্যক্তি মানুহ নহয় ৰাক্ষস" বুলি কৈ কৈ ভয়াৰ্ত্ত হৈ পলায়ন কৰিলে। এই কৰ্ম কৰ্ণ আৰু

দুৰ্য্যোধনৰ সমুখতে সম্পাদন কৰিছিল। তেওঁলোকে নিৰব দৰ্শক হৈ আছিল। পূৰ্বে ভীমৰ প্ৰতিজ্ঞাও তেওঁলোকৰ সমুখতে কৰিছিল।

এনে কৰ্ম যে মনুষ্যৰ নহয় তাত কোনো সন্দেহ নাই। কিন্তু ভীমসেন মনুষ্য। তেওঁ এনে বীভৎস ৰাক্ষসৰ কৰ্ম্ম কিয় কৰিলে? কৌৰৱ সভাত কৰা প্ৰতিজ্ঞা পূৰণৰ কাৰণে কৰিলে - ইও সত্য; কিন্তু প্ৰতিজ্ঞা কৰিলেও দুঃশাসনক বধ কৰিয়েই ক্ষান্ত হব পাৰিলেহেঁতেন। তাত জানো প্ৰতিজ্ঞা ভঙ্গৰ দোষ থাকি গ'ল হেঁতেন? হয়তো নেথাকিল হেঁতেন; কিন্তু তথাপি ইয়াত অন্য এটি বিষয় উপলব্ধ কৰিবৰ ক্ষেত্ৰ আছে।

পাণ্ডৱসকল যিদৰে বঞ্চিত, প্ৰতাৰিত, নিপীড়িত হৈছে, নিজৰ পত্নীক চকুৰ আগতে যিদৰে লাঞ্ছিত অপমানিত হোৱা দেখিছে আৰু তাৰ পাছত অশেষ দুঃখ কষ্টৰ মাজেদি যিদৰে বনবাস কৰিছে, তাৰ তীব্ৰ জ্বালাই ভীমৰ দৰে বীৰক উন্মত্ত কৰি তুলিছিল আৰু অক্ষৰে অক্ষৰে সত্য পালন কৰি আহি প্ৰতিজ্ঞা পূৰণৰ উন্মত্ততাগ্ৰস্ত যে ভীম হৈছিল তাত কোনো সন্দেহ নাই। ভীমৰ চৰিত্ৰত এইটো স্বাভাৱিক হৈ উঠিছিল। যেনে প্ৰতিশ্ৰুতি তেনে কৰ্ম সম্পাদন। ভীমে আদৰ্শ বীৰৰ কৰ্ম সাধন কৰিছে - সেইটো যিমানেই অমনুষ্যোচিত নহওক। বীৰধৰ্ম পালন কৰি সত্য ৰক্ষা কৰিছে। ভীমৰ চৰিত্ৰত ক'তো অসত্য আচৰণ দেখা নাযায়। ভীম কোনো কালেই অমানোৱোচিত কৰ্ম কৰা নাই। কোনোদিনেই অন্যায় কৰ্ম কৰি অনুতপ্ত হোৱা নাই। বিজয়ী বীৰৰ গৌৰৱমণ্ডিত খ্যাতি লাভ কৰি আহিছে। দুৰ্য্যোধনৰ উৰুভঙ্গতো একে প্ৰকাৰ চৰিত্ৰৰ বিকাশ দেখিবলৈ পোৱা যায়। সেয়েহে ভীম ভীম কৰ্মা বা ভীষণ কৰ্মৰ কৰ্ত্তা।

# দুৰ্য্যোধনৰ উৰুভঙ্গ(১)

দুৰ্য্যোধনৰ উৰুভঙ্গত যুদ্ধনীতি উল্লঙ্ঘন কৰা বুলি ভীমক দোষাৰোপ কৰা হয়। গদাযুদ্ধত নাভিৰ তলত প্ৰহাৰ কৰা নীতি নাই। ভীম আৰু দুৰ্য্যোধনে গদাযুদ্ধ কৰি থাকোঁতে ইমান নীতি নিয়ম ৰক্ষা কৰিছিল যে ভীমে নিজৰ প্ৰতিজ্ঞাৰ কথা পাহৰিয়েই গৈছিল। ভীমৰ বল দুৰ্য্যোধনত কৈ বেছি আছিল; কিন্তু দুৰ্য্যোধন গদাযুদ্ধত ভীমতকৈ নিপুন আছিল - বেছি কৌশলী আছিল।

এইযুদ্ধ শ্ৰীকৃষ্ণ, বলভদ্ৰ, যুধিষ্ঠিৰাদি চাৰিভাই আৰু অন্যান্য বীৰ সকলেও

(১) এই বিষয়ে আলোচনা আমাৰ "ঐতিহাসিক শ্ৰীকৃষ্ণ" পুস্তকত আছে।

চাই আছিল। বলভদ্ৰ আছিল উভয়ৰে গদাযুদ্ধ শিক্ষা দিয়া গুৰু। এনে দৰ্শক বিলাকৰ সমুখত উভয় প্ৰতিদ্বন্দ্বীৰ যুদ্ধৰ উন্মাদনা হোৱা স্বাবাৱিক - তাতে আকৌ কুৰুক্ষেত্ৰত হোৱা যুদ্ধ খনৰে জয় পৰাজয় নিৰ্ণয়ৰ অন্তিম যুদ্ধ।

ভীমে যেতিয়া সুবিধা পায়ো দুৰ্য্যোধনৰ উৰুভঙ্গ কৰা নাই, তেতিয়া শ্ৰীকৃষ্ণই আৰু দৰ্শকসকলে বুজি পাইছে যে ভীমে অন্যায় যুদ্ধ কৰা নাই। শ্ৰীকৃষ্ণই তেতিয়া অৰ্জ্জুনক কৈছে এই যুদ্ধত অন্যায় নকৰিলে নহব। ভীমৰ প্ৰতিজ্ঞা ৰক্ষাৰ বাবে অন্যায় যুদ্ধ অৰ্থাৎ নাভিৰ তলত আঘাত কৰিব লাগিব- এই কথা অৰ্জ্জুনেও বুজি পালে। তেতিয়া অৰ্জ্জুনে ভীমক প্ৰতিজ্ঞাৰ কথা সোঁৱৰাই দিলে। ভীমে ছেগ চাই দুৰ্য্যোধনৰ উৰু ভঙ্গ কৰিলে। ভীমে প্ৰতিজ্ঞা ৰক্ষাত কৈ সূক্ষ্ম যুদ্ধনীতি পালন কৰাটো ন্যায় কাৰ্য্য বুলি গণ্য নকৰিলে।

এইক্ষেত্ৰত সেই অন্যায় ন্যায়ত পৰিণত হৈছে - পূৰ্বৰ প্ৰতিজ্ঞা অনুসাৰে।

**অনৃতেন ভবেৎ সত্যং সত্যঞ্চাপ্যনৃতং ভবেৎ।**

# ভীমচৰিত্ৰৰ সংক্ষিপ্ত বিশ্লেষণ

ভীমৰ চৰিত্ৰত মানবীয় বিশিষ্ট গুণসমূহৰ অভাৱ দেখা নাযায়। উদাৰতা, সত্যবাদিতা, ন্যায়নীতিৰ বিচাৰ ক্ষমতা আৰু বীৰপুৰুষৰ সত্যৰক্ষাৰ একনিষ্ঠতা ভীম চৰিত্ৰত বিকশিত নোহোৱাকৈ থকা নাছিল। সৰল আৰু পোনপটীয়া ব্যৱহাৰ কৰাই আছিল ভীমৰ স্বভাৱ।

ভীমৰ চৰিত্ৰৰ বিশেষত্ব এই যে তেওঁ স্বভাৱতে কাকো নিজে ঈৰ্ষা বা দ্বেষ নকৰে; কিন্তু ঈৰ্ষানু মানুহে কৰা ঈৰ্ষা আৰু দ্বেষক ক্ষমা কৰিবলৈকো টান পায়। যোদ্ধা আৰু বীৰ ভীমে ঈৰ্ষা দ্বেষৰ প্ৰতিশোধ লব পৰিলেহে ভাল পায়। প্ৰতিশোধ লবৰ সুযোগ নাপালেও সেই ঈৰ্ষালু ব্যক্তিক কোনো কৃপা বা অনুগ্ৰহ দেখুৱাবলৈকো ভাল নাপায় বা ইচ্ছা নকৰে। ভীমৰ জ্যেষ্ঠ তাত ধৃতৰাষ্ট্ৰৰ প্ৰতি থকা মনোভাৱেই তাক প্ৰমাণ কৰে।

যুদ্ধজয়ৰ পাছত যুধিষ্ঠিৰ ৰজা হ'ল আৰু সকলোটি ভ্ৰাতৃয়ে ধৃতৰাষ্ট্ৰক এনেদৰে মান সন্মান সেৱা দান কৰিলে যে তেওঁলোকে পঞ্চভ্ৰাতৃৰ সেৱাত কোনো ক্ৰটি পোৱা নাছিল।

ৰজা ধৃতৰাষ্ট্ৰই ইচ্ছামতে থাকে যি লাগে সেইদৰে দান দি আৰু বিশেষকৈ ব্ৰাহ্মণকসলক ধন দান কৰি দান ধৰ্ম নিৰ্ব্বাদে পালন কৰি আছিল। এইদৰে ব্ৰাহ্মণ ক্ষত্ৰিয় বৈশ্য আৰু শূদ্ৰ চাৰিওবৰ্ণ ধৃতৰাষ্ট্ৰৰ প্ৰতি সন্তুষ্ট হৈ আছিল। ধৰ্মাত্মা

যুধিষ্ঠিৰে একবাৰো দুৰ্য্যোধনাদিৰ অত্যাচাৰ নিপীড়নৰ কথা মনলৈ নানি ধৃতৰাষ্ট্ৰৰ আজ্ঞানুসাৰে সমুদয় কাৰ্য্য কৰি গৈছিল। সেই সময়ত কোনো ব্যক্তিয়ে যদি ধৃতৰাষ্ট্ৰৰ অপ্ৰিয় কোনো কাৰ্য্য কৰিছিল, তেন্তে যুধিষ্ঠিৰে তেওঁৰ লগত শত্ৰুৰ দৰে ব্যৱহাৰ কৰিছিল। সেই কাৰণে ধৰ্মৰাজৰ ভয়ত কোনেও ধৃতৰাষ্ট্ৰৰ বা দুৰ্য্যোধনৰ কোনো দোষৰ বিষয়ে আলোচনা নকৰিছিল বা কৰিব নোৱাৰিছিল।

মহাত্মা বিদুৰ আৰু গান্ধাৰী দেৱী ধৰ্মৰাজৰ সৌজন্য দেখি বৰ প্ৰীত হৈছিল কিন্তু ভীম সেনৰ প্ৰতি তেওঁলোকৰ সেইৰূপ প্ৰীতিৰ সঞ্চাৰ হোৱা নাছিল। ভীমসেনে অন্ধৰাজক দেখিলেই মনে মনে নিতান্ত বিৰক্ত হৈছিল; কেৱল যুধিষ্ঠিৰে তেওঁৰ সেৱা শুশ্ৰূষা আৰু পৰিচৰ্য্যা নিজে কৰিছিল বুলি ভীমসেনেও অসন্তুষ্ট চিত্তে তেওঁৰ পৰিচৰ্য্যা কৰিছিল।

কৌৰৱপতি ধৃতৰাষ্ট্ৰই যেতিয়াই নিজপুত্ৰ দুৰ্য্যোধনৰ কথা মনত পেলাইছিল, তেতিয়াই বৃকোদৰৰ কথা তেওঁৰ মনলৈ আহিছিল আৰু সেইবাবে তেওঁ মনত বৰ দুঃখ অনুভৱ কৰিছিল। মহাবীৰ বৃকোদৰেও ধৃতৰাষ্ট্ৰৰ নাম গন্ধ পালেই খঙত অধীৰ হৈ পৰিছিল। ধৃতৰাষ্ট্ৰৰ কুমন্ত্ৰণা আৰু কপট ব্যৱহাৰৰ বাবে যে পাণ্ডৱবিলাকৰ অশেষ ক্লেশ ভোগ কৰিব লগা হৈছিল, সেইকথা ভীমে কেতিয়াও পাহৰিব নোৱাৰিছিল আৰু সেই কাৰণে ধৃতৰাষ্ট্ৰৰ সকলো আজ্ঞা তেওঁ পালন নকৰিছিল।

ধৃতৰাষ্ট্ৰই ভীমৰ এই মনোভাৱ বুজিব পাৰি আৰু নিজৰ অতীত কৰ্মৰ বাবে অনুতপ্ত হৈ বনলৈ গৈ তপস্যা কৰিবৰ মনস্থ কৰি যুধিষ্ঠিৰৰ আগত সেই সংকল্পৰ কথা প্ৰকাশ কৰিলে।

ধৰ্মৰাজ যুধিষ্ঠিৰে ভূয়ে ভূয়ে নিষেধ কৰিছিল আৰু বনলৈ নোযোৱাৰ কাৰণে অনুনয় বিনয় কৰিছিল; কিন্তু ধৃতৰাষ্ট্ৰ সেই সংকল্পৰ পৰা বিচলিত নহল। পাছত এদিন ধৃতৰাষ্ট্ৰই মহামতি বিদুৰক যুধিষ্ঠিৰৰ ওচৰলৈ পঠাই দি অনুৰোধ জনালে যে যোৱাৰ পূৰ্বে পিতৃপুৰুষ আৰু বান্ধৱ বিলাকৰ শ্ৰাদ্ধ সম্পাদন আৰু দান দক্ষিণাৰ বাবে কিছু ধনৰ প্ৰয়োজন হৈছে যুধিষ্ঠিৰে যেন সেইখিনি ধন দিয়ে। যুধিষ্ঠিৰ আৰু অৰ্জ্জুনে আনন্দমনে স্বীকাৰ কৰিলে; কিন্তু ভীমে অনিচ্ছা প্ৰকাশ কৰিলে। তাৰবাবে ভীমক যুধিষ্ঠিৰ আৰু অৰ্জ্জুনে মৃদু ভৰ্ৎসনা কৰিলে আৰু ভীমে সম্মতি দিলে।

এই কথাতে বুজা যায় যে ভীমে এফালে যেনেকৈ নিজৰ জ্যেষ্ঠ ভ্ৰাতা যুধিষ্ঠিৰৰ বাক্য পালন নকৰাকৈ নাথাকে আনফালে নিজৰ এনেবোৰ কথাত জিদ্ ধৰিও নাথাকে। কনিষ্ঠ ভ্ৰাতৃ অৰ্জ্জুনৰ কথাও অমান্য নকৰে।

ধৃতৰাষ্ট্ৰই ক্ৰমাগত দহদিন দান যজ্ঞৰ অনুষ্ঠান কৰি বহু ধন ব্যয় কৰিলে আৰু প্ৰত্যহ সকলো বৰ্ণৰ সকলো লোকক প্ৰচুৰ পৰিমিত বিবিধ মিষ্টান্নৰ দ্বাৰা ভোজন

কৰালে। এই অৰ্থব্যয়ৰ সময়ত বা পাছতো ভীমৰ মনত কোনো অসন্তোষ বা আপত্তিৰ উদয় হোৱা নাছিল।

কিন্তু যি সময়ত বৃকোদৰে ধন দানৰ অনিচ্ছা প্ৰকাশ কৰিছিল আৰু অৰ্জ্জুনে কৈছিল যে "দাদা! আমালোকৰ জ্যেষ্ঠ পিতৃব্য ধৃতৰাষ্ট্ৰ বনলৈ যাবলৈ ওলাইছে আৰু তপস্যাৰ সংকল্প গ্ৰহণ কৰিবৰ পূৰ্বে ভীষ্ম আদি মৃত বীৰসকলৰ ঔৰ্দ্ধদেহিক কাৰ্য্য সম্পাদন কৰিবলৈ বাঞ্ছা কৰি ধন খুজিছে, আপুনি তাত আপত্তি নকৰি অনুমতি দান কৰক, তেতিয়া ভীমসেন ক্ৰোধত উদ্দীপিত হৈ কৈছিল যে ভীষ্ম সোমদত্ত, ভুৰিশ্ৰবা, দ্ৰোণাচাৰ্য্য ইত্যাদি বিলাকৰ শ্ৰাদ্ধকাৰ্য্য আমিয়েই কৰিম। তাৰ বাবে ধৃতৰাষ্ট্ৰক ধন দিবৰ আৱশ্যক কি? দুৰ্য্যোধন প্ৰভৃতি যি বিলাক কুলাঙ্গাৰৰ দ্বাৰা এই পৃথিবী উৎসন্ন প্ৰায় হৈছে, সেইবিলাক লোক ঘোৰতৰ ক্লেশত নিপতিত হওক— তেওঁলোকক উদ্ধাৰ কৰিবৰ বাবে আমাৰ কি কৰ্ত্তব্য আছে? মোৰ মতে দুৰ্য্যোধন আদিৰ ঔৰ্দ্ধদেহিক কাৰ্য্যই বিধেয় নহয়।

ভীমৰ ইমান তীব্ৰ প্ৰতিবাদ আৰু আপত্তিও যুধিষ্ঠিৰ আৰু অৰ্জ্জুনৰ সান্ত্বনা বাক্যত নিমিষতে উৰি গ'ল। ভীমৰ তাৰ বাবে কোনো প্ৰকাৰ দুঃখ বা অনুশোচনা নাথাকিল আৰু নিজেও ধৃতৰাষ্টৰ বনগমনত সহায়তা কৰি আনন্দমনে যথা কৰ্ত্তব্য কৰ্ম কৰিছিল।

ক্ষত্ৰিয়ৰ তেজ আৰু সাধুলোকৰ দৰে ক্ষমাগুণ স্বভাব উভয়েই ভীমৰ চৰিত্ৰত দেখা গৈছিল।

□□□

BHARATIYA PREM KAHINI, three mythological love stories, the first story from Khila Harivagsha and the other two from the Mahabharata. re-told by D. N. Bhattacharyya.

---

প্ৰকাশক ঃ দামোদৰ লাইব্ৰেৰী
অনন্তপুৰ— নলবাৰী

প্ৰথম সংস্কৰণ— ১৯৭৭
দ্বিতীয় সংস্কৰণ— ছেপ্টেম্বৰ, ২০০২

মুদ্ৰণ ঃ জয়শ্ৰী প্ৰিন্টিং প্ৰেছ, নলবাৰী

# আগকথা

ৰামায়ণ আৰু মহাভাৰতত বহু প্ৰেম কাহিনী আছে। সেই প্ৰেম কাহিনীবোৰ বিকৃত কাম-প্ৰবৃত্তিৰ বিৰৰণ মাথোন নহয়—সেই প্ৰেম মানৱ হৃদয়ৰ স্বাভাবিক আৰু পৱিত্ৰ অনুভূতিৰ পৰিণতি।

কাহিনী বৰ্ণনাত আমি মূলৰ লগত সম্পূৰ্ণ সামঞ্জস্য ৰক্ষা কৰিছোঁ।

শ্ৰীমান্ কৈলাশ চন্দ্ৰ শৰ্মাই তেওঁৰ "জয়শ্ৰী" মুদ্ৰায়ণত ছপাই আমাক সহায় কৰিছে; তাৰ বাবে তেওঁক আশীৰ্ব্বাদ আৰু ধন্যবাদ দিছোঁ।

**লিখক**

# সূচীপত্ৰ

# প্ৰদ্যুম্ন আৰু প্ৰভাৱতী

**ইন্দ্ৰৰ প্ৰমাদ ঃ**

সুমেৰু পৰ্ব্বতৰ এটি নিবিড় গুহাত ধ্যানমগ্ন হৈ আছে দৈত্য বজ্ৰনাভ। তাৰ অন্তৰত প্ৰবল আকাঙ্ক্ষা-বহ্নি প্ৰজ্জ্বলিত; কিন্তু তপস্যাৰ কাৰণে সি কঠোৰ সংযম অভ্যাস কৰিছে। ব্ৰহ্মাচাৰী তপস্বী বজ্ৰনাভে সৃষ্টিকৰ্ত্তা প্ৰজাপতি ব্ৰহ্মাৰ আৰাধনা কৰিছে।

দুৰাচাৰ হলেও বজ্ৰনাভ দৈত্যই যথাবিধি তপস্যা কৰিছে। সেই তপস্যাৰ ফল অনিবাৰ্য্য, অনন্যভাৱে কৰা তপস্যাৰ ফল সুনিশ্চিত। প্ৰজাপতি ব্ৰহ্মাৰ আৱিৰ্ভাৱ হ'ল। তপস্যা-তুষ্ট ব্ৰহ্মা বৰ দিবলৈ তপস্বীৰ সমুখত উপস্থিত হৈছে। ব্ৰহ্মাই বজ্ৰনাভক প্ৰশ্ন কৰিলে "তোমাৰ এই দুৰ্ঘোৰ তপস্যাৰ উদ্দেশ্য কি, দৈত্যৰাজ?"

তপস্বী দৈত্যৰাজ কৃতকৃত্য হৈ উঠে আৰু তাৰ হৃদয়ত অভিলাষ পূৰ্ণ হোৱাৰ আশা সঞ্জীৱিত হৈ উঠে। স্তৱ-তুষ্ট প্ৰজাপতিৰ আদেশ পাই বজ্ৰনাভে নিজ অভিলাষ ব্যক্ত কৰিলে—"মই দেৱতাসকলৰ অবধ্য হব লাগে। মোৰ বজ্ৰপুৰ যেন সৰ্ব্বৰত্নৰ দ্বাৰা বিভূষিত হয়। সেইপুৰীৰ চাৰিওফালে যেন নগৰ থাকে আৰু তাত যেন সৰ্ব্বপ্ৰকাৰৰ সুখ বৰ্ত্তমান থাকে। সেই নগৰ বিলাকৰ বন উপবন যেন সকলো সৌন্দৰ্য্যেৰে ভৰপুৰ হৈ থাকে। মোৰ বিনানুমতিত যেন বজ্ৰপুৰত বায়ুৰো প্ৰৱেশৰ ক্ষমতা নাথাকে।"

সাধনাত সিদ্ধ হৈছে দৈত্য বজ্ৰনাভ। তপস্যাত সন্তুষ্ট হৈছে সৃষ্টিকৰ্ত্তা ব্ৰহ্মা। তেওঁ 'তথাস্তু' বুলি বৰ দান কৰিলে।

বজ্ৰপুৰ ৰাজ্যত সুখ পৰিপূৰ্ণ হৈ উঠিল। সকলো নগৰবাসী সুখী হ'ল। বজ্ৰপুৰত মহামহা অসুৰবিলাকৰ বসতি হ'ল। বজ্ৰপুৰৰ চাৰিউফালৰ নগৰ বিলাকত মহাবলৱান্ হৃষ্ট-পুষ্ট দৈত্যবিলাকে বাসস্থান নিৰ্ম্মাণ কৰিলে। পাৰ্শ্ববৰ্ত্তী নগৰ বিলাকতো নতুন নতুন ঘৰবাৰী নিৰ্মিত হ'ল।

সকলোবিলাক দৈত্য আছিল ৰণ-কুশল আৰু স্বাস্থ্যবান, সিহঁতে মহানন্দে বাস কৰিব ধৰিলে। বন-উপবন আৰু উদ্যানেৰে সেই নগৰ বিলাক সুশোভিত হৈ উঠিল আৰু বজ্ৰপুৰ আৰু তাৰ চাৰিওফালৰ নগৰ উপনগৰ নন্দন-বন্দন হৈ উঠিল। তাত বিলাসৰ সামগ্ৰী উভৈনদী হৈ পৰিল। সকলো লোকে সুখ-সমৃদ্ধিত পৰিতুষ্ট হ'ল।

ব্ৰহ্মাৰ বৰত দুৰাত্মা বজ্ৰনাভ হৈ উঠিল অতি দৰ্পিত। স্বৰ্গ মৰ্ত্ত্য আৰু পাতাল এই তিনিও জগৎ উৎপীড়ন কৰিবলৈ উদ্যত হ'ল।

দেৱৰাজ ইন্দ্ৰ কোনো এদিন দেৱতাসকলেৰে পৰিবেষ্টিত হৈ স্বৰ্গৰ সিংহাসনত বহি আছে; এনেতে মোহান্ধ বজ্ৰনাভ তাত গৈ উপস্থিত হ'ল আৰু ইন্দ্ৰক কবলৈ ধৰিলে—

"হে দেবৰাজ! মোৰ অন্তৰত এনে ইচ্ছা হৈছে যে এই তিনিওলোক ময়েহে পালন কৰিম। তোমাৰ যদি তাত সম্মতি নাথাকে তেন্তে মোৰ সৈতে যুদ্ধ কৰা। বেছি কথাৰ আৱশ্যক নাই। এই ত্ৰিজগৎ মই তুচ্ছজ্ঞান কৰোঁ"।

দেৱৰাজ ইন্দ্ৰই প্ৰমাদ গণিলে। ব্ৰহ্মাৰ বৰত বলীয়ান বজ্ৰনাভ দেৱতাৰ অবধ্য। যি দৰ্পপূৰ্ণ বাক্য বজ্ৰনাভে উচ্চাৰণ কৰিছে তাৰ প্ৰত্যুত্তৰ দৰ্প-অহঙ্কাৰেৰে দিয়া উচিত নহব বুলি ইন্দ্ৰই বুজিছিল। দেৱৰাজে বজ্ৰনাভৰ কথাৰ কি উত্তৰ দিব সেই বিষয়ে দেৱগুৰু বৃহস্পতিৰ লগত মন্ত্ৰণা কৰিলে।

সেই মন্ত্ৰণা অনুসাৰে ইন্দ্ৰই উত্তৰ দিলে—দৈত্যৰাজ! মহামুনি কশ্যপ দৈত্য আৰু দেৱতা কুলৰ জনক। এই সময়ত তেওঁ যজ্ঞকাৰ্য্যত ব্যাপৃত আছে। তেওঁৰ যজ্ঞকাৰ্য্য সমাপ্ত হ'লে তেওঁক পৰামৰ্শ কৰি যি উচিত বুলি ভাবা হয়—তাকে কৰা যাব। আমাৰ কৰ্ত্তব্য তেৱেঁই ঠিক কৰি দিব। দৈত্যৰাজ বজ্ৰনাভ ইন্দ্ৰৰ এই উত্তৰত পতিয়ন নগ'ল। তেওঁ নিজেই পিতৃ কশ্যপৰ ওচৰ চাপিলে আৰু নিজ বক্তব্য নিবেদন কৰিলে। ইতিমধ্যে—

সুকৌশলী ভগৱান শ্ৰীকৃষ্ণই দেৱৰাজ ইন্দ্ৰক সমিধান দিলে যে আমাৰ পিতৃ সদাচাৰী বসুদেৱে অতি সোনকালে এটি অশ্বমেধ যজ্ঞ আৰম্ভ কৰিব; সেই সময়ত বজ্ৰনাভ নিধন হব, কিন্তু এই দৈত্যৰ নিধনৰ বাবে কৌশল কৰিব লাগিব। দৈত্যবৰ বজ্ৰনাভে ব্ৰহ্মাৰ পৰা এনে বৰ লাভ কৰিছে যে বিনানুমতিত তেওঁৰ পুৰীত আনকি বায়ুৰো প্ৰবেশ নাই। ব্ৰহ্মাৰ বচন ৰক্ষা কৰিব লাগিব আৰু আনফালে তাৰ পুৰীতো প্ৰৱেশ কৰিব লাগিব। ইয়াৰ উপায় উলিয়াব লাগিব।

শ্ৰীকৃষ্ণই এই সৎপৰামৰ্শ দিয়াত দেৱৰাজ ইন্দ্ৰ বৰ আনন্দিত হৈ পুলকিত হৈ পৰিল আৰু উপযুক্ত সমিধান পাই প্ৰফুল্লমনে দ্বাৰকাৰ পৰা অমৰাৱতীলৈ ঘূৰি আহিল।

## ভদ্ৰনট ঃ

বসুদেৱে যথাসময়ত হৰ্ষচিত্তে অশ্বমেধ যজ্ঞ আৰম্ভ কৰিলে। তাত ভগবান শ্ৰীকৃষ্ণ আৰু দেৱৰাজ ইন্দ্ৰ উপস্থিত থাকিল। মহাত্মা বসুদেৱৰ অশ্বমেধ যজ্ঞ সুসম্পন্ন হৈছে—এনেতে ভদ্ৰনামে এক নট আহি নৃত্য দেখুৱাই ঋষিসকলক সন্তুষ্ট কৰিলে। ঋষিসকলে সন্তুষ্ট হৈ ভদ্ৰনটক বৰ মাগিবলৈ আদেশ দিলে। শ্ৰীকৃষ্ণ আৰু ইন্দ্ৰই পৰামৰ্শ কৰিলে যে এইয়ে সুৱৰ্ণ সুযোগ। উভয়ে ভগৱতী

সৰস্বতী দেৱীক ভদ্ৰনটৰ কণ্ঠত বাস কৰিবলৈ আদেশ দিলে। সেই আদেশ অনুসাৰে দেৱী সৰস্বতীয়ে নটৰ কণ্ঠত স্থান গ্ৰহণ কৰিলে।

ঋষিসকলৰ আদেশ পাই নট ভদ্ৰই বিনয়-নম্ৰ বচনেৰে কবলৈ ধৰিলে—

ঋষিসকল! আপোনালোকৰ দয়াত মই কৃতাৰ্থ মানিছোঁ। বৰ অনুগৃহীত হৈছোঁ। আপোনাসকলে যেতিয়া মোৰ প্ৰতি কৰুণা প্ৰকাশ কৰি বৰ দিব খুজিলে, মই এই বৰ প্ৰাৰ্থনা কৰিব খুজিছোঁ যে মই যেন সমস্ত বিপ্ৰসমাজৰ এজন সভাসদ্ হব পাৰোঁ আৰু সপ্তদ্বীপা মেদিনী যেন অনায়াসে ভ্ৰমণ কৰিব পাৰোঁ। কি আকাশ, কি বায়ুমণ্ডল, কি স্থাৱৰ, কি জঙ্গম ক'তো যেন মই কোনো বাধা নাপাওঁ; মোৰ যেন মৃত্যু ক'তো নহয়। মোৰ যদি ইচ্ছা হয় তেন্তে মই যেন কি মৃত, কি জীৱিত, কি ভৱিষ্য—যি কোনো লোকৰ ৰূপ ধৰি য'লৈকে ইচ্ছা ত'লৈকে যাব পাৰোঁ। মই যেন সদায় নীৰোগ থাকোঁ আৰু কেতিয়াও বুঢ়া নহওঁ। মুনিসকল আৰু আন আন লোকসকল যেন মোৰ ওপৰত সদায় সন্তুষ্ট থাকে। মোৰ এয়ে মাথোন প্ৰাৰ্থনা। আন কোনো বৰ মোক নালাগে। আপোনালোকে স্ব-ইচ্ছাই মোক বৰ দিবলৈ ইচ্ছা কৰিছে, প্ৰভুসকল! এই বৰ মোক দিয়ক।

ঋষিসকলে "তথাস্তু" বুলিলে।

নট ভদ্ৰই ঋষিসকলৰ বৰ পাই সপ্তদ্বীপ ভ্ৰমণৰ কাৰ্য্যসূচী গ্ৰহণ কৰিলে। পৃথিবীৰ ভিতৰত দৈত্যৰজাসকলৰ যি বিলাক পুৰী আছিল, সকলোবোৰ ভ্ৰমণ কৰিলে কোনো দেশ বা জনপদ বাকী নাথাকিল। প্ৰত্যেক পৰ্ব ভ্ৰমণৰ পাছত একোবাৰ কৈ দ্বাৰকা নগৰলৈ আহিছিল আৰু সেই কাৰণে ভ্ৰমণৰ অন্তত নটৰ মনত কোনো প্ৰকাৰ ক্ষোভ নাথাকিছিল।

স্বৰ্গৰাজ্যতো পৃথিৱীৰ নিচিনা সকলো প্ৰকাৰ অধিবাসী থাকে। তাত পুন্যাত্মা জীৱসকলৰো বসতি হয়। সেই সময়ত স্বৰ্গত যিবিলাক হংস আছিল, সেইবিলাকৰ ভিতৰত ধৃতৰাষ্ট্ৰ নামৰ এক পুণ্যাত্মা হংস আছিল। সেই হংসৰ কোনো সতি-সন্ততি নাছিল।

দেৱৰাজ ইন্দ্ৰই যেতিয়া দেখিলে যে ভদ্ৰনটে অবাধে সপ্তদ্বীপা মেদিনী পৰিভ্ৰমণ কৰিব পাৰিছে, তেতিয়া তেওঁ বৰ সন্তুষ্ট হৈ স্বৰ্গত থকা হংস বিলাকক মাতি আনি এইদৰে নিবেদন কৰিলে—

হে হংসসকল! দেৱতাসকলৰ এক বিশেষ কাৰ্য্য উপস্থিত হৈছে। আমি সকলো দেৱতা আৰু তোমালোক হংসবিলাক একে কশ্যপৰ সন্তান আৰু সেই বাবে আমি সকলো ভাই। তোমালোকেই দেৱতাসকলৰ আৰু পুণ্যবান্ সকলৰ বিমান। তোমালোকে তেওঁলোকক বহন কৰি ফুৰা। সেয়ে তোমালোকৰ বিহিত কাৰ্য্য। দেৱতাসকলৰ শত্ৰুবধৰ সময় উপস্থিত হৈছে। তোমালোকৰ সেই কাৰ্য্যত সহায় কৰা নিতান্ত উচিত। তাত যেন কোনো প্ৰকাৰ বুদ্ধিভেদ বা ছল-চাতুৰি

কোনো হংসই নকৰে। যদিওবা কোনো হংসই তেনে কোনো ছল-চাতুৰি কৰি দেৱতাসকলৰ আদেশ পালন নকৰে, তেতিয়াও নিস্তাৰ নাপাব। যি বিলাকে প্ৰতাৰণা কৰিবৰ ইচ্ছা কৰে, তেওঁলোকে নিজেই প্ৰতাৰিত হব ই নিশ্চয়। এতিয়া মই দেৱতাসকলৰ কি কাৰ্য্য সাধন কৰিব লাগিব, সেই বিষয়ে কি নিৰ্দ্দেশ দিওঁ তাক তোমালোকে শুনা—

তোমালোকৰ গতিবিধিত কোনো বাধা-নিষেধ নাই—কʼতো প্ৰৱেশ নিষেধ নাই। সম্প্ৰতি বজ্ৰনাভপুৰ দেৱতা আৰু মানুহৰ কাৰণে অপ্ৰৱেশ্য হৈ আছে। তোমালোকে তালৈ গৈ ব্ৰজ্ৰনাভপুৰৰ পুখুৰীত বিচৰণ কৰা গৈ। বজ্ৰনাভ দৈত্যৰ এটি কন্যা ৰত্ন আছে। সেই কন্যা ইমান ৰূপৱতী যে ই তিনি ভুৱনত তেনে ৰূপৱতী কন্যা দ্বিতীয়টি নাই। সেই কন্যা যেনে ৰূপৱতী তেনে গুণৱতী। সেই কন্যাৰ নাম প্ৰভাৱতী; কাৰণ চন্দ্ৰৰ প্ৰভাৰ নিচিনা প্ৰভাময়ী সেই যুৱতী। সেই কন্যাৰ মাতৃয়ে ভগৱতীৰ বৰত তেনে কন্যা লাভ কৰিছে। কন্যাৰ আত্মীয়বৰ্গই স্থিৰ কৰিছে যে সেই কন্যাক স্বয়ম্বৰা কৰি দান কৰিব। কন্যাই নিজ ইচ্ছামতে পতি গ্ৰহণ কৰিব। এনে অৱস্থাত মই তোমালোকক নিৰ্দ্দেশ দিওঁ যে তোমালোকে সেই কন্যাৰ ওচৰত গৈ কৃষ্ণপুত্ৰ প্ৰদ্যুম্নৰ ৰূপগুণ আৰু বয়সযৌৱনৰ কথা বৰ্ণনা কৰিবাগৈ। প্ৰদ্যুম্নৰ স্বভাৱ-চৰিত্ৰ আৰু বংশ মৰ্য্যাদা আদি সকলো বিষয়ে প্ৰশংসাসূচক বৰ্ণনা কৰিবা। বজ্ৰনাভৰ কন্যা প্ৰভাৱতী যেতিয়া প্ৰদ্যুম্নৰ প্ৰতি আসক্তা হোৱা যেন দেখিবা, তেতিয়া আহি আমাক খবৰ দিবা। তোমালোকৰ পৰা কন্যা প্ৰভাৱতীৰ মনোগত ভাৱ জানিব পাৰিলে প্ৰদ্যুম্নৰ মনোগত ভাৱ জানিবৰ আৱশ্যক হব। এই কাৰ্য্যৰ দ্বাৰা আমাৰ দেৱতাকুলৰ যথেষ্ট উপকাৰ হব—এই কথা বিশেষ ৰূপে বিবেচনা কৰি কাৰ্য্যত অগ্ৰসৰ হোৱা প্ৰধান কৰ্ত্তব্য বুলি তোমালোকে ভাবিবা।

তেতিয়া প্ৰদ্যুম্নৰ ৰূপ-গুণৰ কথা আলোচনা হব—প্ৰভাৱতীৰ লগত যেতিয়া এই বিষয়ে কথোপকথন কৰিবা, তেতিয়া তোমালোকে প্ৰফুল্লবদন হৈ হাঁহিমুখে সেইবোৰ কথা কবা। তোমালোকে এনেদৰে কথা কবা, প্ৰদ্যুম্নৰ গুণবোৰৰ কথা আৰু ৰূপৰ কথা এনেদৰে বৰ্ণনা কৰিবা যাতে প্ৰভাৱতীৰ মন প্ৰদ্যুম্নৰফালে আকৰ্ষিত হয়। কথোপকথনৰ কেতিয়া কি ফল হয়, সেই সমাচাৰ নিতৌ মোক দিবা আৰু দ্বাৰকাতো শ্ৰীকৃষ্ণৰ ওচৰলৈ সেই সমাচাৰ পঠিয়াবা। মনত ৰাখিবা যে নাৰায়ণ শ্ৰীকৃষ্ণ মোৰ কনিষ্ঠ ভাই—এইকথা যেন কোনো প্ৰকাৰে পাহৰি নোযোৱা। প্ৰদ্যুম্নয়ো যাতে প্ৰভাৱতীক বিবাহ কৰিবলৈ সমুৎসুক হয়, সেই কাৰ্য্যও তোমালোকেই সমাধা কৰিব লাগিব। এই কাৰ্য্য কৰ্ত্তব্য কৰ্ম্ম বুলি তোমালোকে নিশ্চয়কৈ ভাবিবা। বজ্ৰনাভ আদি দৈত্যবিলাকে ব্ৰহ্মাৰ পৰা বৰ লাভ কৰি দেৱতাসকলৰ অবধ্য হৈছে আৰু সেই বাবে সিহঁতে নিৰ্ভয়

অন্তৰেৰে দম্ভ প্ৰকাশ কৰিছে। এতিয়া আমাৰ কৰ্ত্তব্য হৈছে যে দেৱতাৰ অংশত সমুদ্ভুত কামদেৱ(১) আদিৰ দ্বাৰা সিহঁতৰ দৰ্প-ভঙ্গ কৰিব লাগিব আৰু সিহঁতক বধ কৰিব লাগিব।

আৰু এটা কথা জানি লোৱা। নটবৰ ভদ্ৰই ঋষিসকলৰ পৰা বৰ পাই দৈত্যপুৰত প্ৰৱেশ অধিকাৰ পাইছে। সেই ভদ্ৰনটৰ ৰূপ ধৰি প্ৰদ্যুম্নকে আদি কৰি যাদৱসকলে দৈত্য নগৰ বজ্ৰনাভপুৰত প্ৰৱেশ কৰিব পাৰিব, তাত সন্দেহ বা ভয়ৰ কোনো কাৰণ নাই। ভাইসকল! ইয়াকে জানি আৰু তাত বাজেও কাৰ্য্যক্ষেত্ৰত যেতিয়া যেনে অৱস্থাৰ সৃষ্টি হয় তাকে ভালদৰে বিবেচনা কৰি সত্বৰ যাতে কাৰ্য্য সমাধা কৰিব পাৰা সেই কথা মনে মনে বিচাৰ কৰি চাবা। মনত ৰাখিবা বজ্ৰনাভ দৈত্যৰ অনুমতি পালেহে বজ্ৰনাভপুৰত প্ৰৱেশৰ অধিকাৰ পোৱা যায়। আমি দেৱতাসকল বজ্ৰনাভৰ শত্ৰু; সেইবাবে আমি প্ৰৱেশৰ অধিকাৰ নাপাওঁ।

## হংসৰূপী দেৱতাসকলৰ যাত্ৰা ঃ

ইন্দ্ৰৰ কথা শুনি হংসৰূপী দেৱতাসকলে অতি সত্বৰে বজ্ৰনাভ পুৰলৈ যাত্ৰা কৰিলে। তেওঁলোকৰ তালৈ যোৱাৰ অভ্যাস আগৰ পৰাই আছে। তালৈ যাবলৈ পাই পুলকিত হৈ হে উঠিছিল। তেওঁলোকে তাত যিটো পুখুৰী সোণৰ পদুমেৰে সুশোভিত হৈ আছিল, সেই পুখুৰীত গৈ উপস্থিত হ'ল। দেৱহংস বিলাকৰ উপস্থিতিত সেই পুখুৰীৰ শোভা বাঢ়ি গ'ল। আগে পাছে যেনেকৈ সেই পুখুৰীত দেৱহংসবিলাকে গৈ সুমধুৰ আৰু মনোহৰ কলৰব কৰি সকলোৰে বিস্ময় উৎপাদন কৰে, সেইদৰে এই বেলিও তাত গৈ সেই পুখুৰীৰ শোভা বৃদ্ধি কৰিছিল। এই পুখুৰীটো দৈত্যৰাজৰ অন্তঃপুৰত আছিল; সেইবাবে দৈত্যৰাজ বজ্ৰনাভে সদায় সিহঁতক দেখা পাইছিল। আৰু সিহঁতক স্নেহ দৃষ্টিৰে চাই বৰ মৰম কৰিছিল। সিহঁতক সম্বোধন কৰি ইতিপূৰ্ব্বে কেইবাবাৰো কৈছিল—হে হংসবিলাক! তোমালোক যদিও দেৱলোকত থাকা, তথাপি আমাৰ উৎসৱ আদিৰ সময়ত তোমালোকে নিজৰে ঘৰ বুলি ভাবিবা আৰু নিঃসন্দেহে পুৰীৰ ভিতৰত প্ৰৱেশ কৰিবা। দৈত্যবৰ বজ্ৰনাভৰ এই ৰূপ সম্ভাষণ পাই আৰু লগতে ৰাজপুৰীত প্ৰৱেশৰ অনুমতি পাই, 'স্বস্তি' বুলি দেৱহংসবিলাকে ৰাজপুৰীৰ ভিতৰত প্ৰৱেশ কৰিলে। ৰাজপুৰীৰ ভিতৰত সোমাই হংসবিলাক আনন্দত পুলকিত হৈ আটাইবিলাকে দেৱতাৰ কাৰ্য্য সাধনত মনোযোগ দিলে। ৰাজপুৰীৰ ভিতৰত পুৰস্ত্ৰীসকলৰ লগত চিনাকি হ'ল। পুৰস্ত্ৰীবিলাকে দেৱহংস বিলাকৰ পৰিচয় পাই আৰু তেওঁলোকৰ লগত কথা পাতি বৰ আনন্দ পালে। অতি

(১) প্ৰদ্যুম্নই কামদেৱ

ৰূপৱতী আৰু চাৰুহাসিনী দৈত্য কন্যা প্ৰভাৱতীক দেখিও বৰ আনন্দিত হ'ল আৰু একাদিক্ৰমে আটাইবিলাক হংস হংসী প্ৰভাৱতীৰ লগত পৰিচিত হ'ল। বিশেষকৈ শুচিমুখী নামৰ হংসী এগৰাকীৰ লগত প্ৰভাৱতীৰ পৰিচয় ভালদৰে ঘনিষ্ঠ হৈ উঠিল আৰু উভয়ে পৰস্পৰৰ মাজত সখিত্ব স্থাপন কৰিলে। উভয়ে উভয়ৰ বৰ অন্তৰঙ্গ সখী হৈ উঠিল।

## শুচিমুখীৰ মন্ত্ৰণা ঃ

এদিনাখন নিৰ্জনত কথা পাতি থাকোঁতে শুচিমুখী হংসীয়ে দৈত্য কন্যাক ক'লে—সখি! তোমাক এষাৰ কথা কওঁ—শুনা। তোমাতকৈ এনে সুন্দৰী তিৰোতা এই তিনি লোকত কোনো নাই। কি ৰূপ কি গুণ উভয়তে তুমি অনিন্দ্যা; কিন্তু এটা কথা তুমি মন কৰিছা নে যে তোমাৰ এই পূৰ্ণ যৌৱন লাহে লাহে বাগৰি যাব ধৰিছে। পানীৰ সোঁতৰ দৰে যৌৱন এবাৰ গ'লে আৰু ঘূৰি নাহে। সেই কাৰণে তোমাক কওঁ যে কাম উপভোগৰ এয়ে সময়। কাম উপভোগত কৈ প্ৰীতিকৰ বস্তু নাৰীৰ কাৰণে একো নাই। যৌৱনেই হৈছে কামৰ আধাৰ। কালে সেই যৌৱন হেলাৰঙে হৰণ কৰিব ধৰিছে। আমাৰ এই কথা তুমি হয়তো পৰিহাস বুলি ভাবিব পৰা; কিন্তু তুমি জানিবা মই যথাৰ্থ কথাকেই কৈছো—ই পৰিহাস নহয়। তোমাৰ পিতাই তোমাক স্বয়ম্বৰা হ'বলৈ কৈছে। দেৱকুলৰ পৰাই হওক বা দৈত্যকুলৰ পৰাই হওক, তুমি এতিয়ালৈকে কাকো স্বামিত্বত বৰণ কৰা নাই। তোমাৰ সুখৰ যৌৱন এনেয়ে অতিবাহিত হৈ যাব ধৰিছে। তোমাৰ বংশৰ সমানে গৌৰৱ থকা যি বিলাক কুমাৰে তোমাক পাবৰ আশা কৰি আহি আছে এজনকো তুমি তোমাৰ চিত্তপটত স্থান দিয়া নাই। সেই কুমাৰ বিলাকে নিজৰ নিজৰ ৰূপ আৰু গুণক ধিক্কাৰ দি লাজ পাই ঘূৰি গৈছে। যিবিলাক যোগ্য ৰাজপুত্ৰ তোমাক আশা কৰি আছে, সেই বিলাক যদি ঘূৰি ঘূৰি যায় আৰু তুমি যদি কোনো এজনকো বৰণ নকৰা, তেন্তে বাৰু কোনে তোমাৰ ওচৰত অপমানিত হ'বলৈ আহিব?

আৰু কওঁ শুনা—যদু বংশত এনে এজন সুপুৰুষ আছে যাৰ ৰূপ আৰু গুণৰ তুলনা নহয়। যেনে ৰূপৱান, তেনে গুণবান। এই ত্ৰিভুৱনত তেনে পুৰুষ দ্বিতীয়জন কোনো নাই। বংশ মৰ্য্যাদাতো তেওঁ সৎকুলীন আৰু নিজে শৌৰ্য্যশীল। দেৱতাসকলৰ লগত তুলনা কৰিলেও তেওঁ এজন প্ৰধান অসুৰ। মনুষ্য সমাজতো তেওঁ এজন মহাবল-পৰাক্ৰান্তত ধৰ্ম পৰায়ণ ব্যক্তি। তেওঁক দেখিলে যুৱতী স্ত্ৰীসকলৰ মনত প্ৰেমভাৱ আৰু কামভাৱ স্বভাৱতঃই জাগৃত হয়। ইমান ধুনীয়া আৰু ইমান শ্ৰীসম্পন্ন সেই কৃষ্ণপুত্ৰ প্ৰদ্যুম্ন। ইমান বলৱান যে বাল্যকালতেই তেওঁ নিজৰ বল প্ৰকাশ কৰি সম্বৰ দৈত্যক নিধন কৰে। অসুৰৰ সকলো মায়া তেওঁৰ জনা আছে। কোনো মায়াৱী দেৱতা বা অসুৰে তেওঁক চলিব

নোৱাৰে। তেওঁ নিজে যদিও ইমান মায়া জানে, তথাপি তেওঁৰ স্বভাৱ অকপট আৰু সৰল। প্ৰদ্যুম্নৰ দীপ্তি অগ্নিৰ দৰে, ক্ষমাগুণ সৰ্বাংসহা পৃথিৱীৰ দৰে। সূৰ্য্যৰ দৰে তেজস্বী আৰু সমুদ্ৰৰ দৰে গম্ভীৰ। যিমানবোৰ জ্ঞানৰ লেখ লব পাৰি, সকলোবোৰ গুণ তেওঁতে বিদ্যমান। তেনে এজন সুপুৰুষ, সচ্চৰিত্ৰ, গুণী বীৰ পুৰুষ যদি আহি তোমাৰ পৰা প্ৰত্যাখ্যান পোৱাৰ আশঙ্কা থাকে, তেওঁ তোমাৰ ওচৰলৈ আহিব কেনেকৈ? তুমি এইবোৰ কথা দ'কৈ ভাবি চোৱা উচিত।

## প্ৰভাৱতীৰ উত্তৰ ঃ

যেতিয়া শুচিমুখী হংসীয়ে প্ৰদ্যুম্নৰ ৰূপ আৰু গুণ এইদৰে বখানিলে, তেতিয়া প্ৰভাৱতীয়ে উত্তৰত কৈছে—

হে সখি! প্ৰদ্যুম্নৰ বিষয়ে পিতাৰ মুখত আৰু বহুবাৰ ঋষি নাৰদৰ মুখত শুনিছোঁ আৰু শুনিছোঁ যে দেৱৰ আৰাধ্য পৰাৎপৰ দেৱনাৰায়ণ এই নৰলোকত নৰৰূপে বিৰাজ কৰি আছে। তেৱেঁই দেবকীনন্দন বাসুদেৱ শ্ৰীকৃষ্ণ। সেই শ্ৰীকৃষ্ণ দানৱ কুলৰ শত্ৰু। পিতৃদেৱে তেওঁৰ কথা আমাৰ পুৰীৰ উপনগৰত বাস কৰি থকা দৈত্যবিলাকৰ আগত সদায় কয় যে শ্ৰীবিষ্ণুৰ শাৰ্ঙ্গ ধনু, গদা আৰু চক্ৰই দৈত্যকুল ধ্বংস কৰে। সি যিয়েই নহওক সেই কথাৰ কোনো প্ৰয়োজন নাই; কাৰণ আমাৰ স্ত্ৰীজাতিৰ এনেকুৱা স্বভাৱ যে কোনোজন লোক শত্ৰু হৈও যদি তেওঁ বীৰ্য্যশালী হয়, তেতিয়া সেইজন ব্যক্তিৰ ওচৰত আমাৰ চিত্ত অৰ্পিত হয়। সকলো নাৰীয়ে মনে মনে এইটো আকাঙ্ক্ষা কৰে যে নিজ পিতৃকুলতকৈ যেন ভৰ্ত্তৃকুল সকলোপ্ৰকাৰে শ্ৰেষ্ঠতৰ হয়। সেইবাবে হে সখি! মই তোমাক অনুৰোধ কৰোঁ তুমি যেন যি কোনো উপায়েৰে সেই প্ৰদ্যুম্নক অন্বেষণ কৰি মোৰ ওচৰলৈ লৈ আহা। তেতিয়া হ'লে সঁচাকৈয়ে তুমি মোৰ প্ৰতি অনুগ্ৰহ কৰা হ'ব। তেওঁৰ সৈতে মোৰ পৰিণয় হ'লে মোৰ পিতৃকুল পবিত্ৰ হব। প্ৰদ্যুম্ন বৃষ্ণি বংশত উদ্ভৱ হৈছে আৰু কৃষ্ণ তেওঁৰ পিতৃ—এই কথা মই আমাৰ বুঢ়া লোকবিলাকৰ মুখত শুনিছোঁ আৰু যেতিয়াৰ পৰাই জানিছোঁ যে প্ৰদ্যুম্নই সম্বৰ দৈত্যক বধ কৰিছে তেতিয়াৰ পৰাই তেওঁৰ লগত মোৰ পৰিণয়ৰ সপোন দেখিছোঁ কিন্তু সেইটো সম্ভৱ হব কেনেকৈ? সেই বিষয়ে মই চিন্তা কৰি কৰি কোনো উপায় উলিয়াব পৰা নাই। হে সখি! তুমি কিবা এটা উপায় উদ্ভাৱন কৰা—মই তোমাৰ দাসী হৈ থাকিম। তোমাৰ বহু কথা জনা আছে, বহু অভিজ্ঞতা আছে—মই জানিব পাৰিছোঁ।

হংসী শুচিমুখী প্ৰভাৱতীৰ এই কথা শুনি বৰ ৰং পালে আৰু দানৱ জীয়ৰীয়ে সখীয়েকক ক'লে— হে সখী প্ৰভাৱতী! তোমাৰ দূতী হৈ মই এতিয়াই প্ৰদ্যুম্নৰ ওচৰলৈ গৈ তোমাৰ বিষয়ে সকলো কথা তেওঁক জনাম—তুমি দুখ নকৰিবা। তুমি শান্ত হোৱা। যাতে প্ৰদ্যুম্ন তোমাৰ ওচৰলৈ আহে সেই ব্যৱস্থা মই

কৰিম। তোমাৰ উদাৰ ভাৱ আৰু অনুৰাগৰ কথা শুনি প্ৰদ্যুম্নৰ মন নিশ্চয় তোমাৰ প্ৰতি আৰু অনুৰক্ত হব। তুমি নিশ্চয় সাক্ষাৎ কন্দৰ্পৰ পত্নী হব পাৰিবা। মোৰ কথাবোৰৰ সত্যতা নিশ্চয় তুমি পাছত বুজিব পাৰিবা। এতিয়া তুমি তোমাৰ পিতাৰ ওচৰলৈ গৈ মোৰ নমস্কাৰ আৰু কুশল বাতৰি জনাই আহাগৈ।

দৈত্যকন্যা প্ৰভাৱতীয়ে তেতিয়া পিতৃৰ ওচৰলৈ গৈ শুচিমুখী অহা সংবাদ আৰু হংসীৰ কুশল-বাতৰি নিবেদন কৰিলে। দৈত্যৰাজ বজ্ৰনাভে কন্যাৰ মুখত হংসী অহা বাতৰি পাই হংসীৰ খবৰ লবলৈ আহিল আৰু হংসীক সম্বোধন কৰি ক'লে—হে পক্ষিণি! মোৰ কন্যাৰ মুখত তোমাৰ আগমন বাৰ্ত্তা পাই তোমাক সুধিবলৈ আহিছোঁ যে তুমি ভ্ৰমণ কৰি থকা সময়ত এই জগতত কি কি আশ্চৰ্য্যজনক দৃশ্য দেখা পাইছা আৰু আন কোনো মানুহে নেদেখা কি কি আচৰিত বস্তু দেখিবলৈ পাইছা—মোক তোমাৰ সেই ভ্ৰমণ আৰু দৃশ্যৰ বিষয়ে সবিস্তাৰে কোৱা।

তেতিয়া শুচিমুখী হংসীয়ে কবলৈ ধৰিলে—দৈত্যৰাজ! আপুনি সুমেৰু পৰ্ব্বতৰ কথা জানে। তাত আপুনি কঠোৰ তপস্যা কৰিছিল। সেই সুমেৰু পৰ্ব্বতৰ ওচৰতে যি মেৰু পৰ্ব্বত আছে তাত এগৰাকী শুদ্ধাচাৰিণী সাধ্বী নাৰীয়ে বৰ আশ্চৰ্য্যজনক কাৰ্য্য কৰিব ধৰিছে। সেই সাধ্বীনাৰীৰ নাম শাণ্ডিলী। তেওঁৰ লগত কৌশল্যা নাম্নী তেওঁৰ এগৰাকী প্ৰিয়সখী আছে। উভয়ে শুদ্ধাচাৰৰ প্ৰভাৱত নানা প্ৰকাৰ আশ্চৰ্য্য আশ্চৰ্য্য কাৰ্য্য কৰিব ধৰিছে। এনে সাধ্বী তিৰোতা মই আগেয়ে ক'তো লগ পোৱা নাই। তাতোঁকৈ আশ্চৰ্য্যজনক এজন নটক দেখা পালোঁ। সেই নটজন কামৰূপী— তেওঁ ইচ্ছামতে ৰূপ গ্ৰহণ কৰিব পাৰে। তেওঁ নৃত্যকলাত আচৰিত ৰকমে অভিজ্ঞ। তেওঁৰ নৃত্য আৰু ভ্ৰমণ গতি অতি ক্ষিপ্ৰ। এতিয়াই তেওঁ উত্তৰকুৰু আৰু দক্ষিণকুৰু ৰাজ্য ভ্ৰমণ কৰিছে আৰু পিছ মুহূৰ্ত্ততে তেওঁ কালাম্ৰ দ্বীপত ভ্ৰমণ কৰিছে আৰু সেই মুহূৰ্ত্ততে তেওঁ কেতুমাল দ্বীপত ভ্ৰমণ কৰিছে। তেওঁৰ নৃত্য দেখি আৰু গীত শুনি দেৱতাসকল বৰ আনন্দিত আৰু আশ্চৰ্য্যান্বিত হৈছে।

হংসীৰ কথা শুনি দৈত্যেন্দ্ৰ বজ্ৰনাভে ক'লে—হে হংসি। তোমাৰ কথা শুনি মোৰ মনত পৰিছে যে মহাপ্ৰাণ সিদ্ধচাৰণসকলে কিছুদিন আগতে এই নটবৰৰ গুণৰ প্ৰশংসা মোৰ আগত কৰিছিল। এতিয়া তোমাৰ কথা শুনি সেই নটক চাবলৈ মোৰ বৰ আগ্ৰহ হৈছে। তুমি অতি সোনকালে তেওঁক মোৰ ওচৰলৈ লৈ আহা; কিন্তু এটা কথা মনত ৰাখিবা যে মই খাতিৰ কৰি তেওঁক আমন্ত্ৰণ জনোৱা নাই। মোৰ গুণাৱলী তোমাৰ মুখত শুনি যাতে তেওঁ নিজেই আহি মোৰ ইয়াত উপস্থিত হয় তেনে কিবা এটা বুধি তুমি সাজিবা।

হংসীয়ে দৈত্য ৰজাৰ কথা শুনি উত্তৰত ক'লে যে সেই নটবৰে সপ্তদ্বীপ

ভ্ৰমণ কৰি ফুৰিছে। যেতিয়াই কোনো গুণী ব্যক্তিৰ গুণৰ কথা শুনিছে, তেতিয়াই তেওঁৰ ওচৰত তেওঁ উপস্থিত হৈছে। আপোনাৰ গুণাৱলী তেওঁৰ কাণত পৰিলে নিশ্চয় তেওঁ নিজে আপোনাৰ ওচৰলৈ লৰি আহিব। তেওঁৰ সেইটো স্বভাৱগত গুণ। এই বুলি কৈ হংসীয়ে সঙ্গিনী বিলাকৰ সৈতে নটবৰক লৈ আহিবলৈ যাত্ৰা কৰিলে।

**প্ৰদ্যুম্নৰ দায়িত্ব ভাৰ ঃ**

দৈত্যৰাজে নিজৰ কাৰ্য্য সাধনৰ উদ্দেশ্যে হংস-হংসী বিলাকক লগত লৈ যাবলৈ আদেশ দিছিল; কিন্তু শুচিমুখী হংসীয়ে নিজৰ সঙ্গী আৰু সঙ্গিনীবিলাকক লগত লৈ অতি হৰষিত মনে দেৱৰাজ ইন্দ্ৰ আৰু শ্ৰীকৃষ্ণৰ ওচৰত গৈ সকলো কথা নিবেদন কৰিলে। শ্ৰীকৃষ্ণই এই সংবাদ পাই বৰ হৰ্ষ মনেৰে ততালিকে প্ৰদ্যুম্নক মাতি আনি প্ৰদ্যুম্নৰ পৰিণয় আৰু বজ্ৰনাভ দৈত্যবধৰ ভাৰ প্ৰদ্যুম্নক অৰ্পণ কৰিলে।

শ্ৰীকৃষ্ণই নিজ মায়াৰে সকলোবিলাক যাদৱক নটৰ সাজত সজ্জিত কৰি তুলিলে আৰু প্ৰদ্যুম্নক সেই নটবিলাকৰ নায়ক স্বৰূপে সজ্জিত কৰিলে। শাম্বক বিদূষক ৰূপে আৰু গদক সূত্ৰধৰ ৰূপে সজালে। আন আন যাদৱ বিলাকক নটৰ সাজ পিন্ধালে। ভগৱান শ্ৰীকৃষ্ণই স্বয়ং নিজহাতেৰে সুন্দৰ ভাৱে যাদৱ বিলাকক সজ্জিত কৰি তুলিলে। যাদৱবিলাক প্ৰত্যেকে নিজৰ সৌন্দৰ্য্যেৰে শোভান্বিত, তাৰ উপৰি এই চমৎকাৰ সাজত সজ্জিত হোৱাত শৰীৰৰ লাৱণ্য বৃদ্ধি পাই আৰু বেছি ধুনীয়া হৈ উঠিল। প্ৰত্যেকজনেই যেন দলৰ প্ৰধান প্ৰত্যেকে এনে ৰূপ গ্ৰহণ কৰিলে। লণি শৰীৰ আৰু মধুৰ বচনেৰে প্ৰত্যেকে যেন দেখা মাত্ৰকে আনৰ মন হৰণ কৰে এনে অবিকল স্ত্ৰীৰূপ ধাৰণ কৰিলে। তাৰ পাছত প্ৰদ্যুম্নৰ ৰথত উঠি আটাইবিলাকে অতি আনন্দেৰে বজ্ৰনাভ পুৰৰ নগৰ উপনগৰবোৰত উপস্থিত হ'ল গৈ। এইৰূপ সাজ সজ্জা কৰি যাত্ৰা কৰাৰ একমাত্ৰ উদ্দেশ্য আছিল দেৱতাসকলৰ কাৰ্য্যসাধন।

**নৃত্য-অভিনয় ঃ**

এই নটবিলাকৰ নায়ক আছিল প্ৰদ্যুম্ন—ওপৰত উল্লেখ কৰা হৈছে। তেৰেঁই আছিল ভদ্ৰনট। ভদ্ৰনট আহিছে এই সংবাদ দৈত্যপুৰত ৰাষ্ট্ৰ হ'ল। ভদ্ৰনট আৰু তেওঁৰ সহচৰ বৃন্দক চাবলৈ সকলোবিলাক দৈত্য লৰি আহিল। তেওঁলোকক চাই দৈত্যবিলাকে নটৰ সাজপাৰৰ কাৰণে নানা প্ৰকাৰ বস্ত্ৰ ৰাশি ৰাশি দান কৰিলে। এই দান আছিল দৰ্শনী স্বৰূপ।

ইয়াৰ পাছত নট ৰঙ্গভূমিত অৱতীৰ্ণ হ'ল আৰু নৃত্যও আৰম্ভ হ'ল। পুৰবাসীসকলে সেই নৃত্য দেখিলে আৰু সকলো বিস্ময়বিমুগ্ধ হ'ল। সকলো

দৰ্শকেই আনন্দত মতলীয়া হৈ পৰিল। নটে যেতিয়া নৃত্য শেষ কৰি গুচি গ'ল, তেতিয়া নাটক আৰম্ভ হ'ল।

ৰামায়ণ মহাকাব্যক আশ্ৰয় কৰি সেই নাট্য অভিনয় আৰম্ভ হ'ল। ৰাৱণ ৰজাক বধ কৰিবলৈ নাৰায়ণে নৰ-অৱতাৰ গ্ৰহণ কৰিছে—এই অভিনেতব্য বিষয় যথাৰীতি সূচিত হ'ল। সকলোৱে আনন্দ পালে।

তাৰ পাছত সেই নটবিলাকে একে একে লোমপাদ মুনি, ৰজা দশৰথ, মহামুনি ঋষ্যশৃঙ্গ আৰু দশৰথ ৰজাৰ কন্যা শান্তা, শ্ৰীৰাম, লক্ষ্মণ, ভৰত, শত্ৰুঘ্ন আৰু কেইজনীমান পৰমা সুন্দৰী বেশ্যা নাৰীৰ ৰূপত অভিনয় কৰি যাব ধৰিলে।

অভিনয় এনে বাস্তৱ হৈ উঠিছিল যে সেই ৰঙ্গভূমিত সঁচাকৈয়ে যেন লোমপাদ মুনিক আৰম্ভ কৰি সকলোবিলাক প্ৰকৃত ব্যক্তিয়ে হে উপস্থিত হৈ নিজ নিজ কাৰ্য্য দেখুৱাইছে। অভিনেতা সকলৰ প্ৰস্তাৱনা, নেপথ্য-নৈপুণ্য, অভিনয় আদি যি কোনো বিষয় ইমান চমৎকাৰ হৈছিল যে আৰম্ভ হোৱা মাত্ৰকে সকলোবিলাক দৈত্য বিস্ময় আৰু আনন্দত মুগ্ধ হৈ গৈছিল। বিশেষকৈ যেতিয়া নাটকৰ কোনো কোনো বিশেষ অংশ অভিনীত হৈছিল, সেই সময়ত দৈত্যবিলাকে আনন্দত চিঞৰি দিছিল আৰু প্ৰশংসাৰ অনুভূতিৰ আতিশয্যত কোনো কোনো দৈত্য আৰু দৈত্য পত্নীসকলে কণ্ঠৰ হাৰ, হাতৰ বলয় আৰু ভাল ভাল বস্ত্ৰ অভিনেতাসকলক উপহাৰ দিছিল। বৈদূৰ্য্যমণিখচিত সোণৰ হাৰো উপহাৰ দিছিল। অভিনেতাসকলেও উপহাৰ পাই দানৱবিলাকৰ নামগোত্ৰ ধৰি পদ ৰচনা কৰি সঙ্গীতৰ পদত জুৰি দি দৈত্যসকলৰ আনন্দ দুগুণে বঢ়াইছিল।

ৰঙ্গভূমিত কৰা এই অভিনয় চাই আনন্দিত হৈ নগৰ আৰু উপনগৰৰ দৈত্যসকলে বজ্ৰনাভৰ ওচৰত গৈ প্ৰাৰ্থনা কৰিলে যে নটৰ সঙ্গীত বজ্ৰপুৰৰ ভিতৰতো অভিনীত হব লাগে। (ৰঙ্গভূমি বজ্ৰপুৰৰ পুৰীৰ বাহিৰতহে আছিল)। সেই অনুসাৰে অভিনেতাসকলক বজ্ৰপুৰৰ ভিতৰলৈকে লৈ যোৱা হ'ল আৰু বিশ্বকৰ্ম্মাই নিৰ্ম্মাণ কৰি দিয়া সুশোভন গৃহবিলাক অভিনেতাসকলৰ বাসস্থান নিৰ্দ্দিষ্ট কৰি দিলে। তেওঁলোকৰ পান ভোজনৰ কাৰণে উৎকৃষ্ট উৎকৃষ্ট দ্ৰব্য সমূহৰ যোগান ধৰিলে। কোনো প্ৰকাৰ দ্ৰব্যৰ অভাৱ নাথাকিল। যি বস্তু যিমান পৰিমাণে আৱশ্যক, তাৰ এশগুণ পৰিমাণ বস্তুৰ যোগান ধৰা হ'ল। নৃত্য আৰু অভিনয় উৎসৱৰ সময় পৰিবৰ্ত্তন কৰি সৈন্যবিলাকৰো শিবিৰ পাতি সিহঁতকো চোৱাৰ সুবিধা কৰি দিলে। পৰ্দ্দা আৰু আঁৰ কাপোৰ আৱশ্যক অনুসাৰে দি পুৰস্ত্ৰী সকলৰো চোৱাৰ সুবিধা কৰি দিলে। দৈত্যপতিয়ে নিজেও জ্ঞাতি আৰু বন্ধু বান্ধৱক লৈ সভাৰ মাজত আহি উপৱেশন কৰিলে। নাটক চাবলৈ সকলোৱে শৰীৰ মন আনন্দত পুলকিত হৈ উঠিছিল।

**বজ্ৰপুৰৰ অভ্যন্তৰত অভিনয় ঃ**

ইফালে কঠোৰ কৰ্মা যাদৱসকলে নেপথ্যত কৰিবলগীয়া সকলো কাম সমাধা কৰি নৃত্যৰ উদ্যোগ কৰিব ধৰিলে। বাদ্যযন্ত্ৰবোৰ আনিব ধৰিলে। মৃদঙ্গ, আনক, বেণু আদি বাদ্যযন্ত্ৰবোৰ সন্মিলিত হ'ল। বীণাৰ তন্তুত সুৰ বন্ধা হ'ল। বাৰবনিতাসকল আহি উপস্থিত হ'ল আৰু তেওঁলোকে পুলকিত অন্তৰেৰে ছালিক্য, গান্ধাৰ, দেৱ প্ৰভৃতি সঙ্গীত আৰম্ভ কৰিলে। নিষাদ, ঋষভ আৰু গান্ধাৰ আদি সাত প্ৰকাৰ সুৰত, কান্ত প্ৰভৃতি মনোহৰ ৰাগত মুৰ্চ্ছনা তুলি যথোচিত যত্ন সহকাৰে গঙ্গা-অৱতৰণ ভাৱত সঙ্গীত নিবেদন কৰিব ধৰিলে। তাল-লয় সহকাৰে গোৱা মধুৰ সঙ্গীত শুনি দৈত্যবিলাক আনন্দত নিমগ্ন হ'ল। সিহঁতৰ আনন্দ সাগৰত হৰ্ষধ্বনিৰ ঢৌ বাগৰি যাব ধৰিলে।

অভিনয় আৰম্ভ কৰাৰ পূৰ্ব্বে প্ৰদ্যুম্ন, গদ আৰু শাম্বই নান্দীবাদ কৰিলে। নান্দীবাদ যেতিয়া সমাপ্ত হ'ল, তেতিয়া প্ৰদ্যুম্নই অভিনয়ৰ ভাৱত গীত সংমিলন কৰি গঙ্গাৱতৰণ পাঠ কৰিলে। সেই সময়ত মনোৰতী নামে এক বেশ্যাই ৰম্ভাৰ বেশ ধৰি পৰম যত্নেৰে নলকুবেৰৰ কথা উল্লেখ কৰি নাটক অভিনয় কৰে। অভিনয়ৰ সময়ত যেন অমৃত হে বৰ্ষণ হৈছিল—দৰ্শকসকলৰ মনত তেনে বোধ হৈছিল। প্ৰদ্যুম্নই নলকুবেৰৰ অংশ গ্ৰহণ কৰিছিল আৰু শাম্বই বিদূষকৰ ভাৱত অভিনয় কৰিছিল।

কৈলাশ পৰ্ব্বতত নলকুবেৰ আৰু ৰম্ভাই মদোমত্তা আৰু বিৱস্ত্ৰ হৈ কেনেকৈ ৰতিক্ৰীড়া কৰি থাকোঁতে নাৰদ ঋষিয়ে দেখা পাই অপমানিতবোধ কৰি নলকুবেৰক আৰু ৰম্ভা অপ্সৰীক শাপ দিয়ে সেইবোৰ ঘটনা স্মৰণ কৰি নাটক যোজনা কৰি অভিনয় কৰি দেখুৱালে। নাৰদ ঋষিয়ে শাপ মোচনৰ সান্ত্বনা কিদৰে দিছিল ইত্যাদিবোৰ ঘটনাৰ ভাৱ সমুদ্ধাৰ কৰি যি বিনন্দীয়া নৃত্য আৰু অভিনয় কৌশল দেখুৱালে তাত দৈত্যসকলে পৰম আনন্দ আৰু উল্লাস উপভোগ কৰে আৰু মহানন্দে দিব্য বস্ত্ৰ, দিব্য আভৰণ দিব্যৰত্ন, আৰু গোলাকাৰ সুশোভন মুক্তা দান কৰে। অকল সেয়ে নহয় তাতোকৈ বেছি উপহাৰ দান কৰে। বৈদূৰ্য্যখচিত হেমহাৰ, বিচিত্ৰ বিমান শূন্যগামী ৰথ আৰু ভাল ভাল জাতৰ হাতীবিলাক দান কৰে। বহুতে অতি সৰস আৰু শীতল চন্দন দিয়ে আৰু অতিশয় সুগন্ধি অগৰু চন্দন আৰু সৰ্ব্বকাম-প্ৰদ কামচিন্তামনি আদি নানা উপাদেয় দ্ৰব্য অকাতৰে দান কৰে। দানৱ পত্নীসকলেও যাৰ যি আছিল তাকে অকাতৰে উপহাৰ দি নিঃশেষ কৰি পেলালে।

**প্ৰেমিক প্ৰদ্যুম্ন ঃ**

ইফালে সেই সময়ত শুচিমুখী হংসীয়ে প্ৰভাৱতীক কয়—ৰাজকুমাৰি! মই

দ্বাৰকালৈ গৈ প্ৰদ্যুম্নৰ লগত নিৰ্জনে সাক্ষাৎ কৰি তোমাৰ প্ৰেম অনুৰাগৰ কথা সমুদাই কৈছোঁ। তোমাৰ এই অনুৰাগৰ খবৰ পাই তেওঁ বৰ আনন্দ পাইছে আৰু কৈছে যে আজি সন্ধ্যাৰ সময়ত তেওঁ নিশ্চয় তোমাৰ দৰ্শন লাভ কৰিব। আজি তোমাৰ প্ৰিয় সমাগম হব—এই শুভ সমাচাৰ তোমাক দিলোঁ। প্ৰদ্যুম্নই কেতিয়াও মিছা কথা নকয়; কাৰণ ভক্তৰ ওচৰত যাদৱবিলাকে কেতিয়াও মিছা কথা নকয়, ই তেওঁলোকৰ স্বভাৱ।

এই কথা শুনি প্ৰভাৱতী বৰ হৰ্ষান্বিতা হ'ল আৰু হংসীক সম্বোধন কৰি ক'লে—চোৱা সখি! তুমি মোৰ ভৱনতে আছা, সেই কাৰণে মই অপাৰ আনন্দ পাইছোঁ; কিন্তু আজি তুমি ইয়াত শয়ন কৰি থাকিব লাগিব। কৃষ্ণপুত্ৰ প্ৰদ্যুম্নক তোমাৰ লগতে সাক্ষাৎ কৰাব খুজিছোঁ। তুমি লগত থাকিলে তেওঁৰ লগত সাক্ষাৎ দৰ্শনত মোৰ কোনো শঙ্কা নাথাকিব। হংসী এই প্ৰস্তাৱত সন্মত হ'ল।

তেতিয়া প্ৰদ্যুম্নক আগমন সম্বৰ্দ্ধনা জনাবলৈ উভয়ে ছাদৰ ওপৰত উঠিল। সম্বৰ্দ্ধনাৰ বাবে যি যি বস্তুৰ আৱশ্যক তাক সংগ্ৰহ কৰি হৰ্ষমনে তেওঁৰ আগমনৰ বাবে বাট চাই থাকিল। ক্ষন্তেক পাছতে হংসীয়ে দৈত্য কন্যাক ক'লে—মই প্ৰদ্যুম্নক লৈ আহোঁগৈ। সেই বুলি কৈ হংসী ওলাই গ'ল। হংসী মুহূৰ্ত্তকালৰ ভিতৰতে ঘূৰি আহি খবৰ দিলে যে প্ৰদ্যুম্ন আহি পাইছে। এতিয়া তোমাৰ চিন্তাৰ কোনো কাৰণ নাই, তুমি আশ্বস্ত হোৱা। তোমাৰ বাসনা পূৰ্ণ হব।

কৃষ্ণৰ পুত্ৰ প্ৰদ্যুম্ন এজন বীৰ পুৰুষ আৰু জিতেন্দ্ৰিয়। তেওঁ প্ৰভাৱতীৰ কাৰণে যি মাল্যহাৰ আনিছিল, সেই মাল্য বিবিধ সুগন্ধি পুষ্পেৰে ৰচিত আছিল; সেই ফুলৰ গন্ধত ভ্ৰমৰ বিলাক আহি সেই মাল্যত বহিছিল। প্ৰভাৱতীয়ে প্ৰদ্যুম্নক যি পুষ্প মাল্য দিব সেই পুষ্প মাল্য প্ৰভাৱতীৰ ভৃত্যবিলাকে আনি প্ৰভাৱতীৰ হাতত দিলে।

প্ৰদ্যুম্নই প্ৰথমতে তেওঁ অনা পুষ্প-মাল্য প্ৰভাৱতীৰ কণ্ঠত পিন্ধাই দিলে আৰু প্ৰভাৱতীয়েও তাৰ পাছত তেওঁ হাতত লৈ থকা পুষ্পমাল্য প্ৰদ্যুম্নৰ কণ্ঠত দি প্ৰণাম নিবেদন কৰিলে। ইতিমধ্যে প্ৰদ্যুম্নই দেখিলে যে তেওঁ দিয়া পুষ্প-মাল্যত ভ্ৰমৰ বিলাক বহিয়েই আছে, তাকে দেখি তেওঁ ভ্ৰমৰৰ ৰূপ ধৰি প্ৰভাৱতীয়ে মাল্যদান কৰাৰ পিছমুহূৰ্ত্তে প্ৰভাৱতীৰ কাণত পৰিল; তেতিয়া আন বিলাক ভ্ৰমৰ উড়ি গল।

প্ৰভাৱতীয়ে প্ৰদ্যুম্নক দেখা মাত্ৰকে প্ৰেমমুগ্ধ আৰু কামপীড়িত হৈছিল; কিন্তু ইতিমধ্যে প্ৰদ্যুম্ন ভ্ৰমৰ হৈ তেওঁৰ কাণৰ লতিত পৰি থকাবাবে প্ৰদ্যুম্নক দেখা নাপালে। প্ৰভাৱতী সেই কাৰণে বৰ উত্ৰাৱল হৈ পৰিল আৰু হংসীক সম্বোধন কৰি ক'লে—চোৱা সখি পূৰ্ণ চন্দ্ৰ উদয় হৈছে; সেই চন্দ্ৰক দেখি মোৰ শৰীৰৰ সমস্ত অঙ্গত দাহ উপস্থিত হৈছে, মুখ শুকাই গৈছে। মোৰ মন বৰ

উৎকণ্ঠিত হৈছে। মোৰ যে কি ৰোগ উপস্থিত হৈছে, মই একো বুজিব পৰা নাই। পূৰ্ণিমাৰ চন্দ্ৰ দেখিলে সকলোৰে অনুৰাগ বাঢ়ে আৰু মনত পূৰ্ণ আনন্দ হয়, কিন্তু মোৰ সৰ্ব্ব অঙ্গ দগ্ধ হব ধৰিছে। ধিক্ স্ত্ৰী স্বভাৱ। সখি! আজি মোৰ মনত যিবোৰ ভাৱৰ উদয় হৈছে সেই বিষয়ে তোমাক আৰু কি কম? মোৰ অন্তৰত যি বাসনাৰ উদয় হৈছে, সেই বাসনা যদি ফলৱতী নহয়, তেন্তে কুমুদ ফুলে চন্দ্ৰৰ লগত মিলিত হব নোৱাৰি যেনে কষ্ট ভোগ কৰে, ময়ো তেনে কষ্ট ভোগ কৰিব লাগিব।

হে সখি! এতিয়া মোৰ উপায় কি হব কোৱা। কন্দৰ্পই আহি মোক দংশন কৰিছে। সুশীতল চন্দ্ৰৰ কিৰণত স্বাভাৱিকতে সকলো লোক আনন্দিত হয়, কিন্তু মোৰ সৰ্ব্বাঙ্গত জ্বালা উপস্থিত হৈছে। ফুলৰ ৰেণু কঢ়িয়াই লৈ অহা সমীৰণে সকলোকে সুখ দান কৰে; কিন্তু সেই সমীৰণ মোৰ ওচৰত দাবাগ্নিৰ নিচিনা এই কথা মই পুনঃ পুনঃ তোমাক কোৱা কাৰণে যেন মোক বেয়া নোপোৱা। মই ধৈৰ্য্য ধৰিবৰ ইচ্ছা কৰোঁ কিন্তু মই অন্তৰত বল নাপাওঁ; মই ধৈৰ্য্য ধৰিব নোৱাৰোঁ। মাজে মাজে মই আনমনা হৈ যাওঁ। মোৰ মন মোহগ্ৰস্ত হৈছে আৰু মোৰ বুকুখন ঢপ্ ঢপ্‌কৈ কপিঁব ধৰিছে। মোৰ চক্ষু ঘূৰ্ণিত হব ধৰিছে; মই নিশ্চয়কৈ জানিছোঁ যে মোৰ এইবাৰ নিস্তাৰ নাই।

ভ্ৰমৰৰূপী প্ৰদ্যুম্নই তেতিয়া হংসীক সম্বোধন কৰি কৈছে—হে হংসি! তুমি দৈত্য কন্যাক কোৱা যে মই ফুলৰ মালাত ভ্ৰমৰ ৰূপে উপস্থিত আছোঁ। তেওঁ যি আদেশ কৰে মই তাকেই কৰিম। তেওঁৰ অন্তৰত যেনে ইচ্ছা হৈছে, সেই ইচ্ছা অনুসাৰে মই মোৰ কৰ্ত্তব্য সমাপন কৰিম। এই বুলি কৈ প্ৰদ্যুম্নই নিজৰ ৰূপ গ্ৰহণ কৰিলে।

তেতিয়া প্ৰদ্যুম্নৰ ৰূপ লাবণ্যৰ প্ৰভাত গোটেই প্ৰাসাদবোৰ সমুজ্জ্বল হৈ উঠিল আৰু পূৰ্ণচন্দ্ৰৰ প্ৰভা যেন ম্লান হৈ গ'ল।

দৈত্যকন্যাৰ অৱস্থা কি হ'ল? পূৰ্ণচন্দ্ৰৰ দৰশনত সমুদ্ৰ যেনেকৈ উথলি স্ফীত হৈ উঠে, সেইদৰে দৈত্যকন্যাৰ প্ৰেম সাগৰ উথলি উঠিল। লজ্জাৱতী দৈত্যকন্যা প্ৰভাৱতী লাজতে তলমূৰ হৈ প্ৰদ্যুম্নৰ প্ৰতি কটাক্ষপাত কৰি স্থিৰ ভাৱে থিয় হৈ থাকিল।

প্ৰদ্যুম্নৰ শৰীৰ ৰোমাঞ্চিত হৈ উঠিল আৰু তেওঁ প্ৰভাৱতীৰ থুঁতৰিত ধৰি ক'লে—হে প্ৰভাৱতি! বহু যত্ন কৰি আজি তোমাৰ চন্দ্ৰমুখ দেখা পালোঁ। তুমি অধোমুখে কিয় আছা? তুমি দেখোন নমতা হ'লা? হে বৰাননে, কৃপা কৰি মুখ তুলি চোৱা। ভয়তে যেন তোমাৰ আনন সৌন্দৰ্য্য মলিন কৰি নোপেলোৱা। মই তোমাৰ অনুগত দাস। তোমাৰ ভয় কি? মোৰ প্ৰতি কৃপা প্ৰকাশ কৰা; মই তোমাৰ সেই শঙ্কিত ভাৱ ক্ষন্তেকৰ বাবেও সহিব নোৱাৰোঁ। অতএব মই হাতজোৰ কৈ সবিনয়ে কৈছোঁ—তুমি শঙ্কা পৰিত্যাগ কৰা আৰু গান্ধৰ্ব্ব বিবাহৰ

দ্বাৰা মোক আপ্যায়িত কৰা। প্ৰদ্যুম্নই এইদৰে কৈ গান্ধৰ্ব্য বিৱাহৰ মন্ত্ৰ পাঠ কৰিলে আৰু মণিত থকা অগ্নিক স্পৰ্শ কৰিলে। অগ্নি প্ৰজ্জ্বলিত হৈ উঠিল। তেতিয়া প্ৰদ্যুম্নই প্ৰভাৱতীৰ হাতত ধৰি সেই অগ্নিক প্ৰদক্ষিণ কৰিলে। প্ৰদ্যুম্নই তাৰ পাছত ব্ৰাহ্মণসকলৰ উদ্দেশ্য দক্ষিণা মানস কৰিলে।

ইয়াৰ পাছত উভয়ৰে মন পুলকিত হৈ উঠিল। প্ৰদ্যুম্নই তেতিয়া হংসীক ক'লে— হে পক্ষিণি! তুমি আমাৰ দ্বাৰ পালিকাৰ কাৰ্য্যত থাকি আমাৰ উপকাৰ কৰা। হংসীয়ে এই ইঙ্গিত পাই যথাদেশ কাৰ্য্য কৰিবলৈ বিদায় ল'লে।

কৃষ্ণপুত্ৰ ৰতিবিশাৰদ সুৰসিক প্ৰদ্যুম্নই পৰমাসুন্দৰী প্ৰভাৱতীৰ সৈতে প্ৰেমালাপ কৰি ৰতিসম্ভোগত ৰাতিটো কটাই দিলে। নিশা শেষ হৈ যেতিয়া পূৱফাল সূৰ্য্যৰ কিৰণত ৰাঙলি হৈ উঠিল, তেতিয়া দৈত্যকন্যাৰ ইচ্ছা নাথাকিলেও প্ৰদ্যুম্ন অবিলম্বে নাট্যালয়লৈ গুচি গ'ল। তাত প্ৰভাৱতীৰ চিন্তা অনৱৰত প্ৰদ্যুম্নৰ মনত জাগি থাকিল।

এইদৰে ইন্দ্ৰ আৰু উপেন্দ্ৰৰ (শ্ৰীকৃষ্ণৰ) আদেশ অনুসাৰে যাদৱ বিলাকে নটৰ ছদ্ম বেশত বজ্ৰনাভ পূৰত কাল কটাব ধৰিলে আৰু দৈত্য বজ্ৰনাভৰ ত্ৰিলোক বিজয়ৰ চেষ্টা প্ৰত্যক্ষভাৱে লক্ষ্য কৰি থাকিল। কশ্যপৰ যজ্ঞ শেষ নোহোৱালৈকে দৈত্য আৰু দেৱতাবিলাকৰ মাজত কোনো প্ৰকাৰ যুদ্ধ-বিগ্ৰহ হোৱা নাছিল। দৈত্যসকলে পিতৃ কশ্যপৰ আশ্বাসত বিশ্বাস কৰি অপেক্ষা কৰি থাকে আৰু দেৱতাসকলেও দানব বিলাকৰ ত্ৰৈলোক্য বিজয়ৰ উদ্যোগ প্ৰতীক্ষা কৰি থাকে।

ইতিমধ্যে ৰমনীয় বৰ্ষাকাল আহি পৰিল আৰু হংসীবিলাকে দিনে নিশাই ইন্দ্ৰ আৰু শ্ৰীকৃষ্ণৰ ওচৰলৈ যোৱা অহা কৰি যাদৱ কুমাৰ বিলাকৰ শুভ সমাচাৰ দি থাকিব ধৰিলে। হংসীবিলাকৰ গতি আছিল মনৰ গতিৰ নিচিনা দ্ৰুতগামী। সেইবাবে এইটো সম্ভৱ হৈছিল। ইফালে হংসবিলাকৰ দ্বাৰা ৰক্ষিত হৈ প্ৰত্যেক নিশাতে প্ৰভাৱতীৰ লগত প্ৰদ্যুম্নৰ ৰতি সম্ভোগ হবলৈ ধৰিলে। এইদৰে পুলকিত মনে উভয়ে কাল কটাব ধৰিলে।

ক্ৰমে ক্ৰমে প্ৰদ্যুম্নই নিশা অহালৈকো অপেক্ষা কৰি থাকিবলৈ টান পোৱা হ'ল। নিজৰ মায়াৰে আত্ম-প্ৰতিমূৰ্ত্তি নাট্যালয়ত থৈ দিনৰ ভিতৰতো প্ৰভাৱতীৰ তালৈ যাবলৈ ধৰিলে আৰু প্ৰেম আৰু আনন্দত কাল নিয়াব ধৰিলে।

দৈত্যবিলাকে যাদৱ বিলাকৰ বিনয়, নম্ৰতা আৰু মিঠা ব্যৱহাৰত মুগ্ধ হৈ বিলাসিতা আৰু ৰূপ-সাধনৰ নৈপুণ্যত হে পৰম আনন্দ পাইছিল। দৈত্যৰমণীসকলেও যাদৱবিলাকৰ পত্নীসকলৰ কথা-বতৰা, ভাৱ-ভঙ্গী আৰু সৰল ব্যৱহাৰত পৰম সুখ পাইছিল। ইতিমধ্যে উভয় কুলৰ ভিতৰত সৌহাৰ্দ্দ্য স্থাপিত হৈছিল।

## চন্দ্ৰৱতী আৰু গুণৱতী ঃ

দৈত্যেন্দ্ৰ বজ্ৰনাভৰ এজন ভায়েক আছিল। নাম আছিল সুনাভ। সুনাভৰ দুটি বৰ ৰূপৱতী কন্যা আছিল, নাম আছিল চন্দ্ৰৱতী আৰু গুণৱতী। এই কন্যা দুটি ৰূপত যেনে আছিল, গুণতো তেনে আছিল। উভয়ে প্ৰভাৱতীৰ ঘৰলৈ প্ৰায়েই আহিছিল। তেওঁলোকে প্ৰভাৱতীৰ দেহত কামসম্ভোগৰ চিহ্ন লক্ষ্য কৰিলে আৰু হাঁহি হাঁহি কথা প্ৰসঙ্গত সুধিলে—তোমাৰ শৰীৰত কাম সম্ভোগৰ চিহ্ন কিয় দেখা যায়?

প্ৰভাৱতীয়ে উত্তৰ দিলে যে সেই বিষয়ে মই বিশেষ কি কম? মই এটি বৰ চমৎকাৰ বিদ্যা শিকিছোঁ। সেই বিদ্যাৰ বলত কি দৈত্য, কি দেৱতা পতিভাৱে যাকে চিন্তা কৰা যায়, তেৱেঁ তদ্দণ্ডে উপস্থিত হয়। (১) সেই বিদ্যাৰ প্ৰভাৱতে মই দেৱপুত্ৰ প্ৰদ্যুম্নক চিন্তা কৰি মাতি আনি পতিত্বত বৰণ কৰি লৈছোঁ। তেওঁৰে লগত সম্ভোগ সুখত থকা কাৰণে মোৰ শৰীৰত সম্ভোগ লক্ষণ দেখিবলৈ পাইছা। মই মোৰ মনোমত স্বামী পাইছোঁ। এই কথা শুনি চন্দ্ৰৱতী আৰু গুণৱতী বৰ চমৎকৃতা হ'ল।

প্ৰভাৱতীয়ে পুনঃ কবলৈ ধৰিলে—

চোৱা! দেৱতাসকল সদায় ধৰ্ম-কৰ্মত ব্যস্ত থাকে আৰু দৈত্যবিলাক সদায় দম্ভতে থাকে। দেৱতাসকল সদায় তপস্যাত ৰত থাকে আৰু দৈত্যবিলাক কেৱল সুখ-বিলাসতহে আসক্ত হৈ থাকে। দেৱতাবিলাক সদায় সত্যত থাকে আৰু দৈত্যবিলাক অসত্যত থাকে। য'তে ধৰ্ম, য'তে তপস্যা আৰু সত্য থাকে ত'তে জয় হয় ইয়াত কোনো সংশয় নাই।

সেই বাবেহে ভনিটিহঁত। মই তোমালোককো সেই বিদ্যা শিকাই দিওঁ আৰু তোমালোকেও উভয়ে একাগ্ৰমনে দুজন দেৱকুমাৰক কামনা কৰা। কামনা কৰা মাত্ৰকে উভয়ে আহি উপস্থিত হব—সেইটো নিশ্চয়কৈ জানিবা। প্ৰভাৱতীৰ এই প্ৰস্তাৱত উভয়ে সন্মত হ'ল আৰু সিদিনা আনন্দমনে নিজৰ নিজৰ ঘৰলৈ গ'ল।

প্ৰভাৱতীয়েও ছেগ বুজি এই কথা প্ৰদ্যুম্নৰ ওচৰত উত্থাপিত কৰালে। প্ৰদ্যুম্নই তেতিয়া নিজৰ ভাই শাম্ব আৰু সমবয়সী খুৰা গদৰ কথা ক'লে যে উভয়ে ৰূপৱান আৰু গুণৱান, সচ্চৰিত্ৰ আৰু ৰণপটু। উভয়ে সকলোপিনে শ্ৰেষ্ঠ।

পতিৰ মুখত এই কথা শুনি প্ৰভাৱতীয়ে পাছদিনা গুণৱতী আৰু চন্দ্ৰৱতী দুই ভনীকে মতাই আনি এইদৰে ক'লে— চোৱা ভনিটিহঁত! পূৰ্ব্বে দুৰ্ব্বাসা

---

(১) প্ৰভাৱতীয়ে হংসীৰ দৌত্য কাৰ্য্যৰ সহায় লৈছিল কেৱল প্ৰদ্যুম্নৰ মন বুজিবলৈকেহে আৰু প্ৰদ্যুম্নৰ বিষয়ে প্ৰভাৱতীয়ে হংসীৰ মুখত শুনিহে চিনি পাইছিল।

মুনিয়ে সদয় হৈ এই অত্যাশ্চাৰ্য্য বিদ্যা মোক দিয়ে। এই বিদ্যা দিবৰ সময়ত মুনিয়ে মোক কৈছিল—কি নৰ কিবা দেৱ, কি দানৱ কিবা যক্ষ, যাকে তুমি পতিৰূপে আহ্বান কৰিবা, তেৱেঁই আহি তোমাৰ পতিত্ব গ্ৰহণ কৰিব। মই প্ৰদ্যুম্নক কামনা কৰিলোঁ আৰু সেই অনুসাৰে মই তেওঁক পাইছোঁ আৰু মই সুখী হৈছোঁ। তোমালোকে আজি এই বিদ্যা গ্ৰহণ কৰা আৰু নিজ নিজ মনোমত বৰ ইয়াৰ বলত লাভ কৰা।

প্ৰভাৱতীয়ে প্ৰসঙ্গক্ৰমে গদ আৰু শাম্বৰ পৰিচয় যেনেকৈ প্ৰদ্যুম্নৰ মুখত শুনিছিল, সেইদৰে পৰিচয়ৰ বিষয়ে জনাই দিলে।

চন্দ্ৰৱতী আৰু গুণৱতীয়ে উভয়ে সন্তুষ্ট হৈ বিদ্যাটো শুদ্ধকৈ শিকি ল'লে আৰু অত্যন্ত পুলকিত অন্তৰেৰে শাম্ব আৰু গদক একে একে ধ্যান কৰিলে। ধ্যান কৰা মাত্ৰকে প্ৰদ্যুম্নৰ লগত উভয়ে আহি উপস্থিত হ'ল। কামদেৱ প্ৰদুম্নৰ মায়াত এই কথাৰ কোনেও সম্ভেদ নাপালে। তাৰ পাছত উভয়ে মন্ত্ৰ উচ্চাৰণ কৰি গান্ধৰ্ব্ব বিধানত চন্দ্ৰৱতী আৰু গুণৱতীক বিয়া কৰালে। গুণৱতীয়ে কৃষ্ণপুত্ৰ শাম্বক আৰু চন্দ্ৰৱতীয়ে সদাচাৰ পৰায়ণ গদক বৰণ কৰিলে।

## প্ৰদ্যুম্ন আৰু প্ৰভাৱতীৰ প্ৰেমালাপ ঃ

ক্ৰমে ক্ৰমে বাৰিষা কাল আহি উপস্থিত হ'ল। ভাদ মাহ। প্ৰদ্যুম্ন আৰু প্ৰভাবতীয়ে কথা পাতিছে। কামদেৱৰ অৱতাৰ প্ৰদ্যুম্নৰ ৰূপৰ সীমা নাই। পূৰ্ণিমাৰ চন্দ্ৰৰ দৰে তেওঁৰ মুখমণ্ডল। সেই প্ৰদ্যুম্নই প্ৰভাৱতীৰ ৰূপ বৰ্ণনা কৰি কৈছে—

হে সুন্দৰি, তোমাৰ মুখৰ কান্তি আকাশত জিলিকি থকা চন্দ্ৰৰ কান্তিৰ নিচিনা। তোমাৰ মুখৰ দীপ্তিক চন্দ্ৰৰ দীপ্তিৰ লগত হে মাথোন তুলনা কৰিব পাৰি। আজি চন্দ্ৰৰ দীপ্তি আকাশত প্ৰকাশ পোৱা নাই। আকাশত ঘন মেঘ উঠিছে আৰু সেই মেঘবোৰে তোমাৰ চুলিটাৰিৰ আকৃতি লৈছে। সেই মেঘে আজি চন্দ্ৰক ঢাকি পেলাইছে। তোমাৰ দেহৰ বিভিন্ন অঙ্গত পৰিধান কৰা সোণৰ অলঙ্কাৰে যেনেকৈ তোমাৰ দেহক দিক্-মিক্কৈ জিলিকাই তুলিছে, ঠিক সেইদৰে মাজে মাজে তোমাৰ দেহত বিজুলিৰ নিচিনা চক্মক্নি দেখা যায়। তোমাৰ দেহত যেনেকৈ সোণৰ হাৰ ওলমি পৰিছে, তেনেকৈ মেঘৰ পৰা বৰষুণৰ ধাৰা ওলমি পৰিছে। মেঘৰ কাষে কাষে বগুলা পক্ষীৰ যি শাৰী দেখা গৈছে, সি যেন তোমাৰ দাঁত দুপাৰী হে। বৰষুণৰ ধাৰা এতিয়া প্ৰবলতৰ হৈ উঠিছে আৰু তাৰ দ্বাৰা পুখুৰীত থকা পদুম ফুলবোৰ নিমজ্জিত হৈছে। পদুমবোৰ নিমজ্জিত হৈ যোৱাত পুখুৰীৰ এতিয়া সেই শোভা নাই।

আকৌ চোৱা। বনৰ মাজত শ্ৰীমন্ত হস্তীবিলাক যেনেকৈ পৰস্পৰ যুদ্ধত

ব্যস্ত হয়, ঠিক সেইদৰে বায়ুৰ কোপত মেঘবোৰ বগুলা পক্ষীৰ শাৰীৰে সৈতে ঘূৰি ফুৰিছে আৰু যেন পৰস্পৰ যুদ্ধ কৰিছে এনেবোধ হয়।

আৰু চোৱা। আকাশত কি বিচিত্ৰ ধনু দেখা গৈছে। সেই ধনুৱে যেন তোমাৰ চক্ষুৰ কটাক্ষপাতকহে অনুকৰণ কৰিছে। সেই ধনুৱে মেঘ আৰু আকাশৰ কি শোভা বৰ্দ্ধন কৰিছে চোৱা। আহা! সেই চিত্ৰধনু কি মনোহৰ! সেই ধনু দেখিলে প্ৰেমিকৰ অন্তৰ উল্লসিত হৈ উঠে।

আৰু চোৱা মেঘৰ গৰ্জ্জন শুনি সৌৱা প্ৰাসাদত থকা ম'ৰা চৰাইবোৰে পেখম তুলি নাচিব ধৰিছে। সিহঁতৰ ভিতৰত কোনো কোনোটি ম'ৰা চৰাইয়ে চন্দ্ৰৰ কিৰণৰ নিচিনা প্ৰাসাদৰ শুভ্ৰ মজিয়াত নাচি নাচি শোভা বিস্তাৰ কৰি পুনৰায় নিজৰ বল্লভৰ গাত হালি পৰিছে। কোনো কোনোটিয়ে আকৌ বৰষুণত তিতা পাখীৰে উড়ি গৈ গছৰ ওপৰত পৰি গছৰ শোভা বৰ্দ্ধন কৰিছে, পুনঃ মাটিত পৰি কেনেকৈ বুকুপাৰি বহিছে চোৱা।

এতিয়া চোৱা—জুৰ সমীৰণ বৰষুণৰ ধাৰা ভেদ কৰি কেনেকৈ বলিছে, আৰু লগতে চন্দনৰ গন্ধৰ নিচিনা নানা জাতীয় ফুলৰ সুগন্ধ কঢ়িয়াই নিছে—সেই গন্ধত আৰু স্নিগ্ধতাত ৰতিলিপ্সা সহজে জাগৃত হয়। এই সমীৰণে ৰতিক্ৰিয়া জনিত শৰীৰৰ ঘৰ্ম দূৰ কৰি শ্ৰান্তি বিধান কৰে আৰু—

হে সুলোচনে! এই বায়ুয়েই আকাশত নতুন মেঘৰ সৃষ্টি কৰে। সম্ভোগ সুখৰ পাছত এই বায়ুৰ স্পৰ্শ অতি চমৎকাৰবোধ হয়। এই বায়ুয়ে ৰতিশ্ৰম নাশ কৰে আৰু এই বায়ু সুগন্ধৰে পূৰ্ণ হোৱাত মনত পুলকৰ সঞ্চাৰ কৰে।

প্ৰিয়তমে। আজি আমাৰ মানসিক প্ৰফুল্লতাৰ ফালে দৃষ্টি দিয়া। আজি আমি মহাসুখী আৰু তোমাক কওঁ তোমাৰ আজি মহৎ বংশ এটিৰ লগত সম্বন্ধ হ'ল। এই বংশতে পৰমপুৰুষ শ্ৰীকৃষ্ণই জন্মগ্ৰহণ কৰিছে আৰু তেৱেঁই মোৰ পিতৃ আৰু তেৱেঁই তোমাৰ শহুৰ ই জানোঁ সৌভাগ্যৰ কথা নহয়। সেই দেৱনাৰায়ণ শ্ৰীকৃষ্ণৰ উদ্দেশ্যে উভয়ে সাষ্টাঙ্গে প্ৰণিপাত জনাওঁ—আহা। ☐

# সম্বৰণ আৰু তপতী

## সূৰ্য্যৰ উদ্বিগ্ন চিন্তা ঃ

তপতী সূৰ্য্যৰ দ্বিতীয় কন্যা। ব্ৰহ্মাৰ পত্নী সাবিত্ৰী আছিল সূৰ্য্যৰ প্ৰথমা কন্যা। তপতী অতি সুন্দৰী আছিল। তেওঁ বাল্যকালৰ পৰাই তপস্যানুৰক্তা আছিল। বাল্যকাল পাৰ হৈ গ'ল আৰু তপতী প্ৰাপ্ত যৌৱনা হৈ উঠিল। তপতীৰ তপৰ প্ৰভাৱ স্বৰ্গ মৰ্ত্ত্য আৰু পাতাল তিনিও ভুৱনতে জনাজাত হৈছিল।

এদিন পিতৃ সূৰ্য্যই ৰূপলাৱণ্য-শালিনী তপতীক দেখি চক্‌খাই উঠিল। তেওঁৰ কন্যা যে শিশু বা কিশোৰী হৈ থকা নাই এই কথা তেওঁৰ মনত উদয় হ'ল। তপতীক এতিয়া অনুৰূপ ৰূপ-লাৱণ্য সম্পন্ন শাস্ত্ৰজ্ঞ ধৰ্ম্মজ্ঞ আৰু উচ্চ কুলজাত উপযুক্ত দ'ৰাত বিয়া দিব লাগে। তেনে উপযুক্ত দ'ৰাতো তেওঁৰ চকুত নপৰে। তেওঁ অতিশয় চিন্তান্বিত হৈ পৰিল আৰু তেওঁৰ অন্তৰৰপৰা সুখ শান্তি তিৰোহিত হ'ল।

এই সময়ত কুৰুবংশজাত মহাৰাজ ঋক্ষৰ সম্বৰণ নামে মহাবলপৰাক্ৰান্ত পূৰ্ণ-যৌৱন এটি পুত্ৰ আছিল। তেওঁ যেনে ৰূপৱান আছিল তেনে গুণৱান আছিল—নিৰহঙ্কাৰ, বিশুদ্ধচিত্ত আৰু ভক্তিমান। মহাৰাজ সম্বৰণে নিয়ম উপবাস আৰু তপস্যা সহকাৰে প্ৰতিদিন ধূপ দীপ অৰ্ঘ্য মাল্য প্ৰভৃতিৰে উদয়োন্মুখ সূৰ্য্যৰ পূজা কৰিছিল। সম্বৰণ এই সময়ত ৰাজপাটতো বহিছিল— মহাৰাজ ঋক্ষই স্বৰ্গ গমন কৰাত। সম্বৰণে অতি নিপুণ ভাৱে প্ৰজা পালন কৰিছিল। ৰজাৰ শ্ৰদ্ধা ভক্তি আৰু আৰাধনাত সূৰ্য্যদেৱ আগৰপৰাই পৰিতুষ্ট আছিল। সম্বৰণ মহৎ কুলোদ্ভৱ, অসামান্য ৰূপসম্পন্ন, ধৰ্মবেত্তা আৰু উত্তম ৰজা।

যেনেকৈ সূৰ্য্যৰ কিৰণত নভোমণ্ডল উদ্ভাসিত হৈ পৰে, সেইদৰে এই মহীপালৰ অদ্ভুত প্ৰভাৱেৰে ভূলোক উদ্ভাসিত হৈ পৰিছিল। ব্ৰহ্মবাদী ঋষিসকলে যেনেকৈ উদয় কালত আদিত্যক আৰাধনা কৰে, সেইদৰে ব্ৰাহ্মণেতৰ প্ৰজাসকলে মহাৰাজ সম্বৰণক পূজা কৰিছিল। সম্বৰণ অতি সুশ্ৰী পুৰুষ আছিল কাৰণে মিত্ৰমণ্ডলীৰ মাজত তেওঁ চন্দ্ৰতুল্য প্ৰতীয়মান হৈছে। তেওঁ বৰ তেজস্বী আছিল, সেই কাৰণে তেওঁৰ শত্ৰুবৰ্গই তেওঁক প্ৰচণ্ড মাৰ্ত্তণ্ডৰ দৰে নিতান্ত দুৰ্নিৰীক্ষ্য যেন বোধ কৰিছিল। সেই কাৰণে সূৰ্য্যদেৱে এই সুশীল আৰু সদ্‌গুণসম্পন্ন সম্বৰণকে তপতীক দান কৰিব বুলি মনোনীত কৰিলে।

## তপতীৰ ৰূপ মুগ্ধ সম্বৰণ ঃ

এদিনাখন মহাবল শ্ৰীমন্ত পুৰুষ সম্বৰণ ৰজা মৃগয়াৰ বাবে পৰ্ব্বত বননিলৈ যাওঁতে তেওঁৰ অপ্ৰতিম ঘোৰাটো মৃগয়া বিহাৰৰ পৰিশ্ৰমত আৰু ভোক আৰু পিয়াহৰ আতিশয্যত মৃত্যু মুখত পৰিল। তেতিয়া হঠাৎ এক কমললোচনা সৰ্ব্বাঙ্গসুন্দৰী কুমাৰীক দেখিবলৈ পালে। তেওঁৰ লগত কোনো সঙ্গী বা সঙ্গিণীক নেদেখিলে। তেওঁ অকলে আছিল। ৰজা সম্বৰণে নিৰ্নিমেষ লোচনে তেওঁক নিৰীক্ষণ কৰিবলৈ ধৰিলে। ৰজাই সেই কুমাৰীৰ অসামান্য ৰূপ-লাৱণ্য দেখি অনুমান কৰিলে যে তেওঁ হয় স্বয়ং কমলাসনা লক্ষ্মী দেৱী নাইবা, সূৰ্য্য ৰশ্মিৰ প্ৰভাৱপৰা উৎপন্না হোৱা কোনো দেৱী। তেওঁ শৈল শিখৰত আৰূঢ়া হৈ থকাত হিৰন্ময়ী প্ৰতিমাৰ দৰে সৌন্দৰ্য্যপূৰ্ণা হৈছিল; আনকি তেওঁৰ ৰূপ আৰু বেশ বিন্যাসৰ প্ৰভাৱেৰে বৃক্ষলতাৰ সৈতে সম্পূৰ্ণ পৰ্ব্বতখনেই সুৱৰ্ণময় হোৱা যেন দেখা গৈছিল। তেওঁক দেখিবলৈ পাই ত্ৰিলোকৰ সকলো মহিলাৰ প্ৰতি এক অৱজ্ঞাৰ ভাৱ তেওঁৰ মনত উপজিল। তেওঁ ভাবিলে যে এই কামিনীক নয়নগোচৰ কৰি তেওঁৰ চক্ষুদ্বয় সাৰ্থক ফল লাভ কৰিলে। জন্মাবধি তেওঁ যি কিছু দৰ্শন কৰিছে, তাৰ ভিতৰত কোনো বস্তুয়েই এই ৰমণীৰ ৰূপৰ অনুৰূপ নহয়। সেই ৰমণীৰ গুণময় পাশত তেওঁৰ চিত্ত আৰু নেত্ৰ আবদ্ধ হৈ পৰাত তেওঁ তাৰ পৰা যাবলৈ অসমৰ্থ হৈ পৰিল। তেওঁ ইতিকৰ্ত্তব্যবিমূঢ় হৈ অস্থিৰ হৈ পৰিল।

কিছু সময়ৰ পিছত তেওঁৰ মনত উদয় হ'ল যে বিধাতা পুৰুষে তিনিও লোক মন্থন কৰি দুৰ্লভ ৰূপৰ সৃষ্টি কৰিছে। তাৰ ফলত ৰজাই কন্যাৰ এইৰূপ ৰূপসম্পত্তি দেখি তেওঁক আলোকসামান্য বুলি জ্ঞান কৰিলে। অনুপম ৰূপৰ কি অপ্ৰতিম মহিমা! ৰজাই চাই থাকি থাকি কাম পীড়িত হৈ নিতান্ত চিন্তাকুল হৈ পৰিল। পৰিশেষত অতি তীব্ৰ কামাগ্নিত দগ্ধ প্ৰায় হৈ সেই নিৰহঙ্কাৰা মনোৰমা কামিনীক সম্বোধন কৰি ক'লে—হে সুন্দৰি! তুমি কোন? তুমি কাৰ বিবাহিতা পত্নী? ইয়ালৈ কিয় আহিছা? কি কাৰণেই বা অকলে এই জনশূন্য অৰণ্যত ঘূৰি ফুৰিছা? তোমাৰ সৰ্ব্বাঙ্গসুন্দৰ ৰূপ আছে আৰু তুমি নানাবিধ অলঙ্কাৰেৰে অলঙ্কৃত; কিন্তু মোৰ এনে বোধ হৈছে যে তোমাৰ মনোহাৰিণী মূৰ্ত্তিয়েই যেন সকলো অলঙ্কাৰৰ অলঙ্কাৰ স্বৰূপ হৈছে। মই যিমান স্ত্ৰীলোক দেখিছোঁ বা যিমান স্ত্ৰীলোকৰ বিষয়ে শুনিছোঁ কোনোৱে তোমাৰ সমকক্ষা হব নোৱাৰে।

হে চাৰুমুখি। চন্দ্ৰতকৈও তোমাৰ মুখমণ্ডল নমনীয় দেখি মই কন্দৰ্পৰ শৰত একান্ত জৰ্জ্জৰিত হৈছোঁ।

ৰজাই সেই নিৰ্জ্জন অৰণ্যৰ মাজত নিতান্ত কাতৰ আৰু একান্ত কামাৰ্ত্ত হৈ সেই কন্যাক বাৰংবাৰ প্ৰশ্ন কৰিব ধৰিলে; কিন্তু কোনো প্ৰত্যুত্তৰ নাপালে। তাৰ পাছত সেই কামিনী বিদ্যুৎপ্ৰভাৰ দৰে তৎক্ষণাৎ তাৰপৰা অন্তৰ্দ্ধান কৰিলে। ৰজা

উন্মত্তপ্ৰায় হৈ কন্যাৰ অনুসন্ধানত ইফালে সিফালে চাই ফুৰিবলৈ ধৰিলে; কিন্তু কঁতো সেই কন্যাক পুনঃ দেখিবলৈ নাপালে। কন্যাৰ অদৰ্শনত ৰজাই বহুপ্ৰকাৰ বিলাপ আৰু পৰিতাপ কৰিবলৈ ধৰিলে আৰু মুহূৰ্ত্ত কাল নিশ্চেষ্ট হৈ তাত থিয় দি থাকিল।

## কন্যাৰ অদৰ্শনত সম্বৰণৰ মূৰ্চ্ছা ঃ

কন্যা অন্তৰ্হিত হোৱাত ৰজা সম্বৰণ কামমোহিত হৈ সহসা ভূতলত মুৰ্চ্ছিত হৈ পৰিল। ৰজাৰ তেনে অৱস্থা দেখি সেই চাৰুহাসিনী কামিনী পুনৰায় তাত আবিৰ্ভূতা হল আৰু হাঁহিমুখেৰে আৰু মধুৰ বচনেৰে সম্বোধন কৰি কলে—মহাৰাজ! উঠক। আপোনাৰ মঙ্গল হব। মোহাবেশপৰবশ হৈ আপুনি ধৰাতলত শয়ন কৰি আছে, ই নিতান্ত অসঙ্গত হৈছে।

ৰজাই কন্যাৰ অমৃতময় বাক্য শুনি উঠি বহিল আৰু দেখিবলৈ পালে যে সেই সৰ্ব্বসুলক্ষণা কন্যা সমুখতে থিয় দি আছে। কন্যাক দেখিবলৈ পাই ৰজাই সন্দিগ্ধ বচনেৰে কলে—হে সুন্দৰি! মই কামান্ধ হৈ তোমাক ভজিব খুজিছোঁ। তুমি ভক্তজনৰ প্ৰতি অনুকম্পা প্ৰকাশ কৰা—মোৰ পৰাণ যেন বাহিৰ হৈ যাব এনে বোধ হৈছে। চোৱা! তোমাৰ কাৰণে মদন দেৱতাই মোৰ শৰীৰত অনৱৰত তীক্ষ্ণ শৰ হানিব ধৰিছে—ক্ষান্ত হোৱা নাই। অনঙ্গৰূপ ভুজঙ্গই মোক ভালকৈয়ে দংশন কৰিছে। আহা, মোৰ ওচৰলৈ আহা আৰু যি কৰ্ত্তব্য হয় তাকে কৰা। মোৰ জীৱন নিতান্তই তোমাৰ অধীন হৈছে। তুমিও যদি সমানে আগবাঢ়ি নাহা, তেন্তে মই ক্ষন্তেক কালো জীৱন ধাৰণ কৰিব নোৱাৰিম। হে সুনয়নে; কাম-শৰত মোৰ প্ৰাণান্ত হৈছে। মোৰ প্ৰতি অনুকম্পা দেখুৱা, মই তোমাৰ ভক্ত আৰু একান্ত অনুৰক্ত। মোক পৰিত্যাগ কৰা তোমাৰ উচিত নহব। তুমি মোৰ প্ৰতি প্ৰীতি দেখুৱাই মোক পৰিত্ৰাণ কৰা। তোমাক দেখা পোৱাৰ পৰাই তোমাৰ প্ৰতি মোৰ স্নেহ প্ৰীতি সঞ্চাৰ হোৱা বাবে মোৰ মন অতিশয় চঞ্চল হৈছে। তোমাক দেখাৰ পাছত আন কোনো মহিলাকে চাবৰ মোৰ অভিৰুচি নাই। তুমি প্ৰসন্ন হোৱা; মই নিতান্ত তোমাৰ বশীভূত হৈছোঁ। তুমি মোক ভজনা কৰা। তোমাক দেখাৰ পাছৰ পৰাই মোৰ মৰ্মভেদ হৈছে। এতিয়া তুমি প্ৰণয়সলিল সিঞ্চন কৰি মোৰ কামাগ্নিৰ জ্বালা শান্ত কৰি মোক আপ্যায়িত কৰা! এতিয়াই তুমি আত্মসলৰ্পণ কৰি মোৰ এই অপ্ৰতিম দুঃখ দূৰ কৰা। হে সুলোচনে; বিবাহৰ ভিতৰত গান্ধৰ্ব্ব বিবাহেই শ্ৰেষ্ঠ; অতএৱ গান্ধৰ্ব্ব বিধানেৰে পৰিণয় কাৰ্য্য সম্পাদন কৰা। ৰজাৰ এই মৰ্মভেদী উক্তিৰ পাছত তপতীয়ে কলে—মোৰ পিতা বৰ্ত্তমান আছে আৰু মই অবিবাহিতা; গতিকে মই এতিয়াই স্বেচ্ছাচাৰিণী হব নোৱাৰোঁ। মোৰ প্ৰতি যদি সঁচাকৈয়ে তোমাৰ প্ৰণয় সঞ্চাৰ হৈছে, তেন্তে মোৰ পিতাৰ ওচৰত তুমি মোৰ প্ৰাৰ্থী হোৱা। হে নৰেশ্বৰ! যেনেকৈ মই তোমাৰ প্ৰাণ হৰণ কৰিছোঁ, সেইদৰে

তুমিও মোৰ প্ৰাণ হৰণ কৰিছা। শাস্ত্ৰত আছে স্ত্ৰীলোকৰ স্বাতন্ত্ৰ্য কোনো কালতে নাই। মই একান্ত পৰাধীনা; সেই কাৰণে মই তোমাৰ ওচৰলৈ যাবলৈ সন্মত হোৱা নাই; নহলে প্ৰখ্যাত বংশত ওপজা তোমাৰ নিচিনা ভক্তবৎসল ৰজাক পতিত্বত বৰণ কৰিবলৈ ত্ৰিভুবনৰ ভিতৰত কোন ৰমণীয়ে স্বীকাৰ নকৰিব? গতিকে তুমি তপশ্চৰণ আৰু প্ৰণামৰ দ্বাৰা মোৰ পিতৃ সূৰ্য্যদেৱক প্ৰাৰ্থনা কৰা। মই সাবিত্ৰীৰ কণীয়সী ভগিনী, লোক প্ৰদীপ সূৰ্য্যদেৱৰ কন্যা, মোৰ নাম তপতী।

## সম্বৰণৰ সূৰ্য্য উপাসনা ঃ

তাৰ পাছত সূৰ্য্যকন্যা তপতী অতি সত্বৰে আকাশ পথেদি উঠি অন্তৰ্হিত হ'ল। ৰজাও পুনঃ আগৰদৰে মূৰ্চ্ছিত হৈ মাটিত পৰি গ'ল। এই অৱসৰতে ৰজাৰ মন্ত্ৰী সৈন্য-সামন্তৰে সৈতে ৰজাক বিচাৰি আহি অৰণ্যত প্ৰৱেশ কৰি সেই স্থানত উপস্থিত হ'ল আৰু ৰজাক ধৰাতলত শয়ন কৰি থকা দেখা পালে। ৰজাক ভূতলত পৰি থকা দেখি মন্ত্ৰীৰ অন্তৰ দহি গ'ল। তেওঁ স্নেহবশতঃ আথে বেথে ৰজাৰ ওচৰ চাপি গৈ, পিতৃয়ে যেনেকৈ পুত্ৰক তুলি লয় সেইদৰে কামমোহিত ৰজাক তুলি ধৰিলে। মন্ত্ৰীজন প্ৰজ্ঞাৱান আছিল আৰু আছিল বয়সিয়াল—কীৰ্ত্তি আৰু নীতি গুণত সৰ্ব্ব শ্ৰেষ্ঠ। মন্ত্ৰীয়ে ৰজাক তুলি ধৰাত তেওঁৰ মনোজ্বৰ দুৰীভূত হ'ল। ৰজাই চেতনা ঘূৰি পোৱা দেখি মন্ত্ৰীয়ে মধুৰ বাক্যেৰে ৰজাক সম্বোধন কৰি ক'লে—মহাৰাজ! কোনো শঙ্কা নাই। আপোনাৰ মঙ্গল হওক। মন্ত্ৰীয়ে ৰজাক ভোক আৰু পিয়াহত একান্ত কাতৰ হৈ থকা দেখি তেওঁৰ মূৰত সুগন্ধি আৰু সুশীতল পানী দিলে। তাৰ দ্বাৰা ৰজাৰ মূৰত থকা মুকুট ম্লান হৈ পৰিল।

ৰজাই চৈতন্য লাভ কৰি মন্ত্ৰীত বাজে সৈন্যসামন্ত আদি আনবিলাকক বিদায় কৰি দিলে। ৰজাৰ আদেশ পোৱা মাত্ৰকে তেওঁ বিলাকে প্ৰস্থান কৰিলে। কিছু সময়ৰ পাছত ৰজাই তপস্যা কৰিবৰ অভিলাষ ব্যক্ত কৰি মন্ত্ৰীকো বিদায় দিলে। মন্ত্ৰী যোৱাৰ পাছত ৰজাই স্নান কৰি শুচি হ'ল আৰু সূৰ্য্যক আৰাধনা কৰিবৰ উদ্দেশ্যে কৃতাঞ্জলি আৰু ঊৰ্দ্ধমুখ হৈ বহি মনে মনে বশিষ্ঠ দেৱক পৌৰোহিত্যত বৰণ কৰিলে। ৰজাই এই অৱস্থাত দিনে ৰাতিয়ে অৱস্থান কৰি বাৰ দিন অতিবাহিত কৰিলে। বাৰ দিনৰ মূৰত বিপ্ৰৰ্ষি বশিষ্ঠ আহি উপস্থিত হ'ল।

তপতীয়ে ৰজাৰ মন হৰণ কৰি নিছে। এই কথা জানিও পুনৰায় যোগবলে সমস্ত কথা অৱগত হৈ কাৰ্য্য সিদ্ধিৰ নিমিত্তে যথাকৰণীয় কৰিবলৈ প্ৰস্তুত হ'ল। সূৰ্য্যৰ দৰে তেজস্কৰ ঋষি বশিষ্ঠই সূৰ্য্যক দৰ্শন কৰিবলৈ উৰ্দ্ধত উঠিবলৈ ধৰিলে। বশিষ্ঠই যি পথেদি ওপৰলৈ উঠি গৈ আছে, সেই পথৰ ফালে ৰজাই একদৃষ্টে চাই থাকিল। কৃতাঞ্জলিপুটে বশিষ্ঠদেৱ সূৰ্য্যৰ ওচৰত উপস্থিত হ'ল আৰু যথাবিধি নিজ পৰিচয় সূৰ্য্যক দিলে। মহাতেজা সূৰ্য্যদেৱে তেওঁৰ পৰিচয় পাই সুধিলে—

হে মহৰ্ষে! তোমাৰ অভিলাষ কি কোৱা। মোৰ ওচৰত তুমি যি প্ৰাৰ্থনা কৰিবা, সি যদি নিতান্ত দুৰ্লভো হয়, তথাপি মই তাক দিম।

মহৰ্ষি বশিষ্ঠই এই ৰূপ প্ৰতিশ্ৰুতি পাই প্ৰণিপাত কৰি প্ৰত্যুত্তৰ কৰিলে—হে দিবাকৰ। 'মই আপোনাৰ কণীয়সী কন্যা তপতীক ৰজা সম্বৰণৰ কাৰণে প্ৰাৰ্থনা কৰোঁ। ৰজা অতিশয় গুণী, পৰম-ধাৰ্ম্মিক, অতি উদাৰ আৰু ধীশক্তি সম্পন্ন! তেওঁৰ যশ কীৰ্ত্তি সৰ্ব্বজনবিদিত। আপোনাৰ কন্যাৰ তেওঁ একমাত্ৰ উপযুক্ত পাত্ৰ।'

এই কথা শুনি সূৰ্য্যই কন্যাদান কৰিবলৈ স্বীকাৰ কৰিলে আৰু মহৰ্ষিৰ প্ৰস্তাৱক অভিনন্দন জনাই কবলৈ ধৰিলে—

হে মহৰ্ষি! মহাৰাজ সম্বৰণ সকলো ৰজাৰ ভিতৰত শ্ৰেষ্ঠ আৰু তুমি সকলো ঋষিৰ ভিতৰত শ্ৰেষ্ঠ আৰু মোৰ কন্যা তপতীও স্ত্ৰীলোকৰ ভিতৰত শ্ৰেষ্ঠ। অতএব এনে সুপাত্ৰত মই কিয় কন্যাদান নকৰিম? এই বুলি কৈ সূৰ্য্যই স্বয়ং সৰ্ব্বাঙ্গসুন্দৰী তপতীক ৰজা সম্বৰণৰ নিমিত্তে বশিষ্ঠৰ হাতত সমৰ্পণ কৰিলে।

তেতিয়া মহৰ্ষিয়ে তপতীক প্ৰতিগ্ৰহ কৰি বিদায় লৈ কুৰুশ্ৰেষ্ঠ মহাৰাজ সম্বৰণৰ ওচৰলৈ ঘূৰি আহিল।

## সম্বৰণৰ তপতী লাভ ঃ

ৰজাই তপন-কন্যা তপতীক বশিষ্ঠৰ লগত অহা দেখি পৰম সন্তুষ্ট হ'ল। যি সময়ত তপতী নিজৰ প্ৰভাপুঞ্জেৰে নভোমণ্ডল উদ্ভাসিত কৰি ভূতলত অৱতীৰ্ণ হৈছিল, সেই সময়ত তেওঁ মেঘৰপৰা খহি পৰা বিদ্যুৎপ্ৰভাৱ ন্যায় শোভা পাইছিল।

মহৰ্ষি বশিষ্ঠই ৰজা সম্বৰণক আৰু দ্বাদশ দিন সূৰ্য্যৰ উপাসনা কৰিবলৈ আদেশ দি তপতীক ৰজাৰ লগতে এৰি স্বস্থানলৈ প্ৰস্থান কৰিলে।

ৰজাই অতি কষ্টে সেই দ্বাদশ দিন সমাধিত অতিবাহিত কৰাৰ পাছত মহৰ্ষি বশিষ্ঠ তাত পুনঃ উপস্থিত হ'ল আৰু যথাবিধি ৰজা সম্বৰণৰ দ্বাৰা তপতীৰ পাণি গ্ৰহণ কৰালে।

## ৰজাৰ ব্যসনত ইন্দ্ৰৰ কোপ ঃ

ৰজা সম্বৰণে দেৱতাগন্ধৰ্ব্বসেৱিত গিৰিশৃঙ্গত যথা নিয়মে তপতীৰ পাণি গ্ৰহণ কৰিলে। পাণি গ্ৰহণ কৰাৰ পাছত ৰজা ভোগবাসনাৰ নিতান্ত আকাঙ্ক্ষাত অমাত্যৰ হাতত ৰাজ্যভাৰ সমৰ্পণ কৰি গিৰিশিখৰতে ভাৰ্য্যা সমভিব্যাহাৰে বিহাৰ কৰিব ধৰিলে। এইদৰে তেওঁ ক্ৰমাগত দ্বাদশ বছৰ কটালে।

ৰজাৰ অবিহনে ৰাজ্যত বিশৃঙ্খলা উপস্থিত হ'লী অনাচাৰ অত্যাচাৰ

ঘটিল। দেৱৰাজ ইন্দ্ৰই কুপিত হৈ দ্বাদশ বছৰ সেই ৰাজ্যত অনাবৃষ্টি ঘটালে। সেই ঘোৰতৰ অনাবৃষ্টিত স্থাৱৰ জঙ্গম আৰু প্ৰজাবৰ্গ ক্ষয় পাবলৈ ধৰিলে। ৰাজ্যৰ প্ৰজাবৰ্গই ক্ষুধাত নিতান্ত পীড়িত আৰু উদভ্ৰান্তমনা হৈ নিজ নিজ গৃহ পৰিত্যাগ কৰি দেশে-বিদেশে ভ্ৰমণ কৰিব ধৰিলে। কোনো কোনোৱে পুত্ৰ কলত্ৰ আত্মীয়স্বজনক পৰিত্যাগ কৰি ভিন্ ৰাজ্যলৈ গুচি গ'ল। ৰজা সম্বৰণৰ ৰাজ্য যমপুৰীৰ দৰে হৈ উঠিল।

ভগৱান বশিষ্ঠদেৱে লোকৰ এই দুৰৱস্থা দেখি সপত্নীক ৰজাক নিজ ৰাজ্যলৈ ঘূৰাই আনিলে। মহাৰাজ সম্বৰণৰ সুশাসনত দেশৰ সমৃদ্ধি আকৌ ঘূৰি আহিল। ❑

# অষ্টাবক্ৰ আৰু সুপ্ৰভা

## অষ্টাবক্ৰৰ সুপ্ৰভাৰ পাণি-প্ৰাৰ্থনা ঃ

মহাতপা অষ্টাবক্ৰই বদান্য ঋষিৰ কন্যা সুপ্ৰভাৰ ৰূপ-লাৱণ্য দৰ্শন কৰি বিমুগ্ধ হৈ সেই কন্যাক বিৱাহ কৰিবৰ ইচ্ছা কৰি বদান্য ঋষিৰ ওচৰত নিজৰ অভিপ্ৰায় ব্যক্ত কৰিলে। ঋষি বদান্যই অষ্টাবক্ৰৰ সুপ্ৰভাৰ প্ৰতি এই মিলন-আকাঙ্ক্ষা কামজ নে পবিত্ৰ প্ৰেমজ তাকে বিচাৰ কৰিবৰ কাৰণে অষ্টাবক্ৰক পৰীক্ষা কৰি চাবৰ ইচ্ছা কৰিলে। তেওঁ অষ্টাবক্ৰক ক'লে— বৎস! তুমি এবাৰ উত্তৰ দিশলৈ গৈ এগৰাকী মহিলাক সাক্ষাৎ কৰি আহা গৈ। তুমি ঘূৰি আহিলে তোমাক মই কন্যা দান কৰিম।

তাৰ পাছত মহৰ্ষি বদান্যই সেই ঠাই ক'ত আছে আৰু তালৈ কেনেকৈ যাব লাগিব তাকে বৰ্ণনা কৰি কৈছে। "তুমি অলকাপুৰী আৰু হিমালয় পৰ্ব্বত অতিক্ৰম কৰি ভূতভাৱন মহাদেৱৰ কৈলাস পুৰী দেখিবলৈ পাবা। ভগৱান ভূতনাথ নিজৰ অনুচৰবিলাকৰ লগত নিয়ত কাল তাত অৱস্থান কৰি থাকে। দেৱী পাৰ্বতী মহাদেৱক পতিৰূপে লাভ কৰিবৰ বাবে তাত অতি কঠোৰ তপস্যা কৰিছিল বুলি সেই স্থান উভয়ৰে বৰ প্ৰিয় হৈ উঠিছে। দেৱতা আৰু মনুষ্য সকলোৱে দিনে ৰাতিয়ে সকলো ঋতুতে সকলো সময়তে দেৱদেৱ মহাদেৱৰ উপাসনা কৰি থাকে। তুমি সেই স্থান অতিক্ৰম কৰি গৈ থাকিলে এক অতি ৰমণীয় নীল বন দেখিবলৈ পাবা। সেই ঠাইত এক বৃদ্ধা তপস্বিনীৰ লগত তোমাৰ সাক্ষাৎ হব। তুমি তেওঁক দৰ্শন কৰি তেওঁক যথা নিয়মে সৎকৃত কৰি এই ঠাইলৈ ঘূৰি আহিবা। যদি তুমি তোমাৰ বৰ্ত্তমান জীৱনৰ নিয়ম প্ৰতিপালন কৰি ঘূৰি আহিব পাৰা তোমাক মই কন্যা দান কৰিম। সোনকালে তুমি যাত্ৰা কৰা। অষ্টাবক্ৰই মহৰ্ষিক ক'লে— ভগৱন! মই আপোনাৰ নিৰ্দ্দেশমতে মোৰ কৰ্ত্তব্য সম্পাদন কৰি নিশ্চয় প্ৰত্যাবৰ্ত্তন কৰিম।

## অষ্টাবক্ৰৰ হিমালয় গমন ঃ

অষ্টাবক্ৰই উত্তৰাভিমুখে হিমালয়লৈ বুলি যাত্ৰা কৰিলে। আৰু হিমালয় পৰ্ব্বতত সমুপস্থিত হ'ল। তাত বহুদা নামক ধৰ্ম দায়িনী নদীৰ পবিত্ৰজলত স্নান কৰি দেৱতাসকলৰ তৰ্পণ কৰি সেই শোকবিহীন বিমল তীৰ্থত কুশ শয্যাত শয়ন কৰি পৰম সুখে ৰাত্ৰি অতিবাহিত কৰিলে। পাছদিনা প্ৰাতঃ কালত উঠি স্নান

ক্ৰিয়া সমাপন কৰি অগ্নি প্ৰজ্জ্বালিত কৰি যথাবিধি আহুতি দান কৰিলে। তাৰ পাছত অনতিদূৰত থকা হৰ-পাৰ্ব্বতীৰ প্ৰতিষ্ঠিত প্ৰতিমা দৰ্শন কৰি কৈলাশ পৰ্ব্বতত উপস্থিত হৈ ধনপতি কুবেৰৰ স্বৰ্ণময় পুৰদ্বাৰ, মন্দাকিনী নদী আৰু পদ্মপত্ৰেৰে আগুৰি থকা সৰোবৰ দৰ্শন কৰিলে। তাৰ পাছত তেওঁ দেখিবলৈ পলে যে তেজঃপুঞ্জ কলেবৰ ভগৱান কুবেৰ স্বয়ং অভ্যৰ্থনা জনাবলৈ আগবাঢ়ি আহিছে।

ধনপতি কুবেৰে অষ্টাবক্ৰ মুনিক স্বাগত অভ্যৰ্থনা জনাই তেওঁক আতিথ্য গ্ৰহণ কৰিবলৈ আহ্বান জনালে। ভগৱান অষ্টাবক্ৰই আতিথ্য গ্ৰহণ কৰিবলৈ স্বীকাৰ কৰিলে।

অষ্টাবক্ৰই আতিথ্য স্বীকাৰ কৰা মাত্ৰকে নানা বেশ ধাৰিণী বিশৰো অধিক অপ্সৰা আৰু গন্ধৰ্ব্ব ৰমণীয়ে বিভিন্ন গীত নৃত্য আৰু বাদ্যধ্বনিৰে অভ্যৰ্থনা আগবঢ়ালে। সেই অপ্সৰাসকলৰ ভিতৰত উৰ্ব্বৰা, মিশ্ৰকেশী, ৰম্ভা, উৰ্ব্বশী, চিত্ৰা, চিত্ৰাঙ্গদা প্ৰভৃতি আছিল।

নৃত্যগীতাদিৰে উৎসৱ সমাৰোহৰ মাজত কুবেৰ আবাসত অষ্টাবক্ৰই পৰম সুখে একবৎসৰ কাল যাপন কৰিলে। কুবেৰ আৰু কুবেৰৰ অনুচৰবিলাকে ভৃত্যৰ দৰে তেওঁক পৰিচৰ্য্যা কৰিছিল। যক্ষৰাজে আৰু কিছুদিন তেওঁৰ আবাসত থাকি নৃত্যগীত উপভোগ কৰিবলৈ অনুৰোধ কৰিলে।

অষ্টাবক্ৰই তেওঁক সম্বোধন কৰি ক'লে—যক্ষৰাজ! মই তোমাৰ অতিথিপৰায়ণতাত পৰিতুষ্ট হৈছোঁ। তোমাৰ নিচিনা শিষ্টাচাৰপৰায়ণ ব্যক্তি অতি বিৰল। এতিয়া মই মহৰ্ষিৰ নিয়োগ ক্ৰমে নিৰ্দ্দিষ্ট স্থানলৈ যাব লাগিব। তোমাৰ বৃদ্ধি আৰু সম্পত্তিৰ বৃদ্ধি হওক। মই বিদায় গ্ৰহণ কৰিলোঁ।

এই বুলি কৈ তেওঁ বিনিৰ্গত হ'ল আৰু কৈলাস মন্দাৰ আৰু সুমেৰু প্ৰভৃতি বিবিধ পৰ্ব্বত অতিক্ৰম কৰিলে; আৰু অৱশেষত কিৰাতৰূপী মহাদেৱৰ স্থান প্ৰদক্ষিণ কৰি আৰু তেওঁক প্ৰণাম জনাই পৱিত্ৰচিত্তে সমতল ভূমিত অৱতৰণ কৰিলে তাৰ পাছত ক্ৰমশঃ উত্তৰ অভিমুখে যাবলৈ ধৰিলে।

কিছুসময় গৈ থাকি মৃগপক্ষী-সমাকীৰ্ণ আৰু নানা ৰকম ফলে পুষ্পে পৰিপূৰ্ণ এক ৰমণীয় কানন তেওঁৰ দৃষ্টিগোচৰ হ'ল। সেই অৰণ্যৰ মাজত এক দিব্য আশ্ৰম আছিল। সেই আশ্ৰম বিবিধ ৰত্নেৰে বিভূষিত আছিল। নানা প্ৰকাৰ পৰ্ব্বত, মনোহৰ সৰোবৰ আৰু অন্যান্য বহুবিধ অদ্ভুত পদাৰ্থসহ আশ্ৰমৰ অতি উৎকৃষ্ট শোভাৰ সৃষ্টি কৰিছিল। মহৰ্ষি অষ্টাবক্ৰ সেই পদাৰ্থ সমূহৰ অলৌকিক শোভা দৰ্শন কৰি সেই আশ্ৰমৰ ভিতৰত কুবেৰৰ পুৰীতকৈও উৎকৃষ্ট, সৰ্ব্বৰত্নময়, অত্যাশ্চৰ্য আৰু অনিৰ্ব্বচনীয় পুৰী দেখিবলৈ পালে। সেই পুৰীৰ কাষৰ ফালে নানা প্ৰকাৰ মণিকাঞ্চনময় পৰ্ব্বত আৰু সুৰ্বণময় বিমানসমূহ

বিৰাজ কৰি আছিল। মন্দাকিনী কলকল শব্দে প্ৰৱাহিত হৈ আছিল আৰু হীৰা, মণি আৰু ৰত্নসমূহৰে চাৰিওফালে প্ৰভা বিস্তাৰ কৰি আহিছে। সেই পুৰীৰ ভিতৰত যি বিলাক গৃহ আছিল সেই গৃহবিলাক মণি-মুক্তাসমন্বিত তোৰণযুক্ত আছিল। এই বিচিত্ৰ শোভা দৰ্শন কৰি অষ্টাবক্ৰই চিন্তা কৰিলে—এতিয়া মই ক'ত থাকিম? অৱশেষত পুৰীৰ দ্বাৰত উপস্থিত হৈ উচ্চৈঃস্বৰে চিঞৰিলে—"মই এজন অতিথি; এতিয়া এই পুৰীৰ ভিতৰত থকা যি কোনো লোকে মোক অতিথি হিচাবে গ্ৰহণ কৰক।"

## অষ্টাবক্ৰৰ প্ৰতি নাৰীৰ অনুৰাগ ঃ

অষ্টাবক্ৰই এইদৰে কোৱামাত্ৰকে সেই পুৰীৰ ভিতৰৰপৰা সাতজনী কন্যা অতিথিক অভ্যৰ্থনা কৰিবলৈ ওলাই আহিল। মহৰ্ষি অষ্টাবক্ৰই সেই কন্যা কেইজনীৰ ভিতৰত যি কোনো জনীৰ প্ৰতি দৃষ্টি কৰিলে, সেই জনীয়ে তেওঁৰ মন হৰণ কৰি নিলে। কন্যা কেইজনীৰ ৰূপ-লাৱণ্য দেখি কিছুসময়ৰ কাৰণে তেওঁ ব্যাকুল হৈ পৰিল; কিন্তু অৱশেষত তেওঁ ধৈৰ্য্য অৱলম্বন কৰিবলৈ সক্ষম হ'ল আৰু তেওঁ তেওঁৰ চিত্তবিকাৰ পৰিহাৰ কৰিব পাৰিলে।

তাৰ পাছত সেই ছোৱালী কেইজনীয়ে তেওঁক সম্বোধন কৰি ক'লে—ভগৱন্! আপুনি গৃহৰ ভিতৰলৈ আহক।"

কন্যা কেইজনীয়ে এইদৰে আহ্বান কৰাত তেওঁ সিহঁতৰ ৰূপ-মাধুৰী আৰু গৃহৰ সৌন্দৰ্য্য দেখি মুগ্ধ হৈ গৃহৰ ভিতৰত প্ৰৱেশ কৰিলে। প্ৰবেশ কৰিয়েই তেওঁ দেখিবলৈ পালে যে তাত এগৰাকী বৰ্ষীয়সী মহিলা শুক্লবস্ত্ৰ পৰিহিতা আৰু সৰ্ব্বালঙ্কাৰ ভূষিতা হৈ পৰ্য্যঙ্কত বহি আছে। মহিলা গৰাকীয়ে অষ্টাবক্ৰক প্ৰৱেশ কৰা দেখিয়েই পৰ্য্যঙ্কৰ পৰা উঠি আগবঢ়াই আনি তাত বহিবলৈ অনুৰোধ কৰিলে। মহৰ্ষিয়ে তাত উপবেশন কৰি বিশ্ৰাম সুখ লাভ কৰিলে আৰু সকলো কেইগৰাকী নাৰীকে সম্বোধন কৰি ক'লে—তোমালোকৰ ভিতৰত যি গৰাকী অত্যন্ত জ্ঞানৱতী আৰু ধৈৰ্য্যশালিনী সেই গৰাকী ৰমণী ইয়াতে থাকক আৰু বাকী কেইগৰাকী নিজ নিজ ঘৰলৈ গুচি যাওক।

মহৰ্ষিয়ে এই কথা কোৱা মাত্ৰকে ৰমণী কেইগৰাকীয়ে তেওঁক প্ৰদক্ষিণ কৰি গৃহৰ পৰা নিষ্ক্ৰান্ত হ'ল। কেৱল মাত্ৰ সেই বৰ্ষীয়সী মহিলা গৰাকীহে থাকি গ'ল।

সেই মহিলা গৰাকী বৰ্ষীয়সী হ'লেও আছিল অনন্ত যৌৱনা। তাৰ পাছত দিবা অতীত হ'ল আৰু ৰাত্ৰি আহি উপস্থিত হ'ল। ক্ৰমে ৰাত্ৰি গভীৰ হৈ আহিবলৈ ধৰিলে। তেতিয়া মহৰ্ষিয়ে মহিলা গৰাকীক ক'লে যে নিশা অধিক হৈ গৈছে, এতিয়া শয়ন কৰিব লাগে। মহৰ্ষিৰ কথা শুনি তেওঁ মহৰ্ষিৰ কাৰণে এক দুগ্ধফেননিভ শয্যা ৰচনা কৰি দিলে। মহৰ্ষিয়ে তাত শয়ন কৰি ক'লে—এতিয়া

তুমিও শয়ন কৰা। তেতিয়া বৰ্ষীয়সী মহিলা গৰাকীয়ে এখন পৃথক্ শয্যাত শয়ন কৰিলে।

কিছুসময়ৰ পাছত অনন্তযৌৱনা সেই বৰ্ষীয়সী ৰমণী গৰাকীয়ে এনেকৈ জাৰ লাগিছে বুলি ছল কৰি মহৰ্ষিৰ শয্যালৈ আহিল। মহৰ্ষিয়ে ৰমণীগৰাকীক তেওঁৰ শয্যালৈ অহা দেখি স্বাগত সম্বৰ্দ্ধনা জনালে। তেতিয়া সেই মহিলাই অষ্টাবক্ৰৰ শয্যাত শয়ন কৰি অশেষ প্ৰীতিৰে তেওঁক সাৱটি ধৰিলে, কিন্তু মহৰ্ষি এডাল কাঠৰ নিচিনা নিৰ্বিকাৰ হৈ থাকিল। বৰ্ষীয়সীয়ে তেওঁক তেনে অৱস্থাত থকা দেখি দুঃখিত মনে ক'লে—পুৰুষৰ স্পৰ্শত স্ত্ৰীলোকৰ স্বভাৱতেই ধৈৰ্য্যলোপ হয়। মই আপোনাক স্পৰ্শ কৰি কামশৰত নিতান্ত জৰ্জ্জৰীভূত হৈছো। মই আপোনাক যেতিয়াৰ পৰাই দেখিছোঁ তেতিয়াৰ পৰাই কাম প্ৰবৃত্তিৰ বশীভূতা হৈছোঁ। আপুনি প্ৰফুল্লমনে আলিঙ্গন কৰি মোক চৰিতাৰ্থ কৰক। মই আপোনাৰ ওচৰত সাগ্ৰহে প্ৰাৰ্থনা কৰিছোঁ। অপুনি মোৰ বাঞ্ছা সফল কৰক। আপুনি ইমান দিনে যি কঠোৰ তপস্যা কৰিছে মোৰ মনোৰথ সিদ্ধি কৰাই তাৰ অভীষ্ট ফল বুলি জানিব। আপুনি মোৰ যি ধনৰত্ন আৰু অন্যান্য সম্পত্তি দেখিছে সেই সকলোৰে অধীশ্বৰ হওক। আপুনি মোৰ আশা সফল কৰিলে ময়ো আপোনাৰ সকলো ইচ্ছা পূৰণ কৰিম। আমি এই অৰণ্যৰ ভিতৰত পৰস্পৰ মিলিত হ'লে লৌকিক-অলৌকিক নানাপ্ৰকাৰৰ সুখ ভোগ কৰিব পাৰিম। পুৰুষ সংসৰ্গতকৈ স্ত্ৰীলোকৰ উৎকৃষ্ট সুখ একো নাই।

বৰ্ষীয়সীয়ে এইৰূপ অসঙ্গত প্ৰাৰ্থনা কৰা দেখি অষ্টাবক্ৰই ক'লে—ভদ্ৰে' মই কেতিয়াও নাৰীস্পৰ্শ কৰা নাই। ধৰ্ম শাস্ত্ৰকাৰসকলে এই কাৰ্য্যক নিতান্ত দোষৰ বুলি নিৰ্দ্দেশ দিছে। মই বিষয় ভোগত অনভিজ্ঞ। মই এতিয়া ধৰ্ম অনুসাৰে বিবাহ কৰিম আৰু পুত্ৰোৎপাদন কৰাটোৱেই মোৰ বৰ্ত্তমান উদ্দেশ্য। ধৰ্মতঃ পুত্ৰ লাভ কৰিলেহে মোৰ শুভ হব। গতিকে ধৰ্ম্মৰ নিৰ্দ্দেশ মানি এই কাৰ্য্যৰ পৰা বিৰত হোৱা। হে ভদ্ৰে! মানুহে কাৰ্য্যৰ ৰসবোধ কৰিলেহে সেই বিষয়ে তাৰ প্ৰবৃত্তি হয়। মই বিষয় সম্ভোগৰ বিষয়ে একোকে নাজানোঁ। সেই কাৰণে মই তোমাৰ প্ৰাৰ্থনাত সম্মত হব পৰা নাই। এই কাৰ্য্যত বাজে মই তোমাৰ কি কাৰ্য্য কৰিব পাৰোঁ তাকে কোৱা।

তেতিয়া সেই বৰ্ষীয়সী মহিলাই ক'লে—আপুনি এই ঠাইত কিছু দিন থাকক। কালক্ৰমত সম্ভোগ সুখৰ আস্বাদ গ্ৰহণ কৰিব পাৰিব।

বৰ্ষীয়সীৰ এই কথাৰ উত্তৰত অষ্টাবক্ৰই ক'লে তোমাৰ যিমান দিন ইচ্ছা হয়, মই সিমান দিন তোমাৰ ইয়াত থাকিম তুমি নিশ্চয়কৈ জানিবা। তেতিয়া নিশাৰ অৱসান হ'ল।

দিনৰ ভাগত অষ্টাবক্ৰই যথানিয়মে সন্ধ্যা উপাসনা আৰু দেৱপূজা

সমাপন কৰি বৰ্ষীয়সী মহিলাৰ লগত নানাপ্ৰকাৰ সৎ আলোচনা কৰি থাকিল। ক্ৰমে নিশা আগবাঢ়ি আহিল। বৰ্ষীয়সী মহিলাও ক্ৰমে কামোন্মত্তা হৈ আহিব ধৰিছে। তেনে অৱস্থাত সূৰ্য্য অস্তাচলগামী হবলৈ ধৰা দেখি বৰ্ষীয়সীয়ে অষ্টাবক্ৰক সুধিলে এতিয়া মই আপোনাৰ কি কাৰ্য্য কৰিব লাগিব কওক।

অষ্টাবক্ৰই ক'লে—মই এতিয়া স্নান কৰিম। মোক স্নানৰ জল দিয়া; মই স্নান কৰি সন্ধ্যা উপাসনা কৰিম।

অষ্টাবক্ৰই এই কথা কোৱা মাত্ৰকে বৰ্ষীয়সীয়ে দিব্য তৈল আৰু স্নান বস্ত্ৰ উপস্থিত কৰি অনুমতি লৈ অষ্টাবক্ৰৰ সৰ্ব্বাঙ্গত তৈল মৰ্দ্দন কৰি দিলে। তৈল মৰ্দ্দন সমাপ্ত হোৱাৰ পাছত মহৰ্ষি সেই ৰমণীৰ সহিত স্নান ঘৰত প্ৰৱেশ কৰিলে আৰু অভিনৱ এক সিংহাসনত উপবেশন কৰিলে। ৰমণীয়ে তেওঁৰ ওচৰতে বহি ঈষৎ গৰম জলেৰে মহৰ্ষিক গা ধুৱাই দিব ধৰিলে। মহৰ্ষিয়ে ঈষৎ গৰমজল আৰু ৰমণীৰ কৰস্পৰ্শত পৰম সুখ অনুভৱ কৰিব ধৰিলে কিন্তু স্নান কৰোঁতে কৰোঁতে যে সমস্তৰাত্ৰি অতিবাহিত হৈ গ'ল সেইটো বুজিবই নোৱাৰিলে। মহৰ্ষিয়ে পুবফালে দৃষ্টি কৰি দেখিলে যে সূৰ্য্যদেৱ সমুদিত হৈছে। তেতিয়া তেওঁ নিতান্ত বিস্ময়ান্বিত হৈ চিন্তা কৰিব ধৰিলে—মোৰ মোহ উপস্থিত হৈছে নেকি আৰু সঁচাকৈয়ে এতিয়া প্ৰাতঃকাল হৈছে নেকি?

অলপ পাছতে তেওঁৰ সেই সন্দেহ দূৰীভূত হ'ল। তেওঁ ভগৱান সূৰ্য্যদেৱৰ উপাসনা কৰি বৰ্ষীয়সী ৰমণীক ক'লে—ভদ্ৰে! এতিয়া মই কি কৰিম? তেতিয়া সেই ৰমণীয়ে তেওঁৰ কাৰণে সুস্বাদু আৰু অতি উৎকৃষ্ট অন্ন আনি দিলে। মহৰ্ষিয়ে সেই সুস্বাদু অন্নৰ ৰস আস্বাদন কৰি দিনটোৰ সৰহভাগ কাল কটাই দিলে।

পুনৰায় সন্ধ্যা সময় উপস্থিত হ'ল আৰু সেই বৰ্ষীয়সী ৰমণীয়ে নিজৰ বাবে আৰু মহৰ্ষিৰ বাবে বেলেগ বেলেগ শয্যা ৰচনা কৰিলে আৰু ক'লে—আপুনি এতিয়া শয়ন কৰি নিদ্ৰাসুখ উপভোগ কৰক। এই বুলি কৈ তেওঁ স্বয়ং নিজৰ শয্যাত শয়ন কৰিলে; কিন্তু মাজ নিশা মহৰ্ষিৰ শয্যাত সমুপস্থিত হ'ল।

তেতিয়া অষ্টাবক্ৰই তেওঁক সম্বোধন কৰি ক'লে—ভদ্ৰে! পৰস্ত্ৰী সংসৰ্গ কৰিবলৈ মোৰ সমূলি ইচ্ছা নাই; অতএৱ তুমি সোনকালে মোৰ শয্যাৰ পৰা উঠি তোমাৰ শয্যালৈ বোৱা।

মহৰ্ষিয়ে যেতিয়া বৰ্ষীয়সীক এইদৰে প্ৰত্যাখ্যান কৰিলে, তেতিয়া সেই ৰমণীয়ে অতিশয় দুঃখিত হৈ ক'লে—ভগৱন্! মই স্বতন্ত্ৰা। মোৰ সৈতে সংসৰ্গ কৰিলে আপুনি পৰদাৰ ধৰ্ষণ দোষত দোষী নহয়। হে দ্বিজবৰ! মই অনঙ্গ পীড়াত কাতৰ হৈ আপোনাৰ প্ৰতি আসক্তা হৈছোঁ; অতএৱ মোৰ অভিলাষ পূৰণ কৰক; নহলে নিশ্চয় আপুনি অধৰ্মভাগী হব। মই আপোনাক সাষ্টাঙ্গ প্ৰণিপাত কৰি কৈছোঁ, আপুনি মোৰ প্ৰতি প্ৰসন্ন হওক আৰু মোক ৰক্ষা কৰক। যদি আপুনি স্বীয়

পত্নী ভিন্ন অন্য স্ত্ৰীৰ সংসৰ্গ নিতান্ত দোষাবহ বুলি ভাবে, তেনে হ'লে মই আপোনাৰ ওচৰত আত্মসমৰ্পণ কৰিছোঁ; আপুনি অবিলম্বে মোৰ পাণি গ্ৰহণ কৰক। তেতিয়া হ'লে মোৰ লগত সংসৰ্গ কৰা দোষে আপোনাক স্পৰ্শ নকৰে। প্ৰকৃততে মই স্বতন্ত্ৰা। মই আত্মসমৰ্পণ কৰিব পাৰোঁ, এতএৱ আপুনি মোৰ সংস্কাৰ কাৰ্য্য সম্পাদন কৰক। মই আপোনাৰ প্ৰতি একান্ত আসক্ত হৈছোঁ। মই কুমাৰী অৱস্থা পৰ্য্যন্ত ব্ৰহ্মচৰ্য্য ব্ৰত পালন কৰিছোঁ; মই এতিয়া কন্যা, মোৰ প্ৰতি অশ্ৰদ্ধা নকৰি মোৰ পাণি গ্ৰহণ কৰক। বৰ্ষীয়সীয়ে এইদৰে কোৱা মাত্ৰকে মহৰ্ষি অষ্টাবক্ৰই তেওঁক ষোড়শবৰ্ষীয়া কন্যাৰ দৰে দেখিবলৈ পালে।

মহৰ্ষিয়ে সেই কন্যাক সম্বোধন কৰি ক'লে—ভদ্ৰে! তুমি মোৰ প্ৰতি যেনেদৰে আসক্ত হৈছা, ময়ো সেই দৰে তোমাৰ প্ৰতি আসক্ত হৈছোঁ; কিন্তু মহৰ্ষি বদান্যই মোক পৰীক্ষা কৰিবলৈ ইয়ালৈ পঠিয়াইছে; মই সেই পৰীক্ষাত উত্তীৰ্ণ হবই লাগিব। মোৰ কামদমন শক্তি আৰু ধৈৰ্য্যগুণেৰে মোৰ প্ৰতিজ্ঞা ৰক্ষা কৰি সেই ঋষি কন্যাক বিৱাহ কৰি মোৰ প্ৰতিজ্ঞা সত্য কৰিবই লাগিব।

তেতিয়া বৰ্ষীয়সী অনন্তযৌৱনা তপস্বিনীয়ে অষ্টাবক্ৰক ক'লে—তুমি পৰদাৰাভিলাষী হয়নে নহয় আৰু তোমাৰ ব্ৰহ্মচৰ্য্য সুস্থিৰ হৈছে নে নাই, সেইটো পৰীক্ষা কৰিবলৈ মই বৃদ্ধা হৈও কন্যা ৰূপ ধাৰণ কৰিছিলোঁ। মহৰ্ষি বদান্যই মোক নিৰ্দ্দেশ দিছিল তোমাক এইদৰে কঠোৰ পৰীক্ষা কৰি চাবলৈ— তুমি নিজৰ নিয়ম ভঙ্গ নকৰি সমুদায় লোককে পৰাজয় কৰিছা। তুমি এতিয়া সানন্দে ঘূৰি যোৱা আৰু বদান্য কন্যাৰ লগত পৰিণয় সূত্ৰত আৱদ্ধ হোৱাগৈ।

মহৰ্ষি অষ্টাবক্ৰ ঘূৰি আহিল আৰু মহাত্মা বদান্য ঋষিৰ আশ্ৰমত উপস্থিত হ'লহি। অষ্টাবক্ৰই ঋষিৰ ওচৰত তেওঁৰ ভ্ৰমণ বৃত্তান্ত যথাযথ বৰ্ণনা কৰিলে।

মহৰ্ষি বদান্যই ভাবিছিল যে অনন্তযৌৱনা বৃদ্ধা তপস্বিনীৰ ধন-সম্পত্তি আৰু ঐশ্বৰ্য্যৰ ভোগ বিলাস তথা কাম উপভোগৰ ক্ষেত্ৰৰ পৰা ঋষি অষ্টাবক্ৰ ঘূৰি আহিব নোৱাৰিব; কিন্তু প্ৰেমিক অষ্টাবক্ৰক একোৱে পবিত্ৰ প্ৰেমৰ গণ্ডীৰপৰা আঁতৰাব নোৱাৰিলে।

মহৰ্ষি বদান্যই সকলো কথা শুনি সন্তুষ্ট হৈ ক'লে—মই যোগবলেৰে এইবোৰ কথা পূৰ্বেই জানিছোঁ। বৎস! তুমি কন্যা দানৰ উপযুক্ত পাত্ৰ। তোমাক কন্যা দান কৰিবলৈ মোৰ কোনো আপত্তি নাই। ❑

# নিবেদন

ই পুৰণি দিনৰ পুৰণি কথা; তথাপি কিন্তু ই ৰসপূৰ্ণ। হয়তো বা ভাৰতবৰ্ষৰ ঐতিহ্যপূৰ্ণ ঐতিহাসিক কথা। কিমান পুৰণি তাৰ লেখ লোৱা অতি সহজ কথা নহয়।

মুনি ঋষিসকলৰ তপস্যাপূৰ্ণ আখ্যানবোৰ আধ্যাত্মিকতাময় আৰু সত্যধৰ্মী। আদৰ্শময় জীৱন যাত্ৰাৰ মাধ্যমত তপস্যাৰ কাহিনীবোৰ কি মনোৰম তাক অলপ গমি চালেই মুগ্ধ হব লাগে। আধুনিকতাময় সমাজ আৰু সামাজিক আদৰ্শৰ আধুনিক পৰিবেশৰ মাজত এই ঐতিহ্যবোৰে মধুৰ আৰু মনোমোহা দৃশ্যৰ উদ্ভৱ ঘটায়।

ভাৰতৰ শিল্প, কলা, সাহিত্য সম্পদ আদিৰ চৰ্চা আৰু আলোচনাই অতীত ভাৰতক আধুনিক সমাজৰ মাজত জিলিকাই তুলিব।

ভাৰতৰ অতীত সম্পদ ৰাশিৰ মূল্য নিৰ্দ্ধাৰণৰ চেষ্টা কৰা সাহিত্যিক, বুৰঞ্জীবিদ, বিজ্ঞানী আৰু কলাকাৰ সকলৰ কৰ্ত্তব্য বুলি কব লাগিব।

যাগ-যজ্ঞ নামধৰ্ম আদি ক্ৰিয়াবোৰে সমাজক কিমান দূৰ উন্নত কৰিব পাৰে, তাৰো আলোচনা আৰু অভ্যাস কৰা নিতান্ত উচিত।

এই পুথিখনি অমৃত প্ৰেছৰ স্বত্বাধিকাৰী শ্ৰীনলিনী চক্ৰবৰ্ত্তী এম এ,ৰ আগ্ৰহ আৰু অনুগ্ৰহত ছপা হৈ ওলাইছে।

তাৰবাবে আমি তেওঁৰ প্ৰতি আন্তৰিক শলাগ আগবঢ়াইছোঁ।

**শ্ৰীদেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্য**

# গঙ্গানদীৰ অৱতৰণ

## সগৰ ৰজাৰ পুত্ৰ লাভ ঃ

এসময়ত ইক্ষাকু বংশত সগৰ নামে এক অসামান্য ৰজাই জন্ম গ্ৰহণ কৰিছিল। তেওঁৰ যেনে আছিল ৰূপ, তেনে আছিল গুণ আৰু তেনে আছিল বল। তেওঁৰ দুই গৰাকী মহিষী আছিল। বৈদৰ্ভী আৰু শৈব্যা। ৰজা বহুদিনলৈকে নিঃসন্তান আছিল। পুত্ৰ কামনা কৰি মহিষী দুগৰাকীক লগত লৈ ৰজা কৈলাশ পৰ্বতলৈ যাত্ৰা কৰিলে। তেওঁলোকে তাত গৈ দেৱাদিদেৱ মহাদেৱক ধ্যান কৰি কঠোৰ তপস্যাত ব্ৰতী হ'ল।

কিছুদিন এইদৰে তপস্যা কৰাৰ পাছত তেওঁলোকে কৈলাশপৰ্বতত মহাদেৱৰ সাক্ষাৎ লাভ কৰিলে। দেৱাদিদেৱ মহাদেৱক দেখা মাত্ৰকে ৰজাই মহিষী দুগৰাকীৰ সৈতে তেওঁৰ চৰণত প্ৰণিপাত কৰিলে আৰু কৃতাঞ্জলি হৈ পুত্ৰ প্ৰাৰ্থনা কৰিলে।

তপস্যাত তুষ্ট মহাদেৱে সগৰ ৰজাক বৰ প্ৰদান কৰিলে— 'ৰজা'! তোমাৰ এগৰাকী মহিষীৰ গৰ্ভত ষাঠি হেজাৰ মহাবল পুত্ৰ জন্ম লাভ কৰিব, আৰু সিহঁত মহাদৰ্পিত হ'ব। সেই কাৰণে সিহঁত একে সময়তে কালৰ কডাল গ্ৰাসত পৰি মৃত্যু বৰণ কৰিব। আন গৰাকী মহিষীৰ গৰ্ভত এটি মাত্ৰ পুত্ৰ জন্মিব আৰু সেই পুত্ৰই তোমাৰ বংশ ৰক্ষা কৰিব।

ভগৱান ৰুদ্ৰই সগৰ ৰজাক এইদৰে বৰ প্ৰদান কৰি সেই ঠাইৰ পৰা অন্তৰ্দ্ধান কৰিলে। মহাৰাজ সগৰেও অভিলাষিত বৰ পাই অতিশয় সন্তুষ্ট হৈ মহিষী দুগৰাকীৰে সৈতে নিজ ভৱনলৈ উভতি যাবলৈ আহিল। কিছুদিন পাছত সগৰ নৃপতিৰ উভয় গৰাকী সহধৰ্মিনীয়ে গৰ্ভধাৰণ কৰিলে। বৈদৰ্ভীয়ে যথাসময়ত এটি লাউ প্ৰসৱ কৰিলে আৰু শৈব্যাৰ গৰ্ভত দেৱতাৰ নিচিনা ৰূপবান এটি পুত্ৰ সন্তানৰ জন্ম হ'ল।

ৰজা সগৰে বৈদৰ্ভীয়ে প্ৰসৱ কৰা লাউটো পৰিত্যাগ কৰিবলৈ ইচ্ছা কৰিলে। এনেতে অন্তৰীক্ষৰ পৰা এটি আকাশবাণী তেওঁৰ কাণত পৰিল। 'ৰজা! তুমি আগপাছ নভবাকৈ সহসা পুত্ৰ ত্যাগ নকৰিবা। তুমি অতি যতনেৰে লাউৰ ভিতৰত পৰা বীজবোৰ উলিয়াই ষাঠি হেজাৰ ভাগত বিভক্ত কৰা আৰু জুইৰ তাপত তপত কৰা ঘিউৰে ষাঠি হেজাৰ কলস পূৰ্ণ কৰি তাত এই বীজবোৰ ভৰাই থোৱা। তেতিয়া তোমাৰ ষাঠি হেজাৰ পুত্ৰ লাভ হব। দেৱাদিদেৱ মহাদেৱে

এই নিয়মেৰেহে তোমৰ পুত্ৰ হোৱাৰ নিৰ্দ্দেশ দিছে। তুমি কেতিয়াও আন কথা নেভাবিবা।"

মহাৰাজ সগৰে সেই দৈৱবাণী শুনি অতিশয় শ্ৰদ্ধাৰে সেই লাউটোৰ ভিতৰৰ পৰা গুটীবোৰ উলিয়াই লৈ ষাঠি হেজাৰ ভাগত ভাগ কৰি বেলেগ বেলেগ ঘৃতপূৰ্ণ কলহত ভৰাই লৈ পুত্ৰ ৰক্ষাৰ বাবে এজনী ধাত্ৰী নিযুক্ত কৰিলে।

বহুদিন অতীত হৈ যোৱাৰ পাছত মহাদেৱৰ অনুগ্ৰহত সেই কলহবোৰৰ ভিতৰত ষাঠি হেজাৰ অমিততেজা পুত্ৰ উৎপন্ন হ'ল। এই পুত্ৰবিলাক অতিশয় দুৰ্দ্দান্ত, অতিশয় ক্ৰুৰ আৰু অতি নিষ্ঠুৰ হৈ উঠিল। যিকোনো সময়ত যিকোনো লোকক সিহঁতে অপমান কৰে; আনকি দেৱতা, গন্ধৰ্ব আৰু ৰাক্ষসবিলাকৰ লগতো বিবাদৰ সৃষ্টি কৰে।

সগৰ সন্তান বিলাকৰ দৌৰাত্ম্যত জনসাধাৰণ ইমান বিৰক্ত হৈ পৰিছিল যে জনসাধাৰণৰ মুখ্য মুখ্য লোকসকলে দেৱতাসকলৰ লগত সন্মিলিত হৈ ব্ৰহ্মাৰ শৰাণাপন্ন হ'ল। সৰ্বলোক পিতামহ ব্ৰহ্মাই সমিধান দিলে যে সগৰ সন্তান বিলাক নিজ নিজ কৰ্ম দোষতে অলপ দিনৰ ভিতৰতে বিনষ্ট হ'ব। দেৱতা সকলে আৰু অন্যান্য জনগণে ব্ৰহ্মাৰ আশ্বাস পাই নিজ নিজ ঘৰলৈ উভতি আহিল।

## কপিলৰ শাপ ঃ

এইদৰে আৰু কিছুদিন অতীত হৈ গ'ল। প্ৰজা সাধাৰণ অতিষ্ঠ হৈ উঠিছে। এনেতে সগৰ ৰজা অশ্বমেধ যজ্ঞত ব্ৰতী হ'ল। যজ্ঞৰ অশ্ব এৰি দিয়া হ'ল। সগৰ ৰজাৰ সেই ষাঠি হেজাৰ পুত্ৰ অশ্ব ৰক্ষাত নিযুক্ত হ'ল। তেওঁলোকে যজ্ঞৰ অশ্বৰ পাছে পাছে গৈ থাকিল।

এসময়ত ৰাজপুত্ৰসকলে সমুদ্ৰৰ নিচিনা আকাৰৰ কিন্তু পানী নথকা এক বৃহৎ খাল দেখিবলৈ পালে। যজ্ঞৰ ঘোঁৰা সেই খালত প্ৰৱেশ কৰিলে আৰু অবিলম্বে অদৃশ্য হৈ গ'ল। দেৱৰাজ ইন্দ্ৰই ৰাক্ষসী মূৰ্তি ধৰি যজ্ঞীয় অশ্বক অপহৰণ কৰি নি মাটিৰ তলত থকা কপিল মুনিৰ আশ্ৰমত লুকাই থ'লে।

ৰাজপুত্ৰবিলাকে যজ্ঞৰ অশ্বৰ সন্ধান উলিয়াব নোৱাৰি ভাবিলে যে সেই ষাঠি হেজাৰ কুমাৰক পৃথিবীৰ সকলো ঠাইতে তন্ন তন্নকৈ বিচাৰিবৰ আদেশ দি পুনঃ সিহঁতক পঠিয়াই দিলে।

সিহঁত পুনৰায় অশ্ব অন্বেষণত বহিৰ্গত হ'ল আৰু সমগ্ৰ পৃথিবীৰ সকলো ঠাইতে অশ্ব অন্বেষণ কৰি ফুৰিলে কিন্তু ক'তো যজ্ঞীয় অশ্ব বা অশ্বৰ অপহাৰকৰ সন্ধান নাপালে। সিহঁত পুনৰায় ঘূৰি আহি ৰজাক নিবেদন কৰিলে— পিতা! আমি আপোনাৰ আদেশত সমুদ্ৰ, দ্বীপ, বন, নদ-নদী, পৰ্বত কন্দৰ সকলো

ঠাইতে পৰিভ্ৰমণ কৰি যজ্ঞৰ ঘোঁৰা অন্বেষণ কৰি ফুৰিলোঁ; কিন্তু অশ্ব অপহাৰকৰ কোনো সন্ধান নাপালোঁ।

সগৰ নৃপতি নিজৰ পুত্ৰবিলাকৰ কথা শুনি ক্ৰোধত অন্ধ হৈ কবলৈ ধৰিলে — তোমালোক তেন্তে চিৰদিনলৈ বিদায় লৈ পুনৰায় অশ্ব অন্বেষণত বাহিৰ হৈ যোৱা। অশ্ব নোপোৱাকৈ ঘূৰি নাহিবা। ক্ৰমে ক্ৰমে একোজনে একো একো যোজনকৈ পুঙ্খানুপুঙ্খৰূপে অনুসন্ধান কৰিবা।

পিতৃৰ আদেশত সিহঁতে পুনৰায় অশ্ব অন্বেষণত সমগ্ৰ পৃথিৱী ভ্ৰমণ কৰিব ধৰিলে। তাৰ পাছত সিহঁতে সমুদ্ৰৰ শুকাই যোৱা বৃহৎ খাল এটাত এটি গাত দেখিবলৈ পালে। সেই গাঁতেদি অপহাৰকে অশ্ব অপহৰণ কৰি নিছে বুলি সন্দেহ কৰি প্ৰত্যেকে একোখন কোদাল লৈ সেই গাঁতৰ চাৰিওফালো খান্দিব ধৰিলে। এই খনন কাৰ্য্যত সমুদ্ৰ ব্যথিত হৈ পৰিল। অসুৰ, ৰাক্ষস, সাপ আৰু অন্যান্য প্ৰাণীবিলাক সগৰ পুত্ৰবিলাকৰ অস্ত্ৰৰ আঘাতত একান্ত জৰ্জ্জৰিত হৈ আৰ্ত্তনাদ কৰি প্ৰাণ ত্যাগ কৰিব ধৰিলে। শত সহস্ৰ জন্তুবিলাকৰ ভিতৰত কাৰো বা ছিন্ন মস্তক, কাৰো বা বিদীৰ্ণ কলেবৰ, কাৰো বা শৰীৰৰ ছাল ছিন্নভিন্ন আৰু কাৰো বা ভগ্ন হাড় দেখিবলৈ পোৱা গ'ল। এই খনন কাৰ্য বহুকাল চলিল, তথাপি যজ্ঞ-অশ্বৰ কোনো সন্ধান নিমিলিল।

তেতিয়া সগৰ পুত্ৰবিলাকে অতিশয় ক্ৰুদ্ধ হৈ সমুদ্ৰৰ পূৰ্বোত্তৰ দেশৰ পাতাল পৰ্যন্ত খনন কৰি দেখিলে যে এখন আশ্ৰমত সেই অশ্ব বিচৰণ কৰি আছে আৰু অসমান্য তেজঃসম্পন্ন মহাত্মা কপিল ঋষি তাত উপস্থিত আছে। অগ্নিৰ নিজৰ শিখাৰে যেনেকৈ প্ৰজ্জ্বলিত হৈ থাকে, সেইদৰে মহাত্মা কপিলদেৱ নিজৰ তেজোৰাশিৰ দ্বাৰা প্ৰদীপ্ত হৈ আছে।

যজ্ঞীয় অশ্বক দেখিবলৈ পাই সগৰ সন্তান বিলাক অতিশয় আনন্দিত হ'ল আৰু মহৰ্ষি কপিলকে অশ্ব অপহাৰক আৰু যজ্ঞ বিৰোধী বুলি স্থিৰ কৰি ক'বলৈ ধৰিলে — "ওৰে দুৰ্ব্বৃত্ত! আমাৰ যজ্ঞ অশ্ব অপহৰণ কৰিছ? আজি তোৰ নিস্তাৰ নাই" বুলি মহৰ্ষিৰ ফালে ধাৱমান হ'ল। মহৰ্ষি কপিল হুঙ্কাৰ দি উঠিল আৰু কোপানলেৰে নয়ন বিকৃত কৰি সিহঁতৰ ফালে দৃষ্টি কৰিলে। মন্দবুদ্ধি সগৰ সন্তানবিলাক ঋষিৰ উদ্দীপ্ত চক্ষুৰ তেজত ভস্মীভূত হৈ গ'ল। নাৰদৰ মুখত মহাৰাজ সগৰে এই মৰ্মবিদাৰক বৃতান্ত শুনিবলৈ পাই বৰ বিমৰ্ষ হৈ পৰিল আৰু কিছু সময় বিমনা হৈ থাকিল।

## সগৰ ৰজাৰ আন পুত্ৰ অসমঞ্জা ঃ

শৈব্যাৰ গৰ্ভত যি পুত্ৰটিৰ জন্ম হৈছিল সেই পুত্ৰটিৰ নাম আছিল অসমঞ্জা। এই অসমঞ্জা অতি দুৰ্দ্দান্ত স্বভাৱৰ হৈছিল। পুৰবাসী সকলৰ ছিবিলাক ল'ৰা

আছিল, কোনো কাৰণত সিহঁতক কান্দি থকা দেখিলেই অসমঞ্জাই গলত টিপামাৰি ধৰি নদীৰ পানীত পেলাই দিছিল। পুৰবাসী সকল ভয়ত ভীত আৰু শোকত একান্ত অভিভূত হৈ সকলো বিলাকে লগলাগি মহাৰাজ সগৰৰ ওচৰ চাপি কৃতাঞ্জলি পুটে গোচৰ দি ক'লে—

'হে মহাৰাজ! আপুনি আমাক সকলো ভয়ৰ পৰা পৰিত্ৰাণ কৰক। আমি আপোনাৰ পুত্ৰ অসমঞ্জাৰ ভয়ত নিতান্ত ভীত হৈছো।'

ৰজাই পৌৰবৰ্গৰ এই দাৰুণ অভিযোগ শুনি ক্ষণকাল বিমনা হৈ চিন্তা কৰিলে আৰু তাৰ পাছত মন্ত্ৰীসকলক ক'লে, — হে মন্ত্ৰীসকল! তোমালোকে যদি মোৰ মঙ্গল কামনা কৰা, তেন্তে অতি সোনকালে অসমঞ্জাক নগৰৰ পৰা নিৰ্ব্বাসিত কৰা।

মন্ত্ৰীসকলে মহাৰাজৰ আদেশ অনুসাৰে তৎক্ষণাত অসমঞ্জাক নগৰৰ পৰা বাহিৰ কৰি দিলে।

ৰজাই পৌৰগণৰ হিতৰ কাৰণে নিজৰ পুত্ৰকে পৰিত্যাগ কৰিলে।

## অসমঞ্জাৰ পুত্ৰ অংশুমান ঃ

মহাৰাজ সগৰে অসমঞ্জাৰ পুত্ৰ অংশুমানক মতাই আনি ক'লে— বাছা'! মই অশ্বমেধ যজ্ঞত ব্ৰতী হৈ আছোঁ। মোৰ ষাঠি হেজাৰ পুত্ৰই মোৰ কাৰণেই কপিলৰ কোপানলত দগ্ধ হৈছে। মই মোৰ ধৰ্ম ৰক্ষা আৰু পুৰবাসী সকলৰ হিত কামনা কৰি তোমাৰ পিতা অসমঞ্জাক পৰিত্যাগ কৰিছোঁ। মোৰ যজ্ঞ অশ্ব এতিয়াও ঘূৰি আহি পোৱা নাই। এইবোৰ কাৰণত মই বৰ মনস্তাপ পাইছোঁ আৰু পৰিতপ্ত হৈছো। যজ্ঞ-বিঘ্ন হোৱা বাবে হতবুদ্ধি হৈছো। অতএব তুমি সেই অশ্ব ঘূৰাই আনি মোক নৰকৰ পৰা বিমুক্ত কৰা।

পিতামহ সগৰৰ বাক্য শুনি অংশুমান বৰ ব্যথিত হল। তেওঁৰ খুৰাক সকলে মাটি খান্দি খান্দি যি পথেদি কপিল মুনিৰ আশ্ৰমলৈ গৈছিল, সেই পথ ধৰি সাগৰ তলিত প্ৰবেশ কৰিলে। তাত গৈ তেওঁ দেখিলে যে ঋষিউত্তম কপিল আশ্ৰমত বহি আছে আৰু যজ্ঞৰ ঘোঁৰা তেওঁৰ ওচৰতে চৰি আছে।

অংশুমানে ভক্তিভাৱে ঋষিৰ চৰণত প্ৰণাম কৰিলে আৰু নিজৰ অহাৰ প্ৰয়োজনৰ কথা ক'লে। মহৰ্ষি কপিল অংশুমানৰ প্ৰতি পৰম পৰিতুষ্ট হ'ল আৰু অংশুমানক ক'লে — হে ভৰতকুল-তিলক। তোমাক কি বৰ লাগে লোৱা।

তেতিয়া অংশুমানে প্ৰথমে যজ্ঞৰ ঘোঁৰাৰ কথা ক'লে আৰু দ্বিতীয়তঃ পিতৃলোক সকলৰ উদ্ধাৰৰ বাবে বৰ প্ৰাৰ্থনা কৰিলে।

মহাতেজা ঋষি কপিলে ক'লে — হে ৰাজপুত্ৰ! তুমি যি দুটা বৰ প্ৰাৰ্থনা

কৰিছা, সেই বৰ দুটা মই নিশ্চয় দিম। তুমি অসধাৰণ ভাগ্যশালী পুৰুষ। তোমাৰ স্বভাৱত ধৰ্মজ্ঞান, ক্ষমাগুণ আৰু সত্য প্ৰতিষ্ঠা লাভ কৰিছে। সগৰ ৰজা তোমাৰ গুণতে কৃতাৰ্থ হৈছে আৰু তোমাৰ পিতৃও তোমাক লাভ কৰি যথাৰ্থ পুত্ৰবান হৈছে। তোমাৰ প্ৰভাৱতে সগৰ সন্তানবিলাকে ধৰ্মলাভ কৰিব। তোমাৰ পৌত্ৰই সগৰ সন্তান বিলাকক পৰিত্ৰাণ কৰিবৰ বাবে দেৱাদিদেৱ মহাদেৱক সন্তুষ্ট কৰি সুৰধুনিক স্বৰ্গৰ পৰা মৰ্ত্তলৈ আনিব। হে ৰাজ পুত্ৰ, তোমাৰ মঙ্গল হওক, তুমি যজ্ঞৰ ঘোঁৰা লৈ গৈ স্বচ্ছন্দে সগৰ ৰজাৰ ওচৰত উপস্থিত হৈ যজ্ঞ সমাপন কৰাগৈ।

মহাত্মা কপিলৰ বাক্য শুনি অংশুমানে ঋষিবৰক পুনঃ প্ৰণাম জনাই যজ্ঞৰ ঘোঁৰা লৈ আহি যজ্ঞশালা পালেহি। যজ্ঞশালাত ঘোঁৰা এৰি থৈ তেওঁ পিতামহ সগৰৰ চৰণ বন্দনা কৰিলে। মহাত্মা সগৰে নাতিয়েক অংশুমানৰ মস্তক আঘ্ৰাণ কৰি মৰম দেখুৱাই আশীৰ্বাদ দিলে। অংশুমানে ৰজাৰ ওচৰত সন্তানবিলাকৰ বিনাশ বৃত্তান্ত আদ্যোপান্ত বৰ্ণনা কৰি ক'লে - মহাৰাজ। যজ্ঞভূমিলৈ যজ্ঞৰ ঘোঁৰা অনা হৈছে।

মহাৰাজ সগৰে সকলো ঘটনা শুনি পুত্ৰশোক পাহৰিলে আৰু পৰম সমাদৰ আৰু ভক্তিআস্থাৰে যজ্ঞ সমাপন কৰিলে। যজ্ঞৰ অনুষ্ঠানত দেৱতাসকলো উপস্থিত আছিল আৰু তেওঁলোকে ৰজাক যথোচিত ভাৱে সন্মানিত কৰিলে। ৰজাই সমুদ্ৰক নিজৰ পুত্ৰত্বত কল্পনা কৰিলে আৰু সমুদ্ৰৰ নাম সাগৰ হৈ গ'ল।

ইয়াৰ পাছত মহাৰাজ সগৰে বহুকাল ৰাজ্য পালন কৰি ধৰ্মাত্মা পৌত্ৰ অংশুমানৰ হাতত সমুদয় ৰাজ্যভাৰ ন্যস্ত কৰিলে। অংশুমানেও পিতামহৰ নাম আৰু আদৰ্শ অনুসৰণ কৰি সসাগৰা ধৰা শাসন কৰিব ধৰিলে। কিছুদিনৰ পাছত দিলীপ নামৰ তেওঁৰ এক পুত্ৰ জন্মিল। অংশুমানে পুত্ৰৰ হাতত ৰাজ্যভাৰ দি পৰলোকলৈ প্ৰস্থান কৰিলে।

ৰজা দিলীপে পূৰ্বপুৰুষসকলৰ নিধন বাৰ্ত্তাত অতিশয় সন্তপ্ত হৈ তেওঁলোকৰ সদ্গতিৰ কাৰণে সুৰধুনি গঙ্গাক আনিবলৈ বহুপ্ৰকাৰ যত্ন চলাইছিল, কিন্তু কোনোক্ৰমে কৃতকাৰ্য হ'ব নোৱাৰিলে। কালক্ৰমত ভগীৰথ নামে দিলীপৰ এক পুত্ৰ জন্মিল। সেই পুত্ৰৰ কাৰো প্ৰতি অসূয়া ভাব নাছিল আৰু সেই পুত্ৰ আছিল শ্ৰীমান, ধৰ্মপৰায়ণ আৰু সত্য বক্তা। যথাসময়ত দিলীপে পুত্ৰক ৰাজ্যত অভিষিক্ত কৰি অৰণ্যলৈ প্ৰস্থান কৰিলে আৰু তাত তপস্যা কৰি তপঃ সিদ্ধ স্বৰ্গলৈ গমন কৰিলে।

## ভগীৰথৰ গঙ্গা আৰাধনা আৰু সাক্ষাৎকাৰ ঃ

চক্ৰৱৰ্ত্তী ৰজা ভগীৰথে সুশাসনেৰে ৰাজ্য পালন কৰি প্ৰজাসকলৰ নয়ন আৰু মনত আনন্দ বৰ্দ্ধন কৰিছিল। তেওঁ কিম্বদন্তীৰ পৰা জানিব পাৰিলে যে পূৰ্ব পিতামহসকল কপিল মুনিৰ দাৰুণ কোপানলত দগ্ধ হৈ স্বৰ্গলৈ যাব পৰা নাই। তেওঁ যৎপৰোনাস্তি দুঃখিত হ'ল আৰু মন্ত্ৰীৰ হাতত ৰাজ্যভাৰ সমাৰ্পন কৰি তপস্যাৰে পাপ খণ্ডন কৰিবৰ আৰু গঙ্গাৰ আৰধনা কৰিবৰ মানস কৰি হিমাচললৈ গমন কৰিলে।

মহাৰাজ ভগীৰথে মহাশৈল হিমালয়ত কেৱল ফলমূল ভক্ষণ কৰি আৰু জল পান কৰি থাকি কঠোৰ তপস্যাত ব্ৰতী হ'ল। বহু বছৰ গঙ্গাৰ আৰাধনা কৰিলে। ভগীৰথৰ অক্লান্ত তপস্যা আৰু আৰাধনাত সন্তুষ্টা হৈ স্বয়ং গঙ্গা মূৰ্ত্তিমতী হৈ ভগীৰথৰ সন্মুখত উপস্থিত হ'ল। তেতিয়া ভগীৰথে সাষ্টাঙ্গে গঙ্গাদেৱীক প্ৰণতি জনাই কৰপুটে থিয় দি থাকিল।

গঙ্গাদেৱীয়ে তেওঁক সুধিলে— 'তুমি মোৰ ওচৰত কি প্ৰাৰ্থনা কৰা? মই তোমাক কি দিব লাগিব?'

ৰজা ভগীৰথে গঙ্গাৰ প্ৰশ্নৰ উত্তৰত ক'লে — হে বৰদে! সগৰ ৰজাৰ ষাঠি হেজাৰ সন্তান যজ্ঞৰ ঘোঁৰা বিচাৰি যাওঁতে কপিলদেৱৰ কোপানলত ভষ্মীভূত হৈছে। তেওঁলোক মোৰ পূৰ্বপিতামহ। তেওঁলোকৰ অকাল মৃত্যু হোৱা বাবে স্বৰ্গলাভ হোৱা নাই। তেওঁলোকৰ ভষ্মীভূত দেহ যেতিয়ালৈকে আপোনাৰ পবিত্ৰ জলেৰে অভিষিক্ত নহয়, তেতিয়ালৈকে তেওঁলোকৰ সদগতি নহয়। হে মাতৃ! মই সেই পূৰ্ব পিতামহ সগৰ সন্ততি বিলাকৰ স্বৰ্গলাভৰ বাবে আপোনাৰ পৃথিবীত অৱতৰণৰ প্ৰাৰ্থনা কৰিছো।

পতিত পাৱনী গঙ্গাই ভগীৰথৰ প্ৰাৰ্থনাত সন্তুষ্ট হৈ ক'লে— হে ৰাজন! মই নিঃসন্দেহে তোমাৰ বাসনা পূৰণ কৰিম; কিন্তু মই যেতিয়া স্বৰ্গৰ পৰা পৃথিবীত নিপতিত হ'ম, তেতিয়া মোৰ বেগ ধাৰণ কৰা কঠিন হৈ পৰিব। এই তিনিওলোকৰ ভিতৰত দেৱাদিদেৱ মহাদেৱ ব্যতীত এনে কোনো ব্যক্তি নাই যে মোৰ বেগ ধাৰণ কৰে। মোৰ পতন সময়ত তেওঁ মস্তকৰ দ্বাৰা সেই বেগ ধাৰণ কৰি তোমাৰ পিতৃসকলৰ হিতাৰ্থে অৱশ্যেই তোমাৰ অভিলাস পূৰণ কৰিব।

মহাৰাজ ভগীৰথে গঙ্গাৰ আদেশ অনুসাৰে কৈলাস পৰ্বতলৈ গৈ কঠোৰ তপত ব্ৰতী হৈ ভগৱান ভৱানীপতিক পৰিতুষ্ট কৰি নিজ পিতৃলোক সকলৰ স্বৰ্গপ্ৰাপ্তিৰ নিমিত্তে গঙ্গা ধাৰণৰ বৰ প্ৰাৰ্থনা কৰিলে।

## তপস্যা তুষ্ট শিৱৰ গঙ্গাবেগ ধাৰণ ঃ

ভগৱান ভৱানীপতিয়ে ভগীৰথৰ প্ৰাৰ্থনা পূৰণত দেৱকাৰ্য নিহিত আছে বুলি ভাবি গঙ্গাৰ বেগ ধাৰণত সন্মত হৈ ভগীৰথক ক'লে— হে মহাভাগ! মই তোমাৰ প্ৰাৰ্থনা অনুসাৰে স্বৰ্গৰ পৰা পতিত হোৱা পৰম পৱিত্ৰ দেৱনদী গঙ্গাক ধাৰণ কৰিম। অতঃপৰ ভগৱান ভূত-পতিয়ে ভগীৰথক এই সমিধান দি অস্ত্ৰ শস্ত্ৰধাৰী পাৰিষদবৰ্গৰে পৰিবৃত হৈ হিমাচললৈ গমন কৰিলে। তাত উপস্থিত হৈ ভূতনাথে ভগীৰথক ক'লে হে মহাবাহো! এতিয়া তুমি গঙ্গাক স্বৰ্গৰ পৰা নিপতিত হ'বলৈ কোৱা, মই তেওঁক ধাৰণ কৰিম।

তেতিয়া মহাৰাজ ভগীৰথে মহাদেৱৰ আদেশ শুনি একাগ্ৰচিত্তে গঙ্গাক ধ্যান কৰিবলৈ ধৰিলে। তেতিয়া সুৰধুনী গঙ্গাই ভগীৰথক ধ্যান কৰিবলৈ ধৰা দেখি আৰু মহাদেৱক সমুপস্থিত হোৱা দেখি সহসা আকাশৰ পৰা বিচ্যুত হ'ল। গঙ্গা স্বৰ্গৰ পৰা অৱতৰণ কৰিব ধৰিছে বুলি গম পাই দেৱতা, ব্ৰাহ্মণ, মহৰ্ষি, গন্ধৰ্ব, যক্ষ, ৰাক্ষস উৰগ আদি সকলোৱে কৌতুহলী হৈ চাবলৈ আহিল। তেতিয়া নানা তৰহৰ মাছ আৰু ঘৰিয়াল আদি জল-জন্তু সমূহৰে পৰিপূৰ্ণা গঙ্গা নদী স্বৰ্গৰ পৰা নিপতিত হ'বলৈ ধৰিলে। পতনৰ সময়ত গঙ্গাই চিন্তা কৰিছিল যে মই প্ৰৱল প্ৰৱাহেৰে শঙ্কৰক লৈ ৰসাতলত প্ৰৱেশ কৰিম। শঙ্কৰে গঙ্গাৰ অভিপ্ৰায় বুজিব পাৰি অন্তৰে অন্তৰে কুপিত হৈ নিজৰ জটা জালেৰে তেওঁক গোপন কৰি ৰাখিলে। জাহ্নবীয়ে চেষ্টা কৰিও বাহিৰলৈ ওলাই আহিব নোৱাৰিলে। গঙ্গা এইদৰে বহুকাল শিৱৰ জটামণ্ডলত ভ্ৰমণ কৰি থাকিল।

ৰজা ভগীৰথে তাকে দেখি পুনৰায় তপস্যা আৰম্ভ কৰিলে। তেওঁৰ তপস্যাত তুষ্ট হৈ গঙ্গাধৰ মহাদেৱে জটা জালৰ পৰা গঙ্গাক নিষ্কাশিত কৰি দিলে। শূলপাণিয়ে আকাশৰ মেখলাৰূপে থকা গঙ্গাক মুক্তাময়ী মালাৰ দৰে কৈ ললাটত ধাৰণ কৰিলে। গঙ্গা ত্ৰিধাৰা হৈ বৈ যাব ধৰিলে।

সুৰধুনী গঙ্গা এইদৰে স্বৰ্গৰ পৰা পৃথিৱীত অৱতীৰ্ণা হৈ ভগীৰথক ক'লে— হে মহাৰাজ! মই স্বৰ্গৰ পৰা তোমাৰ নিমিত্তেই পৃথিৱীলৈ নামি আহিছোঁ। এতিয়া মই কোন পথেদি গমন কৰিম সেই নিৰ্দেশ মোক দিয়া। ভগীৰথে পথ নিৰ্দেশ কৰি লগে লগে গৈ থাকিল।

এই সময়ত গঙ্গাৰ বেগ কোনো ঠাইত দ্ৰুত, কোনো ঠাইত কুটিল, কোনো ঠাইত বহল, ক'তো বা ভাটি আৰু ক'তো বা উজনি হৈ প্ৰৱাহিত হৈছিল। মাজে মাজে স্থান বিশেষে বা আন জলধাৰা সংযোগত বাধা পাইছিল। কোনো কোনো ঠাইত জলপ্ৰবাহ উৰ্দ্ধমুখী হৈ পুনৰায় পৃথিৱীত পৰিছিল।

শঙ্কৰৰ শিৰৰ পৰা পৰিভ্ৰষ্ট, সৰ্বপাপ প্ৰনাশনকাৰী সেই সুৰধুনীৰ পানী

পৃথিৱীত পৰি নিৰ্মল শোভা পাবলৈ ধৰিলে। তেতিয়া এই পৱিত্ৰ পানী গন্ধৰ্ব আৰু ঋষিসকলে স্পৰ্শ কৰিলে। যিবিলাক জীৱ উৰ্দ্ধগতিৰ পৰা অধোগতি পাইছিল, সেই জীৱবিলাকেও পৱিত্ৰ জল স্পৰ্শ কৰি পাপ ক্ষালণ কৰি মুক্ত হৈ গৈছিল। সেই জীৱবিলাক পুনৰ্ব্বাৰ স্বৰ্গলৈ গমন কৰিছিল।

ভগীৰথে যি পথ দেখুৱাই দি গৈ আছিল ভাগীৰথীয়েও সেই পথে দি গৈ আছিল। তাৰ পাছত এক বিচিত্ৰ ঘটনা ঘটিল।

ত্ৰিলোকপাৱনী গঙ্গা গৈ গৈ বিচিত্ৰ কৰ্ম্মা জহ্নুমুনিৰ যজ্ঞক্ষেত্ৰত সবেগে উপস্থিত হ'ল। গঙ্গা আহি পোৱা মাত্ৰকে ঋষিৰ উপস্থিতিতে তেওঁৰ যজ্ঞস্থল প্লাৱিত হৈ গ'ল। ই গঙ্গাৰ গৰ্বভাৱ বুলি ভাবি জহ্নুমুনি ৰোষাবিষ্ট হ'ল আৰু নিমিষতে জাহ্নবীৰ সমস্ত জল পান কৰি পেলালে। তাকে দেখি দেৱতা, গন্ধৰ্ব আৰু ঋষিসকল অতিশয় বিস্মিত হ'ল। তেতিয়া তেওঁলোকে ঋষিক স্তুতিবাদ কৰি ক'লে — এই সৰিদ্বৰা গঙ্গা আপোনাৰ কন্যা হ'ল।

তেতিয়া জহ্নুমুনি তুষ্ট হৈ নিজৰ কাণৰ ফুটাই দি জাহ্নৱীক নিস্কাশিত কৰি দিলে। তেতিয়াৰ পৰা জাহ্নৱী জহ্নুকন্যা বুলি জনাজাত হ'ল।

## সগৰ সন্তানৰ উদ্ধাৰ ঃ

তাৰ পাছত গঙ্গা পুনৰ্বাৰ ভগীৰথৰ অনুগামী হৈ সমুদ্ৰত সংমিশ্ৰিত হ'ল। অৱশেষত তাৰ পৰা ৰসাতলত প্ৰৱেশ কৰিলে। ৰজা ভগীৰথে তেওঁৰ পূৰ্ব পুৰুষসকলৰ উদ্ধাৰৰ বাবে অতিশয় যত্নেৰে গঙ্গাক তালৈ লৈ গ'ল। সগৰ সন্তানসকল ভস্মীভূত হৈ যোৱাত ভস্মবোৰ তাত পৰি আছিল। গঙ্গাই সেই ভস্মবিলাক প্লাবিত কৰি দিয়াত সগৰ সন্তানবিলাক নিষ্পাপ হৈ দেৱলোকলৈ গমন কৰিলে।

(আজিও গঙ্গানদী সঁচাকৈয়ে পতিত পাৱনী হৈয়ে আছে। আৰু পৃথিৱীৰ ভিতৰ একমাত্ৰ মহিমাময়ী নদী। ইয়াত সন্নিহিত কৰা সগৰ ৰজাৰ বিৱৰণী ঐতিহাসিক; কল্পনামূলক উপন্যাস নহয়। সমুদ্ৰই সাগৰ নাম সগৰৰ পৰাই পাইছে। গঙ্গাৰ পানীত ৰোগৰ বীজাণু ছয় ঘন্টাতকৈ বেছি সময় বাঁচি নাথাকে— ই বিজ্ঞান পৰীক্ষিত সত্য)

# বিশ্বামিত্ৰ

(ভাৰতীয় কৃষ্টি সভ্যতাৰ বিবৰণীত বিশ্বামিত্ৰই এটি প্ৰধান স্থান অধিকাৰ কৰি আছে। বিশ্বামিত্ৰ একালত ৰজা আছিল, পাছত নিজ তপস্যা বলত মহৰ্ষি হয়। এই বিশ্বামিত্ৰৰ চৰিত্ৰ কাল্পনিক নহয — ই এটি ঐতিহাসিক চৰিত্ৰ। এই বিৰাট চৰিত্ৰৰ আংশিক বিৱৰণহে এই ৰচনাত ঠাই পাইছে। এই ৰচনাত সন্নিহিত যোগবল অলৌকিক হ'লেও বাস্তৱ। পাতঞ্জল যোগ দৰ্শনত ইয়াৰ প্ৰমাণ পৃষ্ঠাই পৃষ্ঠাই আছে। ই আৰব্য উপন্যাসৰ অলীক ঘটনা যেন বোধ হলেও ই বাস্তৱ আৰু ভাৰতৰ ঋষিসকলৰ তপোবল সিদ্ধ অমূল্য সম্পদ। যোগবলৰ অলৌকিক শক্তি আজিও সাধক মহাপুৰুষসকলৰ জীৱন ধাৰাত বৰ্তি আছে।)

## দৈৱ-নিবন্ধন ঃ

যোগসিদ্ধ পুৰুষসকলে ভূত, বৰ্তমান আৰু ভৱিষ্য ত্ৰৈকালিক সকলো ঘটনা আৰু ঘটনা পৰম্পৰা অনুভৱৰ দ্বাৰাই বুজি পায়। বিশ্বামিত্ৰ চৰিত্ৰত এনে ভৱিষ্যত পৰাম্পৰাৰ কথা মহাযোগী চ্যৱন মুনিয়ে বিশ্বামিত্ৰৰ জন্ম হোৱাৰ পূৰ্বে বুজি পাইছিল।

মহৰ্ষি চ্যৱনে অনুধাবন কৰি বুজি পাইছিল যে ক্ষত্ৰিয় কুশিক বংশৰ পৰা চ্যৱণৰ ব্ৰাহ্মণ বংশত ক্ষত্ৰিয় ধৰ্মৰ সঞ্চাৰ হ'ব। ক্ষত্ৰিয় ধৰ্ম বংশত সঞ্চাৰিত হ'লে ক্ষত্ৰিয়ৰ সমস্ত গুণ-দোষ আৰু বলাবল নিজ বংশত উদ্ভৱ হ'ব এইটোকে অনুমান কৰি তেওঁ কুশিক বংশ একেবাৰে ভস্মসাৎ কৰিবৰ সিদ্ধান্ত গ্ৰহণ কৰিলে।

তাৰ পাছত তেওঁ মহাৰাজ কুশিকৰ ওচৰলৈ আহি প্ৰস্তাৱ কৰিলে যে তেওঁ কিছুদিন মহাৰাজৰ সঙ্গত ৰাজভৱনত বাস কৰিব খোজে। ৰজাৰ সম্মতি আছে নে নাই সুধিলে।

কুশিকে চ্যৱণৰ প্ৰশ্নৰ উত্তৰত ক'লে — ভগৱান। বিবাহৰ সময়ত কন্যা সম্প্ৰদান কৰোঁতে এনে নিয়ম বান্ধি দিয়া হয় যে কন্যা নিৰন্তৰ স্বামীৰ সহিত বাস কৰিব। ফলতঃ পত্নী ভিন্ন আন কোনোৱে কাৰো লগত নিৰন্তৰ বাস কৰিব নোৱাৰে। সি ধৰ্মৰ অনুমোদিত নহয়; তথাপি আপোনাৰ যদি মোৰ লগত বাস কৰিবৰ ইচ্ছা হৈছে, তেন্তে মই নিশ্চয় সেই বিষয়ে সম্মতি দিব লাগিব। এই বুলি কৈ কুশিকে মহৰ্ষি চ্যৱণক পাদ্য অৰ্ঘ্যাদিৰে পূজা কৰি নিজৰ ৰাজ সিংহাসনত বহিবলৈ ক'লে — মই আৰু মোৰ পত্নী আপোনাৰ একান্ত অধীন হৈছোঁ। এতিয়া

আপোনাক কেনেদৰে সেৱা কৰিব লাগিব কওক। মোৰ এই ৰাজপ্ৰাসাদ, ৰাজ্য আৰু ধৰ্ম্মাসন আপোনাৰ অধিকাৰত থাকিব, আপুনি ৰজা হৈ ৰাজ্য শাসন কৰক। আমি কেৱল আপোনাৰ আশ্ৰিত হৈ থাকিম।

## সপত্নীক কুশিকৰ চ্যৱণ পৰিচৰ্য্যা ঃ

মহাৰাজ কুশিকে এইদৰে বিনয় প্ৰকাশ কৰাত মহৰ্ষি চ্যৱণ অতিশয় সন্তুষ্ট হৈ ক'লে — মই ৰাজ্য, ধন বা স্ত্ৰী সমূলি ইচ্ছা নকৰো। মোৰ কি অভিলাষ সেইটো কওঁ শুনা। মোৰ একমাত্ৰ ইচ্ছা যে তোমালোকে উভয়ে আকুণ্ঠিত ভৱে মোৰ সেৱা কৰিবা।

ৰজা আৰু ৰাণী উভয়ে সেই কামত মান্তি হ'ল আৰু মহৰ্ষি চ্যৱণক এটি অতি উৎকৃষ্ট গৃহলৈ নি ব্যৱহাৰোপযোগী বস্তুবোৰ দেখুৱাই দি ক'লে— ভগৱন! আপোনাৰ এই শয্যা প্ৰস্তুত হৈ আছে, আপুনি স্বচ্ছন্দে ইয়াত বহক আৰু আপোনাৰ কি কি কাৰ্য্য কৰিব লগে আমাক আদেশ কৰক।

ইতিমধ্যে সন্ধাকাল উত্তীৰ্ণ হৈ গৈছে, তেতিয়া মহৰ্ষি চ্যৱণে অন্ন আৰু পানীয় আনিবলৈ কুশিকক আদেশ কৰিলে। ৰজাই সুধিলে আপোনাক কি খাদ্য আৰু কি পানীয় দিব লাগিব? মহৰ্ষি চ্যৱণে ক'লে — তোমাৰ ঘৰত যি অন্ন আৰু পানীয় প্ৰস্তুত আছে, তাকেই আনা।

মহৰ্ষিৰ বাক্য শিৰোধাৰ্য কৰি ঘৰত সিদিনা যি অন্ন খাদ্য প্ৰস্তুত আছিল আৰু যি পানীয় (চৰৱত আদি) আছিল তাকে অতি সমাদৰেৰে ঋষিৰ ওচৰত উপস্থিত কৰিলে। ঋষিয়ে পান ভোজন কৰি সন্তুষ্ট হ'ল আৰু শয়নগৃহত থকা সু-প্ৰশস্ত ৰমনীয় শয্যাত শয়ন কৰি ক'লে — মই এতিয়া নিদ্ৰা যাম। মোৰ নিদ্ৰিত অৱস্থাত মোক নজগাবা আৰু তোমালোকে নিৰন্তৰ জাগৰিত থাকি মোৰ পদসেৱা কৰিবা। কুশিকে নিৰ্বিচাৰে সেই আদেশ শিৰোধাৰ্য কৰিলে।

মহৰ্ষি নিদ্ৰিত হ'ল, ৰাতিপুৱাই গ'ল; তথাপি মহৰ্ষি জাগৃত নহ'ল। ৰজা ৰাণীয়েও নজগালে। তেওঁলোকে আহাৰ নিদ্ৰা পৰিত্যাগ কৰি প্ৰসন্ন মনে ঋষিৰ পৰিচৰ্যা কৰিলে।

এইদৰে একৈশ দিন অতিবাহিত হ'ল। একৈশ দিনৰ মূৰত মহৰ্ষি স্বয়ং শয্যাৰ পৰা উঠিল। শয্যাৰ পৰা উঠি কাকো একো নোকোৱাকৈ শয়ন ঘৰৰ পৰা ওলাই গ'ল। ৰজা আৰু ৰাণী ক্ষুধাত আৰু পৰিচৰ্য্যাজনিত পৰিশ্ৰমত নিতান্ত ক্লান্ত হৈ তেওঁৰ অনুসৰণ কৰিলে; কিন্তু মহৰ্ষি চ্যৱণে তেওঁলোকৰ ফালে এবাৰো দৃষ্টি নকৰিলে। কিছুসময়ৰ পাছত গৈ থাকোঁতে গৈ থাকোঁতে মহৰ্ষি তেওঁলোকৰ সমুখতে অন্তৰ্হিত হ'ল। তাকে দেখি ৰজা অত্যন্ত দুঃখিত হৈ হঠাতে মাটিত পৰি গ'ল। ৰাণীয়ে প্ৰৱোধ দি তেওঁক আশ্বস্ত কৰিলে।

## ৰজাৰ পৰিচৰ্য্যা পৰীক্ষা ঃ

মহৰ্ষি চ্যৱণ অন্তৰ্হিত হোৱাৰ পাছত মহাৰাজ কুশিকে ভাৰ্যাৰে সৈতে নানা ঠাইত তেওঁক অন্বেষণ কৰিলে, কিন্তু তেওঁক বিচাৰি নাপালে। ৰজা-ৰাণী উভয় বৰ লজ্জিত হৈছে আৰু অত্যন্ত পৰিশ্ৰান্ত হৈ মানসিক চেতনা যেন হেৰুৱাই পেলাইছে। এনে অৱস্থাত তেওঁলোক ঘূৰি আহি মনে মনে মহৰ্ষিৰ কাৰ্য চিন্তা কৰি কৰি শয়ন গৃহত সোমাল। গৃহত প্ৰৱেশ কৰা মাত্ৰকে তেওঁলোকে মহৰ্ষি চ্যৱণক দেখিবলৈ পালে। তেওঁ শয্যাৰ আনটো ফালত আগৰ দৰে টোপনি গৈ আছে। তেওঁৰ এই অলৌকিক কাৰ্য দেখি ৰজা-ৰাণীৰ বিস্ময়ৰ সীমা পাৰ হৈ গৈছিল। তাৰ পাছত তেওঁলোকে যথাস্থানত বহি মহৰ্ষিৰ পদসেৱা কৰিব ধৰিলে।

তাৰ পাছত পুনৰায় একৈশ দিন পাৰ হৈ যোৱাতহে মহৰ্ষি স্বয়ং জাগি উঠিল। ৰজা আৰু ৰাণীয়ে মহৰ্ষিক বহুদিনৰ মূৰত জাগ্ৰত হোৱা দেখিও মনত একো বেজাৰ ভাৱ অনা নাছিল। তেওঁলোকে ইমান দিন অনাহাৰে আৰু অনিদ্ৰাৰে মহৰ্ষিৰ চৰণসেৱা কৰিয়ে আছিল।

মহৰ্ষি চ্যৱণে শয্যাৰ পৰা উঠি ক'লে — মোৰ গা ধুবৰ ইচ্ছা হৈছে, তোমালোকে মোৰ সৰ্ব শৰীৰত তেল ঘঁহি দিয়া। তেতিয়া ৰজা কুশিকে একশ বাৰ পাক কৰি বিশুদ্ধ কৰা মহামূল্য তৈল আনি সৰ্ব শৰীৰত মৰ্দন কৰি দিলে। তেওঁলোক নিতান্ত ক্ষুধাৰ্ত আৰু পৰিশ্ৰান্ত হৈও তৎক্ষণাত ঋষিৰ আদেশ পালন কৰিলে। তৈল মৰ্দনত বহু সময় অতীত হৈছিল, তথাপি, মহৰ্ষিয়ে দেখিলে যে তেওঁলোক ভিন্ন মাত্ৰও বিৰক্ত হোৱা নাই; তেতিয়া তেওঁ সহসা থিয় দি উঠি স্নান ঘৰত প্ৰৱেশ কৰিলে। স্নান ঘৰত স্নানৰ উপযুক্ত বিবিধ স্নানীয় দ্ৰব্য আছিল কিন্তু মহৰ্ষিয়ে সেইবোৰ বস্তুৰ একোকে স্পৰ্শ নকৰি ৰজাৰ সমুখতে অন্তৰ্হিত হ'ল। সেইটো দেখিও ৰজা আৰু ৰাণী অকণমানো বিৰক্ত নহ'ল। কিছুসময়ৰ পাছত তেওঁলোকে দেখিলে যে মহৰ্ষি চ্যৱণে স্নান কৰি আহি সিংহাসনত উপবিষ্ট হৈছে।

তেতিয়া তেওঁলোক দুয়ো অতিশয় সন্তুষ্ট হৈ নিৰ্বিকাৰ চিত্তে মহৰ্ষিক সম্বোধন কৰি ক'লে— ভগৱান! আপোনাৰ অনুমতি হ'লে আপোনাৰ নিমিত্তে সিদ্ধান্ন ভোগ আনিব পাৰোঁ।

মহৰ্ষি চ্যৱণে কুশিকক সম্বোধন কৰি ক'লে— মহাৰাজ! তোমাৰ ঘৰত যি যি খাদ্য বস্তু আছে সকলোবোৰ শীঘ্ৰে লৈ আহা।

মহৰ্ষিয়ে সেইদৰে কোৱা মাত্ৰকে ৰজা ৰাণী উভয়ে অতিশীঘ্ৰে সিদ্ধান্ন ভোগ, বিবিধ মাংস আৰু তৰকাৰী, ৰসত ভিজোৱা পিঠা, ৰসবড়া, ৰসগোল্লা, বিচিত্ৰ ধৰণৰ লাড়ু, মুণিভোগ্য আৰু গৃহস্থ ভোগ্য ৰাশি ৰাশি ফলমূল ইত্যাদি আনি তেওঁৰ আগত সংস্থাপিত কৰিলে।

তাৰ পাছত মহৰ্ষি চ্যৱনে স্বয়ং তেওঁৰ শয্যা, বহা কম্বল আসন আৰু বহুমূল্য আৰু মহাৰ্ঘ বস্ত্ৰসমূহ আনি সেই ভোজ্য দ্ৰব্যৰ লগত একত্ৰিত কৰি তাত অগ্নি সংযোগকৰি দিলে। মহাৰাজ কুশিক আৰু মহিষীয়ে সেইটো দেখিও তিলমাত্ৰও ক্ৰোধ প্ৰকাশ নকৰিলে। তাৰ পাছত তেওঁলোক দুয়োজনৰে সমুখতে পুনৰ্বাৰ অন্তৰ্হিত হ'ল। ৰজা আৰু ৰাণী তাতো অকণমানো বিৰক্তি ভাৱ নল'লে।

পাছদিনা ৰাতিপুৱা মহৰ্ষি চ্যৱণ পুণঃ ৰজাৰ সমীপত উপস্থিত হ'ল আৰু তেওঁৰ আজ্ঞাক্ৰমে বিবিধ স্থানীয় দ্ৰব্য, বিবিধ প্ৰকাৰ অন্ন, শয্যা আৰু বস্ত্ৰ সংগৃহীত হ'ল আৰু সেইবোৰ দ্ৰব্যও পূৰ্বৰ দৰে তেওঁ জুই লগাই দি পুৰি পেলালে। এই দৰে ঊনপঞ্চাশ দিন অতীত হৈ গ'ল; কিন্তু ভগৱান চ্যৱণ ঋষিয়ে কোনো ৰূপেই ৰজাৰ কোনো ছিদ্ৰ ধৰিব নোৱাৰিলে। তেতিয়ালৈকে ৰজা-ৰাণী অনাহাৰে আছে। পঞ্চাশ দিনৰ দিনা চ্যৱণ ঋষি কুশিকৰ ওচৰলৈ আহি ক'লে তুমি আৰু তোমাৰ মহিষী দুয়ো অবিলম্বে মোক ৰথত তুলি সেই ৰথ টানি মোক বহন কৰি লৈ যোৱা। মই য'লৈকে যাব খোজো তালৈকে তোমালোকে ৰথ লৈ যাব লাগিব।

মহৰ্ষিয়ে এই কথা কোৱা মাত্ৰকে কুশিকে নিঃশঙ্কচিত্তে তেওঁৰ বাক্য শিৰোধাৰ্য কৰি ক'লে, ভগৱন! মোৰ ফুৰিবলৈ যোৱা ৰথ আৰু সংগ্ৰাম কৰিবলৈ যোৱা ৰথ এই দুই প্ৰকাৰ ৰথ আছে। আদেশ কৰক, মই কোন প্ৰকাৰ ৰথ আনিম?

মহৰ্ষিয়ে ক'লে — তুমি বিবিধ অস্ত্ৰ-শস্ত্ৰ থকা, সোণৰ লাঠি সমন্বিত স্তম্ভযুক্ত দ্বাৰশোভিত আৰু ঘন্টা সমূহেৰে সুশোভিত সাংগ্ৰামিক ৰথ আনা। মহাৰাজ কুশিকে চ্যৱণৰ আজ্ঞাক্ৰমে সাংগ্ৰামিক ৰথ সুসজ্জিত কৰি আনি সেই ৰথৰ বাওঁফালে ভাৰ্য্যাক যোজিত কৰি স্বয়ং তাৰ দক্ষিণ ফালে যোজিত হ'ল।

মহাৰাজ কুশিক এইদৰে ভাৰ্য্যাৰ সহিত ৰথত যোজিত হোৱাৰ পাছত মহাত্মা চ্যৱণ ৰথত আৰোহণ কৰি নিজৰ হাতত হীৰাৰে নিৰ্মিত ত্ৰিদণ্ড যুক্ত আৰু অগ্ৰভাগ জোঙা এডাল চাবুক হাতত ললে। তেতিয়া ৰজাই চ্যৱনক সম্বোধন কৰি ক'লে — ভগবান! এতিয়া ৰথলৈ কোন ঠাইলৈ যাব লাগিব আদেশ কৰক। আপুনি যি ঠাইলৈকে যাবলৈ ইচ্ছা কৰে আপোনাৰ ৰথ সেই ঠাইতে উপনীত হ'ব।

তেতিয়া মহৰ্ষি চ্যৱণে ৰজাক ক'লে - তুমি সকলোলোকৰ সমুখেদি লাহে লাহে ৰথ লৈ যোৱা মই যেন পৰিশ্ৰান্ত নোহোৱাকৈ পৰম সুখে যাব পাৰোঁ। বাটত যিবিলাক পথিক মোৰ ওচৰত উপস্থিত হব আৰু যিসকল ব্ৰাহ্মণে মোৰ ওচৰত ধন প্ৰাৰ্থনা কৰিব, মই যেন তেওঁলোকক অপৰিমিত ধন-ৰত্ন দিব পাৰোঁ। যাতে মোৰ অভিলাষ পূৰ্ণ হয়, তুমি অচিৰে সেই ব্যৱস্থা কৰা।

তেতিয়া মহাৰাজ কুশিকে ভৃত্যবিলাকক মতাই আনি ক'লে এই মহৰ্ষিয়ে যেতিয়া যি বস্তু খোজে তোমালোকে নিঃশঙ্কচিত্তে তৎক্ষণাৎ সেই বস্তু আগবঢ়াই দিবা। ৰজাই এইদৰে আদেশ কৰাত ভৃত্যবিলাকে অবিলম্বে অসংখ্য ৰত্ন, স্ত্ৰী, বাহন, ছাগলী মেষ আদি পশু, সোণৰ অলঙ্কাৰ, সোণৰ মুদ্ৰা আৰু পৰ্বতাকাৰ হাতীবোৰ লৈ ৰথৰ পাছে পাছে যাবলৈ সাজু হ'ল। অমাত্যবিলাকো ৰজাৰ পাছে পাছে যাবলৈ সাজু হ'ল। তেতিয়া মহৰ্ষি চ্যৱনে তীক্ষ্ণাগ্ৰ চাবুকেৰে আকস্মিকে ৰজা আৰু ৰাণীক প্ৰহাৰ কৰি তেওঁলোকৰ পিঠি আৰু গাল ক্ষত বিক্ষত কৰিলে। তাকে দেখি নগৰবাসীসকলে কাতৰস্বৰে হাহাকাৰ কৰিবলৈ ধৰিলে, কিন্তু সেই সময়ত ৰজা আৰু ৰাণীৰ মনত কোনো প্ৰকাৰ ক্ৰোধ বা বিকাৰ উপস্থিত হোৱা নাছিল। তেওঁলোকে পঞ্চাশ দিন উপবাসী থাকিও মহৰ্ষিৰ প্ৰহাৰ সহ্য কৰিও কঁপি থকা দেহেৰে অতি কষ্টে তেওঁক বহন কৰি গৈ থাকিল।

তাৰ পাছত মহৰ্ষি চ্যৱনে পুনৰ্বাৰ সেই চাবুকেৰে ৰজা আৰু ৰাণীৰ দেহত আঘাত কৰি দেহ ৰুধিৰাক্ত কৰিলে। সেই ৰুধিৰাক্ত দেহ ফুলি থকা পলাশ গছৰ নিচিনা শোভা পাবলৈ ধৰিলে। পৌৰ বৰ্গই তেওঁলোকৰ তেনে দুৰৱস্থা দেখি যাৰপৰনাই শোকাকুল হৈও ঋষিৰ অভিশাপৰ ভয়ত একোকে কবলৈ সাহ নকৰিলে। সেই সময়ত তেওঁলোকে পৰস্পৰে পৰস্পৰক সম্বোধন কৰি ক'বলৈ ধৰিলে — চোৱা, মহাত্মা চ্যৱনৰ কি আশ্চৰ্য তপোবল। আমি ক্ৰুদ্ধ হৈও তেওঁৰ প্ৰতি দৃষ্টিপাত কৰিবলৈ সমৰ্থ হোৱা নাই। ৰজা-ৰাণীৰ ধৈৰ্যও সামান্য নহয়। তেওঁলোকে পৰিশ্ৰান্ত হোৱাতো তেওঁলোকৰ মনত মহৰ্ষিয়ে বিৰক্তি ভাব জগাই তুলিব পৰা নাই।

## পৰিচৰ্য্যা-তুষ্ট চ্যৱনৰ প্ৰসন্নতা ঃ

সেই সময়ত ভৃগুনন্দন চ্যৱনে সেই ৰাজদম্পতিক বিকাৰ-শূন্য দেখি কুবেৰৰ দৰে দৰিদ্ৰবিলাকক অজস্ৰ ধন দান কৰিব ধৰিলে। ৰজা কুশিকে তাতো কিঞ্চিৎ মাত্ৰও বিৰক্ত নহৈ মহৰ্ষিৰ আদেশ মানি আগৰ দৰে ৰথ বহন কৰি যাব ধৰিলে।

তেতিয়া মহৰ্ষি যাৰপৰনাই সন্তুষ্ট হৈ ৰথৰ পৰা নামি সেই ৰাজদম্পতিক ৰথৰপৰ মুক্ত কৰি মধুৰ বাক্যৰে ক'বলৈ ধৰিলে— হে মহাৰাজ! মই তোমাৰ আৰু তোমাৰ পত্নীৰ কাৰ্য দেখি অতিশয় প্ৰীতি লাভ কৰিছোঁ। এতিয়া তোমালোকে যি বৰ প্ৰাৰ্থনা কৰা মই তাকে দিম। মহৰ্ষিয়ে এই বুলি কৈ তেওঁলোকৰ বেদনা পোৱা কোমল শৰীৰত হাত বুলাই দিব ধৰিলে।

তেতিয়া ৰজাই তেওঁক সম্বোধন কৰি ক'লে — মহৰ্ষি! আপোনাৰ

অনুগ্ৰহত আমাৰ শ্ৰান্তি দূৰ হৈছে আৰু আমাৰ কিঞ্চিৎ মাত্ৰও ক্লেশ নাই। নৰপতি কুশিকে এইদৰে কোৱাত মহৰ্ষি চ্যৱনে বৰ আহ্লাদিত হৈ ক'লে — মহাৰাজ! এই গঙ্গাতীৰ পৰম পৱিত্ৰ আৰু ৰমণীয় স্থান। মই ব্ৰত অৱলম্বন কৰি কিছুকাল ইয়াত বাস কৰিম। এতিয়া স্ত্ৰী-পুৰুষ তোমালোকে নিজ ভৱনলৈ যোৱা। কাইলৈ ইয়ালৈ আহিলে মোৰ লগত সাক্ষাৎ হ'ব। তুমি কিঞ্চিৎ মাত্ৰও দুঃখ নকৰিবা। এতিয়া তোমাৰ সৌভাগ্যৰ সময় উপস্থিত হৈছে; তুমি যি যি কামনা কৰিছা সকলোবোৰ পৰিপূৰ্ণ হ'ব।

মহৰ্ষি চ্যৱনে এনেদৰে কথা কোৱাৰ পাছত নৰপতি কুশিক বৰ আহ্লাদিত হৈ তেওঁক ক'লে— ভগৱন! আমি তিলমাত্ৰও দুঃখিত হোৱা নাই। আপোনাৰ অনুগ্ৰহত আমাৰ দিব্য শৰীৰ, অসাধাৰণ শক্তি আৰু মানসিক পবিত্ৰতা লাভ হৈছে। আপোনাৰ চাবুকৰ আঘাতত আমাৰ শৰীৰত যিবোৰ ক্ষত হৈছিল, সেই ক্ষতবোৰৰ কোনো চিহ্ন আমাৰ শৰীৰত এতিয়া নাই। আমি সম্পূৰ্ণ সুস্থ হৈছোঁ। এই সমুদায় ঘটনা আপোনাৰ অনুগ্ৰহতে হৈছে। আপুনি অনুকূল থাকিলে আমাৰ যে সকলো প্ৰকাৰ মঙ্গল হ'ব তাত কোনো সন্দেহ নাই।

ৰজাৰ কোৱা শেষ হোৱাত মহৰ্ষি চ্যৱনে ক'লে — ৰজা! এতিয়া তুমি ঘৰলৈ যোৱা। কাইলৈ ৰাণীৰে সৈতে ইয়ালৈ আহিবা।

তেতিয়া মহাৰাজ কুশিকে মহৰ্ষি চ্যৱনক অভিবাদন কৰি অমাত্য, পুৰোহিত, সভাসদ, সৈন্য আৰু প্ৰজাসকলেৰে পৰিবেষ্টিত হৈ ইন্দ্ৰৰ দৰে নগৰত প্ৰবেশ কৰিলে। দেৱতাসকলৰ দৰেই জৰাবিহীন আৰু নৱযৌৱন সম্পন্ন হৈ ৰাতি ৰাণীৰ লগত একেশয্যাতে শয়ন কৰিলে। ইফালে মহৰ্ষি চ্যৱনে তপোবলেৰে গঙ্গাতীৰত থকা সেই তপোবন বিবিধ ৰত্নেৰে বিভূষিত কৰি ইন্দ্ৰৰ আলয়তকৈও সমৃদ্ধিশালী আৰু মনোৰম কৰি তুলিছে।

## চ্যৱণৰ অলৌকিক যোগবল ঃ

ৰাত্ৰি প্ৰভাত হোৱাৰ পাছত মহাৰাজ কুশিকে ৰাণীক লগত লৈ চ্যৱন থকা বনাশ্ৰমলৈ যাত্ৰা কৰিলে। তেওঁ অনতিপলমে তাত উপস্থিত হৈ দেখিলে যে সেই বন্যাশ্ৰম গন্ধৰ্বপুৰীত পৰিণত হৈ ইন্দ্ৰপুৰীতকৈও অধিক সমৃদ্ধিশালী আৰু সৌন্দৰ্যশালী হৈ উঠিছে।

মহাৰাজ কুশিক এই অত্যাশ্চাৰ্য ব্যাপাৰ দেখি যাৰপৰনাই বিস্মিত হৈ চিন্তা কৰিব ধৰিলে যে মই সপোন দেখিছোঁ নেকি? নে মোৰ চিত্ত বিভ্ৰম হৈছে, নে এই ঘটনা যথাৰ্থ। নে মই সশৰীৰে পৰম গতি লাভ কৰিছোঁ, কিম্বা মই ইন্দ্ৰৰ অমৰাৱতীত উপস্থিত হৈছোঁ? মই যি সমস্ত অত্যাশ্চৰ্য আৰু ৰমণীয় বস্তু

দেখিছোঁ এইবোৰ কি? মহাৰাজ কুশিকে এইৰূপ চিন্তা কৰি কৰি ইফালে সিফালে দৃষ্টিপাত কৰিব ধৰিছে এনেতে মণিময় স্তম্ভেৰে সমলঙ্কৃত এক সুৱৰ্ণৰ নিৰ্মিত গৃহত ভিতৰত ভৃগুকুলযশবৰ্দ্ধন মহৰ্ষি চ্যৱনক সহসা দেখিবলৈ পালে।

মহাৰাজ কুশিকে তেওঁক দেখিবলৈ পাই পুলকিত হৈ মহিষীৰে সৈতে তেওঁৰ ওচৰ চাপিলে। ৰাজদম্পতি সন্নিহিত হোৱা মাত্ৰকে মহৰ্ষি তৎক্ষণাৎ অন্তৰ্হিত হ'ল। ক্ষন্তেকতে ইতিপূৰ্বে সন্দৰ্শন কৰা স্বৰ্গ দুৰ্গৰ অপ্সৰা, গন্ধৰ্ব আৰু বৃক্ষলতা আদি তিৰোহিত হৈ গ'ল। গঙ্গাৰ উপকূল পূৰ্বৰ দৰে কুশবনেৰে পৰিপূৰ্ণ, উঁইৰে ঢিপিৰে সমাচ্ছন্ন আৰু নিৰব নিঃশব্দ হৈ পৰিল। ক'তো এটি পক্ষীৰ ৰাৱো শুনিবলৈ পোৱা নগ'ল আৰু মহৰ্ষি চ্যৱন সেই ক্ষুদ্ৰ আশ্ৰমত কুশাসনত উপবিষ্ট হৈ ধ্যান পৰায়ণ হৈ আছে।

ইতিপূৰ্বে যে ইন্দ্ৰৰ অমৰাৱতী তুল্য পুৰী আৰু নন্দনকানন সদৃশ আশ্ৰম দেখিবলৈ পাইছিল আৰু তাত যে ময়ূৰ কুক্কুট আদি বিভিন্ন চৰাইৰ কূজন আৰু গীত-মাত শুনিছিল, তাত যে কেতেকী চম্পক আদি বিভিন্ন পুষ্পৰ সৌৰভ আৰু সৌন্দৰ্য অনুভৱ কৰিছিল, আম কঠাল আদি ফলৱান বৃক্ষবোৰ দেখিছিল আৰু তাত যে প্ৰিয় দৰ্শন অপ্সৰা আৰু দেৱতা আৰু গন্ধৰ্বসকলে প্ৰীতমনে বিহাৰ কৰি আছিল সেই সকলোবোৰ নিমিষতে অদৃশ্য হৈ গৈছিল।

মহাৰাজ কুশিকে মহৰ্ষিৰ যোগবলত এইৰূপ অদ্ভুত কাৰ্য আৰু দৃশ্য দেখিবলৈ পাই পৰম আনন্দমনে মহিষীক সম্বোধন কৰি কৈছিল—প্ৰিয়ে! মহৰ্ষিৰ অনুগ্ৰহত এই সমস্ত অদৃষ্টপূৰ্ব আৰু বিস্ময়কৰ দৃশ্য আৰু পদাৰ্থ আমি স্বচক্ষে যে প্ৰত্যক্ষ কৰিলোঁ, এতিয়া এনে বোধ হৈছে যে তপোবলতকৈ আন একো উৎকৃষ্ট পদাৰ্থ নাই। যিবোৰ বিষয় কল্পনাত উপনীত হয়, সেই সমুদায় তপোবলেৰে অধিকাৰ কৰা যায়, তাত কোনো সন্দহ নাই। তপোবল প্ৰাপ্তি বিশ্বৰাজ্য লাভতকৈও শ্ৰেয়স্কৰ। সুন্দৰৰূপে তপস্যা অনুষ্ঠিত হ'লে মুক্তি অনায়াসে পোৱা যায়। মহৰ্ষি চ্যৱনৰ কি আশ্চৰ্য প্ৰভাৱ। এওঁ ইচ্ছা কৰিলে তপোবলৰ দ্বাৰা অন্যলোক সমুদয় সৃষ্টি কৰিব পাৰে। ইহলোকত ৰাজ্য লাভ কৰা সহজ কিন্তু এইৰূপ ব্ৰাহ্মণত্ব লাভ কৰা সহজ নহয়।

মহাৰাজ কুশিকে মহিষীৰ লগত যিবোৰ কথা পাতিলে, মহৰ্ষিয়ে যোগবলেৰে সেই সমস্ত অৱগত হৈছিল। তাৰ পাচত তেওঁ নয়ন উন্মীলন কৰি অদূৰত মহিষীৰ সহিত মহাৰাজক আহি থকা দেখি ক'লে— তুমি শীঘ্ৰে মোৰ ওচৰলৈ আহা। কুশিকে মহৰ্ষিৰ কথা শুনি সত্বৰে তেওঁৰ ওচৰত আহি পদবন্দনা কৰিলে।

মহৰ্ষিয়ে ৰজাক আশীৰ্বাদ কৰি ওচৰতে বহুৱালে। তাৰ পাছত ক'লে— তুমি পাঁচ কৰ্মেন্দ্ৰিয়, পাঁচ জ্ঞানেন্দ্ৰিয় আৰু মনক সম্যক সংযত কৰি লৈছা। সেই

কাৰণে তোমাৰ কোনো দুৰৱস্থা ঘটা নাই। তুমি প্ৰাণপণে মোৰ সেৱা কৰিছা। সেই বিষয়ে তোমাৰ কোনো ত্ৰুটী ঘটা নাই। এতিয়া তুমি মোক সম্মতি দিয়া মই স্বস্থানত প্ৰস্থান কৰিম। তাৰ আগতে মই তোমাৰ পৰিচৰ্যাত পৰম প্ৰসন্ন আৰু সন্তুষ্ট হৈ বৰ দিব খুজিছোঁ। তুমি কি বৰ ল'বা সোনকালে প্ৰাৰ্থনা কৰা।

মহাৰাজ কুশিকে যথোচিত বিনয় প্ৰদৰ্শন কৰি ক'লে— তপোবন! মই অগ্নিৰ মাজত পৰি যে দগ্ধ হৈ যোৱা নাই, সেয়ে মোৰ পৰম লাভ, আপুনি যে মোৰ পৰিচৰ্যাত সন্তুষ্ট হৈছে আৰু আপোনাৰ ক্ৰোধানলত যে মোৰ কুল নিৰ্মুল হৈ যোৱা নাই এয়ে মোৰ সৰ্বোৎকৃষ্ট বৰ— সেয়ে মোৰ জীৱনৰ, ৰাজ্য-শাসনৰ আৰু তপস্যাৰ শ্ৰেষ্ঠফল। যি নহওক আপুনি যেদি এতিয়া মোৰ প্ৰতি প্ৰসন্ন হৈছে, তেন্তে মোৰ এটি সংশয়ৰ নিৰাকৰণ কৰি দিয়ক।

## কুশিকৰ পৰীক্ষাৰ কাৰণ— বৰলাভ ঃ

মহৰ্ষি চ্যৱনে ক'লে— তুমি মোৰ ওচৰত অভিলাষিত বৰ প্ৰাৰ্থনা কৰা আৰু তোমাৰ মনত কি শংশয় উপস্থিত হৈছে তাক প্ৰকাশ কৰা। মই অবিলম্বে তোমাৰ সংশয় ছেদন কৰি তোমাক বৰ প্ৰদান কৰিম।

ৰজাই প্ৰশ্ন কৰিলে — আপুনি যদি মোৰ প্ৰতি প্ৰসন্ন হৈছে, তেন্তে ব্যক্ত কৰি কওক—আপোনাৰ মোৰ গৃহত অৱস্থান, একৈশ দিন এক ফালে শয়ন, কোনো কথা নোকোৱাকৈ বহিৰ্গমন আৰু অকস্মাৎ অন্তৰ্দ্ধান হৈ পাছে মুহূৰ্ত্ততে দৰ্শন দি পুনঃ একৈশ দিন শয়ন, শৰীৰত তৈল মৰ্দন কৰি স্নান নকৰাকৈ প্ৰস্থান, ভোজ্য বস্তু আৰু শয্যাৰ সামগ্ৰী সমূহ অগ্নিত দাহন, আমালোকক ৰথত সংযোজন কৰি ৰথত আৰোহন কৰি গমন, অজস্ৰ ধন সম্পত্তি দান, তপোবনৰ মাজতে কাঞ্চনময় বিবিধ প্ৰাসাদ আৰু মণি বিদ্ৰুমময় পৰ্য্যঙ্ক প্ৰদৰ্শন আৰু পুনৰায় সেই সমুদয়ৰ বিলোপ কৰিবৰে বা কাৰণ কি? এই সমুদয় বিষয়ে চিন্তা কৰি মই স্তব্ধ হৈছোঁ আৰু একো কাৰণ নিৰ্ণয় কৰিব পৰা নাই। অতএৱ আপুনি সেই সমুদয়ৰ কি যথাৰ্থ কাৰণ তাক ব্যক্ত কৰি কওক।

মহৰ্ষি চ্যৱনে ক'লে— তুমি সুধিছা যেতিয়া মই তোমাৰ প্ৰশ্নৰ উত্তৰ দিব লাগিব। তুমি শুনা— এদিনাখন দেৱতাবিলাকৰ সভাত ব্ৰহ্মাৰ মুখত শুনিলো যে তোমাৰ বংশৰ পৰা মোৰ বংশত ক্ষত্ৰিয় ধৰ্ম প্ৰৱেশ কৰিব। আৰু তোমাৰ প্ৰৌত্ৰই ব্ৰাহ্মণত্ব লাভ কৰিব। ব্ৰহ্মাৰ মুখত এনে কথা শুনি তোমাক বিনাশ কৰিবৰ ইচ্ছা কৰি তোমাৰ ঘৰলৈ আহিছিলোঁ। মই তোমাৰ লগত একত্ৰ বাস কৰিলে নিশ্চয় তোমাৰ কোনো নহয় কোনো এটা ছিদ্ৰ পাম, কিন্তু তোমাৰ সৌভাগ্যক্ৰমে মই তোমাৰ ঘৰলৈ অহাৰ সময়ৰ পৰা তোমাৰ কোনো দুষ্কৃতি দেখা নাই। সেই নিমিত্তে এতিয়াও জীয়াই আছা, নহ'লে জীয়াই নাথাকিলাহঁতেন।

মই মনে মনে সংকল্প কৰিছিলোঁ যে তুমি বা তোমাৰ স্ত্ৰীয়ে মোৰ নিদ্ৰা ভঙ্গ কৰিলেই তোমাক শাপ দিম— তোমাৰ সৌভাগ্যক্ৰমে তুমি বা তোমাৰ পত্নী কোনেও মোৰ নিদ্ৰা ভঙ্গ নকৰিলা। তাৰ পাছত মই ভাবিলোঁ যে মই যদি একো নোকোৱাকৈ বাহিৰলৈ গুচি যাও, তোমালোকে প্ৰশ্ন কৰিবা। 'আপুনি ক'লৈ যায়'? প্ৰশ্ন কৰিলেই মই শাপ দিলোঁহেতেন। তোমালোকে প্ৰশ্ন নকৰিলা। তেতিয়া মই তৎক্ষণাৎ অন্তৰ্হিত হৈ পৰক্ষণতে তোমাৰ গৃহলৈ ঘূৰি আহি ছলনা কৰি পুনৰায় যোগ অবলম্বন কৰি আৰু একৈশ দিন নিদ্ৰিত হৈ থাকিলোঁ। তোমালোকে মোৰ সেৱাত একান্ত পৰিশ্ৰান্ত আৰু অতিশয় ক্ষুধাৰ্ত হৈ মোৰ ওপৰত বিৰক্ত হ'বা; তেতিয়া মই শাপ দিবৰ সূত্ৰ পাম, কিন্তু দেখিলোঁ তোমালোকৰ অনুমাত্ৰও ক্লেশবোধ নাই। তাৰ পাছত মই এই ভাবি ভোজন সমগ্ৰী আৰু বস্ত্ৰাদি পুৰি পেলালো যে তোমালোকে মোৰ অহঙ্কাৰ দেখি ক্ৰোধ প্ৰকাশ কৰিবা; কিন্তু তোমালোকে অবিকৃত চিত্তে তাক সহ্য কৰিলা। তাৰ পাছত মই ৰথত উঠি তোমাক ৰাজ্ঞীৰে সৈতে ৰথ বহন কৰালোঁ তাতো তোমালোক পৰাম্মুখ নহ'লা। তেতিযা তোমাক ক্ৰুদ্ধ কৰি তুলিবৰ নিমিত্তে অজস্ৰ ধন দান কৰি তোমাৰ ধনৰ ভাণ্ডাৰ ক্ষয় কৰিলোঁ; কিন্তু তাতো তোমাৰ লেশ মাত্ৰ ক্লেশবোধ নেদেখিলোঁ।

হে মহাৰাজ! এইদৰে যেতিয়া মই দেখিলোঁ যে তোমাৰ আৰু পত্নীৰ একোতে ক্ৰোধ বা বিৰক্তিৰ উদয় নহল তেতিয়া মই তোমালোকৰ প্ৰতি যাৰপৰনাই প্ৰীত হৈ তোমালোকৰ আনন্দবৰ্দ্ধন কৰিবৰ উদ্দেশ্যে এই তপোবনতে তোমালোকক স্বৰ্গ সন্দৰ্শন কৰালোঁ। তোমালোকে তপোবনৰ ভিতৰতে বিবিধ উৎকৃষ্ট পদাৰ্থ সন্দৰ্শন কৰি ক্ষণকাল সশৰীৰে স্বৰ্গসুখ অনুভৱ কৰিছা— ই কেৱল মোৰ তপস্যা আৰু যোগবলৰ প্ৰভাৱতে সম্ভৱ হৈছে। তোমালোকক ধৰ্মৰ বল আৰু তপস্যাৰ প্ৰভাৱ দেখুৱাবৰ কাৰণে স্বৰ্গ আৰু সেই সমুদয় উত্তৰ পদাৰ্থ দেখুৱাইছোঁ। এইবোৰ দৰ্শন কৰি থাকিবৰ সময়ত তুমি যে ইন্দ্ৰত্ব লাভকো তৃণ হেন গণ্য কৰি ব্ৰাহ্মণত্ব লাভৰ আকাঙক্ষা কৰিছা সেইটো মই বুজি পাইছোঁ। ব্ৰাহ্মণ্য ধৰ্ম নিতান্ত দুৰ্লভ বুলি তুমি যে বিবেচনা কৰিছা সেইটো মিছা নহয়। প্ৰথমতঃ ব্ৰাহ্মণ্য লাভ হ'লে ঋষিত্ব লাভ হব আৰু ঋষিত্ব লাভ হ'লে আকৌ তপস্বিতা লাভ হোৱা নিতান্ত সুকঠিন। যিহওক, তোমাৰ অভিলাষ অৱশ্যে পূৰ্ণ হব; কিন্তু তুমি স্বয়ং ব্ৰাহ্মণ হব নোৱাৰিবা সঁচা, কিন্তু তোমাৰ বংশৰ তেজৰ প্ৰভাৱত তোমাৰ নাতি ব্ৰাহ্মণত্ব লাভ কৰিব। তোমাৰ নাতি তপস্বী আৰু অগ্নিতুল্য তেজস্বী হৈ ত্ৰিভুৱন সশঙ্ক কৰি তুলিব ইয়াত কোনো সন্দেহ নাই। এতিয়া তুমি অন্য কোনো অভিলাষিত বৰ প্ৰাৰ্থনা কৰা। কাল বিলম্ব নকৰিবা। মই তোমাক বৰদান কৰিয়েই তীৰ্থ পৰ্যটনত বাহিৰ হ'ম।

তেতিয়া নৰপতি কুশিকে মহৰ্ষি চ্যৱনক সম্বোধন কৰি ক'লে— ভগৱন! মই এই বৰ প্ৰাৰ্থনা কৰোঁ যে আপোনাৰ বাক্য যেন মিথ্যা নহয় আৰু আমাৰ বংশীয় ব্যক্তিসকলৰ যেন ব্ৰাহ্মণত্ব লাভ হয় আৰু সেইটো কেনেকৈ হয় তাক বিস্তাৰিত ৰূপে বৰ্ণনা কৰক।

মহৰ্ষি চ্যৱনে মহাৰাজ কুশিকৰ কুলত কেনেকৈ ব্ৰাহ্মণত্ব লাভ হ'ব তাক সবিস্তাৰে বৰ্ণনা কৰি ভৱিষ্যৎ বাণী কৰি তীৰ্থ পৰ্যটনত যাত্ৰা কৰিলে।

এতিয়া সেই ভৱিষ্যৎ বাণী কেনেকৈ সংঘটিত হ'ব তাক পুনৰাবৃত্তিৰ সম্ভাৱনা বোধে ঘটনা পৰম্পৰা অনুসাৰে বৰ্ণনা কৰা হ'ব।

## জমদগ্নিৰ জন্ম ঃ

কান্যকুব্জ দেশত ভৰতবংশত মহাবল-পৰাক্ৰান্ত গাধি নামে এক প্ৰসিদ্ধ নৰপতি আছিল, তেওঁ মহাৰাজ কুশিকৰ পুত্ৰ আছিল। তেওঁ যথাসময়ত সস্ত্ৰীক বানপ্ৰস্থ গ্ৰহণ কৰিছিল। তেওঁ বহুকাল নিঃসন্তান আছিল আৰু সেই কাৰণে পুত্ৰ কামনা কৰি বনবাসী হৈছিল।

বনবাস কালত তেওঁৰ সৰ্বাঙ্গ সুন্দৰী সত্যৱতী নামে এটি কন্যা জন্ম পায়। কিছুদিন পাছত সেই কন্যা যৌৱনবতী হ'ল আৰু মহৰ্ষি চ্যৱনৰ পুত্ৰ তপঃপৰায়ণ ঋচীকে গাধিৰ ওচৰত আহি সেই কন্যাৰ পাণিগ্ৰহণৰ বাবে প্ৰাৰ্থনা কৰিলে। কিন্তু মহাৰাজ গাধিয়ে ঋচীকক দৰিদ্ৰ বুলি বিবেচনা কৰি তেওঁক ক'লে— হে তপোধন! আমাৰ পুৰ্বপুৰুষৰ পৰা এনে এটি নিয়ম চলি আছে যে কন্যা দানৰ সময়ত আমি একপ্ৰকাৰ কন্যাপণ গ্ৰহণ কৰোঁ, কিন্তু আপোনাৰ নিচিনা ব্যক্তিৰ ওচৰত পণৰ দাবী কেনেকৈ কৰোঁ?

মহামুনি ঋচীকে ক'লে যে আপুনি কি পণ দাবী কৰিব পাৰে সেইটো কওক। মই যি কোনো পণ দিবলৈ সন্মত আছোঁ।

তেতিয়া মহাৰাজ গধিয়ে ক'লে যে— তপোধন! আপুনি যদি মোক চন্দ্ৰকৰিণৰ দৰে ধবল বৰ্ণৰ, বায়ুৰ দৰে দ্ৰুতগামী আৰু এখন কাণ কৃষ্ণবৰ্ণৰ এক হাজাৰ অশ্ব পণ দিব পাৰে, তেনে হ'লে মই আপোনাক কন্যা সম্প্ৰদান কৰিব পাৰিম।

ঋচীকে সেই পণকে দিবৰ প্ৰতিশ্ৰুতি দি তেওঁৰ ওচৰত বিদায় লৈ জলাধিপতি বৰুণৰ ওচৰত উপস্থিতি হৈ ক'লে যে 'দেৱ! মই আপোনাৰ ওচৰত চন্দ্ৰকৰিণৰ নিচিনা ধৱল, বায়ুবেগী আৰু এখন কাণ কৃষ্ণবৰ্ণ এহেজাৰ অশ্ব ভিক্ষা কৰিছোঁ। আপুনি অনুগ্ৰহ কৰি মোক দান স্বৰূপে দিয়ক।

ঋচীকে এই প্ৰাৰ্থনা কৰাৰ উত্তৰত বৰুণ দেৱে সন্মতি প্ৰকাশ কৰি

ক'লে— 'তপোধন! তুমি যি ঠাইতে ইচ্ছা কৰিবা সেই ঠাইতে তেনে অশ্ব এহেজাৰ পাবা। সেই ঠাইতে অশ্বৰ উদ্ভব হ'ব।"

তেতিয়া মহৰ্ষি ঋচীকে বৰুণৰ পৰা বিদায় লৈ কাণ্যকুব্জৰ নিকটবৰ্ত্তী গঙ্গানদীৰ পাৰত উপস্থিত হ'ল আৰু তাতে 'অশ্ববিলাক উদ্ভব হওক বুলি চিন্তা কৰিলে। ঋচীকে চিন্তা কৰা মাত্ৰকে নদীৰ গৰ্ভৰ পৰা উক্ত ধৰণৰ এহেজাৰ অশ্ব উঠি আহিল— সেই স্থান এতিয়াও অশ্বতীৰ্থ নামে প্ৰসিদ্ধ হৈ আছে।

তাৰ পাছত মহৰ্ষি ঋচীক পৰম সন্তুষ্ট হৈ ৰজা গাধিৰ ওচৰলৈ আহি সেই অশ্ববোৰ কন্যাপণ হিচাপে প্ৰদান কৰিলে। মহাৰাজ গাধি তাকে দেখি অতিশয় বিস্মিত আৰু পাপ ভয়ত নিতান্ত ভীত হৈ কন্যাক বিবিধ অলঙ্কাৰেৰে অলঙ্কৃত কৰি ঋচীকৰ হাতত সমৰ্পণ কৰিলে। মহৰ্ষি ঋচীকে শাস্ত্ৰানুসাৰে সত্যৱতীৰ পাণি গ্ৰহণ কৰিলে। সত্যৱতীয়ে মহৰ্ষিক পতি ৰূপে লাভ কৰি সন্তুষ্ট চিত্তে পতি সেৱা কৰিব ধৰিলে।

## সত্যৱতীৰ পুত্ৰ আৰু ভ্ৰাতৃলাভ ঃ

মহৰ্ষি ঋচীক সহধৰ্মিণীৰ আচাৰ ব্যৱহাৰত পৰম প্ৰীত আৰু প্ৰসন্ন হৈ ক'লে— প্ৰিয়ে! মই তোমাক বৰদান কৰিছোঁ, তোমাৰ সোনকালে এটি পুত্ৰ-ৰত্ন লাভ হ'ব। সত্যৱতীয়ে স্বামীৰ বৰদানৰ কথা মাকৰ ওচৰলৈ গৈ কৈ দিলে। গধিৰাজ মহিষীয়ে কন্যাৰ বাক্য শুনি কন্যাক ক'লে — "আই! তোমাৰ স্বামীয়ে মোকো এটা পুত্ৰ-ৰত্ন লাভৰ বৰদান কৰিব নোৱাৰেনে? তেওঁ মহা তপস্বী, নিশ্চয় তেওঁৰ বৰ দান কৰিবৰ সামৰ্থ্য আছে।"

সত্যৱতীয়ে মাকৰ অভিলাষৰ কথা স্বামীক জনালে। পত্নীৰ কথা শুনি ঋষি ঋচীকে ক'লে— "তোমাৰ মাতৃয়ে মোৰ শুভ-ইচ্ছাৰে নিশ্চয় পুত্ৰ লাভ কৰিব; মই তেওঁৰ অভিলাষ নিষ্ফল হবলৈ নিদিওঁ। অচিৰে তেওঁ এটি গুণবান পুত্ৰ প্ৰসব কৰিব। তুমিও এটি গুণবান আৰু শ্ৰীমান পুত্ৰ লাভ কৰিবা। তোমাৰ মাতৃয়ে ঋতুস্নান কৰি এজোপা অশ্বথ বৃক্ষ যেন আলিঙ্গন কৰে আৰু তুমিও এজোপা উডুম্বৰ বৃক্ষ ঋতুস্নানৰ পাছত আলিঙ্গন কৰিবা। মই মন্ত্ৰপূত কৰি এই চৰু দুটি দিলোঁ। তোমাৰ জননী আৰু তুমি যথাক্ৰমে এই চৰু ভক্ষণ কৰিব লাগিব।" এইবুলি ঋষিয়ে কোনে কোনটো চৰু ভক্ষণ কৰিব তাক নিৰ্দ্দিষ্ট কৰি দিলে।

তেতিয়া সত্যৱতীয়ে পৰম পৰিতুষ্ট হৈ মাতৃৰ ওচৰলৈ আহি ক'লে—"মা! মহৰ্ষি ঋচীকে এই চৰু দুটি দিছে। তুমি এই চৰুটি ভক্ষণ কৰিবা আৰু ঋতুস্নানৰ পাছত অশ্বথবৃক্ষক আলিঙ্গন কৰিবা। ময়ো মোক দিয়া চৰুটি ভক্ষণ কৰি ঋতুস্নানৰ পাছত উডুম্বৰ বৃক্ষ আলিঙ্গন কৰিব লাগিব।"

সত্যৱতী এই কথা কোৱাত মাকে কন্যাক সম্বোধন কৰি কৈছে— আইটী! মই তোমাৰ স্বামীতকৈ বেছি পূজনীয়া; অতএৱ তুমি মোৰ কথা শুনা— তোমাৰ চৰুটো মোক দিয়া আৰু মোক দিয়া চৰুটো তুমি লোৱা। তোমাক যি বৃক্ষ আলিঙ্গন কৰিবলৈ কৈছে, সেই বৃক্ষ মই আলিঙ্গন কৰিম আৰু মোক যি বৃক্ষ আলিঙ্গন কৰিবলৈ কৈছে, সেই বৃক্ষ তুমি আলিঙ্গন কৰিবা। মহৰ্ষিয়ে স্বয়ং উৎকৃষ্ট পুত্ৰলাভৰ মানসত নিশ্চয় তোমাক উৎকৃষ্ট চৰু দিছে আৰু উৎকৃষ্ট বৃক্ষ আলিঙ্গন কৰিবলৈ উপদেশ দিছে। ইয়াৰ দ্বাৰা ময়ো উৎকৃষ্ট পুত্ৰলাভ কৰিম আৰু তুমিও উৎকৃষ্ট ভ্ৰাতা লাভ কৰিবা।

## চৰু-বিপৰ্যয়ত সন্তান-বিপৰ্যয় ঃ

তাৰ পিছত সত্যৱতী আৰু তেওঁৰ মাতৃ উভয়ে চৰু ভক্ষণ আৰু বৃক্ষৰ আলিঙ্গন সলনাসলনি কৰিলে। কিছুদিন পাছত উভয়ৰে গৰ্ভ সঞ্চাৰ হ'ল। মহৰ্ষি ঋচীকে নিজ পত্নীৰ গৰ্ভৰ লক্ষণ অৱলোকন কৰি উদ্বিগ্নচিত্তে সুধিলে— প্ৰিয়ে! মোৰ স্পষ্টবোধ হৈছে যে তোমালোকে বৃক্ষ আৰু চৰুৰ বিপৰ্যয় কৰিছা। মই চৰু প্ৰস্তুত কৰিবৰ সময়ত তোমাৰ গৰ্ভত ত্ৰৈলোক্য বিখ্যাত ব্ৰহ্মনিষ্ঠ ব্ৰাহ্মণ আৰু তোমাৰ জননীৰ গৰ্ভত মহাবল পৰাক্ৰান্ত ক্ষত্ৰিয় উৎপন্ন হব বুলি ভাবি তোমাৰ চৰুত ব্ৰহ্মতেজ আৰু জননীৰ চৰুত ক্ষত্ৰিয় তেজ নিবেশিত কৰিছিলোঁ। কিন্তু তোমালোকে চৰু আৰু বৃক্ষৰ সলনাসলনি কৰা বাবে এতিয়া নিশ্চয়কৈ মোৰ বোধ হৈছে যে তোমাৰ মাতৃৰ গৰ্ভত এক শ্ৰেষ্ঠতম ব্ৰাহ্মণ উৎপন্ন হ'ব আৰু তুমি অতি উগ্ৰকৰ্মা ক্ষত্ৰিয় কুমাৰ প্ৰসৱ কৰিবা। তুমি মাতৃস্নেহৰ হেতুকে চৰু আৰু বৃক্ষৰ সলনাসলনি কৰি ভাল কাম কৰা নাই।

ঋচীকে এই কথা কোৱা মাত্ৰে পতিপ্ৰাণা সত্যৱতী দুঃখত একান্ত অধীৰ হৈ ছিন্নমূল লতাৰ দৰে সংজ্ঞাহীনা হৈ ভূতলত নিপতিত হ'ল। কিছুসময়ৰ পাছত সংজ্ঞা লাভ কৰি স্বামীৰ চৰণত পৰি কাতৰভাৱে ক'লে — নাথ! আপুনি মোৰ প্ৰতি প্ৰসন্ন হওক আৰু এই বৰদান কৰক যে মোৰ গৰ্ভত যেন ক্ষতিয়ধৰ্মাক্ৰান্ত পুত্ৰৰ জন্ম নহয়, বৰং মোৰ পৌত্ৰ যদি ক্ষত্ৰিয়ৰ দৰে উগ্ৰকৰ্মা হয়, তাত কোনো ক্ষতি নাই।

তেতিয়া মহাতপা ঋচীকে 'তথাস্তু' বুলি স্বীয় ভাৰ্যাক বৰ দান কৰিলে।

তাৰ পাছত যথা সময়ত সত্যৱতীয়ে জমদগ্নিক আৰু গাধিৰাজ পত্নীয়ে বিশ্বামিত্ৰক প্ৰসৱ কৰিলে।

এই কাৰণে মহাতপা বিশ্বামিত্ৰ ক্ষত্ৰিয় বংশত জন্মগ্ৰহণ কৰিও ব্ৰাহ্মণত্ব আৰু বেদজ্ঞতা লাভ কৰি ব্ৰাহ্মণ বংশৰ প্ৰতিষ্ঠাতা হৈছিল। তেওঁৰ পুত্ৰবিলাকো

পৰিবৰ্দ্ধক আছিল। সকলো বিলাকেই আছিল তপস্বী, বেদজ্ঞ আৰু গোত্ৰকৰ্তা। এনে বেদজ্ঞ বিশ্বামিত্ৰৰ পুত্ৰবিলাকৰ ভিতৰত তেষষ্ঠিজনৰ নাম মহাভাৰতত পোৱা যায়।

বিশ্বামিত্ৰ ক্ষত্ৰিয় কুলত জন্মগ্ৰহণ কৰিও কেৱল ঋচীক ঋষিৰ অনুগ্ৰহত ব্ৰাহ্মণ্য লাভ কৰিছিল।

মহাৰাজ কুশিকৰ পুত্ৰ জমদগ্নিৰ ঔৰসত ৰেণুকাৰ গৰ্ভত পৰশুৰামে মহাৰাজ গাধিৰ পৌত্ৰৰূপে জন্মগ্ৰহণ কৰিছিল। এইদৰে মহৰ্ষি ঋচীকৰ বৰ সফল হৈছিল।

# বশিষ্ঠ আৰু বিশ্বামিত্ৰৰ উপাখ্যান

## বশিষ্ঠৰ পৰিচয় ঃ

বশিষ্ঠ আছিল ব্ৰহ্মাৰ মানস পুত্ৰ আৰু অৰুন্ধতী দেৱীৰ পতি। তেওঁ দুৰ্জয় কাম আৰু ক্ৰোধক পৰাজিত কৰিছিল আৰু কাম ক্ৰোধক সম্পূৰ্ণভাৱে বশীভূত কৰি এই দুই প্ৰবল ৰিপুক নিজৰ ভৃত্যস্বৰূপ কৰি লৈছিল। তেওঁ বিশ্বামিত্ৰৰ অপৰাধত জাতক্ৰোধ হৈও বিশ্বামিত্ৰৰ কুশিক বংশক উচ্ছেদ কৰা নাছিল। বিশ্বামিত্ৰই তেওঁৰ এশ পুত্ৰক বিনাশ কৰিছিল। তেওঁ পুত্ৰ শোকত কাতৰ হৈ সামৰ্থ্য থকা সত্বেও বিশ্বামিত্ৰক বধ কৰিবলৈ ইচ্ছা কৰা নাছিল। তেওঁ তেওঁৰ মৃত শতপুত্ৰক পুনৰায় জীৱিত কৰি আনিব পাৰিলেহেঁতেন; কিন্তু তেতিয়া মৃত্যুৰ স্বভাৱিক ধাৰা প্ৰতিহত হ'লহেঁতেন, সেই বাবে তেওঁ সেই চেষ্টা কৰা নাছিল। তেওঁৰ আশ্ৰয় লাভ কৰি ইক্ষাকু বংশৰ ৰজাসকলে সসাগৰা পৃথিৱী অধিকাৰ কৰিব পাৰিছিল। বশিষ্ঠৰ পৌৰহিত্যত সেই বংশৰ ৰজাসকলে বহুতো যজ্ঞ কৰিছিল।

## বিশ্বামিত্ৰৰ লগত বিবাদ আৰম্ভ ঃ

পূৰ্বে কোৱা হৈছে যে কান্যকুব্জৰ ৰজা কুশিকতনয় গাধি এক সুবিখ্যাত ৰজা আছিল। তেওঁৰে পুত্ৰ আছিল বিশ্বামিত্ৰ। বিশ্বামিত্ৰৰ জন্ম কথাও ইতিপূৰ্বে কোৱা হৈছে। কুশিকৰ পাছত বিশ্বামিত্ৰ ভাৰতৰ ৰজা হৈছিল।

এদিনাখন তেওঁ অমাত্যসকলক লগত লৈ মৃগয়া কৰিবলৈ গৈ নিবিড় অৰণ্যত প্ৰৱেশ কৰিছিল। সেই অৰণ্য আছিল অতি ৰমণীয়। তাত ভ্ৰমণ কৰি বিশ্বামিত্ৰই বহু মৃগ আৰু বৰা সংহাৰ কৰিছিল। মৃগয়া লোলুপ ৰজাই মৃগয়া অনুসৰণ কৰি কৰি একান্ত পৰিশ্ৰান্ত আৰু পিপাসাৰ্ত্ত হৈ মহৰ্ষি বশিষ্ঠৰ আশ্ৰমত

উপস্থিত হ'ল। বশিষ্ঠই তেওঁক অভ্যাগত বিবেচনা কৰি পাদ্যঅৰ্ঘ্য আচমনীয় আৰু সুমিষ্ট ফল-মূলেৰে স্বাগত সম্ভাষণ জনাই অতিথি সৎকাৰ কৰিলে।

মহৰ্ষিৰ নন্দিনী নামে এটি কামধেনু আছিল। প্ৰাৰ্থনা কৰা মাত্ৰে সেই ধেনুয়ে তৎক্ষণাৎ অভিলাষিত দ্ৰব্য প্ৰাপ্তি কৰাই দিছিল। বশিষ্ঠই ৰজাক স্বাগত সম্ভাষণ জনাই সেই ধেনু দোহন কৰি তুষ্টিকৰ আৰু পুষ্টিকৰ নানা প্ৰকাৰ অনুপম দ্ৰব্য আৰু দুগ্ধ, ষড়ৰস সম্পন্ন চৰ্ব চুষ্য লেহ্য পেয় চাৰিবিধ মিষ্টান্ন, বহুপ্ৰকাৰ ৰত্ন আৰু বিচিত্ৰ বসন সংগ্ৰহ কৰি ৰজাক অৰ্চ্চনা কৰিলে। অমাত্যবৰ্গৰ সহিত ৰজাই আতিথ্য সৎকাৰ গ্ৰহণ কৰি বৰ সন্তুস্ট হ'ল। মহৰ্ষিৰ সেই কামধেনুটি আছিল পাঁচ হাত দীঘল আৰু ছয় হাত ওখ। সেই গাভীৰ নয়ন যুগল আছিল ভেকুলিৰ চকুৰ নিচিনা স্ফীত, পাৰ্শ্বভাগ আৰু উৰু আছিল অতি মনোহৰ, লেজডাল আছিল অতি সুন্দৰ, ওহাৰ আছিল স্থূল, গ্ৰবা, আৰু মূৰ আছিল পুষ্ট আৰু বহল।

গাধিনন্দন বিশ্বামিত্ৰ সেই সুন্দৰ শিঙ থকা অনিন্দিতা নন্দিনীক দেখি অতিশয় বিস্মিত হ'ল আৰু গাভীজনীক বহুতো প্ৰশংসা কৰি মহৰ্ষিক ক'লে — হে ব্ৰাহ্মণ! দহহাজাৰ গৰু বা মোৰ ৰাজ্য লৈ আপুনি এই ধেনুটি মোক দিয়ক।

বশিষ্ঠই ক'লে — হে মহাৰাজ! এই গাভী মোৰ হোমধেনু। মই ৰাজ্যৰ লোভত দেৱকাৰ্য, পিতৃকাৰ্য, অতিথি সৎকাৰ আৰু যজ্ঞানুষ্ঠান সমাধানৰ একমাত্ৰ উপায়-স্বৰূপ পয়স্বিনী নন্দিনীক দিব নোৱাৰিম।

তেতিয়া বিশ্বামিত্ৰই ক'লে— চাওক মই ক্ষত্ৰিয় আৰু আপুনি তপস্যা আৰু স্বাধ্যায় থকা ব্ৰাহ্মণ। প্ৰশান্তচিত্ত ব্ৰাহ্মণৰ বলবীৰ্যৰ কথা কোনো লোকৰে অবিদিত নাই। আপুনি যদি দহহেজাৰ গৰু লৈ মোৰ মনোভিলাষ পূৰণ নকৰে, তেতিয়া হ'লে মই ক্ষত্ৰিয়ৰ ধৰ্ম অনুসাৰে আপোনাৰ গো-ধন বলেৰে লৈ যাম।

বশিষ্ঠই ক'লে— তুমি মহাবলী পৰাক্ৰান্ত ৰজা আৰু ক্ষত্ৰিয়; অতএব তোমৰ যি ইচ্ছা হয়, তাকে কৰিব পাৰা।

তাৰ পাচত বিশ্বামিত্ৰই চন্দ্ৰসম ৰূপৱতী নন্দিনীক বলেৰে নিবলৈ ইচ্ছা কৰিলে। নন্দিনী যাবলৈ ইচ্ছা নকৰিলে। তেতিয়া নন্দিনীক ৰাজভৃত্যই লাঠিৰে আৰু চাবুকেৰে কোবাবলৈ ধৰিলে। তেতিয়া নন্দিনীয়ে হুম্বাৰবে লৰি বশিষ্ঠৰ সমুখলৈ আহি উৰ্দ্ধমুখ হৈ থিয় দি থাকিল। ৰজাৰ ভৃত্যৰ হাতত নন্দিনী বৰকৈ মাৰ খাব ধৰিলে, তথাপি নন্দিনীয়ে মহৰ্ষিৰ আশ্ৰম পৰিত্যাগ নকৰি থিয় দি থাকিল।

বশিষ্ঠদেৱে নন্দিনীক ক'লে — হে ভদ্ৰে! তোমাৰ কৰুণস্বৰৰ হুম্বাৰৱ মই বাৰংবাৰ শুনিবলৈ পাইছোঁ; কিন্তু বিশ্বামিত্ৰই বলেৰে তোমাক হৰণ কৰি নিব খুজিছে, মই ক্ষমাধৰ্মী ব্ৰাহ্মণ— মই কি কৰিম কোৱা। বশিষ্ঠৰ এই অসহায়

অৱস্থা দেখি বিশ্বামিত্ৰৰ আৰু বিশ্বামিত্ৰৰ সৈন্যৰ ভয়ত একান্ত ভীত আৰু উদ্বিগ্ন হৈ নন্দিনী মহৰ্ষিৰ কাষলৈ আহিল আৰু ক'লে— ৰজাৰ দোৰ্দ্দণ্ড বলে আৰু প্ৰচণ্ড কশাঘাতে মোক অসহনী পীড়া দিব ধৰিছে। দয়ামায়াহীন এই আঘাতত মই অনাথাৰ দৰে কাতস্বৰে ৰোদন কৰিব ধৰিছোঁ। এই সময়ত আপুনি কিয় উদাসীন হৈ আছে? নন্দিনী অতিমাত্ৰাই প্ৰহাৰিতা হোৱা সত্বেও আৰু অতি কাতৰভাৱে ক্ৰন্দন কৰি থকা সত্বেও ধৃতব্ৰত মহৰ্ষি ক্ষুব্ধও নহ'ল আৰু ধৈৰ্য্যৰ পৰাও বিচলিত নহ'ল। কেৱল এইখিনিকে ক'লে—

হে কল্যাণি! ক্ষত্ৰিয়বিলাকৰ বল তেজ, আৰু ব্ৰাহ্মণৰ বল ক্ষমা। মই ক্ষমাপৰায়ণ ব্ৰাহ্মণ, মই ইয়াৰ কি প্ৰতীকাৰ কৰিম কোৱা? এনে অৱস্থাত তোমাৰ যদি যাবৰ ইচ্ছা হয় তুমি যোৱা।

তেতিয়া নন্দিনীয়ে ক'লে - হে ভগৱন! আপোনাৰ কথা শুনি মই ইয়াকেহে বুজিছো যে— আপুনি মোক ত্যাগ কৰিলে; কিন্তু আপুনি যদি মোক পৰিত্যাগ নকৰে, তেন্তে মোক কোনেও বলেৰে লৈ যাব নোৱাৰে।

বশিষ্ঠই ক'লে - নন্দিনী! মই তোমাক ত্যাগ কৰিব নোৱাৰোঁ। তোমাৰ যদি শক্তি বা সামৰ্থ্য আছে, তেন্তে তুমি মোৰ আশ্ৰমতে থকা। সৌৱা চোৱা শত্ৰুবিলাকে তোমাৰ দামুৰীটোক দৃঢ়ৰজ্জুৰে বান্ধি বলেৰে লৈ যাব ধৰিছে।

তেতিয়া পয়স্বিনী নন্দিনীয়ে বুজিলে যে নন্দিনী আশ্ৰমতে থকাটোৱে মহৰ্ষিৰ অভিপ্ৰায়! সেইটো বুজি নন্দিনীয়ে তৎক্ষণাৎ আৰক্ত লোচন হ'ল আৰু ঘোৰমূৰ্তি ধাৰণ কৰিলে। গলটো ওপৰলৈ তুলি ঘনে ঘনে হম্বাৰৱ কৰি সৈন্যবিলাকৰ অভিমুখে ধাৱমানা হ'ল। সৈনৱিলাকৰদ্বাৰা দণ্ডেৰে বাৰংবাৰ আহত হোৱাত নন্দিনী ক্ৰোধানলেৰে প্ৰজ্জ্বলিত হৈ উঠিল। ক্ৰোধেৰে উদ্দীপ্তা হৈ মধ্যাহ্ন সূৰ্য্যৰ দৰে শোভা পালে।

তেতিয়া নন্দিনীৰ ছোঁৱৰ তুল্যালেজৰ পৰা পাৰশ্য সৈন্য, ওহাৰৰ পৰা দ্ৰাবিড় আৰু শক সৈন্য, যোনিদেশৰ পৰা যৱনসৈন্য, গোময়ৰ পৰা কিৰাত সৈন্য আৰু পাৰ্শ্বদেশৰ পৰা শবৰ সৈন্যৰ জন্ম হ'ল। মুখৰ ফেনৰপৰা চীন, হুন আদি ম্লেচ্ছ জাতীয় সৈন্যৰো জন্ম হ'ল। সেই বিপুল সৈন্যবাহিনী অস্ত্ৰ-শস্ত্ৰ ধাৰণ কৰি ক্ৰোধৰ বেগত ইফালে সিফালে বিক্ষিপ্ত হৈ পৰিল।

বিশ্বামিত্ৰৰ চকুৰ আগতে বহুসংখ্যক সৈন্য বশিষ্ঠৰ সৈন্য মণ্ডলীৰ সুতীক্ষ্ণ শৰত আহত আৰু ভীত হৈ ছেদেলি-ভেদেলি হ'ল আৰু উৰ্দ্ধশ্বাসে চাৰিওফালে পলায়ন কৰিব ধৰিলে।

বশিষ্ঠৰ সৈন্য ক্ৰোধত নিতান্ত অধীৰ হৈছিল হয় কিন্তু ৰণক্ষেত্ৰত বিশ্বামিত্ৰৰ এটা সৈন্যৰো প্ৰাণ সংহাৰ কৰা নাছিল। ঋষিৰ সৈন্যবিলাকে বিপক্ষ সৈন্যবিলাকক বহুদূৰ পৰ্যন্ত অৱৰোধ কৰি পেলালে। ৰাজসৈন্য আঠ ন মাইল

পৰ্যন্ত অৱৰুদ্ধ হৈ আৰ্ত্তনাদ কৰিব ধৰিলে। অৱশেষত প্ৰাণৰ ভয়ত একান্ত ভীত আৰু উদ্বিগ্ন হৈ আশ্ৰয় বিচাৰি ফুৰিলে কিন্তু ক'তো আশ্ৰয় নাপালে।

মহাৰাজ বিশ্বামিত্ৰই ব্ৰহ্মাতেজৰ এই সু-মহৎ কাৰ্য স্বচক্ষে প্ৰত্যক্ষ কৰি অতিশয় বিস্ময় মানিলে। তেওঁৰ মনত ক্ষত্ৰিয় ভাৱৰ প্ৰতি নিতান্ত বিৰাগ উপস্থিত হ'ল। ব্ৰহ্মাতেজেই যথাৰ্থ বল এই ভাৱ প্ৰবল হৈ উঠিল আৰু তপোবলেই ব্ৰহ্মাবল অৰ্জনৰ পৰম পন্থা বুলি প্ৰতিপন্ন কৰিলে।

ইয়াকেই স্থিৰ সিদ্ধান্ত কৰি তেওঁ তেওঁৰ বিশাল ৰাজ্য, অসামান্যা ৰাজলক্ষ্মী আৰু কমনীয় ভোগবিলাস ত্যাগ কৰি তপস্যাত মনোনিবেশ কৰিলে। তপস্যাত ব্ৰতী হ'লেও তেওঁ ক্ষত্ৰিয়ৰ হিংসা মনোভাৱ সম্পূৰ্ণৰূপে ত্যাগ কৰিব নোৱাৰাত বহু কালব্যাপী তপস্যা কৰিব লগা হৈছিল। ৰজো গুণৰ প্ৰভাৱত কাম, ক্ৰোধ আৰু হিংসা ভাৱৰ কাৰণে তেওঁৰ বহুবাৰ তপস্যাত বিঘ্ন ঘটিছিল।

## কল্মাষ পাদ কাহিনী ঃ

ভাৰবৰ্ষত ইক্ষ্বাকু বংশতে কল্মাষপাদ নামে এক অলৌকিক বলসম্পন্ন ৰজা হৈছিল। তেওঁ এদিন মৃগয়াৰ কাৰণে ৰাজধানী এৰি এক গভীৰ অৰণ্যত প্ৰৱেশ কৰিলে। মৃগয়া কৰি বহু পছু সংহাৰ কৰি ৰজাই ইতস্ততঃ ভ্ৰমণ কৰিব ধৰিলে। অৱশেষত একান্ত ক্লান্ত আৰু পৰিশ্ৰান্ত হৈ ৰাজধানীলৈ ঘূৰি আহিব ধৰিছিল।

ৰজাই ক্ষুধাৰ্ত আৰু তৃষ্ণাৰ্ত হৈ এটি প্ৰশস্ত পথেদি ত্বৰান্বিত ভাৱে গৈ আছিল। ইতিমধ্যে ঋষি শ্ৰেষ্ঠ বশিষ্ঠৰ শতপুত্ৰৰ ভিতৰত জ্যেষ্ঠ পুত্ৰ শক্তি সমুখত উপস্থিত হ'ল। ৰজা আৰু শক্তি মুখামুখী হৈছিল। ৰজাই শক্তিক ক'লে — তুমি আমাৰ পথ ৰোধ নকৰিবা। (ৰজাৰ লগত অমাত্যবৰ্গৰ ভিতৰতো কোনো কোনো আছিল।) আঁতৰি যোৱা।

শক্তিয়ে মধুৰ বচনেৰে ৰজাক বুজাই ক'লে— "শাস্ত্ৰনুসাৰে ব্ৰাহ্মণক গন্তব্যপথ আগে ৰজাইহে এৰি দিব লাগে। এয়ে সনাতন ধৰ্মৰ বিধি।" ক্ৰমে আগে পথ এৰি দিয়ালৈ উভয়ৰ ভিতৰত বাক্-বিতণ্ডা হ'বলৈ ধৰিলে। ইজনেও কয় 'তুমি আঁতৰি যোৱা', সিজনেও কয় "তুমি আঁতনি যোৱা।" এইদৰে পৰস্পৰৰ প্ৰতি পৰস্পৰে উত্তৰ প্ৰত্যুত্তৰ কৰিব ধৰিলে।

মহৰ্ষি শক্তিয়ে স্বধৰ্ম প্ৰতিপালনৰ বিধিত পথৰোধ কৰি থাকিল। ৰজায়ো তেওঁ ৰজা বুলি অভিমান কৰি ক্ৰোধান্বিত হৈ শক্তিৰ গন্তব্য পথ ৰোধ কৰিলে আৰু মোহান্ধ হৈ ৰাক্ষসৰ দৰে কশাদণ্ড হাতত লৈ ঋষিক প্ৰহাৰ কৰিলে। প্ৰহাৰৰ বেগ সহিব নোৱাৰি মহৰ্ষি ক্ৰোধত অধীৰ হৈ পৰিল আৰু তৎক্ষণাৎ ৰজাক

অভিশাপ দিলে— "ওৰে নৃপাধম! তই যেনেকৈ দুৰাচাৰ ৰাক্ষসৰ দৰে তাপস ব্যক্তিক কশাঘাত কৰিলি, আজিৰপৰা মোৰ শাপত তই ৰাক্ষস হবি আৰু মনুষ্য মাংস-লোলুপ হৈ পৃথিবীত ঘূৰি ফুৰিবি।"

ইতিমধ্যে বশিষ্ঠ আৰু বিশ্বামিত্ৰৰ ভিতৰত যজ্ঞীয় কৰ্মক লৈ বৈৰিতা উপস্থিত হৈছিল আৰু বিশ্বামিত্ৰ যজ্ঞীয় কৰ্ম উপলক্ষে ৰজাৰ ওচৰলৈ যাবলৈ আহিছিল। ৰজা আৰু শক্ত্ৰিয়ে বিবাদ কৰি থকা সময়ত সেই ঠাইৰ নিকটৱৰ্ত্তী হৈছিল, ৰজাই শক্ত্ৰিক বশিষ্ঠৰ দৰে প্ৰভাৱ সম্পন্ন দেখি পাছত বশিষ্ঠৰ পুত্ৰ বুলি জানিব পাৰিছিল। বিশ্বামিত্ৰ এই বিবাদৰ সুযোগ লৈ নিজৰ কাৰ্য উদ্ধাৰৰ উদ্দেশ্য মনতে ৰাখি আঁৰালত থাকিল।

ৰজা যেতিয়া অভিশাপগ্ৰস্ত হ'ল, তেতিয়া ৰজাই ঋষিক প্ৰসন্ন কৰিবৰ উদ্দেশ্যে শক্ত্ৰিৰ শৰণাপন্ন হ'ল। বিশ্বামিত্ৰই ৰজাৰ আৰু ঋষিৰ বিবাদৰ সময়ৰ পৰাই অন্তৰালত থাকি সকলোখিনি লক্ষ্য কৰি আছিল আৰু ৰজাক শৰণাপন্ন হোৱা দেখি ৰজাৰ অভিপ্ৰায় বুজি পাইছিল। তেতিয়া বিশ্বামিত্ৰই শক্ত্ৰিয়ে ৰজাক ক্ষমা কৰি শাপ-মোচন কৰিব পাৰে বুলি শঙ্কা কৰি তৎক্ষণাৎ কিঙ্কৰ নামা এক ৰাক্ষসক ৰজাৰ শৰীৰত প্ৰবেশ কৰিবলৈ আদেশ দিলে। সেই ৰাক্ষসে ৰাজৰ্ষি বিশ্বামিত্ৰৰ আদেশত আৰু মহৰ্ষিৰ শাপৰ প্ৰভাৱত সেই ৰাক্ষস ৰজাৰ শৰীৰত প্ৰৱেশ কৰিলে। ৰজাৰ শৰীৰত ৰাক্ষসৰ আবিৰ্ভাৱ হোৱা দেখি বিশ্বামিত্ৰ সেই ঠাইৰপৰা গুচি গ'ল। ৰজা তেওঁৰ শৰীৰত থকা ৰাক্ষসৰ দ্বাৰা পীড়িত হৈ কৰ্তব্য-অকৰ্তব্য জ্ঞানশূন্য হৈ পৰিল।

তাৰ পাছত ৰজা ৰাজধানীলৈ প্ৰত্যাৱৰ্তন কৰিব ধৰিছে এনেতে এক ক্ষুধাৰ্ত্ত ব্ৰাহ্মণে ৰজাক দেখিবলৈ পাই তেওঁৰ ওচৰলৈ গৈ মাংস ভোজনৰ প্ৰাৰ্থনা কৰিলে। ৰজাই ক'লে — হে ব্ৰাহ্মণ! আপুনি এই ঠাইত ক্ষন্তেক অপেক্ষা কৰি থাকক, মই ঘূৰি আহি আপোনাৰ অভিলাষিত মাংস ভোজনৰ ব্যৱস্থা কৰিম।

এইবুলি কৈ ৰজা সেই স্থানৰ পৰা প্ৰস্থান কৰিলে আৰু ব্ৰাহ্মণে ৰজাৰ পুনৰাগমনৰ বাবে প্ৰতীক্ষা কৰি থাকিল। ৰজাই ৰাতি অন্তেষপুৰত প্ৰবেশ কৰি ব্ৰাহ্মণৰ ওচৰত যি অঙ্গীকাৰ কৰিছিল সেই কথা তেতিয়াহে স্মৰণ কৰিলে। তেতিয়া তেওঁ ততাতৈয়াকৈ ৰান্ধনিজনক মাতি ক'লে যে — অমুক বনত এজন ব্ৰাহ্মণে বুভুক্ষিত হৈ মোক প্ৰতীক্ষা কৰি আছে। তুমি শীঘ্ৰে তালৈ গৈ মঙহসহ অন্ন দি আহা।

ৰান্ধনি লোকজনে মাংস বিচাৰি ক'তো নাপালে। ভয় ভয় কৰি সেই কথা ৰজাক জনালে। ৰজা তেতিয়া ৰাক্ষসৰ আবেশৰ প্ৰভাৱত ভালকৈয়ে পৰিছে। সেইবাবে একেবাৰে অক্ষুব্ধচিত্তে বাৰংবাৰ ৰান্ধনি লোকজনক ক'লে— তুমি নৰমাংস সংগ্ৰহ কৰি ব্ৰাহ্মণৰ আহাৰৰ যোগান দিয়া। ৰান্ধনিয়ে বধ্যভূমিৰ পৰা

নৰমাংস আহৰণ কৰি আনি যথাবিধি ৰন্ধন কৰি অন্নৰ লগত ক্ষুধিত সেই তপস্বী ব্ৰাহ্মণক যোগান ধৰিলে। ব্ৰাহ্মণ আছিল সিদ্ধচক্ষু; তেওঁ বুজিলে যে সেই অন্ন অভোজ্য। তেতিয়া বাহ্মণৰ বৰ খং উঠিল আৰু ৰজাক অভিশাপ দিলে যে যিহেতুকে ৰজাই মোক অভোজ্য অন্ন দিছে, সেই হেতুকে সেই মূঢ় নৃপাধম নিজে নৰমাংস লোলুপ হব। এতদনুৰূপ শাপ শক্ত্ৰিয়ে পূৰ্বেই দিছে। ৰজা দুইবাৰ অভিশপ্ত হোৱাত তৎক্ষণাৎ ৰাক্ষসৰ আৱেশত জ্ঞানশূন্য হ'ল। ৰজাৰ ইন্দ্ৰিয়বৃত্তিবোৰ বিকল হৈ উঠিল।

ইয়াৰ অলপদিন পাছতে ৰজাই শক্ত্ৰিক দেখা পালে। দেখা পোৱা মাত্ৰকে ৰজাই ক'লে— তুমি মোৰ প্ৰতি অসদৃশ শাপ প্ৰয়োগ কৰিছা, সেই কাৰণে মই এতিয়া মনুষ্য ভক্ষণত কৃতসঙ্কল্প হলোঁ। এই বুলি তৎক্ষণাৎ তেওঁ শক্ত্ৰিৰ প্ৰাণ সংহাৰ কৰিলে আৰু বাঘে যেনেকৈ ছাগলী ভক্ষণ কৰে সেইদৰে ঋষিৰ কলেৱৰ ভক্ষণ কৰিলে।

বিশ্বামিত্ৰই শক্ত্ৰিক নিহত হোৱা দেখি বশিষ্ঠৰ অপৰ পুত্ৰবিলাককো ভক্ষণ কৰিবলৈ সেই ৰাক্ষসক আদেশ দিলে। সিংহই যেনেকৈ ক্ষুদ্ৰ ক্ষুদ্ৰ পশুবোৰ সংহাৰ কৰে, ৰাক্ষসেও ক্ৰোধপৰৱশ হৈ সেইদৰে শক্ত্ৰিৰ ভায়েকবিলাকক ভক্ষণ কৰিলে।

## বশিষ্ঠৰ প্ৰতিহিংসাৰ প্ৰতি অলৌকিক উপেক্ষা ঃ

বিশ্বামিত্ৰৰ আদেশ অনুসাৰে শতপুত্ৰ বধ হৈছে— এই সংবাদ বশিষ্ঠই যথাকালত পাইছিল। তেওঁ পুত্ৰশোকৰ অনিবাৰ্য্য আবেগ অসীম ধৈৰ্য্যেৰে সৈতে সহ্য কৰিলে; কিন্তু বিশ্বামিত্ৰৰ কৌশিক বংশ উন্মুলন কৰিবলৈ ইচ্ছা নকৰিলে।

পৰিশেষত আত্মত্যাগ মনস্থ কৰি মেৰু পৰ্বতৰ শিখৰত উঠি নিজৰ দেহ তাৰপৰা পতিত কৰিলে। সেই দেহ তুলাৰাশিৰ নিচিনাকৈহে শিলাখণ্ডত পতিত হ'ল। প্ৰাণ-বিয়োগ ন'হল। তাৰ পাচত তেওঁ অটব্য অৰণ্যত গৈ প্ৰজ্বলিত অগ্নিত প্ৰৱেশ কৰিলে। বশিষ্ঠমুনিৰ দেহ দগ্ধ নহ'ল, বৰঞ্চ শৰীৰত অগ্নিৰ স্পৰ্শ শীতল যেনহে অনুভূত হ'ল। তাৰ পাছত গলত নিতান্ত গধুৰ শিলাখণ্ড বান্ধি সমুদ্ৰত নিমগ্ন হ'ল, কিন্তু সমুদ্ৰৰ স্ৰোতে বশিষ্ঠৰ দেহ পাৰত তুলি দিলে। মহৰ্ষি তেতিয়া অতিশয় সন্তপ্তচিত্তে অগত্যা পুনৰ্বাৰ আশ্ৰমলৈ ঘূৰি আহিল।

## বিপাশা আৰু শতদ্ৰু নদীৰ পৰিস্থিতি ঃ

পুত্ৰশূন্য আশ্ৰমত বশিষ্ঠ অতিশয় শোকাকুল হৈ পৰিল; সেই কাৰণে তেওঁ পুনৰ্বাৰ আশ্ৰমৰপৰা নিষ্ক্ৰান্ত হৈ কিছুদূৰ গৈ দেখিলে যে কোনো এটি নদী

বাৰিষাৰ প্ৰভাৱত ভৰি উঠিছে আৰু নদীৰ সোঁত বেগেৰে বৈ যোৱা বাবে পাৰত থকা গছ-গছনি উঘালি পৰিছে আৰু নদীয়ে উটাই লৈ গৈছে। তাকে দেখি মহৰ্ষি পুত্ৰ শোকত অত্যন্ত দুঃখিত হৈ নদীৰ জলত নিমগ্ন হৈ প্ৰাণ ত্যাগৰ সংকল্প কৰিলে। তাৰ পাছত নিজকে পাশ জৰীৰে দৃঢ়ৰূপে বান্ধি নদীৰ জলত নিমগ্ন হ'ল। নিমগ্ন হোৱা মাত্ৰকে মহানদী মহৰ্ষিৰ পাশ ছেদ কৰি তেওঁক পাৰত তুলি দিলে। মহৰ্ষি পাশবিমুক্ত আৰু স্থলত উত্তীৰ্ণ হৈ সেই নদীৰ নাম বিপাশা ৰাখিলে। তাৰ পাছত মহৰ্ষিৰ শোক প্ৰবল হ'বলৈ ধৰিলে। তেওঁৰ বিষম কাতৰতাৰ কাৰণে একঠাইত অৱস্থান কৰি থাকি নদী, পৰ্বত আৰু সৰোবৰ থকা ঠাইত পৰ্যটন কৰি ফুৰিব ধৰিলে।

এক সময়ত ভয়ঙ্কৰ কুম্ভীৰ থকা হৈমৱতী নামে নদী এটি দেখিবলৈ পাই মহৰ্ষি তাত জাপ দি পৰিল। সেই নদীয়ে ব্ৰাহ্মণক অগ্নিতুল্য বিবেচনা কৰি নিজে শতধা বিভক্ত হৈ গ'ল। সেই কাৰণে সেই নদী তেতিয়াৰ পৰা শতদ্ৰু নামে বিখ্যাত হ'ল। নদীৰ পূৰ্বৰ জলধাৰা বিভক্ত হৈ যোৱাত সেই ঠাই স্থলত পৰিণত হ'ল আৰু সেই স্থলত মহৰ্ষি থাকি গ'ল।

মহৰ্ষিয়ে তেতিয়া আত্মসংহাৰত অকৃতকাৰ্য হৈ পুনৰায় আশ্ৰমলৈ ঘূৰি অহিল। ইতিমধ্যে তেওঁ বিবিধ পৰ্বত আৰু বহুবোৰ দেশ পৰ্যটন কৰিলে। এই পৰ্যটনত তেওঁৰ অদৃশ্যন্তী-নাম্নী পুত্ৰবধূৱে তেওঁক অনুসৰণ কৰি ফুৰিছিল। এই কথা মহৰ্ষিয়ে পূৰ্বে জনা নাছিল। তেওঁ আশ্ৰমলৈ ঘূৰি অহাৰ সময়ত আশ্ৰম পোৱাৰ পূৰ্বে শিক্ষা কল্প ব্যাকৰণ নিৰুক্ত ছন্দ আৰু জ্যোতিষ এই ছয়টি অঙ্গেৰে অলঙ্কৃত আৰু পৰিপূৰ্ণ অৰ্থেৰে সুসঙ্গত বেদাধ্যয়ন শব্দ শুনিবলৈ পাই সুধিলে 'কোনে মোক অনুসৰণ কৰি আছে?' তেতিয়া অদৃশ্যন্তীয়ে উত্তৰ দিলে— 'মই আপোনাৰ পুত্ৰ শক্তিৰ সহধৰ্মিনী তপস্বিনী অদৃশ্যন্তী'।

তেতিয়া মহৰ্ষিয়ে ক'লে— মা! পূৰ্বে শক্তিৰ মুখত যেনে সামবেদৰ ধ্বনি শুনিছিলো, সেইৰূপ ষড়ঙ্গ বেদ কোনে উচ্চাৰণ কৰিছে? অদৃশ্যন্তীয়ে উত্তৰ দিলে— "মোৰ গৰ্ভত আপোনাৰ পুত্ৰ শক্তিৰ এক পুত্ৰ উৎপন্ন হৈছে। বাৰ বছৰ হ'ল সেই পুত্ৰই গৰ্ভতে বেদ অধ্যয়ন কৰিছে।" অদৃশ্যন্তীয়ে শহুৰেকক এইদৰে কোৱাত মহৰ্ষি বশিষ্ঠৰ হৃদয়ত আনন্দৰ সঞ্চাৰ হ'ল। তেওঁ জানিব পাৰিলে যে তেওঁৰ বংশ ৰক্ষা কৰিবলৈ বংশধৰ আছে। তেতিয়া তেওঁৰ মৰণৰ ইচ্ছা নোহোৱা হ'ল। যেতিয়া পুত্ৰবধূৰ সৈতে মহৰ্ষি বশিষ্ঠ আশ্ৰমলৈ ঘূৰি আহিব ধৰিছে, তেতিয়া এক নিৰ্জন বনত ৰাক্ষস কল্মাষপাদক দেখিবলৈ পোৱা গ'ল। ৰাক্ষস ৰজাই মহৰ্ষিক দেখা পোৱা মাত্ৰে অতিশয় ক্ৰোধান্বিত হৈ তেওঁক গ্ৰাস কৰিবৰ নিমিত্তে আগবাঢ়ি আহিছে। সেই ৰাক্ষসক দেখি অদৃশ্যন্তী ভীতা হৈ মহৰ্ষি বশিষ্ঠৰ ওচৰলৈ আহি ক'লে— ভগৱন! সাক্ষাৎ কালন্তক যমৰ দৰে এই বিকট আকাৰ

ৰাক্ষসে হাতত দণ্ডলৈ আমাৰফালে আহিব ধৰিছে। এতিয়া আপোনাত বাহিৰে আন কোনোৱে তাক নিবাৰণ কৰিব নোৱাৰিব। সি নিশ্চয় আমালোকক গ্ৰাস কৰিবলৈ ইচ্ছা কৰিছে। এই পাপিষ্ঠ আৰু ভয়ঙ্কৰ আকৃতিৰ ৰাক্ষসটোৰ পৰা আমাক পৰিত্ৰাণ কৰক।

তেতিয়া মহৰ্ষিয়ে উত্তৰ দিছে— "মা, তুমি ভয় নকৰিবা। ইয়েই সেই সুবিখ্যাত ৰজা কল্মাষপাদ, ইয়েই শক্ত্ৰিৰ শাপৰ প্ৰভাৱত ৰাক্ষস হৈছে।" এই বুলি মহৰ্ষি বশিষ্ঠই হুঙ্কাৰ ধ্বনি কৰি ওচৰলৈ অহা ৰাক্ষসক আৰু আগবাঢ়িবলৈ নিদিলে— স্তম্ভিত কৰি ৰাখিলে আৰু তাৰ পাছত যোগবলেৰে মন্ত্ৰপূত জলেৰে তাৰ শাপ মোচন কৰি দিলে। তেতিয়া যি কল্মাষপাদ ৰজা শক্ত্ৰিৰ শাপত ৰাহুগ্ৰস্ত সূৰ্য্যৰ দৰে নিস্তেজ হৈছিল, সেই ৰাক্ষস কল্মাষপাদ শাপমুক্ত হ'ল। তেতিয়া সান্ধ্য সূৰ্য্যৰ কিৰণ স্পৰ্শেৰে মেঘমণ্ডলী যেনেকৈ ৰঞ্জিত হৈ উঠে, তেনেদৰে শাপমুক্ত ৰজাৰ তেজঃপুঞ্জেৰে সমস্ত বনাঞ্চল ৰঞ্জিত হৈ পৰিল।

ৰজাৰ সংজ্ঞা লাভ কৰি কৃতাঞ্জলিৰে অভিবাদন কৰি ঋষিসত্তম বশিষ্ঠ দেৱক ক'লে— হে মহাভাগ! মই ইক্ষ্বাকু বংশীয় ৰজা, মোৰ নাম কল্মাষপাদ আৰু মই আপোনাৰ যজমান। এতিয়া আপুনি আপোনাৰ যি অভিলাষ সেই অনুসাৰে মোক আদেশ দিয়ক।

মহৰ্ষিয়ে উত্তৰ দিলে— বক্তব্যৰ কাল অতীত হৈছে, এতিয়া তুমি ৰাজধানীলৈ গৈ যথা বিধানে ৰাজ্য শাসন কৰাগৈ। কেতিয়াও ব্ৰাহ্মণক অৱমাননা নকৰিবা।

ৰজাই ক'লে — হে তপোধন! পুনঃ কেতিয়াও মই ব্ৰাহ্মণৰ অৱমাননা নকৰোঁ।

## বিশ্বামিত্ৰৰ চৰম বৈৰিতা আৰু পৰাভৱ ঃ

বিশ্বামিত্ৰই যাগ-যজ্ঞ আৰু তপস্যা বহুবছৰ ধৰি কৰাৰ পাছত ব্ৰহ্মাৰ বৰত ব্ৰাহ্মণত্ব অৰ্জন কৰিলে। দেবৰ্ষি, ব্ৰহ্মৰ্ষি আৰু ৰাজৰ্ষি সকলে, বিশ্বামিত্ৰক ব্ৰাহ্মণ বুলি স্বীকাৰ কৰিলে; কিন্তু বশিষ্ঠই সেই স্বীকৃতি নিদিলে।

বিশ্বামিত্ৰই দেখিলে দেৱসমাজ, মনুষ্য সমাজ আৰু ৰাজসমাজে তেওঁক বাহ্মণ বুলি স্বীকাৰ কৰিছে, কিন্তু একমাত্ৰ বশিষ্ঠইহে স্বীকৃতি দিয়া নাই। গতিকে তেওঁ ভাবিলে যে বশিষ্ঠক যদি ইহ জগতৰপৰা একেবাৰে বিদায় দিব পৰা যায়; তেন্তে তেওঁৰ প্ৰতিদ্বন্দ্বী কোনো নাথাকিব।

এই বুলি ভাবি তেওঁ 'বশিষ্ঠ নিধন যজ্ঞ' পাতি যজ্ঞৰ হোতা বিচাৰি প্ৰথমতঃ ঋষিসকলৰ ওচৰলৈ গ'ল, কিন্তু বিশ্বামিত্ৰৰ ব্ৰাহ্মণত্বক স্বীকাৰ কৰিলেও বশিষ্ঠ নিধন যজ্ঞৰ হোতা হ'বলৈ কোনো ঋষিয়ে স্বীকাৰ নকৰিলে।

তাৰ পাছত বিশ্বামিত্ৰই ব্ৰহ্মাৰ ওচৰলৈ গৈ ক'লে— হে পিতামহ! আপুনি যে অনুগ্ৰহ কৰি মোক ব্ৰাহ্মণত্বত অধিষ্ঠিত কৰিলে, সেই অধিষ্ঠানে মোক দেৱ-সমাজ, ঋষি সমাজ আৰু ৰাজ-সমাজে ব্ৰাহ্মণত্বত স্বীকৃতি দিছে; অকল বশিষ্ঠই স্বীকৃতি দিয়া নাই। বশিষ্ঠৰ প্ৰভাৱ ঋষি, দেৱতা আৰু ৰাজন্যবৰ্গৰ ওচৰত প্ৰভূত, সেই বাবে তেওঁলোকে মোক ব্ৰাহ্মণ বুলি স্বীকাৰ কৰিলেও বশিষ্ঠৰ দৰে মোৰ মান সন্মান তেওঁলোকৰ মাজত প্ৰতিষ্ঠা পোৱা নাই। মোৰ মন অসহনীয় হৈ উঠিছে। সেই কাৰণে মই "বশিষ্ঠ নিধন যজ্ঞ"ৰ আয়োজন কৰিছোঁ; কিন্তু সেই যজ্ঞৰ হোতা হ'বলৈ কোনো ঋষিয়ে স্বীকাৰ কৰা নাই। মোৰ সঙ্কল্পিত এই যজ্ঞ যদি সম্পন্ন নহয়, আপোনাৰ প্ৰদত্ত ব্ৰাহ্মণত্বৰ গৌৰৱো সম্যকভাৱে প্ৰতিষ্ঠিত নহয়। এই বিষয়ে আপুনি মোক কি উপদেশ দিয়ে?

ব্ৰহ্মাই ক'লে— বিশ্বামিত্ৰ! এই ভূ-লোকত যিমান ব্ৰাহ্মণ আছে, সকলোৱে সমান সুকৃতি সম্পন্ন নহয় আৰু সকলোৰে তপস্যালব্ধ সিদ্ধি সমপৰ্যায়ৰ নহয়— অকল ব্ৰাহ্মণৰ ভিতৰতে নহয়, ক্ষত্ৰিয়াদি বৰ্ণৰ ভিতৰতো সকলেৱে সমান যোদ্ধা, সমান কৃষিজ্ঞ খেতিয়ক বা সমান সমৃদ্ধিসম্পন্ন বণিক নহয়। সমাজ সেৱা কৰা বৰ্ণৰ ভিতৰতো সকলোৱে একনিষ্ঠ নহয়। এই বৈষম্য সৰ্বত্ৰ আছে। ইয়াত তোমাৰ শোচনা কৰিব লগা একো কথা নাই। তুমি বশিষ্ঠ নিধন যজ্ঞ পাতি ব্ৰাহ্মণোচিত কাৰ্য আৰম্ভ কৰা নাই। এই যজ্ঞৰ অনুষ্ঠান নকৰি তুমি পুনঃ বিষ্ণুপ্ৰীতিৰ কাৰণে তপস্যাত ব্ৰতী হোৱা।

ব্ৰহ্মাৰ এই পৰামৰ্শত বিশ্বামিত্ৰ সন্তুষ্ট নহ'ল। তেওঁ এই যজ্ঞ সম্পন্ন কৰিবই বুলি ব্ৰহ্মাক জানিবলৈ দিলে। তেতিয়া ব্ৰহ্মাই ক'লে— তুমি যদি এই যজ্ঞ সম্পন্ন কৰাত দৃঢ়সঙ্কল্প হৈছা, তেন্তে মোৰ ওচৰলৈ তুমি কি ভাবি আহিছা? মোৰ উপদেশ তুমি মানিব খোজা নাই— তোমাৰ নিজৰ অভিৰুচিমতে যি ভাল দেখা তাকে কৰা।

বিশ্বামিত্ৰই ক'লে— মই যজ্ঞৰ অনুষ্ঠান কৰিম নে নকৰিম সেই পৰামৰ্শ বিচাৰি আপোনাৰ ওচৰলৈ অহা নাই। মই আহিছোঁ কোনো উপযুক্ত ঋত্বিক হোতা স্বৰূপে স্থিৰ কৰি দিবলৈ আপোনাক অনুৰোধ কৰিবলৈ।

ব্ৰহ্মাই ক'লে— তোমাৰ তপস্যাত সন্তুষ্ট হৈ তোমাক ব্ৰাহ্মণত্ব দান কৰিছোঁ, এতিয়া সেই ব্ৰাহ্মণত্ব প্ৰতিষ্ঠিত কৰিবলৈ মই ত্ৰিলোক বৰণ্য অতি বিশিষ্ট মহৰ্ষি এজন নিধনৰ বাবে যজ্ঞ কৰিবলৈ কোনো ঋত্বিক নিৰ্দেশ দিব নোৱাৰোঁ। ই মোৰ কাৰণে অধিকাৰ বহিৰ্ভূত কাৰ্য্য হ'ব। কোন ঋষি তোমাৰ প্ৰিয় বা হিতকাৰী সেইটো তুমিহে জানা।

বিশ্বামিত্ৰই তেতিয়া ব্ৰহ্মাক ক'লে — পিতামহ! আপুনি যদি কোনে

ঋষিক হোতা হ'বলৈ নিৰ্দ্দেশ দিবলৈ ইচ্ছা নকৰে, তেন্তে আপোনাকে এই কাৰ্যৰ বাবে বৰণ কৰো, আপুনি নিজেই হোতা হৈ মোৰ সংকল্পিত যজ্ঞ সমাপন কৰক।

ব্ৰহ্মাই ক'লে — সেইটো ততোধিক গুৰুতৰ কাৰ্য। তুমি যদি তোমাৰ সংকল্পিত যজ্ঞ এৰিব নোখোজা আৰু তুমি যদি আন কোনো ঋষিক হোতাৰূপে বৰণ কৰিব নোৱাৰা, তেন্তে স্বয়ং বশিষ্ঠৰ ওচৰলৈ গৈ তেওঁক হোতাৰূপে বৰণ কৰাগৈ।

বিশ্বামিত্ৰই ক'লে — সেইটো কেনেকৈ হ'ব? বশিষ্ঠই নিজৰ নিধনৰ বাবে যজ্ঞৰ সংকল্প কৰা বা অগ্নিত আহুতি দিয়া কাৰ্য কিয় কৰিব?

ব্ৰহ্মাই তেতিয়া কিঞ্চিৎ ক্ৰোধ প্ৰকাশ কৰি ক'লে— তুমি মোৰ পৰামৰ্শ লোৱাচোন, বশিষ্ঠই যদি অস্বীকাৰ কৰে, তেন্তে পুনঃ মোৰ ওচৰলৈ আহিবা। তেতিয়া মই তোমাৰ সমস্যা পূৰণ কৰি দিম।

বিশ্বামিত্ৰই ব্ৰহ্মাক প্ৰণতি জনাই দুঃখিত মনে ঘূৰি আহিল আৰু মনতে নানা প্ৰকাৰ আলোচনা বিলোচনা কৰি ইতস্ততঃ মনোভাৱ লৈ বশিষ্ঠৰ আশ্ৰমলৈ বুলি যাত্ৰা কৰিলে।

নিত্য-নৈমিত্তিক সন্ধা উপাসনা আৰু নিত্যহোম সমাপন কৰি অগ্নিকুণ্ডৰ কাষতে বশিষ্ঠ বহি আছিল আৰু দুই চাৰিজন শিষ্যও অধ্যয়নৰত হৈ সেই ঠাইত উপস্থিত আছিল। এনেতে বিশ্বামিত্ৰ গৈ তাত উপস্থিত হ'ল।

বশিষ্ঠই স্বাগত সম্ভাষণ জনাই বিশ্বামিত্ৰক নিজৰ কাষতে আসন দি বহিবলৈ ক'লে। তাৰ পাছত বিশ্বামিত্ৰক সুধিলে— মহাৰাজ! আপুনি কি উদ্দেশ্যে আজি মোৰ আশ্ৰমলৈ আহিছে? মই আপোনাক কি কাৰ্য্যত সহায় কৰিব পাৰিম?

বিশ্বামিত্ৰই অতি নম্ৰভাৱে বশিষ্ঠক সম্ভাষণ কৰি ক'লে— মহৰ্ষি! আপুনি আজিও মোৰ সৰ্ব্বজন স্বীকৃত ব্ৰাহ্মণত্ব স্বীকাৰ কৰা নাই। ব্ৰহ্মৰ্ষিসকলৰ মাজত আপুনিয়ে সৰ্বশ্ৰেষ্ঠ বুলি সকলোৱে কয়। আনকি সৃষ্টিকৰ্ত্তা ব্ৰহ্মায়ো সেই কথাকে কয়। আপুনি মোৰ ব্ৰাহ্মণত্ব স্বীকাৰ নকৰাত আপোনাৰ ওচৰত এটা প্ৰাৰ্থনা লৈ উপস্থিত হৈছোঁ। আপুনি সেই প্ৰাৰ্থনা মঞ্জুৰ কৰিব বুলি আশা কৰিছোঁ— এই বুলি কৈ কিছু সময় নিমাত হৈ থাকিল।

বশিষ্ঠই বিশ্বামিত্ৰই কি ক'বলৈ আহিছে— ধ্যান যোগেৰে তাক জানিব পাৰি ক'লে— 'তপোধন! মই আপোনাৰ যিকোনো প্ৰাৰ্থনা মঞ্জুৰ কৰিবলৈ সাজু আছোঁ।

তেতিয়া বিশ্বামিত্ৰই ক'লে— মহৰ্ষি! আপুনি মোৰ তপস্যা-লব্ধ ব্ৰাহ্মণত্ব স্বীকাৰ নকৰাত মই অতিশয় দুঃখিত হৈ প্ৰজাপতিৰ নিৰ্দ্দেশত আপোনাৰ ওচৰলৈ আহিছোঁ। মই 'বশিষ্ঠ নিধন যজ্ঞ'ৰ আয়োজন কৰিছোঁ; কাৰণ আপুনি জীৱিত

থাকিলে মোৰ ব্ৰাহ্মণত্ব সৰ্ব্বজন স্বীকৃত হৈ নুঠে। সেইবাবে মই আপোনাক সুধিবলৈ আহিছোঁ যে হয় আপুনি মোৰ ব্ৰাহ্মণত্ব স্বীকাৰ কৰক, নহয় 'বশিষ্ঠ নিধন যজ্ঞ'ৰ পুৰোহিত স্বয়ং আপুনিয়েই হওক। এই ত্ৰিভুবনত ব্ৰহ্মাকে আদি কৰি কোনো দেৱৰ্ষি বা ব্ৰহ্মৰ্ষি এই যজ্ঞৰ হোতা হবলৈ আগবাঢ়ি নাহে, আনকি দেৱগুৰু বৃহস্পতি বা দৈত্যগুৰু শুক্ৰাচাৰ্যও নাহে। আয়োজিত যজ্ঞৰ হোতা স্বৰূপে বৰণ কৰিলে কোনো ব্ৰাহ্মণে নিমন্ত্ৰণ অস্বীকাৰ কৰা শাস্ত্ৰ বিৰুদ্ধ। যিহেতুকে ভূতলত আপুনি সৰ্ব্বশ্ৰেষ্ঠ পুৰোহিত, সেইবাবে অন্য কোনো ভূতলবাসী পুৰোহিত শ্ৰেষ্ঠ পুৰোহিতৰ নিধন যজ্ঞৰ পৌৰহিত্য কৰি পাপৰ ভাগী নহয়— শাস্ত্ৰ বিধিৰ এই বাখ্যা তেওঁলোকে ডাঙি ধৰিছে আৰু এই যজ্ঞৰ পুৰোহিত আপুনিহে উপযুক্ত আৰু বৰণ যাচিলে আপুনি স্বীকৃত হ'ব বুলি সকলোৱে মোক অশ্বাস দিছে।

তেতিয়া বশিষ্ঠই ক'লে যে বশিষ্ঠ যদি যজ্ঞত নিধন প্ৰাপ্ত হয়, তেতিয়া আপুনি আপোনাৰ বিৰোধ পক্ষ নাথাকিব বুলি ভাবিছে; কিন্তু ইও ক্ষত্ৰিয়োচিত চিন্তাধাৰাহে। সেইবাবে মই ঋষি বাক্যক শ্ৰদ্ধা জনাই আপোনাৰ যজ্ঞৰ পুৰোহিত হবলৈ মান্তি আছোঁ। নিজৰ নিধনতো শঙ্কা নকৰি মই আপোনাৰ যজ্ঞৰ পুৰোহিত হম; কিন্তু আপোনাৰ ব্ৰাহ্মণত্ব স্বীকাৰ নকৰোঁ।

বিশ্বামিত্ৰ উল্লসিত হৈ বশিষ্ঠক পাদ্য-অৰ্ঘ্য দি বশিষ্ঠ নিধন যজ্ঞৰ পৌৰহিত্যত বৰণ কৰিলে আৰু বশিষ্ঠই আনন্দমনে প্ৰকাশ কৰিলে যে এইবাৰ বিশ্বামিত্ৰ বশিষ্ঠৰ বিবাদৰ অন্ত পৰিব।

নিৰ্দ্দিষ্ট দিনত "বশিষ্ঠ নিধন যজ্ঞ" মহৰ্ষি বশিষ্ঠৰ পৌৰহিত্যত আৰম্ভ হ'ল। বিশ্বামিত্ৰই বশিষ্ঠৰ নিৰ্ভীক আৰু দ্বিধাহীন মনৰ পৰিচয় পাই স্তম্ভিত হৈ গৈছে। যেতিয়া বশিষ্ঠই বশিষ্ঠঋষিৰ নিধনৰ অৰ্থে মন্ত্ৰপূত আহুতি অগ্নিৰ শিখাত দিবলৈ উদ্যত হৈছে— তেতিয়া বিশ্বামিত্ৰ ঋষি 'তিষ্ঠ তিষ্ঠ' বুলি কৈ বশিষ্ঠৰ পদতলত পতিত হ'ল আৰু যজ্ঞত এই আহুতি নিদিব বুলি পুনঃ পুনঃ অনুৰোধ কৰিব ধৰিলে। বশিষ্ঠ মুনিয়ে যজমানৰ ইচ্ছানুসাৰে মন্ত্ৰপুত আহুতি প্ৰত্যাহাৰ কৰি যজ্ঞৰ সংকল্পবাক্যৰ ক্ৰটীৰ বাবে এশ আঠোটা আহুতি বিষ্ণুৰ নামে দান কৰি যজ্ঞ সমাপ্ত কৰিলে।

তাৰ পাছত বশিষ্ঠই ভূলুণ্ঠিত বিশ্বামিত্ৰক নিজে তুলি ধৰি অতি স্নেহেৰে আলিঙ্গন কৰিলে। ঋষি! আজি তুমি ব্ৰাহ্মণত্বৰ অধিকাৰ পাইছা। ক্ষত্ৰিয়ত্ব নিৰ্মূল হৈছে— ব্ৰাহ্মণৰ ক্ষমা গুণৰ মহত্ব আজি তুমি উপলব্ধি কৰিছা। "জয়োস্তু জয়োস্তু" বুলি বিশ্বামিত্ৰৰ মূৰত ধৰি বশিষ্ঠ মুনিয়ে আশীৰ্বাদ কৰিলে।

# সুন্দ-উপসুন্দ উপাখ্যান

পুৰণিকালত অসুৰ-ৰজা হিৰণ্যকশিপুৰ বংশত মহাবল পৰাক্ৰান্ত নিকুম্ভ নামেৰে এক তেজস্বী দৈত্য জন্ম গ্ৰহণ কৰে। সেই দৈত্য দৈত্যসকলৰ ৰজা আছিল। তেওঁৰ সুন্দ আৰু উপসুন্দ নামে দুই পুত্ৰ জন্মিছিল। দুই পুত্ৰই অতিশয় পৰাক্ৰমী আৰু অতি ক্ৰুৰ স্বভাৱৰ আছিল। সিহঁত দুয়ো সকলো কাৰ্যতে এক মতাৱলম্বী আছিল আৰু একে কৰ্মতে নিৰত থাকিছিল— কোনো কাৰ্যতে ভিন্ন-মতাৱলম্বী নাছিল আৰু উভয়ে সদায় পৰস্পৰৰ প্ৰিয় কাৰ্য কৰিছিল আৰু পৰস্পৰৰ প্ৰতি প্ৰিয় বাক্যহে কৈছিল। ফলতঃ সিহঁতৰ দুই ভাইক দেখিলে এক মূৰ্তি দ্বিধাবিভক্ত যেন দেখা গৈছিল।

সেই দুই ভাইৰ ক্ৰমে ক্ৰমে বয়স হৈ আহিল। কিছুদিন পাছত উভয়ে ত্ৰৈলোক্য বিজয়ৰ সংকল্প লৈ দীক্ষা গ্ৰহণ কৰিলে আৰু বিন্ধ্য পৰ্বতত গৈ তপস্যা আৰম্ভ কৰিলে। জটা আৰু বল্কল ধাৰণ কৰি ভোক পিয়াহ পৰিত্যাগ কৰি কেৱল বায়ু ভক্ষণ কৰিছিল আৰু নিজৰ গাৰ মঙহ কাটি অগ্নিত আহুতি দিছিল। ভৰিৰ বৃদ্ধাঙ্গুষ্ঠত ভৰ দি দণ্ডায়মান হৈ নিমিহ নকঢ়াকৈ উৰ্দ্ধবাহু হৈ থাকিছিল। এইদৰে সিহঁতে কেইবাবছৰো তপস্যা কৰিলে। সিহঁতৰ এই উগ্ৰ তপস্যাত বিন্ধ্যাচল তাপিত হৈ পৰিল আৰু তাৰপৰা কেৱল ধোৱাঁ ওলাবলৈ ধৰিলে।

এনে অদ্ভুত তপস্যা দেখি দেৱতাসকল অতিশয় শঙ্কিত হৈ পৰিল আৰু সিহঁতৰ ওচৰলৈ বিবিধ ধন-ৰত্ন আৰু সুন্দৰী ৰমনীসকলক পঠাই দি সিহঁতক প্ৰলোভিত কৰিবলৈ চেষ্টা কৰিলে। কিন্তু সিহঁত একোতে বিচলিত নহ'ল। তেতিয়া দেৱতাসকলে মায়াজাল বিস্তাৰ কৰি সিহঁতৰ তপস্যা ভঙ্গ কৰিবলৈ যত্ন কৰিলে। এদিনাখন সিহঁতে দেখিলে যে শূলধাৰী এক বিকটাকাৰ ৰাক্ষসে সিহঁতৰ মাতৃ, ভগিনী পত্নী আৰু অন্যান্য বন্ধু-বান্ধৱক প্ৰাণ বধ কৰিবলৈ লৈ যাব ধৰিছে। সেই ৰাক্ষসৰ ভয়ত দুই ভাইৰ স্বজনসকলৰ গাৰ পৰা বস্ত্ৰবূষণ আৰু মাল্যাদি পৰি পৰি গৈছিল। তাৰ পাছত সিহঁতে সেই দুই ভায়েকক উদ্দেশ্য কৰি 'ৰক্ষা কৰা' বুলি চিঞৰি চিঞৰি কবলৈ ধৰিলে। সুন্দ আৰু উপসুন্দ তাতো বিচলিত নহ'ল। তাকে দেখি সেই স্ত্ৰী আৰু ৰাক্ষসবিলাক নিজে অন্তৰ্হিত হৈ গ'ল। সেই স্ত্ৰী আৰু ৰাক্ষসবিলাক প্ৰকৃততে সুন্দ-উপসুন্দৰ আপোনজন নাছিল; দেৱতাসকলৰ মায়াৰ দ্বাৰাহে সৃষ্টি হৈছিল। দেৱতাসকলে সুন্দ-উপসুন্দক বিচলিত কৰিব নোৱাৰাত মায়াৰ জাল গুচাই নিলে আৰু সুন্দ উপসুন্দৰ আপোনজন বুলি প্ৰকাশ পোৱা স্ত্ৰী আৰু ৰাক্ষস বিলাক নাইকিয়া হৈ গ'ল।

তাৰ পাছত স্বয়ং ভগবান ব্ৰহ্মা সেই অসুৰ দুজনৰ আগত উপস্থিত হ'ল

আৰু সিহঁতক বৰদান কৰিবলৈ ইচ্ছা প্ৰকাশ কৰিলে। তেতিয়া দুই ভায়ে কৰযোৰে প্ৰাৰ্থনা কৰিলে, হে পিতামহ! আপুনি যদি আমালোকৰ প্ৰতি প্ৰসন্ন হৈছে তেন্তে আমাক এই বৰ দিয়ক যেন আমি সকলো প্ৰকাৰ মায়াত অভিজ্ঞ হওঁ, সকলোপ্ৰকাৰ অস্ত্ৰচালনা কৰিব পৰা হওঁ, আমি যেন ইচ্ছানুৰূপ ৰূপ গ্ৰহণ কৰি য'তে ত'তে পৰিভ্ৰমণ কৰিব পাৰো। আমি যেন মহাবলী হওঁ আৰু আমি অমৰ হওঁ।

তেতিয়া পদ্মযোনি ব্ৰহ্মাই ক'লে— মই তোমালোকক অমৰত্ব বৰ দিব নোৱাৰো, বাকী কেইটি বৰ দিবলৈ ৰাজী আছো। তোমালোকক অমৰত্ব দান কৰিলে তোমালোক দেৱতাবিলাকৰ সমান হবা। তোমালোকে সকলোৰে ওপৰত আধিপত্য কৰিবলৈ ইচ্ছা কৰিছা, গতিকে তোমালোকক অমৰত্ব বৰ দান কৰা উচিত নহব। তোমালোকে ত্ৰৈলোক্য বিজয়ৰ মানস কৰি এই দুৰ্ঘোৰ তপস্যা কৰিছা; সেইবাবে তোমালোকক অমৰত্ব বৰ নিদিলোঁ।

তেতিয়া সুন্দ আৰু উপসুন্দই প্ৰাথনা কৰিলে, হে পিতামহ! আপুনি যদি নিতান্ত আমাক অমৰ নকৰে, তেন্তে আমাক এই বৰ দিয়ক যে ত্ৰিলোকত থকা স্থাৱৰ বা জঙ্গম পদাৰ্থৰ পৰা আমাৰ কোনো ভয় নেথাকে, আমি কেৱল পৰস্পৰকহে সংহাৰ কৰিব পাৰিম।

ব্ৰহ্মাই ক'লে— হে অসুৰদ্বয়! তোমালোকৰ প্ৰাৰ্থনাত মই সম্মত হৈছোঁ আৰু মই এই বৰ দিছোঁ যে তোমালোকৰ প্ৰাৰ্থনা অনুসাৰেহে তোমালোকৰ মৃত্যু হ'ব।

ব্ৰহ্মাই অসুৰদ্বয়ক সিহঁতৰ অভিমত বৰ দান কৰি সিহঁতক কঠোৰ তপস্যাৰ পৰা নিবৃত্ত কৰি ব্ৰহ্মালোকলৈ প্ৰস্থান কৰিলে আৰু সুন্দ উপসুন্দযো ব্ৰহ্মাৰ বৰত সৰ্বলোকৰ অবধ্য হৈ নিজভৱনলৈ প্ৰস্থান কৰিলে।

নিজ ভৱনলৈ গৈ সুন্দ উপসুন্দই নিজ নিজ জটাভাৰ পৰিত্যাগ কৰি মূৰত মুকুট পিন্ধিলে আৰু শৰীৰত মহামূল্যবান আভৰণ আৰু দিব্যবস্ত্ৰ পৰিধান কৰিলে। সিহঁতৰ বান্ধৱসকলে আনন্দ-সাগৰত ভাহি ঠায়ে ঠায়ে নৃত্যগীত আৰু ভোজমেল পাতি উৎসৱ পালন কৰিব ধৰিলে।

## স্বৰ্গে মৰ্ত্তে সুন্দ উপসুন্দৰ উপদ্ৰৱ ঃ

দৈত্যপুৰী এইদৰে আনন্দত পৰিপূৰ্ণ হ'ল। সুন্দ আৰু উপসুন্দই ত্ৰৈলোক্য বিজয় কৰিবৰ মানস কৰি সৈন্যবিলাকক সু-সজ্জিত হ'বলৈ আদেশ কৰিলে আৰু বৃদ্ধ দৈত্যসকলৰ আৰু মন্ত্ৰীসকলৰ অনুজ্ঞা হৈ শুভ মুহূৰ্ত্ত চাই যুদ্ধযাত্ৰা কৰিলে। পোন প্ৰথমে সিহঁতে দেৱতাসকলৰ বাসস্থান আক্ৰমণ কৰিবলৈ

দেৱলোকলৈ গ'ল। দৈত্য বিলাকক দেৱলোকত প্ৰবেশ কৰা দেখি আৰু ব্ৰহ্মাৰ বৰত বলীয়ান হৈ অহা বুলি জানি দেৱতাসকলে স্বৰ্গ পৰিত্যাগ কৰি ব্ৰহ্মালোকলৈ প্ৰস্থান কৰিলে।

সুন্দ আৰু উপসুন্দই অনায়াসে ইন্দ্ৰলোক জয় কৰি যক্ষ-ৰক্ষ প্ৰভৃতি খেচৰবিলাকৰ প্ৰাণ নাশ কৰিবলৈ ধৰিলে। তাৰ পাছত ক্ৰমে ক্ৰমে ৰসাতলত থকা নাগবিলকক আৰু সমুদ্ৰৰ পাৰত থকা ম্লেচ্ছ জাতিবিলাকক জয় কৰিলে। তাৰ পাছত সমস্ত মেদিনী মণ্ডল বিজয়ৰ উদ্দেশ্য দানৱদ্বয়ে নিজৰ সেনানায়কবিলাকক আহ্বান কৰি আদেশ জাৰি কৰিলে, চোৱা! ৰাজৰ্ষিসকলে মহাযজ্ঞৰ দ্বাৰা আৰু দ্বিজসকলে হব্য (১), কব্যৰ(২) দ্বাৰা দেৱতাসকলৰ তেজ আৰু সম্পত্তি পৰিবৰ্দ্ধিত কৰিব ধৰিছে। ব'লা, আমি সকলোৱে একেলগে সেই অসুৰদ্বেষী দুষ্ট ৰজা আৰু ব্ৰাহ্মণবিলাকৰ প্ৰাণ নাশ কৰোঁ গৈ।

সুন্দ আৰু উপসুন্দই সৈন্যবিলাকৰ প্ৰতি এই আদেশ দি মহাসমুদ্ৰৰ পূব ফালে যাবলৈ ধৰিলে। তাত গৈ যিবিলাক ব্ৰাহ্মণে যজ্ঞ কৰি আছিল আৰু যিবিলাকে যজ্ঞ কৰাই আছিল, সেইবিলাকক বিনাশ কৰিলে। সৈন্যবিলাকে তপস্বীবিলাকৰ আশ্ৰমত থকা সাগ্নিক ব্ৰাহ্মণ সকলক প্ৰাত্যহিক হোম কাৰ্যৰ (অগ্নিহোত্ৰ) দ্ৰব্যবোৰ কাঢ়ি নি পানীত পেলাই দিলে। মুনিসকলে ক্ৰুদ্ধ হৈ শাপ দিলে কিন্তু ব্ৰহ্মাৰ বৰৰ প্ৰভাৱত সেই শাপ কাৰ্য্যকৰী নহ'ল। মুনিসকলৰ সেই শাপ ব্যৰ্থ হোৱাত তেওঁলোকে অগত্যা তপোনুষ্ঠান পৰিত্যাগ কৰি পলাই যাবলৈ ধৰিলে। আনকি যিবিলাক মহৰ্ষি দান্ত, শমপৰায়ণ আৰু তপ সিদ্ধ আছিল, তেওঁলোকেও গৰুড়ৰ ভয়ত যেনেকৈ সৰ্পবিলাক পলায়ন কৰে সেইদৰে পলায়ন-পৰ হ'ল। দৈত্যবিলাকৰ উপদ্ৰৱত আশ্ৰমবোৰ ভাগি গ'ল আৰু যজ্ঞীয় দ্ৰব্যবোৰ চাৰিওফালে বিকীৰ্ণ হৈ পৰিল। ফলতঃ সমগ্ৰ জগৎ কালগ্ৰস্তৰ দৰে শূণ্যপ্ৰায় বোধ হ'বলৈ ধৰিলে।

মহৰ্ষিসকল এইদৰে পলাই যাবলৈ ধৰাত সুন্দ আৰু উপসুন্দই তেওঁলোকক বিনাশ কৰিবৰ বাবে নানা প্ৰকাৰ কৌশল আৰম্ভ কৰিলে। সিহঁতে কেতিয়াবা মত্তহস্তীৰ ৰূপ ধাৰণ কৰি দুৰ্গৰ ভিতৰত লুকাই থকা ঋষিসকলক বধ কৰিবলৈ ধৰিলে, কেতিয়াবা সিংহৰ আৰু কেতিয়াবা বাঘৰ ৰূপ ধৰি তেওঁলোকক বধ কৰিবলৈ ধৰিলে। সেই দুৰ্দ্দান্ত দুই দানবৰ দৌৰাত্ম্যত বহুসংখ্যক ৰজা আৰু ব্ৰাহ্মণে প্ৰাণত্যাগ কৰিলে। যজ্ঞানুষ্ঠান আৰু বেদ-অধ্যয়ন একেবাৰে ৰহিত হ'ল। উৎসৱৰ সম্পৰ্কও নেথাকিল। চাৰিওফালে কেৱল হাহাকাৰৰ শব্দ উঠিল। সকলোৱে ভয়ত কম্পান্বিত কলেবৰ হ'ল। ক্ৰয়, বিক্ৰয়, ব্যয়সায় আৰু গোৰক্ষা

---

(১) হব্য - দেৱতাসকলৰ উদ্দেশ্যে দেয় বস্তু; (২) কব্য - পিতৃ[illegible]কলৰ উদ্দেশ্যে প্ৰদেয় দ্ৰব্য।

কার্য্য সমুদয় নিবৃত্ত হ'ল। দেৱকার্য, পিতৃকার্য পূণ্য বিবাহ প্রভৃতি শুভকর্ম বিলুপ্ত প্রায় হ'ল আৰু নগৰ আৰু আশ্রমসমূহ সমুদয় উৎসন্ন হৈ গ'ল। চাৰিওফালে কেৱল অস্থি আৰু কঙ্কাল দেখিবলৈ পোৱা গ'ল। এইদৰে সুন্দ-উপসুন্দই ক্রুৰ কর্মৰ দ্বাৰা সমস্ত দিক্-বিজয় কৰি নিষ্কণ্টকে কুৰুক্ষেত্রত বাস কৰিব ধৰিলে।

## সুন্দ-উপসুন্দক সংহাৰ মন্ত্রণা ঃ

তাৰ পাছত সুন্দ আৰু উপসুন্দই কৰা উপদ্রৱবোৰ দেখি দেৱর্ষি মহর্ষি আৰু সিদ্ধ পুৰুষসকল অতিশয় দুঃখিত হ'ল। জগতৰ এই দুৰৱস্থা দর্শন কৰি সেই জিতক্রোধ, জিতাত্মা আৰু জিতেন্দ্রিয় পুৰুষসকলে অনুকম্পাবশতঃ একত্রিত হৈ ব্রহ্মাৰ ওচৰলৈ গ'ল। সেই সময়ত ব্রহ্মাৰ ওচৰত ব্রহ্মার্ষিসকল আৰু দেৱতাসকল সুখালাপ কৰি বহি আছিল। সেই সময়তে দেবাদিদেৱ মহাদেৱ, অগ্নি, বায়ু, চন্দ্র, সূর্য ইন্দ্র আৰু ঋষিসকল ব্রহ্মাৰ ভৱনত উপস্থিত হ'ল আৰু সকলোৱে অতি কাতৰ স্বৰে সুন্দ-উপসুন্দই কৰা উপদ্রৱবোৰৰ বিস্তৃত বিৱৰণ পিতামহ ব্রহ্মাৰ ওচৰত নিবেদন কৰিলে।

## বিশ্বকর্মাৰ তিলোত্তমা সৃজন ঃ

কমলাসন ভগৱান ব্রহ্মাই তেওঁলোকৰ পৰা সমস্ত বৃত্তান্ত শুনাৰ পাছত কি কর্তব্য সেই বিষয়ে মুহূর্তকাল চিন্তা কৰিলে আৰু সুন্দ আৰু উপসুন্দক বিনাশ কৰিবৰ ইচ্ছাত বিশ্বকর্মাক আহ্বান কৰিলে। বিশ্ব কর্মা তৎক্ষণাৎ তেওঁৰ ওচৰত উপস্থিত হ'ল। সর্বলোক পিতামহ ব্রহ্মাই তেওঁক এক সর্ব্বাঙ্গসুন্দৰী ৰমণী সৃজন কৰিবলৈ আদেশ দিলে। বিশ্বকর্মাই ব্রহ্মাৰ আদেশ স্বীকাৰ কৰিলে আৰু ব্রহ্মাক নমস্কাৰ জনাই পুনঃ পুনঃ চিন্তা কৰি ব্রহ্মাৰ আজ্ঞানুৰূপ ৰমনী নির্মান কৰিবলৈ আৰম্ভ কৰিলে। তিনিওঁলোকৰ ভিতৰত কি স্থাৱৰ কি জঙ্গম যিকোনো বস্তু অতি ৰমনীয় বুলি খ্যাত, বিশ্বজিৎ বিশ্বকর্মাই সেই সমস্ত বস্তু তালৈ আনয়ন কৰিলে। তেওঁ নির্মান কালত সেই ৰমনীৰ গাতে কোটি কোটি ৰত্ন সন্নিবেশিত কৰিলে। বিশ্বকর্মাই নির্ম্মিত ৰত্নখচিত সেই ৰমণী ত্রিলোকত থকা সমস্ত মহিলাসকলৰ ভিতৰত শীর্ষস্থানীয় বুলি পৰিগণিতা হ'ল। সেই ৰমনীৰ গাত এনে এটিও স্থান নাছিল যে দর্শকৰ দৃষ্টি যি স্থানত পৰিলে আকৃষ্ট নহয়। ফলতঃ মূর্তিমতী লক্ষ্মীৰূপা সেই কামিনী সর্বভূতৰ মনোনয়ণহাৰিণী হ'ল। এই ললনা ৰত্নসমূহৰ পৰা তিল তিল অংশ লৈ নির্ম্মিতা হৈছিল কাৰণে পিতামহ ব্রহ্মাই তেওঁৰ নাম তিলোত্তমা ৰাখিলে।

সেই সর্বাঙ্গ সুন্দৰী তিলোত্তমাই ব্রহ্মাক নমস্কাৰ কৰি কৃতাঞ্জলি পুটে ক'লে — হে ভগৱান! কি নিমিত্তে মোক সৃষ্টি কৰিলে সেই কথা কওক।

ব্ৰহ্মাই ক'লে— তিলোত্তমে তুমি দানৱৰাজ সুন্দ আৰু উপসুন্দক নিজৰ ৰূপ সম্পত্তিৰ দ্বাৰা এনেদৰে প্ৰলোভিত কৰিবা যেন সিহঁতে অলোক সামান্য ৰূপ লাৱণ্য দেখি মুগ্ধ হৈ পৰস্পৰ বিৰোধ কৰে।

## তিলোত্তমাক দেখি শিৱ চতুৰ্ম্মুখ হ'ল ঃ

তিলোত্তমাই 'যি আজ্ঞা' বুলি পিতামহক নমস্কাৰ কৰিলে আৰু দেৱতাসকলক প্ৰদক্ষিণ কৰিবলৈ ধৰিলে। দেৱসভাত ভগৱান বিষ্ণু পুব মুখে, মহেশ্বৰ দক্ষিণ মুখে, আন আন দেৱতাসকল উত্তৰ মুখে আৰু ঋষিসকল সৰ্বতো মুখে বহি আছিল। তিলোত্তমাই অতি সাৱধানে ভগৱান মহাদেৱ আৰু ইন্দ্ৰক প্ৰদক্ষিণ কৰিলে। প্ৰদক্ষিণ কালত তিলোত্তমাই মহাদেৱৰ দক্ষিণফালে যোৱাত তেওঁৰ অলোক সামান্য লাৱণ্য দৰ্শন কৰিবৰ কাৰণে মহাদেৱৰ দক্ষিণফালে এখন মুখ নিৰ্গত হ'ল, পশ্চাৎ ভাগত যোৱাত পাছফালেও এখন মুখ নিৰ্গত হ'ল আৰু উত্তৰফালে গমন কৰাত সেইফালেও এক মুখ নিৰ্গত হ'ল। ভগৱান পুৰন্দৰৰ সকলো অঙ্গতে অতি বিশাল সহস্ৰলোচন আবিৰ্ভুত হ'ল। এইদৰেই পূৰ্ব্বকালত ভগৱান মহাদেৱ চতুৰ্মুখ আৰু ইন্দ্ৰ সহস্ৰলোচন হৈছিল। অধিক কি সেই সময়ত পিতামহ ব্ৰহ্মাত বাজে তাত থকা সমস্ত দেৱতা আৰু ঋষি সকলে তিলোত্তমাৰ প্ৰতি এক দৃষ্টিতে চাই আছিল। তিলোত্তমাই এইদৰে দেৱতা সকলক প্ৰদক্ষিণ কৰি সুন্দ আৰু উপসুন্দক প্ৰলোভিত কৰিবলৈ গুচি গ'ল। তিলোত্তমা যোৱাৰ পাছত দেৱতা সকলে আৰু ঋষি সকলে তিলোত্তমাৰ অতি ৰমনীয় ৰূপলাৱণ্য স্মৰণ কৰি পিতামহৰ অভিসন্ধি সিদ্ধপ্ৰায় বুলি বিবেচনা কৰিছিল। পৰিশেষত ভগৱান ব্ৰহ্মাই দেৱতা আৰু ঋষিসকলক বিদায় দিলে।

## সুন্দ-উপসুন্দ সমীপত—তিলোত্তমা ঃ

ইফালে দানৱৰাজ সুন্দ আৰু উপসুন্দই নিজ বাহুবলেৰে ত্ৰিভূবন বিজয় কাৰ্যত কৃতকাৰ্য হৈ নিষ্কণ্টক হৈছিল। উভয়ে গন্ধৰ্ব যক্ষৰক্ষ আদি ভূপতিসকলৰ সমস্ত ৰত্নজাত সম্পত্তি অপহৰণ কৰি আহ্লাদত কালাতিপাত কৰিবলৈ আৰম্ভ কৰিলে। সিহঁতে যেতিয়া দেখিলে যে এই ত্ৰিলোকৰ মাজত তেওঁলোকৰ প্ৰতিদ্বন্দ্বিতা কৰিবলৈ কোনো নাই তেতিয়া একেবাৰে যুদ্ধাদি চেষ্টা পৰিত্যাগ কৰি কেৱল উত্তম স্ত্ৰী, মাল্য, ভক্ষ্য পানীয় প্ৰভৃতি বিবিধ মনোহৰ উপভোগ্য বস্তু ভোগ কৰি অমৰৰ দৰে কেতিয়াবা অন্তঃপুৰৰ উদ্যানত, কেতিয়াবা পৰ্বতত কেতিয়াবা বনত আৰু কেতিয়াবা বা অন্য অন্য অভিলাষিত স্থানত বিহাৰ কৰিব ধৰিলে। এদিনাখন সেই দুই দানৱে বিহাৰৰ উদ্দেশ্যে নানাবিধ সুগন্ধি পুষ্পে

সুশোভিত বিন্ধ্যাপৰ্বতৰ এক সমতল ভূমিত বিহাৰৰ স্থান বাছি ল'লে। পৰিচাৰক সকলে তাত সকলো প্ৰকাৰ ভোগ্যবস্তু প্ৰস্তুত কৰি ৰাখিলে। পাছত সুন্দ আৰু উপসুন্দই সন্তুষ্টচিত্তে কামিনীসকল সমভিব্যাহাৰে মহামূল্য আসনত উপবেশন কৰিলে আৰু ৰমণীসকলে নৃত্য, গীত, বাদ্য আৰু স্তুতিবাদেৰে সিহঁতক আনন্দিত কৰিব ধৰিলে। এনেতে পৰমাসুন্দৰী তিলোত্তমাই সূক্ষ্ম ৰক্তবস্ত্ৰ পৰিধান কৰি আৰু মনোহাৰিণী বেশভূষা ধাৰণ কৰি সেই পৰ্বতৰ কাননত ফুল তুলিবলৈ ধৰিলে। তেওঁ নদীৰ তীৰত হোৱা পদুমফুলৰ চকাবোৰ তুলি লাহে লাহে সুন্দ-উপসুন্দৰ ওচৰ চাপিলে। দানৱ দুজন সুৰাপানত মত্ত আছিল। চাৰুহাসিনী তিলোত্তমা সিহঁতৰ ওচৰ চপাত উভয়েই এক সময়তে কামবাণৰ আঘাতত জৰ্জ্জৰিত হ'ল।

## যুদ্ধত সুন্দ উপসুন্দৰ সংহাৰ ঃ

তেতিয়া সিহঁতে দুয়োজনেই তিলোত্তমাক গ্ৰহণৰ অভিলাষত আসনৰ পৰা উঠি তিলোত্তমাৰ ওচৰলৈ গ'ল আৰু সুন্দই তেওঁৰ সোঁহাতত আৰু উপসুন্দই বাওঁহাতত ধৰিলে। বৰ প্ৰদান ৰূপমদ, ধনমদ, বলমদ আৰু সুৰাপান মদ প্ৰভৃতি নানা মদত মত্ত হৈ আৰু কন্দৰ্পৰ শৰত জৰ্জ্জৰিত হৈ সেই দুই দানৱে পৰস্পৰে কাজিয়া আৰম্ভ কৰিলে। সুন্দই ক'লে— এওঁ মোৰ ভাৰ্যা সুতৰাং জ্যেষ্ঠ ভ্ৰাতৃৰ পত্নী বুলি তোমাৰ গুৰু হ'ল। উপসুন্দই ক'লে— এওঁ মোৰ ভাৰ্যা, গতিকে কনিষ্ঠ ভ্ৰাতাৰ পত্নী বুলি তোমাৰ বোৱাৰী হ'ল। এইদৰে উভয়ে কবলৈ ধৰিলে যে এওঁ মোৰ ভাৰ্যা তোমাৰ নহয়। এইদৰে পুনঃ পুনঃ কবলৈ ধৰিলে। এইদৰে পুনঃ পুনঃ কৈ উভয়ে কামমোহিত হৈ চিৰন্তন সৌভ্ৰাত্ৰ আৰু সৌহাৰ্দ্দক একে সময়তে জলাঞ্জলি দি উভয়ে ক্ৰুদ্ধ হৈ গদা হাতত ল'লে আৰু "মই আগেয়ে বধ কৰিম, মই আগেয়ে বধ কৰিম" বুলি পৰস্পৰে পৰস্পৰক প্ৰচণ্ড আঘাত কৰি কৰি ৰুধিৰাক্ত কলেবৰ হৈ দুয়োজনে ভূতলত পতিত হ'ল— যেন আকাশৰ পৰা সূৰ্যদ্বয় পতিত হ'ল। এইদৰে দুয়োজনে পঞ্চত্ব পালে।

ইয়াৰ পূৰ্বে সুন্দ আৰু উপসুন্দ বাল্যকালৰ পৰা একনিশ্চয় থাকিও কেৱল তিলোত্তমাৰ নিমিত্তে উভয়ে বিবাদ কৰি পৰস্পৰক সংহাৰ কৰিলে। তাৰ পাছত ব্ৰহ্মাই ইন্দ্ৰৰ হাতত দানৱ অধিকৃত স্বৰ্গ ৰাজ্য পুনঃ দি তিলোত্তমাক সূৰ্যৰ গমন পথৰ পাছে পাছে গমনা গমন কৰিবৰ নিৰ্দ্দেশ কৰিলে, যাতে তেজৰ প্ৰভাৱত কোনেও তিলোত্তমাক দেখা নাপায়। তাৰ পাছত ব্ৰহ্মা ব্ৰহ্মালোকলৈ আৰু দেৱতা আৰু ঋষিসকলে নিজ নিজ স্থানলৈ প্ৰস্থান কৰিলে।

# কৌশিক ব্ৰাহ্মণৰ উপাখ্যান

## পাতিব্ৰত্য মাহাত্ম্য ঃ

কৌশিক নামেৰে এজন তপস্বী আৰু ধৰ্মশীল ব্ৰাহ্মণ আছিল। তেওঁ সাঙ্গোপনিষৎ বেদ অধ্যয়ন কৰিছিল।

এদিনাখন সেই ব্ৰাহ্মণে এজোপা গছৰ তলত বহি বেদমন্ত্ৰ উচ্চাৰণ কৰি আছিল। এনে সময়ত এক বকপক্ষীয়ে সেই বৃক্ষৰ ওপৰৰ পৰা সেই ব্ৰাহ্মণৰ গাত পুৰীষ ত্যাগ কৰিলে। তাকে দেখি সেই ব্ৰাহ্মণে ক্ৰোধান্বিত হৈ বকপক্ষীৰ ফালে দৃষ্টিপাত কৰিলে। সেই দৃষ্টিত বক পক্ষীটোৱে তৎক্ষণানৎ প্ৰাণ ত্যাগ কৰি মাটিত পৰি গ'ল। তাকে দেখি ব্ৰাহ্মণৰ অতিশয় কৰুণাবোধ হোৱাত তেওঁ বৰ দুঃখিত হ'ল। তেওঁ বাৰে বাৰে অনুতাপ কৰিব ধৰিলে যে তেওঁ ক্ৰোধৰ বশৱৰ্ত্তী হৈ বৰ অন্যায় কাম কৰিলে। সেই বকপক্ষীটো তেওঁৰ দৃষ্টিত নিধন প্ৰাপ্ত হোৱাত পুনঃ পুনঃ অনুতাপ কৰি ভিক্ষাৰ বাবে গাওঁ অঞ্চলত প্ৰবেশ কৰিলে আৰু ঘৰে ঘৰে ভিক্ষা কৰি ফুৰিব ধৰিলে। এসময়ত তেওঁ পূৰ্ব্ব পৰিচিত এক গৃহস্থৰ ঘৰত গৈ ভিক্ষা খোজাত, গৃহস্থ পত্নীয়ে ক'লে 'মহাশয়! ক্ষন্তেক অপেক্ষা কৰক— মই ভিক্ষা আনি দিওঁ।' এই বুলি তেওঁ ঘৰৰ ভিতৰত সোমাই ভিক্ষাপাত্ৰ পৰিস্কাৰ কৰিব ধৰিলে। এনেতে তেওঁৰ স্বামী ক্ষুধাতুৰ হৈ ঘৰত প্ৰবেশ কৰিলে। পতিব্ৰতা সেই ৰমণীয়ে নিজৰ পতিক অহা দেখি ব্ৰাহ্মণক ভিক্ষা নিদিয়াকৈ পতিৰ ভৰি ধুৱাই দি তেওঁক আসন, আচমনীয় আৰু বিবিধ ভক্ষ্য দ্ৰব্য দি বিনীতভাৱে স্বামীৰ পৰিচৰ্য্যা কৰিব ধৰিলে।

সেই কামিনীয়ে প্ৰত্যহ স্বামীৰ উচ্ছিষ্ট ভোজন কৰে আৰু স্বামীক দেৱতাজ্ঞান কৰি কায়মনোবাক্যে স্বামীক শুশ্ৰূষা কৰি স্বামীৰ মনোৰঞ্জন কৰে। সেই ৰমণী বৰ সদাচাৰ সম্পন্না আৰু নিপুণা গৃহিনী আছিল। তেওঁ বৰ কুটুম্ব হিতৈষিণীও আছিল আৰু দেৱতা অতিথি, ভৃত্য, শাহু আৰু শহুৰেকক শুশ্ৰূষা কৰি তেওঁ জীৱন যাপন কৰিছিল।

পতি পৰায়ণা সেই ৰমণীয়ে পতিসেৱা কৰি থাকোঁতে ভিক্ষাকাঙ্ক্ষী ব্ৰাহ্মণক দেখি অতিশয় লজ্জিতা হৈ ভিক্ষা দিবৰ কাৰণে আহিল। তেতিয়া ব্ৰাহ্মণে ক্ৰোধৰ চক্ষুৰে দৃষ্টিপাত কৰি ক'লে— হে সুচৰিতে! তুমি কিয় খন্তেক কাল অপেক্ষা কৰিবলৈ কৈ মোক আটক কৰি ৰাখিলা? মোক বিদায় নিদিলা কিয়?

ৰমণীয়ে শান্তভাৱে ক'লে— বিদ্বন! মোৰ অপৰাধ ক্ষমা কৰক। মই মোৰ

ভৰ্ত্তাক পৰম দেৱতা যেন জ্ঞান কৰোঁ। তেওঁ শ্ৰান্ত আৰু ক্ষুধিত হৈ আহিছে; অতএব মই তেওঁৰ সেৱাত ব্যস্ত হলোঁ।

ব্ৰাহ্মণে ক'লে— তুমি ব্ৰাহ্মণক গুৰু বুলি জ্ঞান নকৰা? কেৱল স্বামীকেই গুৰুতৰ বুলি জ্ঞান কৰা। তুমি গৃহস্থ ধৰ্মত থাকিও ব্ৰাহ্মণক অৱমাননা কৰা। ই বৰ অনুচিত। হে গৰ্বিতে! মানুহৰ কথা দূৰতে থাকক, স্বয়ং ইন্দ্ৰয়ো ব্ৰাহ্মণসকলক প্ৰণাম কৰে! তুমি বৃদ্ধলোকৰ ওচৰত সৎ উপদেশ লোৱা নাই। ব্ৰাহ্মণসকল অগ্নিৰ নিচিনা। তেওঁলোকে অনায়াসে এই বসুন্ধৰা দগ্ধ কৰিব পাৰে।

পতিব্ৰতা ৰমণীয়ে ক'লে— হে তপোধন! ক্ৰোধ পৰিত্যাগ কৰক। মই বকপক্ষী নহওঁ। আপুনি ক্ৰোধ দৃষ্টিৰ দ্বাৰা মোৰ কি কৰিব? মই কেতিয়াও দেৱতুল্য মনস্বী ব্ৰাহ্মণসকলক অৱজ্ঞা নকৰোঁ। এতিয়া আপুনি মোৰ এই অপৰাধ ক্ষমা কৰক। ব্ৰাহ্মণসকলৰ তেজ আৰু মাহাত্ম্যৰ বিষয়ে বিলক্ষণ জানোঁ। হে বিপ্ৰ! মহাত্মা ব্ৰাহ্মণসকলৰ বহুবিধ প্ৰভাৱৰ বিষয়ে মই অৱগত আছোঁ তেওঁলোকৰ ক্ৰোধ যেনে অসীম, তেওঁলোকৰ অনুগ্ৰহও তদ্ৰূপ। হে ব্ৰাহ্মণ! আপুনি মোৰ এই অপাৰাধ মাৰ্জ্জনা কৰক। মোৰ মতে পতি শুশ্ৰূষাই সকলোতকৈ প্ৰধান ধৰ্ম আৰু ভৰ্ত্তা সমুদয় দেৱতা সকলতকৈও প্ৰধান। মই অবিচলিত ভক্তি সহকাৰে তেওঁৰ সেৱা শুশ্ৰূষা কৰি থাকোঁ। আপুনি তাৰ প্ৰত্যক্ষ ফল চাওক— আপুনি যে ক্ৰোধানলত বকপক্ষী দগ্ধ কৰিছে, মই সেইটো জানিব পাৰিছোঁ।

হে বিপ্ৰেন্দ্ৰ! ক্ৰোধ মানুহৰ পৰম শত্ৰু। যিজনে ক্ৰোধ আৰু মোহ পৰিত্যাগ কৰে, সদায় সত্য বাক্য কয় আৰু গুৰুজনক সন্তুষ্ট কৰে, যিজনক হিংসা কৰিলেও তেওঁ নিজে হিংসকজনক হিংসা নকৰে, যিজনে সততে শুচি, জিতেন্দ্ৰিয়, ধৰ্মপৰায়ণ আৰু স্বাধ্যায়-নিৰত হৈ থাকে আৰু কাম ক্ৰোধ প্ৰভৃতি ৰিপুবৰ্গক বশীভূত কৰে, যিজনে সকলো মানুহকে নিজৰ দৰে বিবেচনা কৰে আৰু সৰ্ব্বধৰ্মত ৰত থাকে, যিজনে ব্ৰহ্মচৰ্য্য অৱলম্বন কৰি অপ্ৰমত্ত হৈ বেদ অধ্যয়ন কৰে, দেৱতা সকলে তেওঁকেই যথাৰ্থ ব্ৰাহ্মণ বুলি জানে। ব্ৰাহ্মণসকলে সদায় সত্যকথা কৈ থাকে, তেওঁৰ মনত মিথ্যা ভাৱ নজন্মে। বেদাধ্যয়ন, দম, আৰ্জব সৰলতা, ইন্দ্ৰিয় নিগ্ৰহ আৰু সত্য— এই কেইটিয়ে ব্ৰাহ্মণৰ কুশল আনয়ন কৰে। প্ৰাচীন লোকবিলাকে কয় যে শাশ্বত ধৰ্ম অতি দুৰ্জ্ঞেয়, সেই ধৰ্ম সত্যতে প্ৰতিষ্ঠিত আছে আৰু শ্ৰুতিয়ে তাৰ প্ৰমাণ; ফলতঃ ধৰ্ম নানা প্ৰকাৰ কিন্তু অতি সূক্ষ্ম পদাৰ্থ। আপুনি যথাৰ্থ ধৰ্ম কি তাক নাজানে।

হে ভগৱন! আপুনি যদি প্ৰকৃত ধৰ্ম্মৰ মৰ্ম্ম নেজানে, তেন্তে মিথিলালৈ গৈ ধৰ্ম্মব্যাধক সুধি লওক। সেই ব্যাধ সত্যবাদী। জিতেন্দ্ৰিয় আৰু সততে পিতৃ-

মাতৃৰ সেৱা কৰি থাকে। তেওঁ আপোনাৰ ওচৰত ধৰ্ম্ম কীৰ্তন কৰিব- আপুনি তালৈ যাওঁক। হে ব্ৰাহ্মণ। নাৰী বিলাক অবলা— ধাৰ্মিকসকলৰ অবধ্য; অতএৱ আপুনি মোৰ এই ৰমণীৰ স্বভাৱসুলভ বাচালতা দোষ মাৰ্জ্জনা কৰক।

ব্ৰাহ্মণে ক'লে— হে শোভনে! মই তোমাৰ প্ৰতি পৰম প্ৰীত হৈছোঁ, মোৰ ক্ৰোধ উপশম হৈছে। তোমাৰ তিৰস্কাৰ বাক্য মোৰ অতিশয় হিতকৰ হৈছে, তোমাৰ মঙ্গল হওক। এতিয়া মই আহিলো। ঋষিবৰ কৌশিকে আত্মনিন্দা কৰি কৰি নিজৰ স্থান অভিমুখে গমন কৰিলে।

## কৌশিকৰ ধৰ্ম্মব্যাধ সমীপে গমন ঃ

দ্বিজোত্তম কৌশিকে সেই পতিব্ৰতাই কোৱা আচৰিত বৃত্তান্ত চিন্তা কৰি কৰি নিজকে নিতান্ত ঘৃণিত আৰু অপৰাধী যেন বোধ কৰিলে। তেওঁ যেতিয়া চিন্তা কৰিও স্বধৰ্ম্মৰ সূক্ষ্মতমা গতি বুজিবলৈ অসমৰ্থ হ'ল, তেতিয়া তেওঁ স্থিৰ কৰিলে যে মিথিলাত যি ধৰ্ম্মব্যাধ বাস কৰে, তেওঁৰ ওচৰলৈকে মই যাওঁ। বকপক্ষীৰ ঘটনা পতিব্ৰতা নাৰীয়ে কাৰো পৰা নুশুনাকৈ কেনেকৈ জানিব পাৰিলে সেই বিষয়ে আৰু পতিব্ৰতাই কোৱা ধৰ্ম্মসংক্ৰান্ত বিবিধ বাক্য চিন্তা কৰি কৰি বহু অৰণ্য, গ্ৰাম আৰু নগৰ অতিক্ৰম কৰি মিথিলা নগৰত উপস্থিত হ'লহি। তেওঁ জনক ৰজাৰ প্ৰতিপালিত নগৰত প্ৰৱেশ কৰি দেখিলে যে এক নিৰ্দিষ্ট ঠাইত বিমানবোৰ আছে আৰু ৰথবোৰ অহাযোৱা কৰা পথবোৰ প্ৰণালীবদ্ধভাৱে নিৰ্ম্মিত হৈছে। অশ্ব, ৰথ আৰু অন্যান্য যান বাহনবোৰ সুকীয়া স্থানত শৃঙ্খলাবদ্ধভাৱে ৰক্ষিত হৈছে। কোনো কোনো স্থানত যোদ্ধাসকলে ইতস্ততঃ সঞ্চৰণ কৰি আছে আৰু সকলো ঠাইতে উৎসৱ আনন্দ চলি থকা দেখিবলৈ পালে। নগৰৰ সকলোলোকেই হৃষ্টপুষ্ট আৰু চাৰিউফালে যজ্ঞোৎসৱ ধৰ্মালয় আৰু সুৰম্য অট্টালিকা সমূহেৰে নগৰ পৰিব্যাপ্ত থকা দেখিবলৈ পালে। কৌশিক ব্ৰাহ্মণে এইদৰে বহু সমৃদ্ধিশালী স্থানবোৰ অতিক্ৰম কৰি ধৰ্ম্মব্যাধৰ কথা সুধি সুধি সেই অনুসাৰে গৈ তপস্বী ধৰ্ম্মব্যাধক দেখিবলৈ পালে যে তেওঁ এক পশু বধ কৰা স্থানত বহি মৃগ আৰু মহিষৰ মাংস বিক্ৰি কৰি আছে।

## ধৰ্ম্মব্যাধৰ ধৰ্ম্মব্যাখ্যা ঃ

মহাত্মা কৌশিকে সেই স্থানত ক্ৰেতাবিলাকৰ এক জনতা দেখিবলৈ পালে। তাকে দেখি একান্তমনে থিয় দি চাই থাকিলে। ব্যাধে ব্ৰাহ্মণৰ আগমন বৃত্তান্ত নিজৰ মনেৰে জানিব পাৰিছে। তেওঁ সহসা সসম্ভ্ৰমেৰে উঠি ব্ৰাহ্মণৰ ওচৰলৈ গৈ সুধিলে, হে দ্বিজোত্তম। আপোনাৰ কুশলতো? মোৰ অভিবাদন গ্ৰহণ কৰক। হে

বিপ্ৰ! আদেশ কৰক এই ব্যাধে আপোনাৰ কি কৰিব? সেই পতিব্ৰতা ৰমণীয়ে আপোনাক মিথিলালৈ আহিবলৈ কৈছে। আপুনি যি কাৰণে আহিছে, মই সমস্ত বুজিছোঁ।

কৌশিকে ব্যাধৰ প্ৰথম সম্ভাষণতে বিস্মিত হৈছিল, এতিয়া পুনঃ তেওঁৰ মুখত কৌশিকৰ গূঢ় অভিপ্ৰায় প্ৰকাশ পোৱা দেখি অধিকতৰ বিস্মিত হ'ল। তাৰ পাছত ব্যাধে ক'লে— ভগৱন! এইদেশ আপোনাৰ অপৰিচিত, অতএৱ যদি আপুনি ইচ্ছা কৰে, ব'লক আমাৰ গৃহলৈ যাও।

ব্ৰাহ্মণে ধৰ্ম্মব্যাধৰ কথা অনুমোদন কৰিলে। তেতিয়া ধৰ্ম্মব্যাধে ব্ৰাহ্মণক আগত লৈ নিজৰ ঘৰলৈ আগমন কৰিলে। ব্যাধৰ গৃহ আছিল অতি ৰমনীয়। সেই গৃহত প্ৰবেশ কৰি ব্ৰাহ্মণে বৰ সন্তুষ্ট হৈ আসনত বহি ক'বলৈ ধৰিলে "তাত তোমাৰ এই মাংস বিক্ৰয় কাৰ্য নিতান্ত অযোগ্য বুলি প্ৰতীয়মান হৈছে। তোমাৰ এই বিসদৃশ কাৰ্য দেখি মই বৰ অনুতপ্ত বোধ কৰিছোঁ।"

ব্যাধে তেতিয়া ক'লে— দ্বিজবৰ! মই নিজ ধৰ্ম্ম অনুসাৰে পূৰ্ব-পুৰুষৰ পৰম্পৰাগত কুলোচিত কৰ্ম্মকে কৰি থাকোঁ— আপুনি যেন তাৰবাবে ক্ৰোধ নকৰে। মই শাস্ত্ৰানুমোদিত ব্যৱসায় কৰি থাকি বৃদ্ধ গুৰুজনসকলক সকলো প্ৰকাৰ প্ৰযত্নেৰে সেৱা কৰোঁ। মই সত্য কথা ব্যৱহাৰ কৰোঁ আৰু কাৰো প্ৰতি অসূয়া প্ৰদৰ্শন নকৰোঁ। মই যথাশক্তি দান ধৰ্ম্ম আচৰণ কৰোঁ। মই দেৱতা অতিথি আৰু ভৰণীয় গুৰুসকলৰ ভুক্ত শেষ ভোজন কৰোঁ। কেতিয়াও কাৰো কুৎসা বা নিন্দা নকৰো। হে দ্বিজোত্তম! পূৰ্ব্বকৃত কৰ্ম্মই কৰ্তাৰ অনুগমন কৰে সেই অনুসাৰে কৃষি, গোৰক্ষণ, বাণিজ্য, দণ্ডনীতি আৰু বেদবিহিত ভিন ভিন্ ব্যৱসায় ভিন্ ভিন্ লোকৰ উপজীৱিকা হৈ উঠে। শূদ্ৰৰ কৰ্ম্ম সেৱা, বৈশ্যৰ কৃষি, ক্ষত্ৰিয়ৰ যুদ্ধকৰ্ম্ম আৰু ব্ৰাহ্মণৰ ব্ৰহ্মচৰ্য তপস্যা, মন্ত্ৰসাধনা আৰু সত্য ধৰ্ম্মপালন। ৰজাই স্বকৰ্মানুগত ধৰ্ম্ম-অনুসাৰে প্ৰজাপালন কৰে আৰু কৰ্ম্মচ্যুত ব্যক্তিসকলক কুকৰ্ম্মৰ পৰা নিবাৰিত কৰে।

হে দ্বিজোত্তম! এই জনক ৰাজ্যত কোনো এজন লোক কুকৰ্ম্মী নহয়। চতুৰ্বিধ বৰ্ণৰ লোকেই স্ব স্ব কৰ্ম্মত অনুৰক্ত হৈ আছে। ৰজা জনকে নিজৰ পুত্ৰও যদি দণ্ডাৰ্হ হয় তাকো উপযুক্ত দণ্ডবিধান কৰে। তেওঁ কেতিয়াও ধাৰ্মিকৰ গ্লানি বা হানি নকৰে! তেওঁ শ্ৰী, ৰাজ্য আৰু দণ্ড প্ৰভৃতি সমুদয় ৰাজকাৰ্যকে সদাচাৰ, সদ্ব্যৱহাৰ আৰু ধৰ্ম্ম অনুসাৰে পৰ্য্যবেক্ষণ কৰি থাকে। সকলো ৰজাই নিজ নিজ ধৰ্ম্ম অনুসাৰে উন্নতি কামনা কৰে আৰু সকলো বৰ্ণৰ লোককে প্ৰতিপালন কৰি কাল যাপন কৰে।

হে ব্ৰাহ্মণ! মই স্বয়ং পশুবধ নকৰো। অপৰ লোকে বধ কৰা বৰাহ আৰু মহিষৰ মাংস বিক্ৰয় কৰোঁ। মই মাংস ভোজন নকৰোঁ। শাস্ত্ৰবিহিত নিয়ম

অনুসাৰে স্ত্ৰী-সহবাস কৰোঁ আৰু সমস্ত দিন উপবাসে থাকি ৰাত্ৰি ভোজন কৰোঁ। যিজন ব্যক্তিয়ে এইদৰে নিয়ম পালন কৰে, তেওঁ কদাচাৰ হ'লেও ক্ৰমে ক্ৰমে সদাচাৰ হৈ উঠে।

ৰজাবিলাকৰ অত্যাচাৰবশতঃ মহৎ ধৰ্ম্ম সঙ্কীৰ্ণ হয়, অধৰ্ম্ম উৎপন্ন হয়, পৰিশেষত প্ৰজাবিলাক শঙ্কৰ দোষত দূষিত হয় আৰু ৰাজ্যত ভীষণ আকৃতি, বাওণা, কুজা, স্থূলমস্তক, ক্লীৱ, অন্ধ, কলা আৰু শুদ্ধলোচন মানুহৰ উৎপত্তি হয়। ফলতঃ ৰজাবিলাকৰ অধৰ্ম্মই প্ৰজাবিলাকৰ বিনাশৰ মূল কাৰণ হয়। ৰজা জনকে সদায় স্বধৰ্ম্মপৰায়ণ হৈ অনুগ্ৰহ সহকাৰে প্ৰজাবিলকক পৰ্যবেক্ষণ কৰে; সেই কাৰণে তেওঁৰ ৰাজ্য নিৰাময়।

যিবিলাকলোকে মোৰ নিন্দা কৰে, যিবিলাক লোকে মোৰ প্ৰশংসা কৰে, তেওঁলোকৰ প্ৰতি মোৰ বিনয়সম্পন্ন ব্যৱহাৰ সদায় সমান হয় আৰু উভয় প্ৰকাৰ লোককে মই নিজ কৰ্ম্মৰ দ্বাৰা পৰিতুষ্টকৈ ৰাখোঁ।

ত্যাগেই মানুহৰ প্ৰধান কৰ্ম্ম। মিছা কথা সৰ্ব্বথা বৰ্জ্জনীয়। অযাচিতভাৱে হ'লেও অন্যৰ প্ৰিয়কাৰ্যহে কৰণীয়। কাম ক্ৰোধ বা দ্বেষৰ বশবৰ্ত্তী হৈ কেতিয়াও কৰ্ম্ম পৰিত্যাগ কৰা উচিত নহয়। কোনো প্ৰিয় ঘটনা ঘটিলে তাত অতিমাত্ৰাই হৃষ্ট হোৱা উচিত নহয় আৰু কোনো অপ্ৰিয় ঘটনা ঘটিলেও একান্ত ম্ৰিয়মান হব নালাগে। অৰ্থকষ্ট হ'লেও মুহ্যমান হ'ব নালাগে আৰু ধৰ্ম্মও পৰিত্যাগ কৰিব নালাগে। কিবা অপকৰ্ম্ম কিঞ্চিৎ ঘটিলেও সেই কৰ্ম্ম দুনাই কৰিব নালাগে। যি কৰ্ম্ম কল্যাণকৰ, তাতেহে অনুৰক্ত হৈ থাকিব লাগে।

## ধৰ্ম্ম ব্যাধৰ মোক্ষধৰ্ম্ম ব্যাখ্যা ঃ

জীৱাত্মা সত্ত্ব, ৰজঃ আৰু তমো গুণৰ আশ্ৰয় আৰু নিৰ্গুণ পৰমাত্মাৰ বশবৰ্ত্তী। জড় শৰীৰ আদি জীৱৰ উপভোগ্য। আত্মা জীৱৰূপে স্বয়ং চেষ্টমান হয় আৰু ঈশ্বৰ ৰূপে সকলোকে চেষ্টমান কৰে। যিবিলাক আত্মজ্ঞানী পুৰুষ তেওঁলোকে সেই আত্মাক জীৱ আৰু ঈশ্বৰত কৈ উৎকৃষ্ট বুলি কয় আৰু সেই আত্মাই সাতোখন ভূবনৰ প্ৰৱৰ্তক বুলি কয়। এইদৰে ভূতাত্মাই সৰ্বভূততে প্ৰকাশমান হয়। জ্ঞানীলোকসকলে সূক্ষ্ম বুদ্ধিৰ দ্বাৰা সেই ভূতাত্মাক দৰ্শন কৰে। চিত্তশুদ্ধিৰ ফল স্বৰূপে শুভ আৰু অশুভ সমুদয় কৰ্ম্মই বিনষ্ট হয়। শেষত সেই বিশুদ্ধচিত্ত ব্যক্তি ব্ৰহ্মসাক্ষাৎকাৰৰ পৰা উদ্ভৱ হোৱা অনন্ত সুখ সম্ভোগ কৰে। যি ব্যক্তি পৰিতৃপ্ত হয়, তেনে ব্যক্তিয়ে পৰম সুখে নিদ্ৰা যায় আৰু বা-বতাহ নলগা ঠাইত প্ৰদীপ সুচাৰুৰূপে সমুজ্জ্বলিত হৈ থাকে; তেনেদৰে আত্মপ্ৰসাদ লাভ কৰা ব্যক্তিয়ে নিৰুপদ্ৰৱে জীৱন যাত্ৰা নিৰ্বাহ কৰিব পাৰে। অল্পাহাৰী বিশুদ্ধচিত্ত

পুৰুষে আগৰ ৰাতিতেই হওক বা পাছৰ ৰাতিতেই হওক নিৰন্তৰ যোগ সাধন কৰি আৰু আত্মাক সন্দৰ্শন কৰি অতি উজ্জ্বলতৰ প্ৰদীপৰ দৰে মনোদ্বীপৰ দ্বাৰা নিৰ্গুণ আত্মাক অৱলোকন কৰি মুক্তি লাভ কৰে।

সকলো প্ৰকাৰ উপায় উদ্ভাৱন কৰি ক্ৰোধ লোভক বশীভূত কৰিলে মানুহৰ পৱিত্ৰতা সম্পাদন হয়। তপস্যা কেৱল মুক্তিৰ সেতু স্বৰূপ। ক্ৰোধ উপস্থিত হ'লে তপস্যা নহয়, মাৎসৰ্য্যৰ উদয় হ'লে ধৰ্ম্মলাভ নহয়, মান-অপমানৰ ভয় থাকিলে বিদ্যালাভ নহয় আৰু প্ৰমত্ত হ'লে আত্মাৰ সাক্ষাৎকাৰ নহয়। অনৃশংসতাই উৎকৃষ্ট ধৰ্ম্ম, ক্ষমাই পৰমবল, আত্মজ্ঞানেই পৰমজ্ঞান আৰু সত্যই পৰম পৱিত্ৰ ব্ৰত। যিয়ে সাধাৰণৰ হিতজনক, সেয়ে সত্য আৰু সত্যই মুক্তিলাভৰ অদ্বিতীয় উপায়। সত্যৰ প্ৰভাৱতে যথাৰ্থ জ্ঞান আৰু হিত সাধন হয়।

সকলো প্ৰকাৰ কৰ্ম্মই যাৰ নিষ্কাম আৰু যিজনে বিষয় বাসনাবোৰ একেবাৰে বিসৰ্জন দিছে, তেৱেঁই যথেষ্ট বুদ্ধিমান আৰু উদাসীন: ভোগ তৃষ্ণাত চিত্তৰ উদাসীনতা আহিলে ক্ৰমে ক্ৰমে ব্ৰহ্মাত প্ৰীতি জন্মে, তাকে যোগ বোলা হয় সেয়ে ব্ৰহ্মসংযোগ। সকলোৰে লগত মৈত্ৰীভাৱ সংস্থাপন কৰিব লাগে; কোনো প্ৰাণীৰ প্ৰতি হিংসা আচৰণ কৰিব নালাগে আৰু কেতিয়াও কাৰো লগত বিবাদ কৰিব নালাগে আৰু বুদ্ধিৰে প্ৰতিগ্ৰহ পৰিত্যাগ কৰিব লাগে আৰু ইহকাল আৰু পৰকালত যত ব্ৰত হ'ব লাগে। নিৰ্ধানিত্ব (যাৰ একোনাই), সন্তোষ, নিৰাশিত্ব অচাপল্য আৰু আত্মজ্ঞান এই কেইটি বস্তুয়েই সৰ্বোৎকৃষ্ট। হৃদয়ত এইবোৰ ধাৰণ কৰিব লাগে।

## ধৰ্ম্মব্যাধৰ পিতৃ-মাতৃ পূজা ঃ

ধৰ্ম্মব্যাধে কৌশিক মুনিৰ ওচৰত তেওঁ কেনেকৈ সিদ্ধি লাভ কৰিছে সেই বিষয়ে এতিয়া কৈছে— হে দ্বিজোত্তম! মই যি ধৰ্ম্ম পালন কৰি সিদ্ধি লাভ কৰিছোঁ, আপুনি তাক প্ৰত্যক্ষ ভাৱে চাই লওক। আপুনি মোৰ ঘৰৰ ভিতৰত প্ৰৱেশ কৰি মোৰ পিতৃ-মাতৃক দৰ্শন কৰক।

ব্যাধৰ এই কথা শুনি কৌশিক মুনিয়ে চাৰিওফালে সৌধসমন্বিত তেওঁৰ ভৱনত প্ৰৱেশ কৰিলে। সেই ভৱন দেৱতাসকলৰ ভৱনৰ দৰে পৰম উৎকৃষ্ট গন্ধদ্ৰব্যৰ দ্বাৰা সুবাসিত আৰু বিভিন্ন শয্যা আৰু আসনেৰে পৰিব্যাপ্ত আছিল। সেই ভৱন তেওঁ ব্যাধৰ বৃদ্ধপিতা আৰু মাতাক শুক্লবস্ত্ৰ পৰিধান কৰি উত্তম আহাৰ ভোজন কৰি উৎকৃষ্ট আসনত উপবেশন কৰি থকা দেখিবলৈ পালে।

মুনিক আগে আগে যাবলৈ দি পাছে পাছে গৈ থকা ধৰ্ম্মব্যাধে যেতিয়া পিতৃ-মাতৃক দেখিবলৈ পালে তেতিয়া তেওঁ তৎক্ষণাৎ তেওঁলোকৰ চৰণত পৰি

সেৱা কৰিলে। বৃদ্ধ দম্পতিয়ে পুত্ৰক আশীৰ্বাদ দিলে— বাছা! উঠা! ধৰ্ম্মই তোমাক ৰক্ষা কৰক, আমি তোমাৰ পৱিত্ৰ ভাৱ লক্ষ্য কৰি পৰম সন্তুষ্ট হৈছোঁ। তুমি দীৰ্ঘজীৱী হোৱা। তুমি হৃষ্টমতি আৰু তোমাৰ জ্ঞান আৰু মেধা প্ৰাপ্তি হৈছে। তুমি আমাৰ সৎপুত্ৰ। তুমি প্ৰত্যহ যথাসময়ত আমাক উত্তমৰূপ পূজা কৰি দেৱতাতকৈও আমাক শ্ৰেষ্ঠ জ্ঞান কৰা। হে পুত্ৰ! তুমি কায়মনোবাক্যে আমাক শুশ্ৰূষা কৰিবলৈ তিলমাত্ৰও ত্ৰুটী নকৰা। তোমাৰ মন সদায় পিতৃ-মাতৃৰ সেৱাত অনুৰক্ত হৈ আছে। জমদগ্নিৰ পুত্ৰ পৰশুৰামে যেনেকৈ নিজৰ বৃদ্ধ পিতা-মাতাকে সেৱা-শুশ্ৰূষা কৰিছিল, তুমি আমাক সেইদৰে সেৱা শুশ্ৰূষা কৰিছা।

বৃদ্ধ দম্পতিৰ কোৱা শেষ হোৱাত ধৰ্ম্মব্যাধে থিয় হৈ সেই ব্ৰাহ্মণক পৰিচয় কৰাই দিলে। তেতিয়া তেওঁলোকে ব্ৰাহ্মণক স্বাগত প্ৰশ্নেৰে যথাবিধি পূজা কৰিলে আৰু ব্ৰাহ্মণেও প্ৰতি পূজন কৰি তেওঁলোকক সুধিলে— হে বৃদ্ধ দম্পতি! আপোনালোকৰ কুশলতো? বৃদ্ধ দম্পতিয়ে উত্তৰ দিলে— হে মহাত্মন! আমাৰ সমুদয় মঙ্গল। আপুনি নিৰ্বিঘ্নে আহিব পাৰিছে নে? ব্ৰাহ্মণে উত্তৰ দিলে — হয়, মই নিৰ্বিঘ্নে আহিব পাৰিছোঁ।

তেতিয়া ধৰ্ম্মব্যাধে ব্ৰাহ্মণৰ ফালে দৃষ্টিপাত কৰি কবলৈ ধৰিলে— হে ব্ৰাহ্মণ! এওঁলোক আমাৰ পিতা-মাতা; আমি এওঁলোকক দেৱতাৰ তুল্য জ্ঞান কৰোঁ। দেৱতাসকলৰ উদ্দেশ্য যি যি কৰিব লাগে, আমি সেইবোৰ এওঁলোকৰ ওচৰতে কৰি থাকোঁ। যেনেকৈ ইন্দ্ৰাদি দেৱতাসকল সকলোৰে পূজনীয়, সেই ৰূপে এই বৃদ্ধ দম্পতি আমাৰ পূজনীয়। ব্ৰাহ্মণসকলে যেনেকৈ দেৱতা সকলৰ বাবে উপহাৰ আহৰণ কৰে, সেইদৰে আমিও এওঁলোকৰ বাবে উপহাৰ আহৰণ কৰোঁ। এই পিতা-মাতা আমাৰ পৰম দেৱতাস্বৰূপ। আমি এওঁলোকক নানাবিধ ফুল, ফল আৰু ৰত্নেৰে সততে পৰিতুষ্ট কৰোঁ। আমি এই দুয়োজনকে অগ্নি, যজ্ঞ আৰু চাৰিবেদৰ দৰে জ্ঞান কৰোঁ। হে ব্ৰাহ্মণ! মোৰ স্ত্ৰী, পুত্ৰ সুহৃজ্জন আৰু প্ৰাণ এই সমুদয় এওঁলোকৰ সেৱাৰ নিমিত্তেই আছে। আমি স্ত্ৰী পুত্ৰ পৰিবাৰ সকলোৱে এওঁলোকক শুশ্ৰূষা কৰোঁ।

হে দ্বিজসত্তম! মই নিজে এওঁলোকক গা ধুৱাই দিওঁ আৰু তাৰ পাছত নিজৰ পাদ প্ৰক্ষালন কৰি স্বহস্তে আহাৰ দিওঁ। তেওঁলোকৰ প্ৰতি সদায় মিষ্ট বাক্য প্ৰয়োগ কৰোঁ আৰু অপ্ৰীতিকৰ বাক্য কেতিয়াও প্ৰয়োগ নকৰোঁ। অধিক কি, তেওঁলোকৰ সন্তোষ বিধানৰ কাৰণে যি কাৰ্য্য কৰিলে তেওঁলোকৰ প্ৰিয়কাৰ্য্য কৰা হয়, তেনে কাৰ্য্য কৰিবৰ বাবে যদি মই অধৰ্ [illegible] লগা হয় তাতো পৰাঙ্মুখ নহওঁ।

## পিতৃ-মাতৃ সেৱাৰ উপদেশ ঃ

ধৰ্ম্মব্যাধে এইদৰে ব্ৰাহ্মণৰ ওচৰত নিজৰ পিতৃ-মাতৃৰ প্ৰতি আচৰণ কৰা সকলো বৃত্তান্ত কোৱাৰ পাছত পুনঃ কবলৈ ধৰিলে- হে ব্ৰাহ্মণ! সেই সত্যশীলা পতিপৰায়ণা কামিনীয়ে কি কাৰণে যে -- ''হে বিপ্ৰ! আপুনি মিথিলালৈ যাওক আৰু তাত থকা ব্যাধে আপোনাক ধৰ্ম্মৰ উপদেশ দিব' এই বুলি ইয়ালৈ পঠিয়াই দিছে, মই দিব্যচক্ষুৰে আৰু তপস্যাবলৰ প্ৰভাৱত তাক বুজিব পাৰিছোঁ।

ব্ৰাহ্মণে সেই কথাৰ উত্তৰত ক'লে— হে তপস্বী! সুশীলা পতিব্ৰতা কামিনীয়ে আপোনাক পৰম ধৰ্ম্মজ্ঞ আৰু গুণবান বুলি কৈছিল - মই এতিয়া সেই বিষয়ে প্ৰত্যক্ষ কৰিলোঁ। ব্যাধে ক'লে - হে বিপ্ৰবৰ! সেই পতিব্ৰতাই মোৰ বৃত্তান্ত সম্যকৰূপ জানিয়েই আপোনাক মোৰ ওচৰলৈ পঠিয়াই দিছে। মযো আপোনাৰ হিত হওক বুলি আপোনাক এই সমস্ত দেখুৱালোঁ। এতিয়া হিতোপদেশ কেইটিমান দিওঁ শুনক —

আপুনি পিতা-মাতাৰ অনুমতি নোলোৱাকৈ তেওঁলোকক পৰিত্যাগ কৰি বেদাধ্যয়নৰ বাবে ঘৰৰ পৰা ওলাই আহি নিৰান্ত অন্যায় কাৰ্য্য কৰিছে। সেই বৃদ্ধ জনক জননী আপোনাৰ শোকত অন্ধ হৈছে। অতএব আপুনি তেওঁলোকক প্ৰসন্ন কৰিবৰ বাবে শীঘ্ৰে ঘৰলৈ যাওক।

আপুনি তপস্বী, মহাত্মা আৰু ধৰ্মনিৰত, অতএৱ আপুনি শীঘ্ৰে পিতৃ মাতৃক প্ৰসন্ন কৰিবৰ বাবে গৃহৰ অভিমুখে যাত্ৰা কৰক, নহলে আপোনাৰ সকলো ধৰ্ম্মকৰ্ম্মই ব্যৰ্থ হব। হে ব্ৰাহ্মণ! সদুপদেশ দিছোঁ, আপুনি মোৰ বাক্যত শ্ৰদ্ধা কৰি সত্বৰে আপোনাৰ জনক জননীৰ ওচৰলৈ ঘূৰি যাওক।

ব্ৰাহ্মণে ক'লে — হে ধৰ্ম্মাত্মন! আপোনাৰ বাক্যসমূহ যে যথাৰ্থ তাত কোনো সন্দেহ নাই। অতএৱ মই বৰ সন্তুষ্ট হৈছোঁ।

ব্যাধে ক'লে— হে ব্ৰাহ্মণ! সনাতন ধৰ্ম্মৰ কৰ্ম্মসমূহৰ অনুষ্ঠান কৰি দেবপ্ৰতিম হৈছে; অতএৱ স্বীয় পিতৃ-মাতৃৰ ওচৰলৈ গৈ উদাৰ চিত্তে তেওঁলোকক পূজা কৰকগৈ। মোৰ মতে তাতকৈ উৎকৃষ্ট কৰ্ম্ম আন একো নাই।

ব্ৰাহ্মণে উত্তৰ দিলে— হে পুৰুষশ্ৰেষ্ঠ! মই ভাগ্যৰ বলতহে ইয়ালৈ আহিছোঁ আৰু আপোনাৰ সাক্ষাৎ লাভ কৰিছোঁ। হে ধৰ্ম্মাত্মন! 'আপোনাৰ ন্যায় ধৰ্ম্মৰ উপদেষ্টা ব্যক্তি নিতান্ত দুৰ্লভ; কাৰণ এই জগতত হাজাৰ জনৰ ভিতৰত এজন ধৰ্ম্মজ্ঞ ব্যক্তি হয়নে নহয় সন্দেহ আছে। হে মহাত্মন! আজি মই আপোনাৰ সত্যাচাৰ দেখি পৰম প্ৰীতি লাভ কৰিছোঁ। হে পুৰুষধন্য! মই আপোনাৰ উপদেশ অনুসাৰে আজিৰ পৰা সংযতচিত্ত হৈ পিতা-মাতাৰ শুশ্ৰূষা কৰিম। মূঢ় ব্যক্তিয়ে কেতিয়াও ধৰ্ম্মাধৰ্ম্ম নিৰ্ণয় কৰিব নোৱাৰে আৰু সনাতন ধৰ্ম শূদ্ৰ জাতিৰ পক্ষে

নিতান্ত দুৰ্জ্জেয়; অতএৱ স্পষ্টবোধ হৈছে যে আপোনাৰ শূদ্ৰতা প্ৰাপ্তিৰ বিষয়ে নিশ্চয় কিবা গূঢ় কাৰণ আছে। মই এই বিষয়ে যথাৰ্থৰূপ জানিবলৈ ইচ্ছা কৰো— অনুগ্ৰহ কৰি কওক।

## ধৰ্ম্মব্যাধৰ পূৰ্বজন্ম — ঋষিশাপ ঃ

ব্যাধে ক'লে— হে দ্বিজশ্ৰেষ্ঠ! মোৰ মতে ব্ৰাহ্মণসকলৰ বাক্য অতিক্ৰম কৰা নিতান্ত অনুচিত। মোৰ পূৰ্বজন্মৰ বৃত্তান্ত কওঁ-শুনক।

মই পূৰ্বজন্মত বেদবেদাঙ্গপাৰগ ব্ৰাহ্মণ আছিলোঁ। নিজৰ দোষতে এই দুৰৱস্থাগ্ৰস্ত হৈছো।

হে দ্বিজবৰ! পূৰ্বজন্মত এক ধনুৰ্বেদ পৰায়ণ ৰজা মোৰ সখা আছিল। তেওঁৰ লগত সদাসৰ্বদা বাস কৰি থকাৰ ফলত ময়ো ক্ৰমে ক্ৰমে এজন ধনুৰ্দ্ধৰ হৈ উঠিলোঁ। এদিনাখন সেই ৰজাই মৃগয়া কৰিবৰ মনেৰে প্ৰধান প্ৰধান যোদ্ধা আৰু মন্ত্ৰীসকলক লগত লৈ এক তপোবনলৈ যাত্ৰা কৰিলে। ময়ো তেওঁৰ লগত মৃগয়ালৈ গ'লো। দৈৱৰ কি অখণ্ডনীয় প্ৰভাৱ। মই তীক্ষ্ণ শৰবিলাকেৰে মৃগবিলাকৰ প্ৰাণ সংহাৰ কৰি আছিলো; এনেতে দৈৱাৎ এক শৰ এক মহৰ্ষিৰ গাত পৰিল।

হে দ্বিজবৰ! মহৰ্ষি বাণৰ আঘাতত একান্ত ব্যথিত হৈ মাটিত পৰি গ'ল আৰু তেনে অৱস্থাত উচ্চৈঃস্বৰে কবলৈ ধৰিলে—হায়! মই কেতিয়াও কাৰো কোনো অপকাৰ কৰা নাই; কিন্তু কোনে এই পাপ কৰ্ম্ম কৰিলে? সেই সময়ত মই শৰেৰে মৃগ বিদ্ধ কৰিছোঁ বুলি ভাবি সেই ঠাইলৈ গৈ হঠাতে দেখিলোঁ যে মই মোৰ শৰৰ দ্বাৰা এজন ঋষিক বিদ্ধ কৰিছোঁ। ঋষিয়ে ভূমিত বিলুপ্ত হৈ থকা দেখি মই নিতান্ত ব্যথিত চিত্ত হ'লো।

পাছত বিনয় বচনেৰে মহৰ্ষিক ক'লো— হে ব্ৰাহ্মণ! মই অজ্ঞাতষাৰে কুকৰ্ম কৰিছোঁ; অতএৱ মোৰ এই অপৰাধ মাৰ্জ্জনা কৰক। মহৰ্ষিয়ে মোৰ বাক্যত অনাস্থা প্ৰদৰ্শন কৰি ক্ৰোধনয়ন হৈ মোক ক'লে— ওৰে ক্ৰূৰ! তই ব্যাধ হৈ শূদ্ৰযোনিত জন্ম গ্ৰহণ কৰিবি।

## ঋষিশাপ প্ৰত্যাহাৰ ঃ

হে দ্বিজবৰ! ঋষিয়ে এইদৰে অভিসম্পাত কৰিলত মই তেওঁৰ শৰণাগত হৈ বিনয়নম্ৰ বাক্যেৰে নিবেদন কৰিলোঁ— মহৰ্ষি! মই অজ্ঞানতাপ্ৰযুক্ত এই দুষ্কৰ্ম্ম কৰিছোঁ; অতএৱ আপুনি মোৰ প্ৰতি প্ৰসন্ন হৈ ক্ষমা প্ৰদৰ্শন কৰক।

ঋষিয়ে ক'লে— মই যি শাপ দিছোঁ, সি কোনো প্ৰকাৰে ব্যৰ্থ নহয়; কিন্তু

এতিয়া মই এইখিনি মাত্ৰ অনুগ্ৰহ কৰিব পাৰোঁ যে তুমি শূদ্ৰযোনি সম্ভূত হৈ পৰম ধাৰ্ম্মিক হবা আৰু অবিচলিত ভক্তি সহকাৰে পিতামাতাৰ শুশ্ৰূষা কৰিবা। সেই শুশ্ৰূষাৰ ফলত তুমি সিদ্ধি আৰু মহত্ব লাভ কৰিবা আৰু তুমি জাতিস্মৰ হৈ যাবা।

উগ্ৰতেজা মহৰ্ষি প্ৰথমতে অতি কঠোৰ শাপ দি পৰিশেষত মোৰ প্ৰতি এই ৰূপ অনুগ্ৰহ প্ৰকাশ কৰিলে।

মই তেওঁৰ শৰীৰৰ পৰা শৰ উদ্ধৃত কৰি তেওঁক লৈ আশ্ৰমলৈ গ'লোঁ; কিন্তু ভাগ্যক্ৰমে তেওঁৰ প্ৰাণবিয়োগ হোৱা নাছিল।

হে দ্বিজোত্তম! মোৰ পূৰ্ব বৃত্তান্ত সমস্ত কীৰ্তন কৰিলোঁ। মই ঋষিৰ বচনৰ বলত আৰু পিতৃভক্তিৰ প্ৰভাৱত স্বৰ্গলাভ কৰিব পাৰিম— সন্দেহ নাই।

ব্ৰাহ্মণে ক'লে— হে মহামতে। মানুহে এইদৰে সুখ দুখ পাই থাকে; অতএৱ উৎকণ্ঠিত হোৱা সৰ্বতোভাৱে অনুচিত।

ইয়াৰ পাছত সেই ব্ৰাহ্মণে ধৰ্ম্ম ব্যাধৰ পৰা বিদায় লৈ নিজ গৃহত উপস্থিত হৈ পিতামাতাৰ শুশ্ৰূষা কৰিব ধৰিলে।

# ইল্বল বাতাপি আখ্যান
## অগস্ত্য ঋষিৰ পিতৃকুল উদ্ধাৰ

পঞ্চপাণ্ডৱৰ বনবাস কালত মহৰ্ষি নাৰদে এসময়ত যুধিষ্ঠিৰৰ ওচৰলৈ আহি ক'লে— হে যুধিষ্ঠিৰ! বাল্মীকি, কাশ্যপ, আত্ৰেয়, বিশ্বামিত্ৰ গৌতম প্ৰভৃতি ঋষিসকলে তোমাৰ প্ৰতীক্ষা কৰি আছে আৰু মহৰ্ষি লোমশ তোমাৰ ওচৰলৈ আহিব। তুমি তেওঁৰ লগত তীৰ্থযাত্ৰাত বাহিৰ হৈ ঋষিসকলৰ তপোবন একে একে সন্দৰ্শন কৰি সেই সেই ঋষিসকলকো লগত লৈ তীৰ্থপৰ্য্যটনত কৃতসংকল্প হোৱা; কাৰণ তুমিয়েই ঋষিসকলৰ নেতা। তোমাৰ লগত তীৰ্থ পৰ্যটন কৰিবলৈ তেওঁলোক প্ৰস্তুত হৈ আছে। মহৰ্ষি লোমশে তোমাক সকলো তীৰ্থৰ অতীত কাহিনীবোৰ বৰ্ণনা কৰিব। এই নিৰ্দ্দেশ দি মহামুনি নাৰদ অন্তৰ্দ্ধান কৰিলে।

নাৰদ মুনি যোৱাৰ পাছত মহাৰাজ যুধিষ্ঠিৰে পুৰোহিত ধৌম্য ঋষিৰ মুখত তীৰ্থসমূহৰ মাহাত্ম্যৰ বিষয়ে শুনি আছিল; এনেতে তেজোৰাশি সম্পন্ন লোমশ মুনি উপস্থিত হ'লহি। উপস্থিত ব্ৰাহ্মণসকলৰ সহিত আৰু ভাতৃ ভীম, নকুল আৰু সহদেৱৰ সৈতে মহৰ্ষি লোমশক পাদ্য-অৰ্ঘ্য আচমনাদিৰে অভ্যৰ্থনা জনালে। অৰ্জুন সেই সময়ত অস্ত্ৰবিদ্যা শিক্ষাৰ কাৰণে ইন্দ্ৰলোকত আছিল।

তাৰ পাছত লোমশ মুনিক অগ্ৰৱৰ্ত্তী কৰি দুই এদিনৰ ভিতৰতে আশ্ৰমস্থ ব্ৰাহ্মণসকলৰ ভিতৰত যিকেইজন ব্ৰতাচাৰী ব্ৰাহ্মণ আছিল সেই সকলকো লগত লৈ যুধিষ্ঠিৰে ভাতৃ তিনিজন আৰু দ্ৰৌপদীৰে সৈতে তীৰ্থ ধৰ্ম পালন কৰিবলৈ যাত্ৰা কৰিলে। নৈমিষাৰণ্য তীৰ্থ, গয়া তীৰ্থ আদি কেইবাটিও তীৰ্থত দান-দক্ষিণাদি কৰি অগস্ত্য তীৰ্থত উপস্থিত হ'ল।

অগস্ত্যতীৰ্থত দুই এদিন বাস কৰিলে। এই সময়ত যুধিষ্ঠিৰে মহৰ্ষি লোমশক সুধিলে—

হে ব্ৰহ্মণ! এই স্থানত মহৰ্ষি অগস্ত্যই কি কাৰণে বাতাপি দৈত্যক ভোজন কৰি জীৰ্ণ কৰি পেলালে আৰু বাতাপি দানৱেইবা কেনেকৈ অগস্ত্যৰ উদৰত প্ৰবেশ কৰিছিল?

লোমশে ক'লে— মহাৰাজ! পূৰ্ব্বকালত মণিমতী পুৰীত ইল্বল নামে ইন্দ্ৰতুল্য শক্তিশালী এক দৈত্য বাস কৰিছিল। তাৰ এটি ভায়েক আছিল, নাম বাতাপি।

এদিনাখন ইল্বলে এক তপস্বী ব্ৰাহ্মণক ক'লে— হে ব্ৰহ্মণ! মোক এটি দেৱৰাজ তুল্য পুত্ৰ দান কৰক। ব্ৰাহ্মণে ইল্বলৰ এই অভিলাষ পূৰণ কৰাত

অসম্মত হ'ল। ইল্বল সেই ব্ৰাহ্মণৰ প্ৰতি বিদ্বেষ আৰু হিংসাত মনে মনে অতিশয় ক্ৰুদ্ধ হৈ উঠিল।

ইল্বলৰ এটি বিশেষ ক্ষমতা আছিল যে সি যিকোনো মৃত প্ৰাণীক নাম ধৰি মাতিলেই সেই প্ৰাণী তৎক্ষণাৎ তাৰ ওচৰত উপস্থিত হৈছিল। এই বিদ্যাৰ বলত এক ব্ৰাহ্মণৰ পৰা দেৱৰাজতুল্য পুত্ৰ লাভ কৰিব নোবাৰি সমগ্ৰ ব্ৰাহ্মণ জাতিটোৰ প্ৰতি বিদ্বেষাপন্ন হৈ ব্ৰাহ্মণ কুল নিৰ্ম্মূল কৰিবলৈ দৃঢ়সংকল্প হ'ল। দানৱৰাজ ইল্বল অতিশয় ধনৱান আছিল। স্বাভাৱিকতে ব্ৰাহ্মণ সকলে প্ৰয়োজন উপস্থিত হ'লে প্ৰয়োজন অনুসাৰে ৰজা মহাৰজা আৰু ধনৱান ব্যক্তিসকলৰ ওচৰত সেই পৰিমাণে ধন যাচ্ঞা কৰে। ইল্বল ধনীব্যক্তি কাৰণে তেওঁৰ ওচৰতো ব্ৰাহ্মণসকলে যাচঞাৰ কাৰণে আহে। তেতিয়া ইল্বলে মায়াবিদ্যাৰে নিজভাতৃ বাতাপিক ছাগলৰ ৰূপদান কৰিছিল আৰু সেই ছাগলৰ মাংস পাক কৰি আগন্তুক ব্ৰাহ্মণক খুৱাইছিল।

তাৰ পাছত ব্ৰাহ্মণজনে বিশ্ৰাম কৰিব ধৰাত ইল্বলে ভায়েকৰ নাম ধৰি মাতিছিল— বাতাপি! তই ক'ত আছ, সোনকালে আহ। ককায়েকৰ আহ্বানত বাতাপিয়ে ভোজনকাৰী ব্ৰাহ্মণৰ উদৰৰ পৰা শৰীৰৰ পাৰ্শ্বদেশ ফালি তৎক্ষণাৎ বাহিৰ হৈ আহে আৰু ব্ৰাহ্মণৰ সেইদৰে মৃত্যু হয়। এইদৰে ছাগলিৰ মাংস খুৱাই ইল্বলে বহু ব্ৰাহ্মণক সংহাৰ কৰিলে।

## অগস্ত্য ঋষিৰ গৃহাশ্ৰম ধৰ্ম্ম ঃ

এসময়ত অগস্ত্যই যাতায়াত কৰা পথৰ দাঁতিত এটি গৰ্ভত লম্বমান হৈ থকা তেওঁৰ পিতৃপিতামহ সকলক দেখিবলৈ পালে। তেওঁ তেতিয়া তেওঁলোকক সুধিলে— আপোনালোকে কি কাৰণে অধোমুখে গৰ্ভত লম্বমান হৈ আছে? তেওঁলোকে উত্তৰ দিলে—

বাছা! আমি তোমাৰেই পূৰ্বপুৰুষ সকল। তোমাৰ সন্তান নথকাত আমি এই দুৰ্বাবিহ যন্ত্ৰণা ভোগ কৰিছোঁ। তুমি যদি সন্তান উৎপাদন কৰা, তেতিয়া হে আমি ঘোৰতৰ নৰক যন্ত্ৰণাৰ পৰা মুক্ত হব পাৰিম আৰু তুমিও পৰম গতি লাভ কৰিবা তাত সন্দেহ নাই।

সত্যপৰায়ন মুনিবৰ অগস্ত্যই ক'লে— হে পিতৃসকল! মই আপোনালোকৰ এই মনোৰথ পূৰ্ণ কৰিম, এতিয়া আপোনালোকৰ এই উৎকণ্ঠা পৰিত্যাগ কৰক।

## অগস্ত্যৰ পৰিণয়—লোপামুদ্ৰা আখ্যান ঃ

বংশৰক্ষাৰ বাবে ভাৰ্যাগ্ৰহণৰ ইচ্ছা কৰি অগস্ত্যঋষিয়ে যোগ্যা আৰু মনোমত ভাৰ্য্যা নেপালে। তেতিয়া তেওঁ সমস্ত প্ৰাণীৰ যি যি অঙ্গপ্ৰতঙ্গ অতিশয় উৎকৃষ্ট, তেওঁ সেই অঙ্গপ্ৰত্যঙ্গবোৰ সংগ্ৰহ কৰি এটি স্ত্ৰীৰত্ন নিৰ্মান কৰিলে।

সেই সময়ত পুত্ৰকামনা কৰি বিদৰ্ভৰাজ দুৰ্ঘোৰ তপস্যাত প্ৰবৃত্ত হৈছিল। অগস্ত্য ঋষিয়ে বিদৰ্ভ ৰাজক সেই সময়ত সেই কন্যা প্ৰদান কৰিলে। সেই কন্যাই বিদৰ্ভ ৰাজৰ কন্যাৰূপে জন্ম পৰিগ্ৰহ কৰিলে। সেই কন্যা আছিল বিদ্যুৎপ্ৰভাৰ নিচিনা ৰূপলাৱন্য সম্পন্না। কন্যা ভূমিষ্ঠ হোৱা মাত্ৰকে ৰজাই ব্ৰাহ্মণ সকলক নিমন্ত্ৰণ কৰি আনিলে— কন্যাৰ গণনি উৎসৱলৈ। ব্ৰাহ্মণ সকলে কন্যাক অভিনন্দন কৰি তেওঁৰ নাম ৰাখিলে লোপামুদ্ৰা।

সুৰূপা লোপামুদ্ৰা পদুম ফুলটোৰ নিচিনা হৈ অগ্নি শিখাৰ ৰং আৰু ঔজ্জ্বল্য ধৰি দিনে দিনে বাঢ়িব ধৰিলে; ক্ৰমে কৈশোৰ পাৰ হোৱাৰ লগে লগে এই কন্যাৰ পৰিচৰ্যাৰ বাবে এশ অলঙ্কৃতা কন্যা আৰু এশ কিঙ্কৰী নিযুক্তা হ'ল। এই এশ কন্যা আৰু এশ দাসীৰে পৰিবৃতা হৈ তেওঁ ৰোহিণীৰ দৰে তেজস্বিনী হৈ উঠিল। অগস্ত্য ঋষিৰ ভয়ত শঙ্কিত হৈ কোনেও এই ৰূপলাৱণ্যৱতী যুৱতীৰ পাণি প্ৰাৰ্থনা নকৰিলে।

বিদৰ্ভৰাজে কন্যাক যৌৱন সম্পন্না হোৱা দেখি এই কন্যাক কাৰ লগত বিয়া দিব পাৰি মনে মনে এই চিন্তা কৰিব ধৰিলে। লোপামুদ্ৰাৰ বিশুদ্ধ ব্যৱহাৰত পিতৃ আৰু অন্যান্য স্বজনবৰ্গসকলে অতিশয় সন্তুষ্ট হৈছিল।

ইফালে মহৰ্ষি অগস্ত্যই দেখিলে যে কন্যা লোপামুদ্ৰা গৃহকাৰ্যত নিপুণা হৈ উঠিছে। সেই কাৰাণে তেওঁ বিদৰ্ভৰাজৰ ওচৰলৈ আহি ক'লে— মই পুত্ৰাৰ্থে দাৰ-পৰিগ্ৰহ কৰিবলৈ মানস কৰিছোঁ; সেইবাবে আপুনি আপোনাৰ কন্যাক মোক সম্প্ৰদান কৰক।

মহাৰাজ বৈদৰ্ভই এই কথা শুনা মাত্ৰকে স্তব্ধ আৰু বিচেতন প্ৰায় হ'ল; তেওঁ এই প্ৰস্তাৱ গ্ৰহণ কৰিবও নোৱাৰে আৰু প্ৰত্যাখান কৰিবও নোৱাৰে। তেওঁ অন্তঃপুৰত প্ৰৱেশ কৰি মহিষীৰ ওচৰত এই বৃত্তান্ত জনাই ক'লে— প্ৰিয়ে! মহৰ্ষি অগস্ত্য অত্যন্ত উগ্ৰস্বভাৱসম্পন্ন; তেওঁ ক্ৰুদ্ধ হ'লে অভিশাপ দি আমাক ভষ্মসাৎ কৰিব তাত কোনো সন্দেহ নাই। মহিষীও অত্যন্ত দুঃখিত আৰু চিন্তিত হ'ল। তেতিয়া লোপামুদ্ৰাই পিতা আৰু মাতা উভয়কেই নিতান্ত দুঃখিত দেখি অৱসৰ বিচাৰি লৈ পিতৃৰ ওচৰত উপস্থিত হৈ ক'লে— পিতা! আপুনি মোৰ কাৰণে উদ্বিগ্ন নহব। মোক অগস্ত্যৰ হাতত সমৰ্পন কৰি আপোনালোক নিৰাপদ হওক।

ৰজাই মহাত্মা অগস্ত্যক যথাবিধি কন্যা সম্প্ৰদান কৰিলে। অগস্ত্যই

লোপামুদ্ৰাক ভাৰ্যা হিচাবে প্ৰতিগ্ৰহ কৰি ক'লে— প্ৰিয়ে, তুমি এতিয়া মহামূল্য আভৰণ আৰু বিচিত্ৰ সূক্ষ্ম বস্ত্ৰ পৰিত্যাগ কৰা।

লোপামুদ্ৰাই পতিয়ে তেনেদৰে কোৱা মাত্ৰকে মহামূল্য বসনভূষণ পৰিত্যাগ কৰি বল্কল আৰু অজিন পৰিধান কৰি স্বামীৰ দৰে ব্ৰতচাৰিণী হ'ল।

তাৰ পাছত ভগৱান অগস্ত্যই গঙ্গাদ্বাৰ তীৰ্থত উপস্থিত হৈ পতি পৰায়ণা সহধৰ্মিনীৰ সহিত কঠোৰ তপস্যা আৰম্ভ কৰিলে। লোপামুদ্ৰাই প্ৰীতমনে পতিৰ উত্তম পৰিচৰ্যা কৰিব ধৰিলে। মহৰ্ষিও পত্নীৰ প্ৰতি যথোচিত প্ৰীত আৰু প্ৰণয়ানুগত হ'ল।

এইদৰে কিছুদিন অতীত হৈ যোৱাত ভগৱান অগস্ত্যই তপস্যাৰ প্ৰভাৱত প্ৰভাৱান্বিতা লোপামুদ্ৰাক ঋতুস্নান কৰা দেখি আৰু লোপামুদ্ৰাৰ স্বামীসেৱা, দম, শৌচ আৰু সৌন্দৰ্যত মুগ্ধ আৰু একান্ত আকৃষ্ট হৈ সহযোগ বাসনাত আহ্বান কৰিলে।

তেতিয়া লোপামুদ্ৰাই লজ্জাৱনতমুখী হৈ কৃতাঞ্জলি পুটে প্ৰণয়বাক্যেৰে সম্ভাষণ কৰি ক'লে— হে তপোধন! আপুনি অপত্য লাভৰ বাবে মোৰ পাণিপীড়ন কৰিছে। এতিয়া আপুনি আপোনাৰ যেনে মন যায়, তেনেদৰে ব্যৱহাৰ কৰিব পাৰে; কিন্তু মোৰ পিতৃগৃহত যেনে শয্যা আছিল, এইঠাইতো তেনে শয্যাত শয়ন কৰিবৰ ইচ্ছা কৰোঁ। আপুনিও মাল্য আৰু বসন ভূষণ পৰিধান কৰক। মই মোৰ অভিলাষ অনুসাৰে দিব্য অলঙ্কাৰেৰে অলঙ্কৃত হৈ আপোনাৰ ওচৰলৈ যাম। মই বল্কল বা কষায় বস্ত্ৰ পিন্ধি এই কাৰ্য্যৰ স্থানত উপস্থিত হ'ব নোৱাৰিম। কষায় বস্ত্ৰ প্ৰভৃতি তপস্বীবিলাকৰ পবিত্ৰ ভূষণ সামগ্ৰী। ইয়াক কেতিয়াও দুষিত কৰা কৰ্ত্তব্য নহয়।

অগস্ত্যই ক'লে প্ৰিয়ে! তোমাৰ পিতাৰ যেনে প্ৰচুৰ ধন-সম্পত্তি আছে, আমাৰ তেনে সম্পত্তি নাই।

লোপামুদ্ৰাই ক'লে— এই পৃথিবীত যি ধন-সম্পত্তি আছে, আপুনি তপস্যাৰ প্ৰভাৱত ক্ষন্তেকতে সেইসকলো ধন-সম্পত্তি আহৰণ কৰিব পাৰে।

অগস্ত্যই ক'লে— হে কমলমুখি! তুমি যি কৈছা, সেইটো কেতিয়াও অমূলক নহয়। কিন্তু সেইদৰে অৰ্থ আহৰণত তপক্ষয় হব। অতএব তপক্ষয় নহয় এনে কিবা উপায় দিয়া।

লোপামুদ্ৰাই ক'লে— হে তপোধন! মোৰ ঋতুকাল অল্পমাত্ৰ বাকী আছে, সেইখিনি কাল অতীত হ'লে আপোনাৰ লগত সহবাস নকৰোঁ আৰু যি কৰ্ম্মত আপোনাৰ ধৰ্ম্মলুপ্ত হয়, সেই কৰ্ম্ম কৰাও মোৰ উদ্দেশ্য নহয়। এতিয়া আপোনাৰ যেনে অভিৰুচি হয়, কৰক।

অগস্তই ক'লে— হে সুভগে। যদি তোমাৰ অন্তঃকৰণত এনে অভিলাষ জন্মি থাকে, তেন্তে মই অৰ্থ আহৰণৰ কাৰণে এতিয়াই যাওঁ, তুমি এই ঠাইত থাকি ইচ্ছা অনুসাৰে দিন নিয়াই থকা।

**ধনসংগ্ৰহৰ চেষ্টা ঃ**

তাৰ পাছত মহৰ্ষি অগস্ত্যই ধন আহৰণ কৰিবৰ নিমিত্তে নৃপোত্তম শ্ৰুতৰ্ব্বাৰ ওচৰলৈ গ'ল। নৰপতি শ্ৰুতৰ্ব্বাই মহৰ্ষি অগস্ত্য উপস্থিত হৈছে বুলি জানি পাত্ৰ মন্ত্ৰী লগত লৈ তেওঁৰ ওচৰলৈ গৈ পৰম সাদৰে তেওঁক অভ্যৰ্থনা জনাই ৰাজভৱনলৈ আনিলে। তাৰ পাছৰ যথাবিধি অৰ্ঘ্য প্ৰদান কৰি কৃতাঞ্জলি হৈ সংযতচিত্তে তেওঁৰ আগমনৰ প্ৰয়োজন কি তাকে সুধিলে।

অগস্ত্যই ক'লে— হে মহাৰাজ! মই ধন লাভৰ ইচ্ছাত আপোনাৰ গুৰিলৈ আহিছোঁ। অতএৱ আন কাকো হিংসা বা কাৰো ক্ষতি নকৰি মোক যথাশক্তি ধন দান কৰক।

ৰজা শ্ৰুতৰ্ব্বাই অগস্ত্যক নিজৰ আয় আৰু ব্যয়ৰ বিষয় সবিশেষ জনাই ক'লে— হে ব্ৰহ্মণ! এতিয়া আপুনি যি কিছু ধন ইচ্ছা কৰে, ইয়াৰ পৰা গ্ৰহণ কৰক।

মহৰ্ষি অগস্ত্যই সেই সকলোবোৰ কথা শুনি আৰু আয় আৰু ব্যয় সমান দেখা পাই বিবেচনা কৰিলে যে ইয়াৰ পৰা ধন গ্ৰহণ কৰিলে অৱশ্যই প্ৰজাসকলৰ ক্লেশ হব।

তেতিয়া তেওঁ শ্ৰুতৰ্ব্বা ৰজাক লগত লৈ ব্ৰধ্নশ্ব ৰজাৰ ওচৰলৈ গ'ল। মহাৰাজ ব্ৰধ্নশ্বই তেওঁলোকক অহা দেখি অতিশয় সমাদৰেৰে অভ্যৰ্থনা জনালে। যথাযোগ্য পাদ্য অৰ্ঘ্য দি আগমনৰ প্ৰয়োজন কি তাকে সুধিলে।

অগস্ত্যই উত্তৰ দিলে— মহাৰাজ আমি ধনলাভৰ আশাত আহিছোঁ। অতএৱ আপুনি অন্যৰ হিংসা বা হানি নকৰাকৈ আমাক যথাশক্তি অৰ্থ দিয়ক।

তেতিয়া মহাৰাজ ব্ৰধ্নশ্বই তেওঁলোকক আয়-ব্যয়ৰ সবিশেষ হিচাব জনাই দি ক'লে— আপোনালোকে ইয়াৰপৰা যি ইচ্ছা হয় তাকে গ্ৰহণ কৰক।

ভগৱান অগস্ত্যই ব্ৰধ্নশ্বৰ আয়-ব্যয় সমান দেখি বিবেচনা কৰিলে যে এওঁৰ পৰা ধন গ্ৰহণ কৰিলে প্ৰজাবিলাকৰ দুঃখ হব।

তাৰ পাছত অগস্ত্য, শ্ৰুতৰ্ব্বা আৰু ব্ৰধ্নশ্ব তিনিজন একত্ৰে পুৰুকুৎ পুত্ৰ ত্ৰসদস্যুৰ ওচৰলৈ গ'ল। ত্ৰসদস্যুয়ে খবৰ পাই পৰম সমাদৰেৰে তেওঁলোকক আগবাঢ়ি গৈ নিজ ভৱনলৈ লৈ আহিল আৰু যথাবিধি পাদ্যঅৰ্ঘ্যেৰে পূজা কৰিলে। তাৰ পাছত তেওঁলোকৰ আগমনৰ প্ৰয়োজন কি সুধিলে।

অগস্ত্যই ক'লে— মহাৰাজ! আমি অৰ্থৰ আকাঙ্ক্ষাত আপোনাৰ ওচৰলৈ আহিছোঁ। অতএৱ আন কাৰো হিংসা হানি নোহোৱাকৈ আমাক যথাশক্তি অৰ্থ দান কৰক।

মহাৰাজ ত্ৰসদস্যুয়েও নিজৰ আয়-ব্যয়ৰ সকলো বিৱৰণ দি ক'লে যে— মহাশয়সকল! মোৰ এই সমস্ত ধনৰ পৰা যি ইচ্ছা হয় তাকে গ্ৰহণ কৰক।

অগস্ত্যই আয়-ব্যয় সমান দেখি বিবেচনা কৰিলে যে এওঁৰ পৰা অৰ্থ ল'লে প্ৰজাবিলাকৰ কষ্ট হব, ই নিশ্চয়।

তাৰ পাছত ৰজা তিনিজনে পৰস্পৰ পৰামৰ্শ কৰি মহমুনি অগস্ত্যক কলে হে ব্ৰহ্মণ! দানৱেন্দ্ৰ ইল্বল প্ৰভৃত ধনশালী; আহক! আমি তেওঁৰ ওচৰলৈ গৈ ধন প্ৰাৰ্থনা কৰো।

এইদৰে তেওঁলোকে ইল্বলৰ ওচৰত ধন প্ৰাৰ্থনা কৰাকেই উচিত বিবেচনা কৰি তেওঁৰ ওচৰলৈ গ'ল।

## বাতাপি সংহাৰ ঃ

দানৱৰাজ ইল্বলে মহৰ্ষিৰ লগত ৰজা তিনিজনো সমবেত হৈ তেওঁৰ ৰাজ্যলৈ আহা দেখি পৰম সমাদৰে তেওঁলোকক পূজা কৰিলে। তাৰ পাছত তেওঁলোকৰ ভোজনৰ বাবে ছাগলিৰূপী নিজৰে ভাই বাতাপিক উত্তমৰূপে পাক কৰিলে। ৰাজৰ্ষি তিনিজন ছাগলীৰ ৰূপত থকা মহাসুৰ বাতাপিক পাক কৰা দেখি অতিশয় বিষণ্ণ হ'ল।

মহৰ্ষি অগস্ত্যই তেওঁলোকক বিষণ্ণ হোৱা দেখি ক'লে— হে ৰাজৰ্ষিসকল! তোমালোকে দুখ নকৰিবা। ময়ে অকলে বাতাপিক ভক্ষণ কৰিম। এই বুলি তেওঁ আসনত বহি ভোজন কৰিবলৈ ইচ্ছুক হোৱাত ইল্বলে হাঁহি হাঁহি পৰিবেশন কৰিব ধৰিলে। অগস্ত্যই ক্ৰমে ক্ৰমে সমুদয় মাংসকে ভোজন কৰিলে।

তাৰ পাছত যেতিয়া অসুৰৰাজ ইল্বলে বাতাপিক আহ্বান কৰিলে, তেতিয়া মহাত্মা অগস্ত্যৰ অধোদেশৰ পৰা মেঘগৰ্জ্জনৰ দৰে ঘোৰতৰ গভীৰ শব্দেৰে বায়ু বাহিৰ হবলৈ ধৰিলে। অসুৰৰাজ ইল্বলে মাতিছে— হে বাতাপি। তুমি ওলাই অহা। ইল্বলে এইদৰে মতাত মুনিসত্তম অগস্ত্যই হাঁহি হাঁহি তাক ক'লে— মহাসুৰ বাতাপি আৰু কেনেকৈ বাহিৰ হৈ আহিব? মই তাক জীৰ্ণ কৰি পেলাইছো।

দানৱেন্দ্ৰ ইল্বলে নিজৰ ভাই বাতাপি জীৰ্ণ হৈ গৈছে বুলি জানিব পাৰি যৎপৰোনাস্তি বিষণ্ণ হ'ল। তাৰ পাছত তেওঁ পাত্ৰ মন্ত্ৰীসকলৰ সৈতে কৃতাঞ্জলি হৈ মহৰ্ষিক আৰু মহৰ্ষিৰ সহিত অহা ৰজা তিনিজনক সুধিলে — হে মহাশয়সকল। আপোনালোক কি প্ৰয়োজনত ইয়ালৈ আহিছে। আদেশ কৰক — কি কৰিব লাগে?

তেতিয়া মহাতপা অগস্ত্যই হাঁহি হাঁহি ক'লে হে অসুৰ! আমি জানো যে তুমি প্ৰভূত বিভৱশালী। এই ৰজা তিনিজন তেনে ধনী নহয়; আকৌ মোৰো অৰ্থৰ নিতান্ত প্ৰয়োজন হৈছে; অতএৱ তুমি আন কাৰো হিংসা নোহোৱাকৈ আমাক যথাশক্তি অৰ্থ দিয়া।

তেতিয়া দানৱৰাজ ইল্বলে মহৰ্ষি অগস্ত্যক অভিবাদন কৰি ক'লে— মই আপোনালোকক কি কি দ্ৰব্যৰ কিমানখিনিকৈ দিবলৈ মনে মনে ভাবিছো— তাক যদি ক'ব পাৰে তেতিয়া হ'লে নিশ্চয় মই ধন প্ৰদান কৰিম।

তেতিয়া অগস্ত্যই ক'লে— হে অসুৰৰাজ, তুমি ৰজা তিনিজনৰ প্ৰত্যেককে দহ হাজাৰ গৰু আৰু বিশ হাজাৰ স্বৰ্ণমুদ্ৰা দিবলৈ আৰু মোক বিশ হাজাৰ গৰু, বিশ হাজাৰ স্বৰ্ণমুদ্ৰা, হিৰণ্ময় ৰথ আৰু বায়ু বেগশালী দুটি ঘোৰা প্ৰদান কৰিবলৈ মনে মনে ভাবিছা। তুমি ভালদৰে পৰীক্ষা কৰি চোৱা সমুখত থকা ৰথখনেই হিৰন্ময়। দানব ৰাজ ইল্বলে পৰীক্ষা কৰি চাই দেখিলে, যে সমুখত থকা ৰথখনেই হিৰন্ময।

তেতিয়া দানৱ ৰাজ অতিশয় কাতৰ হৈ তেওঁলোকক বিস্তৰ ধন প্ৰদান কৰি সেই ৰথত তুলি দিলে আৰু বিৰাৱ আৰু সুৰাৱ নামে দুটি অশ্ব ৰথত যোজনা কৰি দিলে। মহৰ্ষি অগস্ত্যই ৰজাসকলক লৈ সেই ৰথেদি তৎক্ষণাত অগস্ত্যৰ আশ্ৰমত উপস্থিত হ'ল।

তাৰ পাছত ৰজা তিনিজনে অগস্ত্য মুনিৰ অনুমতি লৈ নিজৰ নিজৰ স্থানলৈ প্ৰস্থান কৰিলে আৰু মহৰ্ষি অগস্ত্যযো সহধৰ্মিনী লোপামুদ্ৰাৰ অভিলাষিত দ্ৰব্যসমূহ প্ৰস্তুত কৰিলে।

লোপামুদ্ৰাই দেখিবলৈ পালে তেওঁ যি যি বস্তু পাবৰ অভিলাষ কৰিছিল. সেই সমস্ত বস্তুই সংগৃহীত হৈছে আৰু মনে মনে তেওঁ আনন্দিত হ'ল।

তাৰ পাছত লোপামুদ্ৰাই মহৰ্ষি আগস্ত্যক ক'লে— হে ভগৱন। আপুনি আমাৰ অভিলাষিত সমস্ত দ্ৰব্য আহৰণ কৰিছে; এতিয়া মোৰ গৰ্ভত অতি বীৰ্য সম্পন্ন পুত্ৰ উৎপাদন কৰক!

অগস্তই ক'লে— হে কল্যানি! মই তোমাৰ সদ্ব্যৱহাৰত পৰম সন্তুষ্ট হৈছো। এতিয়া পুত্ৰ বিষয়ক দুই এটি প্ৰশ্ন কৰো শুনা। তোমাক মই সোধো — তোমাক এহেজাৰ পুত্ৰ লাগে. নে এহেজাৰ পুত্ৰৰ সমতুল্য পৰাক্ৰমী এশ পুত্ৰ লাগে নাইবা একোজন এহেজাৰ ব্যক্তিসমতুল্য দহজন পুত্ৰ লাগে নে সহস্ৰজনৰ তেজ সম্পন্ন এক পুত্ৰ লাগে।

লোপামুদ্ৰাই ক'লে — হে তপোবন এটি বিদ্বান সাধুপুত্ৰ, বহুসংখ্যক অসাধু পুত্ৰতকৈ শ্ৰেষ্ঠ। অতএৱ সহস্ৰজনৰ দৰে [illegible]সম্পন্ন এটি মাত্ৰ পুত্ৰই মোৰ অভিলষণীয়।

লোপামুদ্ৰাৰ অভিলাষ অনুসাৰে মহৰ্ষি অগস্ত্যই এক পুত্ৰৰ গৰ্ভাধান কৰিলে আৰু স্বয়ং বানপ্ৰস্থী হ'ল। পুত্ৰ জন্মাৰ সাত বছৰ পাছত মহৰ্ষিয়ে পুত্ৰক দেখিলে যে বাল্যকালতে পুত্ৰৰ শৰীৰৰ প্ৰভাতে তেজস্বী হৈ উঠিছে আৰু সেই কালতে সাঙ্গোপনিষদ বেদ অধ্যয়ন কৰিব ধৰিছে। মহৰ্ষি পুত্ৰক তেনে গুণশালী দেখি পৰম আনন্দ লাভ কৰিলে। অতি উত্তম পুত্ৰ উৎপাদন কাৰ অগস্ত্য মহৰ্ষিয়ে পিতৃকুল উদ্ধাৰ কৰিলে।

# দধীচ ঋষিৰ আত্মত্যাগ

সত্য যুগত কালকেয় নামে যুদ্ধদুৰ্ম্মদ এক অসুৰ জাতি লোক আছিল। সিহঁতৰ অধিপতি আছিল বৃত্ৰাসুৰ। সিহঁতে নানা প্ৰকাৰৰ অস্ত্ৰ সংগ্ৰহ কৰি দেৱতাসকলক চাৰিওফালে আক্ৰমণ কৰিব ধৰিলে। দেৱৰাজ ইন্দ্ৰই বিপন্ন বোধ কৰিলে। দেৱতাসকলে অসুৰৰ উৎপীড়ণত অতিষ্ঠ হৈ ইন্দ্ৰক আগত লৈ ব্ৰহ্মাৰ আৰধনা কৰিব ধৰিলে।

কমলামন ব্ৰহ্মা দেৱতাসকলৰ আগত আবিৰ্ভূত হ'ল।

দেৱতাসকলক তেওঁ সুধিলে— তোমালোকৰ কি অভিলাষ? দেৱতাসকলে তেওঁলোকৰ উপস্থিত বিপদৰ কথা ক'লে।

ব্ৰহ্মাই ক'লে— মই তোমালোকৰ অভিলাষিত কাৰ্য পূৰ্বেই বুজিছো। তোমালোকে বৃত্ৰাসুৰ বধৰ উপায় বিচাৰিছা। বৃত্ৰাসুৰ বধৰ উপায় মই কওঁ শুনা।

দধীচ বুলি এক উদাৰ বুদ্ধি মহৰ্ষি আছে। তোমালোক সকলোটি একত্ৰিত হৈ তেওঁৰ ওচৰলৈ যোৱা আৰু তেওঁৰ ওচৰত বৰ প্ৰাৰ্থনা কৰা। সেই ধৰ্মাত্মাই যেতিয়া প্ৰফুল্ল চিত্তে বৰ দিবলৈ উদ্যত হব, তেতিয়া তোমালোকে তেওঁক কবা— আপুনি ত্ৰৈলোক্যৰ হিতৰ কাৰণে আপোনাৰ শৰীৰৰ অস্থিবোৰ প্ৰদান কৰক। তাৰ পাছত তেওঁ নিজৰ শৰীৰ ত্যাগ কৰি অস্থিবোৰ প্ৰদান কৰিব। সেই অস্থিবোৰেৰে ছয়টি কোণ থকা ভীমগৰ্জন সুদৃঢ় বজ্ৰ নিৰ্মাণ কৰি পুৰন্দৰে সেই ব্ৰজ্ৰেৰে বৃত্ৰাসুৰক নিহত কৰিব। মোৰ এই উপদেশ অনুসাৰে যি কৰিব লাগে তাকে কৰা গৈ।

তাৰ পাছত দেৱতাসকলে পিতামহ ব্ৰহ্মাৰ অনুমতি অনুসাৰে সৰস্বতী নদীৰ অপৰ পাৰত থকা দধীচ মুনিৰ আশ্ৰমত উপস্থিত হ'ল। সেই আশ্ৰম গছ আৰু লতাকুঞ্জৰে অতিশয় মনোৰম হৈ উঠিছিল আৰু সেই আশ্ৰমত কোনো প্ৰাণীৰে পৰস্পৰৰ প্ৰতি বৈৰী ভাব নাছিল। বাঘে গৰুৱে একে ঘাটতে পানী খাইছিল। ভ্ৰমৰাখ গুঞ্জনত আৰু কোকিলাদি পক্ষীৰ কাকলিত সঙ্গীতৰ সুৰ বাজি উঠিছিল। দেৱতাসকল তাত উপস্থিত হৈ সূৰ্য-প্ৰভ দধীচ ঋষিক দীপ্যমান শৰীৰেৰে বিৰাজ কৰি থকা দেখিলে। দেৱতাসকল তেওঁৰ ওচৰলৈ গৈ তেওঁৰ চৰণত প্ৰণিপাত কৰি ব্ৰহ্মাৰ নিৰ্দ্দিশত বৰ প্ৰাৰ্থনা কৰিলে।

দেৱতাসকলৰ প্ৰাৰ্থনা শুনি দধীচ মুনি আনন্দেৰে কবলৈ ধৰিলে— হে দেৱতাসকল! মই প্ৰাণ পৰিত্যাগ কৰিও আপোনালোকৰ উপকাৰ কৰিম। কোনো কাৰণতে আপোনালোকৰ অভিলাষিত বৰ প্ৰদানত পৰাঙ্মুখ নহওঁ। দেৱতাসকলক এই বুলি কৈ তেওঁ যোগাসনত বহি অবিলম্বে প্ৰাণত্যাগ কৰিলে।

তাৰ পাছত দেৱতাসকলে তেওঁৰ অস্থিবোৰ লৈ বিশ্বকৰ্মাৰ ওচৰ চাপিলে। বিশ্বকৰ্মাই দেৱতাসকলৰ অনুৰোধক্ৰমে অতিশয় উগ্ৰকান্তি ভীষণ এক বজ্ৰ নিৰ্মান কৰি দেৱৰাজ ইন্দ্ৰক প্ৰদান কৰি ক'লে হে দেৱৰাজ! তুমি এই ব্ৰজৰ সহায়ত অসুৰবিলাকক নিধন কৰি সমুদয় স্বৰ্গৰাজ্য নিৰ্ব্বিবাৰ ভোগ কৰিব পাৰিবা।

তাৰ পাছত অসুৰবিলাকৰ লগত দেৱতাসকলৰ যুদ্ধ হ'ল। আৰু অসুৰৰাজ বৃত্ৰাসুৰ ইন্দ্ৰৰ সেই বজ্ৰৰ আঘাতত বধ হ'ল।

❑❑❑

# স্বৰ্গীয় দেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্য ডাঙৰীয়াৰ পৰিয়াল-পৰিচয়

স্বৰ্গীয় দেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্য
বি.এচ.চি. বিটি

স্বৰ্গীয়া চন্দ্ৰপ্ৰভা দেৱী (পত্নী)

**পুত্ৰসকল**

শ্ৰীহিৰণ্য কুমাৰ ভট্টাচাৰ্য্য
এম.এ., আই.পি.এচ. (অৱসৰপ্ৰাপ্ত)

শ্ৰীঅনিল কুমাৰ ভট্টাচাৰ্য্য
বি.এ., এল.এল.বি.

শ্ৰীসনৎ কুমাৰ ভট্টাচাৰ্য্য
বি.এচ.চি. (অনাৰ্চ)

ড° ইন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য
এম.এচ.চি., পি.এইচ.ডি.

**বোৱাৰীসকল**

শ্ৰীমতী দীপিকা ভট্টাচাৰ্য্য
বি.এ. (অনাৰ্চ)

স্বৰ্গীয়া ইভা ভট্টাচাৰ্য্য
এম.এ.

শ্ৰীমতী প্ৰণিতা ভট্টাচাৰ্য্য
বি.এ.

শ্ৰীমতী অঞ্জনা ভট্টাচাৰ্য্য
এম.এ., বি.টি.

**পুত্ৰীসকল**

শ্ৰীমতী অনুপমা দেৱী

শ্ৰীমতী নিৰুপমা মিশ্ৰ

শ্ৰীমতী প্ৰজ্ঞা গোস্বামী
বি.এ.

**জোঁৱাইসকল**

৺কৰুণাকান্ত শৰ্মা
এম.এ.

শ্ৰীসত্যকৃষ্ণ মিশ্ৰ
বি.এ., বি.টি.

ড° প্ৰদীপ কুমাৰ গোস্বামী
এম্ টেক., পি.এইচ.ডি

**নাতিসকল**

শ্ৰীসঞ্জীৱ কুমাৰ ভট্টাচাৰ্য্য
এম.এ.

শ্ৰীৰাজীৱ কুমাৰ ভট্টাচাৰ্য্য
এম.এ.

শ্ৰীকাশ্যপ কুমাৰ ভট্টাচাৰ্য্য
বি.এ., এল.এল.বি.

শ্ৰীপ্ৰিয়ঙ্কৰ ভট্টাচাৰ্য্য

শ্ৰীদেৱৰ্ষি কুমাৰ ভট্টাচাৰ্য্য

**নাতি-বোৱাৰীসকল**

শ্ৰীমতী সুৰশ্ৰী ভট্টাচাৰ্য্য
বি.এ.

**নাতিসকল**

শ্ৰীমণীষ কুমাৰ ভট্টাচাৰ্য্য

ডাঃ দীপক শৰ্মা
এম.বি.বি.এচ., ডি.জি.অ'.

শ্ৰীজয়ন্ত শৰ্মা
বি.ই.

শ্ৰীবিদ্যুৎ কুমাৰ মিশ্ৰ
এম.কম., এম. মিউজ.

শ্ৰীপ্ৰদ্যুৎ কুমাৰ মিশ্ৰ
বি.এচ.চি., এম. মিউজ.

শ্ৰীৰাজৰ্ষি গোস্বামী

**নাতি-বোৱাৰীসকল**

শ্ৰীমতী বিৰজা শৰ্মা

শ্ৰীমতী জুৰি শৰ্মা
বি.এ

শ্ৰীমতী পূৰবী মিশ্ৰ
বি এ., এম মিউজ

**নাতিনীসকল**

শ্ৰীমতী নন্দিনী বৰপূজাৰী
এম.এ. বি.পি.এম.*

শ্ৰীমতী লোপামুদ্ৰা ভট্টাচাৰ্য্য
বি.ই.

শ্ৰীমতী উপাসনা ভট্টাচাৰ্য্য

শ্ৰীমতী প্ৰিয়ম ভট্টাচাৰ্য্য

শ্ৰীমতী অপৰ্ণা শৰ্মা
এম.এ.

ডাঃ কল্পনা শৰ্মা
এম.ডি.

শ্ৰীমতী চন্দনা শৰ্মা,
বি.এ.

শ্ৰীমতী কৃষ্ণা শৰ্মা
এম.এ., বি.টি., এম. মিউজ.

শ্ৰীমতী অমৃতা গোস্বামী

**নাতি-জোঁৱাইসকল**

ডাঃ বিক্ৰম বৰপূজাৰী
এম.ডি

শ্ৰীঅৰূপ শৰ্মা
বি.ই.

ডাঃ শিৱদেব সিং কাটোচ
এম.বি.বি.এচ.

শ্ৰীঅচিন্ত্য শৰ্মা
বি.এ., এল.এল.বি.

**পুত্ৰপক্ষৰ আজু-নাতিসকল**

আনুস্কা, অভিনীতা, আয়োনা, আয়ান

**কন্যাপক্ষৰ আজু-নাতিসকল**

নীড়, নেহা, অনুৰাগ, ঈশান, ৰুণীমা, দীক্ষা, নাটাচা আৰু দীপাক্ষী।

---

* Bachelor of Personnel Management

